# অসমীয়া জাতি গঠন প্ৰক্ৰিয়া আৰু জাতীয় জনগোষ্ঠীগত অনুষ্ঠানসমূহ

## (১৮৭৩-১৯৬০)



ড° হীৰেন গোহাঁইৰ তত্বাৱধানত গুৱাহাটী বিশ্ববিদ্যালয়ত দাখিল কৰা
'NON-STATE LITERARY AND CULTURAL ORGANISATIONS
IN THE CONSTRUCTION OF THE ASSAMESE
NATIONAL IDENTITY AND ETHOS
(1873-1960)'
শিৰোনামৰ গৱেষণাগ্ৰন্থৰ সম্পাদিত, পৰিবৰ্ধিত আৰু পৰিপূৰ্ণ গ্ৰন্থৰূপ



ড° দেৱব্ৰত শৰ্মা

একলব্য প্ৰকাশন

**Asomia Jatigathan Prakriya Aru Jatiya Janagosthigata Anusthan Samuh** [Assamese Nationality Construction Process and the (Role played by) National and Ethnic Organisations in it], a research work authored by Dr. Devabrata Sharma and published by Pulin Phukan (in sacred memory of his parents Late Tilak Phukan and Late Uma Phukan, & Santana Sharma (in sacred memory of her late father Upendra Nath Sarma) on behalf of Ekalavya Prakashan, Malow Ali, Jorhat-785001-15, Assam, India, Price Rs.333/- for General Hardbound Edition & Rs. 555/ = for Library Deluxe Edition.

---

প্ৰকাশ কৰিছে : একলব্য প্ৰকাশনৰ হৈ প্ৰয়াত তিলক ফুকন ডাঙৰীয়া আৰু প্ৰয়াত উমা ফুকন ডাঙৰীয়ানীৰ পবিত্ৰ স্মৃতিত পুত্ৰ পুলিন ফুকন, আৰু প্ৰয়াত উপেন্দ্ৰনাথ শৰ্মাৰ স্মৃতিত কন্যা সান্ত্বনা শৰ্মাই।
একলব্য প্ৰকাশন : আখৰা-ঘৰ, মালৌআলি
যোৰহাট-৭৮৫০০১-১৫, দূৰভাষ : ৯৪৩৫৩-৫১২৫৫

মূল্য : সাধাৰণ পকাবন্ধা সংস্কৰণ : ৩৩৩ টকা,
পুথিভঁৰাল বিশেষ সংস্কৰণ : ৫৫৫ টকা।

প্ৰথম প্ৰকাশ : ১০ ডিচেম্বৰ,২০০৬, মানৱ অধিকাৰ দিৱস।
দ্বিতীয় প্ৰকাশ : ৪ ফেব্ৰুৱাৰী,২০০৭, শ্বহীদ নৃপেন-কমলা দিৱস।
তৃতীয় প্ৰকাশ : ১৫ নৱেম্বৰ,২০০৮; ৰাষ্ট্ৰীয় বীৰ বীৰসা মুণ্ডাৰ ১৩৩ তম জন্ম দিৱস

বেটুপাত : বিভিন্ন জনগোষ্ঠীৰ কাপোৰৰ বৰ্ণাঢ্য আৰ্হিৰে ঐক্যবদ্ধ অসমীয়া জাতিৰ সপোন প্ৰতিফলিত কৰা এই পৰিকল্পনা সান্ত্বনা শৰ্মাৰ। কাৰ্যকৰী কৰিছে দিলীপ কুমাৰ দত্তই। প্ৰয়োজনীয় পোহৰ ছবি তুলিছে কৃষ্ণ গোপাল শইকীয়াই।

মুদ্ৰণ : ৰাজকুমাৰ দত্ত, প্ৰিন্ট বৰ্ল্ড, অ'ল্ড চাৰ্কিট হাউচ ৰ'ড, যোৰহাট
দূৰভাষ: ৯৪৩৫০-৫০০৬৭,৯৮৬৪১-৬৯৫৩২

# 'আয়ে দিয়া মোৰ বিহু গামোছাৰে গুলি খোৱা তেজ মচি'...

... এয়া আজিৰ তেজেধোৱা অসমৰ ছবি ফুটাই তোলা এক সাৰ্থক পংক্তি। সঁচাই আমাৰ কৈশোৰৰ পৰা আমি দেখি অহা যোৱা অন্ততঃ তিনিটা দশকত চৰকাৰী-বেচৰকাৰী সন্ত্ৰাস, উগ্ৰজাতিবাদ বা সাম্প্ৰদায়িকতাৰ বলত হেজাৰ-বিজাৰ মানুহে জীৱন হেৰুৱাইছে। সেই কাল ধুমুহাৰ মাজত বীৰদৰ্পে থিয় হৈ থাকি গণতন্ত্ৰ আৰু মানৱতাৰ হকে সৌৰভ বিলাইছে উজাৰ খোজা আমাৰ কমেও ত্ৰিশজন সতীৰ্থই দেশৰ মাটিত বুকুৰ তেজেৰে ৰাঙলি কৰি গ'ল তেওঁলোকৰ অসীম জীৱন ঃ

শহীদ সৌমিক বৰা
শহীদ মাখন সিং
শহীদ মণি শৰাবী
শহীদ তৰুণ বৰা
শহীদ শোভা নাথ
শহীদ নিবাৰণ ফুকন
শহীদ অঞ্জন নাথ
শহীদ বিপিন পাল
শহীদ আব্দুল বাৰিক
শহীদ প্ৰফুল্ল ঠাকুৰীয়া
শহীদ নৃপেন দত্ত
শহীদ কমলাকান্ত ফুকন
শহীদ অমিতাভ ৰাভা
শহীদ শ্যামল বোস
শহীদ মুকুল বৰা
শহীদ জিতেশ্বৰ গগৈ
শহীদ অনন্ত কলিতা
শহীদ মানিক দাস
শহীদ পবিত্ৰ দাস
শহীদ ৰতিকান্ত দাস
শহীদ ভুবন অধিকাৰী
শহীদ কুলবাহাদুৰ ৰাউতৰেলী
শহীদ কৃষ্ণকান্ত শইকীয়া
শহীদ প্ৰেমধৰ বৰা
শহীদ কুশল বৰ্মন
শহীদ চন্দ্ৰ নায়ক
শহীদ ৰাকী মুণ্ডি
শহীদ মুক্তা মহন্ত
শহীদ সুৰেন গগৈ
শহীদ প্ৰবাল কলিতা

তেওঁলোকে নিজৰ বৰ্তমানক আমাৰ ভৱিষ্যতৰ বাবে উছৰ্গা কৰাৰ বাবেই আমি আজিও জীয়াই থাকিব পাৰিছোঁ। এনেকৈয়ে জ্ঞাত-অজ্ঞাত অলেখ মানুহে ব্ৰিটিছৰ আগমনৰ দিন ধৰি আজিলৈকে নিজৰ তেজ, ঘাম আৰু চকুলোৰে মোৰ এই চেনেহৰ অসম ভূমিৰ প্ৰতি ইঞ্চি মাটিত জীপ দিছে, সেইসকলৰ পবিত্ৰ স্মৃতিত মোৰ এই কলমেৰে লিখা ক্ষুদ্ৰ গ্ৰন্থখনি উছৰ্গা কৰিলোঁ। আমাৰ স্বদেশ মানুহৰ বাসভূমি হওক, জয় হওক শৃংখলমুক্ত মানুহৰ স্বপ্ন, শ্ৰম আৰু সভ্যতাৰ।

- মে.শ.

# ড° হীৰেন গোহাঁইৰ শুভেচ্ছা-বাণী

উত্তৰ-আধুনিক চিন্তাত জাতিৰ ধাৰণাটো এটা তাত্ত্বিক নির্মাণ বুলি ভবা হয় আৰু তাক বিনির্মাণ কৰাৰ সকলো প্ৰচেষ্টাই মূল্যবান বুলি ভবা হয়। পুঁজিবাদৰ বিকাশত ৰবগুণি দিয়া জাতিৰ ধাৰণাত কিছু সীমাবদ্ধতা তথা গুৰুতৰ ত্ৰুটী থকা সম্ভৱ। কিন্তু ইয়াৰ এনে অর্থ কৰা অনুচিত যে সমগ্ৰ বস্তুটোৱে এটা বাস্তৱ ভিত্তিৰহিত কাল্পনিক প্ৰপঞ্চ। অসমৰ অসমীয়া জাতিৰ বিকাশৰ ইতিহাসতো দৃষ্টিকোণৰ কিছু বিবাদ আৰু সংঘাত চকুত পৰে। কিছুমানৰ মতে এই জাতিৰ ধাৰণাটো অসমীয়া সম্ভ্ৰান্ত মধ্যশ্ৰেণীৰ প্ৰতিপত্তিৰ বাবে কৰা এক চক্ৰান্ত। আন কিছুমানৰ মতে (যিটো সংখ্যাগৰিষ্ঠ মত বুলি ক'ব পাৰি) ই এক অকলংক, অনাবিল গৌৰৱৰ কাহিনী। এনে ধৰণৰ ভ্ৰান্তিকৰ দৃষ্টিকোণেৰে বস্তুনিষ্ঠ সামগ্ৰিক আৰু প্ৰকৃত ঐতিহাসিক অধ্যয়ন সম্ভৱ নহয়। অসমীয়া পাঠকৰ বাবে অতি আনন্দৰ বিষয় যে ড° দেৱব্ৰত শৰ্মাই প্ৰবল অধ্যৱসায় আৰু প্ৰশংসনীয় অন্তর্দৃষ্টিৰে আমাক এই বিকাশৰ এক সামগ্ৰিক বস্তুনিষ্ঠ আভাস দিব পাৰিছে। যদিও লেখাত তেওঁৰ গৱেষণাৰ বিষয় অসমীয়া জাতীয় সত্তা আৰু ভাবাদর্শৰ ৰচনাত বিভিন্ন সংগঠনৰ ভূমিকা, তথাপি যিহেতু সংগঠনবিলাকৰ কাম গঠনমূলক, ইয়াৰ মাজেদি আমি জাতিগঠনৰ এক সামগ্ৰিক আভাস দিব পাৰোঁ বুলি মোৰ বিশ্বাস। অসমৰ ইতিহাসৰ বহু লুপ্তপ্ৰায় তথ্য পুনৰুদ্ধাৰ কৰাত উদ্যোগী ড° দেৱব্ৰত শৰ্মাৰ এইখন গ্ৰন্থ পাঠকে আদৰিব বুলি আশা কৰিলোঁ।

# বক্তাক্ত ডেবদশকব এটি খতিয়ান

আলফাক ধন্যবাদ। দুটা কাবণে। প্রথমতঃ আমাক কথাবোব গভীবভাবে ভাবিবব সুযোগ দিয়া কাবণে। সঁচা কথা ক'বলৈ গ'লে ১৯৭৮-৭৯ ব সেই ঘটনাবহুল দিনবোবব পবা ১৯৯১ চনব ১৭ আগষ্টব সেই বিশেষ দিনটোলৈকে মাজত বিশেষ জিবণি লোৱা নাছিলোঁ। আমি ভবাধবণেই দেশ তথা জাতিব নব নির্মাণব কামত ব্যস্ত হৈ ফুবিছিলোঁ। ডিব্রুগড় বিশ্ববিদ্যালয়ত পঢ়ি থকা সময়ছোৱাত দলিত-নিপীড়িত মানুহব অধিকাবব হকে থিয় হ'বলৈ গৈ আমি আঠজন ছাত্র-ছাত্রী যেতিয়া বহিষ্কৃত হ'লোঁ, আমাব সতীর্থ সৌবভ বৰাক যেতিয়া সেই অপবাধতে গুলিয়াই হত্যা কবা হ'ল, তেতিয়া বুজিলোঁ অসমব দবে জাত-পাত, অস্পৃশ্যতাব পবা মুক্ত বুলি অভিহিত প্রদেশতো দলিত নিপীড়িতব হকে থিয় হ'লে কিমান মাচুল দিব লাগে। তাব পাছত নির্জাতিকবণ আৰু নির্বিচাব সন্ত্রাসব বিবোধিতা কবিবলৈ যাওঁতে '৯১ চনব সেই দিনটোত আমি নিজেও যেতিয়া নিজব ঘবতে গুলিবিদ্ধ হ'লো, চিকিৎসাব বাবে কে'বামাহ জুবি ডিব্রুগড়-কলকাতা- শিলিগুড়ি-দিল্লী ঘুবিব লগা হ'ল, সমগ্র বিষয়টোতে গভীবভাবে ভবাব সুযোগ পালো। দৈনন্দিন অনুশীলনব পবা খন্তেক আঁতবি আহি নির্বিকাব-নির্মোহভাবে অসমব সেই চলমান ইতিহাসক পর্যবেক্ষণ কবিবলৈ পালোঁ। আলফাক এইবাবেও ধন্যবাদ যিহেতু তাব আক্রমণে আমাক আৰু বেছি দায়বদ্ধ কবি তুলিলে। আক্ষবিক অর্থতেই দেশব মাটিত বকব বক্তেবে স্বাক্ষব কবি আমি প্রতিশ্রুতিবদ্ধ হ'লো, সেই অসমীয়া জাতি গঠন প্রক্রিয়াব ভিতবতে নিহিত গণহত্যা, হিংসা, সন্ত্রাসব উৎসে সন্ধান কবিবলৈ।

১৯৯১ চনব নবেম্বব-ডিচেম্বব আৰু '৯২ চনব জানুবাবী-ফেব্রুবাবী মাহত কলকাতাত আমাব দ্বিতীয় বাব অস্ত্রোপচাব হোৱাব আগে-পাছে ভাবতব বিশিষ্ট বাওঁপন্থী চিন্তাবিদ ভাস্কব নন্দীব ঘবত আছিলোঁ; আশ্রয় লৈছিলোঁ নক্সালবাদী আন্দোলনব প্রবাদপুৰুষ চাৰু মজুমদাবব শিলিগুড়িব ঘবতো। দিল্লীত চিকিৎসা চলাব সময়ত বিহাবব ধ্রুব নাবায়ণ আৰু উত্তবাখণ্ডব আলোক উপাধ্যায়ব ঘবত আছিলোঁ। সেইছোৱা সময়তো আমি দৈনিক বাতবি পাওঁ অসমত পবিচিত-অপবিচিত আৰু বহুজন চবকাবী-বেচবকাবী সন্ত্রাসব বলি হোৱাব। ফলত মনত তাগিদা তীব্র হৈ উঠে এই অভাবনীয় অমানুষিক হত্যা-সন্ত্রাসব ঐতিহাসিক উৎসব সন্ধান কবিবলৈ। সেই উৎসব সন্ধানেই আমাক লৈ যায় স্বাধীন অসমব বেলিমাবব মুহূর্তলৈ।

স্বাধীন আহোম বাজত্বব পতন অনিবার্য হৈ উঠিছিল এহাতেদি মোৱামৰীয়া বিদ্রোহ আৰু আনহাতে মানব আক্রমণব ধামখুমীয়াত। মোৱামৰীয়া বিদ্রোহব পাছতে সংঘটিত মানব তিনিদানি বর্বব আক্রমণত জর্জবিত অসমব এক চতুর্থাংশ প্রজা হানি হৈছিল। অসম পৰিণত হৈছিল এক গণ শ্মশানত। সেই ঐতিহাসিক দুর্যোগব পাছত ভাবতব আন বাজ্যব পবা অসমলৈ অসমীয়াব দুগুণ মানুহব প্রব্রজন ঘটোৱা হৈছিল। সেই বিশাল জনতাব আত্মীকবণব বাটতো ঘটিছিল বহু বিপর্যয়। ১৯৭৯ চনব আমাব কৈশোবব দিনবিলাকব পবা আজিলৈকে যোৱা প্রায় তিনিটা দশকতো অন্তহীন হত্যা-হিংসাব কুটিল চক্রত অতি কমেও বিশ হেজাব মানুহব জীৱন হানি হোৱাব ঘটনা ঘটিছে। আনহাতে ১৯৫০ চনব পবা আজিলৈকে হোৱা সংঘাত-সংঘর্ষবোবত প্রাণ হেৰুৱা লোকব সংখ্যাই একলাখ ছুলেও আচবিত হ'ব লগা নাই। কাশ্মীব, পাঞ্জাব আৰু নাগালেণ্ড বাদ দিলেই ই ভাবতব বৃহত্তম সংখ্যা হ'ব। চবকাবী সন্ত্রাস, বেচবকাবী সন্ত্রাস আৰু গোষ্ঠী সন্ত্রাসব কুটিল চক্রক ভাঙি এক সন্ত্রাসমুক্ত, শান্তিপূর্ণ, মানুহব বাসযোগ্য অসম গঢ়াব বাবে লোৱা পণেই আমাক সমগ্র বিষয়টোব গভীবলৈ যাবলৈ উদ্বুদ্ধ কবিছিল।

গতীবলৈ যিমানেই গ'লো সিমানেই আমাৰ চকুত স্পষ্ট হৈ উঠিল এই কথা যে ব্ৰিটিছৰ বোকোচাত উঠি অহা আধুনিকতাই এহাতে আধুনিক অসমীয়া জাতি নিৰ্মাণৰ পথ মুকলি কৰিছে, আৰু আনহাতে ভাষিক উগ্ৰজাতীয়তাবাদ, সাম্প্ৰদায়িকতাবাদ আৰু সিহঁত দুয়োটাৰে বিৰোধী শক্তিবোৰক জন্ম দি অসমীয়া জাতিৰ কলিজাত চুৰীও বহাইছে। এই ক্ষেত্ৰত ব্ৰিটিছে সহায় লৈছিল ব্ৰাহ্মণ্যবাদী সামন্তবাদৰ।

এইখিনিতে এটা কথা দিনৰ পোহৰৰ দৰে ফটফটীয়া কৰি দিয়া প্ৰয়োজন। ব্ৰাহ্মণ্যবাদ বোলোঁতে আমি ব্ৰাহ্মণ সম্প্ৰদায়ৰ ব্যক্তিসকলক মুঠেই বুজোৱা নাই, বুজাইছোঁ এটা মতাদৰ্শক। সমগ্ৰ ভাৰত তথা পৃথিৱীৰে সমাজতাত্ত্বিক সকলে জাতি-বৰ্ণৰ গাঁথনি বলবৎ কৰা ভাৰতীয় মতাদৰ্শটোক এই নামেৰেই বুজায়। এজন মানুহ জন্মসূত্ৰে ব্ৰাহ্মণ হ'ব পাৰে, কিন্তু তেওঁ মতাদৰ্শৰ ফালৰ পৰা ব্ৰাহ্মণ্যবাদ বিৰোধী হ'ব পাৰে। আন এজন মানুহ জন্মসূত্ৰে দলিত/ শূদ্ৰ বা আনকি আন ধৰ্মৰ হৈও মতাদৰ্শৰ ফালৰ পৰা ব্ৰাহ্মণ্যবাদী হ'ব পাৰে। মনকৰিবলগীয়া যে, এই গ্ৰন্থৰ পাদপ্ৰদীপৰ সমুখলৈ বাৰম্বাৰ নিজ মহিমাৰে ওলাই আহিছে পীতাম্বৰদেৱ গোস্বামী-চন্দ্ৰনাথ শৰ্মা-লক্ষীধৰ শৰ্মা-কৃষ্ণ শৰ্মা-গহন চন্দ্ৰ গোস্বামী আদি প্ৰগতিশীল বৰ্ণহিন্দুসকল। তেওঁলোক আমাৰ স্মৰণীয় আৰু বৰণীয়।

কিন্তু তাৰ অৰ্থ এইটো নহয় যে তেওঁলোকক সন্মান জনোৱাৰ সময়ত আমি ভাৰতবৰ্ষৰ প্ৰগতিৰ প্ৰতিবন্ধক ব্ৰাহ্মণ্যবাদৰ কু-প্ৰভাৱৰ কথা পাহৰি যাম। ঘৃণা আৰু বিদ্বেষ, অপমান আৰু অস্পৃশ্যতাৰে ই অসম তথা ভাৰতৰ সমাজক আজি প্ৰগতি-বিৰোধী এক পুতিগন্ধময় পিতনিত নিক্ষেপ কৰিছে। অসমত ব্ৰিটিছ সাম্ৰাজ্যবাদৰ ঔৰসতে জন্ম লভিছে উগ্ৰজাতীয়তাবাদে। সি কেৱল বাঙালীসকলকে নহয়, জনজাতিসকলকো দূৰলৈ ঠেলি দি একালৰ আহল-বহল অসমক ছিন্ন ভিন্ন কৰি বাকী থকা কণকো বিপন্ন কৰিছে।

এই অসম-বিধ্বংসী, জাতিদ্ৰোহী উগ্ৰজাতীয়তাবাদৰ আমি কঠোৰভাৱে বিৰোধিতা কৰোঁ। শ্বহীদ সৌৰভ বৰাই দিয়া 'উগ্ৰজাতীয়তাবাদ মুৰ্দাবাদ' ধ্বনিৰ তাৎপৰ্য আমি হৃদয়ংগম কৰোঁ। কিন্তু লগতে সোঁৱৰোঁ যে সৌৰভ বৰাই তাৰ লগতে আৰু এটা ধ্বনি সদায়েই দিছিল। সেয়া আছিল 'মহান অসমীয়া সংস্কৃতি জিন্দাবাদ'।

আমি সেই মহান অসমীয়া সংস্কৃতিক উৰ্দ্ধত তুলি ধৰিব বিচাৰোঁ। বিহুৰ দৰে ধৰ্মনিৰপেক্ষ উৎসৱেৰে চহকী অসমীয়া জাতিক আমি মৰিবলৈ এৰি দিব নোৱাৰোঁ। আমি কাতোকৈ কোনোগুণে কম অসমীয়া নহয়। নীলমণি ফুকনৰ দৰে সুবিধাবাদী, ধুৰন্ধৰ ব্ৰিটিছ ভক্ত অথবা অম্বিকাগিৰী ৰায়চৌধুৰীৰ দৰে অস্থিৰ-উন্মাদৰ উগ্ৰজাতীয়তাবাদৰ বিৰোধিতা কৰা মানেই অসমীয়া জাতিৰ বিৰোধিতা কৰা নহয়।

সেয়েহে মধ্যশ্ৰেণীৰ একাংশৰ সংকুচিত বিশ্ব বীক্ষাৰ ওপৰত আধাৰিত পৰ-বিদ্বেষী উগ্ৰজাতিদম্ভৰ বিপৰীতে আমি মাতৃভাষা মাধ্যমৰ সাৰ্বজনীন শিক্ষাৰ ওপৰত আধাৰিত নতুন জাতিৰ সপোন দেখোঁ। বাইজক ভাষাৰ নামত শ্বহীদ হ'বলৈ এৰি দি নিজৰ সন্তান-সন্ততিক ইংৰাজী মাধ্যমত পঢ়ুৱা সুবিধাবাদৰ বিপৰীতে আমি জাতীয় বিদ্যালয় আন্দোলন আৰু জনশিক্ষাৰ পোষকতা কৰোঁ। এক সামগ্ৰিক অসমীয়া জাতীয় অভিধানৰ বাবে কাম কৰোঁ। আমি যেতিয়া অসমীয়া কওঁ, তেতিয়া বিশুদ্ধ অসমীয়া ক'বৰ বাবে চেষ্টা কৰোঁ; হিন্দী-ইংৰাজীৰে খিচিৰী নপকাওঁ।

পীতাম্বৰ দেৱ গোস্বামী-চন্দ্ৰনাথ শৰ্মা আদিৰ আশে পাশে সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞি, ভীমবৰ দেউৰী, ৰূপনাথ ব্ৰহ্ম, চেম্‌চন সিং ইংতি, চিদানন্দ দাস, কাৰ্ক দলে মিৰি, ভ্ৰমৰচন্দ্ৰ

শইকীয়া, লংকেশ্বৰ গোহাঁই, দলবীৰ সিং লোহাৰ, অধ্যাপক পি. এম. চাৰোৱাল, মৌলানা ভাচানী, হেমাংগ বিশ্বাস, জ্যোতি-বিষ্ণু আদি বহুজনকে সামৰি লৈ আগবাঢ়িব লাগে, এয়াই এই গ্ৰন্থৰ গৱেষণা-প্ৰক্ৰিয়াত আমাৰ উপলব্ধি। তাৰ বাবে প্ৰয়োজনীয় তাত্ত্বিক-সাংস্কৃতিক নিৰ্মাণৰ বাহিৰেও অৰ্থনৈতিক বুনিয়াদ। সেয়েহে আমি চাহ বাগিচা আৰু ধৰ্মীয় প্ৰতিষ্ঠানৰ হাতত থকা অসমৰ প্ৰায় আধাখিনি মাটিত ভূমি সংস্কাৰ কৰাৰ প্ৰসংগও উত্থাপন কৰিছোঁ। তুলিছোঁ শিক্ষা আৰু স্বাস্থ্যৰ প্ৰসংগও।

দোহাৰিছোঁ, লক্ষ্য আমাৰ, একৈশ শতিকাৰ উপযোগী মহত্তৰ আৰু বৃহত্তৰ অসমীয়া জাতিগঠন। তাৰ বাবেই সকলো জনগোষ্ঠীৰ সম-অধিকাৰ, সম-মৰ্যাদাৰ ভিত্তিত সেই জাতি গঠনৰ এক বিকল্প আৰ্হি ইয়াত তুলি ধৰিছোঁ। এই গ্ৰন্থৰ অধ্যয়নে যদি পাঠকক সেই বিকল্প গণতান্ত্ৰিক পথৰ সন্ধান দিয়ে আমাৰ ডেৰ দশকৰ পৰিশ্ৰম সাৰ্থক হোৱা যেন লাগিব। সকলো ধৰণৰ বিতৰ্ক আৰু আলোচনা-সমালোচনা, পৰামৰ্শ-মতামতলৈও মুকলিমনেৰে আদৰণি জনাই ৰাখিলোঁ। এই বিশাল গ্ৰন্থৰ প্ৰস্তুতি পৰ্বত মুদ্ৰণ, তথ্য সমাবেশ আদিত থাকি যাব পৰা প্ৰমাদৰ বাবেও আমি ক্ষমাপ্ৰাৰ্থী হৈ ৰ'লো।

## পৰৱৰ্তী পৰিকল্পনা সমূহ

এই গ্ৰন্থত মূলতঃ সাধাৰণভাৱে ১৮২৬-১৯৬০ আৰু বিশেষভাৱে ১৮৭৩-১৯৬০ সময়ছোৱা সামৰি লোৱা হৈছে। কিন্তু ১৯৬০ চনৰ ভাষা আন্দোলনৰ পৰা ১৯৭২ চনৰ মাধ্যম আন্দোলন হৈ ১৯৭৯-৮৩ ৰ বিদেশী বিতাড়ণ আন্দোলন আৰু তাৰ পৰৱৰ্তী আলফাৰ উত্থান-পতনৰ পৰা আৰম্ভ কৰি বড়ো, কাৰ্বিকে ধৰি অসমৰ অগণন জনগোষ্ঠীগত আন্দোলন-আলোড়নৰ বিকাশৰ দৃষ্টিকোণৰ পৰা পৰৱৰ্তী পঞ্চাশটা বছৰ কোনো গুণেই কম গুৰুত্বপূৰ্ণ নহয়। সেয়েহে আমি ইতিমধ্যেই এই গ্ৰন্থৰ পৰৱৰ্তী খণ্ডৰ বাবে কাম কৰিবলৈ আৰম্ভ কৰিছোঁ। এই খণ্ডত অন্তৰ্ভুক্ত শ্ৰীমন্ত শংকৰদেৱ সংঘ, অসম সাহিত্য সভা, সংবাদ মাধ্যমৰ উপৰিও উক্ত খণ্ডত সন্নিবিষ্ট হ'ব এহাতে সদৌ অসম ছাত্ৰ সন্থা, অসম জাতীয়তাবাদী যুৱছাত্ৰ পৰিষদ, আলফা আৰু আনহাতে নিখিল বড়ো ছাত্ৰ সন্থা (তথা বিএলটি-এন ডি এফ বি), কাৰ্বি ছাত্ৰ সন্থা (তথা এ.এচ.ডি.চি.) ৰাভা, মিচিং, তিৱা, সোণোৱাল আৰু ঠেঙাল কছাৰী, (ঝাড়খণ্ডী) আদিবাসী, নেপালী, মুছলীম, তাই-আহোম, কোচ ৰাজবংশী, চুতীয়া, মৰাণ-মটক ... আদি সংগঠনসমূহ, সিবিলাকৰ সংগ্ৰাম। পাৰস্পৰিক ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ মাজেদি অসমীয়া জাতি গঠনৰ বৰ্তমান স্তৰত আমি আলোকপাত কৰিম সেই দ্বিতীয় খণ্ডতে।

একশৰণ ভাগৱতী সমাজ, জমিয়ৎ উলেমা'ই হিন্দ, বিভিন্ন গীৰ্জাসমূহৰ কাৰ্যকলাপত পোহৰ পেলাবলৈও আমি চেষ্টা কৰিম। সৰ্বোপৰি আশী চনৰ পৰৱৰ্তী সময়ত গোলকীকৰণৰ প্ৰক্ৰিয়াই অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ বৰ্তমান পৰ্যায়ত কেনেকৈ গভীৰভাৱে প্ৰভাৱান্বিত কৰিছে, তাতো আমি আলোকপাত কৰিম। এই খণ্ডৰ পৃষ্ঠা সংখ্যা, চাৰিশৰ পৰা পাঁচশ হ'ব বুলি ধাৰণা হয়।

সেই গ্ৰন্থৰ সমান্তৰালভাৱে নতুন আৰ্হিত অসমীয়া জাতি গঠনৰ যি কাম আমি হাতত লৈছোঁ সিও অব্যাহত থাকিব। অলপতে প্ৰকাশ পাব আমাৰ ৰবেণ্য বৰ্ণহিন্দুঃ মহান অসমীয়া গ্ৰন্থখন আৰু লগতে তিনি শতিকাৰ তাই আহোম দলিল সমগ্ৰ। আনহাতে আমাৰ ইতিমধ্যে প্ৰকাশিত জাতীয় অভিধান প্ৰসংগ (২০০৩) আৰু জাতীয় বিদ্যালয় আন্দোলন আৰু জনশিক্ষা, কেতবোৰ মৌলিক প্ৰসংগ [সান্ত্বনা শৰ্মাৰ সৈতে যুটীয়াভাৱে (২০০৫)] গ্ৰন্থৰ উপৰিও ২০১০ চনৰ পহিলা জানুৱাৰীত ডেৰলাখৰ পৰা দুইলাখ শব্দৰে সৈতে প্ৰকাশ পাবলগা অসমীয়া জাতীয় অভিধানৰ বাবেও সুধীজনৰ সহযোগিতা এই সুযোগতে কামনা কৰি থ'লোঁ।

# কৃতজ্ঞতাৰ ওকতাৰ

যোৱা ডেৰটা দশকত যিসকলৰ পৰা মই অশেষ ধৰণে উপকৃত হৈছিলোঁ, তেওঁসকলৰ নাম লৈ অথবা শলাগ জনাই শেষ কৰিব নোৱাৰোঁ। তাৰ ভিতৰত সৰ্বাগ্ৰগণ্য গৱেষণা-তত্ত্বাৱধায়ক ড° হীৰেন গোহাঁয়ে ১৯৯৩-২০০০ চনৰ গৱেষণাৰ সময়ছোৱা তেওঁৰ ক্ষুৰধাৰ বিশ্লেষণ-ক্ষমতা, অদমনীয় ব্যক্তিত্ব, মননশীল অধ্যয়ন-নিষ্ঠাৰে আমাক আলোকিত কৰি গৈছিল। আমাৰ ধাৰণাবোৰ বিপৰীত দিশৰ পৰা আক্ৰমণ কৰি তেওঁতে সদায় যোগাইছিল নতুন চিন্তাৰ খোৰাক। বিগত অন্ততঃ তিনিটা দশকত অসমৰ সমাজ জীৱনৰ সকলো সংকটৰ সময়ত যোদ্ধা চ্যামচনৰ দৰে (যেনে কলাখাৰৰ সেই জ্বলন্ত দিনবিলাক) বাৰম্বাৰ কেচিষ্ট আক্ৰমণ নেওচি সগৰ্বে থিয় হৈ থকা আমাৰ বাবে অজস্ৰ প্ৰেৰণাৰ উৎস এইজন চিন্তাবিদক আমি আমাৰ আন্তৰিক কৃতজ্ঞতা যাচিলোঁ। শ্ৰদ্ধেয়া বাণী গোহাঁই বাইদেউৰ সতেজ, উমাল আদৰ-সাদৰকো সুঁৱৰিছোঁ।

ভাৰতবৰ্ষৰ বিশিষ্ট বাঁওপন্থী চিন্তাবিদ ভাস্কৰ নন্দী, যি আমাৰ মনত এই গৱেষণাৰ ধাৰণাটো প্ৰথম সুসংবদ্ধভাৱে তুলি ধৰিছিল আৰু আমাৰ জীৱনৰ যোৱা তিনি দশকৰ সকলো সাংগঠনিক-তাত্ত্বিক কামত অহৰহ অনুপ্ৰেৰণা যোগাই সুগভীৰ মননশীলতা আৰু প্ৰখৰ অন্তৰ্দৃষ্টিৰে আলোকিত আৰু ধন্য কৰি আহিছে, তেওঁৰ শলাগ নো শব্দেৰে কেনেকৈ ল'ম। এই আপাহতে আৰু সুঁৱৰিছোঁ, পিতৃ প্ৰতীম প্ৰয়াত ডা. মন্মথ নন্দীকো, যি আক্ষৰিক অৰ্থতেই আমাৰ বহুতক বিভিন্ন সংকটত জীৱনদান কৰি গৈছে।

দেউতা, কথাশিল্পী ভিৰেশ্বৰ দয়াল শৰ্মাই আমাক পঞ্চম শ্ৰেণীত পঢ়ি থকা সময়তে হাতত কলমটো তুলি দিছিল। সিমানেই নহয়, আজিও আমাৰ লেখাৰ আগ্ৰহী পাঠক, অসমৰ সমাজৰ সম্পৰ্কে যিকোনো তথ্য বিচাৰি যাক সদায় আমনি কৰিছিলোঁ, যি আমাক আমাৰ গৱেষণা সম্পূৰ্ণ কৰিবলৈ নিতৌ উদ্‌গনাইছিল, ড° দিলীপ দত্তই যাক 'চাইকেলত উঠি ফুৰা বিশ্বকোষ' আখ্যা দিছিল, সেইজন দেউতাক আজি স্নেহধন্য পুত্ৰৰ অন্তৰৰ শ্ৰদ্ধা যাচিছোঁ। সংসাৰৰ লেৰেলা উকটি বিজুলী মাৰে সদায়েই পঢ়াৰ মেজতে চাহ পিয়লা যোগাই নীৰবেই প্ৰেৰণা যোগাইছিল, সেই মা তৰুণা দেৱীকেই বা পাহৰোঁ কেনেকৈ। মোৰ ভাইটি, জীয়মান লেখক বিদ্যুদ্ৰাত, মোক বচাবলৈ যি নিজৰ জীৱন বিপন্ন কৰে, যি মোক দৈনন্দিন ভিত্তিত উত্যক্ত কৰি এই গ্ৰন্থৰ প্ৰকাশ ওচৰ চপালে, মাজনিশা আহি কাকত চোৱা, কিতাপ যোগোৱাকে ধৰি অজস্ৰ খুটি নাটি কামেৰে অপাৰ সহযোগ কৰিলে, সেই মৰমৰ সপোনচিৰেই বা কেনেকৈ শলাগ ল'ম। মাথো কওঁ, হো ভাই, এয়া ল, তইঁতৰ দাবী পূৰণ কৰিলোঁ। একেলগতে অঞ্জনা, দিতিমণি, পৰাগ, লোপাকো মনত পেলাইছোঁ।

গৱেষণাৰ ক্ষেত্ৰত মূল্যবান পৰামৰ্শৰে সমৃদ্ধ কৰা ড° অমলেন্দু গুহ চাৰে মন পালেই এই গ্ৰন্থ ছপা কৰি উলিয়াবলৈ জোৰ দি আমাক অনুপ্ৰাণিত কৰি আহিছে। অশেষ তথ্যৰ ভাণ্ডাৰ এই নিবন্ধকাৰ, প্ৰশান্ত মানুহজনৰ লগতে তেওঁৰ বিদুষী পত্নী ড° অনিমা গুহ বাইদেউকো মোৰ কৃতজ্ঞ শ্ৰদ্ধা যাচিছোঁ। ডিব্ৰুগড় বিশ্ববিদ্যালয়ত আমাৰ বহিষ্কাৰ, সৌৰভ বঁৰাৰ খটীৰ দৰে বহু ঘটনাত শালগ্ৰাম দৰে আমাৰ কাষত থিয় দি যিজনে আমাক কেচিষ্ট আক্ৰমণৰ পৰা ৰক্ষা কৰাৰ চেষ্টা কৰিছিল, সেইজন ড° ৰবীন্দ্ৰ নাথ ফুকন, অভিভাৱক সুলভ ভাবে আমাক অনবৰতে প্ৰেৰণা আৰু অভিমত দি যোৱা ড° গিৰিন ফুকন আৰু ড° হীৰেন ভাগৱতী চাৰ, ইতিহাসৰ ছাত্ৰ হিচাপে আমাৰ অনুসন্ধানৰ আগ্ৰহী উৎসাহদাতা ড° ভৱকান্ত

নাথ চাৰ আৰু ড. জাহ্নবী গগৈ বাইদেউ, মাৰ্ক্সবাদ-জাতীয়তাবাদ দুয়ো বিষয়ৰে আগ্ৰহী আলোচক অতুল গোস্বামী চাৰসকলৰ প্ৰেৰণা আৰু আশীৰ্বাদ আমাৰ প্ৰেৰণা হৈ ৰওক, জীৱন জুৰি।

যোৱা সময়ছোৱাত বাৰম্বাৰ কিতাপখন প্ৰকাশৰ বাবে তাগিদা দি অহাসকলৰ ভিতৰত দলিত-দৰদী সোণাৰাম চুতীয়া, দিল্লীৰ বাসন্তী ৰমণ আৰু ধ্ৰুৱ নাৰায়ণ, অমৃত চেতিয়া, নীলাম্বৰ দাস মামা, চন্দ্ৰ কলিতা, ডিম্বেশ্বৰ বড়া, শশী বড়া, অমৃত হাজৰিকা, হৰেশ্বৰ বৰ্মন, ত্ৰিদিব নীলিম দত্ত, সেৰিন বড়া, প্ৰয়াত জেহিৰুল হুছেইন (নাহৰচকা), ভলী বৰগোহাঁই, দীপক ৰফিক আহমদ অন্যতম। তিনিচুকীয়াৰ শহুৰ দেউতা উপেন শৰ্মা, শাহু আই পুতুৰাণী দেৱী (সন্ত্ৰাস জৰ্জৰ ৰব কঠিন দিনত আমি বহু সতীৰ্থই যাৰ ঘৰত প্ৰায়ে আশ্ৰয় লৈছিলোঁ)...; তেনে বহু আশ্ৰয়দাতা, দৰদী, বিভিন্ন ধৰণৰ অবিৰাম সহায় কৰা বহুজনক আজি আবেগিক অশ্ৰুৰেই সুঁৱৰিছোঁ। সেইদৰে দেবেন খাউণ্ড খুড়া, ননী খাউণ্ড খুড়ী, ভবেন শ্যাম, প্ৰতাপ গোস্বামী, ভ্ৰমৰ শইকীয়াৰ পৰিয়াল, প্ৰয়াত লুচী গগৈ, হেম হাজৰিকাৰ প্ৰেৰণাৰ এয়া পৰিণতি। ক্ষমাপ্ৰাৰ্থী আমি সমস্ত ভুল ভ্ৰান্তিৰ বাবে। নতশিৰ সেই সকলৰ ওচৰত, স্থানাভাৱত বা স্মৃতি বিভ্ৰমত এই মুহূৰ্তত যিসকলৰ নাম মনলৈ অহা নাই। মনলৈ আহিছে তথাপিও মোৰ চাৰিজন অশীতিপৰ 'ককা-বন্ধু', বৰহাটৰ প্ৰয়াত শশী ফুকন চাৰ, শিৱসাগৰৰ প্ৰয়াত ডা. তাৰানাথ দাস, খোৱাঙৰ প্ৰয়াত মদন বৰুৱা আৰু দক্ষিণ হেঙেৰাৰ (প্ৰয়াত) যদুনাথ হাজৰিকাৰ কথা। কৃতজ্ঞতাৰ গধুৰ ভাৰ প্ৰাপ্য গুৱাহাটীৰ বিশিষ্ট মনস্তাত্ত্বিক-চিকিৎসক ডা. পংকজ লোচন শৰ্মা আৰু লীলাৱতী বৌৱো, তেখেতসকলে অহৰহ কৰি অহা সহায়-সাৰথিৰ বাবে।

অন্তৰা শৰ্মা, সুনীল বৰা, শেহলৈ কৃষ্ণা দত্তয়ো আমাৰ অন্তহীন ফাই-ফৰ্মাচ খাটি সহায় কৰিছে। প্ৰকাশৰ সময়ত সৃষ্টি হোৱা অৰ্থ সংকট মিটাবলৈ বিনাবাক্যব্যয়ে যিসকল ওলাই আহিল, মোৰ চিৰকলীয়া শুভাকাংক্ষী বিপুল হাজৰিকা, হীৰেন হাজৰিকা, কৃষ্ণকান্ত গগৈ, অনিল শৰ্মাৰ উপৰিও ব্যক্তিগত কোনো চিনাকিয়েই নথকা দেৱজিৎ নাথ ঃ এখেতসকলৰ সহায় অবিহনে গ্ৰন্থখনৰ প্ৰকাশেই সম্ভৱ নহ'লহেঁতেন। 'প্ৰিণ্ট বৰ্ল্ড'ৰ স্বত্বাধিকাৰ ৰাজকুমাৰ দত্তৰ এবছৰ জোৰা প্ৰচেষ্টা আৰু অন্ততঃ সপ্তাহজোৰা বিনিদ্ৰ ৰজনীৰ অন্তত এই গ্ৰন্থই পোহৰৰ মুখ দেখিছে; তেওঁক 'ভাই' বুলি এটা আলিংগণৰ বাহিৰে আৰু কি দিম! বেটুপাতৰ বাবে ছবি তোলা কৃষ্ণগোপাল শইকীয়া আৰু 'প্ৰিণ্ট বৰ্ল্ড'ৰ দিলীপ, লগতে দাদু, মাইনা, সপোন, অভিজিত, মাধুৰ্য, প্ৰণৱহঁতৰ বহুত পৰিশ্ৰমৰ কথা নেপাহৰোঁ। এই গ্ৰন্থ থেচিচ হিচাপে টাইপ কৰাৰ সময়ত আৰু বহু বিনিদ্ৰ ৰজনী কটোৱা উজ্জ্বল বৰাকো পুনৰ পুনৰ সুঁৱৰিছোঁ।

সান্ত্বনা শতদল,

শেষত কোৱা কাৰণেই তোমাৰ ভূমিকা কম নাছিল কোনোগুণে। সঁচা কথা ক'বলৈ গ'লে আমাৰ বিয়াৰ আগে-পাছে যোৱা ডেৰটা দশকত, বিশেষকৈ আমাৰ যুগ্ম জীৱনৰ ডেৰটা বছৰত এই গ্ৰন্থখনেই আছিল আমাৰ সন্তানৰ দৰে। মই যদি তাৰ পিতৃ, তুমি তেনেহ'লে তাৰ মাতৃ। ইয়াত আমাৰ দুয়োৰে তেজ মঙহৰ গোন্ধ আছে। যোৱা পোন্ধৰটা বছৰত সৌৰভদা-ডিম্বেশ্বৰৰ দৰে আমাৰ অলেখ সতীৰ্থৰ অশ্ৰুসিক্ত স্মৃতিৰে ইয়াৰ প্ৰতিটো শব্দৰ ৰচনাত তুমি সংগ দিছা, কত তথ্য সংগ্ৰহ কৰিছা, কত টুকিছা, কত অন্তহীন তৰ্ক-বিতৰ্ক-আলোচনা-সমালোচনাৰে ই যে উমাল সজীৱ! তোমাৰ চল্লিশতম্ জন্ম দিৱসৰ প্ৰাক্ক্ষণত তোমাৰ বেটুপাতৰ ডিজাইনেৰে

এয়া লোৱা তোমাৰ সন্তানক আৰু সেই গানটো গোৱা ঃ বাংলাদেশৰ মুক্তি সংগ্ৰামৰ শ্বহীদসকলক লৈ ৰুণা লায়লাই গোৱা তোমাৰ প্ৰিয়, মোৰ প্ৰিয়, সৌৰভ দাৰো প্ৰিয় এই গীতটি ঃ

*প্ৰতিদিন পূব দিগন্তে লাল সূৰ্য উঠে / হাসি ছড়িয়ে / কাজলদীঘিৰ শান্ত বুকে লাল পদ্ম ফোটে / শোভা ছড়িয়ে / পাখি আমায় প্ৰাণেৰ ভাষায় ব্যাকুল ডাকে / সূৰ্যোদয়ে শহিদেৰ খুন জড়িয়ে থাকে। / পাখির কাছে, সূৰ্যোদয়ের কাছে, / স্বপ্ন চাওয়া একটি পাখির কাছে / আমাৰ অনেক ঋণ আছে।*

স্বদেশ-স্বজাতি-শ্বহীদৰ প্ৰতি ৰক্তঋণ শোধ কৰাৰ এয়া এক বিনম্ৰ প্ৰচেষ্টা মাথোঁ।

এয়ে নিবেদন,

ইতি

স্নেহধন্য

০৮-১২-২০০৬ — দে.শ. / ব্ৰত

মালৌ আলি, যোৰহাট — (দেৱব্ৰত শৰ্মা)

---

# দ্বিতীয় প্ৰকাশৰ প্ৰাক্‌মুহূৰ্তত

জাতীয়তাবাদী, বাওঁপন্থী, গণতন্ত্ৰী, জনগোষ্ঠীগত সংগ্ৰামৰ সংগ্ৰামীসকলে গ্ৰন্থখনলৈ ইমান উমাল সঁহাৰি দিলে যে ডেৰমাহৰ ভিতৰত ইয়াৰ প্ৰথম প্ৰকাশ শেষ হৈ থাকিল (পুথিভঁৰাল সংস্কৰণৰ কিছু কপি বাদ দি)। সেয়েহে দুমাহ সম্পূৰ্ণ নৌহওঁতেই দ্বিতীয় প্ৰকাশ কৰিব লগা হ'ল। এই প্ৰকাশৰ বাবে আৰ্থিক সহযোগ আগবঢ়োৱা ড° ডম্বৰুধৰ নাথ, অজিত গোস্বামী, প্ৰশান্ত বৰুৱা, নাৰায়ণ গগৈ, পাৰুল ফুকন, অনিল শৰ্মা আৰু সান্ত্বনা শৰ্মাক আন্তৰিক ধন্যবাদ যাচিছোঁ। বাইজৰ অব্যাহত সঁহাৰিয়ে আমাক প্ৰেৰণা যোগাব পৰৱৰ্তী সংস্কৰণ আৰু দ্বিতীয় খণ্ডৰ বাবে।

নেতাজী জয়ন্তী, ২০০৭, — দেশ/ব্ৰত (দেৱব্ৰত শৰ্মা)

মালৌ আলি, যোৰহাট

---

# তৃতীয় প্ৰকাশৰ প্ৰাক্‌মুহূৰ্তত

দ্বিতীয় প্ৰকাশৰ কিতাপখিনি কেতিয়াবাই শেষ হ'ল। শুভাকাংক্ষীসকলৰ দাবীটো আছিলেই পাছে ধনৰ অভাৱত তৃতীয় প্ৰকাশ সম্ভৱ হৈ উঠা নাছিল। সেই ক্ষেত্ৰত বিশেষ দায়িত্ব ল'বলৈ পুনৰ আগবাঢ়ি আহিল আপোন ককাইদেউৰ দৰে পুলিন ফুকন, অৰ্দ্ধাংগিনী সান্ত্বনা; ঋণ আগবঢ়াই ঋণী কৰিলে অসম জাতীয় প্ৰকাশে। এই প্ৰকাশত বৰ্ণাশুদ্ধিৰ উপৰিও কিছু শেহতীয়া কথাৰ সংযোজন কৰা হৈছে। তাতোকৈ গুৰুত্বপূৰ্ণ সংযোজন হ'ল শেহতীয়া নাম-তালিকা আৰু বিষয়-তালিকা নামৰ নিৰ্ঘণ্ট দুখন।

আখৰা ঘৰ, মালৌআলি — দেশ/ব্ৰত (দেৱব্ৰত শৰ্মা)

যোৰহাট, ৭৮৫০০১-১৫ — ১৫-১১-০৮, বীৰসা মুণ্ডা দিৱস

## সূচীপত্ৰ

# সূচীপত্ৰ

### প্ৰথম অধ্যায়

# জন্ম-যন্ত্ৰণা নে মৃত্যু-কাতৰতা?

*When used for murder, the hammer is no doubt a weapon; when used for building a house, it is a constructive tool. Nationalism considered as a vindicator of a particular culture is morally neutral; considered as a movement against national oppression, it has a positive moral content; considered as a vehicle of aggression, it is morally indefensible*[১]

*(হত্যাৰ বাবে ব্যৱহাৰ কৰিলে হাতুৰীটো অৱশ্যেই এটা অস্ত্ৰ; কিন্তু ঘৰ সজাত ব্যৱহাৰ কৰিলে সিয়েই হৈ পৰে নিৰ্মাণৰ সঁজুলি। জাতীয়তাবাদক যদি কোনো এটা বিশেষ সংস্কৃতিৰ শুদ্ধতাৰ সূচক বুলি ধৰা হয়, তেনেহ'লে সি নৈতিকভাৱে নিৰপেক্ষ; আকৌ জাতীয় নিপীড়ন বিৰোধী আন্দোলন বুলি ধৰিলে তাৰ এক ইতিবাচক নৈতিক সাৰমৰ্ম আছে; আনহাতে পৰৰ ওপৰত আক্ৰমণৰ হাতিয়াৰ হিচাপে ব্যৱহাৰ কৰিলে ইয়েই হৈ পৰে নৈতিক-সমৰ্থনৰ অযোগ্য।)*

## ঐতিহাসিক প্ৰেক্ষাপট

ভৌগলিক, ৰাজনৈতিক আৰু সাংস্কৃতিক ভাৱে অসম হৈছে ভাৰতৰ এক সীমান্ত প্ৰদেশ। বহুবোৰ কাৰণতে ই বৃহত্তৰ ভাৰতীয় সভ্যতাৰ এক প্ৰান্তিক অংশ হৈয়েই থাকিল। প্ৰাক্-ব্ৰিটিছ অসম কাহানিও অৰ্থনৈতিক দিশৰ পৰা বৃহত্তৰ ভাৰতীয় শাসকবৃন্দৰ বাবে আগ্ৰহৰ বিষয় নাছিল। কাৰণ সামন্তীয় আৰু প্ৰাক্-সামন্তীয় উৎপাদন পদ্ধতিৰ ফলত সেই সময়ৰ অসম আছিল নিতান্তই নিম্ন উৎপাদনশীল। সেয়া আছিল একধৰণৰ 'প্ৰাকৃতিক অৰ্থনীতি' য'ত মানুহে মাত্ৰ পেটে-ভাতে খাই থাকিব পাৰিছিল আৰু য'ত বজাৰৰ বাবে বাহি উৎপাদন বুলিবলৈ একো নাছিল। দাসৰ কিনা-বেচা, ঝুমখেতি আদি তেতিয়াও চলি আছিল। অৱশ্যে সেইবোৰ অৰ্থনীতিৰ প্ৰধান ধাৰা নাছিল। লেখত ল'বলগীয়া ধৰণৰ মুদ্ৰা আৰু পণ্যৰ সঞ্চালনো নাছিল।

---

(১) Horace B Davis : Towards a Marxist Theory of Nationalism, p.31

বুর্জোৱা বিকাশৰ পথ মোকলাব পৰা স্থানীয় উদ্যম প্ৰাথমিক পৰ্য্যায়তো আছিল নে নাছিল, সেয়া অৱশ্যে এতিয়াও বিতংকৈ জানিবলৈ বাকী আছে। এটা কথা পাছে খাটাং যে কোনো স্থানীয় ব্যৱসায়ী বা বণিক জাতি-বৰ্ণ অসমত নাছিল। তথাপি নামনি অসমৰ বৰপেটাৰ দৰে ঠাইত এক দুৰ্বল বাণিজ্যিক স্বাৰ্থৰ উকমুকনি পৰিলক্ষিত হৈছিল। চান্দ সদাগৰৰ কিম্বদন্তী, অথবা নাৰায়ণ দাস ঠাকুৰ আতাৰ কাহিনী, নাইবা বৰপেটা সত্ৰৰ হাটীয়াৰ পুঁজিৰ তথ্যই তেনে উকমুকনিৰে ইংগিত বহন কৰে। সি যিয়েই নহওক লাগিলে, এইটো ধ্ৰুৱপ যে প্ৰাক্-ব্ৰিটিছ অসমৰ অৰ্থনীতি এক শক্তিশালী, ব্যাপক, উদ্বৃত্ত-উৎপাদক অৰ্থনীতি মুঠেও নাছিল।

সেয়েই যদি হয়, তেনেহ'লে দিল্লীৰ সম্ৰাটবৃন্দই অসমক বাৰম্বাৰ আক্ৰমণ কৰিছিল কিয়? ইয়াৰ উত্তৰ এইটোৱেই যে অসম আছিল ৰণনৈতিকভাৱে গুৰুত্বপূৰ্ণ, আৰু গোৱালপাৰা আৰু গুৱাহাটী আছিল লোভনীয় আৰু লাভদায়ক নদী-বন্দৰ। চীন-তিব্বতীয় বাণিজ্যৰ লগতো ইয়াৰ সুদূৰপ্ৰসাৰী সম্পৰ্ক আছিল; তদুপৰি অসম প্ৰাকৃতিক সম্পদতো চহকী আছিল।

কিন্তু অসমৰ বিশেষ ভৌগলিক অৱস্থান আৰু ইয়াৰ বৈশিষ্ট্যপূৰ্ণ প্ৰাকৃতিক পৰিবেশৰ বাবে মোগলে অসম দেশখন দীৰ্ঘদিনৰ বাবে দখল কৰি ৰাখিব নোৱাৰিছিল। অসমৰ আহোমসকলৰ অ-স্থায়ী (non-standing), অপেশাদাৰ সৈন্য বাহিনীয়ে গ্ৰহণ কৰা গেৰিলা কৌশলে মোগলৰ বিজয়ী সেনাপতি মীৰজুমলাক শোচনীয় দুৰ্দশাত পেলাইছিল। মীৰজুমলাৰ অসম এৰিবলৈ তত-ভত হেৰাইছিল।

আগ্ৰাসনেৰে অসমক ভাৰতৰ লগত ৰাজনৈতিকভাৱে সাঙুৰি পেলোৱাটো সেয়েহে সহজে সম্ভৱ হৈ নুঠিছিল। ৰাজনৈতিক সংহতিৰ এই অভাৱৰ ফলতে ব্ৰিটিছৰ আগমনৰ আগতে অসম বৃহত্তৰ ভাৰতীয় সাম্ৰাজ্যৰ প্ৰকৃতাৰ্থত অংগ নাছিল। এনে দুৰ্বল বন্ধনৰ আন কেতবোৰ গুৰুতৰ আৰ্থ-সামাজিক কাৰকো আছিল। গংগা উপত্যকাত গঢ় লোৱা সংস্কৃতায়ন আন্দোলনৰ টো এই দূৰৱৰ্তী প্ৰান্ত আহি পোৱাৰ আগতেই স্তিমিত হৈ পৰিছিল। কেৱল ভৌগলিক দূৰত্বৰ ফলতেই এনে ঘটা নাছিল। ইয়াৰ আঁৰত আছিল অসমৰ থলুৱা সমত্ববাদী, জাতিবৰ্ণ বহিৰ্ভূত সামাজিক পৰম্পৰাসমূহো। তাৰ বিপৰীতে স্থায়ী কৃষিপদ্ধতিৰ বিস্তাৰৰ সমানুপাতিকভাৱে উত্তৰ ভাৰতীয় সংস্কৃতায়ন আন্দোলনটোৰ বিস্তৃতি ঘটিছিল। এই আন্দোলনে আত্মীকৰণৰ যি জটিল আৰু দীৰ্ঘায়ত প্ৰক্ৰিয়াৰ সূচনা কৰিছিল, তাৰ বাবে প্ৰয়োজন হৈছিল এক নতুন উপৰিকাঠামো (superstructure) আত্মস্থ (internalise) কৰি লোৱাৰ। এইটো আছিল এক সামন্তীয় উপৰিকাঠামো। ভাৰতীয় সামন্তবাদৰ চালিকা মতাদৰ্শ ব্ৰাহ্মণ্যবাদে এহাতেদি কৰে বিভাজন, আৰু আনহাতে কৰে স্তৰবিন্যাস। ইয়েই ৰাইজখনক দুহেজাৰতকৈ বেছি জাতি-বৰ্ণত বিভাজন কৰিছিল আৰু এটাৰ ওপৰত আনটোক থৰেথৰে সজাইছিল। আনকি সংস্কৃতায়ন আন্দোলনৰ বিশালতায়ো এই বিভাজনবোৰ অতিক্ৰম কৰিবলৈ বিচৰা নাছিল। এক প্ৰাণৱন্ত, স্বাধীন আৰু স্থানীয় পুঁজিবাদৰ বিকাশ হোৱা হ'লে এই বিভাজনবোৰ হয়তো সম্পূৰ্ণভাৱে নহ'লেও আংশিকভাৱে লোপ পালেহেঁতেন। কিন্তু ইতিহাসৰ বায় আছিল বেলেগ ধৰণৰ। নিজৰ ঐক্যক সংহত কৰিবলৈ গোৱাৰ আগতেই ভাৰত পৰিণত হ'ল এখন পৰাধীন, ঔপনিবেশিক ৰাষ্ট্ৰত। ব্ৰিটিছ সাম্ৰাজ্যবাদীইঁতে ইয়াত মানুহৰ মাজত ইতিমধ্যে বিদ্যমান সমস্ত

ধৰণৰ বিভাজনক লালন পালনতো কৰিলেই, তদুপৰি নিত্যনতুন আৰু বহু বিভাজনৰ কৌশল সিহঁতে পাঙি উলিয়ালে। সেইবোৰ কুটিল আৰু জটিল উপায়েৰে সিহঁতে দেশৰ মানুহক অনুবীক্ষণেৰে মনিব নোৱাৰা ক্ষুদ্ৰাতিক্ষুদ্ৰ গোটত বিভক্ত কৰিলে। এনেকৈয়ে ব্ৰাহ্মণ্যবাদী-সামন্তবাদ পৰিণত হ'ল ব্ৰিটিছ সাম্ৰাজ্যবাদৰ হাতখৰী লিগিৰীত। ঘৃণা আৰু বিদ্বেষৰ ৰাজ কায়েম কৰি ইহঁতে দেশখনৰ জাতিগঠন প্ৰক্ৰিয়াটোকে বাৰুকৈ অন্তৰ্ঘাত কৰিলে।

আগতেই কৈ আহিছোঁ যে মূল ভূমিখণ্ডৰ সংস্কৃতায়ন প্ৰক্ৰিয়াৰ লগত অসমৰ পৰিচয় পলম হোৱাৰ অন্যতম কাৰণ আছিল দেশখনৰ সুদূৰ পূব প্ৰান্তত ইয়াৰ ভৌগলিক অৱস্থিতি। যদিও প্ৰাচীন কামৰূপ সাম্ৰাজ্যই জনজাতি পৰম্পৰাৰ সৈতে সংস্কৃতায়নৰ সুন্দৰ সমন্বয় ঘটাইছিল তথাপি দ্বিতীয়টোৱে প্ৰথমটোক কাহানিও লীন নিয়াব নোৱাৰিছিল। কৃষিৰ ক্ষেত্ৰত বহু পাহাৰীয়ে ঝুমখেতি অৰ্থাৎ অস্থায়ী কৃষি পদ্ধতি চলি আহিছিল। ইয়াৰ লগতে সাঙোৰ খাই আছিল এক অবিকশিত শ্ৰমবিভাজন প্ৰক্ৰিয়া আৰু অগণিত জনজাতীয় আৰু অৰ্ধজনজাতীয় গোটৰ অস্তিত্ব। এনেবোৰ গোটে তিব্বত-বৰ্মীয়, অষ্ট্ৰিক আৰু আন কেতবোৰ অনিৰ্দিষ্ট ভাষা কৈছিল। অসমত জাতি গঠনৰ আধাৰশিলা পাছে ব্ৰাহ্মণ্যবাদ বা সংস্কৃতায়নে প্ৰতিষ্ঠা কৰা নাছিল। কৰিছিল সম্পূৰ্ণ এটা পৃথক পক্ষই। সেয়া আছিল দক্ষিণ-পূব এচিয়া হৈ চীনৰ পৰা অহা আহোমসকল। ভাষিকভাৱে তাই-পৰিয়ালৰ সদস্য আহোমসকলে লগত বেছি সংখ্যক নাৰী অনা নাছিল। তেওঁলোকে স্থানীয় জনজাতীয়, অৰ্ধ-জনজাতীয় সম্প্ৰদায়বোৰৰ লগত ব্যাপকভাৱে বৈবাহিক সম্পৰ্কত আবদ্ধ হৈছিল। এনেকৈয়ে আহোমসকল অচিৰেই এক সংহতকাৰী ভূমিকাত অৱতীৰ্ণ হৈছিল।

আহোমসকলৰ সেই সংহতকাৰী ভূমিকাৰ কথা একাষৰীয়াকৈ থৈ আমি প্ৰথমেই তেওঁলোকৰ ৰাষ্ট্ৰ আৰু সমাজৰ বৈশিষ্ট্যসমূহত দৃষ্টিপাত কৰিব খোজোঁ। আমি আহোম-ৰাষ্ট্ৰক পোনচাতেই সামন্তবাদ বুলি সাধাৰণীকৰণ কৰিব নোখোজোঁ। কাৰণ তেনে সাধাৰণীকৰণে ইয়াক ধ্ৰুপদী (classical) ইউৰোপীয় সামন্তবাদৰ লগত একাকাৰ কৰি পেলাব। সেয়েহে আমি ইয়াক দক্ষিণাভিত্তিক/কৰদ সম্পৰ্কৰ সামন্তবাদ (Feudalism with a tributory mode) বুলিম।

এই ধাৰণাটো বিখ্যাত ফৰাচী মাৰ্ক্সবাদী চমিৰ আমিনৰ। চমিৰ আমিনৰ দক্ষিণাভিত্তিক বা কৰদ সম্পৰ্কৰ (Tributory mode) চাৰিটা মৌলিক বৈশিষ্ট্য আছে। সেইবোৰ হ'ল (১) অনা-অৰ্থনৈতিক উপায়েৰে উদ্বৃত্ত (বা ৰাহি) আহৰণ (২) বিনিময় মূল্যৰ বিপৰীতে ব্যৱহাৰ মূল্যৰ ভিত্তিত উৎপাদনৰ মূল সংগঠন ; বিনিময় বিহীন প্ৰাকৃতিক/স্বাভাৱিক অৰ্থনীতি (অৱশ্যে তেনে অৰ্থনীতিত হস্তান্তৰ আৰু পুনৰ-বিতৰণ চলি থাকে) (৩) উপৰিকাঠামো (superstructure) বা মতাদৰ্শৰ প্ৰভুত্ব, আৰু (৪) সুস্থিৰতা আৰু অচলাৱস্থাৰ আৱিৰ্ভাৱ; ব্যৱহাৰ মূল্যৰ প্ৰাধান্য।[২]

এই ক্ষেত্ৰত আমিনে কৰা আন এক গুৰুত্বপূৰ্ণ পৰ্যবেক্ষণৰ বিষয় হৈছে দাসত্ব। উল্লেখযোগ্য যে অসমত ডাঃ ধ্ৰুৱজ্যোতি বৰা আৰু তেওঁৰ সমৰ্থক সকলে আহোম ব্যৱস্থাটোক

(২) Samir Amin : Class and Nation, Historically and in the Present Crisis, pp 50-53

দাস ব্যৱস্থা আখ্যা দি আহিছে। ডাঃ ববাই এই প্ৰসংগত এনেদৰে কৈ আহিছে ঃ

*অসমৰ সমাজত দাস সমাজৰ মাজৰ স্তৰটো গঢ়ি নুঠাকৈ বা দাস সমাজৰ উপাদানসমূহৰ ভূমিকা নোহোৱাকৈয়ে আদিম গোষ্ঠী সমাজৰ মাজৰ পৰাই সামন্ততন্ত্ৰৰ উদ্ভৱ হৈছিল বোলাটো ভুল হ'ব। .......... এই কথা ঠিক যে চিৰাচৰিত বা ক্লাচিকেল দাস সমাজৰ লগত এই ব্যৱস্থাসমূহৰ বহু ৰূপভেদ আৰু পৰিমাণ ভেদ আছিল ; কিন্তু সেইবুলি দাস সমাজৰ উপাদান গঢ়ি নুঠাকৈ অসমত আদিম গোষ্ঠীসমাজৰ মাজৰপৰা সামন্ততন্ত্ৰৰ উৎপত্তিৰ তত্ত্ব যিসকলে উত্থাপন কৰে তেওঁলোকে অসমৰ সমাজবিকাশৰ এটা গুৰুত্বপূৰ্ণ ধাৰা হেৰুৱাই পেলায় আৰু পাছৰকালে সামাজিক ইতিহাস অধ্যয়নৰ ক্ষেত্ৰত অসুবিধা পাই তথ্যৰ ওপৰত ভিত্তি নকৰাকৈ মনেসজা ধাৰণাৰে আহুকলীয়া ঐতিহাসিক বিশ্লেষণ আৰু তত্ত্বৰ সৃষ্টি কৰে।*[৩]

'আদিম সাম্যবাদৰ পাছত দাসব্যৱস্থা, তাৰ পাছত সামন্তবাদ, তাৰ পাছত পুঁজিবাদ - তাৰপাছতহে সমাজবাদ', প্লেখানভৰ এই অমাৰ্ক্সীয় তত্ত্বৰ লগত ডাঃ ববাৰ তত্ত্বৰ সাদৃশ্য স্পষ্ট। উল্লেখযোগ্য যে স্বয়ং মাৰ্ক্স আৰু এংগেলচে কমিউনিষ্ট ইস্তাহাৰৰ ৰুচ সংস্কৰণৰ পাতনিত স্পষ্টভাৱে কৈছিল ঃ

*The Communist Manifesto had as its object the proclamation of the inevitably impending dissolution of modern bourgeois property. But in Russia we find, face to face with the rapidly developing capitalist swindle, and bourgeois landed property, just beginning to develop, more than half the land owned in common by the peasants. Now, the question is, can the Russian* obshchina* *though greatly undermined, yet a form of the primeval common ownership of land, pass directly to the higher form of communist common ownership? Or, on the contrary, must it first pass through the same process of dissolution as it constitutes the historical evolution of the West?*

***The only answer to that possible today is this: If the Russian Revolution becomes the signal for a proletarian revolution in the West, so that both complement each other, the present Russian common ownership of land may serve as the starting point for a communist development.***[৪] (ডাঙৰ হৰফ আমাৰ)

কিন্তু মাৰ্ক্সবাদৰ নামত প্লেখানভৰ তত্ত্ব চলাবলৈ বিচৰা ডাঃ ববাই অসমতো আদিম সাম্যবাদৰ পাছত দাস ব্যৱস্থা, তাৰ পাছত সামন্তবাদ, তাৰ পাছত পুঁজিবাদৰ মাৰ্ক্সবাদ বিৰোধী

---

(৩) মোৱামৰীয়া গণ অভ্যুত্থান, নলবাৰী, পৃ ১৩

(৪) Karl Marx & Frederick Engels: *Preface to the Russian Edition* of 1882, *Manifesto of the Communist Party* in K. Marx & Engels Selected Works, Vol-I, p.100,

* অবশ্চিনা ঃ উক্ত গ্ৰন্থৰ সম্পাদকৰ মতে অবশ্চিনা হৈছে এটা গ্ৰাম্য-সম্প্ৰদায়।

তন্ত্ৰ চলাবলৈ উদ্‌গ্ৰীৱ। সেয়েহে তেওঁ ওপৰত দেখুৱাৰ দৰে জোৰজবৰদস্তি কৰি অসমত দাস-ব্যৱস্থা বা দাস-ব্যৱস্থাৰ নিচিনা ব্যৱস্থা আৱিষ্কাৰ কৰিছে আৰু তাক আহোম ব্যৱস্থাৰ ওপৰত জাপি দিছে। সেয়েহে তেওঁ আহোম শাসন ব্যৱস্থাত দাসশ্ৰমৰ ব্যাপক ব্যৱহাৰ দেখা পাইছে, আহোম সকল যিখন সমাজৰ বুকুৰ পৰা অসমলৈ আহিছিল, সেইখন সমাজত বেছ বহলভাৱেই দাস-শ্ৰমৰ ব্যৱহাৰ হৈছিল বুলি আমাক জনাইছে। আৰু আনকি 'অসমলৈ অহাৰ আগতেই (থাইলেণ্ডত?) আহোমসকলৰ পূৰ্বপুৰুষসকলৰ সমাজত নানা জনগোষ্ঠীৰ দাস আছিল' বুলি খবৰ দি আমাক চমৎকৃত কৰিছে। সেয়েহে আহোম ব্যৱস্থা আৰু দাসপ্ৰথাৰ মাজত কিবা পাৰ্থক্য থাকিলেও সি খুবেই ক্ষীণ বুলি তেওঁ দ্ব্যৰ্থহীন কণ্ঠত ঘোষণা কৰিছে।[৫]

এনে যান্ত্ৰিক মতামতৰ বিপৰীতে বিশিষ্ট ফৰাচী মাৰ্ক্সবাদী চমিৰ আমিনৰ মতামত প্ৰণিধানযোগ্য। আমিনে কয়ঃ

*Slavery is not an autonomous mode of production. ...**The existence of slavery does not necessarily imply a slave mode, which would mean a relation of exploitation of the slave.** But this relation is exceptional and in general appears only where slaves produce a commodity for their masters. The slave mode is therefore associated with another dominant mode of production: either a communal mode(lineage) or a tributory mode (Classical antiquity) , or a capitalist mode(the United States in the nineteenth century).*[৬] (ডাঙৰ হৰফ আমাৰ)

আহোম ব্যৱস্থাক দাস ব্যৱস্থা আখ্যা দিলে সেয়েহে অসমৰ ইতিহাসৰ অধ্যয়নত গুৰুতৰ ভ্ৰান্তি হোৱাৰ সম্ভাৱনা। কাৰণ এটা ব্যৱস্থাত কিছুসংখ্যক (বা বহু সংখ্যক) দাস-দাসী থকা, আৰু উৎপাদনৰ প্ৰধান কামবোৰ দাস-শ্ৰমৰ জৰিয়তে হোৱাৰ মাজত মৌলিক পাৰ্থক্য আছে। সাধাৰণভাৱে আমি অৱশ্যে আহোম ব্যৱস্থাক সামন্তবাদ আখ্যা দিব পাৰোঁ। কিন্তু কেৱল এই শব্দটোৱেই আহোম ব্যৱস্থাটোৰ বৈশিষ্ট্য আৰু অনন্যতা প্ৰতিফলিত কৰিবলৈ সক্ষম নহয়। এইখিনিতে উল্লেখযোগ্য যে ড° অমলেন্দু গুহই ১৫ শতিকাৰ শেষলৈকে আহোম-ব্যৱস্থাটো জনজাতীয় চৰিত্ৰৰ আছিল বুলি কৈছে। ১৭ শতিকাৰ আগছোৱাৰ পৰা সামন্তবাদৰ বিকাশ ঘটিলেও পূৰ্বৰ জনজাতীয় ব্যৱস্থাৰ বেশ বহুদিনলৈকে স্পষ্ট হৈ আছিল; এয়াই ড° গুহৰ যুক্তি।[৭]

আনহাতে ড° হীৰেন গোহাঁয়ে আঙুলিয়াই দিছে যে অসমত এক পাহলবা জনজাতীয় সমাজৰ ভেটিতে সামন্তবাদৰ বুনিয়াদ প্ৰতিষ্ঠা কৰা হৈছিল, ইয়াৰ বৈশিষ্ট্য আছিল বিশেষীকৰণ তথা শ্ৰমবিভাজনৰ অনুপস্থিতি। আহোমসকলে জাতি বৰ্ণ ব্যৱস্থাৰ জৰিয়তে উদ্বৃত্ত আহৰণ

---

(৫) মোৱামৰীয়া গণ অভ্যুত্থান, পৃ- ২৩, ৩৫

(৬) Class and Nation : Historically and in the Present Crisis, pp- 100-1

(৭) বৈষ্ণৱবাদৰ পৰা মোৱামৰীয়া বিদ্ৰোহলৈ, পৃ- ২৮

কৰা নাছিল। তাৰ সলনি তেওঁলোকে ড° গোঁহাইৰ ভাষাত এক আমোলাতান্ত্ৰিক সামন্তীয় (bureaucratic feudal) ব্যৱস্থা গঢ়ি তুলিছিল।[৮]

সেয়েহে আমি যেতিয়া 'কৰদ সম্পৰ্ক ভিত্তিক সামন্তবাদ' (feudalism with a tributory mode) আখ্যাটো ব্যৱহাৰ কৰিবলৈ সিদ্ধান্ত লওঁ, তেতিয়া আমি আশা কৰোঁ যে ড° গুহ আৰু ড° গোঁহাইৰ মূল যুক্তিখিনি এই আখ্যাই সামৰি ল'ব। কাৰণ এনে ব্যৱস্থাই এহাতেদি জনজাতীয় অৱশেষখিনিবো বেঙুণি দিয়ে আৰু আনহাতে কৰদ (tribute) আহৰণৰ প্ৰক্ৰিয়াটোৰ বাবে প্ৰয়োজনীয় এক আমোলাতান্ত্ৰিক কাঠামোৰ কথাও স্বীকাৰ কৰে।

আহোম ব্যৱস্থাত সাতটা অভিজাত বংশই আহোম ৰাজতন্ত্ৰৰ প্ৰতিষ্ঠাতা চ্যুকাফাৰ বংশধৰসকলৰ মাজৰপৰা এজনক ৰজা হিচাপে নিৰ্বাচন কৰি ৰাজ্য চলাইছিল। এই সাতটা ৰজাঘৰীয়া বংশৰ উমৈহতীয়া মত সাপেক্ষে 'স্বৰ্গদেৱে' সাৰ্বভৌম ক্ষমতা উপভোগ কৰিছিল। আহোম সকলে বিভিন্ন স্থানীয় জনজাতিক বশ মনাইছিল আৰু সিসকলক ৰাষ্ট্ৰৰ প্ৰতি দক্ষিণা-কৰ (tribute) আদায় দিবলৈ বাধ্য কৰিছিল। কিন্তু এই জনজাতিসকলে তেওঁলোকৰ সাংস্কৃতিক আৰু ধৰ্মীয় জীৱনত একধৰণৰ স্বায়ত্ত শাসন বা আত্মনিৰ্ধাৰণৰ সুযোগ লাভ কৰিছিল। দক্ষিণা-কৰ (tribute) খিনি সাধাৰণতে নগদ ধনেৰে আদায় দিয়া নহৈছিল। তাৰ পৰিৱৰ্তে কেতিয়াবা দিব লগা হৈছিল হাতী, সোণৰ দৰে প্ৰাকৃতিক সম্পদ, আৰু সাধাৰণতেই ইয়াৰ মাধ্যম আছিল শ্ৰম। এয়া আছিল একধৰণৰ 'কৰ্ভে' (Corvee) শ্ৰম।[৯] এই শ্ৰম সুবিধাভোগী ডা-ডাঙৰীয়া আৰু চমুৱাসকলৰ বাদে আন সকলোৰে বাবে বাধ্যতামূলক আছিল। এই বিপুল পৰিমাণৰ সামাজিক শ্ৰমেৰে আহোম ৰাষ্ট্ৰই আলি আৰু মথাউৰি, জলসিঞ্চনৰ বাবে বৰপুখুৰী আৰু নলা, দুৰ্গ আৰু গড়ৰ এক বিৰাট আন্তঃগাঁথনি গঢ়ি তুলিছিল। এটা অৰ্থত সমগ্ৰ ভাৰততে আহোম সৈন্যবাহিনীটো আছিল অনন্য (অৱশ্যে চীন আৰু দক্ষিণ পূব এচিয়াত তেনে সেনা বহুতেই আছিল)। ই এটা স্থায়ী, পেশাদাৰ (standing, professional) সেনা বাহিনী নাছিল; তাৰ পৰিৱৰ্তে ই আছিল যুদ্ধৰ সময়ত খেতিয়ক সকলৰ মাজৰ পৰা গঠন কৰা আৰু শান্তিৰ সময়ত ঘৰে-ঘৰে পঠাই দিয়া ধৰণৰ এটা নিয়মিত (regular) সৈন্যবাহিনী। সেই বাবেই আহোম ৰাষ্ট্ৰই ৰাজকোষৰ ধন নভঙাকৈয়ে এনে এটা বিশাল বাহিনী চলাই ৰাখিব পাৰিছিল। পাইকৰ গোটবোৰে এনে সৈনিক যোগান ধৰিছিল। তেনে পাইক গোটবোৰ গঠন কৰা হৈছিল প্ৰথমতে তিনিজন আৰু পাছত চাৰিজনকৈ পাইকেৰে।

ড° মনোৰমা শৰ্মা আৰু ডা° প্ৰদীপজ্যোতি বৰাসকলে ক'ব বিচৰাৰ দৰে এই পাইকসকল কিন্তু ভূমিদাস বা দাস নাছিল।[১০] প্ৰতিজন পাইকে ২ পুৰাকৈ (৮ বিঘা = ২.৬৬ একৰ) মাটি উপভোগ কৰিছিল। সেই মাটিত অৱশ্যে তেওঁলোকৰ মালিকানা নাছিল। কিন্তু

(৮) কালজ্বৰ, পৃ-৫২

(৯) Oxford Advanced Learners' Dictionary, Oxford(1979), p. 195 ৰ মতে (In feudal times) 'a day's unpaid work which had to be done by French peasants.'আমি জোৰ দিব খোজোঁ যে এয়া দাস বা ভূমি দাসৰ শ্ৰম নাছিল, আছিল কৃষকৰ মূল্য আদায় নিদিয়া শ্ৰমহে।

(১০) Social and Economic Change in Assam : Middle Class Hegemony আৰু মোৱামৰীয়া গণ অভ্যুত্থান, পৃ-১৩,২৩,৩৫

কেৱল পাইকৰে কিয়, স্বয়ং স্বৰ্গদেউ আৰু ডা-ডাঙৰীয়াসকলবো তেওঁলোকে উপভোগ কৰা মাটিৰ ওপৰত জন্মগত উত্তৰাধিকাৰ নাছিল। সেয়া তেওঁলোকে পাইছিল খিতাপৰ বলেৰে। তেওঁলোক ৰাষ্ট্ৰৰ মালিক নাছিল; আছিল ইয়াৰ পৰিচালকহে। (স্বৰ্গদেউ বা) ডা-ডাঙৰীয়াসকলৰ মৃত্যু হ'লে বা তেওঁলোকৰ পদচ্যুতি হ'লে খিতাপৰ লগে লগে সেই মাটি বা সম্পত্তি ৰাষ্ট্ৰলৈ ঘূৰি গৈছিল স্বয়ংক্ৰিয়ভাৱেই। তেওঁলোকৰ সন্তান সন্ততিয়ে সেইবোৰ সুবিধা ভোগ কৰিব নোৱাৰিছিল।

অসমীয়া জাতিৰ আবিৰ্ভাৱৰ বাবে আহোমসকলে ক্ষেত্ৰ প্ৰস্তুত কৰিছিল আন এক ধৰণে। তেওঁলোকে উজনি অসমৰ বিস্তীৰ্ণ এলেকাত পথাৰত আলি দি শালি ধানৰ পানী-খেতি প্ৰবৰ্তন কৰিছিল। জনজাতিসকলৰ ঝুমখেতিৰ বিপৰীতে ই স্থায়ী কৃষি পদ্ধতিৰো সূচনা কৰিছিল। ভাৰতৰ মূল ভূমিখণ্ডত ব্ৰাহ্মণ সকলে ক্ষুদ্ৰ ক্ষুদ্ৰ ঝুমীয়া জনজাতিবোৰ ভাঙি স্থায়ী কৃষিপদ্ধতিৰ জৰিয়তে সুস্থিৰ জনসমাজৰ সূচনা কৰিছিল। উজনি অসমত এই ঐতিহাসিক দায়িত্ব কান্ধ পাতি ল'লে আহোমসকলে। যেনেকৈ নামনি অসমত সেই ভূমিকা পালন কৰিলে কোচসকলে। ফলস্বৰূপে যাযাবৰী, অঘৰী, ঝুমীয়া জনজাতিসকলৰ পেটেভাতে খোৱা সমাজ আৰু অৰ্থনীতিৰ ছবিখনে ৰহণ সলালে। তাৰ ঠাইত আমি এইবাৰ দেখা পালোঁ স্থায়ী কৃষি পদ্ধতি, স্থায়ী বসতি, আৰু সুনিৰ্দিষ্ট পৰিমাণৰ খাহি আৰু খাজনা। বাট মুকলি হ'ল কেন্দ্ৰীভূত ৰাষ্ট্ৰ গঠনৰ। ভৱিষ্যতৰ অসমীয়া জাতিসত্তাৰ শাহটো সু সংহত হ'ল।

এনেকৈয়ে আহোম ৰাষ্ট্ৰই এক সুস্থিৰ ভূখণ্ড, স্থায়ী কৃষিপদ্ধতি আৰু নিয়মিত সৈন্যবাহিনীয়ে প্ৰদান কৰা সুৰক্ষাৰে সৈতে ভৱিষ্যতৰ অসমীয়া জাতিসত্তাৰ আবিৰ্ভাৱৰ ক্ষেত্ৰ প্ৰস্তুত কৰিছিল। কিন্তু তাক মতাদৰ্শগত, সাংস্কৃতিক গভীৰতা আৰু সুষমতা প্ৰদান কৰাৰ কামটো শংকৰদেৱলৈ বাকী ৰৈছিল। ১৫-১৬ শতিকাৰ এই বৈষ্ণৱ ধৰ্মগুৰুজনৰ দ্বাৰা সূচনা হোৱা অসমৰ বৈষ্ণৱ আন্দোলনটো সৰ্বভাৰতীয় ভক্তি আন্দোলনৰ দ্বাৰা অনুপ্ৰাণিত আছিল। শংকৰদেৱৰ আন্দোলনে মধ্যযুগৰ মনোজগতত প্ৰবল আলোড়ন তুলিলে আৰু জনজাতীয় প্ৰতিৰোধৰ ভালেমান অন্তিম দুৰ্গক ভাঙি ভোঁৰাবি কালক্ৰমত অসমীয়া জাতিসত্তাৰ উদয়ৰ সম্ভাৱনাক সুনিশ্চিত কৰিলে। শংকৰদেৱে আধ্যাত্মিক পৰ্যায়ত ব্ৰাহ্মণ্যবাদী জাতি বৰ্ণৰ ক্ষয়ংকৰী প্ৰভাৱ প্ৰশমিত কৰিবলৈ চেষ্টা কৰিলেও সমাজ জীৱনত তেওঁ তাৰ সৈতে আপোচেই কৰিছিল। হ'লেও সেয়া অন্য এক প্ৰসংগ। সেয়া আমি সময়ত আলচ কৰিম।

শান্তি আৰু সুস্থিৰতাৰ এই ছবিখন পাছে স্থায়ী নহ'ল। কেউফালৰপৰা অহা অজস্ৰ নতুন প্ৰত্যাহ্বানে আহোম ৰাষ্ট্ৰক থৰে থৰে কঁপাই তুলিলে। সৃষ্টি হ'ল নিত্যনতুন সংঘৰ। এহাতে স্থানীয় জনজাতি গোটবোৰে বিচাৰিলে স্বাধীনতা, আৰু আনহাতে আহোমসকলৰ জাতিবৰ্ণবিহীন, কৰদ ভিত্তিক (tributory) পদ্ধতিৰ বিপৰীতে উত্তৰ ভাৰতীয় ধৰণৰ ব্ৰাহ্মণ্যবাদী সামন্তবাদে কঢ়িয়াই আনিলে প্ৰবল ভাবুকি। এটা বাওঁপন্থী ব্যাখ্যা অনুসৰি ঃ

*চোৰ পাছত চৌ তুলি এই অঞ্চলটোলৈ সংস্কৃত(সংস্কাৰ কৃত ঃ Sanskritised) মানুহৰ সোঁত ব'ব ধৰিলে। তেওঁলোকেই ১৫ আৰু ১৬ শতিকাৰ অসমীয়া সংস্কৃতায়ন আন্দোলনটোৰ দৰে স্থানীয় কৃষকৰ বিশাল সংস্কৃতায়ন আন্দোলনৰ চালিকা শক্তি হ'লহি।*

*আহোমসকলে নিজৰ শাসনক মজবুত কৰাৰ স্বাৰ্থতে প্ৰধানকৈ বংগ আৰু কনৌজৰ পৰা ভাৰতীয় সামন্তবাদৰ হোতা বহু সংখ্যক ব্ৰাহ্মণ আৰু আন বুদ্ধিজীৱীক আমদানি আৰু ব্যৱহাৰ কৰিছিল। এই অভিবাসী বুদ্ধিজীৱীসকলে এহাতে যেনেকৈ সংস্কৃতায়ন আন্দোলনটোক প্ৰবলতৰ কৰিলে, আনহাতে তেনেকৈ ৰাষ্ট্ৰ পৰিচালনা, কূটনীতি, ৰাজহ-সংগঠন, মতাদৰ্শ আৰু সামৰিক বিজ্ঞানৰ ক্ষেত্ৰত মূল্যবান বৰঙণি যোগালে। কিন্তু তৎসত্ত্বেও শেহলৈকে উৎপাদন সম্পৰ্ক যথেষ্ট পৰিমাণে সামন্তীয় হৈ নুঠিলগৈ। ফলত সূচনা হ'ল এক দীৰ্ঘস্থায়ী গৃহযুদ্ধৰ। এই যুদ্ধত এহাতে থাকিল ব্যাপক কৃষক জনগণ, আৰু আনহাতে থাকিল নৱবিকশিত সামন্তীয় উপাদানসমূহ, আৰু সিবিলাকৰ ধাৰক-বাহক আহোম ৰাজতন্ত্ৰ।*[১১]

এইলানি গৃহযুদ্ধই সংশ্লিষ্ট সকলো পক্ষৰ সমূহীয়া সৰ্বনাশ সাধিলে। সেই গৃহ যুদ্ধৰ গভীৰতা বুজিবলৈ আমি এটা ঘড়ী ব্যৱহাৰ কৰিব পাৰোঁ। অসমৰ পুৰণি সমাজ, অৰ্থনীতি আৰু ৰাজনীতি ছেদেলি ভেদেলি কৰি পেলোৱা মোৱামৰীয়া বিদ্ৰোহটো চলিছিল সুদীৰ্ঘ প্ৰায় চাৰি দশক জুৰি(১৭৬৯-১৮০৬)। এই চাৰি দশক জোৰা বিদ্ৰোহৰ প্ৰাক্‌মূহূৰ্তৰ ঘটনাৱাজি আছিল বিচিত্ৰ আৰু জটিল। এয়া আছিল এক ক্ষয়িষ্ণু সামন্তবাদৰ ক্ষয়ৰ অন্তিম পৰিণতি স্বৰূপে উদ্ভূত শ্ৰেণী, জনগোষ্ঠীগত তথা ধৰ্মীয় সংহতি বিভাজনৰ চৰম বিস্ফোৰণ, যি বিস্ফোৰণে দেখাত একাশ্ম (monolithic) যেন লগা পুৰণি গাঁথনিটোকে ধূলিত বগৰাই পেলালে।

মোৱামৰীয়া বিদ্ৰোহৰ সূচনাকাৰী হিচাপে কেতবোৰ সৰু সৰু ঘটনালৈ আঙুলিওৱা হয়। সেই ঘটনাবোৰ আছিল অত্যাচাৰী আহোম ডাঙৰীয়া কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ দ্বাৰা মোৱামৰীয়া মহন্তৰ অপমান আৰু মৰাণ মুখিয়াল নাহৰখোৱাৰ কাণ কাটি দিয়াৰ ঘটনা। কিন্তু আমাৰ দৃষ্টিত এই বিদ্ৰোহৰ সুগভীৰ আৰ্থ-সামাজিক কাৰকো আছিল। মোৱামৰীয়া সত্ৰাধিকাৰে এই বিদ্ৰোহৰ মতাদৰ্শগত/আধ্যাত্মিক প্ৰেৰণা যোগাইছিল। বঞ্চিত আহোম ৰাজকোঁৱৰ মোহনমালা গোহাঁই (স্বৰ্গদেউ লক্ষ্মী সিংহৰ ককায়েক) আছিল বিদ্ৰোহটোৰ আলংকাৰিক নেতা। কিন্তু বিদ্ৰোহটোৰ প্ৰধান প্ৰাণশক্তি আছিল মৰাণ জনগোষ্ঠী তথা কছাৰী, কৈৱৰ্ত, নদীয়াল আদিৰ দৰে মোৱামৰীয়া সত্ৰাধিকাৰৰ শিষ্যসকল, আৰু আনকি আহোম সকলৰো একাংশ পাইক। আমাৰ দৃষ্টিত সেয়া অৱশ্যে ধ্ৰুপদী (classical) শ্ৰেণীসংগ্ৰাম নাছিল। তেনে আখ্যা হ'ব অতি-সৰলীকৰণ আৰু মহিমামণ্ডিতকৰণৰ প্ৰচেষ্টাহে। তাৰ বিপৰীতে আমি বিশ্বাস কৰোঁ যে জনগোষ্ঠীগত আৰু শ্ৰেণী-সংগ্ৰামৰ খাৰবাৰুদত ধৰ্মীয় নিপীড়ণৰ বিৰুদ্ধে প্ৰতিবাদৰ ট্ৰিগাৰেৰে ঘটোৱা হৈছিল সেই লানি শৃংখল-বিস্ফোৰণ।

বিদ্ৰোহীসকলক দমন কৰিবলৈ পঠিওৱা ৰজাৰ বাহিনীৰে সৈতে বিদ্ৰোহীসকলৰ প্ৰথম যুদ্ধ লাগে ডিব্ৰু নদীৰ পাৰত। মোৱামৰীয়াসকল থকা ঠাইতে থমকি ৰ'বলৈ বাধ্য হয়। কে'বামাহো থৰি চলি থাকে অচলাৱস্থা। উত্তৰপাৰত বিদ্ৰোহীয়ে ৰাজশক্তিক পৰাজিত কৰাৰ প্ৰান্তহে অচলাৱস্থাৰ ওৰ পৰে। ৰজা ৰাজধানী ৰংপুৰৰ পৰা পলাই যায়। কিন্তু অচিৰেই তেওঁ বন্দী হয়। তাৰ পাছত কে'বামাহো থৰি চলে বিদ্ৰোহীৰ ৰাজত্ব (যেন পেৰী কমিউন!)।

(১১) Vaskar Nandy edited For A New Democracy, Assam Special Issue, Calcutta 1983 ত প্ৰকাশিত *The Assam Question* (Economic and Political Weekly, July, 1980 ত প্ৰকাশিত)

কিন্তু ১৭৭০ চনৰ ৰ'হাগত সংঘটিত এক প্ৰতি-অভ্যুত্থানে বিতাৰিত ৰজা লক্ষ্মীসিংহক পুনৰ সিংহাসনত বহুৱায়। ৰজাই এইবাৰ আৰম্ভ কৰে নিষ্ঠুৰ প্ৰতিহিংসাৰ অভিযান। সেই অভিযানে আন এলানি বিদ্ৰোহৰ জুই দপদপাই জ্বলাই তোলে।

পৰৱৰ্তী লানি বিদ্ৰোহৰ ভূকম্পকেন্দ্ৰ (epicenter) অথবা ঘাঁটি আছিল নামৰূপ। ভাৰাতীয়া মণিপুৰী সৈনিকৰ জৰিয়তে এই বিদ্ৰোহ দমন কৰা হয়। কিন্তু তথাপিও বিদ্ৰোহৰ জুই উমি উমি জ্বলি থাকিল। ইফালে লক্ষ্মীসিংহৰ মৃত্যুৰ পিছত গৌৰীনাথ সিংহ ৰজা হয়। ১৭৮২ চনত মোৱামৰীয়াসকলে পুনৰ আঘাত হানিলে আৰু ৰাজধানী ৰংপুৰ পুনৰ দখল কৰিলে। ৰজা পাছে এই অভ্যুত্থানৰ পৰা প্ৰাণ লৈ বাচিল। বৰবৰুৱাৰ পৰামৰ্শমতেই এইবাৰ ৰজাই অভূতপূৰ্ব প্ৰতিশোধ-পৰায়ণতা আৰু হিংস্ৰতাৰে বিদ্ৰোহী নিৰ্মূল অভিযান আৰম্ভ কৰিলে। এই নিৰ্যাতনে পুনৰ বিদ্ৰোহৰ বিস্ফোৰণ ঘটালে আৰু নিৰ্যাতন আৰু বিদ্ৰোহৰ কুটিল চক্ৰ বাহাল থাকিল।

১৭৮৬ চনত উত্তৰ পাৰত আন এক গুৰুতৰ বিদ্ৰোহ সংঘটিত হ'ল। ৰজা এইবাৰ গুৱাহাটীলৈ পলাল আৰু বুঢ়াগোহাঞে শেষ ৰক্ষা কৰিব লগা হ'ল। বিদ্ৰোহীসকলে এইবাৰ খোদ গুৱাহাটীকে দখল কৰিলে। তেতিয়াৰেপৰা ১৭৮৯-৯০ চনলৈ হেঁচাঠেলা খণ্ডযুদ্ধ চলিব লাগিল। স্থানীয় শাসনকৰ্তা কেতবোৰৰ অভ্যুদয়ৰ ফলত আহোম ৰাজতন্ত্ৰৰ কৰ্তৃত্ব বাৰুকৈ আঘাত লাগিল। ভৰত সিংহ গুৰুফে ভৰথি নামৰ মোৱামৰীয়া ৰজাজনে ১৭৯১, ১৭৯২, ১৭৯৩, ১৭৯৫ আৰু ১৭৯৭ চনত নিজৰ নামত মোহৰ মৰালে; একেদৰে বেংমৰাত (বৰ্তমানৰ তিনিচুকীয়া) সৰ্বানন্দ সিংহই ১৭৯৪, ১৭৯৫, আৰু ১৭৯৭ চনত মোহৰ মৰালে। অৰ্থাৎ নিৰৱচ্ছিন্নভাৱে কে'বাবছৰ জুৰি বিদ্ৰোহীসকলৰ প্ৰভুত্ব চলি থাকিল। অৱশেষত আহোম ৰাজতন্ত্ৰয়ো বিদ্ৰোহী শক্তিক স্বীকৃতি দি তাক নিজৰ শাসনৰ অংগীভূত কৰি ল'বলৈ প্ৰয়াস কৰিলে। মটকৰ মুখিয়ালজনক বৰসেনাপতি আখ্যা দিয়া হ'ল আৰু তেওঁক বৰ্তমানৰ তিনিচুকীয়া জিলাৰ এলেকা শাসনৰ ভাৰ দিয়া হ'ল। ইফালে বিদ্ৰোহ দমাবৰ বাবে আহোম স্বৰ্গদেৱে নিজেই ব্ৰিটিছক আমন্ত্ৰণ জনাইছিল।

মোৱামৰীয়া বিদ্ৰোহ সফল হ'লনে নাই সেয়া অন্য এক প্ৰসংগ। কিন্তু গুৰুত্বপূৰ্ণ কথাটো হ'ল এইটোৱে যে এই বিদ্ৰোহে অসমৰ সমাজ, অৰ্থনীতি আৰু ৰাজনীতি (ৰাষ্ট্ৰ) লণ্ডভণ্ড কৰি পেলালে। বিধ্বস্ত অসমত অনুপ্ৰৱেশ ঘটিল একাধিক বিদেশী শক্তিৰ। কথাবাৰে দূৰণিবটীয়া হ'লেও সিন্ধু উপত্যকাৰ সভ্যতাৰ শেষ দশালৈ মনত পেলাই দিয়ে। উল্লেখযোগ্য যে এশ্ৰেণী পণ্ডিতৰ মতে সিন্ধু উপত্যকাবাসীয়ে শ্ৰেণীযুদ্ধত লিপ্ত হৈ থকাৰ সময়তে তাত বহিৰ্শক্তি অৰ্থাৎ আৰ্যসকলে আক্ৰমণ হানে। ফলত পতন ঘটে সেই সুমহান সভ্যতাৰ। একেদৰে মোৱামৰীয়া বিদ্ৰোহজনিত গৃহযুদ্ধ-জৰ্জৰিত অসমতো এইবাৰ বাৰ্মিজ-মায়ান্মাৰিজ (যাক আমি জনপ্ৰিয় ভাষাত 'মান' বুলিয়েই জানো), আৰু পাছত ব্ৰিটিছৰ আক্ৰমণ আৰু আধিপত্য চলিল। বেলি মাৰ গ'ল স্বাধীন আহোম ৰাজৰ।

হিন্দু পঞ্জিকাত বাৰ বছৰত এটা যুগ বুলি ধৰা হয়। অসমৰ বাবে যদিহে কোনোবা যুগে সৰ্বনাশা মহাজাগতিক ধ্বংসৰ বাৰ্তাবহ হৈ আহিছিল, তেনেহ'লে সেয়া নিঃসন্দেহে আছিল

১৮১৪-১৮২৬ ৰ মাজৰ যুগটো। ঘটনাক্ৰমে ১৮২৬ চনৰ বছৰটো মানৰ অত্যাচাৰৰ অন্তিম বছৰ, আকৌ ব্ৰিটিছৰ শাসন শোষণৰ আৰম্ভণিৰ বছৰ। সেই বছৰতে অসমত ছয় শতিকা বিয়পা আহোম শাসনৰো ওৰ পৰে। আহোম ডা-ডাঙৰীয়াসকলৰ পৰস্পৰ বিৰোধৰ পৰিণতিত বদন বৰফুকন চুবুৰীয়া মায়ান্‌মাৰলৈ যায় আৰু এদল আক্ৰমণকাৰী মান সেনাক বঙা শৰাই দি অসমলৈ নিমন্ত্ৰণ কৰি আনে। তেওঁৰ প্ৰকৃত উদ্দেশ্য যদিও কেৱল তেওঁৰ প্ৰতিদ্বন্দ্বী পূৰ্ণানন্দ বুঢ়াগোহাঞিৰ ওপৰত প্ৰতিশোধ লোৱাহে আছিল, ইতিহাস আছিল তেওঁৰ নিয়ন্ত্ৰণাতীত। বুঢ়াগোহাঞিয়ে পলাই (কোনো কোনোৰ মতে আত্মহত্যা কৰি) বৰফুকনৰ প্ৰতিশোধৰ হাত সাৰিলে, কিন্তু ৰাজ্যখন আৰু ৰাইজখনে মান সেনাৰ বৰ্বৰতা আৰু নিষ্ঠুৰতাৰ নিকৰুণ পৰিণামৰ পৰা হাত সাৰিব নোৱাৰিলে। বা-মাৰলীৰ প্ৰচণ্ডতাৰে, কাকতি ফৰিঙৰ ব্যাপকতাৰে মানসৈনিকহঁতে অচিৰেই অসম ছানি পেলালে আৰু মানৰ সভ্যতাৰ সমস্ত চিন মোকাম মচি পেলালে। সেই অভিশপ্ত বছৰকিটাত অসমলৈ নৰকৰ শাসনেই বিস্তৃত হ'ল।

অসম এনেকৈয়ে পৰিণত হ'ল এক সুবিশাল বধ্যভূমিত। সেয়া যেন এক গণশ্মশান অথবা গণকবৰস্থান। ৰাজ্যখন হৈ পৰিল নিচেই নৰমনিচ বিহীন (১৭৬৬ চনত অসমৰ জনসংখ্যা যিমান আছিল, ১৮২৬ চনত তাৰ তিনিভাগৰ এভাগলৈ কমিছিল। মানহঁতে বহুসংখ্যক কাৰিকৰক নিজৰ দেশলৈ বন্দী কৰি লৈ গৈছিল[১২])। সমাজৰ বন্ধন হৈ পৰিছিল ঢিলা সোলোকা, অৰ্থনীতি হৈ পৰিছিল বিধ্বস্ত আৰু ৰাজনীতি চুৰ্মাৰ। পৰিস্থিতিৰ ভয়াবহতা উপলব্ধি কৰিবলৈ তলৰ ঘটনাটোৰ উল্লেখই যথেষ্ট। নগাঁৱৰ পুৰণিগুদামৰ কাষত কাষবিগাওঁ বোলা ঠাইত কে'বাশও মানুহক জীৱন্তে পুৰি মৰা হৈছিল ; পৰৱৰ্তী কালৰ ঐতিহাসিক এজনে এই ঘটনাক স্কটলেণ্ডৰ গ্লেনকোৰ হত্যাকাণ্ড আৰু কলিকতাৰ অন্ধকূপ হত্যাকাণ্ডৰ লগত বিজাইছে। জীৱন্তে অগ্নিদগ্ধ মানুহবোৰৰ হিয়াভঙা আৰ্তনাদ বোলে বহুদিনলৈকে বতাহত ভাঁহি থাকিছিল; সেই ঐতিহাসিকজনে এনেকৈ লিখিছিল। পাছত সেই একেটা ঘাতকৰ দলে যাকে য'তে পালে কাটি মাৰি বুন্দামাৰ কৰি উজনিৰ ফালে যাবলৈ ধৰিলে। বাটে বাটে সিহঁতে ৰচি গ'ল লুণ্ঠন, হত্যা, নিৰ্যাতন আৰু খাণ্ডৱদাহৰ ৰক্তাক্ত ইতিহাস। নিজৰ সন্তানৰ সমুখত মাতৃক কৰা হ'ল গণ ধৰ্ষণ, গৰ্ভৱতী মহিলাৰ গৰ্ভ ফালি গৰ্ভস্থ সন্তান উলিয়াই আনি ঢোপ খেলা হ'ল। হেজাৰ হেজাৰ পুৰুষক পৰিণত কৰা হ'ল দাসত, নাৰীক যৌন-দাসীত। অৱস্থা এনেহে অসহনীয় হৈ উঠিল যে কেতিয়াবা আনকি পিতৃ মাতৃয়ে নিজ সন্তানক বধ কৰিলে, বহুজন আপোনঘাতী হ'ল আৰু আন বহুতো (বৰ্তমানৰ) বৰাক উপত্যকা, মেঘালয়, পশ্চিমবংগ, বাংলাদেশ আদিলৈ প্ৰাণৰ কাতৰে পলাল। চৰম অৰাজকতাৰ অন্ধকাৰত বুৰ গ'ল অসম।

এডবাৰ্ড গেইটৰ মুখতেই পৰিস্থিতিৰ বৰ্ণনা শুনক ঃ

*মানক খেদি পঠিয়াবৰ বেলিকা ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰিস্থিতি আছিল শোচনীয়তম।*

---

(১২) Dr. A Guha: **Medieval and Early Colonial Assam : Society, Polity, Economy,** pp - 142, 57 জনতে গেইটৰ **A History of Assam, p.340** চাওক য'ত তেওঁ কৈছে যে মানে ৩০,০০০ অসমীয়াক গোলাম হিচাবে ধৰি নিয়ে।

*....... দেশীয় বিশিষ্ট ব্যক্তি এজনে কৈছিল যে আক্ৰমণকাৰীহঁতে সিহঁতৰ বৰ্বৰ আৰু অমানবীয় কাণ্ডৰ দ্বাৰা আভ্যন্তৰীণ অশান্তি আৰু নিৰৱচ্ছিন্ন গৃহযুদ্ধৰ কবলত ইতিমধ্যে পৰাস্ত পৰি থকা ৰাজ্যখনৰ অৱশিষ্ট জনসংখ্যাৰো অৰ্ধেক ধ্বংস কৰিছিল।*[১৩] *মৃত্যু আৰু বন্দীত্বই যিসকলক হানি কৰিব নোৱাৰিলে তেওঁলোকক হৰি নিলে দুৰ্ভিক্ষ আৰু মহামাৰীয়ে।*[১৪] (গুৰুত্ব আৰু অনুবাদ আমাৰ)

পৰৱৰ্তী ঘটনাবোৰো কোনোগুণে কম উদ্বেগজনক আৰু ভয়াবহ নাছিল। চিত্ৰা বাঘৰ প্ৰস্থানৰ সুযোগত অসমত এইবাৰ প্ৰবেশ কৰিছিল টেকীয়াপতীয়া বাঘে। ব্ৰিটিছ সাম্ৰাজ্যবাদে হস্তক্ষেপ কৰাৰ লগে লগে মানহঁতে লৰালৰিকৈ টোপোলা বান্ধিব লগা হৈছিল। অসম আছিল এক ৰণনৈতিকভাৱে স্পৰ্শকাতৰ সীমান্ত এলেকা যাক ব্ৰিটিছে কেতিয়াও লুণ্ঠনকাৰী বাহিনীৰ কৃপাত এৰি দিবলৈ বিচৰা নাছিল। ইয়াৰ ৰণনৈতিক-ভৌগলিক অৱস্থানৰ সামৰিক তথা অৰ্থনৈতিক গুৰুত্বও আছিল অপৰিসীম। চীন, মায়ান্‌মাৰ আৰু ভূটানৰ সীমান্তত অৱস্থিত অসমে নিয়ন্ত্ৰণ কৰিছিল কে'বাটাও ঐতিহাসিক বাণিজ্যপথ। অসম সীমান্তৰ কোনো এটা চকীত বহি লৈ মায়ান্‌মাৰ আৰু চীনৰ বাণিজ্য নিয়ন্ত্ৰণ কৰাৰ সম্ভাবনাই ব্ৰিটিছক উত্তেজিত কৰি তুলিছিল। চীনৰ পৰা পোৱা প্ৰাথমিক খবৰৰ ভিত্তিত ব্ৰিটিছে হয়তো ৰচিছিল এক আন্তৰ্জাতিক চাহ বজাৰৰ সপোন। এই সকলোবোৰ মিলি অসম হৈ পৰিছিল সুন্দ-উপসুন্দৰ দ্বন্দ্বৰ বিষয় ঃ অপৰূপা তিলোত্তমা। অৱশেষত ইয়াণ্ডাবু সন্ধিৰ জৰিয়তে তৃতীয় পক্ষ ব্ৰিটিছে দ্বিতীয় পক্ষ মানৰ হাতৰপৰা অসমৰ অধিকাৰ দখল কৰিলে। সেয়া যেতিয়া ঘটিল, তেতিয়া প্ৰথম পক্ষ অৰ্থাৎ অসম-অসমীয়াই এক সকৰুণ হতাশা আৰু শোচনীয় আত্মবিস্মৃতিৰ কৱলত পৰি মূৰ্চ্ছাগ্ৰস্ত হৈ থাকিল।

# আধুনিকতাৰ পদধ্বনি

অসমীয়াৰবাবে অসম মানৰ হাতৰপৰা ব্ৰিটিছৰ হাতলৈ যোৱাৰ অৰ্থ আছিল গৰম কেৰাহীৰ পৰা জঁপিয়াই জুইত পৰাহে। তথাপিও অসমীয়াই নতুন প্ৰভুক বৰঢাকঢোল পাৰিয়েই আদৰণি জনালে। ভাৰতৰ আন ক'তো বোধহয় ব্ৰিটিছে এনে সাদৰ আৰু উমাল অভ্যৰ্থনা পোৱা নাছিল। অসমতযে কেৱল প্ৰতিৰোধেই নহ'ল এনে নহয়, তাৰ সলনি এনেহেন লাগিল যেন অসমীয়াক অত্যাচাৰীৰ কৱলৰপৰা মুক্তি দিবলৈ স্বয়ং পৰিত্ৰাতা আহি অৱশেষত হাজিৰ হৈছেহি! অথচ ভাৰতৰ আন বহু প্ৰান্তত ইতিমধ্যে বগা বস্তালহঁতৰ বিৰুদ্ধে সাহসী প্ৰতিৰোধ গঢ়ি উঠিছিল। আনকি আমাৰ চুবুৰীয়া নগাপাহাৰবে আংগামীসকলে (তথা আন নাগাসকলে) দশকৰ পাছত দশক জুৰি বীৰত্বব্যঞ্জক যুঁজ দিছিল বিদেশী সাম্ৰাজ্যবাদৰ বিৰুদ্ধে। চিৰস্বাধীন অসম ভূমিত অনায়াস বিজয়েৰে গৰবী ব্ৰিটিছ সাম্ৰাজ্যবাদে ক্ষয়িষ্ণু সামন্তবাদৰ গৰ্ভত অচিৰেই

---

(১৩) মিলচৰ **Report on the Province of Assam** আৰ ৯৩ পৃষ্ঠাত প্ৰকাশিত আনন্দৰাম ঢেকীয়াল ফুকনৰ *Observation on the Administration of the Province of Assam.*

(১৪) **A History of Assam, p. 340**

বপন কৰিলে এক দুৰ্বল মধ্য শ্ৰেণীৰ। জন্ম হৈয়ে সেই শ্ৰেণীয়ে ওলগ জনালে জন্মদাতা সাম্ৰাজ্যবাদক। অসমীয়া মধ্যশ্ৰেণীৰ সুযোগ্য মুখপাত্ৰ আনন্দৰাম ঢেকীয়াল ফুকনৰ ভাষাৰে ঃ

*অসম প্ৰদেশত ব্ৰিটিছৰ প্ৰভুত্ব ঘোষিত হোৱাৰ দিনটোক আমাৰ দেশবাসীয়ে ওলগ জনালে। তেওঁলোকে এই দৃঢ় আশা পোষণ কৰিলে যে ব্ৰিটিছৰ ৰাজত্বত সুখ আৰু শান্তি সুনিশ্চিত হ'ব। ........ আমি সকৃতজ্ঞ হৃদয়েৰে এই কথা স্বীকাৰ কৰিব লাগিব যে ইংৰাজ চৰকাৰৰ পৰা অসমীয়াই যি সুখ আৰু উপকাৰৰ প্ৰত্যাশা কৰিছিল, সি বহুলাংশে পূৰণ হৈছে। অসমৰ মানুহে এতিয়া নিজৰ জীৱন আৰু সম্পত্তিৰ সুৰক্ষাৰ সম্পৰ্কত বিগত বহুযুগ ধৰি অনুভৱ নকৰা ধৰণৰ বিশ্বাস অৰ্জন কৰিছে।*[১৫]

ব্ৰিটিছে যিহেতু প্ৰায় বিনা প্ৰতিৰোধে অসম দখল কৰিলে, ইয়াৰ ফলত অতি কম সময়ৰ ভিতৰতে অসমৰ সমাজ জীৱনৰ সৰ্বত্ৰ সাম্ৰাজ্যবাদী আধিপত্য প্ৰতিষ্ঠাৰ বাট সুগম হ'ল। আহোম ৰাষ্ট্ৰক ভাঙি পেলোৱা হ'ল, পুৰণি আহোম ডা-ডাঙৰীয়াসকলক তাৎক্ষণিকভাৱে তেওঁলোকৰ বিষয়বাববপৰা অব্যাহতি দিয়া হ'ল। এয়া অৱশ্যে ব্ৰিটিছৰ সৰ্বভাৰতীয় পলিচীৰে অংশ আছিল। সৰ্বত্ৰ সিহঁতে পুৰণি শাসকক উচ্ছেদ কৰি নতুন বিশ্বস্ত শাসক বহুৱাইছিল। এই পলিচীৰ আঁৰত ক্ৰিয়া কৰিছিল আন এক আশংকাই ঃ জানোচা পুৰণি শাসকসকলে পুনৰ ক্ষমতা দখলৰ সপোন দেখে আৰু তাৰ প্ৰয়াস কৰে! কিজানি অসমৰ ছয় শতিকাৰ শাসক আহোম সকলে পুনৰ ক্ষমতা দখলৰ অভিসন্ধি কৰে। সেয়েহে আহোম ডা-ডাঙৰীয়াসকলক সন্তৰ্পণে আঁতৰাই থৈ তেওঁলোকৰ ঠাইত আথে বেথে বহুৱা হ'ল এদল বৰ্ণহিন্দু বিষয়াক।[১৬]

এনেকৈয়ে পুৰণি সমাজৰ গৰ্ভৰপৰাই ক্ৰমাৎ গঢ় লৈ উঠিল কেৰাণী, বিষয়া, বৃত্তিজীৱী, আৰু উদ্যোগীৰ নতুন স্তৰ এটা। এই স্তৰটো ঘাইকৈ ব্ৰাহ্মণ, কায়স্থ আৰু কলিতা সম্প্ৰদায়ৰ মাজৰ পৰা ওলাইছিল। এই সকলৰ ভিতৰত ব্ৰাহ্মণ-কায়স্থ আদি আছিল নিজে খেতি নকৰা, ভূ-স্বামীধৰণৰ শ্ৰেণী, যাৰ আছিল সাংঘাতিক সামাজিক প্ৰভাৱ। অৰ্থনৈতিক আৰু বৌদ্ধিকভাৱে এইবোৰ জাতি-বৰ্ণ আন সকলতকৈ বহু আগবঢ়া আছিল। তেওঁলোক আছিল ব্ৰাহ্মণ্যবাদী-সামন্তবাদৰ তাত্ত্বিকো। ব্ৰিটিছে তেওঁলোকৰ মাটি কেতিয়াও কাঢ়ি নিয়া নাছিল। তেওঁলোকৰ মাথোন ৰাজনৈতিক ক্ষমতাহে নাছিল। আহোম ডা-ডাঙৰীয়া সকলক একাষৰীয়া কৰি ব্ৰিটিছে আহোম ৰাষ্ট্ৰৰ সেৱা কৰা বৰ্ণহিন্দু সকলক কিন্তু পুনৰ্বাসন কৰিলে। কাৰণ এই স্তৰ বা শ্ৰেণীটো আছিল ব্ৰিটিছৰ বৰ পছন্দৰ স্থানীয় শ্ৰেণী যাক ই নিশ্চিন্তে পৃষ্ঠপোষকতা কৰিব পাৰিছিল। ব্ৰাহ্মণ্যবাদী সামন্তবাদৰ তাত্ত্বিকসকল এইবাৰ পৰিণত হ'ল বিদেশী সাম্ৰাজ্যবাদৰ বিশ্বস্ত স্তাৱকত। এই নতুন স্তৰটোৱে ঔপনিবেশিক আধুনিকতাক শীঘ্ৰে আয়ত্ত আৰু আত্মসাৎ কৰিলে আৰু নিজকে এটা শ্ৰেণীলৈ উন্নীত কৰিলে। সিয়েই অসমীয়া মধ্যবিত্ত শ্ৰেণী। আমাৰ সামাজিক ইতিহাসৰ সিয়েই নায়ক। (হয়তোবা ট্ৰেজিক নায়ক!)

---

(১৫) Mills'Report on the Province of Assam, P. 93

(১৬) প্ৰথম অৱস্থাত নিযুক্ত বৰ্ণ হিন্দুসকলৰ বহুতেই আছিল বৰ্তমান বাংলাদেশৰ অন্তৰ্ভুক্ত চিলেটৰ মানুহ। ব্ৰিটিছে বংগত মুছলীমক আঁতৰাই হিন্দুক বিশ্বস্ত অনুচৰ পতাৰ দৰে অসমতো আহোমৰ ঠাইত বৰ্ণ হিন্দুক আনে। প্ৰথমতে বাঙালী হিন্দুৰ ঠাইত পাছলৈ অসমীয়া বৰ্ণহিন্দুৰ সংখ্যা বাঢ়ে।

ৰাষ্ট্ৰীয় আমোলাতন্ত্ৰৰ নিয়ন্ত্ৰকৰ ভূমিকা আহোমসকলৰ পৰা বৰ্ণহিন্দুসকলালৈ যোৱাত্তবে মতাদৰ্শৰ পৰ্যায়তো কেন্তবোৰ পৰিবৰ্তনৰ ইংগিত বহন কৰিলে। পূৰ্বৰ জাতি-বৰ্ণ বিবৰ্জিত, সমত্ববাদী মতাদৰ্শৰ (পাছলৈ অৱশ্যে তাতো ব্ৰাহ্মণ্যবাদৰ অনুপ্ৰবেশ ঘটিছিল) ঠাই ল'লে চিধাচিধিকৈ ব্ৰাহ্মণ্যবাদে।

পাছে আহোমেই হওক বা বৰ্ণহিন্দুৱেই হওক, প্ৰথম অৱস্থাত ব্ৰিটিছৰ ৰাষ্ট্ৰযন্ত্ৰৰ ওপৰত কোনো অসমীয়াৰে মাত নৰুজিছিল; তাত চলিছিল বাঙালী বৰ্ণহিন্দুৰহে সংখ্যাধিক্য। ব্ৰিটিছে কলকাতাতে প্ৰথম ৰাজধানী পতাৰ বাবে বাঙালী বৰ্ণহিন্দুৱেই ভাৰতৰ ভিতৰত সকলোতকৈ আগতে পশ্চিমীয়া শিক্ষাৰ সুযোগ লাভ কৰিছিল। সেয়েহে পুবে শদিয়াৰপৰা পশ্চিমে লাহোৰলৈকে বিস্তীৰ্ণ ক্ষেত্ৰত ব্ৰিটিছৰ আমোলাতন্ত্ৰ চলাবৰ বাবে নিযুক্ত হৈছিল বাঙালী বাবুবৃন্দ। অসমৰ আমোলাতন্ত্ৰত বাঙালী মধ্যবিত্তৰ এই তুলনামূলক প্ৰাধান্য স্বাভাৱিকতে অসমীয়া মধ্যবিত্তৰ পছন্দ হোৱা নাছিল। ব্ৰিটিছেও এই ক্ষেত্ৰত সাৱধানী যোগাইছিল উদ্দেশ্যপূৰ্ণভাৱেই। বিভেদৰ জুইকুৰাত বা-দিয়াৰ মতলবেৰেই ব্ৰিটিছে অসম দখল কৰাৰ এক দশক পাছতে, অৰ্থাৎ ১৮৩৬ চনৰ পৰা অসমৰ ন্যায়ালয়, কাৰ্যালয় আৰু বিদ্যালয়সমূহত বাংলাভাষা প্ৰবৰ্তন কৰিলে। অসমৰ শিক্ষা ব্যৱস্থাক কলিকতা বিশ্ববিদ্যালয়ৰ লগত সাঙুৰি দিয়া হ'ল।

এই কথা এতিয়া ব্ৰিটিছ চৰকাৰৰ দলিল দস্তাবেজবিলাকৰ পৰাই খাটাংকৈ প্ৰমাণ কৰিব পাৰি যে অসমীয়া আৰু বাংলাৰ মাজত যে বহু পাৰ্থক্য আছে আৰু সিহঁত যে স্বতন্ত্ৰ দুটা ভাষা, এই কথা ব্ৰিটিছে ভালকৈয়ে জানিছিল।[১৭] কিছুমান বাঙালী বাবুৱে হয়তো ব্ৰিটিছক উচতাইছিল বা উত্তগাইছিল ; কিন্তু সেইবাবে নহয়, নিজৰ সাম্ৰাজ্যবাদী স্বাৰ্থতহে ব্ৰিটিছে যে অসমত বাংলা ভাষা প্ৰবৰ্তন কৰিছিল, সেইকথা আজি সন্দেহাতীতভাৱে প্ৰমাণিত। এই কথাও এই প্ৰসংগতে প্ৰণিধানযোগ্য যে ব্ৰিটিছে অসম আৰু উৰিষ্যাত যিদৰে অসমীয়া আৰু উৰিয়াৰ পৰিবৰ্তে বাংলা ভাষা জাপি দিছিল, ঠিক সেইদৰে বংগত বাংলা ভাষাক খেদাড়িত কৰি জাপি দিছিল পাৰ্চী ভাষা।[১৮]

১৮২৬-১৮৭৩ সময়ছোৱা আন এটা কাৰণেও গুৰুত্বপূৰ্ণ। এই সময়ছোৱাত অসমত এটা মধ্যবিত্ত স্তৰে আত্মপ্ৰকাশ কৰে। আহোম আমোলাতন্ত্ৰৰ গৰ্ভৰপৰা উদ্ভূত এই স্তৰটোৰ প্ৰথম আত্মঘোষণা হয় ১৮৫৭-৫৮ চনৰ মণিৰাম দেৱানৰ ব্যৰ্থ বিদ্ৰোহৰ মাজেৰে।[১৯] নিজৰ শেহতীয়া প্ৰভুৰ বিৰুদ্ধে থিয় হোৱাৰ দুঃসাহস দেখুওৱা মণিৰাম দেৱানে যেতিয়া সেই স্পৰ্দ্ধাৰ মাচুল ভৰিব লগা হ'ল নিজৰ প্ৰাণদানৰ মাজেৰে, তেতিয়া উদীয়মান এই নতুন স্তৰটোৱে বৰ ব্যয়বহুল শিক্ষা লাভ কৰিলে। সেই শিক্ষা এই স্তৰে এনে গভীৰভাৱে হৃদয়ংগম কৰিলে যে পৰবৰ্তী আধা শতিকা জুৰি ইয়াৰ সাৰ সিকটি পাবলৈ নাইকিয়া হ'ল। ই নিঃশৰ্তে আত্মসমৰ্পণ কৰিলে বিদেশী সাম্ৰাজ্যবাদৰ ওচৰত।

---

(১৭) ড. শিৱনাথ বৰ্মণ আৰু প্ৰসেনজিৎ চৌধুৰীঃ ৰাজ্যৰ দে বিষয় (গুৱাহাটী,১৯৮৬)
(১৮) ঐ,পৃ- ১৬-১৭ আৰু ৰজনীকান্তমোহন সেনাপতি ঃ আত্মজীৱনী, পৃ-৫৫-৫৭ (দিল্লী,১৯৯৭)
(১৯) দেৱানৰ সম্পৰ্কে বিতং আলোচনা অন্তিম অধ্যায়ত কৰা হৈছে।

নতুন স্তৰটোৱে আনুগত্যৰ পাঠশালাত শিক্ষানবীচী খাটিলে। ই এতিয়া এনেবোৰ প্ৰশ্ন উত্থাপন কৰিলে যিবোৰে ব্ৰিটিছক লেশমানো ক্ষুণ্ণ নকৰে। ভাষা আছিল এনে এটা প্ৰশ্ন, যিটো আছিল স্পৰ্শকাতৰ, আবেগিক, কাৰ্যকৰী কিন্তু মুঠেই বিপজ্জনক নহয়। অন্ততঃ এই প্ৰশ্ন উত্থাপন কৰিলে মণিৰাম দেৱানৰ দৰে শ্বহীদ হোৱাৰ আশংকা নাই। অথচ একে সময়তে ভাষাৰ প্ৰশ্নত নিহিত থকা আবেগিক শক্তিয়ে সমগ্ৰ অসমীয়া সত্তাটোকে এখন জাতীয় মঞ্চত সমাবেশিত কৰাৰ বাবে সুযোগ মুকলি কৰিলে।

মধ্যম স্তৰৰ পৰা মন্থৰভাৱে বিকশিত এই মধ্যশ্ৰেণীৰ বৌদ্ধিক নেতৃত্ব প্ৰদান কৰিলে আনন্দৰাম ঢেকীয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাৰ ত্ৰিমূৰ্তিয়ে। এওঁলোক অচিৰেই অসমীয়া জাতীয়তাবাদৰ অগ্ৰদূত বুলি পৰিগণিত হ'ল। অৰুনোদই আলোচনীয়ে যেতিয়া অসমীয়া ভাষাৰ চৰকাৰী স্বীকৃতিৰ প্ৰশ্নটোক উৰ্দ্ধত তুলি ধৰিলে, তেতিয়া ত্ৰিমূৰ্তিৰ জাতীয়তাবাদী আন্দোলন প্ৰবলতৰ হৈ উঠিল। কোৱা বাহুল্য যে ১৮৪৬ চনৰ পৰা ১৮৮২ চনলৈকে প্ৰকাশিত অৰুনোদই আছিল অসমীয়া ভাষাৰ প্ৰথম কাকত/আলোচনী।[২০] আমেৰিকান বেপ্টিষ্ট মিশ্যনেৰীসকলে শিৱসাগৰৰপৰা ইয়াক প্ৰকাশ কৰিছিল। এতিয়া অৰুনোদইৰ সক্ৰিয় আৰু সুদক্ষ সহযোগত মূৰ্ত হৈ উঠা অসমীয়া ভাষিক জাতীয় চেতনাই উদীয়মান মধ্যশ্ৰেণীটোকো একধৰণৰ সংগতি, সংহতি আৰু উদ্দেশ্য প্ৰদান কৰিলে। ভাষিক জাতীয়তাবাদ হৈ পৰিল নতুন শ্ৰেণীটোৰে ৰাজনৈতিক দৰ্শন। শ্ৰেণীটোৱে অচিৰেই আশাতীত সফলতাও লভিলে যেতিয়া অসমীয়া ভাষাই চৰকাৰী স্বীকৃতি পাবলৈ সমৰ্থ হ'ল। সেই সাফল্যৰ আঁৰত আছিল আনন্দৰাম ঢেকীয়াল ফুকনসকলৰ দীৰ্ঘায়ত বিতৰ্ক। ঢেকীয়াল ফুকনে সজোৰে যুক্তি আগবঢ়াইছিল যে, –

*...অসমৰ আদালতসমূহত এটা বিদেশী ভাষা, বাংলাভাষা প্ৰচলন কৰা হৈছে। আদালতৰ লগত জড়িত বিষয়া বা তেনে লোকসকলেহে সাধাৰণতে বাংলা বুজি পায়। সাধাৰণ ৰাইজ আৰু আনকি ভদ্ৰলোক পৰ্য্যায়ৰ ব্যক্তিসকলৰো ভাষাটোৰ সম্পৰ্কে কোনো জ্ঞানেই নাই। এই দেশীয় বিচাৰকসকল নিজৰ ভাষাৰ তুলনাত বাংলাৰ লগত অপৰিচিত আৰু ইউৰোপীয় বিচাৰকসকলো বাংলাতকৈ অসমীয়া ব্যৱহাৰতহে অধিক দক্ষ।তেওঁলোকে প্ৰায়ে প্ৰশংসনীয় সাবলীলতাৰে অসমীয়া কোৱা শুনা যায়।*

*..........(ব্ৰিটিছৰ বাবা) অসম অধিকাৰৰ দহ বছৰ পাছলৈকে ৰাজ্যখনৰ আদালতত অসমীয়া ভাষাই চলি আছিল। (এতিয়া) কি যুক্তিত অসমীয়াক আঁতৰাই থৈ বাংলাক প্ৰতিষ্ঠা কৰা হৈছে, আমি বুজি পোৱা নাই। অসমীয়া যেনেকৈ ৰাইজৰ মাতৃভাষা, তেনেকৈ আদালতৰ বেছি সংখ্যক বিচাৰক আৰু আমোলাবো-ই মাতৃভাষা। এতেকে ইয়াক প্ৰয়োগ কৰিলে কোনো অসুবিধা সম্ভৱতঃ নহ'ব। এইক্ষেত্ৰত কোনোবাই যদি ক'ব খোজে যে বাংলাৰ লগত অসমীয়াৰ সাদৃশ্য আছে, তেতিয়া হ'লে আমি বিনম্ৰভাৱে আঙুলিয়াই দিব লাগিব যে বাংলাৰ লগত অসমীয়াৰ সাদৃশ্য যিমান, উৰিয়াৰ সাদৃশ্যও সিমানেই। উৰিষ্যাৰ আদালতত যদি প্ৰাদেশিক*

---

(২০) অৰুনোদইৰ বিষয়ে আমাৰ তৃতীয় অধ্যায়ত বিতংকৈ আলোচনা কৰা হৈছে। তদুপৰি পৰিশিষ্ট -২তো এই সম্পৰ্কে দৰকাৰী তথ্য আছে।

*ভাষা (অৰ্থাৎ উৰিয়া) চলোৱাৰ অধিকাৰ প্ৰদান কৰা হয়, তেনেহ'লে আমি বুজি নাপাওঁ অসমীয়া সেই অধিকাৰৰপৰা বঞ্চিত হব কিয় ?*[২১] (অনুবাদ আমাৰ)

অগ্ৰদূতসকলৰ নিৰলস আৰু নিৰৱচ্ছিন্ন প্ৰচেষ্টাৰ ফলস্বৰূপেই ১৮৭৩ চনৰ ভিতৰত অসমৰ ন্যায়ালয়, বিদ্যালয় আৰু কাৰ্যালয়সমূহত অসমীয়া ভাষাৰ পুনৰ প্ৰতিষ্ঠা হ'ল। ঘটনাক্ৰমে তাৰ পাছৰ বছৰতে, অৰ্থাৎ ১৮৭৪ চনত অসম এখন পৃথক প্ৰদেশৰূপে স্বীকৃত হ'ল। তেতিয়ালৈকে ই বংগ প্ৰদেশৰ অংগ আছিল, য'ত ৰাষ্ট্ৰীয় আযোজনাতন্ত্ৰত বাঙালীসকলৰ প্ৰাধান্য আছিল স্বাভাৱিক আৰু যুক্তিসংগত। কিন্তু এতিয়া নতুন প্ৰদেশৰ স্বীকৃতিৰ লগে লগে অসমীয়াসকলে নিজৰ বুলিবলৈ এক ভূ-খণ্ড পালে, য'ত তেওঁলোকৰ ভাষা চলিব, য'ৰ ৰাষ্ট্ৰযন্ত্ৰত তুলনামূলকভাৱে তেওঁলোকৰ মাত বাজিব। আমি ১৮৭৩('৭৪) বছৰটোক আমাৰ অধ্যয়নৰ প্ৰাৰম্ভ বিন্দুৰূপে লৈছোঁ কাৰণ ই অসমীয়া উদীয়মান মধ্যশ্ৰেণীৰ আত্ম-ঘোষণাৰ প্ৰথম চৰকাৰী স্বীকৃতিৰ সাক্ষ্য বহন কৰে। ৰাষ্ট্ৰই এনেকৈ মধ্যশ্ৰেণীক স্বীকৃতি দিলে আৰু মধ্যশ্ৰেণীটোৱেও নিজৰ প্ৰকৃত চিনাকি পালে। তেতিয়াৰপৰা এই শ্ৰেণীৰ প্ৰধান কাৰ্য হ'ল এটাই : নিজে ৰাষ্ট্ৰীয় শ্ৰেণীত পৰিণত হোৱা আৰু ব্ৰিটিছৰ কনিষ্ঠ অংশীদাৰ হিচাপে ব্ৰিটিছৰ ৰাষ্ট্ৰ চলোৱা। তাৰ বাবে এই শ্ৰেণীয়ে লক্ষ্য স্থিৰ কৰিলে ৰাষ্ট্ৰীয় প্ৰশাসনৰ নিয়ন্ত্ৰক অৱস্থানবোৰৰ পৰা বাঙালীসকলক অপসাৰণ কৰাটো। ব্ৰিটিছক অপসাৰণ কৰাটো পাছে এই শ্ৰেণীৰ বাবে সেই মুহূৰ্তত সপোনৰো অগোচৰ আছিল।

বিদেশী সাম্ৰাজ্যবাদৰ ঔৰষত, সামন্তবাদৰ গৰ্ভত জন্ম লভা অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৱে এনেকৈয়ে এটা আধুনিক জাতিসত্তা নিৰ্মাণৰ ঐতিহাসিক কৰ্তব্য সমাপন কৰিবলৈ ওলাল। এইখিনিতে এটা কথা স্মৰণযোগ্য যে এই যাত্ৰাৰম্ভ-মুহূৰ্তত অসমীয়া মধ্যশ্ৰেণীয়ে প্ৰাদেশিক ৰাষ্ট্ৰ যন্ত্ৰতো আনকি তুলনামূলক প্ৰাধান্য লাভ কৰিবপৰা নাছিল। অসহায়, অনিশ্চিত অৱস্থাতে ই সুদূৰ লক্ষ্য থিয়াই অজানা সাগৰত পাৰি দিছিল ; কাৰণ গৃহযুদ্ধ বিধ্বস্ত, মান-বিদীৰ্ণ, ব্ৰিটিছ-অধিকৃত অসম তেতিয়াও বিগত দশকবিলাকৰ ৰক্তাক্ত, ৰোমহৰ্ষক অভিজ্ঞতাৰ প্ৰেতচ্ছায়াৰপৰা মুক্ত হ'বৰ নৌ এখোন।

## তাত্ত্বিক পটভূমি

জাতি-গঢ়োঁতা শ্ৰেণীটো তাৰ সীমাবদ্ধতা আৰু দুৰ্বলতা সম্পৰ্কে ৱাকিবহাল আছিল। ই ৰাককৈ উপলব্ধি কৰিছিল যে কেৱল ৰাষ্ট্ৰযন্ত্ৰত তুলনামূলক প্ৰাধান্যই ইয়াক স্বয়ংক্ৰিয়ভাৱে প্ৰকৃত ক্ষমতাশালীত পৰিণত নকৰে। ই নাগৰিক-সমাজ (civil society)ৰ ওপৰত আধিপত্য (hegemony) প্ৰতিষ্ঠা কৰিব লাগিব, সেইখন সমাজৰ সন্মতি (consent) নিজৰ সপক্ষে আদায় কৰিব লাগিব। কিন্তু ৰাষ্ট্ৰ, নাগৰিক-সমাজ, প্ৰভুত্ব (domination) আৰু আধিপত্যৰেই

(২১) এ. জে. এম. মিলচৰ Report on the Province of Assam পৃষ্ঠা ১৩১–২ ত উদ্ধৃত। (উল্লেখ্য যে ১৮৩০ ৰ দশকত উৰিষ্যাত উৰিয়া ভাষাৰ পৰিবৰ্তে বাংলা জাপি দিয়া হৈছিল। ফকীৰমোহন সেনাপতিৰ আত্মজীৱনী, পৃ-৫৫-৭

বা সংজ্ঞা কি? এইক্ষেত্ৰত পোন প্ৰথমে আমি ৰাষ্ট্ৰ আৰু নাগৰিক-সমাজৰ সম্পৰ্কে কাৰ্ল মাৰ্ক্স আৰু ফ্ৰেডেৰিক এংগেলছৰ মতামত শুনো আহক ঃ

*Civil society embraces the whole material intercourse of individuals within a definite stage of the development of productive forces. It embraces the whole commercial and industrial life of a given stage, and insofar, transcends the State and the nation, though on the other hand again, it must assert itself in its foreign relations as nationality, and inwardly must organise itself as State. The term "civil society" emerged in the eighteenth century, when property relationship had already extricated themselves from the ancient and medieval communal society. Civil society as such only develops with the bourgeoisie; the social organisation evolving directly out of production and commerce, which in all ages forms the basis of the State and of the rest of the idealistic superstructure, has however always been designated by the same name.*(২২)

*[ভাবাৰ্থ ঃ উৎপাদিকা শক্তিবিলাকৰ বিকাশৰ এটা নিৰ্দিষ্ট পৰ্যায়ত ব্যক্তিসকলৰ মাজৰ সমস্ত বস্তুগত আন্তঃসম্পৰ্কক 'নাগৰিক-সমাজে' সামৰি লয়। এটা নিৰ্দিষ্ট পৰ্যায়ৰ সমগ্ৰ ব্যৱসায়িক আৰু ঔদ্যোগিক জীৱনকো ই সামৰি লয় আৰু সেই পৰিমাণে ৰাষ্ট্ৰ আৰু জাতিক চেৰাই যায়। আনহাতে বহিঃসম্পৰ্কৰ ক্ষেত্ৰত ই নিজকে এটা জাতিসত্তা হিচাবে সংগঠিত কৰিবই লাগিব আৰু আভ্যন্তৰীণ ভাবে এক ৰাষ্ট্ৰৰ ৰূপত সংগঠিত হ'বই লাগিব। ওঠৰ শতিকাত সম্পত্তিৰ মালিকানাই প্ৰাচীন আৰু মধ্যযুগীয় সমূহীয়া সমাজৰ পৰা মুক্তি লভাৰ পাছতহে 'নাগৰিক-সমাজ' বোলা শব্দটোৰ আবিৰ্ভাৱ হৈছিল। 'নাগৰিক-সমাজ'ৰ অভ্যুদয় সেয়ে বুৰ্জোৱাৰ অভ্যুদয়ৰ সমসাময়িক। অৱশ্যে উৎপাদন আৰু বাণিজ্যৰ পৰা প্ৰত্যক্ষভাৱে উদ্ভূত যি সামাজিক সংগঠনটোৱে সকলো যুগতে ৰাষ্ট্ৰ আৰু আন মতাদৰ্শগত উপৰিসৌধ (superstructure) বোৰৰ ভিত্তি হিচাপে কাম কৰি আহিছে, সিও সেই একে নামেৰেই (অৰ্থাৎ নাগৰিক-সমাজ) বুলিয়েই জনাজাত হৈ আহিছে।]*

ইটালিয়ান মাৰ্ক্সবাদী এণ্টনিঅ' গ্ৰামশ্চিয়ে এই ধাৰণাটোকে সম্প্ৰসাৰণ কৰি ব্যাখ্যা আগবঢ়াইছিল যে দীৰ্ঘস্থায়ী আৰু সুস্থিৰ শাসনৰ বাবে কেৱল প্ৰভুত্বই (domination) যথেষ্ট নহয়, তাৰ বাবে প্ৰয়োজন নিৰংকুশ আধিপত্যৰ(hegemony)। গ্ৰামশ্চিয়ে দুটা প্ৰধান উপৰিসৌধগত (superstructural) স্তৰৰ কথা কৈছিল। তাৰে এটাক নাগৰিক-সমাজ বুলি ক'ব পাৰি; ই হৈছে সাধাৰণতে বেচৰকাৰী (private) বুলি জনাজাত অনুষ্ঠান (organism) বোৰৰ সামগ্ৰিক ৰূপ। গ্ৰামশ্চি-কথিত আনটো স্তৰ হৈছে ৰাজনৈতিক সমাজ বা ৰাষ্ট্ৰ। গ্ৰামশ্চিৰ নিজৰ ভাষাৰে ঃ

(২২) *Feuerbach, Opposition of Materialistic and Idealistic Outlook*, in K. Marx & F. Engels Selected Works, Vol-I, p.77

*These two levels correspond on the one hand to the function of 'hegemony' which the dominant group exercises throughout society and on the other hand, to that of 'direct domination' or command exercised through the state and juridical Government.*(২৩)

গ্ৰামশ্চিয়ে এই কথাৰ ব্যাখ্যা আগবঢ়াই আৰু কৈছিল যে বুদ্ধিজীৱীসকলে প্ৰভুত্বকাৰী গোটবোৰৰ deputy বা সহকাৰী হিচাপে কাম কৰে। এই গোটটোৰে সামাজিক আধিপত্য আৰু ৰাজনৈতিক চৰকাৰৰ কাম পৰিচালনা কৰে। বুদ্ধিজীৱীসকলে কৰা সাংগঠনিক আৰু সংযোগী কাৰ্যকলাপৰ ভিতৰত আছে প্ৰভু ত্বকাৰী গোটবোৰে সমাজ জীৱনৰ ওপৰত জাপি দিয়া আধিপত্যৰ সমৰ্থনত ব্যাপক ৰাইজৰ স্বতস্ফূৰ্ত সন্মতি আদায় কৰা। প্ৰভুত্বকাৰী গোটবোৰে উপভোগ কৰা সামাজিক সন্মানৰ যহতে এনে স্বতস্ফূৰ্ত সন্মতি ঐতিহাসিকভাৱে নিৰ্মাণ কৰা সম্ভৱ হৈছিল। গ্ৰামশ্চিয়ে আৰু কৈছিল যে অতি সংকটৰ মুহূৰ্ততে ৰাষ্ট্ৰৰ বলপ্ৰয়োগৰ হাতিয়াৰবোৰ ব্যৱহৃত হয়। সেই হাতিয়াৰবোৰ সন্মতি দিবলৈ অনিচ্ছুকসকলক দমন কৰাত আৰু তেওঁলোকৰপৰা বলপূৰ্বক সন্মতি আদায়তো ব্যৱহাৰ কৰা হয়।

জাতীয়তাবাদী -'মাৰ্ক্সবাদী' ধাৰাৰ গৱেষিকা ড° মনোৰমা শৰ্মাই গ্ৰামশ্চিৰ তত্ত্বক অসমৰ পটভূমিত প্ৰয়োগ কৰিবলৈ গৈ লিখিছে ঃ

*সাধাৰণতে শাসক শ্ৰেণীয়েহে প্ৰভুত্ব খটায় যদিও কেতিয়াবা বিশেষ পৰিস্থিতিত অনা-শাসক শ্ৰেণীয়েও প্ৰভুত্বকাৰী অৱস্থানলৈ উঠিব পাৰে আৰু সমাজৰ ওপৰত আধিপত্য চলাব পাৰে।............ অসমীয়া মধ্যবিত্ত শ্ৰেণী সম্পৰ্কে অধ্যয়নৰ প্ৰাসঙ্গিকতা এইখিনিতে যে ব্ৰিটিছ শাসিত অসমত ই যদিও শাসক শ্ৰেণী নাছিল, তথাপিও ই অসমীয়া সমাজৰ আটাইতকৈ প্ৰভুত্বকাৰী শ্ৰেণী আছিল।* (২৪)

এই বিষয়ত আমি ড° শৰ্মাৰ লগত একমত। এই কথাই আমাক মোগল আমোলৰ সদৃশ কথা এবাৰ সোঁৱৰাই দিয়ে। সেই সময়তো ব্ৰাহ্মণসকলে ব্যাপক প্ৰভাৱ আৰু সামাজিক ক্ষমতা উপভোগ কৰিছিল। এনেকৈয়ে বেলেগ এটা ধৰ্মৰ শাসকে দেশ শাসন কৰা সময়তো আইনমতে (dejure) নহলেও বাস্তৱতঃ (defacto) ব্ৰাহ্মণসকলেই সমাজ জীৱন নিয়ন্ত্ৰণ কৰি আছিল। অসমীয়া উচ্চ বৰ্ণয়ো একেদৰেই আহোম শাসনকালতো ব্যাপক সামাজিক ক্ষমতা উপভোগ কৰিছিল। সত্ৰ আৰু ৰাজকীয় আমোলাতন্ত্ৰত তেওঁলোকৰ ঘাটি আছিল। মতাদৰ্শ আছিল তেওঁলোকৰ একচেটিয়া ব্যাপাৰ। মধ্যযুগীয় উচ্চবৰ্ণৰ তান্ত্ৰিক , ডা-ডাঙৰীয়া, বিষয়া আৰু সত্ৰাধিকাৰৰ মাজৰ পৰা ওলাই অহা এই প্ৰভুত্বকাৰী গোটটোৱে সমগ্ৰ নাগৰিক-সমাজৰ ওপৰত আধিপত্য প্ৰতিষ্ঠা কৰাৰ প্ৰয়াস কৰিছিল। সেইটো ই কৰিছিল দুই ধৰণে। প্ৰথমতঃ ই তেনে আধিপত্য কায়েম কৰাৰ লক্ষ্যেৰে এলানি অনুষ্ঠান, প্ৰতিষ্ঠান আৰু এটা উপযুক্ত, কাৰ্যকৰী ৰাজনৈতিক মতাদৰ্শ গঢ়ি তুলিছিল। দ্বিতীয়তঃ (গুৰুত্বৰ ক্ষেত্ৰত ই প্ৰথমটোতকৈ

---

(২৩) **Selections from the Prison Note books, p 12**

(২৪) **Social and Economic Change in Assam; Middle Class Hegemony**

কোনোগুণে কম নহয়) বিভিন্ন বিচিত্ৰ জনগোষ্ঠীৰ মানুহৰ পৰা সম্মতি আদায় কৰিবলৈ ই প্ৰয়োজন সাপেক্ষে ৰাষ্ট্ৰৰ দমনৰ হাতিয়াৰবোৰো ব্যৱহাৰ কৰিছিল।

মধ্যশ্ৰেণীটোৱে ৰাষ্ট্ৰীয় আৰু অনা-ৰাষ্ট্ৰীয় (state & non-state) এই দুই ধৰণৰ অনুষ্ঠান-প্ৰতিষ্ঠানৰ ব্যৱহাৰ কৰিছিল; কেতিয়াবা বিচক্ষণতাৰে, কেতিয়াবা অদূৰদৰ্শিতাৰে। এই ক্ষেত্ৰত আমাৰ প্ৰতিকল্প (hypothesis) হৈছে এই যে অনা-ৰাষ্ট্ৰীয় (non-state) বোলা কথাষাৰ ৰাষ্ট্ৰীয় (state) বোলা কথাষাৰৰ ঠিক প্ৰতিশব্দ নহয়, বৰং বহুক্ষেত্ৰত অনা-ৰাষ্ট্ৰীয়ই ৰাষ্ট্ৰীয়ৰ পৰিপূৰক বা সহায়ক হিচাপেহে কাম কৰা পৰিলক্ষিত হয়। কথাটো মাৰ্ক্স আৰু এংগেলচেই বৰ প্ৰাঞ্জলকৈ আঙুলিয়াই দিছিলঃ

*Since the state is the form in which the individuals of a ruling class assert their common interests, and in which the whole civil society of an epoch is epitomised, it follows that the* ***State mediates in the formation of all common institutions and that the institutions receive a political form.***(২৫) (গুৰুত্ব আমাৰ)

*(ভাবাৰ্থ: যিহেতু ৰাষ্ট্ৰ হৈছে এনে এটা গাঁথনি য'ত শাসকশ্ৰেণীৰ ব্যক্তিসকলে নিজৰ উমৈহতীয়া অধিকাৰ সাব্যস্ত কৰে আৰু য'ত এটা যুগৰ নাগৰিক-সমাজৰ ক্ষুদ্ৰ সংস্কৰণ ফুটি উঠে, তাৰ পৰা এই কথাই ওলাই আহে যে ৰাষ্ট্ৰই সকলো ৰাজহুৱা অনুষ্ঠানৰ জন্মত মধ্যস্থতা কৰে আৰু তেনে অনুষ্ঠানবোৰে এক ৰাজনৈতিক ৰূপ পৰিগ্ৰহ কৰে।)*

সেইবুলি ৰাষ্ট্ৰই অনা ৰাষ্ট্ৰক নিৰংকুশ ভাৱে নিয়ন্ত্ৰণ কৰে বুলি ক'লেও অতি সৰলীকৰণ কৰা হ'ব। বৰং দ্বান্দ্বিকভাৱে ক'বলৈ গ'লে কেতিয়াবা ওলোটাটোও সঁচা হব পাৰে। আমাৰ যুক্তি হৈছে এই যে অসমীয়া মধ্যশ্ৰেণীয়ে যেতিয়া ৰাষ্ট্ৰৰ ওপৰত তুলনামূলক প্ৰাধান্য উপভোগ কৰা নাছিল, তেতিয়া ই অনা-ৰাষ্ট্ৰীয় অনুষ্ঠানবোৰৰ জন্ম দিছিল, যিবিলাকেৰে ই জনমতক গঢ় দিছিল আৰু সম্মতি তথা সহমত তৈয়াৰ কৰিছিল আৰু তাৰ ভৱিষ্যতে ৰাষ্ট্ৰৰ ওপৰত হাত দিছিল। তাৰ পাছৰ পৰা প্ৰয়োজন সাপেক্ষে ৰাষ্ট্ৰৰ দমনমূলক যন্ত্ৰও ব্যৱহাৰ কৰা হৈছিল। এইখিনিতে এটা কথাত আমি জোৰ দিব খোজোঁ। সেয়া হ'ল এই যে অনা-ৰাষ্ট্ৰীয় অনুষ্ঠানবোৰ জাতি-গঢ়োঁতা শ্ৰেণীটোৰ বাবে স্বয়ং ৰাষ্ট্ৰতকৈও কাৰ্যকৰী হাতিয়াৰ বিচাপে পৰিগণিত হৈছিল। এই অনুষ্ঠানবোৰ যিহেতু শ্ৰেণীবিহীন বা শ্ৰেণীৰ উৰ্ধত যেন ধাৰণা হৈছিল, সেয়েহে এইবোৰক দমনমূলক বা বলপূৰ্বক যেন দেখা নাযায়। দমন আৰু বলপ্ৰয়োগৰ সলনি ব্যৱহাৰ কৰা হয় মতাদৰ্শ। এইক্ষেত্ৰত সেই মতাদৰ্শ আছিল জাতীয়তাবাদ।

এই অধ্যায়ৰ আৰম্ভণিতে আমি উদ্ধৃত কৰা হ্বেচ বি ডেভিচে কোৱাৰ দৰেই জাতীয়তাবাদ হৈছে এক দুমুখীয়া অস্ত্ৰ। ইয়াৰ স্ব-বিৰোধৰ বিষয়লৈ যোৱাৰ আগতে আমি এটা প্ৰশ্নৰ উত্তৰ দিব লাগিব। প্ৰথমতঃ জাতি বা জাতিসত্তাৰ সংজ্ঞানো কি? স্তালিনে এই প্ৰশ্নৰ উত্তৰ এনেকৈ দিছেঃ

---

(২৫) *Feurbach, Opposition of Materialistic and Idealistic Outlook* in K. Marx and F. Engels Selected Works, Vol I, pp 77-8

*এটা জাতি হৈছে উমৈহতীয়া ভাষা, উমৈহতীয়া বাসভূমি, উমৈহতীয়া অৰ্থনৈতিক জীৱন আৰু উমৈহতীয়া মনস্তাত্বিক গাঁথনি, সাধাৰণভাৱে এই চাৰিটা বৈশিষ্ট্য সম্পন্নতাৰ ওপৰত ভিত্তি কৰি ঐতিহাসিকভাৱে গঢ়ি উঠা এক সুস্থিৰ জনসমষ্টি।*[২৬]

কিন্তু এই সংজ্ঞাৰ ভিত্তিত স্তালিনে পৃথিৱীত মাথো দুই বিধৰ জাতিহে আৱিষ্কাৰ কৰিছিল; সেয়া আছিল বুৰ্জোৱা জাতি আৰু সমাজবাদী জাতি। স্তালিনে যেতিয়া কৈছিল, '*এটা জাতি কেৱল এটা ঐতিহাসিক সম্প্ৰদায়েই (Category) নহয়, ই হৈছে এটা নিৰ্দিষ্ট যুগৰ, উদীয়মান পুঁজিবাদৰ যুগৰ ঐতিহাসিক সম্প্ৰদায়েই,*'[২৭] তেতিয়া তেওঁ বুৰ্জোৱা জাতিৰ কথাই বুজাইছিল।

ফৰাচী, ইংৰাজ, ইটালিয়ান, উত্তৰ-আমেৰিকান আদি জনাজাত বুৰ্জোৱা জাতিবোৰৰ বাহিৰেও স্তালিনে আনকি ৰুচ, ইউক্ৰেনিয়ান, টাটাৰ, আৰ্মেনিয়ান আদি জাতিবোৰকো একে শাৰীতে ৰাখিছিল। পূৰ্বৰ চোভিয়েট ইউনিয়নত ঘটা পৰৱৰ্তী আৰু শেহতীয়া ঘটনাৰাজিয়ে, বিশেষকৈ দেশখনৰ পতনে এটা গুৰুতৰ প্ৰশ্ন উত্থাপন কৰে। কিন্তু বহুৰ আগতে চাৰ্লচ বেটেলহাইমে প্ৰশ্ন কৰিছিল যে প্ৰাক্-বিপ্লৱ চোভিয়েট ইউনিয়ন এখন পুঁজিবাদী দেশ আছিল, নে সি এখন প্ৰাক-পুঁজিবাদী, প্ৰধানতঃ সামন্তবাদী দেশ আছিল?[২৮] যদিহে সি এখন দ্বিতীয় বিশ্বৰ ৰাষ্ট্ৰ আছিল, তেনেহ'লে ওপৰত কৈ অহা চোভিয়েট ইউনিয়নৰ জাতিবোৰো নিশ্চয় বুৰ্জোৱা জাতি নাছিল। কিন্তু দুৰ্ভাগ্যক্ৰমে আমি প্ৰাক্-পুঁজিবাদী, সামন্তীয়, ঔপনিবেশিক যুগৰ জাতিৰ সম্পৰ্কে আলোচনা-বিলোচনা খুব কমেইহে পঢ়িবলৈ পাওঁ। স্তালিনে সেয়ে মাত্ৰ দুবিধ জাতিৰ কথা কৈয়েই আলোচনাটো মোখনি মাৰি থৈছিল। তেওঁ কৈছিল ঃ

*ইতিহাসে জনা জাতি এই দুবিধেই।*[২৯] (গুৰুত্ব আমাৰ)

উপনিবেশসমূহৰ জাতিবিলাকৰ কথা আলোচনা কৰোঁতে লেনিনে পাছে স্তালিনতকৈ বহু বেছি মননশীলতাৰ পৰিচয় দিছিল। তেওঁ 'জাতিসমূহৰ আত্মনিৰ্ধাৰণৰ (Self determination) বেলিকা তিনিধৰণৰ দেশৰ' উল্লেখ কৰিছিল। সেইবিলাকৰ ভিতৰত তেওঁ প্ৰথমতে উল্লেখ কৰিছিল পশ্চিম ইউৰোপ আৰু আমেৰিকাৰ উন্নত পুঁজিবাদী দেশবোৰৰ কথা, য'ত প্ৰগতিশীল বুৰ্জোৱা গণতান্ত্ৰিক আন্দোলন বহু আগতেই শেষ হৈছিল। কি উপনিবেশ, কি নিজৰ দেশ, উভয়তে এই 'বৃহৎ' জাতিবোৰ আছিল নিপীড়ক। দ্বিতীয় বিধৰ দেশবোৰৰ ভিতৰত লেনিনে অষ্ট্ৰিয়া, বাচিয়া আৰু বালকান ৰাজ্যসমূহক সামৰি লোৱা পূব ইউৰোপক স্থান দিছিল। এই দেশবোৰত বুৰ্জোৱা-গণতান্ত্ৰিক বিপ্লৱ কুৰি শতিকাতহে সংঘটিত হৈছিল।[৩০]

শেহত লেনিনে কৈছিল (বৰ্তমানে তৃতীয় বিশ্ব বুলি জনাজাত) অৰ্ধ ঔপনিবেশিক আৰু ঔপনিবেশিক দেশবোৰৰ কথা, যিবোৰৰ যুগ্ম জনসংখ্যা সেইসময়তে এশ কোটিৰ কম

(২৬) The National Question and Leninism, p.5
(২৭) Marxism and the National Question, pp 18-26
(২৮) Class Struggle in the U.S.S.R., Paris 1994
(২৯) The National Question and Leninism, p.10
(৩০) The Right of Nations to Self-Determination, pp. 105-06

নাছিল। লেনিনে উপনিবেশ সমূহৰ আত্ম-নিৰ্ধাৰণৰ সংগ্ৰামক উৰ্ধত তুলি ধৰিছিল। কিন্তু তথাপিও লেনিনৰ লেখনীতো উপনিবেশবিলাকৰ আভ্যন্তৰীণ জাতীয়-জনগোষ্ঠীগত সংগ্ৰামবোৰৰ বিষয়ে বিতং আলোচনা পাবলৈ নাই।(৩১)

লেনিনৰ গুৰু, প্ৰবাদপুৰুষদ্বয় মাৰ্ক্স আৰু এংগেলচে জাতিৰ কথা কওঁতে সাধাৰণভাৱতহে কৈছিল। উদাহৰণস্বৰূপে কমিউনিষ্ট ইস্তাহাৰত তেওঁলোকে 'বৰ্বৰ জাতি'ৰ কথা কৈছিল।(৩২) এংগেলচে 'হেজাৰ বছৰ জুৰি বৰ্তিথকা অসংখ্য জাতি'ৰ কথা কৈছিল। তেওঁ বহেমিয়ান, কৰিন্থিয়ান, ডালমেচিয়ান আদি মুমূৰ্ষু জাতিৰ কথাও কৈছিল, যিবিলাকে ইতিমধ্যে এক সহস্ৰাব্দতকৈ বেছি সময় বৰ্তি আছিল।(৩৩) ইয়াৰ পৰা দেখা যায়, মাৰ্ক্স-এংগেলচে জাতি আৰু জাতিসত্তা শব্দদুটা সম্প্ৰদায় বা গোষ্ঠীসত্তাৰ অৰ্থত সলনাসলনিকৈ ব্যৱহাৰ কৰিছিল। ইউৰোপৰ ৰাজনীতি, অৰ্থনীতি আৰু সমাজকলৈ অতিশয় ব্যস্ততাৰ বাবেই, এই মহান চিন্তাবিদদ্বয়ে ভাৰতবৰ্ষ আৰু প্ৰাচ্যৰ জাতি-গঠন প্ৰক্ৰিয়াৰ অপাৰ অজস্ৰ বৈশিষ্ট্য সম্পৰ্কে মূৰ ঘমোৱাৰ অৱকাশেই পোৱা নাছিল। অসমৰ জাতি-গঠন প্ৰক্ৰিয়াৰ সম্পৰ্কে মাৰ্ক্সবাদী আৰু বুৰ্জোৱা দুয়োবিধৰ আলোচনা এতিয়াও বিৰল।

সেয়েহে আমাৰ সমুখত এটাই বিকল্প বাকী ৰ'ল। সেয়া হ'ল হাতত ফাং-চিপ্ৰাংলৈ ভূগৰ্ভৰ কয়লাখনিত প্ৰৱেশ কৰা; বিপদৰ আশংকা লৈয়েই কয়লা (অথবা আনকি হীৰা?) উদঘাটন কৰা। কাৰণ জাতি-গঠন প্ৰক্ৰিয়াৰ স্ৰোত-প্ৰতিস্ৰোত বুজিবলৈ, তাৰ সবলতা-দুৰ্বলতাৰ গম ল'বলৈ আৰু বিভিন্ন সামাজিক শক্তিবিলাকৰ পাৰস্পৰিক শক্তিৰ পৰিমাপ ল'বলৈ হ'লে সমাজতত্ব, ইতিহাস, সাহিত্য, ভাষা আৰু আনকি অৰ্থনীতিৰ গভীৰত প্ৰৱেশৰ কোনো বিকল্প নাই। অকল তথ্য পাতিৰ আলেখ লেখ ল'লেও নহ'ব। সেই তথ্যবোৰক এক সামগ্ৰিক আৰু সুসংগত তাত্বিক কাঠামোৰ আলমত এটা একক যুক্তিৰ অংশ হিচাপে সজাবও লাগিব।

যি কি নহওক, তত্বৰ কথা ওলাওঁতেই আমি আৰম্ভণিতেই এটা কথা স্পষ্ট কৰি থ'ব খোজোঁ। আমি বিমূৰ্তভাৱে সূত্ৰায়ন কৰিব নোখোজোঁ। তাৰ বিপৰীতে আমি অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ বিকাশক এক ঐতিহাসিক সামাজিক বিৱৰণ হিচাপে আগবঢ়াব বিচাৰোঁ। আমি ইয়াত এক নিৰ্গমনমূলক (deductive) নহয়, আগমনমূলক (inductive) পদ্ধতিহে ব্যৱহাৰ কৰিম, কাৰণ আমি তত্বৰ পৰা তথ্যলৈ যাব নিবিচাৰোঁ। বৰং আমি প্ৰমাণিত তথ্যৰ ওপৰত ভিত্তি কৰিহে এক তত্বৰ ৰূপৰেখা ৰচিম। পূৰ্ব-উল্লেখিত জাতি আৰু জাতিসত্তাৰ তত্ববোৰকো আমি মতান্ধভাৱে গ্ৰহণ নকৰোঁ। তাৰ বিপৰীতে তেজ আৰু ঘামৰ আখৰেৰে ইতিহাসৰ যি অহৰহ সংৰচনা চলি আছে তাৰ কষটি শিলতহে সকলো তত্বক ঘঁহিমাজি চোৱা হ'ব।

---

(৩১) Ibid, pp 105-06

(৩২) **K. Marx and F. Engels Selected Works**, Vol.I, p. 112

(৩৩) *Revolution and Counter Revolution in Germany* in **K. Marx and F. Engels Selected Works**, Vol.I, p. 364

# কেন্দ্ৰীয় দ্বন্দ্বটো

এই চলমান, নিৰ্মীয়মান ইতিহাস এক কেন্দ্ৰীয় দ্বন্দ্বৰ চৌপাশে আৱৰ্তিত। এয়া হৈছে কল্পনা আৰু বাস্তৱৰ, তত্ত্ব আৰু তথ্যৰ, মনোগত আৰু বস্তুগতৰ মাজৰ দ্বন্দ্ব। আমি এই দ্বন্দ্বটো এনেকৈ উপস্থাপন কৰিব বিচাৰিছোঁ ঃ অসমীয়া মধ্যবিত্ত শ্ৰেণীয়ে কল্পনা (imagine) কৰিছিল যে ইয়াৰ চৌপাশে থকা অজস্ৰ, বিচিত্ৰ জনগোষ্ঠীক সামৰি ই এটা জাতি/জাতিসত্তা গঠন কৰিব। ই বাস্তৱৰ কঠিন খুন্দাৰ সমুখীন হ'ব লগা হৈছিল। কল্পনা আৰু বাস্তৱ, আকাংক্ষা আৰু প্ৰতিকূলতাৰ মাজৰ এই দ্বন্দ্ব আৰু তাৰ সমাধানেই হ'ল আমাৰ আলোচ্য ইতিহাসৰ চালিকা শক্তি। আমি বাৰুকৈয়ে জানো যে দ্বন্দ্ব বা বিৰোধ অবিহনে একোৱেই বিকশিত হ'ব নোৱাৰে। এই মৌলিক দ্বন্দ্বৰ বিষয়ে আৰু এষাৰ কোৱা প্ৰয়োজন।

এটা জাতিসত্তাৰ 'কল্পনা' (imagine) কৰাৰ কথা কওঁতে আমি **Imagined Communites** নামৰ গ্ৰন্থখনৰ প্ৰণেতা বেনেডিক্ট এণ্ডাৰচনৰ উল্লেখ কৰিবই লাগিব। এণ্ডাৰচনে যুক্তি আগবঢ়াইছিল যে জাতি বোলা বস্তুটো ভাষা, ধৰ্ম, জনগোষ্ঠীৰ দৰে সমাজতাত্বিক চৰ্তাৱলীৰ নিৰ্ধাৰিত ফচল নহয়, আনকি ই কোনো ঐতিহাসিক প্ৰক্ৰিয়াৰো পৰিণতি নহয়। সেইবিলাক মাথো 'কল্পনাৰ জৰিয়তে জন্ম দিয়া হৈছিল' (imagined into existence)। যিবোৰ সঁজুলিৰ জৰিয়তে এনে কল্পনাক দিঠকত পৰিণত কৰা হৈছিল, সেইবোৰৰ কথাও এণ্ডাৰচনে নিজেই কৈছিল। সেইবোৰ হৈছে 'মুদ্ৰণ-পুঁজিবাদ'ৰ (print capitalism) দৰে কেতবোৰ প্ৰধান প্ৰাতিষ্ঠানিক ৰূপ। এণ্ডাৰচনে আমেৰিকা, ইউৰোপ আৰু ৰাচিয়াৰ সুনিৰ্দিষ্ট পৰিস্থিতিৰ পৰা উদ্ভুত কেতবোৰ আৰ্হিও (modular forms) প্ৰক্ষেপণ কৰিছিল। তেওঁৰ মতে তৃতীয় বিশ্বৰ পৰৱৰ্তী সকলো জাতীয়তাবাদে পশ্চিমীয়া আৰ্হিবোৰৰ মাজৰ পৰাই নিজৰ বাবে আৰ্হি বাচি ল'ব লাগিব।

তেওঁৰ যুক্তিৰ দ্বিতীয় অংশটো আমি প্ৰথমতে আলোচনা কৰিম। স্পষ্ট কথা, আমি ইতিহাসৰ দ্বাৰা কোনো পূৰ্বনিৰ্ধাৰণ সম্ভৱ বুলিও নামানো আৰু ই কিবা সৰ্বশক্তিমান ধৰণে চলমান ঘটনাপ্ৰবাহৰ ওপৰত হস্তক্ষেপ কৰে বুলিও বিশ্বাস নকৰোঁ। তদুপৰি আমি পাশ্চাত্য কেন্দ্ৰিকতাৰো (West centrism) বিৰোধী। **Eurocentrism, The Arab Nation** আদি কিতাপৰ লেখক চমিৰ আমিন আৰু **Black Athena**[৩৪]ৰ লেখক মাৰ্টিন বাৰ্ণাল আদিৰ দৰে আমিও বিশ্বাস কৰোঁ যে কথাটো আচলতে বিপৰীত ধৰণৰহে; মানৱ সভ্যতাৰ এতিয়ালৈকে জ্ঞাত পৰ্যায়বোৰত প্ৰাচ্যইহে পাশ্চাত্যক নেতৃত্ব দি আহিছে। আমি আমাৰ কল্পনাৰ ক্ষেত্ৰতো আনক অনুকৰণ কৰাৰ প্ৰয়োজন নাই। কাৰণ এচিয়া, আফ্ৰিকা আৰু লেটিন আমেৰিকাৰ জাতি-গঠন প্ৰক্ৰিয়াৰ লগত ইউৰোপ আৰু আন পশ্চিমীয়া দেশবোৰৰ জাতি গঠন প্ৰক্ৰিয়াৰ আকাশ-পাতাল পাৰ্থক্য থাকিব পাৰে। কাৰণ এচিয়া, আফ্ৰিকা আৰু

---

(৩৪) **Black Athena** গ্ৰন্থত বাৰ্ণালে দেখুৱাইছে যে গ্ৰীকসকলে তেওঁলোকৰ সভ্যতাৰ বাবে আফ্ৰিকাৰ কৃষ্ণকায়সকলৰ ওচৰত ঋণী। আনকি গ্ৰীক দেৱী এথেনাও এগৰাকী ক'লী গোসানীহে। এই প্ৰসংগত আৰু দ্ৰষ্টব্যঃ Edward W. Said: **Orientalism**, (Delhi,2001)

লেটিন আমেৰিকা যিক্ষেত্ৰত শক্তিশালী প্ৰাক্-পুঁজিবাদী অৱশেষ থকা ঔপনিবেশিক, অৰ্ধ-ঔপনিবেশিক বা নব্য-ঔপনিবেশিক দেশ; ইউৰোপ, আমেৰিকা আৰু জাপান সেই ক্ষেত্ৰত সাম্ৰাজ্যবাদী দেশ। পশ্চিমীয়া ধৰণৰ জাতি-গঠন তৃতীয় বিশ্বত সম্পূৰ্ণ হোৱাৰ উদাহৰণ বিৰল।

আমি এই অধ্যায়তে দেখুৱাই আহিছোঁ যে ধ্ৰুপদী (Classical) ইউৰোপীয় সামন্তবাদৰ লগত কৰদ ভিত্তিক উৎপাদন সম্পৰ্কৰ (tributory mode of production) গুৰুতৰ পাৰ্থক্য আছে। আমি সেই বাবেই আহোম শাসনৰ পাছৰছোৱাক সামন্তীয় ব্যৱস্থা (feudalism with a tributory mode) আখ্যা দিছোঁ। এই ক্ষেত্ৰত আমাৰ কথা হ'ল এয়ে যে ধ্ৰুপদী (Classical) ইউৰোপীয় সামন্তবাদ, কৰদ ভিত্তিক ব্যৱস্থা, (Tributory Mode), এচিয়াটিক পদ্ধতি (Asiatic Mode), আৰু প্ৰাচ্য স্বেচ্ছাচাৰিতা (Oriental Despotism) ৰ মাজত বহু সূক্ষ্ম আনকি গুৰুতৰ পাৰ্থক্যও আছিল। সাধাৰণীকৰণ যিমান প্ৰয়োজন, পৃথকীকৰণো সিমানে প্ৰয়োজন। দুয়োটাই একেটা মুদ্ৰাৰে ইপিঠি-সিপিঠি। সিহঁত বিপৰীত, কিন্তু অবিচ্ছেদ্যভাবে সম্পৃক্ত।

জাতি গঠনো এক সদৃশ পৰিঘটনা। ইউৰোপীয় জাতি-গঠন আৰু তৃতীয় বিশ্বৰ জাতি গঠনৰ মাজতো বহু সূক্ষ্ম আৰু গুৰুতৰ পাৰ্থক্য আছে। তদুপৰি ইউৰ'কেন্দ্ৰিক জগতৰ বাহিৰত যি তৃতীয় বিশ্ব, তাৰ অন্তৰ্গত দেশ তথা জাতিবোৰৰ মাজতো কোনো একতা বা সমসত্তা নাই। আমাৰ মতে, এনে এক পৰিস্থিতিত এজন সমাজ-গৱেষকৰ কৰ্তব্য হৈছে ধ্ৰুপদী (Classical) অৰ্থাৎ ইউৰ'কেন্দ্ৰিক আৰ্হিটোৰ লগত বাকীবোৰৰ পাৰ্থক্য বিচাৰি উলিওৱা, সেই পাৰ্থক্যক সাধাৰণীকৰণ কৰা আৰু বেনেডিক্ট এণ্ডাৰচনে ডাঙি ধৰিব খোজা ধৰণৰ কোনো বিশেষ আৰ্হিক অন্ধভাৱে মানি নচলাটোহে।

এই কথা সঁচা যে আমি কল্পনা কৰোঁ আৰু কল্পনা কৰা কথাবোৰ দিঠকত পৰিণত হোৱাও দেখোঁ। কিন্তু ফলৱতী হ'বলৈ হ'লে কল্পনাবোৰৰ দৃঢ় বস্তুগত ভিত্তি থাকিবই লাগিব। কিন্তু সেইবুলি সকলো খেয়ালী মনৰ সকলো উদ্ভট কল্পনাই বাস্তৱত পৰিণত নহয়। শূন্যৰ পৰা শূন্যহে ওলায়। গ্ৰীকসকলে ক'বৰ দৰে, 'Ex nihilo nihil fit' অৰ্থাৎ বাস্তৱতাই নিষিক্ত নকৰিলে বন্ধ্যা ধাৰণাই একোৱেই জন্ম দিব নোৱাৰে।

কল্পনাৰ কথালৈ ঘূৰি যাওঁ। আমি প্ৰথমতে উত্তৰ দিব লাগিব কল্পনাকাৰীসকলনো কোন, আৰু তেওঁলোকেনো কি কল্পনা কৰিছিল। এই সমগ্ৰ গ্ৰন্থখনিত কল্পনাকাৰী (Imaginer) বোলোতে আমি অসমীয়া মধ্যশ্ৰেণীক বুজাইছোঁ যাৰ উদ্ভৱৰ সম্পৰ্কে এই অধ্যায়তে আলোচনা কৰা হৈছে। সেই শ্ৰেণীৰ বিষয়ে অধিক আলোচনা আমি অন্তিম-অধ্যায়টোত কৰিম পশ্চাৎ অৱলোকনৰ পদ্ধতিত। ইয়াত আমি বহলাব খোজা নাই। ইয়াত এইখিনি ক'লেই যথেষ্ট হ'ব যে অসমীয়া মধ্যবিত্ত শ্ৰেণী এটা সুষম, সমসত্তা-সম্পন্ন শ্ৰেণী নাছিল। বৰং ই আছিল কেতবোৰ বহুসত্তাসম্পন্ন (heterogenous) শ্ৰেণীৰ এক মৰ্চাৰ দৰে। পূৰণি সামন্তীয় সমাজৰ গৰ্ভৰ পৰা সাম্ৰাজ্যবাদৰ ঔৰষত জন্ম লভা এই মিশ্ৰিত শ্ৰেণীটোৱে ঔপনিবেশিক সাঁচতে গঢ়লৈ উঠিছিল; কিন্তু ইয়াৰ আত্মাটো সামন্তীয় হৈয়েই বৈছিল।

এই গ্ৰন্থখনত মধ্যশ্ৰেণী বা মধ্যবিত্তশ্ৰেণী বুলি কওঁতে আমি সেয়ে নিম্নোক্ত

শ্ৰেণীবোৰৰ এক সমাহাৰকে বুজাম ঃ চাহমালিক আৰু আন তেনে উদ্যোগীক লৈ গঠিত প্ৰট বুৰ্জোৱাজি; শিক্ষক, উকীল, চিকিৎসক, সাংবাদিক আৰু তেনে আন মসীজীৱী সকলক লৈ গঠিত পেটি বুৰ্জোৱাজি; সদাগৰ, বিক্ৰীদাৰ, ডীলাৰ, এজেন্ট, সুতখোৰ, মহাজন আদিক লৈ গঠিত ব্যৱসায়ী শ্ৰেণী; বিষয়াৰ পৰা কেৰাণীলৈকে চৰকাৰী চাকৰিয়ালসকল, মৌজাদাৰ, চৌধুৰী, জমিদাৰ, ভূস্বামী আদিৰ ভূ ভিত্তিক শ্ৰেণী; সত্ৰাধিকাৰ, গাঁৱলীয়া পুৰোহিত আদিৰে গঠিত ধৰ্মাধিকাৰ শ্ৰেণী আদি।

অসমীয়া মধ্যশ্ৰেণীৰ এই গাঁথনিত পাছে বিশেষ অনন্যতা নাই। সমগ্ৰ ভাৰততে এই শ্ৰেণীৰ গাঁথনি একেধৰণৰে আছিল। ড° বি বি মিশ্ৰৰ ভাষাত ঃ

*(মধ্যশ্ৰেণীৰ) অংশীদাৰ গোটবোৰ যদিও বহুসত্তা সম্পন্ন আৰু সময়ে সময়ে পৰস্পৰৰ বিৰুদ্ধে সংঘাতত লিপ্ত, তথাপিও সিবিলাকৰ আচৰণ পদ্ধতি আৰু জীৱনশৈলীতে কেৱল নহয়, সিবিলাকৰ চিন্তন আৰু সামাজিক মূল্যবোধতো এক সুষমতাৰ উপাদান বহুলাংশে ফুটি উঠে। তেওঁলোকৰ বিকাশৰ বিশেষ পৰিস্থিতিয়ে শিক্ষিত বৃত্তিজীৱীসকল, অৰ্থাৎ চৰকাৰী চাকৰিয়াল, উকীল, মহাবিদ্যালয়ৰ শিক্ষক আৰু চিকিৎসকসকলক ভাৰতীয় মধ্যশ্ৰেণীবোৰৰ এটা বুজন অংশত পৰিণত কৰিলে।*(৩৫)

ড° মিশ্ৰই তেওঁৰ ভাৰতীয় মধ্যশ্ৰেণীবোৰৰ উক্ত সংজ্ঞাৰ ভিতৰত সদাগৰ, ব্যৱসায়ী, অধীক্ষক, পৰিদৰ্শক আদিৰ উপৰিও ৰাজনৈতিক, সাংস্কৃতিক, শৈক্ষিক তথা সমাজসেৱামূলক অনুষ্ঠানৰ কাৰ্যকৰ্তা সকল, অসামৰিক আৰু প্ৰশাসনীয় সেৱাৰ লোকসকল, বিচাৰক, উকীল, চিকিৎসক, শিক্ষক, সাংবাদিক, কাৰিকৰ, শিল্পী, ধৰ্মপ্ৰচাৰক, পুৰোহিত, আনকি মধ্যকৃষক, দোকানী, আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰকো অন্তৰ্ভুক্ত কৰিছিল।

কেম্ব্ৰিজ স্কুল বুলি জনাজাত ঐতিহাসিক গোষ্ঠীটোৰ অন্যতম তাত্বিক অনিল শীলেও (ঘটনাক্ৰমে তেখেত আচাৰ্য ব্ৰজেন্দ্ৰনাথ শীলৰ পুত্ৰ) দেখুৱাইছে কেনেকৈ ভাৰতীয় মধ্যশ্ৰেণীটো ঘাই কৈ বিভিন্ন বৃত্তিজীৱী গোটৰ ওপৰত ভৰদি গঢ়ি উঠিছে।(৩৬) সেইদৰে ড° হীৰেন গোহাঁয়ে অসমীয়া মধ্যশ্ৰেণীৰ আয়ৰ মাত্ৰ দুটা উৎসহে নিৰ্দেশ কৰিছে ঃ সেয়া হ'ল চৰকাৰী চাকৰি বা চাহ-বাগানৰ বাবুগিৰি আৰু মৌজাদাৰী। দুয়োটাই হৈছে পৰনিৰ্ভৰ ৰঘুমলা সদৃশ কাম, য'ত বিশেষ উদ্যম বা উৎপাদনী কলা-কৌশলৰ প্ৰয়োজন নাই। তেওঁ আৰু দেখুৱাইছে অসমীয়া মধ্যশ্ৰেণী কেনেকৈ ওকালতি বৃত্তি গ্ৰহণৰ ক্ষেত্ৰতো অত্যুৎসাহী আছিল।(৩৭)

অসমীয়া মধ্যশ্ৰেণী সম্পৰ্কীয় এই আলোচনাত এটা চিন্তা উদ্ৰেককাৰী মাত্ৰা যোগ হ'ল যেতিয়া ভাস্কৰ নন্দীৰ নেতৃত্বাধীন বাওঁপন্থীসকলে ৰাষ্ট্ৰীয় শ্ৰেণীৰ (State-Class) ধাৰণাটো আগবঢ়ালে ঃ

*নিজৰ শ্ৰেণী-স্বাৰ্থ আদায় কৰিবলৈ যাওঁতে অসমীয়া-বুৰ্জোৱা ভূ-স্বামী শ্ৰেণীবোৰে*

---

(৩৫) **The Indian Middle Classes : Their Growth in Modern Times**, pp-12-13

(৩৬) **The Emergence of Indian Nationalism (New Delhi, 1982) pp 114-297**

(৩৭) *Origins of the Assamese Middle class* in **Assam : A Burning Question**, pp-80-81

*ৰাষ্ট্ৰযন্ত্ৰৰ ওপৰত প্ৰায় সম্পূৰ্ণৰূপে যিদৰে নিৰ্ভৰশীল হৈ পৰে, সি এক কথাত ক'বলৈ গ'লে অনন্য* (Unique)। *ব্ৰিটিছ শাসনৰ সমগ্ৰ সময়ছোৱাতে অসমীয়া ভূ-স্বামী শ্ৰেণীটো ভাৰতৰ আন প্ৰান্তৰ ভূ-স্বামী শ্ৰেণীৰ দৰে শক্তিশালী নাছিল। এই দুৰ্বলতাৰ কাৰণ আছিল সামন্তবাদৰ দুৰ্বল বিকাশ আৰু কৃষিযোগ্য মাটিৰ প্ৰচুৰতা, যাৰ ফলত কৃষকৰ ওপৰত সুতখোৰৰ চাপ কম আছিল। অসমীয়া সকলৰ মাজত বহতীয়া, সদাগৰী, সুতখোৰী পুঁজিৰ বিকাশো আছিল খুবেই মন্থৰ। ফলস্বৰূপে, কেইটামান চাহ মালিক পৰিয়ালক বাদ দিলে (অসমীয়া) বুৰ্জোৱাজি প্ৰায় সম্পূৰ্ণৰূপেই (ড° হীৰেন গোঁহাইৰ ভাষাত ক'বলৈ গ'লে) 'ৰাজকোষৰ পাইকাৰী লুণ্ঠন'ৰ ওপৰত নিৰ্ভৰশীল আছিল।*[৩৮]

আনহাতে ড° হীৰেন গোঁহায়ে আঙুলিয়াই দিছে যে উন্নয়ন কাৰ্যসূচীৰ নামত ৰাজকোষৰ পৰা লুণ্ঠন কৰা ধনেৰেই অসমীয়া মধ্যশ্ৰেণীয়ে নিজকে সমৃদ্ধ কৰি আহিছে[৩৯]। তথাপিও এই শ্ৰেণীটোৱে অঞ্চলটোৰ উন্নয়নৰ চাবি-কাঠি নিজৰ হাতৰ মুঠিলৈ আনিব পৰা নাছিল। তাৰ কাৰণ স্পষ্ট ঃ এই শ্ৰেণীটো পূৰ্বতে সাম্ৰাজ্যবাদী একচেতিয়া পুঁজিৰ বহতীয়া আছিল, আৰু বৰ্ত্তমানে ই তেনে পুঁজিৰ লগতে, ভাৰতীয় দালাল বৃহৎ পুঁজিৰো বহতীয়া।

অসমীয়া মধ্যশ্ৰেণীৰ চৰিত্ৰৰ সম্পৰ্কে আৰু এবাৰ মৌলিক কথা আছে। সৰ্বভাৰতীয় মধ্যশ্ৰেণীৰ দৰে অসমীয়া মধ্যশ্ৰেণীও মূলতঃ বৰ্ণহিন্দু প্ৰধান। এই কথাই ভাৰতীয় বুদ্ধিজীৱী আৰু মধ্যশ্ৰেণীৰ জাতি-বৰ্ণ-জনগোষ্ঠীগত গাঁথনিলৈ মনত পেলাই দিয়ে। ড° বি বি মিশ্ৰই দেখুৱাইছে কেনেকৈ আনকি ঔপনিবেশিক আমোলতো সংস্কৃত আৰু ইংৰাজী দুয়োবিধৰ মহাবিদ্যালয়ত বৰ্ণহিন্দু প্ৰাধান্য বাহাল আছিল। এইক্ষেত্ৰত আমোদজনক কথাটো হ'ল এই যে, আনকি যেতিয়া কোনো ব্ৰিটিছে ব্যক্তিগত উদ্যোগতো শিক্ষানুষ্ঠান গঢ়ি তুলিছিল, তেতিয়াও উচ্চবৰ্ণহিন্দুৰ প্ৰভুত্ব ক্ষুণ্ণ হ'বলৈ দিয়া নাছিল। বিখ্যাত মাউণ্ট ষ্টুৱাৰ্ট এলফিনষ্টনৰ দ্বাৰা প্ৰতিষ্ঠিত মুম্বাইৰ এলফিনষ্টন কলেজখন তেনেকৈয়ে ব্ৰাহ্মণ্যবাদীহঁতৰ দুৰ্গত পৰিণত হৈছিল। এলফিনষ্টন নিজেও পৰম্পৰাপন্থী আছিল,

***যিজনে মাৰাঠাসকলৰ বাবে ব্ৰাহ্মণ্যবাদী ঐতিহ্যৰ সংৰক্ষণৰ পোষকতা কৰিছিল। কাৰণ তেওঁ ভয় কৰিছিল যে নিম্ন জাতি-বৰ্ণবোৰৰ মাজত শিক্ষাৰ ব্যাপক প্ৰচলনৰ নীতিয়ে সমাজৰ শাসক শক্তি অৰ্থাৎ বৰ্ণহিন্দু সকলৰ বিৰাগ ওপজাব।***[৪০] (গুৰুত্ব আমাৰ)

বৃত্তিজীৱী শ্ৰেণীবিলাকৰ প্ৰসংগটো আৰু গুৰুতৰ আছিল। ড° মিশ্ৰই খোলাখুলিকৈয়ে আঙুলিয়াই দেখুৱাইছে কেনেকৈ ভাৰতবৰ্ষত বৃত্তিজীৱী শ্ৰেণীবিলাকৰ বিকাশৰ নিৰ্দিষ্ট পৰিস্থিতিয়ে সিবিলাকৰ মাজত জাতি-বৰ্ণীয় স্তৰবিন্যাসত উচ্চতৰসকলৰ প্ৰাধান্যকে সুনিশ্চিত কৰিছিল।[৪১] বুদ্ধিজীৱী আৰু বৃত্তিজীৱী শ্ৰেণীৰ ক্ষেত্ৰত সৰ্বভাৰতীয় যিটো পৰিস্থিতি,

---

(৩৮) *The Assam Question* in **Economic and Political Weekly** (July 1980) later reprinted in Vaskar Nandy ed. **For A New Democracy**, Assam Special Issue, 1983.
(৩৯) *Origins of the Assamese Middle Class* in **Assam, A Burning Question**, p.70
(৪০) **The Indian Middle Class**, p. 158
(৪১) Ibid

সেইটো অসমীয়া মধ্যশ্ৰেণীৰ ক্ষেত্ৰতো প্ৰযোজ্য আছিল। পৰৱৰ্তী অধ্যায়সমূহে আমাৰ এই প্ৰপঞ্চসমূহকে প্ৰমাণ বা অপ্ৰমাণ কৰিব। জাতি গঢ়োঁতা বা স্বপ্নদ্ৰষ্টা শ্ৰেণীটোৰ আৰ্থসামাজিক গাঁথনি আমি বিভিন্ন তথ্য আৰু বিপৰীত-তথ্যৰ মাজেৰে চালি জাৰি উলিয়াম।

স্বপ্নদ্ৰষ্টা শ্ৰেণীটোৰ অন্তঃগাথনি সম্পৰ্কে সদ্যহতে সিমানেই। কিন্তু প্ৰশ্ন হ'ল তেওঁলোকেনো কি সপোন দেখিছিল? এতিয়া সেই সম্পৰ্কে একাষাৰ কথা।

এইটো সন্দেহাতীত ভাবে ক'ব পাৰি যে অসমীয়া মধ্যশ্ৰেণীয়ে সপোন দেখিছিল যে -

## 'নিজা গৃহভূমিত এটা জাতি গঢ়ি উঠক!'

জাতি গঢ়োঁতাসকলে ভালকৈয়ে জানিছিল যে এটা জাতি গঢ়ি উঠিবলৈ হ'লে এটুকুৰা নিৰ্দিষ্ট ভূ-খণ্ডৰ প্ৰয়োজন। সেয়েহে তেওঁলোকে সমগ্ৰ অবিভক্ত অসমকে নিৰ্মীয়মান জাতিটোৰ বাসভূমি বুলি ধৰি ল'লে। তেওঁলোকৰ কল্পনাৰ অসমখনৰ পৰা বাঙালী অধ্যুষিত চিলেট জিলাক বাদ দিবলৈ বিচৰা হৈছিল, কিন্তু খাচী-জয়ন্তীয়া আৰু গাৰো পাহাৰ জিলা(বৰ্তমান মেঘালয়), নগাপাহাৰ জিলা (বৰ্তমান নাগালেণ্ড),লুচাই পাহাৰ জিলা (বৰ্তমান মিজোৰাম) আৰু উত্তৰ পূৱ সীমান্ত এজেন্সী বা নেফা(বৰ্তমান অৰুণাচল)ক বাদ দিয়াৰ কথা উঠিলেই অসমীয়া মধ্যশ্ৰেণী জাঙুৰ খাই উঠিছিল। অসমীয়া জাতি গঢ়োঁতা সকলৰ সপোনৰ বৰ অসম খন পাছে আৰু ডাঙৰ আছিল। তেওঁলোকে ঐতিহাসিক ভাবে দুখন স্বাধীন ৰাজ্য ত্ৰিপুৰা আৰু মণিপুৰকো অসমত সুমুৱাই লোৱাৰ সপোন দেখিছিল। বেচ কিছুদিন বংগৰ লগত থকা গোৱালপাৰাকো অসমলৈ ঘূৰাই আনিব খুজিছিল। মানাহ বা হাদিৰাচকীতো মধ্যশ্ৰেণীৰ সপোন থমকি ৰোৱা নাছিল। কোচ ৰাজবংশী অধ্যুষিত কোচবিহাৰ, জলপাইগুৰি, আৰু ৰংপুৰ(এই জিলাখন এতিয়া বাংলাদেশত) আৰু নেপালী অধ্যুষিত দাৰ্জিলিং জিলাখনকে ধৰি সমগ্ৰ উত্তৰ বংগকে অসমৰ অন্তৰ্ভুক্ত কৰিবলৈও বিচৰা হৈছিল। এইটো যে কেৱল জনৈক উন্মাদ স্বপ্নদ্ৰষ্টাৰ খেয়ালী কল্পনা নাছিল, তাৰ প্ৰমাণ পোৱা যায় কাকত-আলোচনীত শ-শ পৃষ্ঠা জুৰি চলা এই সংক্ৰান্তীয় আলোচনাত। (এই গ্ৰন্থৰ তৃতীয় অধ্যায়ত আমি আলোচনা কৰা বাইশ খন বাতৰিকাকত-আলোচনীৰ পাততো বৰ অসমৰ প্ৰসঙ্গ কেনেকৈ অসমীয়া মধ্যশ্ৰেণীৰ প্ৰিয় প্ৰসংগ আছিল, দেখুৱা হৈছে।)কিন্তু বিষয়টোৱে তাৎপৰ্য আৰু গুৰুত্ব লাভ কৰিলে তেতিয়াহে, যেতিয়া কংগ্ৰেছীসকল, চচিয়েলিষ্টসকল, আৰু বিশেষকৈ অসম সাহিত্য সভা আৰু আন অনা-ৰাষ্ট্ৰীয় অনুষ্ঠান সমূহে গলা খুলি বৰ অসমৰ বেওৱাজ কৰিবলৈ ধৰিলে।

এই গ্ৰন্থত আমি পৰীক্ষা কৰি চাম অসমীয়া মধ্যশ্ৰেণীৰ এই আপোন সপোনটো দিঠকত পৰিণত হ'লনে নাই? যদি হ'ল, কি পদ্ধতিৰে? যদি নহ'ল, কিয় নহ'ল? নিষ্ঠুৰ বাস্তৱৰ কোন কষাঘাতে এই নিটোল সপোনটো চূৰমাৰ কৰি পেলালে? পৰৱৰ্তী অধ্যায়বোৰত সেইবোৰ কথা পোহৰলৈ আহিব।

* * *

অসমীয়া মনোজগতত ভাষাই সদায় এক কেন্দ্ৰীয় অৱস্থান দখল কৰি আহিছে।

দৰাচলতে অসমীয়াৰ প্ৰথম আত্মঘোষণা, জাতীয় সচেতনতাৰ প্ৰথম স্পন্দনো ভাষিক জাতীয়তাবাদৰ ৰূপতে মূৰ্ত হৈ উঠিছিল। সাহিত্য সভাই আনকি তাৰ নিজৰ সংগীতত মাতৃভূমিৰ ঠাইতে মাতৃভাষাক প্ৰতিষ্ঠা কৰিছিল। ('চিৰ চেনেহী মোৰ ভাষা জননী', সভাৰ এই সংগীতত ভাষাকে জননী বোলা হৈছে)। পৰৱৰ্তী এই অধ্যায়বিলাকত আমি দেখিবলৈ পাম কেনেকৈ এই ভাষিক জাতীয়তাবাদ অসমীয়া মধ্যশ্ৰেণীৰ ৰাজনৈতিক মতাদৰ্শ আছিল। ইয়াৰ পৰিচালনাধীন প্ৰতিখন কাকত-আলোচনী আৰু প্ৰতিটো অনুষ্ঠান/সংগঠন এই মতাদৰ্শৰ দ্বাৰাই প্ৰভাৱিত আৰু পৰিচালিত হৈছিল। নগাপাহাৰ আৰু নেফাৰ অনুকূল অভিজ্ঞতাই সেই সপোনত আৰুহে ৰহণ চৰাইছিল। নগাপাহাৰৰ বাইজে নাগামিজ আৰু নেফাৰ বাইজে নেফামিজ ভাষা কৈছিল, যি দুটা আছিল অসমীয়া ভাষাৰেই দুটা মিশ্ৰিত (Pidgin) ৰূপ। মণিপুৰৰ পৰা জনৈক নিংথৌজৌৱে লিখা চিঠি এখন পাই অসমীয়া মধ্যশ্ৰেণীৰ 'আনন্দে নধৰে হিয়া' হৈছিল। চিঠিখনত অসমীয়া ভাষাৰ প্ৰতি ভাবালু শ্ৰদ্ধা নিবেদন কৰা হৈছিল। এইবাৰ অসমীয়া মধ্যশ্ৰেণীয়ে কঁকালত টঙালি বান্ধি ওলাল ভাষাৰ শৰাইঘাটলৈ। অসমীয়া হ'ব লাগিব অসমৰ (যিখন অসমে পাৰ্বত্য জিলাসমূহকো সামৰি ল'ব) একমাত্ৰ ৰাজ্যিক বা চৰকাৰী ভাষা।

নীলমণি ফুকনৰ দৰে কংগ্ৰেছ্ৰী-সংৰক্ষিণী নেতাই এই সমবেত সংগীতত এক তীখাতীক্ষ্ণ কণ্ঠ তুলি দিলে। দ্ব্যৰ্থহীন ভাষাত তেওঁ দাবী কৰিলে যে পাৰ্বত্য জিলাসমূহত কেৱল অসমীয়াতহে শিক্ষা প্ৰদান কৰিব লাগিব.. গাৰোপাহাৰৰ ভাষা অসমীয়াৰ বাহিৰে আন একো হ'ব নোৱাৰে..... অসমীয়া ভাষাৰ প্ৰতিধ্বনিয়ে অসমৰ পাহাৰে ভৈয়ামে ৰজনজনাব লাগিব।

এনেদৰে গঢ়ি তোলা ভাষিক ৰাজনীতিয়ে শীৰ্ষবিন্দু লাভ কৰিলে ১৯৬০ চনৰ অসম ৰাজ্য ভাষা আন্দোলনৰ মাজেৰে। পৰৱৰ্তী অধ্যায় সমূহত আমি দেখা পাম অসমীয়া মধ্যশ্ৰেণীয়ে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ সংযোগী ভাষা হিচাপে অসমীয়াক গঢ়ি তুলিব পাৰিলেনে নাই, অথবা আনকি সমগ্ৰ অসমবাসীৰ ভাষা তাক কৰি তুলিব পাৰিলেনে নাই। ইয়াৰ সফলতা আৰু বিফলতাৰ যি অনুপাত, দিঠক আৰু সপোনৰো সেই একেই অনুপাত। আমি এই সফলতা আৰু বিফলতাক সিহঁতৰ সঠিক ঐতিহাসিক প্ৰেক্ষাপটত ৰাখি বিচাৰ কৰাৰ চেষ্টা কৰিম।

আনন্দৰাম ঢেকীয়াল ফুকনসকলৰ নিৰৱচ্ছিন্ন প্ৰচেষ্টাৰ ফলস্বৰূপে ১৮৭৩ চনত অসমৰ ন্যায়ালয়, বিদ্যালয় আৰু কাৰ্যালয়সমূহত অসমীয়া ভাষাই স্বীকৃতি লভিছিল। বাংলা অৱশ্যে সমান্তৰাল ভাবে চলি আছিল। নটা দশকৰ পাছত আকৌ আন এটা আন্দোলনৰ যোগেৰে অসমীয়া ৰাজ্যখনৰ একমাত্ৰ চৰকাৰী ভাষাৰূপে স্বীকৃত হ'ল। সেয়েহে ১৮৭৩ চনক আমাৰ আলোচনাৰ প্ৰাৰম্ভ বিন্দু আৰু ১৯৬০ চনক সমাপ্তি বিন্দু হিচাপে লোৱা হৈছে।

ভাষাটোৰ বাবে চৰকাৰী স্বীকৃতি আদায় খুবেই গুৰুত্বপূৰ্ণ আছিল যদিও ই স্বয়ংক্ৰিয় ভাবে ভাষাটোৰ মানদণ্ডক ওপৰলৈ তুলি নিয়া নাছিল। অসমীয়া ভাষাতো বাংলা সাহিত্যতকৈ পুৰণি বহু মধ্যযুগীয় সাহিত্য আছিল। কিন্তু এতিয়া ইয়াৰ প্ৰয়োজন হ'ল আধুনিক সাহিত্যৰ ক্ষেত্ৰতো মুখ্য প্ৰতিদ্বন্দ্বী বাংলাৰ লগত সমানে ফেৰ মৰাৰ। প্ৰয়োজন হ'ল অভিধান, ব্যাকৰণ, বিশ্বকোষ আৰু আধুনিক ভাষা-সাহিত্যৰ আন অপৰিহাৰ্য সমলবোৰৰ। অসমীয়া মধ্যশ্ৰেণীয়ে

পৰম নিষ্ঠাৰে এই সকলোখিনি সৃষ্টি কৰিবলৈ আগবাঢ়িল। ই নিজৰ অভিযানত সফলকাম হ'লনে নাই, ইয়াৰ সপোন ফলিয়ালেনে নাই, সেয়া আমি পৰৱৰ্তী অধ্যায় সমূহত দেখা পাম।

জাতি-গঢ়োঁতাসকলে প্ৰতিজন অসমীয়াৰ বাবে গ্ৰহণযোগ্য এক 'জাতীয় ধৰ্ম'ৰো সপোন দেখিছিল। সামন্তবাদৰ গৰ্ভৰ পৰা, সত্ৰাধিকাৰ আৰু গ্ৰাম্য পুৰোহিতসকলৰ মাজৰ পৰা (বা তেওঁলোকৰ প্ৰভাৱত) জন্ম লভা অসমীয়া 'চাহাব' আৰু 'বাবু'সকলেও আধুনিক অৰ্থত কোনো ধৰ্মনিৰপেক্ষ (Secular, সঠিক অসমীয়া শব্দটো হ'ব ধৰ্মমুক্ত) অসমীয়া জাতিৰ সপোন দেখিব পৰা নাছিল। তেওঁলোকৰ কল্পিত জাতিটো হ'ব সম্পূৰ্ণ ধৰ্মনিষ্ঠ জাতি, সেয়েহে লক্ষ্মীনাথ বেজবৰুৱাৰ পৰা পদ্মনাথ গোহাঞিবৰুৱালৈকে, ৰজনীকান্ত বৰদলৈৰ পৰা ড° বাণীকান্ত কাকতিলৈকে, তৰুণৰাম ফুকনৰ পৰা নীলমণি ফুকনলৈকে অসমীয়া মধ্যশ্ৰেণীৰ প্ৰায় সকলো ৰথী-মহাৰথীয়েই অসমীয়া জাতীয় জীৱনত 'জাতীয়' ধৰ্মৰ অপৰিহাৰ্যতাৰ সম্পৰ্কে একমত আছিল। এই নেতৃস্থানীয় লোকসকলৰ মুঠ লেখনীৰ এক চতুৰ্থাংশৰ পৰা অৰ্দ্ধেক পৰ্যন্ত উছৰ্গিত হৈছিল ধৰ্মীয় বিষয়তে। সেয়েহে এই অধ্যয়নৰ যোগেৰে আমি চাবলৈ বিচাৰিম আমাৰ সময়সীমাৰ অন্তিম বিন্দু ১৯৬০ চনত গৈ এই 'জাতীয়' ধৰ্মৰ ধাৰণাটোৱে কি পৰিণতি লভিলেগৈ? অসমৰ মুঠ জনসংখ্যাৰ এক চতুৰ্থাংশৰ পৰা এক তৃতীয়াংশ গঠন কৰা মুছলমানসকলে অসমীয়া বৈষ্ণৱ 'জাতীয়' ধৰ্ম গ্ৰহণ কৰিছিলনে? চাহবাগিছাৰ লগত জড়িত পঞ্চাশলাখ ঝাড়খণ্ডী-আদিবাসীয়ে এই 'জাতীয়' ধৰ্ম কাহানিবা মানি লৈছিলনে? জনজাতীয় জড়বাদী (animist) সকল, বৌদ্ধসকল আৰু খ্ৰীষ্টিয়ানসকলে একা? এহাতে বৈষ্ণৱ ধৰ্মীয়সকলৰ লগত শাক্ত/শৈৱসকলৰ, আনহাতে বৈষ্ণৱসকলৰ মাজৰে মহাপুৰুষীয়া-দামোদৰীয়া, বা ব্ৰাহ্ম, নিকা, পুৰুষ আৰু কাল সংহতিৰ ভিতৰুৱাল দ্বন্দ্ববোৰৰ কিবা মীমাংসা হৈছিলনে? জাতি-গঢ়োঁতাসকলে প্ৰস্তাৱিত 'জাতীয়' ধৰ্ম প্ৰচাৰৰ বাবে কি কি অনুষ্ঠান-প্ৰতিষ্ঠান ব্যৱহাৰ কৰিছিল বা গঢ়ি তুলিছিল? এইবোৰ আৰু আন বহু প্ৰশ্নই আমাৰ জৰুৰী মনোযোগ দাবী কৰে। এই প্ৰসংগতো সপোন আৰু দিঠকৰ বিৰোধৰ আমি ফয়চলা কৰিব লাগিব।

* * *

## 'প্ৰতিটো জাতিৰ একোখন জাতীয় ইতিহাসৰ প্ৰয়োজন'

কথাষাৰ কৈছিল এজন জাতীয়তাবাদী ৰাজনীতিবিদে। তেওঁৰ কথাষাৰৰ যথাৰ্থতা ইয়াতেই যে ভৱিষ্যত গঢ়িবলৈ হ'লে আমি বৰ্তমানৰ ওপৰত থিয় হ'ব লাগিব আৰু অতীতলৈ ঘূৰি চাব লাগিব। প্ৰকৃততে অতীত, বৰ্তমান আৰু ভৱিষ্যত মাত্ৰ আপেক্ষিক সংজ্ঞাহে। প্ৰকৃত নিৰংকুশ সংজ্ঞাটো হৈছে সময়ৰ ধাৰাবাহিকতা। নিৰ্মীয়মান অসমীয়া জাতিসত্তাৰ ক্ষেত্ৰত জাতীয় ইতিহাসৰ কথা কোৱাটো এক অৰ্থত স্ব-বিৰোধিতা। কাৰণ এই জাতিসত্তা প্ৰাচীন কালৰ পৰা বিদ্যমান নহয় যে তাৰ এক প্ৰাচীন বা মধ্যযুগীয় ইতিহাস থাকিব। আহোম ৰাষ্ট্ৰই একত্ৰিত কৰা বিভিন্ন জনগোষ্ঠীবোৰৰ একত্ৰীকৰণৰ মাজতে পৰৱৰ্তী কালৰ অসমীয়া জাতিসত্তাৰ ভ্ৰুণ নিহিত আছিল। জাতীয় ইতিহাসৰ বৰ আজি তাত ব্যাপ্ত হৈ থকা নাই। আছে জনগোষ্ঠীগত অলিখিত

ইতিহাসৰ অজস্ৰ একা- বেকা অলি-গলিহে। সেই বিক্ষিপ্ত ইতিহাসৰ পৰা জাতীয় ইতিহাসৰ নিৰ্মাণ আৰু সংশ্লিষ্ট জনসমষ্টিক এক উমৈহতীয়া ইতিহাসবোধেৰে উদ্বুদ্ধ কৰাটো দেখদেখকৈয়ে এক ডাঙৰ প্ৰত্যাহ্বান আছিল। জাতিসত্তাটোৰ অংশীদাৰ সকলো জনগোষ্ঠীৰ বাবে গ্ৰহণযোগ্য এক বীৰ-বীৰাঙ্গনা মণ্ডলী প্ৰক্ষেপন কৰাটোও জাতি গঢ়োঁতা সকলৰ বাবে কঠিন কাম আছিল। তদুপৰি তেওঁলোকে এক জাতীয় সংস্কৃতিৰ নিৰ্মাণ আৰু সেই সংস্কৃতিত বাইজখনক সংস্কৃত কৰিব লগা হৈছিল। এটা সাধাৰণ কৃষি উৎসৱৰ পৰা সৰ্বাধিক জনপ্ৰিয় জাতীয় উৎসৱ হিচাপে বিহুৰ উন্নীতকৰণৰ কামটোও এই শ্ৰেণীয়ে সমাপন কৰিছিল সচেতনভাৱেই। এইখিনি ঐতিহাসিক কৰ্তব্য সমাধা কৰিবলৈ যাওঁতে জাতি গঢ়োঁতা সকলে লাভ কৰা সফলতা অথবা বিফলতা এই গ্ৰন্থৰ গভীৰ অধ্যয়নৰ বিষয়। জাতীয় সংস্কৃতিৰে সকলোকে সংস্কৃতিবান কৰাৰ লগত সমসত্তাকৰণ (homogenisation)ৰ ধাৰণাটো ওতঃপ্ৰোত ভাবে জড়িত। সমসত্তাকৰণ মানেই কিন্তু বহুসত্তা (heterogeneity) আৰু বৈচিত্ৰ্যৰ অবসান। সংস্কৃতকৰণ[৪২] আৰু সমসত্তাকৰণে অসমত মসৃণ বিজয় লাভ কৰিলে, নে ই বিভিন্ন বাধাৰ সন্মুখীন হ'ল, সেয়া আমাৰ বিচাৰ্য বিষয়।

জাতি গঢ়োঁতাসকলে সমগ্ৰ জাতিটোৰ ভিতৰত এক দৃঢ় ৰাজনৈতিক ঐক্য গঢ়ি তোলাৰো সপোন দেখিছিল। তেওঁলোকে শত শত জাতি বৰ্ণ, জনজাতি, অগণিত ভাষা আৰু কেইবাটাও ধৰ্মত বিভক্ত লাখ বিলাখ মানুহক নিজৰ পাছফালে ৰাজনৈতিক ভাৱে সমাবেশিত কৰাৰ আশা কৰিছিল। জাতীয় ৰাজনীতিৰ বিষয়বোৰ অৱশ্যে মধ্যশ্ৰেণীটোৱে অকলশৰেহে বাছনি কৰিছিল। ভাষিক জাতীয়তাবাদৰ বাহিৰে এই শ্ৰেণীটোৰ প্ৰিয় বিষয়বোৰ আছিল গ্ৰুপিঙৰ বিৰোধিতা, মূলতঃ পূব বংগ, পূব পাকিস্তানৰ (পাছলৈ বাংলাদেশ) পৰা ঘটা প্ৰব্ৰজনৰ বিৰোধিতা, লাইন প্ৰথাৰ সমৰ্থন, অসমীয়াৰ বাবে চাকৰি, (জনজাতীয় স্বায়ত্তশাসনৰ বিপৰীতে) অসমৰ অখণ্ডতা ৰক্ষা ইত্যাদি ইত্যাদি। কিন্তু এইক্ষেত্ৰত গুৰুত্বপূৰ্ণ প্ৰশ্নটো হৈছে এইটোহে যে অসমীয়া মধ্যশ্ৰেণীয়ে নিজৰ আধিপত্য প্ৰতিষ্ঠাৰ উদ্দেশ্যৰ দ্বাৰা অনুপ্ৰাণিত হৈ এই ৰাজনৈতিক দাবীবোৰৰ সপক্ষে জাতিসত্তাটোৰ অংশীদাৰ সকলো জনগোষ্ঠীক ব্যাপক ভাবে সমাবেশিত কৰিব পাৰিছিলনে নাই? যাক এই শ্ৰেণীটোৱে শাসন-শোষণ কৰিছিল, সেই সকলৰ পৰাই তেনে শাসন-শোষণৰ সপক্ষে সন্মতি আদায় কৰিব পাৰিছিলেনে নাই?এনে জাতীয় ৰাজনীতি চৰিতাৰ্থ কৰিবৰ বাবে মধ্যশ্ৰেণীয়ে গঢ়ি তোলা অনা-ৰাষ্ট্ৰীয় ৰাজনৈতিক আৰু অৰ্দ্ধ ৰাজনৈতিক অনুষ্ঠান প্ৰতিষ্ঠানবোৰ কি কি আছিল? এনে ধৰণৰ একাধিক জটিল আৰু চিন্তনীয় প্ৰশ্নৰ ওপৰত আমি পৰৱৰ্তী অধ্যায়সমূহত পোহৰ পেলাম যাতে জাতি গঢ়োঁতাসকলৰ ৰাজনৈতিক সপোন ফলিয়াইছিলেনে নাই সেয়া জানিব পৰা যায়।

অৱশেষত আহি পৰে জাতিসত্তাটোৰ অৰ্থনৈতিক ভিত্তি সম্পৰ্কীয় মৌলিক প্ৰশ্নটো। আমি প্ৰশ্নটো শেহলৈ সাঁচি থোৱাৰ অৰ্থ এইটো নহয় যে জাতীয় জীৱনত অৰ্থনীতিৰ গুৰুত্ব আমি কমকৈ দিছোঁ। বৰং কথাটো তাৰ ওলোটাহে। অৱশ্যে ইয়াক শেহলৈ থোৱাটোৰ এটা

(৪২) এই গ্ৰন্থত আমি acculturation শব্দৰ অসমীয়া প্ৰতিশব্দ হিচাপে সংস্কৃতকৰণ শব্দটো ব্যৱহাৰ কৰিছোঁ। আনহাতে Sanskritisation- অৰ অসমীয়া প্ৰতিশব্দৰূপে ব্যৱহাৰ কৰিছো 'সংস্কৃতায়ন।'

অৰ্থ আছে। জাতি গঢ়োঁতাসকলৰ আঁচনিত অৰ্থনীতিৰ প্ৰশ্নটো সাধাৰণতেই অবহেলিত হৈছিল। অসমীয়া জাতীয়তাবাদ কাহানিও বিপান চন্দ্ৰই কোৱা বিধৰ অৰ্থনৈতিক জাতীয়তাবাদ নাছিল। ইংলেণ্ড আৰু ফ্ৰান্সত জাতীয়তাবাদে যেনেকৈ বিপ্লৱৰ ৰূপ ধাৰণ কৰি ইউৰোপ চৌবাই পেলাইছিল আৰু পুঁজিবাদৰ গোড়াপত্তন কৰিছিল, অসমত তেনেকুৱা কেতিয়াও ঘটা নাছিল। ই বিদেশী সাম্ৰাজ্যবাদ আৰু দেশী সামন্তবাদ উচ্ছেদৰ ব্ৰতত ব্ৰতী নাছিল কাহানিও। এইখিনিতে প্ৰনিধানযোগ্য যে এটা জাতীয়তাবাদ অৰ্থনৈতিক-জাতীয়তাবাদ হওকেই বা নহওকেই, তাৰ এখন অৰ্থনৈতিক কাৰ্যসূচী, এটা অৰ্থনৈতিক ভিত্তি থকাটো অপৰিহাৰ্য।

অসমীয়া জাতি গঢ়োঁতাসকলৰো প্ৰাথমিক অৰ্থনৈতিক ধাৰণা কিবাকিবি নিশ্চয় আছিল। সেই প্ৰাথমিক ধাৰণাবোৰৰ ভিত্তিতে তেওঁলোকে অৰ্থনৈতিক প্ৰাচুৰ্য, ঔদ্যোগিক সাফল্য আৰু বাণিজ্যিক সমৃদ্ধিৰ সপোন দেখিছিল। অসমীয়া মধ্যশ্ৰেণীৰ অন্যতম অগ্ৰদূত আনন্দৰাম ঢেকীয়াল ফুকনৰ লেখনীত তেনে এক সপোনেই জাতিস্বাৰ হৈ উঠিছিল। অৰুনোদইত প্ৰকাশিত 'ইংলেণ্ডৰ বিবৰণ' নামৰ লেখনীৰ জৰিয়তে ঢেকীয়াল ফুকনে অসমীয়া ডা-ডাঙৰীয়াসকলে চোৰ-ডকাইতৰ ভয়ত গাঁতত পুতি থোৱা ধন-সোণবোৰ মাটি খান্দি উলিয়াই আনিবলৈ মুকলি আহ্বান জনাইছিল। নহ'লে সেইবোৰ মামৰে খাই গাঁততে জহি-পমি যাব বুলি তেওঁ যুক্তি দিছিল। তেওঁ বিদ্যা অৰ্জনক সৰ্বাধিক গুৰুত্ব দিছিল আৰু কৃষি আৰু উদ্যোগক দ্বিতীয় স্থান দিছিল। তেওঁ বিচাৰিছিল অসমীয়াই ভাপ-যন্ত্ৰ, ভাপ-নাও, ভাপ-গাড়ী আদি সাজক। ব্ৰিটিছৰ সহায়তে কৃষিৰ বাবেও যন্ত্ৰ আবিস্কাৰ কৰাৰ সপোনো তেওঁ দেখিছিল।

ঢেকীয়াল ফুকনে ব্যৱসায়-বাণিজ্যক তৃতীয় স্থান দিছিল। বাণিজ্য যিহেতু ব্ৰিটিছ সভ্যতাৰ লাইখুটা, সেয়েহে তেওঁ আমাৰ দেশবাসীকো বণিজত হাত দিবলৈ আহ্বান জনাইছিল। তেওঁৰ উক্ত লেখনীত তেওঁ গাঁতত ধন পুতি থোৱা অসমীয়া ডা-ডাঙৰীয়া সকলৰ প্ৰতি সমালোচনাত বাৰে বাৰে মুখৰ হৈ উঠিছিল। লেখনীটোত এইকথা কমেও চাৰিবাৰ উল্লেখ কৰি তেওঁ সেই ধন উদ্ধাৰ কৰি বিনিয়োগ কৰিবলৈ আহ্বান জনাইছিল যাতে মামৰে ধৰা ধাতুৰ মোহৰৰ সলনি সেইবিলাক বাণিজ্যিক আৰু ঔদ্যোগিক পুঁজিত পৰিণত হ'ব পাৰে। এইক্ষেত্ৰত তেওঁ নিশ্চয় তেওঁৰ ব্ৰিটিছ পৃষ্ঠপোষক সকলৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল। ঢেকীয়াল ফুকন নিশ্চিত আছিল যে অসমীয়াই সেই ধন খান্দি আনি যদি কৃষি, বাণিজ্য আৰু শিক্ষাত বিনিয়োগ কৰে, তেনেহ'লে 'অসম হাবি গুছি ফুলবাৰী হ'ব'। উল্লেখযোগ্য যে ঢেকীয়াল ফুকনে সেই সময়ৰ সপোন দেখিছিল,

*জি সময়ত অসম হাবি গুচি ফুলবাৰী হব, ঘৰ বাঁহৰ গুচি, শিল ইটাৰ হ'ব, গাঁৱে গাঁৱে হেজাৰে হেজাৰে পৰ্হা সালি, গিয়ানৰ সভা, চিকিতসালই, দুখিয়া দৰিদ্ৰ পৰিব্ৰানৰ আলই হব আৰু জি কালত লোক সকলে পৰস্পৰ হিংসা ন কৰি, আটাই য়ে আটাইক ভাত্ৰিবত্ চেনেহ কৰিব, কেৱে দুটকা কানিৰ সলনি মিচা সাখি নি দি, লাখ টকাকো কাতি কৰি থব, কোটি টকা ভেঁটি পাইও কাৰো অন্যাই ন কৰিব, বেস্যা, কানি আৰু সুৰা এই কথা দেসত লোকে ভু লো পোৱা হব, সেই সময়ই, হে পৰমপিতা*

জগদীশ্বৰ, সিদ্ৰে ঘটোআ' (অকনোদই, এপ্ৰিল,১৮৪৭)

আজিৰ তাৰিখলৈকে ঢেকীয়াল ফুকনৰ এই সপোনেই অসমীয়া মধ্যশ্ৰেণীৰ নিজৰ সম্পৰ্কে সৰ্বোচ্চ সপোন হৈ আছে। এই গ্ৰন্থত আমি চাবলৈ চেষ্টা কৰিম, এই সপোন ফলিয়ালেনে নাই। কাৰণ জাতি গঢ়োতাসকলে অৰ্থনীতিৰ প্ৰতি যিমানেই কম গুৰুত্ব নিদিয়ক লাগিলে, আমাৰ বাবে জাতীয় জীৱনৰ সুঠাম শ্ৰীবৃদ্ধিৰ বাবে অৰ্থনীতিৰ গুৰুত্ব মৌলিক আৰু নিৰ্ণায়ক ধৰণৰ।

# জাতি গঠনৰ সঁজুলিবোৰ আৰু পৰৱৰ্তী অধ্যায় সমূহৰ পৰিকল্পনা

এতিয়া আমি জাতি গঠনৰ বাবে মধ্যশ্ৰেণীয়ে ব্যৱহাৰ কৰা বিভিন্ন সঁজুলি বা অনুষ্ঠান সংগঠনবোৰৰ প্ৰশ্নলৈ যাওঁ। আগতেই কৈ আহিছোঁ যে মধ্যশ্ৰেণীয়ে এই কামৰ বাবে কিছুমান পুৰণি সামাজিক-সাংস্কৃতিক অনুষ্ঠানক নতুনকৈ আৱিষ্কাৰ কৰিলে আৰু আন কিছুমান অনুষ্ঠান-সংগঠন উদ্ভাৱন কৰিলে বা নতুনকৈ গঢ় দি ল'লে। উদাহৰণস্বৰূপে সত্ৰ অনুষ্ঠানটো আৰু বীৰ পূজাৰ পৰম্পৰাক মধ্যযুগৰ গৰ্ভৰ পৰা আৱিষ্কাৰ কৰি তাক নতুন অৰ্থ, নতুন দিশা প্ৰদান কৰিলে, কেতবোৰ পুৰণি ধাৰণাক আনুষ্ঠানিকীকৰণ কৰিলে। অসমীয়া সাহিত্য বোলা বস্তুটো কে'বা শতিকাৰ আগৰপৰা আছিলেই, কিন্তু জাতি গঢ়োতাসকলে তাক এতিয়া আৱিষ্কাৰ, মানভুক্তকৰণ (Standardization) আৰু আধুনিকীকৰণৰ কামটো হাতত ল'লে। এনেকৈয়ে প্ৰেছ বা বাতৰি কাকত/আলোচনীৰ আধুনিক অনুষ্ঠানটোৱে জন্ম পালে। ৰাষ্ট্ৰীয় শ্ৰেণীটোৱে জন্ম দিয়া বা নতুন গঢ় দিয়া এই অনুষ্ঠান/সংগঠনবোৰ কি পদ্ধতিত, কেনেকৈ ব্যৱহাৰ কৰা হৈছিল, সেই সম্পৰ্কে আমি ইয়াত আলোচনা কৰিম।

পৰৱৰ্তী অধ্যায়সমূহত আমি এই অনুষ্ঠান-সংগঠনবোৰক কাল-অনুক্ৰমে, অৰ্থাৎ সিবিলাকৰ প্ৰথম জন্মৰ সময় অনুসৰি ক্ৰমাগত ভাৱে সজাইছোঁ।

এই অধ্যায়ৰ ঠিক পাছতে, অৰ্থাৎ দ্বিতীয় অধ্যায়ত অসমীয়া (প্ৰধানকৈ বৈষ্ণৱ) 'সত্ৰ' নামৰ প্ৰায় চাৰিশতিকা পুৰণি ধৰ্মীয়-সামাজিক অনুষ্ঠানটোৰ বিষয়ে আলোচনা কৰা হ'ব। সেই অধ্যায়ৰ শিৰোনাম আমি এনেকৈ দিছোঁ ঃ 'জাতীয় ধৰ্মৰ কল্পনা ঃ জাতি গঠনত সত্ৰৰ সামাজিক ভূমিকা আৰু তাৰ প্ৰতি শ্ৰীমন্ত শংকৰদেৱ সংঘৰ সঁহাৰি'। কাল অনুক্ৰমত সত্ৰবিলাক মধ্যযুগৰ অনুষ্ঠান। সিবিলাকৰ উদ্ভৱ ঘটে ১৬ শতিকাতে। কিন্তু তাৰ মধ্যযুগীয় চৰিত্ৰ সত্ত্বেও সত্ৰই এটা ধাৰাবাহিকতাৰ প্ৰতিনিধিত্ব কৰে। অসমীয়া মধ্যশ্ৰেণীৰ এক বিৰাট অংশৰ সত্ৰৰ প্ৰতি আনুগত্য আৰু এটা বুজন অংশ সত্ৰৰ পৰাই উদ্ভৱ হোৱাৰ ফলত এই শ্ৰেণীটোৰ সামন্তীয় ধ্যানধাৰণাৰে গভীৰ সম্পৰ্ক আছে। কৌতূহল উদ্দীপক ভাৱে একাংশ অসমীয়া চাহ মালিক একে সময়তে সত্ৰাধিকাৰো আছিল। আনহাতে বহু চাহ বাগিছাক মাটিৰ যোগান ধৰিছিল সত্ৰাধিকাৰসকলে। অসমীয়া মধ্যশ্ৰেণীৰ ওপৰত সত্ৰৰ প্ৰভাৱ আৰু ইয়াৰ লগত সত্ৰৰ সুগভীৰ সম্পৰ্কৰ পটভূমিত অসমীয়া জাতি গঠনত সত্ৰৰ ভূমিকাৰ আলোচনা প্ৰাসংগিক আৰু জৰুৰী বুলি বিবেচিত হৈছে।

যদিও সত্ৰবিলাকৰ উদ্ভৱ ঘটিছিল ১৬ শতিকাতে, আমি ইয়াত আমাৰ আলোচ্য বিষয়ৰ লগত প্ৰত্যক্ষভাৱে সম্পৰ্ক থকা কালছোৱাত সত্ৰৰ ভূমিকাৰ ওপৰতহে আলোকপাত কৰিম। দোহৰাৰ প্ৰয়োজন নাই যে আমাৰ আলোচনাৰ সময় সীমা হৈছে ১৮৭৩-১৯৬০। সত্ৰৰ বিবিলাক দিশৰ বিষয়ত আমি পোহৰ পেলাম সেইবিলাক হ'ল ঃ (১) জাতি-বৰ্ণ আৰু অস্পৃশ্যতাৰ সম্পৰ্কত সত্ৰৰ স্থিতি, (২) সত্ৰৰ শৈক্ষিক আৰু কল্যাণমূলক কাৰ্যকলাপ, (৩) সাংস্কৃতিক ববঙণি (৪) সংহতি আৰু উপ-সংহতি বিভাজন আৰু জাতি গঠন (৫) অসমীয়া-বাঙালী বিৰোধত সত্ৰৰ ভূমিকা, (৬) কানি-নিবাৰণত সত্ৰৰ ভূমিকা (৭) সত্ৰ আৰু চাহ উদ্যোগ, (৮) সত্ৰাধিকাৰ সকলৰ জীৱনচৰ্যা আৰু মানসিকতা, আৰু অৱশেষত (৯) স্বাধীনতা সংগ্ৰামত সত্ৰৰ ভূমিকাৰ প্ৰসংগ।

সৰ্বোপৰি, এই অধ্যায়তে আমি জাতীয় ধৰ্মৰ কল্পনা সম্পৰ্কীয় কেন্দ্ৰীয় প্ৰশ্নটো উত্থাপন কৰিম। প্ৰশ্নটোৰ প্ৰাসংগিকতা এইবাবেই অনুভৱ কৰা হৈছে যিহেতু অসমীয়া জাতি গঢ়োঁতা সকলৰ এক বুজন অংশই আমাৰ জাতিটোৰ বাবে এনে এক জাতীয় ধৰ্মৰ প্ৰয়োজনীয়তা বা অপৰিহাৰ্যতাৰ সম্পৰ্কে একমত আছিল। তেওঁলোক নিশ্চিত আছিল যে সেই জাতীয় ধৰ্মটো অসমীয়া বৈষ্ণৱবাদৰ বাদে আন একো নহয়। অৱশ্যে সংহতি আৰু উপসংহতিৰ প্ৰশ্নত এই অগ্ৰদূতসকল নিজৰ মাজত তিক্ত বিৰোধত বিভক্ত আছিল। তথাপি অসমীয়া বৈষ্ণৱবাদৰ প্ৰতি সমৰ্থনে তেওঁলোকক সত্ৰ অনুষ্ঠানৰ সপক্ষে থিয় হ'বলৈ উদগাইছিল। তেওঁলোকে নৈষ্ঠিক ভাৱে বিশ্বাস কৰিছিল যে অসমীয়া সমাজৰ অৱক্ষয় ৰোধ কৰাত আৰু উদীয়মান জাতিসত্তাটোক গঢ় দিয়াত সত্ৰ অনুষ্ঠানে এক কাৰ্যকৰী ভূমিকা ল'ব পাৰে। এই অধ্যায়ত জাতীয় ধৰ্মৰ যি প্ৰশ্নটো আমি চূড়ান্তভাৱে মীমাংসা কৰিবলৈ বিচাৰিম, সেই প্ৰশ্নটো হ'ল কল্পিত জাতীয় ধৰ্মৰ প্ৰচাৰ আৰু তাক সৰ্বজন গ্ৰহণীয় কৰি তোলাত জাতি নিৰ্মাতাসকল সফল হ'ল নে নাই অথবা হ'ব নে নাই। এই প্ৰশ্নবিলাকত সত্ৰৰ স্থিতিৰ প্ৰতিক্ৰিয়া স্বৰূপেই কুৰি শতিকাৰ ত্ৰিশৰ দশকত জন্ম হৈছিল শ্ৰীমন্ত শংকৰদেৱ সংঘৰ। সত্ৰসমূহত থকা ব্ৰাহ্মণ-কায়স্থ প্ৰাধান্যক প্ৰত্যাহ্বান জনাই মূলতঃ অস্পৃশ্যতা বিৰোধী, সামাজিক সমতাৰ আন্দোলন হিচাপে জন্ম লভা এই সংঘ আজি অসমৰ বৃহত্তম 'জাতীয়' ধৰ্মীয় সংগঠন। অনা-ব্ৰাহ্মণ নেতৃত্বৰে জাতি গঠনৰ বিকল্প আৰ্হিলৈ ই কিবা ববঙণি আগবঢ়াইছে নেকি, তাৰ বিষয়েও আমি এই অধ্যায়তে চুই যাম।

এই গ্ৰন্থখনৰ তৃতীয় অধ্যায়ৰ আমি শিৰোনাম দিছোঁ 'জাতীয় ভাষা সাহিত্যৰ বিকাশ ঃ জাতি গঠনত প্ৰেছ অৰ্থাৎ বাতৰি কাকত - আলোচনীৰ ভূমিকা'। সত্ৰৰ কথা বাদ দিলে প্ৰেছেই হৈছে অনা ৰাষ্ট্ৰীয় প্ৰতিষ্ঠান বিলাকৰ ভিতৰত সবাতোকৈ পুৰণি। কাৰণ ব্ৰিটিছে অসম লোৱাৰ বিশ বছৰৰ ভিতৰতে অৰ্থাৎ ১৮৪৬ চনতে প্ৰথম অসমীয়া আলোচনী অৰুনোদই-এ জন্ম লভে। আনহাতে ইয়াত আলোচনা কৰা আন অনা-ৰাষ্ট্ৰীয় প্ৰতিষ্ঠানবোৰৰ তুলনাত প্ৰেছ যেন শ্ৰেণী-স্বাৰ্থ বা আন সংকীৰ্ণ স্বাৰ্থৰ উৰ্দ্ধত, এনে এক ভাবমূৰ্তি ইয়াৰ আছে। এই অধ্যায়ত আমি অসমৰ সংশ্লিষ্ট সময়ছোৱাৰ ২২ খন গুৰুত্বপূৰ্ণ বাতৰি কাকত-আলোচনীৰ বিষয়ে আলোচনা কৰিম। প্ৰকাশৰ কাল অনুক্ৰমত সেই কাকত-আলোচনীবোৰ হ'ল ঃ

অৰুনোদই, অসম বিলাসিনী (প্ৰথম পৰ্যায়), আসাম নিউজ, আসাম বন্ধু, মৌ, জোনাকী, বিজুলী, Times of Assam, আসাম বন্তি (পাছলৈ অসম বন্তি), Advocate of Assam, উষা, বাঁহী, অসম বান্ধৱ, অসম বিলাসিনী, (দ্বিতীয় পৰ্যায়), অসমীয়া, চেতনা, মিলন, আবাহন, ডেকা অসম, বাতৰি, জয়ন্তী আৰু বামধেনু। এই ২২ খন আলোচনীৰ উপৰিও আমি অতিৰিক্ত ৭ খন কাকত আলোচনী পৰিশিষ্টত জুৰি দিছোঁ। এই সকলোখিনিৰ সম্পাদক আৰু প্ৰকাশক সকলৰ সামাজিক-অৰ্থনৈতিক পটভূমিও আমি পৰিশিষ্টত (পৰিশিষ্ট ২ আৰু ৩ চাওক) বিশ্লেষণ কৰি দেখুৱাইছোঁ। আনহাতে এই গ্ৰন্থৰ সপ্তম অধ্যায়ত ৬৫ খন জনগোষ্ঠীগত কাকত-আলোচনীৰ সম্পৰ্কেও আগতে অপ্ৰকাশিত বহু তথ্য সন্নিবিষ্ট কৰা হৈছে।

এই অধ্যায়ত আমি অসমীয়া জাতিসত্তাৰ সংহতকৰণৰ ক্ষেত্ৰত প্ৰেছে প্ৰচাৰ কৰা ৰাজনৈতিক-সাংস্কৃতিক মতাদৰ্শৰ ভূমিকাৰ সম্পৰ্কে বিচাৰ কৰিম। আমাৰ বাবে প্ৰেছে এটা ক্ষমতাৰ সম্পৰ্ক বা শক্তিৰ বিন্যাস সূচায়। এই সম্পৰ্কৰ জৰিয়তেই প্ৰভাৱশালী শ্ৰেণী বা শ্ৰেণীবোৰে সমাজৰ আন অংশ বা শ্ৰেণীবোৰক প্ৰভাৱান্বিত কৰিবলৈ প্ৰচেষ্টা চলায়। অসমত প্ৰেছে-প্ৰচাৰ কৰা সেই ৰাজনৈতিক-সাংস্কৃতিক মতাদৰ্শ আছিল ভাষিক-জাতীয়তাবাদ। কিন্তু ভাষিক জাতীয়তাবাদৰ বাবে প্ৰয়োজন হয় জাতীয় ভাষা সাহিত্যৰ। তেনে ভাষা সাহিত্য আগৰে পৰা থাকিলেও সিবিলাকৰ মানভুক্তকৰণ আৰু আধুনিকীকৰণৰ, আৰু জাতীয় সাহিত্যৰ এক বিশাল সম্ভাৰ ৰচনাৰ প্ৰয়োজন আছিল। দুয়োক্ষেত্ৰত অসমৰ প্ৰেছে চমৎকাৰ সফলতা লাভ কৰিছিল। অৱশ্যে ইয়াৰ পথ সদায় পুষ্প সুশোভিত, মসৃণ নাছিল। গোলাপৰ সুগন্ধ উপভোগ কৰিবলৈ যাওঁতে যিবোৰ কাইটৰ খোঁচ খাবলগীয়া হৈছিল, সেই বিলাকো আমি এই অধ্যায়তে চিনাক্ত কৰিম। কাৰণ এই ক্ষেত্ৰত আহৃত চমকপ্ৰদ সাফল্যবোৰৰ লগত অংগাংগী ভাৱে সাঙোৰ খাই আছিল কেতবোৰ কৰুণ ব্যৰ্থতা, যিবোৰে জাতীয় জীৱনৰ কেতবোৰ গুৰুতৰ বিকৃতিৰ সূচনা কৰিছিল।

গ্ৰন্থখনৰ চতুৰ্থ অধ্যায়টোৰ শিৰোনাম দিয়া হৈছে 'জাতীয় ৰাজনীতিৰ মূৰ্তায়ন ঃ 'অৰাজনৈতিক'-ৰাজনৈতিক সংগঠনসমূহ।' শিৰোনামে ইংগিত দিয়াৰ দৰেই এই অধ্যায়ত আমি পৰাধীনতাৰ পৰা স্বাধীনতা পৰ্যন্ত অসমীয়া জাতীয় ৰাজনীতিৰ গতিপ্ৰবাহক অনুসৰণ কৰিম।

ইতিমধ্যে উল্লেখিত সত্ৰ আৰু প্ৰেছ নামৰ অনুষ্ঠান দুটাই জাতিসত্তাটোৰ ধৰ্মীয় আৰু ভাষিক সাহিত্যিক দিশবিলাকৰ যত্ন লৈছিল, যদিও কেতবোৰ মজবুত সামাজিক, অৰ্থ ৰাজনৈতিক, আৰু ৰাজনৈতিক সংগঠনৰ প্ৰয়োজন থাকিয়েই গৈছিল। উনৈশ শতিকাৰ শেহৰ দশককিটাত অসমীয়া মধ্যশ্ৰেণীৰ জাতি গঢ়োঁতাসকলে তেনে ধৰণৰ কেতবোৰ সংগঠন জন্ম দিবলৈ আৰম্ভ কৰে। আমি সেই সংগঠনবোৰৰ বিষয়ে তলত দিয়া ক্ৰম অনুসৰি আলোচনা কৰিবলৈ বিচাৰিছোঁ।

আটাইতকৈ পুৰণি সংগঠন, ক্ৰমে সৰ্বজানিক সভা আৰু ৰায়ত সভাৰ বিষয়ে আমি অধ্যায়টোৰ প্ৰথম পৰ্বতে আলোচনা কৰিবলৈ বিচাৰিছোঁ। কেনেকৈ এই সংগঠন বিলাকে সিবিলাকৰ প্ৰতিষ্ঠাপক সকলৰ সামন্তীয় প্ৰটি'বুৰ্জোৱা স্বাৰ্থৰ প্ৰতিনিধিত্ব কৰিছিল, আৰু তাৰ পাছতো সমগ্ৰ জাতিসত্তাটোক ঐক্যবদ্ধ কৰাৰ আকাংক্ষা কৰিছিল, সেয়া এক আকৰ্ষণীয় বৃত্তান্ত।

এই দুখন সভাৰ পাছত ১৯০৫ চনত জন্ম লভে অসমীয়া মধ্যপন্থী জাতীয়তাবাদীসকলৰ প্ৰথম উপত্যকা-জোৰা সংগঠন আসাম এচ'চিয়েশ্যনে। স্বাধীনতা আন্দোলনৰ সৰ্বব্যাপী প্ৰভাৱৰ প্ৰকোপত এই সংগঠনটো এটা অৰ্ধ ৰাজনৈতিক জাতীয় সংগঠনৰ পৰা এটা পূৰ্ণমাত্ৰাই ৰাজনৈতিক সংগঠনলৈ ৰূপান্তৰিত হৈছিল। সেই বিষয়ে আমি দ্বিতীয় পৰ্বত আলোচনা কৰিম। আসাম এচ'চিয়েশ্যন যদি অসমীয়া মধ্যশ্ৰেণীৰ মধ্যপন্থী ধাৰণাটোৰ প্ৰতিনিধি আছিল, অসম ছাত্ৰ সন্মিলন তেতিয়াহ'লে তুলনামূলকভাৱে উদাৰ ধাৰাটোৰ প্ৰতিনিধি আছিল। প্ৰথম অৱস্থাত ই'য়ো আপোচপন্থী আছিল যদিও পাছলৈ স্বাধীনতা আন্দোলনৰ ক্ৰমবৰ্দ্ধমান জোৱাৰৰ বহিৰ্প্ৰভাৱ আৰু ভিতৰৰ পৰা চন্দ্ৰনাথ শৰ্মা, লক্ষীধৰ শৰ্মা আদিৰ উগ্ৰ হেঁচাত ছাত্ৰ সন্মিলনে এক প্ৰগতিশীল স্থিতি ল'ব লগা হৈছিল।

এই সকলোবোৰ সংগঠনেই কম-বেছি পৰিমাণে ভাষিক-জাতীয়তাবাদৰ মতাদৰ্শৰ প্ৰতি আকৰ্ষিত আছিল যদিও অসমীয়া সংৰক্ষিণী সভা আৰু অসম জাতীয় মহাসভা নামৰ সংগঠনকিটাৰ সেইটোৱেই একমাত্ৰ উপজীব্য আছিল। দুয়োটা সংগঠনৰে প্ৰতিষ্ঠাপক আছিল অসমীয়া উগ্ৰজাতীয়তাবাদৰ অন্যতম সবৰ প্ৰবক্তা অম্বিকাগিৰি ৰায়চৌধুৰী। এই সংগঠন দুটাই এক বিশেষধৰণৰ আগ্ৰাসী, বাঙালী-বিৰোধী ভাষিক জাতীয়তাবাদৰ পোষকতা কৰিছিল। মন কৰিবলগীয়া যে ৰায়চৌধুৰীয়ে কংগ্ৰেছৰ লগত তেওঁৰ নাড়ী বন্ধন কাহানিও ছেদ কৰা নাছিল। কংগ্ৰেছেও সংৰক্ষিণী সভা-জাতীয় মহাসভা আদিৰ লগত আধা-গোপন-আধা-প্ৰকাশ্য এবিধৰ সম্পৰ্ক ৰক্ষা কৰিছিল। এই পৰ্বটোত আমি ব্ৰিটিছ, কংগ্ৰেছ আৰু উগ্ৰজাতীয়তাবাদীবৃন্দৰ আন্তঃসম্পৰ্ক বুজিবলৈ চেষ্টা কৰিম, যাতে তাৰ ভৱিষ্যতে এহাতে সাম্ৰাজ্যবাদী বিভাজনৰ কূটনীতি আৰু আনহাতে বৃহত্তৰ ভাৰতীয় জাতীয়তাবাদ আৰু অসমীয়া উগ্ৰজাতীয়তাবাদৰ আন্তঃসম্পৰ্ক আৰু তেনে সম্পৰ্কৰ বিকাশত বিভিন্ন সামাজিক শ্ৰেণীবোৰৰ ভূমিকাৰ সম্পৰ্কে বুজিব পাৰোঁ।

সকলোবোৰ জাতীয় সংগঠনৰ ভিতৰত (জাতীয় অনুষ্ঠানৰ কথা ইয়াত কোৱা হোৱা নাই) অসম সাহিত্য সভাই হ'ল আটাইতকৈ দীৰ্ঘজীৱী আৰু আটাইতকৈ প্ৰভাৱশালী। সৰ্বজনিক সভা, ৰায়ত সভা, আসাম এচ'চিয়েশ্যন, অসম ছাত্ৰ সন্মিলন আদি সংগঠনবোৰ কাহানিবাই বিলুপ্ত হৈ যোৱাৰ বিপৰীতে সাহিত্য সভাই একা বেঁকা বাটেৰে তাৰ দীৰ্ঘ পথ পৰিক্ৰমা অব্যাহত ৰাখিছে। 'অসম সাহিত্য সভা : ভাষাৰ ৰাজনীতি, ৰাজনীতিৰ ভাষা' শীৰ্ষক পঞ্চম অধ্যায়ত আমি সংগঠনটোৰ সম্পৰ্কে আলোচনা কৰিছোঁ।

অসম সাহিত্য সভাৰ জন্ম হৈছিল প্ৰথম বিশ্বযুদ্ধৰ বজ্ৰগৰ্জনৰ মাজত, ১৯১৭ চনৰ পৃথিৱী কঁপোৱা ৰুচ বিপ্লৱৰ বছৰটোত। অথচ আশ্চৰ্যকৰভাৱে এই বিধ্বংসী মহাজাগতিক ঘটনা প্ৰৱাহৰ দ্বাৰা সভা যেন সম্পূৰ্ণ অস্পৰ্শিত আছিল। বৰং সিবিলাকৰ পৰা সম্পূৰ্ণ বিচ্ছিন্নতাত অসমীয়া ভাষা সাহিত্যৰ চৰ্চা কৰাৰ বাবে ই নিজকে উছৰ্গা কৰিছিল। উজনি আৰু নামনি অসমৰ মাজত থকা দোৱান সংক্ৰান্তীয় দ্বন্দ্বৰ মীমাংসা কৰি অসম সাহিত্য সভাই উল্লেখযোগ্য কৃতিত্ব আৰ্জিলে বুলি সাধাৰণতেই দাবী কৰা হয়। একেদৰে বংগ সীমান্তৰ গোৱালপাৰা জিলাত অসমীয়া ভাষা প্ৰচাৰ আৰু জনপ্ৰিয়কৰণত সভাৰ নিৰ্ণায়ক ভূমিকাৰ কথাও সঘনে

উল্লেখ কৰা হয়। এই সফলতাৰ পৰিমাণ অথবা তাক অৰ্জন কৰাৰ পদ্ধতি সম্পৰ্কেও আমি ইয়াত আলোচনা কৰিম।

জন্মলগ্নতেই আমাৰ ভাষা সাহিত্যৰ সৰ্বাত্মক বিকাশৰ কাম, প্ৰাচীন সাহিত্য, মৌখিক হিচাপে প্ৰচলিত লোক সাহিত্য, শাস্ত্ৰ আৰু চৰিত পুথিৰ পাণ্ডুলিপি আদিৰ সংৰক্ষণ আৰু অভিধান নিৰ্মাণ, গ্ৰাম'ফোন ৰেকৰ্ড তৈয়াৰী ইত্যাদি কামত আত্মোৎসৰ্গা কৰিলে।

ইয়াৰ স্ব-নিৰ্বাচিত কামবোৰ সমাধা কৰাত সভা কিমান সফল হ'ল তাকে আমি এই অধ্যায়টোত চালি জাৰি চাম। তদুপৰি ১৯৯১ চনলৈকে সভাই প্ৰকাশ কৰা ৩৬৪ খন কিতাপৰ সম্পৰ্কতো আমি এটি বিশ্লেষণ কৰিব খোজোঁ আৰু সেইবিলাকক শ্ৰেণীবদ্ধকৰণ কৰিব খোজোঁ। এই অধ্যায়ৰ আন আকৰ্ষণীয় দিশবোৰ হ'ব সভাৰ নেতৃবৰ্গৰ আৰ্থ সামাজিক (অৰ্থাৎ শ্ৰেণী জাতিবৰ্ণগত) বিশ্লেষণ। একেদৰে সভাৰ স্ব ঘোষিত অৰাজনৈতিকতা আৰু ঔপনিবেশিকতাৰ পৰা স্বাধীন আমোললৈকে বিভিন্ন চৰকাৰবিলাকৰ লগত ইয়াৰ সম্পৰ্কৰ প্ৰশ্নটোৱেও অধ্যায়টোত গুৰুত্ব লভিব।

সাহিত্য সভা নেতৃত্বৰ জাতি-বৰ্ণগত দৃষ্টিভঙ্গীৰ ওপৰত অধ্যায়টোত বিশেষভাবে আলোকপাত কৰা হ'ব। কাৰণ এনে দৃষ্টিভঙ্গীৰ বিসংগতি জাতি-গঠন প্ৰক্ৰিয়াৰ বাবে সচৰাচৰ মাৰাত্মক হয়। উত্তৰ-পূৰ ভাৰতৰ নাগালেণ্ড, অৰুণাচল আদিত অসমীয়া ভাষাৰ এসময়ৰ অভূতপূৰ্ব জনপ্ৰিয়তাৰ প্ৰসঙ্গটো (য'ত নাগামিজ, নেফামিজ, অৰুণামিজ ইত্যাদি অসমীয়া ভাষাৰ স্থানীয়-ৰূপ প্ৰচলিত) আৰু সেইবোৰ অঞ্চলতেই অসমীয়া ভাষা জাপি দিয়াৰ প্ৰশ্নত প্ৰচণ্ড বিৰোধিতাৰ প্ৰসঙ্গটো ইয়াত সমধিক গুৰুত্বৰে আলোচনা হ'ব। কাৰণ এই বিৰোধিতাৰ উৎসে আছিল সভাৰ ভাষিক নীতিয়েই। এই নীতি আলোচনা কৰা সময়ত আমি অৱশ্যে সমসাময়িক চৰকাৰবোৰৰ ভাষিক নীতি বা ৰাজনীতিৰ কথাটোও পটভূমিত ৰাখিব লাগিব। এইবিলাকৰ আঁৰত ক্ৰিয়াশীল বিভিন্ন ৰাজনৈতিক শক্তিবোৰৰ ভাৰসাম্যৰ প্ৰশ্নটোও মনত ৰাখিব লাগিব।

এই অধ্যায়তে আমি জনগোষ্ঠীগত/জনজাতীয় প্ৰশ্নসমূহত সাহিত্য সভাৰ অতিশয় বিতৰ্কিত অৱস্থানৰ ওপৰতো পোহৰ পেলাম। আনহাতে সাহিত্য সভাৰ সভাপতিসকলৰ অভিভাষণৰ বিতং আৰু পুংখানুপুংখ বিশ্লেষণে দেখুৱাব যে অধিকাংশ সভাপতিয়েই জাতি গঠন আৰু সংহতকৰণৰ ক্ষেত্ৰত ধৰ্মৰ কাৰ্যকাৰিতাৰ ওপৰত বিশ্বাসী আছিল। তেওঁলোকে এক ধৰ্ম-মুক্ত বা বহু ধৰ্মীয় জাতিৰ কথা ভাবিবই নোৱাৰিছিল। তেওঁলোকৰ তেনে ধাৰণা সঠিক আছিল নে বেঠিক আছিল তাক আমি বিগত সময়ছোৱাৰ কষটিশিলাত ঘঁহি পৰীক্ষা কৰি চাবলৈ বিচাৰিম।

সাহিত্য সভাই জাতি বৰ্ণবাদ, সাম্প্ৰদায়িকতা আৰু উগ্ৰজাতীয়তাৰ পৰা নিজকে মুক্ত কৰি শক্তিশালী হৈ গৈ থাকিব, নে তাকে কৰিব নোৱাৰি আন বহু জাতীয় সংগঠনৰ দৰে ইও বিলুপ্ত হ'ব; কোনটো সম্ভাৱনা বেছি জোৰদাৰ, তাক আমি এই অধ্যায়তে দেখা পাম।

ষষ্ঠ অধ্যায়টোৰ আমি শিৰোনাম দিছোঁ 'জাতীয় সংস্কৃতিৰ নিৰ্মাণ জাতীয় বীৰ

বীৰাংগণাৰ প্ৰক্ষেপন, জাতীয় ইতিহাসৰ নিৰ্মাণ, সাংস্কৃতিক প্ৰতীক-পৰীক্ষণ।' শিৰোনামটোৰে ইংগিত দিয়াৰ দৰেই এই অধ্যায়ত আমি আলোচনা কৰিম কেনেকৈ বিভিন্ন জনগোষ্ঠীগত সংস্কৃতিবোৰৰ মিলনৰ ফলত এক বৃহত্তৰ জাতীয় সংস্কৃতি নিৰ্মাণ হৈছিল আৰু কেনেকৈ অৱশিষ্ট জনগোষ্ঠীবোৰক সেই সাঁচতে ঢালি ল'বলৈ বিচৰা হৈছিল। দেখা যায় যে জাতি গঠনৰ আন বহু সঁজুলিতকৈ সংস্কৃতিৰ কাৰ্যকাৰিতা আৰু আবেদন আছিল অধিক। এই সংস্কৃতিৰ প্ৰতীক চিহ্ন বিলাকৰ বাছনি সেয়ে বৰ গুৰুত্বপূৰ্ণ আছিল। অসমীয়া মধ্যশ্ৰেণীয়ে এই প্ৰতীক চিহ্ন সমূহ কেনেকৈ বাছনি কৰিছিল, কেনেকৈ সেই বিলাকক প্ৰক্ষেপন আৰু জনপ্ৰিয়কৰণ কৰিছিল আৰু সেইবিলাকক সমগ্ৰ অসমীয়া জাতিসত্তাৰ গ্ৰহণযোগ্য কৰি তুলিছিল সেই বিষয়ে আমি এই অধ্যায়ত আলোচনা কৰিম। বেনেডিক্ট এণ্ডাৰচনৰ দৰে আমি পাছে নাভাবো যে এই প্ৰতীক চিহ্ন সমূহক শূন্যৰপৰা কল্পনা কৰা হৈছিল। তাৰ পৰিবৰ্তে আমি ভাবোঁ যে অসমীয়া মধ্যশ্ৰেণীৰ অগ্ৰদূতসকলে এখিনি ঐতিহাসিকভাৱে প্ৰাপ্ত প্ৰতীক চিহ্নৰ মাজৰ পৰা কেইটামান প্ৰতীক চিহ্ন বৰ সযতনে আৰু বিচক্ষণভাৱে বাচি উলিয়াইছিল।

সংস্কৃতিৰ প্ৰসংগত এটা কৌতূহলোদ্দীপক কথা হ'ল এই যে অসমৰ সৰাতোকৈ জনপ্ৰিয় উৎসৱ বুলি জনাজাত বিহুকো আনকি সচেতনভাৱে আৰু পৰিকল্পনা সাপেক্ষে বাছি লৈ প্ৰক্ষেপন আৰু জনপ্ৰিয়কৰণ কৰিহে বিবিধ বৈচিত্ৰৰে ভৰপূৰ লাখলাখ লোকৰ বাবে গ্ৰহণযোগ্য কৰি তোলা হৈছিল। মন কৰিবলগীয়া যে অসমীয়া জাতিসত্তাৰ ভিতৰে-বাহিৰে থকা বিভিন্ন জনগোষ্ঠীবোৰে বিহুক কাহানিও ওপৰৰ পৰা জাপি দিয়া বুলি বিৰোধিতা কৰা নাছিল। তাৰ বিপৰীতে জনজাতীয়সকল, আনকি অভিবাসী মুছলমান আৰু ঝাড়খণ্ডী আদিবাসীসকলৰ দৰে প্ৰান্তিক জনগোষ্ঠীবোৰেও ইয়াক স্বতস্ফূৰ্ত উৎসাহেৰে গ্ৰহণহে কৰিছিল। ইয়াৰ আঁৰত আছিল বিহুৰ প্ৰচণ্ড প্ৰাণশক্তি, সজীৱ স্বতস্ফূৰ্ত আৰু প্ৰেম-সতেজ চৰিত্ৰ।

অৱশ্যে সংস্কৃতিৰ কথা কওঁতে আমি কেৱল নাচ আৰু গানক বুজোৱা নাই। তাৰ পৰিবৰ্তে আমি বুজাইছোঁ এক সমগ্ৰ জীৱনচৰ্যাকে। জাতীয় সংস্কৃতিৰ কথা কওঁতে আমি জাতীয় (?) ধৰ্মকো তাত সামৰি লৈছোঁ। তেনে জাতীয় ধৰ্মৰ বাবে একো একোজন জাতীয় গুৰু অপৰিহাৰ্য বুলি ভবা হয়। জাতি নিৰ্মাতাসকলে জাতীয় গুৰু হিচাপে শংকৰদেৱক প্ৰক্ষেপন কৰাৰ ক্ষেত্ৰত জৰুৰী তাগিদা অনুভৱ কৰিছিল।

এইবিলাকৰ বাহিৰেও এক জাতীয় ইতিহাসৰ প্ৰয়োজন আছিল। আহোম ৰজাসকলে তেওঁলোকৰ ছশবছৰীয়া শাসনৰ বুৰঞ্জী ৰাখিছিল কিন্তু সেইবিলাক ৰজাঘৰীয়া ধাৰাবিৱৰণীহে আছিল। আধুনিক অৰ্থত জাতীয় ইতিহাস নাছিল। ফলত এক জাতীয় ইতিহাসৰ নিৰ্মাণ জৰুৰী হৈ পৰে। এনে এক জাতীয় ইতিহাসৰ স্বাৰ্থতে প্ৰয়োজন হয় এদল জাতীয় বীৰ-বীৰাঙ্গনাৰ আৱিষ্কাৰ আৰু প্ৰক্ষেপন। এই জাতীয় বীৰমণ্ডলীৰ ভিতৰত আছিল লাচিত, চিলাৰায়, জয়মতী আদি। আজি এই সকলক আমি জাতীয় বীৰ-বীৰাংগনা হিচাপে ইমান স্বচ্ছন্দে গ্ৰহণ কৰিছোঁ যে এনেহে লাগে যেন সেইসকল নিজৰ জীৱন কালৰ পৰাই তেনে স্বীকৃতিৰ অধিকাৰী আছিল। প্ৰকৃত সত্যটো হ'ল এই যে অসম ছাত্ৰ সন্মিলন নামৰ অসমীয়া মধ্যশ্ৰেণীৰ ছাত্ৰযুৱকৰ সংগঠনটোৱেহে এক সচেতন, ৰাজনৈতিক সিদ্ধান্তৰ জৰিয়তে তেওঁলোকক এনেকৈ প্ৰক্ষেপন

কৰিছিল। এইটো আছিল এটা অতিশয় বুদ্ধিমান আৰু বিচক্ষণ সিদ্ধান্ত। কাৰণ ইয়াৰ জৰিয়তে লাচিত আৰু চিলাৰায়ক অন্ততঃ মৰণোত্তৰভাৱে, প্ৰকৃতাৰ্থত ঐক্যবদ্ধ কৰিব পৰা গৈছিল। কথাটো এই কাৰণেই তাৎপৰ্যপূৰ্ণ যিহেতু জীৱিত কালত লাচিত আৰু চিলাৰায় ক্ৰমে আহোম আৰু কোচ সকলৰ সেনাপতি আছিল। এই দুয়োটা গোষ্ঠীয়েই দীৰ্ঘকাল জুৰি পৰস্পৰ বিৰোধী যুদ্ধত লিপ্ত আছিল। চিলাৰায়ে আহোম সকলক যুদ্ধত পৰাস্ত কৰিছিল। গতিকে দুয়োজনকে একেলগে জাতীয় বীৰ হিচাপে স্বীকৃতি দি অসম ছাত্ৰ সন্মিলনে এক ঐক্যবদ্ধ আধুনিক জাতি গঢ়াৰ বাট মুকলি কৰিছিল। জাতীয় ইতিহাসৰ পুনৰ নিৰ্মাণে এনেকৈয়ে এক আধুনিক জাতি গঢ়াৰ বাট মুকলি কৰিছিল।

এই গ্ৰন্থৰ সপ্তম অধ্যায়টো হৈছে 'জাতি গঠনত সংঘাত আৰু মিলন : জনগোষ্ঠীগত পুনৰুত্থান আৰু দলিত জাগৰণ'। এই অধ্যায়ত আমি বুজিবলৈ চেষ্টা কৰিম কেনেকৈ জনগোষ্ঠীগত আৰু জাতীয় সত্তাসমূহ ওপৰাওপৰিকৈ থাকে অথবা সংঘাতত লিপ্ত হয়, নতুবা পৰস্পৰত চামিল হয়। বিভিন্ন জাতীয়-জনগোষ্ঠীগত সত্তাসমূহৰ আলোড়নৰ লগত সিহঁতৰ মাজত মধ্যশ্ৰেণীৰ বিকাশৰ কিবা সম্পৰ্ক আছে নে নাই, অথবা এই আলোড়নবোৰে বুৰ্জোৱা আকাংক্ষাৰ প্ৰতিফলন ঘটায় নে নাই, সেইকথাও এই অধ্যায়ত আমি চালি-জাৰি চোৱাৰ প্ৰয়াস কৰিম। তদুপৰি জাতি-জনগোষ্ঠীগত সংগঠন আৰু পত্ৰ-পত্ৰিকাৰ উদ্ভৱ আৰু বিকাশৰ প্ৰক্ৰিয়াটোৰ ওপৰতো আমি ইয়াত আলোকপাত কৰিম।

অধ্যায়টোৰ আৰম্ভণিতেই আমি বিভিন্ন জনগোষ্ঠীবোৰৰ এটি পাৰিসাংখ্যিক পৰিমাপ ডাঙি ধৰিম। আলোচ্য জনগোষ্ঠীবোৰৰ ভিতৰত আমি প্ৰথমেই হাতত ল'ম অভিবাসী সম্প্ৰদায়বোৰ, যিবোৰক আকোঁৱালি নোলোৱাকৈ আধুনিক অসমীয়া জাতিগঠন প্ৰক্ৰিয়া এক বাতুল কল্পনা হৈয়ে ৰ'ব। এনে অভিবাসী সম্প্ৰদায়বিলাকৰ ভিতৰত আকৌ সৰ্বপ্ৰথমে আলোচনা কৰিম ঝাড়খণ্ডী-আদিবাসীসকলৰ কথা। অসমত বৰ্তমানে পঞ্চাশ লাখৰ ওচৰা-ওচৰি জনসংখ্যা বিশিষ্ট এই সম্প্ৰদায়ৰ পূৰ্বপুৰুষ-পূৰ্বনাৰীসকলক কেনেকৈ ঠগ আৰু প্ৰৱঞ্চনাৰ জৰিয়তে চাহ বাগিছাত কাম কৰিবলৈ অসমলৈ চালান দিয়া হৈছিল, কেনেকৈ তেওঁলোকক চাবুকেৰে কোবাই, টঙনিয়াই, নিৰ্যাতন, লুণ্ঠন আৰু যৌন-শোষণৰ বলি কৰা হৈছিল, কেনেকৈ বৰ্তমানেও তেওঁলোকক অনুসূচিত জাতি - জনজাতিৰ তালিকাৰ পৰা দূৰতে বিদূৰ কৰি ৰখা হৈছে, আৰু কেনেকৈ যোৱা কালি পৰহিলৈকে তেওঁলোকক তেওঁলোকক ভোটাধিকাৰৰ পৰাও বঞ্চিত (পঞ্চায়তৰ দৰে স্বশাসনৰ নিকায়সমূহত) কৰি ৰখা হৈছিল, এই সকলোবোৰ দিশকে আমি চুই যাম। এই অংশত আমি উত্থাপন কৰিব খোজা কেন্দ্ৰীয় প্ৰশ্নটো হ'ল : ব্ৰিটিছ সাম্ৰাজ্যবাদে পৰিচিতি অৱদমন (Identity supression) আৰু অৰ্থনীতি বহিৰ্ভূত শোষণৰ প্ৰাক্-পুঁজিবাদী অনুষ্ঠানকিটাৰ বিচক্ষণ ব্যৱহাৰ কেনেকৈ কৰিছিল? এই প্ৰশ্নৰ লগতে সাঙোৰ খাই আছে আন এটা প্ৰশ্ন : অসমীয়া মধ্যশ্ৰেণীয়ে ব্ৰিটিছ চাহ মালিক আৰু শাসকৰ লগত মিতিৰালি কৰি থকা অৱস্থাত সেই ব্ৰিটিছৰ দ্বাৰাই শোষিত আৰু নিৰ্যাতিত ঝাড়খণ্ডী আদিবাসীসকলক আকৌ কেনেকৈ জাতিটোত সামৰি লোৱাৰ আঁচনি কৰিছিল? আশা কৰা হৈছে প্ৰস্তাৱিত অধ্যায়টোত এই প্ৰশ্নবিলাকৰ উত্তৰ বিচাৰি পোৱা যাব।

ঝাড়খণ্ডী-আদিবাসী সকলৰ পাছতেই আলোচ্য সম্প্ৰদায় হ'ল অভিবাসী মুছলমানসকল, যাৰ জনসংখ্যা ঝাড়খণ্ডী সকলৰ প্ৰায় সমানেই। কিহে এই বিৰাট জনসমষ্টিক পূব বংগৰ পৰা ঠেলি পঠিয়ালে আৰু কিহে তেওঁলোকক অসমলৈ টানি আনিলে, যাৰ ফলত অসমলৈ ঘটিল ব্যাপক গণপ্ৰব্ৰজন, সেই প্ৰসংগ ইয়াত নিশ্চয় অপ্ৰাসংগিক নহ'ব। ১৯২০ ৰ দশকত লাইন প্ৰথাৰ প্ৰবৰ্তনে অসমৰ সমাজ জীৱনৰ উল্লম্ব বিভাজন ঘটাইছিল, এই বিভাজনত পাকিস্তানৰ প্ৰসংগ, সাম্প্ৰদায়িকতা আৰু প্ৰতি-সাম্প্ৰদায়িকতাই কেনে বৰঙণি যোগাইছিল, সিও আমাৰ বিচাৰ্য হ'ব। অভিবাসী মুছলমানৰ পাছতেই চমুকৈ অভিবাসী নেপালীসকলৰ প্ৰসংগটোও চুই যাম।

অভিবাসী সম্প্ৰদায়বিলাকৰ পাছতেই আমি 'থলুৱা' বা 'খিলঞ্জীয়া' সম্প্ৰদায়বিলাকৰ কথালৈ যাম, যাক বহুতেই অসমীয়া জাতিসত্তাৰ শাহ, মেৰুদণ্ড বা কেন্দ্ৰীয় শক্তি আখ্যা দিব বিচাৰে।থলুৱা বা খিলঞ্জীয়াৰ সমগ্ৰ প্ৰশ্নটোৱেই অৱশ্যে অতিশয় বিতৰ্কিত। এনেকৈ ক'লেও কিজানি বঢ়াই কোৱা নহ'ব যে আজি থলুৱা বা খিলঞ্জীয়া বুলি অভিহিত জনগোষ্ঠীবোৰৰো বেছিভাগেই ঐতিহাসিক বা প্ৰাক্-ঐতিহাসিক কালত অসমলৈ প্ৰব্ৰজন কৰিছিল। এই কথা বৰ্ণহিন্দুসকলৰ ক্ষেত্ৰত যেনেকৈ সত্য, ঠিক তেনেকৈ তাই-আহোম, আনকি বড়ো, মিচিং সকলৰ ক্ষেত্ৰতো সত্য। সেয়েহে আধুনিক অসমীয়া জাতিৰ অংশীদাৰ অধিকাংশ জনগোষ্ঠীয়েই প্ৰব্ৰজনকাৰী ; যেনেকৈ প্ৰব্ৰজনকাৰী ঝাড়খণ্ডী আদিবাসী, পূৰ্ব-বংগীয় মুছলমান, নেপালী আদি। এই সমস্ত প্ৰব্ৰজনকাৰীৰ মাজত কোন আগৰ আৰু কোন পাছৰ, সেয়া এক আপেক্ষিক প্ৰশ্নহে। সেয়েহে থলুৱা-অভিবাসীৰ ভিত্তিত অসমৰ জনগণৰ কোনো চূড়ান্ত শ্ৰেণীবিভাজন সমৰ্থনযোগ্য নহয় আৰু ই অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ পথতো প্ৰধান প্ৰতিবন্ধক।

যি কি নহওক, এনে থলুৱা, খিলঞ্জীয়া বুলি আখ্যায়িত জনগোষ্ঠীবোৰৰ ভিতৰত আছে বিভিন্ন জনজাতীয় সম্প্ৰদায়সমূহ। এই সকল ভূমি সন্তানে অন্ততঃ ১৯২০ ৰ দশকলৈকে নিজকে অসমীয়া বুলিয়েই পৰিচয় দিছিল। জনজাতি সকলৰ পাৰিসাংখ্যিক বিন্যাসৰ উপৰিও আমি জনজাতীয় ধৰ্মবিশ্বাস (ব্ৰহ্ম, বাথৌ, হংহাৰী ইত্যাদি), অৰ্থনীতি (ভূমি-বিচ্ছিন্নতা ইত্যাদি), শিক্ষা (মাতৃভাষা মাধ্যমৰ সমস্যা ইত্যাদি), ৰাজনীতি (স্বায়ত্তশাসন, সংৰক্ষণ ইত্যাদি) আদি দিশৰ ওপৰতো এই খণ্ডতে পোহৰ পেলাম।

ড° আম্বেদকাৰৰ দিনৰে পৰা আজিলৈকে দেশজুৰি গঢ়ি উঠা দলিত আন্দোলনে অসমতো এক দলিত চেতনাৰ উন্মেষ নঘটোৱা নহয়। প্ৰাতিষ্ঠানিক বুদ্ধিজীৱী মহলে অসমত কাহানিও অস্পৃশ্যতা নাছিল বুলি ক'বলৈ বিচৰাৰ বিপৰীতে আমি এই খণ্ডত দাখিল কৰা তথ্যসমূহে আন কথাহে প্ৰমাণ কৰে। বিপৰীত-যুক্তি আৰু বিপৰীত-প্ৰমাণৰ জৰিয়তে এই কথাহে সাব্যস্ত হয় যে অসমতো এই অনুসূচিত জাতিৰ দলিত সম্প্ৰদায়বোৰক নিলগাই থোৱা হৈছিল, লাঞ্চনা-গঞ্জনা, বিদ্বেষ আৰু বৈষম্যৰ বলি কৰা হৈছিল। সত্ৰ আৰু আন সামাজিক-সাংস্কৃতিক অনুষ্ঠান-প্ৰতিষ্ঠানবোৰে কেনেকৈ এই বিদ্বেষ-বৈষম্যক গজগজীয়া আৰু নিকপকপীয়া কৰাত নিজকে ব্ৰতী কৰিছিল, সেই কথা আমি এই খণ্ডতে ফঁহিয়াই চাম। এই আলোচনাত এক মাত্ৰা প্ৰদান কৰিব আমি ইয়াৰ লগত

সংযোজন কৰিব বিচৰা অভিধান-বিশ্লেষণ প্ৰসংগই। হেমকোষৰ দৰে কৰ্তৃত্বশীল অসমীয়া অভিধানে কেনেকৈ জাতি বৰ্ণীয় বিচাৰ প্ৰদান কৰে, দশকে দশকে হোৱা লোক পিয়লে কেনেকৈ এই বিচাৰক গভীৰতৰ কৰে, বাতৰি-কাকত-আলোচনীৰ কাৰ্যকলাপে কেনেকৈ দলিত বিক্ষোভক আন্দোলনৰ ফালে লৈ যায়, সেইবোৰ প্ৰসংগও ইয়াত স্বয়ংক্ৰিয়ভাৱে আহি পৰিব।

এই খণ্ডতেই আমি মোহনদাস কৰমচাঁদ গান্ধীৰ অনুগামীসকলৰ লগত বাবাচাহেব ড° ভীমৰাও আম্বেদকাৰৰ অসমীয়া অনুগামীসকলৰ ঐতিহাসিক বিতৰ্কৰ কথাও উল্লেখ কৰিম। (এই বিতৰ্ক আজিকোপতি বহুতৰ বাবেই অজ্ঞাত হৈয়েই আছে।) কৌতূহলোদ্দীপক খবৰটো হৈছে এই যে এই বিতৰ্কই ইমানেই তীব্ৰ ৰূপ ধাৰণ কৰিছিল যে গান্ধীয়ে ইয়াত তেওঁৰ ব্যক্তিগত সচিবৰ যোগেদি হস্তক্ষেপ কৰিবলৈ বাধ্য হৈছিল। কোৱা বাহুল্য যে গান্ধীৰ ভূমিকা আছিল দলিত-বিৰোধী। এই খণ্ডতেই আমি দলিত সকলৰ উৰ্দ্ধমুখী সচলতাৰো (upward mobility) উমান পাম। আন এটা আকৰ্ষণীয় দিশ হব সত্ৰৰ বিৰুদ্ধে দলিত ক্ষোভৰ প্ৰকাশ।

অসমীয়া জাতিসত্তাৰ 'শাহ' বুলি ক'লে তাই আহোমসকলক হিচাবত লবই লাগিব। ছশ বছৰ ৰাজ্য শাসন কৰা এই সম্প্ৰদায়টো বুৰঞ্জীৰ কিবা এটা ওভোটা পাকত গৈ এটা পাছপৰা সম্প্ৰদায়ত পৰিণত হ'লগৈ। এই ঐতিহাসিক বিপৰ্যয়ৰ অনিবাৰ্য পৰিণতি হ'ল শৈক্ষিক পশ্চাৎপদতা। ব্ৰিটিছ আমোলৰ দাক্ষিণ্যত আৰু বৰ্ণহিন্দু বুদ্ধিজীৱী একাংশৰ সৌজন্যত তাই আহোমসকল আনকি লোকপিয়লৰ প্ৰতিবেদনত অস্পৃশ্য জাত বুলিও অভিহিত হ'ল। অৱশ্যে এনে চৰম আতিশয্যই তাই আহোম জনগোষ্ঠীগত চেতনাৰো দুৱাৰ মুকলি কৰিলে। সম্প্ৰদায়টোৰ মাজতে তাই আহোম জনগোষ্ঠীবাদী আৰু অসমীয়া/ভাৰতীয় জাতীয়তাবাদী দুটা শিবিৰৰ প্ৰচণ্ড বিতৰ্ক চলিবলৈ লাগিল। সেয়া কুৰি শতিকাৰ দ্বিতীয়, তৃতীয় আৰু চতুৰ্থ দশকৰ কথা। এই বিতৰ্কৰ পৰিণতিতে কেনেকৈ আহোম সভা আৰু কংগ্ৰেছ দলৰ মাজত মুখা মুখি সংঘাত - সংঘৰ্ষও লাগি পৰিছিল ; এখন দুখন নহয়, আঠখনকৈ তাই আহোম জনগোষ্ঠীগত আলোচনীৰ বক্তব্য কি আছিল ; আদিতে আহোম ৰাষ্ট্ৰৰ দ্বাৰাই পৃষ্ঠপোষকতাপ্ৰাপ্ত সত্ৰ অনুষ্ঠানো তাই আহোম সকলৰ শত্ৰুত পৰিণত হৈছিল কেনেকৈ ............ এনে ধৰণৰ আৰু অজস্ৰ প্ৰশ্নৰ আমি উত্তৰ বিচৰাৰ প্ৰয়াস কৰিম এই খণ্ডতে। তদুপৰি কোচ ৰাজবংশী, চুতীয়া, মৰাণ - মটক আদি আন থলুৱা জনগোষ্ঠীবোৰৰ কথাও এই প্ৰসংগতে আহি পৰিব।

আশা কৰা হৈছে যে জাতি জনগোষ্ঠীগত সমস্যাৰ ওপৰত প্ৰস্তুত এই অধ্যায়টোৱে সংৰক্ষণ, পৃথক নিৰ্বাচক মণ্ডলী, স্বায়ত্তশাসন, আত্ম নিৰ্ধাৰণ, আৰু আনকি সাৰ্বভৌমত্ব আৰু বিচ্ছিন্নতাৰ দৰে জটিল প্ৰশ্নবিলাকতো পোহৰ পেলাব পাৰিব। এই আলোচনাই আমাক সংস্কৃতায়ন আৰু ব্ৰাহ্মণ্যবাদ, পাশ্চাত্যকৰণ আৰু নগৰীকৰণ, ঔপনিবেশিকতা আৰু স্বাধীনতাৰ স্ৰোত-প্ৰতিস্ৰোতৰ পাৰস্পৰিক প্ৰভাৱ অনুধাৱন কৰাতো সহায় কৰিব, যাৰ ভৱিষ্যতে আমি জাতি জনগোষ্ঠীগত সংঘাত আৰু মিলনৰ জটিল দ্বন্দ্বাত্মক প্ৰক্ৰিয়াটোকো হৃদয়ংগম কৰিব

পাৰিম। সেইখিনি নুবুজাকৈ জাতি গঠন প্ৰক্ৰিয়াৰ মৰ্মাৰ্থ উপলব্ধিৰ প্ৰচেষ্টাও আকাশ কুসুম হৈ ৰ'ব।

## আমাৰ প্ৰকল্পটো

ওপৰৰ আলোচনাৰ ভিত্তিতে আমি তলৰ প্ৰকল্পটো (অথবা প্ৰকল্পলানি) এনেধৰণে আগবঢ়াবলৈ বিচাৰিম ঃ

আমাৰ আলোচ্য বিষয়ৰ ঐতিহাসিক প্ৰেক্ষাপটটো অধীণ কৰিলে দুটা প্ৰধান দ্বন্দ্বৰ মুখামুখি হোৱা যায়। এহাতেদি আহোম আৰু অ-ব্ৰাহ্মণ জনগোষ্ঠীবোৰ জাত-পাতৰ বিভেদ-বৈষম্যৰ পৰা মুক্ত, সামাজিক সমতাৰ প্ৰমূল্যসম্পন্ন আছিল যদিও অৰ্থনৈতিক ক্ষেত্ৰত সিহঁতৰ ব্যৱস্থাবোৰ আছিল নিম্ন উৎপাদনশীল, নিম্ন উদ্বৃত্তশীল। আনহাতে ব্ৰাহ্মণ্যবাদী সামন্তবাদৰ বাৰ্তা অসমলৈ বহন কৰি অনা বৰ্ণহিন্দুসকলে হয়তো উৎপাদন বঢ়োৱাৰ দিহা দিব পাৰিছিল, কিন্তু তেওঁলোকে একে সময়তে সমাজখনৰ জাত-পাতবিহীন, সামাজিক সমতাৰ প্ৰমূল্যক অকাতৰে জলাঞ্জলিও দিছিল। এই দ্বন্দ্বৰ চূড়ান্ত মীমাংসা হ'বলৈ পোৱাৰ আগতেই আহোম ৰাষ্ট্ৰৰ পতন ঘটিছিল।

দীঘলীয়া ছটা দশকজোৰা অৰাজকতা আৰু বিশৃংখলাৰ অৱসান ঘটাই এইবাৰ অসমৰ মঞ্চত শান্তিৰ দূতৰূপে আবিৰ্ভূত হ'ল ব্ৰিটিছ সাম্ৰাজ্যবাদ। কিন্তু এই ত্ৰাণকৰ্তা আছিল একেসময়তে হন্তা অথবা সংহাৰকৰ্তাও। মুক্তিদূতৰ ভাওত এয়া আছিল প্ৰকৃততে মৃত্যুদূতহে। ব্ৰিটিছে ৰাইজখনক আও মৃত্যুৰ পৰা ৰক্ষা কৰিছিল একমাত্ৰ এটা মতলবেৰেই, যাতে জীয়াই ৰাখি তেওঁলোকক দগৰি দগৰি শোষণ কৰিব পৰা যায়। সামন্তবাদ আৰু পুঁজিবাদৰ আপাতদৃষ্টিত পৰস্পৰবিৰোধী চৰিত্ৰ আৰু বৈশিষ্ট্যবোৰক ব্ৰিটিছে 'সংকোচন আৰু সংৰক্ষণ' (erosion and retention)ৰ এক নীতিৰ জৰিয়তে মিলন ঘটাইছিল। সামন্তবাদৰ সাৰমৰ্ম সংৰক্ষণ কৰা হৈছিল, যদিও ইয়াৰ কেতবোৰ বৈশিষ্ট্য ক্ষয় নিওৱা হৈছিল। আমাৰ দৃষ্টিত সামন্তবাদ আৰু বিদেশী পুঁজিবাদ অৰ্থাৎ সাম্ৰাজ্যবাদৰ এই অদ্ভুত অশুভ জোঁটেই অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ বাটত আটাইতকৈ ডাঙৰ হেঙাৰডাল পুতিছিল। কাৰণ এই জোঁটে প্ৰগতিশীল উৎপাদিকা শক্তিবোৰৰ বিকাশত প্ৰাণপণে বাধা দিছিল। এই যুৰীয়া দানৱৰ পদতলত পিষ্ট হৈ কোনো জাতীয় পুঁজিয়ে বিকাশ লাভ কৰিব নোৱাৰে। সেয়েহে আমাৰ প্ৰকল্প হ'ল এয়ে যে অসমৰ জাতি গঠন প্ৰক্ৰিয়া সম্পূৰ্ণ হ'বৰ নৌ এখোন। এই চিয়ামীজ - দৈত্যদ্বয়ক পৰাজিত আৰু সমাধিস্থ নকৰাকৈ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াই তাৰ চূড়ান্ত লক্ষ্যত উপনীত হ'ব নোৱাৰিব।

ইয়াৰ অৰ্থ অৱশ্যে এইটো নহয় যে অৰ্ধ-ঔপনিবেশিক-অৰ্ধসামন্তীয় পৰিবেশত কোনো জাতিসত্তা কেতিয়াও গঢ়ি নুঠিব বা গঢ়ি উঠাৰ প্ৰক্ৰিয়াত নাথাকিব। তাৰ বিপৰীতে এনে পৰিবেশতো বহু জাতিসত্তাৰ গঠন প্ৰক্ৰিয়া বাৰুকৈয়ে চলি থকা অৱস্থাত দেখা যায়। আমি সেয়ে চলমান জাতিগঠন প্ৰক্ৰিয়াক এখন প্ৰবহমান নদীৰ লগত বিজাব খোজোঁ। আমি নিশ্চিত যে পৃথিৱীত কোনো এখন নদীয়ে আন এখনৰ গতিপথ হুবহু অনুকৰণ নকৰে। বিশ্বত এনেকুৱা নদীও দেখা নাযায় যিখনে উৎসমুখৰ পৰা তাৰ লক্ষ্যস্থানলৈ সৰলবৈখিক

গতিৰে বৈ যায়। তাৰ সলনি প্ৰতিখন নদীয়ে একান্ত নিজা ধৰণে, একা-বেঁকা বাটেৰে, আপোন মনেৰে বৈ যায়। এনে স্বকীয় বৈশিষ্ট্য সত্ত্বেও প্ৰতিখন নদীকে যে আমি নদী বুলি চিনিব পাৰোঁ, তাৰ অৰ্থ হৈছে নদীবোৰৰ এক সাধাৰণ বৈশিষ্ট্যও আছে। দৰকাৰী কথা মাত্ৰ এটাই থাকে; নদীখন জীয়া নদী, নে মৰা?

ইয়াৰ অতিশয় একা-বেঁকা পথৰ সত্ত্বেও, ইয়াৰ সমুখত থকা পাহাৰপ্ৰমাণ বাধা আৰু বিশাল মৰুভূমি সত্ত্বেও অসমীয়া জাতি গঠনৰ নদীখন পাছে বৈয়ে আছে। কেতিয়াবা সেই নদীত দোকোলটকা বান আহিছে, পাৰ আৰু মথাউৰি ভাঙি প্ৰলয় সাধিছে, কেতিয়াবা সি শুকাই শীৰ্ণ হৈছে, কেতিয়াবা আকৌ গভীৰ প্ৰশান্তিৰে কুলুকুলুকৈ বৈ গৈছে, মুঠৰ ওপৰত সি বৈ আছে আৰু বৈয়ে আছে। আমি এই অধ্যয়নৰ জৰিয়তে তাৰ গতিপথৰ মানচিত্ৰ আঁকিব বিচাৰোঁ। গভীৰতা জুখিব বিচাৰোঁ, বানপানী আৰু খৰাঙৰ কাৰণ আৰু মুক্ত তথা অনন্ত অশান্ত প্ৰৱাহৰ চৰ্তবোৰ জানিব বিচাৰোঁ।

চমুকৈ ক'বলৈ গ'লে আমাৰ প্ৰকল্প এয়ে যে অসমীয়া মধ্যশ্ৰেণীৰ কেৱল সেইবোৰ সপোনহে বাস্তৱায়িত হৈছিল যিবোৰ বাস্তৱ সন্মত আছিল। বাস্তৱসন্মত কল্পনাক সদায় বাস্তৱায়িত কৰিব পৰা যায়, যিবোৰে আকৌ প্ৰতিস্থিত বাস্তৱক বদলাই দিব পাৰে। কথাটো এনেকৈয়ো ক'ব পৰা যায় যে বাস্তৱনিষ্ঠভাৱে কল্পনা কৰিব পাৰিলে বাস্তৱক বদলোৱাৰ অৱকাশ সদায়েই থাকে। অসমীয়া জাতিসত্তাৰ বাবেও সেয়ে প্ৰতিকূল বাস্তৱক সাল-সলনি কৰাৰ, তাক অন্তৰ্ঘাত কৰাৰ অৱকাশ আছে, যেনেকৈ অৱকাশ আছে অনুকূল পৰিস্থিতিক নিজৰ সপক্ষে ব্যৱহাৰ কৰাৰ।

এই সময়ছোৱাৰ পৰ্যালোচনা কৰিলে দেখা যায় যে জাতি গঢ়োতা সকলৰ চমৎকাৰ সফলতাবিলাকৰ বোকোচাতে উঠি আছে ট্ৰেজিক বিফলতাবোৰ। আটাইতকৈ উজ্জ্বল ট্ৰফীবোৰো দেখা যায় অ'ত ত'ত কলংকেৰে কালিমালিপ্ত। এই কথাৰ ব্যাখ্যা নথকা নহয়। আমাৰ নিজস্ব ব্যাখ্যাৰ ভিতৰত আমি এই প্ৰকল্পকে আগবঢ়াইছোঁ যে অসমীয়া মধ্যশ্ৰেণীয়ে যেতিয়াই নিজৰ সামন্তীয় পৰম্পৰাৰ আশ্ৰয় লৈছিল, তেতিয়াই ই পৰাজিত হৈছিল। যেতিয়াই ই জাতীয় ধৰ্মৰ কথা কৈছিল, তেতিয়াই জাতিসত্তাটো সুগভীৰ-উলম্ব বিভাজনৰ সন্মুখীন হৈছিল। যেতিয়াই ই নিকৃষ্ট জাতি-বৰ্ণবাদৰ আশ্ৰয় লৈছিল, তেতিয়াই তাৰ বিৰুদ্ধে জংগী প্ৰতিবাদ গঢ়ি উঠিছিল। আমাৰ চৌপাশে আমি আজি দেখা জনগোষ্ঠীগত আন্দোলনসমূহৰ উৎসও তাতেই। ঔপনিবেশিক যুগৰ সৃষ্টি উগ্ৰজাতীয়তাবাদ আৰু সাম্প্ৰদায়িকতাবাদ জাতি গঠনৰ বাবে গুৰুতৰ বাধা বুলিয়েই বিবেচিত হৈছিল। ইয়াৰ পৰা প্ৰমাণ হয় যে যেতিয়াই কল্পনাবোৰ অপকাৰী, জন-বিৰোধী, পশ্চাৎপদ নীতিৰ দ্বাৰা নিৰ্মিত হৈছিল, তেতিয়াই সিবিলাকৰ পৰা জন্ম হৈছিল এদল ভস্মাসুৰৰ। ফ্ৰাংকেনষ্টাইনৰ সৃষ্ট দানৱে স্ৰষ্টাকে খেদি ফুৰাৰ দৰে অসমীয়া মধ্যশ্ৰেণীৰ উদ্ভট কল্পনাৰ সন্তানসবে এই শ্ৰেণী আৰু জাতিকে দাহ কৰিবলৈ ওলাইছিল।

এয়া অৱশ্যে সত্যৰ এপিঠিহে। তাৰ বিপৰীত পিঠি এটাও আছে। জাতি-বৰ্ণবাদ আৰু সামন্তীয় শোষণৰ পীঠভূমিত শংকৰদেৱৰ উদাৰ দৰ্শনবো যেতিয়া স্খলন ঘটিল, তেতিয়া তাতকৈ উদাৰতৰ কালসংহতি পন্থাই সমাজটোকে অত্যাচাৰিত পদদলিত সকলকে আকোঁৱালি লৈছিল। অৱশ্যে মোৱামৰীয়া বিদ্ৰোহৰ বিফল সমাপ্তিয়ে সেই উদাৰ সম্ভাৱনাকো পৰাজিত

কৰি থৈ গ'ল। বহুদিনৰ পাছত স্বাধীনতা সংগ্ৰামৰ প্ৰবল জোৱাৰৰ মন্থনে জন্ম দিছিল পীতাম্বৰদেৱ গোস্বামীৰ দৰে ওখ মানুহৰ, যাৰ উদাৰতাই পুনৰ প্ৰতিকূল পৰিস্থিতিক বলাই অনাত সহায়ক ভূমিকা লৈছিল।

জাতীয় ধৰ্মৰ প্ৰস্তাৱ নাকচ হোৱাৰ কথাটোৰ বিপৰীতে জাতীয় সংস্কৃতিৰ ধাৰণাটো গ্ৰহণযোগ্য হোৱাটো মন কৰিব লগীয়া। প্ৰথমটোৰ সংকীৰ্ণতাৰ ক্ষতিপূৰণ কৰিছিল দ্বিতীয়টোৰ উদাৰ গণতান্ত্ৰিকতাই, বিহু হৈ উঠিছিল সেই উদাৰতাৰ মূৰ্ত প্ৰতীক।

ইফালে অসমীয়া ভাষা আন ভাষীসকলৰ ওপৰত জাপি দিবলৈ চলোৱা প্ৰচেষ্টাৰ বিফলতাই উগ্ৰজাতীয়তাবাদৰহে পৰাজয় সূচাইছিল, অসমীয়া ভাষাৰ নহয়। সেয়েহে আনৰ ওপৰত অসমীয়া ভাষা জাপি দিয়াৰ বাবে এক সুস্থ, সবল আধুনিক মান্যভাষাৰূপে গঢ় দিয়াৰ সপোন কিন্তু একেবাৰে নফলিবাকৈ নাথাকিল। তাৰ কাৰণ প্ৰথমটো সপোন আছিল অন্যায়, অগণতান্ত্ৰিক, দ্বিতীয়টো আছিল সম্পূৰ্ণ ন্যায্য আকাংক্ষাৰ প্ৰকাশ।

বৰ অসমৰ নামত সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰ ওপৰত আধিপত্য চলোৱাৰ বাবে অসমীয়া মধ্যশ্ৰেণীৰ উদ্ভট আকাংক্ষা ছেদেলি ভেদেলি হোৱাৰ কাৰণো একেই। ই গণতান্ত্ৰিকো নাছিল, বাস্তৱসম্মতো নাছিল। আমোদজনক কথা যে বৰ অসমৰ বজা হোৱাৰ কল্পনাৰ কাৰেং চুচুৰ্মৈ হোৱাৰ পাছত এই মধ্যশ্ৰেণীয়ে এতিয়া আগতকৈ বহু ঠেক-ঠুক অসম খনতে নিজৰ মন তাপৰিয়াই আছে। এইখন অসম যিমানেই ক্ষুদ্ৰ নহওক লাগিলে, অসমীয়া মধ্যশ্ৰেণীৰ বৰ্তমান শক্তিৰ সৈতে ইহে সমানুপাতিক। এই সঠিক আত্মমূল্যায়নে অসমীয়া মধ্যশ্ৰেণীৰ সপোনক সংযত কৰাৰ আশা আছে।

সামৰণিত আমি আমাৰ প্ৰকল্পটোৰ এনেকৈয়ে সাৰ-সংকলন কৰিব খোজোঁ যে অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ সফলতা অথবা ব্যৰ্থতাৰ লগত জাতীয়তাবাদৰ দুমুখীয়া অস্ত্ৰপাত ব্যৱহাৰ কৰাত অসমীয়া মধ্যশ্ৰেণীৰ বিচক্ষণতা আৰু দক্ষতাৰ প্ৰত্যক্ষ সম্পৰ্ক আছে। যেতিয়াই এই অস্ত্ৰপাত ধ্বংসাত্মকভাৱে ব্যৱহাৰ কৰা হয়, তেতিয়াই ই লোকৰ বাবেও সৰ্বনশীয়া হয়, নিজৰ বাবেও আত্মঘাতী হয়। জাতি বৰ্ণবাদ, উগ্ৰজাতীয়তাবাদ আৰু সাম্প্ৰদায়িকতাবাদ কৰা মানেই জাতীয়তাবাদৰ মোক্ষম হাতিয়াৰপাতৰ অপপ্ৰয়োগ কৰা।

তাৰ বিপৰীতে গণতন্ত্ৰ, উদাৰতাবাদ আৰু সামাজিক সমতা হৈছে এনে কেতবোৰ মন্ত্ৰ যাৰ ব্যৱহাৰেৰে জাতীয়তাবাদৰ মন্ত্ৰপূত অস্ত্ৰৰ পৰা আশ্চৰ্যকৰ ফল পাব পাৰি। জাতি গঢ়োঁতাসকলে এই অস্ত্ৰপাতৰ ব্যৱহাৰত যিমানেই নিপুণ আৰু অব্যৰ্থ হ'ব, সিমানেই বৃহত্তৰ আৰু মহত্তৰ হ'ব অসমীয়া জাতিসত্তা।

অসমীয়া মধ্যশ্ৰেণীয়েনো এই দুটা পথৰ কোনটো বাছি ল'লে, তাক জানিবৰ বাবে আমি এই গ্ৰন্থৰ অন্তিম অধ্যায়লৈকে অপেক্ষা কৰিব লাগিব। এই বিষয়ে এটা ৰূপক ব্যৱহাৰ কৰিব পাৰি। ১৮৭৩ চনতঅসমীয়া ভাষাৰ চৰকাৰী স্বীকৃতিৰ ফলত জাতিটোৱে যেতিয়া লৰচৰ কৰি উঠিল, তেতিয়া বহুতেই ভাবিলে যে সেয়া 'ৰাইগৰ মৰ্টিচহে (rigor motis)'; অন্তিমবাৰৰ বাবে *ঠেৰেঙা* লগাৰ আগতে মৃতদেহৰ লৰচৰহে। আমি এতিয়া জানো, সেয়া 'ৰাইগৰ মৰ্টিচ' নাছিল; আছিল এটা আধুনিক জাতিসত্তাৰ জন্ম-যন্ত্ৰণাহে। 

## দ্বিতীয় অধ্যায়

# 'জাতীয়' ধৰ্মৰ কল্পনা

## জাতি গঠনত সত্ৰৰ সামাজিক ভূমিকা

## আৰু তাৰ প্ৰতি শ্ৰীমন্ত শংকৰদেৱৰ সংঘৰ সঁহাৰি

*ধৰ্মীয় দুখকষ্ট হৈছে এফালেদি প্ৰকৃত দুখ কষ্টৰেই প্ৰকাশ, আনফালে সেই বাস্তৱ দুখ-কষ্টৰ বিৰুদ্ধে প্ৰতিবাদো। ধৰ্ম হৈছে অত্যাচাৰিত জীৱৰ হুমুনিয়াহ, হৃদয়হীন দুনিয়াৰ কৰুণাৰ কথা, আৰু ভৌতিক জীৱনত আত্মাৰ মোহ হৈছে ধৰ্ম। মানুহৰ জীৱনত ধৰ্ম হৈছে আফিং।**

## (ক) সত্ৰৰ ভূমিকা

এই অধ্যায়ৰ শিৰোনামটোৱেই পাঠকৰ বাবে স্ববিৰোধী যেন লাগিব পাৰে। কাৰণ 'সত্ৰ' যি ক্ষেত্ৰত এটা মধ্যযুগীয়, ধৰ্মীয় প্ৰতিষ্ঠান, জাতি বা জাতিসত্তা সেইক্ষেত্ৰত এটা নিতান্তই আধুনিক ধাৰণা। তেনেহ'লে অধ্যায়টোৰ শিৰোনামত আমি সত্ৰক জাতিগঠনকাৰী প্ৰতিষ্ঠান হিচাপে দেখুৱাইছো কিয়?

সত্ৰ অৱশ্যেই এক মধ্যযুগীয় ধৰ্মীয় প্ৰতিষ্ঠান। কিন্তু যোল্ল শতিকাৰ দ্বিতীয়াৰ্ধৰ পৰা ই আজিৰ তাৰিখলৈকে বৰ্তি আছে। সেই অৰ্থত ই অতীত-বৰ্তমানৰ এক ধাৰাবাহিকতা। আৰু আমাৰ বৰ্তমানে সদায় অতীতৰ গৰ্ভৰ পৰাই জন্ম লভে। সেই অৰ্থত অসমীয়া জাতি সত্তাৰ শিপাও বেচ গভীৰেই। এইখিনিতে মন কৰিব লগীয়া কথাটো হ'ল যে অসমীয়া জাতি নিৰ্মাতা সকলৰ বহুতেই সত্ৰাধিকাৰ বা সত্ৰীয়াৰ মাজৰ পৰা ওলাই আহিছিল। আৰু যি সকল প্ৰত্যক্ষভাৱে সত্ৰাধিকাৰ/সত্ৰীয়া নাছিলো, তেওঁলোকৰো খুব কম সংখ্যকেইহে সত্ৰৰ প্ৰভাৱৰ পৰা মুক্ত আছিল। ড° মনোৰমা শৰ্মাই সেয়েহে সঠিক ভাৱেই দেখুৱাইছে যে অসমীয়া মধ্যশ্ৰেণীৰ অন্ততঃ একাংশৰ শিপা আছিল সত্ৰৰ অভ্যন্তৰত।(১)

অসমীয়া মধ্যশ্ৰেণীৰ সামাজিক মূলৰ প্ৰশ্নটোত আমি গুৰুত্ব আৰোপ কৰাৰ কাৰণ এয়ে যে জাতি গঠনৰ মহা-নাটকখনৰ নায়ক হ'ল এই শ্ৰেণীটোৱেই। এই অধ্যায়ৰ পৰিকল্পনাৰ আঁৰত থকা আন এটা যুক্তি হ'ল এই যে অসমীয়া জাতি নিৰ্মাতা সকলে এক 'জাতীয়' ধৰ্মৰ কল্পনা কৰিছিল। জাতিৰ স্তালিনীয় সংজ্ঞাত ধৰ্ম যে কাহানিও এক পূৰ্বচৰ্ত নাছিল, সেয়া অন্য কথা; কিন্তু অসমীয়া মধ্যশ্ৰেণীয়ে ভাবিছিল অন্যধৰণে। ইয়াৰ দৃষ্টিত জাতিৰ বাবে ধৰ্ম আছিল অপৰিহাৰ্য। এই প্ৰশ্নটোক এনেকৈ দুভাগত ভগাব পাৰিঃ

---

* কাৰ্ল মাৰ্ক্স

(১) Social and Economic Change in Assam : Middle class Hegemony, p. 112

(১) বহু ধৰ্ম, বহু পন্থা (sect), বহু উপ-পন্থা (sub-sect)ৰে পৰিপূৰ্ণ এক পৰিস্থিতিত এক 'জাতীয়' ধৰ্ম সম্ভৱ হয়নে? এনে ধৰ্মৰ কল্পনাৰ লগত বাস্তৱৰ সম্পৰ্ক কেনেধৰণৰ?

(২) তেনে এক 'জাতীয়' ধৰ্ম প্ৰচাৰ আৰু প্ৰতিষ্ঠা কৰিবপৰাকৈ প্ৰয়োজনীয় সাংগঠনিক আহিলাবোৰ জাতি নিৰ্মাতা সকলৰ হাতত আছিলনে? এনে ধৰ্মপ্ৰচাৰকাৰী সংগঠনৰ বাস্তৱ ভিত্তি কি আছিল?

এই প্ৰশ্ন দুটাৰ প্ৰথম প্ৰশ্নটো আমি এই গ্ৰন্থৰ অন্তিম অধ্যায়ত নিস্পত্তি কৰিবলৈ থৈছোঁ। এই অধ্যায়ত সেয়েহে সেই প্ৰশ্নৰ উত্তৰৰ সন্ধানেৰে দ্বিতীয় প্ৰশ্নটোৰহে উত্তৰ বিচাৰিম। ইয়াত আমি সত্ৰ প্ৰতিষ্ঠানৰ ঐতিহাসিক উৎপত্তি আৰু বিকাশৰ প্ৰক্ৰিয়া অনুধাৱন কৰিম। ইয়াৰ অৰ্থনৈতিক ভিত্তি, সাংগঠনিক গাঁথনি, অসমীয়া জাতিসত্তালৈ ইয়াৰ আৰ্থিক, সাংস্কৃতিক, শৈক্ষিক বৰঙণি ইত্যাদিও আমাৰ আলোচনালৈ আহিব। সত্ৰইনো সামাজিক অনুশাসন আৰু শৃংখলা কেনেকৈ কাৰ্যকৰী কৰিছিল, শুচিতা আৰু প্ৰদূষণৰ (Purity and pollution) ধাৰণাবোৰেইবা বলবৎ কৰা হৈছিল কেনেকৈ, সেইবোৰ পুংখানুপুংখভাৱে চাব লাগিব। তাতোকৈ গুৰুত্বপূৰ্ণ কথা, জাতি-বৰ্ণ-জনগোষ্ঠী সম্পৰ্কে সত্ৰৰ স্থিতি কি আছিল? অসমৰ হেজাৰ বিজাৰ জাতি-বৰ্ণ-জনগোষ্ঠীক একত্ৰিত কৰাৰ বাবে সত্ৰৰ কাৰ্যসূচী কি আছিল? –এই প্ৰশ্নবোৰৰ উত্তৰ পাবলৈ হ'লে আমাৰ প্ৰয়োজন হ'ব এক ঐতিহাসিক প্ৰেক্ষাপটৰ।

সত্ৰৰ বিষয়ত এক প্ৰামাণ্য কৰ্তৃত্ব বুলি পৰিগণিত ড° সত্যেন্দ্ৰ নাথ শৰ্মাই সত্ৰৰ সম্পৰ্কে এই পৰিচয়টো তুলি ধৰিছে ঃ

*খ্ৰীষ্টিয় পঞ্চদশ শতিকাৰ শেহৰ দশক কিটাৰ ফালে অসমৰ ধৰ্মীয় ইতিহাসে এক নতুন মোৰ ল'লে। শংকৰদেৱে সূচনা কৰা নৱ-বৈষ্ণৱ আন্দোলনেই এই মোৰটো আনি দিছিল। প্ৰৱৰ্তন হোৱাৰ দুশ বছৰৰ ভিতৰতে এই আন্দোলনে বৈষ্ণৱ ধৰ্মক ব্ৰহ্মপুত্ৰ উপত্যকাৰ সৰ্বোচ্চ ধৰ্মীয় শৃংখলাত পৰিণত কৰিলে। তদুপৰি এই আন্দোলনেই বিকশিত কৰিলে সত্ৰ নামৰ প্ৰতিষ্ঠানটো, যিটো কেৱল যে ধৰ্মপ্ৰচাৰৰ কামতে নিয়োজিত হ'ল, এনে নহয়; বৈষ্ণৱ ধৰ্মক'ই অসমীয়া সামাজিক জীৱনৰে এক (অবিচ্ছেদ্য) অংগৰূপে স্থায়ীৰূপে গঢ় দিলে।*[২]

এই সংজ্ঞা অনুসৰি সত্ৰ হৈছে এনে এক বৈষ্ণৱ প্ৰতিষ্ঠান যিটো অসমৰ এক অনন্য বৈশিষ্ট্য; ভাৰতৰ আন ক'তো এনে প্ৰতিষ্ঠান পৰিলক্ষিত নহয়। অৱশ্যে বহুতে ভুলকৈ ভবাৰ দৰে শংকৰদেৱ সত্ৰৰ প্ৰতিষ্ঠাপক নহয়। তেওঁৰ পাছত মাধৱদেৱেহে বৰপেটা সত্ৰত সত্ৰ প্ৰতিষ্ঠানৰ আধাৰশিলা প্ৰতিষ্ঠা কৰিছিল। সেই আধাৰ শিলাৰ ওপৰতে দামোদৰদেৱে সত্ৰৰ সু উচ্চ আৰু সুবৃহৎ অট্টালিকাটো নিজৰ বিৰল সাংগঠনিক দক্ষতাৰে গঢ়ি তুলিছিল। এয়া ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ মন্তব্য।[৩]

সত্ৰৰ সাংগঠনিক গাঁথনিৰ ভিতৰত আছিল এটা নামঘৰ, এটা মণিকূট, এটা বাটচ'ৰা

(২) Dr. S N. Sarma · The Neo- Vaisnavite Movement and the Satra Institution of Assam p 1

(৩) Ibid, p.105

বা কৰাপাট আৰু দুশাৰী বা চাৰিশাৰী হাটী (স্থায়ী ভকতৰ আবাস)[৪]। সত্ৰৰ লগত জড়িত পক্ষবিলাক আছিল (১) অধিকাৰ আৰু ডেকা-অধিকাৰ, (২) ভকত সকল আৰু (৩) শিষ্যবৃন্দ। অধিকাৰ আছিল সত্ৰৰ প্ৰধান আৰু ডেকো-অধিকাৰ উপ-প্ৰধান। ভকতসকলে সত্ৰত স্থায়ীভাৱে থাকি ধৰ্মীয় দায়িত্ব পালন কৰিছিল। আনহাতে শিষ্যসকলে গাঁও বা চহৰত সাধাৰণ সাংসাৰিক জীৱন পালন কৰিও সত্ৰৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিছিল।

সত্ৰই পূৰ্ণবিকাশ লাভ কৰে সপ্তদশ শতিকাৰ দ্বিতীয়াৰ্ধত, ৰাজকীয় পৃষ্ঠপোষকতাৰ বলতহে। ইয়াৰ ফলত সত্ৰৰ এক শক্তিশালী অৰ্থনৈতিক বুনিয়াদ গঢ়ি উঠে। এই সময়তে আগৰ উদাসীন বা চিৰকুমাৰ অধিকাৰ সকলৰ বিপৰীতে বংশ পৰম্পৰা ক্ৰমে অধিকাৰ হোৱাৰ প্ৰক্ৰিয়া আৰম্ভ হয়। ড° সত্যেন্দ্ৰ নাথ শৰ্মাই স্বীকাৰ কৰিছে যে এই ৰাজকীয় পৃষ্ঠপোষকতা আৰু স্বীকৃতিয়ে গাঁৱে-ভূঞে সত্ৰৰ প্ৰভাৱ বহুগুণে বঢ়াই তুলিলে। সত্ৰৰ জাকজমকতাই আকৃষ্ট কৰিলে গঞা ৰাইজক।[৫]

অসমীয়া সমাজৰ সমসত্তাকৰণ (homogenisation) আৰু সামাজিক-সাংস্কৃতিক সংহতকৰণৰ ক্ষেত্ৰত সত্ৰই যি ঐতিহাসিক ভূমিকা পালন কৰিছিল তাক বুজিবৰ বাবে আমাৰ প্ৰয়োজন হ'ব এক ঐতিহাসিক দৃষ্টিভংগী। আমাৰ প্ৰথম অধ্যায়তে আমি দেখুৱাই আহিছোঁ কেনেকৈ উজনিত আহোম আৰু নামনিত কোচসকলে প্ৰাচীন জনজাতীয় সমাজ বহুদূৰ ভাঙি পেলাইছিল। এনে সমাজবোৰ বৰ্তি আছিল আদিম, উদ্বৃত্তবিহীন ঝুম খেতিৰ ওপৰত। আহোম আৰু কোচ ৰাষ্ট্ৰই এনে বহু জনজাতীয় বা অৰ্ধজনজাতীয় জনগোষ্ঠীক সামৰিক, ৰাজনৈতিক আনকি অৰ্থনৈতিক ভাৱে একত্ৰিত কৰাত উল্লেখযোগ্য কৃতিত্ব দেখুৱাইছিল, কিন্তু এই বহুসত্তাসম্পন্ন (heterogeneous) উপাদানবোৰক স্থায়ী ভাৱে ধৰি ৰাখি সংহত কৰি পেলোৱাৰ বাবে অপৰিহাৰ্য ভাবাদৰ্শ (মতাদৰ্শঃIdeology) তেওঁলোকৰ নাছিল। শংকৰদেৱৰ অভ্যুদয় আৰু অসমীয়া বৈষ্ণৱ আন্দোলনৰ বিকাশে ভৱিষ্যতৰ জাতিসত্তাটোক কেনেকৈ সেই বহু প্ৰত্যাশিত মতাদৰ্শগত-দৰ্শনগত আৰু সংস্কৃতিগত সাযুজ্য প্ৰদান কৰিলে সেই বিষয়েও আমি প্ৰথম অধ্যায়ত আঙুলিয়াই আহিছোঁ। সেয়েহে মধ্যযুগৰ শেহ ভাগৰ অসমীয়া সমাজখনক সত্ৰবিহীন ভাৱে কলপনা কৰাই মস্কিল।

কিন্তু তাৰ পাছতো এটা প্ৰশ্ন অমীমাংসিত থাকি যায় ঃ আহোম আৰু কোচসকলে যদি ইতিমধ্যে জনজাতীয়-অৰ্ধ জনজাতীয় সমাজ ভাঙি(সাত ৰাজ মাৰি এক ৰাজ কৰি...)একোখন ৰাজনৈতিক আৰু অৰ্থনৈতিক ভাৱে সংহত ৰাষ্ট্ৰৰ গোড়াপত্তন কৰি নথ'লে হেঁতেন, তেনেহ'লে সত্ৰই এই মতাদৰ্শগত -সংস্কৃতিগত, সাযুজ্য প্ৰতিষ্ঠা কৰিব পাৰিলেহেঁতেননে? তাতোকৈ গুৰুত্বপূৰ্ণ কথা, আহোমসকলৰ কৰদ সম্পৰ্ক ভিত্তিক সামন্তবাদ (tributory mode of feudalism)তকৈ সত্ৰবিলাকৰ কিবা উন্নত সামন্ত আৰ্হি আছিল জানো? তাতোকৈ গুৰুত্বপূৰ্ণ কথা, আধুনিক জাতি গঠনৰ বাটত বৃহত্তম প্ৰতিবন্ধক জাতি-বৰ্ণগত বিভাজন আৰু বৈষম্যক ভাঙি পেলোৱাৰ চেষ্টাও'ই কৰিছিলনে? প্ৰশ্নটো এই বাবেই

(৪) Ibid, pp.100-101

(৫) Ibid. pp. 109

জৰুৰী যিহেতু জাতি-বৰ্ণৰ পৰ্বত প্ৰমাণ প্ৰতিবন্ধক চেৰাই কোনো আধুনিক জাতিয়েই গঢ়ি তোলা দুষ্কৰ।

আমাৰ এই প্ৰশ্ন ৰাজিৰ প্ৰতি ড° সত্যেন্দ্ৰ নাথ শৰ্মা আৰু ড° (শ্ৰীমতী) মনোৰমা শৰ্মা, দুয়োৰে উত্তৰ সদৰ্থক। ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ মতে ঃ

*সত্ৰ প্ৰতিষ্ঠানৰ সৰ্বাধিক গুৰুত্বপূৰ্ণ সামাজিক অৱদান হৈছে পাছপৰা শ্ৰেণী সমূহৰ উন্নয়ন আৰু জাতি-বৰ্ণগত ব্যৱধানৰ কঠোৰতা ন্যূনতম কৰা। তথাকথিত অস্পৃশ্য আৰু পাছ পৰা শ্ৰেণী সমূহক মুকলিমূৰীয়াকৈ ধৰ্মক্ষেত্ৰত সামৰি লোৱা হৈছিল আৰু উন্নততৰ জীৱন-যাত্ৰা তথা উচ্চতৰ জীৱনাচৰণৰ দুৱাৰ তেওঁলোকৰ বাবে উন্মুক্ত কৰি দিয়া হৈছিল। এই ক্ষেত্ৰত সত্ৰবিলাকে কম-বেছি পৰিমাণে ভাৰতলৈ অহা খ্ৰীষ্টিয়ান মিশ্যনেৰীসকলৰ ধৰণে কাম কৰিছিল। যদিও বিভিন্ন শ্ৰেণীৰ মানুহৰ মাজত সহভোজন আৰু আন্তঃবিবাহৰ বিধি নাছিল, তথাপি সত্ৰ বিলাকে গঢ় দিয়া আধ্যাত্মিক বন্ধন আৰু হৰি-ভকত ভাৱে বিভিন্ন জাতি-বৰ্ণৰ মাজত থকা বিদ্বেষপূৰ্ণ পাৰ্থক্যক বহু পৰিমাণে কমাই পেলাইছিল। তথাকথিত অস্পৃশ্য অথবা অনুসূচিত জাতিৰ লোকসকলে অসমীয়া গাঁৱৰ উচ্চতম শ্ৰেণীবোৰৰ সৈতে মিলা-প্ৰীতিৰেই বাস কৰা দেখা যায়। কেতবোৰ ক্ষেত্ৰত সীমাবদ্ধতা থাকিলেও তেওঁলোকে গাঁৱৰ সকলো অনুষ্ঠানতে ভাগ ল'ব পাৰিছিল। বৰমেধি বা ৰাজমেধিৰ দৰে সত্ৰৰ দায়িত্বশীল বিষয়ববীয়াও কেতিয়াবা কেতিয়াবা পাছপৰা শ্ৰেণীবিলাকৰ মাজৰ পৰা নিৰ্বাচিত কৰা হৈছিল।* (৬)

ড° সত্যেন্দ্ৰ নাথ শৰ্মা আছিল প্ৰাচীন পন্থী চিন্তাধাৰাৰ এক তাত্ত্বিক। তাৰ বিপৰীতে ড° মনোৰমা শৰ্মাই জাতীয়তাবাদী 'মাৰ্ক্সবাদী' ধাৰাৰ প্ৰতিনিধিত্ব কৰে। জাতি গঠনৰ ক্ষেত্ৰত সত্ৰৰ ইতিবাচক বৰঙণিৰ যিবোৰ সাক্ষ্য প্ৰমাণ তেওঁ দিছে, তাৰ দ্বাৰা জ্যেষ্ঠ ড° শৰ্মাৰ মতামতেই জোৰদাৰ হৈছে। ড° (মনোৰমা) শৰ্মাই যুক্তি আগবঢ়াইছে যে সত্ৰৰ ভিতৰৰ সামন্তীয় সম্পৰ্ক আহোম ৰাষ্ট্ৰতকৈ উন্নততৰ আছিল। যদিও তেওঁ এই যুক্তিক কোনো সাক্ষ্য প্ৰমাণেৰে সাব্যস্ত কৰা নাই, তেওঁৰ 'উন্নততৰ' সত্ৰৰ তত্ত্ব এটা মাত্ৰ 'তথ্য' ৰ ওপৰত আধাৰিত। সেয়া হ'ল এই যে সত্ৰৰ পাইক সকলে ভূমিৰ ওপৰত উত্তৰাধিকাৰ সূত্ৰে স্বত্ব উপভোগ কৰিছিল(৭)। তেওঁৰ মতে ইয়াৰ ফলত আহোম পাইক সকলৰ তুলনাত সত্ৰৰ পাইকসকল অধিক স্বাধীন আছিল। তাতোকৈ গুৰুত্বপূৰ্ণ কথা হ'ল সত্ৰই অসমীয়া চাহ মালিক সকলক মাটি যোগান দিয়াৰ জৰিয়তে থলুৱা পুঁজিবাদৰ বিকাশত বৰঙণি যোগাইছিল বুলিও তেওঁ ধাৰণা দিব বিচাৰিছে (৮)। শিক্ষাৰ প্ৰতি সত্ৰৰ অৱদানৰ কেইটামান উদাহৰণো তেওঁ দিছে (৯)। তেওঁ আৰু দাবী কৰিছে যে

---

(৬) Dr S N Sarma The Neo- Vaisnavite Movement and the Satra Institution of Assam p 156

(৭) Dr Monoroma Sharma Social and Economic Change in Assamse Middle Class Hegemony, p 125

(৮) Ibid, p 125

(৯) Ibid. p 130

অম্বিকাগিৰী ৰায়চৌধুৰী, চন্দ্ৰনাথ শৰ্মা আদি জাতি নিৰ্মাতাসকল সত্ৰীয়া পটভূমিৰ পৰাই উঠি আহিছিল।[১০]

এনেকৈয়ে এহাতে গোড়া প্ৰাচীন পন্থী আৰু আনহাতে জাতীয়তাবাদী - 'মাৰ্ক্সবাদী' দুটা ধাৰাই সম্মিলিতভাৱে এক চিন্তনীয় তত্ত্ব ডাঙি ধৰিছে, যাৰ জৰিয়তে এক সদৰ্থক জাতি-নিৰ্মাণকাৰী সংস্থা হিচাপে সত্ৰক প্ৰক্ষেপিত কৰা হৈছে। তথ্যৰ নিয়াৰিৰ ওপৰত এই তত্ত্বক সযতনে বহুবাই সত্যৰ হাতুৰীৰ আঘাতেৰে তাৰ মূল্যায়ন কৰিবলৈকে আমি ইয়াত চেষ্টা কৰিম।

## সত্ৰ প্ৰতিষ্ঠানৰ অৰ্থনৈতিক ভিত্তি

সত্ৰ অসমৰ এক শক্তিশালী সামন্তীয় প্ৰতিষ্ঠান। সেয়া তলৰ পৰা গঢ়ি উঠা সামন্তবাদ (Feudalism from below) নে ওপৰৰ পৰা জাপি দিয়া সামন্তবাদ (Feudalism from above) সেই বিতৰ্কত আমি ইয়াত প্ৰবেশ কৰিব নোখোজোঁ। ড° হীৰেন গোঁহাইৰ মতে ভাৰতীয় সামন্তবাদ আৰু হিন্দুত্বই যুগপৎভাৱে এটা ঐক্যবদ্ধ জাতিক বহু সম্প্ৰদায়ত বিভক্ত কৰিছিল।[১১] এই সামন্তীয় অৱশেষখিনিয়েই আধুনিক অৰ্থৰ এক জাতি নিৰ্মাণৰ ক্ষেত্ৰত ঘাই হেঙাৰ হৈ থিয় দিছে।

কিন্তু এই ধৰ্মীয় সামন্তবাদৰ অৰ্থনৈতিক ভিত্তিনো কি? আমি দেখাত ই আহোম সামন্তবাদৰ লগে লগেই গঢ়ি উঠিছিল আৰু তাৰ এক পৰিপূৰক অংশ আছিল। দুয়োটাৰে মাজত ছেগা-চোৰোকাকৈ মাজে সময়ে সংঘাত ঘটিলেও প্ৰতিষ্ঠান হিচাপে সত্ৰই আহোম ব্যৱস্থাক কেতিয়াও প্ৰত্যাহ্বান জনোৱা নাছিল। মোৱামৰীয়া বিদ্ৰোহক সত্ৰীয়া অভ্যুত্থান বুলি কোৱা কথাটোও এক কিম্বদন্তীহে। কাৰণ এমুঠিমান সত্ৰইহে, তাকো চাৰিওটা সংহতিৰ ভিতৰত কেৱল কাল সংহতিৰ কেইখনমান সত্ৰইহে বিদ্ৰোহী সকলৰ পক্ষ লৈছিল। তাৰ বিপৰীতে প্ৰতিষ্ঠান হিচাপে সত্ৰই এই বিদ্ৰোহৰ বিৰোধিতা কৰিছিল। আনহাতে ড° হীৰেন গোঁহায়ে দেখুৱাইছে যে মোৱামৰীয়া বিদ্ৰোহীসকলৰ ওপৰত বৈষ্ণৱ (সত্ৰীয়া) প্ৰভাৱ স্পষ্ট আৰু বলিষ্ঠ থাকিলেও জনজাতীয় উপাদানো প্ৰবল আছিল[১২]। এতেকে মোৱামৰীয়া সকলৰ দৃষ্টিভংগী আৰু বিশ্ববীক্ষা যিমান সামন্তীয় আছিল, তাতকৈ বেছি জনজাতীয় আছিল বুলিহে ধাৰণা হয়। সেয়েহে ডা° ধ্ৰুৱজ্যোতি বৰাই অন্যত্ৰ কোৱাৰ দৰে এই বিদ্ৰোহক 'ওপৰৰ পৰা জাপি দিয়া সামন্তবাদৰ পৰা তলৰ পৰা গঢ়ি উঠা সামন্তবাদলৈ' উত্তৰণৰ বৈপ্লৱিক প্ৰয়াস বুলিও মানি লোৱা টান[১৩]।

---

(১০) Social and Economic Change in Assamse Middle Class Hegemony, p. 133

(১১) ড° হীৰেন গোঁহাই : '*মাৰ্ক্সবাদ আৰু জাতিসমস্যা*', সাপ্তাহিক সামৰিকী, জুলাই ১৯৭৮

(১২) ড° হীৰেন গোঁহাই : '*বিংশ শতাব্দীৰ ইতিহাসৰ উত্তৰণ সংকট*', বিংশ শতাব্দী আৰু অসম, দেৱৰাজ ৰয় মহাবিদ্যালয় সোণালী জয়ন্তী সংকলন, গোলাঘাট, ২০০০, পৃষ্ঠা ২০

(১৩) ডা° ধ্ৰুৱজ্যোতি বৰা : মোৱামৰীয়া গণ অভ্যুত্থান,

সত্ৰীয়া মূলসুঁতিয়ে ইয়াৰ পৃষ্ঠপোষক শাসকশ্ৰেণীৰ লগত নিজৰ নিবিড় নাড়ী বন্ধন কাহানিও ছেদ কৰা নাছিল। আহোম (আৰু কোচ কছাৰী) সকলে সত্ৰবিলাকক বিপুল পৰিমাণৰ ভূমিদান কৰিছিল; ব্ৰিটিছে সেই ভূমিদান নবীকৰণ কৰিছিল। এই থিনিতে লক্ষ্যণীয় কথা হ'ল যে খ্ৰীষ্টিয়ান ধৰ্মাৱলম্বী ব্ৰিটিছ সকলে ভিন্ ধৰ্মী সত্ৰ অনুষ্ঠানক বিলোপ কৰিবলৈ চেষ্টা কৰাটো দূৰৰ কথা, তেওঁলোকে ইয়াক নিজৰ প্ৰধান ধৰ্মীয়-সামাজিক ফ্ৰন্টত পৰিণত কৰিবলৈহে বিচাৰিছিল। অৱশ্যে ইয়াৰ সমান্তৰাল কিন্তু প্ৰান্তিকভাৱে বেপ্টিষ্ট মিশ্যনেৰীসকলৰ প্ৰতিও পৃষ্ঠপোষকতা কৰা হৈছিল। তাৰ বাবে অৱশ্যে সত্ৰবোৰক ব্ৰিটিছে নিজৰ সাঁচত ঢালি গঢ়ি ল'বলৈ বিচাৰিছিল। ইয়াত আমি সেই আকৰ্ষণীয় কাহিনী বিবৃত কৰিছো য'ত দেখা যাব চৰম সংৰক্ষণশীল মধ্যযুগীয় ধৰ্মীয় প্ৰতিষ্ঠান এটাই কেনেকৈ অত্যাধুনিক পুঁজিবাদৰ যুঁৱলিত সাঙোৰ খালে আৰু তাক সেৱা কৰিবলৈ ধৰিলে। কোৱা বাহুল্য সেই বিদেশী পুঁজিবাদৰ প্ৰবক্তাসকল আছিল গো-শূকৰ খাদক, মদ্যপায়ী বিধৰ্মী।

আহোম স্বৰ্গদেউ সকলে সত্ৰ, মন্দিৰ, আন ধৰ্মীয় অনুষ্ঠান আৰু ব্যক্তিলৈ দান দিয়া ভূমিৰ পৰিমাণটো সচাঁই বিপুল। ড° অমলেন্দু গুহই লিখিছে ঃ

*The family of Parbatia Goswami possessed as much as 41,000 acres(i.e.,1,23,000 bighas) of land, spread over 31 Mauzas. It was estimated in1883 that the Parbatia Goswami and the Madhav Debaloya, between them accounted for no less than a thousand ryots.* ***Such ryots did not enjoy occupancy rights anywhere in the Brahmaputra Valley*** [১৪](মোটা আখৰ আমাৰ)

District Gazeteer অনুসৰি আউনীআটি সত্ৰৰ ২১,০০০ একৰ লাখেৰাজ আৰু ৬০০ একৰ নিস্পেখেৰাজ (মুঠতে ৬৪,০০০ বিঘা) মাটি আছিল।[১৫] অসমৰ ১৯০৫ চনৰ District Gazeteer অত২৮৮ খন সত্ৰ আৰু সিবিলাকৰ বহু শাখাৰ উল্লেখ আছে। আহোম স্বৰ্গদেউ শিৱসিংহই ৩০,০০০ পুৰা (১,২০,০০০ বিঘা) মাটি আৰু ১২০০ পাইক গড়মুৰ সত্ৰক দান দিয়াৰো উল্লেখ পোৱা যায়।[১৬]। বেণুধৰ শৰ্মাৰ মতে দক্ষিণপাটৰ ভূমিদানৰ প্ৰমাণ হেৰাই যোৱাৰ বাবে বহু পৰিমাণৰ ভূমি ব্ৰিটিছে ঘুৰাই লয়। তথাপিও দক্ষিণপাট সত্ৰই কেৱল শিৱসাগৰ জিলাতে (বৰ্তমানৰ যোৰহাট, গোলাঘাট আৰু শিৱসাগৰ জিলা) ৯,১০০ পুৰা (অৰ্থাৎ ৩৬,০০০ বিঘা) মাটিত ইয়াৰ প্ৰমাণ দিব পাৰিছিল।[১৭] Sibsagar District Gazeteer অৰ মতে (১৯৬৭ চন, ১০৪-১১ পৃষ্ঠা) কমলাবাৰী সত্ৰৰ সেই বছৰলৈকে ২০,০০০ বিঘা ৰাজহ মুক্ত মাটি আছিল।

এই গ্ৰন্থৰ শেহৰ ফালে আমি বিভিন্ন সময়ত সত্ৰকে ধৰি ভিন্ ভিন্ ধৰ্মীয় অনুষ্ঠান-

---

(১৪) **Planter- Raj to Swaraj**, p.49

(১৫) ড° মহেশ্বৰ দেওগৰ তথ্য, পবিত্ৰ অসম, পৃষ্ঠা ৬০

(১৬) ঐ, পৃষ্ঠা. ৬৩

(১৭) দক্ষিণপাট সত্ৰ, পৃষ্ঠা ২০

প্ৰতিষ্ঠানলৈ দান কৰা ভূমিৰ এটা পৰিমাপ দিছোঁ[১৮]। সেই তালিকাত মাত্ৰ ১৩৪ টা ধৰ্মীয় অনুষ্ঠানক ৫,৩১,৬৫৫ বিঘা মাটি দান দিয়া দেখুৱা হৈছে। কিন্তু প্ৰকৃততে তেনে অনুষ্ঠানৰ সংখ্যা আছিল ১৩৪ টাতকৈ বহু বেছি। (এটা সময়ত ১২৮০খন বা এটকা সত্ৰই ৰাজকীয় পৃষ্ঠপোষকতা লাভ কৰিছিল।)[১৯] এই সমূহ সত্ৰ বা ধৰ্মীয় অনুষ্ঠান-প্ৰতিষ্ঠানে উপভোগ কৰা মুঠ ভূমিৰ পৰিমাণ সহজেই অনুমেয়। আন এক তথ্য অনুসৰি ১১,৬৩,১৯৬ একৰ, অৰ্থাৎ প্ৰায় ৩৫ লাখ বিঘা মাটি নিস্প-ই-খেৰাজ (আধা খাজনাৰ হাৰত) ৰূপে আবন্টন দিয়া হৈছিল[২০]।

এই আধা খাজনা অথবা নিস্পিখেৰাজ মাটিৰ বাহিৰেও আছিল খাজনামুক্ত বা লা-খেৰাজ মাটিৰ হিচাবটো। ড° সূৰ্য কুমাৰ ভূঞাৰ মতে ২,২০,৫২০ পূৰা (৮,৮২,০৮০ বিঘা) কৃষিযোগ্য মাটিৰ ভিতৰত প্ৰায় আধা (অৰ্থাৎ ৪,০০,০০০ বিঘা) মাটি ধৰ্মীয় আৰু আন উদ্দেশ্যত নিলগাই থোৱা হৈছিল। এই কথাৰ লগত জে. এম. কোষে কামৰূপৰ মুঠ কৃষি ভূমি ২,৪৫,২৫৩ পূৰা বুলি কোৱা কথাৰ সামঞ্জস্য আছে[২১]। আন এটা হিচাব অনুসৰি অসমৰ মুঠ বসতি এলেকাৰ ভিতৰত এক চতুৰ্থাংশ দীৰ্ঘসময়ৰ বাবে ধৰ্মীয় অনুষ্ঠান-প্ৰতিষ্ঠান, বিশেষকৈ সত্ৰৰ দখলত আছিল[২২]। তাতোকৈ ডাঙৰ কথা হৈছে, আনকি ব্ৰিটিছৰ ৰাজত্বতো এনে মাটিৰ পৰিমাণ অসমৰ মুঠ দখলীকৃত মাটিৰ (Occupied land) এক দশমাংশতকৈ কম হোৱা নাছিল[২৩]। এইখিনিতে উত্থাপিত লাখটকীয়া প্ৰশ্নটো হ'ল এইযে ৰাজ্যখনৰ ভূ-সম্পদৰ এক চতুৰ্থাংশ আৰু প্ৰায় সমসংখ্যক পাইকৰ সেৱা কেইবা শতিকা জুৰি বিনামূল্যে উপভোগ কৰাৰ পাছতো সত্ৰসমূহে অসমীয়া জাতিসত্তা বা অসমৰ সমাজৰ প্ৰতি কিবা আনুপাতিক বৰঙণি আগবঢ়াইছিলনে? আমাৰ আশংকা হয় যে প্ৰশ্নটোৰ উত্তৰ সিমান সুখপ্ৰদ নহ'ব।

এইখিনিতেই আমি ব্যাখ্যা কৰিব লগা এটা প্ৰশ্ন হৈছে এই যে ব্ৰিটিছে কিছুমান সত্ৰৰ আগৰ ভূমি কৰ্তন বা বাজেয়াপ্ত কৰাৰ বিপৰীতে আন কেতবোৰ সত্ৰৰ ভূমিদান নবীকৰণ কৰিছিল কিয়? কিছুমান সত্ৰক আনকি নতুন ভূমি আৰু সন্মান যচা হৈছিল কিয়? ইয়াৰ সম্ভাব্য ব্যাখ্যা এই যে ব্ৰিটিছে সত্ৰবিলাকৰ ক্ষেত্ৰত এক সংকোচন তথা সংৰক্ষণ (Erosion and retention) ব্যৱস্থা গ্ৰহণ কৰিছিল। যদিও সত্ৰাধিকাৰসকলে প্ৰথমে ব্ৰিটিছে সত্ৰ বিলাকক আহোম স্বৰ্গদেউ সকলে দিয়া ভূমিদানৰ প্ৰমাণ পত্ৰবোৰ পৰীক্ষা কৰিব বিচৰাত

(১৮) পৰিশিষ্ট ১ চাওক

(১৯) Dr. S. N. Sarma : **The Neo- Vaisnavite Movement and the Satra Institution of Assam** p.183

(২০) Ranajit Kr. Bhadra : **Caste and class : Social Stratification in Assam,** p 41

(২১) Surendra Kr. Goswami : **A History of Revenue Administration in Assam** p. 45

(২২) এই পৰিসংখ্যাখিনি এইবোৰ উৎসৰ তথ্যৰ ওপৰত আধাৰিত : J.M. Cosh : **Topography of Assam,** p. 129, **Robinson's Report,** pp. 3, 281-318, Dr. S.K. Bhuyan : **Anglo Assamese Relations,** p. 531, **Hamilton's Account,** pp 23-26 (as quoted in S.K Goswami : **A History of Revenue Administration in Assam,** pp 45-6

(২৩) Ibid, p. 213

উদ্বিগ্ন হৈছিল, পাছত দেখা গ'ল যে ব্ৰিটিছৰ সেই সময়ত প্ৰায় সমস্ত মাটি লা-খেৰাজ -নিস্পিখেৰাজ হিচাপে নিশ্চিতহে কৰিলে। অৱশ্যে সত্ৰবিলাকে আহোম স্বৰ্গদেৱে দিয়া মূল দান পত্ৰ দেখুৱাৰ পাছতহে ব্ৰিটিছে সেই ভূমিদান নবীকৰণ কৰিছিল[২৪]। এই কূটনৈতিক নীতিৰে ব্ৰিটিছে এহাতেদি সত্ৰসমূহৰ কৰ্তৃত্ব ক্ষয় কৰিছিল, আকৌ আনহাতেদি সেই কৰ্তৃত্ব সংৰক্ষণো কৰিছিল। এইটো অৱশ্যে কেৱল অসমৰ ক্ষেত্ৰত প্ৰযোজ্য ৰণনীতি নাছিল। চুবুৰীয়া বংগতো ব্ৰিটিছে চিৰস্থায়ী বন্দবস্তৰ জৰিয়তে পুৰণি এদল ভূ-স্বামীক আঁতৰাই তেওঁলোকৰ ঠাইত নতুন এদল ঘনিষ্ঠ স্থানীয় এজেন্ট গঢ়ি তুলিছিল। বেছিভাগ ক্ষেত্ৰতেই পুৰণি মুছলীম জমিদাৰৰ ঠাইত এইবাৰ নিযুক্তি দিয়া হৈছিল (বৰ্ণ) হিন্দু নতুন অনুগতক। অসমৰ পৰিস্থিতিৰো নিজস্ব বৈশিষ্ট্য আছিল। ইয়াত ব্ৰিটিছে আহোমৰ উপৰিও কোচ-কছাৰীকে ধৰি পুৰণি ৰজা-ৰজাপোৱালি-ডা-ডাঙৰীয়া সকলোকে ক্ষমতাচ্যুত আৰু ভূমি ৰহিত কৰি পেলাইছিল। ঘটনাক্ৰমে সিসকল আছিল মঙ্গোলীয় মূলৰ। আনহাতে তাৰ বিপৰীতে ব্ৰাহ্মণ-কায়স্থ সকলৰ পৰিচালনাধীন সত্ৰবিলাকে ব্ৰিটিছৰ অনুগ্ৰহ কাহানিও হেৰুৱা নাছিল। বৰং সেইবোৰ ৰঙে-ৰসে-ৰূপে জাতিস্কাৰহে হৈ পৰিছিল। ব্ৰিটিছৰ পৃষ্ঠপোষকতা ধন্য এই নতুন আৰু একমাত্ৰ পদ্ধতিৰ (সত্ৰীয়া) সামন্তবাদে (অবিভক্ত গোৱালপাৰা আৰু বৰাক উপত্যকাত অৱশ্যে চিৰস্থায়ী বন্দবস্ত প্ৰযোজ্য হৈছিল) অসমক আহোম যুগৰ তুলনামূলকভাৱে সুষম-সমত্ববাদী সামাজিক বৈশিষ্ট্যৰ পৰা বঞ্চিত কৰিলে। সত্ৰই প্ৰস্তুত কৰা আৰ্হিমতেই এখন অধিক-বিভক্ত, অধিক-স্তৰবিন্যস্ত সমাজৰ ক্ষেত্ৰ প্ৰস্তুত হ'ল। ক্ষতিগ্ৰস্ত হ'ল অসমীয়া জাতিসত্তা।

এই সিদ্ধান্ত ড° মনোৰমা শৰ্মাৰ যুক্তিৰ স্পষ্টতঃ বিপৰীত। সেই যুক্তি অনুসৰি সত্ৰৰ ভিতৰৰ সামন্তীয় সম্পৰ্ক আহোম ৰাষ্ট্ৰতকৈ উন্নততৰ আছিল। তেওঁ আৰু কৈছিল যে সত্ৰৰ পাইক সকলে মাটিৰ মালিকানা উত্তৰাধিকাৰ সূত্ৰে উপভোগ কৰে[২৫] কিন্তু ড° অমলেন্দু গুহই নিশ্চিত কৰিছে যে ব্ৰহ্মপুত্ৰ উপত্যকাৰ ক'তোৱেই ধৰ্মীয় ভূমিত থকা ৰায়ত (tenant) সকলে স্বত্বাধিকাৰ উপভোগ কৰা নাছিল।[২৬] আমাৰ হাতত থকা অন্য কেতবোৰ অকাট্য সাক্ষ্য প্ৰমাণে সাব্যস্ত কৰে যে প্ৰাকৃতিক দুৰ্যোগৰ দৰে বিপৰ্যয়ৰ সময়ত আনকি যেতিয়া সাম্ৰাজ্যবাদী ব্ৰিটিছেও খেতিয়কক খাজনা ৰেহাই দিছিল, তেতিয়াও সত্ৰাধিকাৰসকলে ৰায়তক তেনে ৰেহাই দিয়া নাছিল। দৰাচলতে আউনীআটী সত্ৰৰ মিচিং ৰায়তসকলক যেতিয়া সত্ৰাধিকাৰে তেনে ৰেহাই দিবলৈ অস্বীকাৰ কৰিছিল, তেতিয়া এই জনজাতীয় কৃষকসকল বিক্ষুব্ধ হৈ উঠিছিল।[২৭] আনহাতে ড° শৰ্মাৰ কথাৰ পৰাই ওলাই পৰিছে যে ব্ৰিটিছে নিজেই ৰায়তক বাধ্য কৰিছিল সত্ৰাধিকাৰক খাজনা দিবলৈ।[২৮]

আমাৰ হাতত থকা আন এক অখণ্ডনীয় সাক্ষ্য প্ৰমাণে দেখুৱায় কেনেকৈ আউনীআটী

---

(২৪) লগতে চাওক Dr. Nirod K. Barooah's **David Scott in North East India**

(২৫) **Social and Economic Change in Assam : Middle Class Hegemony** pp 124-5

(২৬) **Planter Raj to Swaraj,** p. 49

(২৭) **অসমীয়া, ২০ এপ্ৰিল, ১৯৪০ চন**

(২৮) **Social and Economic Change in Assam : Middle Class Hegemony** p 163

সত্ৰৰ অন্তৰ্ভুক্ত কৰণ্ডাখাটৰ ৰায়তসকলে অভিযোগ কৰিছিল যে ব্ৰিটিছে টকাত ৮ অনাকৈ অৰ্থাৎ ৫০ শতাংশ ৰেহাই দিয়াৰ বিপৰীতে সত্ৰাধিকাৰে টকাত মাত্ৰ ৩ অনাকৈ (অৰ্থাৎ ১৮.৭৫ শতাংশ) হে খাজনা ৰেহাই দিছিল। ৰায়তসকলে উত্থাপন কৰা তাতোকৈ গুৰুত্বপূৰ্ণ অভিযোগটো আছিল এই যে সত্ৰাধিকাৰসকলে এনে ৰাজহ বলবস্তিকৈ আদায় কৰাৰ বিপৰীতে আলি পদূলি নিৰ্মাণ, পুখুৰীখনন, বিদ্যালয় নিৰ্মাণ আদিৰ কোনো আনুষ্ঠানিক দায়িত্বই নলয়। আনহে নালাগে সত্ৰাধিকাৰসকলে খাজনাৰ বিনিময়ত পকা ৰচিদো নিদিয়ে।[২৯] এইবোৰ সাক্ষ্য-প্ৰমাণে এক উদাৰ মহান জাতি গঠনকাৰী সত্ৰীয়া সামন্তবাদৰ তত্ত্বক ধূলিস্যাৎ কৰি পেলায়।

## জাতি-বৰ্ণবাদ আৰু অস্পৃশ্যতাৰ বিষয়ে সত্ৰৰ স্থিতি

*'ভাৰতৰ আন ৰাজ্যৰ তুলনাত অসমত অস্পৃশ্যতাৰ কুপ্ৰভাৱ যথেষ্ট কম। কেৱল আন্তঃ বিবাহৰ ক্ষেত্ৰতহে ইয়াত জাতি-বৰ্ণবাদ মানি চলা হয়। আন সামাজিক আদান-প্ৰদানৰ ক্ষেত্ৰত জাতি-বৰ্ণবাদী শুচিতা আৰু প্ৰদূষণৰ ধাৰণাবোৰ সাধাৰণতে মানি চলা নহয়। এই তুলনামূলকভাৱে উদাৰ দৃষ্টি ভংগী সত্ৰৰ সমত্ববাদী চিন্তাৰে ফচল।*[৩০] (গুৰুত্ব আমাৰ)।

-এই কথাষাৰ সত্ৰ বিষয়ত কৰ্তৃত্ব বুলি পৰিগণিত ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ। এই খিনিতে স্মৰণ কৰিব পাৰি যে ড° শৰ্মা নিজেই আউনীআটী সত্ৰৰ এজন প্ৰপন্ন শিষ্য আছিল।

কিন্তু প্ৰকৃততে এই দাবীৰ বিপৰীতে এই কথাহে পৰিলক্ষিত হৈছে যে ইয়াৰ ঐতিহাসিক কৰ্তব্য নেওচি সত্ৰই ক্ৰমে শংকৰদেৱ, মাধৱদেৱ, গোপালদেৱ, অনিৰুদ্ধদেৱ আদিৰ উদাৰ পথৰ পৰা বিচ্যুত হৈ পৰিছিল। নগাৰ নৰোত্তম, গাৰোৰ গোবিন্দ, মুছলমানৰ চান্দসাই... এইবোৰ একো একোটা অকলশৰীয়া উদাহৰণ হৈয়েই থাকি গৈছিল। এওঁলোক সকলো একবচন, বহুবচন নহয়। এনে এটা সময়ো আছিল যেতিয়া তুলনামূলকভাৱে ৰক্ষণশীল দামোদৰদেৱেও এটা অন্ত্যজ পৰিয়ালৰ লগত থকা-খোৱা কৰিছিল। নিম্নবৰ্গ আৰু জনজাতি মুখিয়ালসকলক মহন্ত পতাৰ কাহিনীও ভালেখিনি শুনিবলৈ পোৱা যায়। লণ্ডন বিশ্ববিদ্যালয়ৰ African and Oriental Sociology and Anthropology বিভাগৰ অধ্যাপিকা আদ্ৰে কেণ্টলিয়ে লিখিছে ঃ

*দিহিঙ্গাল গোস্বামীয়ে নিজকে কায়স্থ বুলি দাবী কৰিলেও তেওঁৰ পূৰ্বপুৰুষ আছিল কৈৱৰ্ত। বৰপেটা সত্ৰৰ প্ৰথম সত্ৰাধিকাৰ মথুৰাদাস বুঢ়া আতা আছিল এজন চণ্ডাল (অনুসূচিত জাতিৰ) লোক। তেওঁৰ পৰৱৰ্তী নাৰায়ণ দাস আতা আছিল এজন তাঁতী। পুৰণিমাটিৰ সত্ৰাধিকাৰ আদিতে মৰাণ (জনজাতি) আছিল; এতিয়াহে কায়স্থ বোলা হয়। চেঁচা, কাটনী, বুদবাৰী আৰু চলিহা সত্ৰৰ কৈৱৰ্ত অধিকাৰসকলক আজিকালি কায়স্থ বোলা হয়। এতিয়া সকলো অ-ব্ৰাহ্মণ*

---

(২৯) অসমীয়া, ২০ এপ্ৰিল, ১৯৪০ চন

(৩০) ড° সত্যেন্দ্ৰ নাথ শৰ্মা ঃ 'সত্ৰৰ উৎপত্তি, ইতিহাস আৰু অৱদান', অসম গৌৰৱ, পৃ. ২২৭

*অধিকাৰেই নিজকে কায়স্থ বোলে, কিন্তু ওৰিতে কথাটো তেনেকুৱা নাছিল। (এয়া এজন মহন্তৰে উক্তি)*।[৩১]

কিন্তু সেয়া সুদূৰ অতীতৰ কথা। এতিয়া সত্ৰবোৰ অলংঘনীয় জাতি-বৰ্ণৰ অনুষ্ঠানৰূপে স্তৱীভূত, আনকি জীৱাশ্মীভূত হৈ পৰিল। নিম্নোক্ত তথ্য প্ৰমাণবোৰেও সেই কথাকে সাব্যস্ত কৰিব।পুনৰ কেণ্টলিৰ ভাষাৰেই ক'ব পাৰি, *'জাতি-বৰ্ণগত পাৰ্থক্যই বিভিন্ন মাত্ৰাত সত্ৰ সংগঠনত* প্ৰৱেশ কৰিছিল।[৩২] কথাষাৰ যে সঁচা, তাৰ প্ৰমাণ পোৱা যায় অসমীয়াভাষী কৈৱৰ্ত (বৰ্তমানে অনুসূচিত জাতি) সকলে বিভিন্ন সত্ৰ আৰু মন্দিৰৰ প্ৰৱেশাধিকাৰ বিচাৰি আন্দোলন কৰিবলগা হোৱাৰ পৰা। বহু বছৰ তেওঁলোকে যুঁজিব লগা হৈছিল 'নদীয়াল' আৰু 'ডোম'ৰ দৰে অপমানজনক আখ্যাবোৰৰ ব্যৱহাৰ বন্ধ কৰি কৈৱৰ্ত হিচাপে আখ্যায়িত হ'বৰ বাবেই। গড়মূৰৰ অধিকাৰ পীতাম্বৰ দেৱ গোস্বামীয়ে কৈৱৰ্ত সন্মিলন এখনত সভাপতিত্ব কৰি 'নদীয়াল' অথবা 'ডোম'ৰ পৰিবৰ্তে কৈৱৰ্ত হিচাপে তেওঁলোকক স্বীকৃতি দিছিল, তাৰ ফলত তেওঁলোকৰ চৰকাৰী স্বীকৃতিৰো বাট সুগম হৈছিল। কিন্তু হ'লে কি হ'ব? আউনীআটীৰ সত্ৰাধিকাৰ এই ক্ষেত্ৰত মুঠেও সহমত নাছিল। তেওঁ মাছ বেচোঁতা আৰু মাছ ধৰোঁতা-এই দুটা ভাগত সম্প্ৰদায়টোক বিভক্ত কৰিব বিচাৰিছিল।[৩৩] তেওঁ লগতে এই বুলিও চৰ্ত আৰোপ কৰিছিল যে কৈৱৰ্ত হিচাপে সন্মান পাবলৈ হ'লে তেওঁলোকে প্ৰথমতে মাছ ব্যৱসায়ৰ পৰাই আঁতৰি আহিব লাগিব। আউনীআটীয়ে আনকি মাছ বেচোঁতা আৰু মাছ ধৰোঁতা, এই দুই দলৰ মাজত আন্তঃবিবাহ আৰু সহভোজনো নিষিদ্ধ কৰি দিছিল।[৩৪] 'বাঁহী'ৰ সম্পাদক লক্ষ্মীনাথ বেজবৰুৱাই অৱশ্যে আউনীআটীৰ এই দলিত বিদ্বেষী, বিভাজনবাদী দৃষ্টিভংগীৰ সম্পৰ্কত সঠিক অৱস্থান লৈ এটা উজ্জ্বল দৃষ্টান্ত স্থাপন কৰিছিল। বেজবৰুৱাই কৈছিল যে কৈৱৰ্তসকলে আউনীআটী গোসাঁইৰ নিৰ্দেশ মানিবলৈ গ'লে সেয়া তেওঁলোকৰ বাবে আত্মঘাতী হ'ব। তেওঁলোকৰ মাজত ভাতৃঘাতী কাজিয়া লাগিব, যাৰ ফল হিন্দু সমাজেও ভুগিব। মাছৰ ব্যৱসায় এৰি কৈৱৰ্তসকল আৰু দুখীয়া হ'ব, সমাজখন হাই-কাজিয়াৰ বাঁহ হ'ব। মানুহক বলেৰে দমন কৰাটো নিশ্চিতভাৱেই ধৰ্ম-বিৰোধী বুলিও তেওঁ কৈছিল।[৩৫]

দলিতসকলে মন্দিৰ-সত্ৰত প্ৰৱেশৰ অধিকাৰৰ সপক্ষে আৰু অস্পৃশ্যতাৰ বিপক্ষে সামাজিক আন্দোলনৰ উপৰিও আইনী যুদ্ধও চলাব লগা হৈছিল। সত্ৰই কৈৱৰ্তসকলৰ এই সামান্য দাবীটোও নাকচ কৰিছিল। অসমৰ এজন দলিত ঐতিহাসিক ডাঃ তাৰানাথ দাসৰ মতে 'বৰ্ণহিন্দু বিচাৰক'ৰ অৱহেলাৰ বাবেই বহুবছৰ জুৰি এই গোচৰটো অমীমাংসিত কৰি ওলোমাই

(৩১) Audrey Cantlie : The Assamese, pp 176-7 (কিন্তু ৰিবেদিকাৰ পৃষ্ঠা ১০৪ ত ডাঃ তাৰানাথ দাসে কৈছিল যে মথুৰাদাস তাঁতী আৰু নাৰায়ণ দাসহে চণ্ডাল।)

(৩২) The Assamese, p. 176

(৩৩) কৈৱৰ্ত জাতীয় হিতকাৰী সভাৰ প্ৰচাৰপত্ৰ; য'ত এহাতে কৈৱৰ্ত বনাম নদীয়াল প্ৰসংগত আউনীআটীৰ স্থিতি আৰু তাৰ প্ৰতি কৈৱৰ্তসকলৰ সঁহাৰি সংকলিত হৈছে। বাঁহী, ১৮৩৮ শ সংখ্যা (১৯১৬ চন)

(৩৪) বাঁহী ৭ ম বছৰ ১২ সংখ্যা, ১৮৩৮ শক

(৩৫) বাঁহী সম্পাদকীয়, সপ্তম বছৰ, ১২ শ সংখ্যা, ১৮৩৮ শক (১৯১৬ চন)

ৰখা হৈছিল। অৱশেষত পৰশুৰাম পাঠকইঁতৰ নেৰানেপেৰা প্ৰচেষ্টা তথা পানীনসৰকা যুক্তিৰ বাবে যদিও কৈৱৰ্তসকলে কীৰ্তন ঘৰত প্ৰৱেশাধিকাৰ পালে, সেই অধিকাৰ কীৰ্তন ঘৰৰ প্ৰথম তিনিটা কুঠৰীতে সীমাবদ্ধ কৰি ৰখা হ'ল।[৩৬]

কৈৱৰ্তসকলৰ পুঞ্জীভূত ক্ষোভ আৰু ক্ৰোধে ভাষা পালে সদৌ অসম কৈৱৰ্ত সন্মিলনৰ এক চৰম সিদ্ধান্তত। এই সিদ্ধান্ত অনুসৰি সত্ৰাধিকাৰসকলক ধৰ্মীয় কৰ-কাটল দিয়া বন্ধ কৰা হ'ল।[৩৭]

কেৱল কৈৱৰ্তসকলেই যে এনে বাদ বিবাদত জড়িত আছিল এনে নহয়। অসমীয়া জাতিসত্তাৰ প্ৰতি প্ৰভূত বৰঙণি আগবঢোৱা আহোমসকলো সত্ৰৰ আচৰণত বিক্ষুব্ধ হৈ উঠিছিল। আহোম সভাই সম্প্ৰদায়টোৰ প্ৰতি এইবুলিও মুকলি গোহাৰি জনাইছিল যেন ৰাইজে সামাজিক সকামে-নিকামে আহোম পুৰোহিতহে লগায়, কাৰণ *'হিন্দু-পুৰোহিত আৰু গোস্বামীসকলে সম্প্ৰদায়টো বিভক্ত কৰে।'*[৩৮]

আহোমসকলৰ এই বিক্ষোভৰ বিস্ফোৰণ ঘটিল ১৯৩৪ চনত, সেই বছৰত সত্ৰৰ উদ্যোগত প্ৰকাশিত হ'ল **বিপুঞ্জয় স্মৃতি** নামৰ গ্ৰন্থ এখন। খৰ্গেশ্বৰ শৰ্মা আৰু শিৱনাথ ভট্টাচাৰ্যৰ দ্বাৰা লিখিত আৰু সম্পাদিত এই গ্ৰন্থখন যোৰহাট ধলৰ সত্ৰৰ অধিকাৰ তীৰ্থনাথ গোস্বামীয়ে প্ৰকাশ কৰিছিল। গোস্বামী আকৌ আছিল অসম সত্ৰ সংঘৰ ১৯২৫ চনৰ প্ৰথম অধিবেশনৰ সভাপতি। মনুস্মৃতি আৰু আন কেতবোৰ হিন্দুশাস্ত্ৰৰ পৰা প্ৰচুৰ উদ্ধৃতি দিয়া এই গ্ৰন্থখনে প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছিল যে অনাৰ্যসকল হিন্দু সমাজত অন্ত্যজ আৰু অস্পৃশ্য। গ্ৰন্থখনে অনাৰ্যসকল, আৰু বিশেষকৈ আহোমসকলক এনেকৈ বিক্ষুব্ধ কৰিছিল যে তেওঁলোকে অচিৰেই ৰাধাকান্ত সন্দিকৈৰ সভাপতিত্বত যোৰহাটত এক বিৰাট জনসভা পাতিলে।[৩৯] সেই সভাত উক্ত গ্ৰন্থৰ লগত জড়িত ধলৰ সত্ৰৰ সত্ৰাধিকাৰ তথা অন্যান্যসকলক ৰাজহুৱা ভাবে গৰিহণা দিয়া হ'ল। এইখিনিতে উল্লেখযোগ্য যে দিহীয়াল সত্ৰাধিকাৰেও গ্ৰন্থখনৰ পৃষ্ঠপোষকতা কৰিছিল। তদুপৰি ইয়াত আউনীআটী আৰু দক্ষিণপাটৰ সত্ৰাধিকাৰৰো অনুমোদন আছিল।[৪০] সেয়েহে এই গ্ৰন্থত সত্ৰ-অনুষ্ঠানৰে নৈতিক সন্মতি থকা বুলি ক'লে বোধহয় বঢ়াই কোৱা নহ'ব। পাছে আহোমসকলৰ এই অভূতপূৰ্ব ক্ষোভৰ সমুখত সত্ৰাধিকাৰসকলে পাছ হুহঁকিবলৈ বাধ্য হ'ল। এইখিনিতে মজাৰ কথাটো হ'ল যে বিক্ষুব্ধ আহোমসকলৰ অধিকাংশই আছিল বৈষ্ণৱ।

---

(৩৬) প্ৰফুল্ল হাজৰিকা সম্পাদিত **বন্তন** (আলোচনী)ৰ পৰা ত্ৰিবেদিকাত উদ্ধৃত, পৃ ১৩৩

(৩৭) Times of Assam, 19 June 1929 ৰ পৰা B J Dev & D K Lahırı **Cosmogong of Caste & Social Mobility in Assam, p 164** ত উদ্ধৃত

*(৩৮) Dr Girin Phukan* ***Politics of Regionalism in North East India, p 129 (reference)***

(৩৯) সন্দিকৈ নিজে দক্ষিণপাটৰ শিষ্য আছিল আৰু দক্ষিণপাটৰ দ্বাৰা অনুমোদিত এই গ্ৰন্থৰ বিৰোধিতা কৰিবলৈ গৈ তেওঁ নিজৰ গুৰুকে প্ৰত্যাহ্বান জনোৱাৰ দৰে হৈছিল।

(৪০) ড° শিৱনাথ বৰ্মন : **অসমৰ জনজাতি সমস্যা**, পৃষ্ঠা ৫১

প্ৰথমছোৱাৰ বৈষ্ণৱ আন্দোলনে এখন অচলায়তন সমাজত গতি আনি দিছিল আৰু নিম্ন বৰ্ণ সম্প্ৰদায়বোৰৰ মাজত উৰ্দ্ধমুখী সচলতাৰ সূচনা কৰিছিল যদিও পাছৰ ছোৱাত সত্ৰাধিকাৰসকল ইয়াৰ বিপৰীতেহে থিয় হ'ল। সূতসকলৰ উদাহৰণটোকে লওঁ। বৰ্ত্তমানে অন্যান্য পাছপৰা শ্ৰেণীৰ তালিকাভুক্ত এই সম্প্ৰদায়টোৱে তুলনামূলক ভাৱে উচ্চ সামাজিক মৰ্যাদা বিচাৰি সত্ৰাধিকাৰসকলৰ ওচৰত প্ৰাৰ্থনা জনালে। আউনীআটীৰ সত্ৰাধিকাৰ কমলদেব গোস্বামীয়েও প্ৰায়শ্চিত্তৰ জৰিয়তে তেওঁলোকক তেনে মৰ্যাদা দিম বুলি আশ্বাস দিলে। কিন্তু পাছত তেওঁ কথা নাৰাখিলে। প্ৰায়শ্চিত্ত কৰাবৰ বাবেও তেওঁ কেতবোৰ চৰ্ত আৰোপ কৰিলে। '*আউনীআটী অধিকাৰৰ কথাত তেওঁলোকে গভীৰ আঘাত পালে।*'[৪১] সূত সম্প্ৰদায়ৰ নেতৃবৰ্গই এনে ধৰণৰ চৰ্ত সাপেক্ষে প্ৰায়শ্চিত্তৰ কথা মানি ল'ব নোখাৰিলে। পাছত গড়মূৰৰ সত্ৰাধিকাৰ পীতাম্বৰদেৱ গোস্বামীয়ে তেওঁলোকক নিঃচৰ্তভাৱেই উন্নীত কৰালে। কিন্তু তেৰোঁ প্ৰায়শ্চিত্তৰ পৰা তেওঁলোকক ৰেহাই নিদিলে।[৪২] এইখিনিতে মন কৰিবলগীয়া কথাটো হ'ল এই যে যিজন আউনীআটী অধিকাৰে সূতসকলৰ প্ৰতি সামান্য সহানুভূতি দেখুৱাবলৈ নাৰাজ হৈছিল, সেই একেজনেই পীতাম্বৰদেৱ গোস্বামী স্বাধীনতা আন্দোলনত জড়িত হোৱা বাবে তেওঁক সত্ৰাধিকাৰ ভাঙিবলৈ তৎপৰ হৈছিল। ইয়াৰপৰা ধাৰণা হয় যে সবাতোকৈ পশ্চাৎপদ আৰু ৰক্ষণশীল জাতি-বৰ্ণবাদৰ লগত সত্ৰাধিকাৰসকলৰ ব্ৰিটিছানুগত্যৰ নিবিড় সম্পৰ্ক আছিল।

অস্পৃশ্যতাৰ বিৰুদ্ধে দৃঢ় আৰু নীতিপূৰ্ণ বিৰোধিতা আগবঢ়াই গড়মূৰৰ সত্ৰাধিকাৰজনে কৈছিল যে যদি কৈবৰ্ত, বনিয়া, মিচিং, দেউৰীসকলে শ শ বছৰ বৈষ্ণৱ গুৰুৰ পৰা কৰ-বৰঙণিৰ বিনিময়ত শৰণ-ভজন লৈ থকাৰ পাছতো অস্পৃশ্য হৈয়ে থাকিব লগা হয় তেনে শৰণ ভজনৰ কোনো মূল্য নাই।[৪৩]

কোৱা হয় যে গড়মূৰ অধিকাৰৰ এই সাহসী উক্তিয়ে বহু সম্প্ৰদায়কে উচ্চতৰ সামাজিক মৰ্যাদাৰ বাবে অনুপ্ৰাণিত কৰিছিল। কিন্তু তাৰ ফলত তেওঁ আন সত্ৰাধিকাৰসকলৰ তীব্ৰ ৰোষৰ সমুখীন হ'ব লগা হৈছিল। গোস্বামীয়ে নিজেই স্বীকাৰ কৰিছিল ঃ '*সূত জাতিক প্ৰায়শ্চিত্ত কৰোৱাৰ পাছতো উচ্চ হিন্দুৱে ভাল ভাবে নেচালে। মোকো প্ৰায়শ্চিত্ত কৰোৱা বাবে অসূয়া কৰিবলৈ হে ধৰিলে।*'[৪৪]

প্ৰচলিত ধাৰণাৰ বিপৰীতে অস্পৃশ্যতা আছিল অসমীয়া সামাজিক জীৱনৰ এক গুৰুত্বপূৰ্ণ দিশ। ইয়াৰ তীব্ৰতা আৰু ব্যাপকতা উত্তৰ ভাৰতৰ হিন্দী-হিন্দু বলয়তকৈ যে কম আছিল সেয়া বেলেগ প্ৰসংগ। কৃষ্ণ শৰ্মাই তেওঁৰ ডায়েৰীত লিখিছিল যে কৈবৰ্ত, বনিয়া আৰু আন নিম্ন বৰ্ণবোৰে বিভিন্ন সত্ৰ আৰু মন্দিৰত প্ৰৱেশাধিকাৰ বিচাৰি আন্দোলন কৰিব লগা[৪৫] হৈছিল। দৰাচলতে জাতি বৰ্ণৰ গাঁথনিটো ইমানেই স্তৰবিন্যস্ত আছিল যে কৃষ্ণ শৰ্মাই তেওঁৰ

---

(৪১) গংগাধৰ হাজৰিকা ঃ মহাপুৰুষ শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ, পৃ ৯৮-৯

(৪২) ঐ,

(৪৩) ঐ, পৃ. ৯৮

(৪৪) ঐ, পৃ ১০৪

*(৪৫) কৃষ্ণ শৰ্মাৰ ডায়েৰী, পৃ ২২৬*

নিজা নামঘৰটোত বিভিন্ন সম্প্ৰদায়ৰ ব্যক্তিক একেলগে বহিবলৈ দিয়াৰ পাছত এজন কৈবৰ্তই তেওঁক প্ৰশ্ন কৰিছিল, কিয় তেওঁ কৈবৰ্তসকলক (উচ্চ-অস্পৃশ্য) মুচী-মেতৰ (নিম্ন-অস্পৃশ্য) আদিৰ সৈতে ওচৰাওচৰিকৈ বহিবলৈ দিছিল।[৪৬]

কৃষ্ণ শৰ্মাৰ ডায়েৰীত আমি পঢ়িবলৈ পাওঁ কেনেকৈ মৰিগাঁৱত এটা সম্প্ৰদায়ৰ মানুহে আন সম্প্ৰদায়ৰ মানুহক নিজৰ কুঁৱাৰপৰা পানী তুলিবলৈ নিদিয়াৰ ঘটনা তেওঁ নিজেই দেখিছিল।[৪৭] ই আমাক প্ৰেমচান্দৰ 'ঠাকুৰ কা কুঁৱা' কাহিনীটোলৈকে মনত পেলাই দিয়ে। নিৰুপমা বৰগোহাঞিয়ে তেওঁৰ সাহিত্য অকাডেমী বঁটা বিজয়ী ঐতিহাসিক উপন্যাস 'অভিযাত্ৰী'তো দেখুৱাইছে কেনেকৈ বৰপেটাৰ মানুহে আনকি ৰাজহুৱা কুঁৱাৰপৰাও নিম্নতৰ জাতিবৰ্ণৰ মানুহক পানী তুলিবলৈ নিদিছিল। দুৰ্ভাগ্যজনকভাৱে এনে সামাজিক অভিশাপৰ ক্ষেত্ৰত সত্ৰৰ ভূমিকা আছিল প্ৰায়েই নেতিবাচক। দক্ষিণপাট সত্ৰৰ কৰ্তৃত্বপ্ৰাপ্ত ঐতিহাসিক বেণুধৰ শৰ্মাই সত্ৰৰ এটা মাংগলিক অনুষ্ঠানৰ কথা উল্লেখ কৰিছে য'ত অন্ত্যজ সম্প্ৰদায়ৰ লোকৰ প্ৰৱেশ নিষিদ্ধ আছিল। 'পুৰশ্চৰণ' নামৰ এই অনুষ্ঠানটোত গৰুক পূজা কৰা হৈছিল আৰু ব্ৰাহ্মণ তথা অ-চণ্ডাল জীৱক অভ্যৰ্থনা কৰা হৈছিল।[৪৮] আমাৰ ধাৰণা যে অ-চণ্ডাল জীৱৰ এই সংজ্ঞাৰ ভিতৰত ইতৰ জীৱ-জন্তুবোৰকো অন্তৰ্ভুক্ত কৰা হৈছিল, কিন্তু অন্ত্যজ জাতি-বৰ্ণবোৰক বহিৰ্ভূত কৰা হৈছিল। অথচ **'ধৰ্মাৰ্থদীপিকা'** আলোচনীৰ জৰিয়তে দক্ষিণপাটৰ অধিকাৰে গো-জাতিৰ বিকাশৰ বাবে ব্যাপক প্ৰচাৰ অভিযান চলাই আছিল।[৪৯]

আউনীআটীৰ অধিকাৰেও অস্পৃশ্যতাৰ প্ৰশ্নত এক দ্ব্যৰ্থবোধক বিবৃতি জাৰী কৰিছিল। শব্দচয়নৰ চাতুৰ্য যিমানেই নাথাকক লাগিলে সেই বিবৃতিৰ সাৰমৰ্ম আছিল এই ঃ

*কোনোসকলে কথা প্ৰসংগত সুবিধা বুজি কয় যে অস্পৃশ্যতাৰ কাৰণে হেনো আমালোক (সত্ৰৰ অধিকাৰসকলহে) দায়ী। কিন্তু এই অভিযোগ আমি স্বীকাৰ কৰিব নোখোজোঁ- যিহেতু হিন্দু সমাজৰ অস্পৃশ্যতা শ্ৰুতি-স্মৃতিসম্মত পৰম্পৰাগত আচাৰ।...*

অস্পৃশ্যতাবিৰোধী আন্দোলনত ৰাজনৈতিক উদ্দেশ্য আছে বুলি ইংগিত দি অধিকাৰ জনে অৱশ্যে অস্পৃশ্যতা দূৰ কৰাৰ প্ৰয়োজনীয়তা অগত্যা স্বীকাৰ কৰিছিল। কিন্তু একে উশাহতে তেওঁ অস্পৃশ্যসকলক মন্দিৰত প্ৰৱেশাধিকাৰ দিব খোজা আইন প্ৰণয়নৰ বিৰোধিতা কৰিছিল।[৫০]

অৱশ্যে অস্পৃশ্যতাৰ নীতি অলপ ঢিলাই দি দক্ষিণপাটে ১৯৪৬ চনত এটা বিবৃতি জাৰি কৰিছিল। কিন্তু এই বিলম্বিত বিবৃতিটোৰো উপলক্ষ্য আছিল অন্য। নোৱাখালি, বিহাৰ আদিত সংঘটিত হিন্দু-মুছলীম সংঘৰ্ষৰ পাছত জাৰী কৰা এই বিবৃতিটোৱে এক সাম্প্ৰদায়িক পৰিৱেশত হিন্দুপক্ষক সংহত কৰি ৰখাতহে গুৰুত্ব দিছিল। এই সাম্প্ৰদায়িক সংঘৰ্ষৰ বাহিৰেও

---

(৪৬) কৃষ্ণ শৰ্মাৰ ডায়েৰী, পৃ. ২২৯
(৪৭) ঐ
(৪৮) দক্ষিণপাট সত্ৰ পৃ. ৬৭
(৪৯) ঐ, পৃ. ১০৭
(৫০) আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃ. ৩২১-৩

সাম্যবাদৰ ক্ৰমবৰ্ধমান প্ৰসাৰে সৃষ্টি কৰা বিপদৰ পৰা পৰিত্ৰাণ পাবৰ বাবেই হিন্দুধৰ্মক উদাৰীকৰণ কৰাত এই বিবৃতিয়ে গুৰুত্ব দিছিল। অৰ্থাৎ ইছলাম আৰু সাম্যবাদৰ যুৰীয়া বিপদৰ পৰা বাচিবৰ বাবেই অস্পৃশ্যসকলক অগত্যা সত্ৰ আৰু মন্দিৰত প্ৰৱেশৰ অনুমতি দিবলগা হৈছিল।[৫১]

পীতাম্বৰদেৱ গোস্বামীৰ জীৱনীকাৰ গংগাধৰ হাজৰিকাৰ মতে, অসমৰ অনুন্নত জাতিবিলাকৰ ভিতৰত কেইটামান জাতিৰ লগত বৰ্ণহিন্দুসকলে যেনে ব্যৱহাৰ কৰে সি সঁচাকৈয়ে দুখলগা কথা। আনকি চুলেও গা ধোৱা প্ৰথা সমাজত চলিছিল। বিশেষকৈ কৈবৰ্ত আৰু মিৰি জাতিৰ প্ৰতি এনে ব্যৱহাৰ বহুদিনৰ পৰাই সমাজত চলি আছিল।[৫২]

হাজৰিকাই লিখিছে যে গড়মূৰৰ সত্ৰাধিকাৰজনে ১৯২৬ চনতে সত্ৰৰ দুৱাৰ এই সকল লোকৰ বাবে মুকলি কৰি দিছিল। তেওঁ বিভিন্ন সম্প্ৰদায়ৰ মানুহক নামঘৰত একেলগে বহিবলৈ আৰু প্ৰসাদ খাবলৈও ব্যৱস্থা কৰিছিল। তাতকৈ বেছি কৰাটো অৱশ্যে তেওঁৰ দ্বাৰা সম্ভৱ নাছিল। কাৰণ তেওঁৰ ৰাজনৈতিক গুৰু মোহনদাস কৰমচাঁদ গান্ধীয়েও বিভিন্ন জাতি-জনজাতিৰ মাজত সহভোজন আৰু আন্তঃ বিবাহৰ জৰিয়তে এটা জাতি গঢ়ি তুলিব পাৰি বুলি কেতিয়াও বিশ্বাস কৰা নাছিল।

তৎসত্ত্বেও অসমীয়া জাতিগঠন প্ৰক্ৰিয়াত পীতাম্বৰদেৱ গোস্বামীৰ ভূমিকা আছিল তুলনামূলক ভাবে যথেষ্ট প্ৰগতিশীল আৰু উদাৰ। ভি. ভেংকটৰাৱে সেয়ে কৈছে,

*Pitambar Deva Goswami considered Brahminism to be primarily responsible for the subjugation of India. He therefore condemned Brahminism for its selfish activities.*[৫৩]

গোস্বামীয়ে জাতি-বৰ্ণত বিশ্বাস কৰা বাবে হিন্দু যুৱক সকলক সমালোচনা কৰিছিল। তেওঁ যুৱকসকলক সামাজিক সংস্কাৰ আন্দোলনৰ নেতৃত্ব ল'বলৈও আহ্বান জনাইছিল। অসমীয়া সমাজৰ অনৈক্যৰ বাবে তেওঁ ব্ৰাহ্মণ সকলকহে দায়ী কৰিছিল। বিভিন্ন সম্প্ৰদায়ৰ ছাত্ৰৰ বাবে পৃথক ছাত্ৰাবাসৰ ব্যৱস্থাৰ তেওঁ বিৰোধিতা কৰিছিল। ছাত্ৰ সমাজৰ প্ৰতি তেওঁৰ আহ্বান আছিল জাত-পাত আৰু অস্পৃশ্যতা বিসৰ্জন দিবৰ বাবে।[৫৪]

যেনে কথা তেনে কাম। গড়মূৰ অধিকাৰে কাৰ্বি আংলঙৰ দুৰ্গম পাহাৰীয়া অঞ্চলত পদব্ৰজে পৰিভ্ৰমণ চলালে বছৰৰ পাছত বছৰ জুৰি। কাৰ্বি বাইজৰ প্ৰতি তেওঁৰ ভালপোৱাৰ কথা অনুমান কৰিব পাৰি কাৰ্বি ডেকা হৰিদাসক তেওঁৰ প্ৰিয় শিষ্য কৰি লোৱাত। হৰিদাসৰ মৃত্যুত গোস্বামীয়ে যিখন জীৱনী লিখিছিল সেইখনেই আমি জনাত গুৰুৱে লিখা শিষ্যৰ

---

(৫১) দক্ষিণপাটৰ সত্ৰাধিকাৰে অৱশেষত অস্পৃশ্যসকলৰ বাবে বাট এৰি দি ১৯৪৬ চনত এক প্ৰেছ বিজ্ঞপ্তি দিছিল।

দক্ষিণপাট সত্ৰ, পৃ. ১০০

(৫২) মহাপুৰুষ শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰ দেৱ, পৃ. ১৮৭

(৫৩) Dr. V. Venkat Rao : A Century of Government and Politics in N.E. India vol-v

(৫৪) Ibid

একমাত্ৰ জীৱনী। কাৰ্বি সকলৰ মাজত ধৰ্মপ্ৰচাৰ কৰাৰ উপৰিও শিক্ষাৰ প্ৰসাৰ ঘটোৱাটো তেওঁ এক পবিত্ৰ কৰ্তব্য হিচাপে গ্ৰহণ কৰিছিল। দুবছৰৰ ভিতৰতে জিলাখনত তেওঁ বিশখন বিদ্যালয় গঢ়ি তুলিছিল আৰু সেইবোৰ নিজা ধনেৰে চলাইছিল। এই বিদ্যালয়বোৰ কাৰ্বি পাহাৰত অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ একোটা স্তম্ভ হ'ব পাৰিলেহেঁতেন। কিন্তু গোপীনাথ বৰদলৈৰ নেতৃত্বাধীন অসম চৰকাৰ বা অসমীয়া সংগঠন সমূহ, কাৰো পৰাই বিদ্যালয়বোৰ চলাই ৰখাৰ ক্ষেত্ৰত কোনো সঁহাৰি পোৱা নগ'ল। ফলত এই আচঁনিখনৰ অপমৃত্যু ঘটিল।[৫৫]

গোস্বামীৰ এক বিশেষ ইচ্ছা আছিল নাগাসকলৰ মাজত কাম কৰাৰ। মৃত্যুৰ ঠিক আগতে তেওঁ অসমৰ তেতিয়াৰ মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীক কৈছিল যে নাগা সকলৰ মাজত কাম তেওঁৰ আশা অপূৰণ হৈ ৰ'ল। গোস্বামীয়ে ঝাড়খণ্ডী আদিবাসী চাহশ্ৰমিক/প্ৰাক্তন চাহ শ্ৰমিকৰ কথাও পাহৰা নাছিল। তেওঁ বিশ্বাস কৰিছিল যে, যি বিলাক বনুৱাৰ পূৰ্বপুৰুষসকল এই অসমতে জন্মগ্ৰহণ কৰি মৰি গৈছে সেইসকল বনুৱাৰ নাতি পুতিক আজিও অসমীয়া জাতিৰ শিক্ষা সংস্কৃতিৰে সংস্কাৰ কৰি অসমীয়া জাতিৰ ভিতৰত সুমাই ল'ব নোৱাৰাটো জাতিৰ পক্ষে অকল দুৰ্নামেই নহয়, মানৱতাৰ ফালৰ পৰাও নিন্দনীয়। গোস্বামীয়ে জনৈক ডিম্বেশ্বৰ কাকতিৰ নেতৃত্বত আদিবাসী সকলৰ হকে কাম কৰিবলৈ এটা মিশ্যনো প্ৰতিষ্ঠা কৰি দিছিল।[৫৬]

পাছপৰা সম্প্ৰদায়বোৰৰ মাজত ধৰ্মপ্ৰচাৰ কৰাৰ ক্ষেত্ৰত পীতাম্বৰদেৱ গোস্বামীয়ে সত্ৰীয়া সম্প্ৰদায়ৰ পৰাই দোৰ্ঘোৰ বিৰোধিতা সন্মুখীন হৈছিল। সেয়েহে গড়মূৰ সত্ৰৰ শিষ্যসকলৰ এক সাধাৰণ সভাত গোস্বামীয়ে কৈছিল, '*অসমৰ ভিতৰৰ কছাৰী, লালুং, মিকিৰ আদি জাতিবিলাকৰ ভিতৰত ধৰ্মপ্ৰচাৰ কৰি ফুৰিবলৈ অনুমতি লাগে। সেইবিলাক ঠাইলৈ গৈ ফুৰিবলৈ হ'লে অনেক সময়ত আমাৰ মান-মৰ্যাদা বা প্ৰতিপত্তিত ব্যাঘাত জন্মিব পাৰে, ধৰ্ম প্ৰচাৰ কৰিবলৈ হ'লে তালৈ চাব পৰা নহ'ব।*[৫৭]

মন কৰিবলগীয়া কথা যে সত্ৰৰ এই সাধাৰণ সভাই সত্ৰাধিকাৰজনৰ এই সাহসী আৰু উদাৰ প্ৰস্তাৱৰ প্ৰতি বিৰোধিতাহে ব্যক্ত কৰিছিল। সত্ৰাধিকাৰৰ বিপৰীতে শিচ-ভকতসকলৰ সিদ্ধান্ত আছিল এনেধৰণৰ ঃ '*দাতি কাষৰীয়া ধৰ্মৰ পোহৰ নপৰা অসভ্য বা পিছপৰা মানুহবিলাকক ধৰ্ম শিক্ষা দিয়া বৰ শ্ৰেয় ঃ সেই বুলি সাধাৰণ ৰূপে মহন্ত ফুৰাদি নহয়। কাৰ্য কাৰকৰ দ্বাৰা তেনে লোকক মতাই আনি সত্ৰত বা নদীৰ কাষত বাহৰ কৰি শিক্ষা দিব পাৰিব।*'[৫৮]

এইখিনিতে মন কৰিবলগীয়া কথাটো হ'ল যে দুৰ্গম ভিতৰুৱা ঠাইত থকা দলিত-জনজাতি আদিৰ মাজলৈ গৈ ধৰ্মপ্ৰচাৰ কৰা আৰু তেওঁলোকক ধৰ্মীয় বাণী বিলাবৰ বাবে সত্ৰলৈ মাতি পঠিওৱা একে কথা নহয়। কিন্তু সত্ৰাধিকাৰ সকলে দলিত-দৰিদ্ৰ সকলৰ মাজলৈ

(৫৫) গংগাধৰ হাজৰিকা ঃ মহাপুৰুষ শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ, পৃ. ২১৩

(৫৬) ঐ, পৃষ্ঠা. ২০১

(৫৭) গংগাধৰ হাজৰিকাৰ উক্ত গ্ৰন্থ (বৰ্তমানে 'লালুং'সকলে নিজক তিৱা আৰু 'মিকিৰ'সকলে কাৰ্বি বুলি পৰিচয় দিয়ে।) পৃ. ৮৯

(৫৮) উক্ত গ্ৰন্থৰ ৮৯ পৃষ্ঠাত উদ্ধৃত ১৯২৫ চনৰ ফেব্ৰুৱাৰীত অনুষ্ঠিত গড়মূৰ সত্ৰৰ সাধাৰণ সভাৰ তৃতীয় প্ৰস্তাৱ।

গৈ তেওঁলোকৰ হকে কষ্টকৰ কাম কৰাতকৈ সত্ৰৰ 'মৰ্যাদা' ৰক্ষাতহে অধিক গুৰুত্ব আৰোপ কৰিছিল।

পদ্মেশ্বৰ দেৱগোস্বামী নামৰ আন এজন উদাৰ আৰু সংস্কাৰমনা সত্ৰাধিকাৰো একেদৰেই সত্ৰীয়া সম্প্ৰদায়ৰ দ্বাৰা ধিকৃত হৈছিল। গোস্বামী স্বাধীনতা আন্দোলনৰ উপৰিও সমাজ-সংস্কাৰ আন্দোলনতো জড়িত আছিল। নিজৰ ঝাড়খণ্ডী আদিবাসী শিষ্যসকলৰ বাবে তেওঁ এখন হৰিজন বিদ্যালয় আৰু এটা হৰিজন নামঘৰ প্ৰতিষ্ঠা কৰিছিল। তেওঁৰ এই অপৰাধৰ বাবেই পীতাম্বৰ দেৱগোস্বামীৰ বাহিৰে আন সত্ৰাধিকাৰসকলে পদ্মেশ্বৰ দেৱগোস্বামীক কে'বাবছৰৰ বাবে সামাজিক ভাৱে বৰ্জন কৰি এঘৰীয়া কৰি ৰাখিছিল।[৫৯]

আন কেইবাজনো অধিকাৰে চুবুৰীয়া জনজাতিবোৰৰ মাজত ধৰ্ম প্ৰচাৰৰ চেষ্টা কৰিছিল। পাছে এইখিনিতে এটা আমোদজনক কথা হ'ল এই যে মিচিং, সোণোৱাল, গোৰ্খা, চিলেটী, কায়স্থ, বাঙালী, হিন্দুস্তানী, পাঞ্জাবী, তিব্বতী লামা আদিৰ মাজত দক্ষিণপাট সত্ৰৰ হৈ ধৰ্মপ্ৰচাৰ কৰি ফুৰা নিত্যানন্দ দেৱগোস্বামী জন প্ৰকৃততে সেই সত্ৰৰ অধিকাৰ/ডেকা অধিকাৰ একোৱেই নাছিল। তেওঁ অধিকাৰ/ডেকা অধিকাৰৰ হৈ 'প্ৰক্সী'হে দিছিল।[৬০] আউনীআটীৰ হেমচন্দ্ৰ দেৱগোস্বামীয়েও কিছু চাহ শ্ৰমিক আৰু কাৰ্বি লোকক শৰণ দিছিল। অসমৰ এসময়ৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই এইজনা অধিকাৰক অনুৰোধ জনাইছিল নাগাসকলক ধৰ্মান্তৰিত কৰিবৰ বাবে। এই ঘটনাই আমাক চেৰেংকৈ মনত পেলাই দিয়ে ব্ৰিটিছসকলে মিশ্যনেৰীসকলক কৰা একেধৰণৰ অনুৰোধলৈ। উল্লেখযোগ্য যে ব্ৰিটিছেও অদমনীয় নাগাসকলক ৰবাবৰ বাবেই মিশ্যনেৰীৰে জৰিয়তে এই জংগী জনজাতি সকলৰ ধৰ্মান্তৰকৰণৰ পৰিকল্পনা কৰিছিল।

অৰুণাচলৰ নক্তে, ৱাঞ্চু আদি জনজাতিসকল বাৰেঘৰ, ঘাৰমৰা আদি সত্ৰৰ শিষ্য আছিল। ড° মহেশ্বৰ নেওগৰ মতে এই বিলাক সত্ৰৰ জনজাতীয় শিষ্যসকলে সাবলীলভাবে অসমীয়া ক'ব পাৰিছিল। তেওঁলোকে অসমীয়া গীত গোৱাৰ উপৰিও অসমীয়া জাতীয় উৎসৱ বিহুও পালন কৰিছিল।[৬১] কিন্তু তথাপিও এইবোৰ আছিল বিচ্ছিন্ন ঘটনা। এইবোৰৰ বেছিভাগেই মহান কালসংহতিৰ উদাৰতাৰহে পৰিচায়ক। সিবিলাকত আধুনিক জাতি গঠনৰ কোনো তাগিদা নিহিত নাই। বৰ্তমানে এইখিনি প্ৰভাৱো বিভিন্ন কাৰণত মোলান পৰি আহিছে। সেইবিলাক হৈছে : (১) অসমীয়াৰ প্ৰভাৱ বিস্তাৰত ঈৰ্ষান্বিত দিল্লীৰ হিন্দীভাষী চৰকাৰৰ হস্তক্ষেপ, (২) নতুন প্ৰজন্মৰ সত্ৰীয়াসকলৰ উদাসীনতা, (৩) তেওঁলোকৰ অধঃপতন আৰু অৱক্ষয়,[৬২] (৪) জনজাতীয় সকলৰ মাজত জনগোষ্ঠীগত পুনৰুত্থান।

---

(৫৯) হৰিজন বন্ধু কৃষ্ণনাথ শৰ্মা প্ৰস্তুত পদ্মেশ্বৰ দেৱ গোস্বামী

(৬০) অধিকাৰ আৰু ডেকা-অধিকাৰে ভিতৰুৱা জনজাতীয় এলেকালৈ যাবলৈ অস্বীকাৰ কৰাত সত্ৰৰ পুৰোহিতালি কৰা নিত্যানন্দ দেৱ গোস্বামীয়ে সেই দায়িত্ব ল'বলগা হয়। অথচ সেই একে সময়তে অধিকাৰে উত্তৰ ভাৰতত তীৰ্থ কৰিবলৈ যায়, দক্ষিণপাট সত্ৰ পৃ. ৯২

(৬১) ড° মহেশ্বৰ নেওগ : স্নেহৰ অৰুণাচল : মাই হিল চো উং পৃষ্ঠা ১৬ আৰু ২২

(৬২) ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা '৮৬-'৮৭ চনত প্ৰকাশিত একলব্য চাওক, য'ত কেইজনীমান আপাটানি ছোৱালীৰ লগত ঘাৰমৰা সত্ৰাধিকাৰৰ ব্যভিচাৰৰ কাহিনী প্ৰকাশ পাইছিল।

ইয়াৰ ভিতৰত শেষৰ কাৰকটোৱেই বোধহয় আটাইতকৈ গুৰুত্বপূৰ্ণ। জনজাতি আৰু আন নিপীড়িত সম্প্ৰদায়বোৰৰ মাজত যি পৰিমাণে আত্মমৰ্যাদা আৰু সম-অধিকাৰৰ আন্দোলন মূৰ ডাঙি উঠিছে ঠিক সেই পৰিমাণে যিসকলৰ ওপৰত সত্ৰৰ প্ৰভাৱ টুটিব লাগিছে। দৰাচলতে নিজৰ জাতিগত সত্তা ঘোষণাৰ বাবে তেওঁলোকে কৰা প্ৰথম কামটোৱেই হ'ল হিন্দু ধৰ্মৰ আওঁতাৰ পৰা ওলাই অহা। কাৰণ এই ধৰ্মই তেওঁলোকক সমাজৰ সবাতোকৈ নিম্নখাপতহে স্থান দিয়ে। যিহেতু তেওঁলোকৰ নিম্নবৰ্ণ/অস্পৃশ্য হিন্দু সত্তাৰ লগত তেওঁলোকৰ অসমীয়া ভাষা গ্ৰহণ অংগাংগীভাবে জড়িত আছিল, এতেকে তেওঁলোকে যেতিয়া হিন্দুধৰ্ম পৰিত্যাগ কৰে, তেতিয়া ভাষাটোও পৰিত্যাগ কৰে। ধৰ্মৰ বেদীত এনেকৈয়ে বলি যায় ভাষা। দুৰ্ভাগ্যজনকভাবে অসম সাহিত্য সভা আৰু সত্ৰৰ একাংশ নেতৃত্বই এতিয়াও ভাষাৰ লগত ধৰ্মক সাঙুৰি দিব খোজে আৰু তাৰ ফলত ক্ষতিগ্ৰস্ত হয় জাতি গঠন প্ৰক্ৰিয়াটোৱেই।

অৱশ্যে জাতি-বৰ্ণবাদ আৰু অস্পৃশ্যতাই যে কেৱল নিম্ন বৰ্ণ বা সম্প্ৰদায়বোৰকে ক্ষতিগ্ৰস্ত কৰিছে এনে নহয়, যিসকলে এইবোৰ বলবৎ কৰে তেওঁলোকো সিবোৰৰ অভিশাপৰ পৰা মুক্ত নহয়। ব্ৰাহ্ম, পুৰুষ, নিকা আৰু কাল, এই চাৰিটা সংহতিত বিভাজনৰ উপৰিও এই বিশাল আৰু প্ৰাচুৰ্যপূৰ্ণ প্ৰতিষ্ঠানটোত প্ৰাধান্যৰ বাবে ব্ৰাহ্মণ আৰু কায়স্থসকলৰ মাজতো চলিছিল তুমুল দ্বন্দ্ব।(৬৩)

ড° হীৰেন গোহাঁয়েও বৰপেটা সত্ৰৰ কেওট আৰু কলিতা সকলৰ মাজৰ এনে এটা বিবাদৰ কথা উল্লেখ কৰিছে যিটো গৈ ব্ৰিটিছৰ প্ৰিভি কাউন্সিল পৰ্যন্ত পাইছিলগৈ।(৬৪) কমলাবাৰীৰ সত্ৰাধিকাৰ এজনেও সত্ৰবোৰৰ মাজত চলা ব্ৰাহ্মণ-কায়স্থ বিবাদৰ এক বিশ্বস্ত চিত্ৰ আঁকিছে। তেওঁৰ প্ৰতিবেদন অনুসৰি কমলাবাৰীৰ সত্ৰাধিকাৰে মানৰ আক্ৰমণৰ সময়ত দুজন ব্ৰাহ্মণ শিষ্যৰ পৰা দুশ টকা ধাৰলৈ লৈছিল এই প্ৰতিশ্ৰুতিৰে যে তেওঁলোকক সত্ৰ ব্যৱস্থাপনাৰ অংশ দিয়া হ'ব। সেইমতে দুয়ো ব্ৰাহ্মণ সত্ৰ পৰিচালনাৰ অংশীদাৰ হ'ল। কিন্তু পৰৱৰ্তী অধিকাৰ কৃষ্ণকান্ত দেৱে সত্ৰৰ ওপৰত নিৰংকুশ কৰ্তৃত্ব বিচাৰি ব্ৰিটিছ আদালতত গোচৰ দাখিল কৰিলে। তেওঁ যুক্তি আগবঢ়ালে যে এজন কায়স্থ হিচাপে তেওঁ সেই সত্ৰখন আন এজন কায়স্থ বদুলা আতাৰ পৰা উত্তৰাধিকাৰ সূত্ৰে লাভ কৰিছিল। নিৰংকুশ কায়স্থ আধিপত্য প্ৰতিষ্ঠাৰ বাবে কৃষ্ণকান্তদেৱৰ আকাংক্ষা পূৰণ হ'ল ; তেওঁ গোচৰত জয়লাভ কৰিলে। কিন্তু সেই জয়লাভতে সন্তুষ্ট নহৈ তেওঁ দুয়ো ব্ৰাহ্মণ শিষ্যক শাৰীৰিকভাবেই সত্ৰৰপৰা উৎখাৎ কৰিলে।(৬৫) ইয়াৰ পৰা প্ৰমাণিত হয় যে জাতি-বৰ্ণবাদে ইয়াৰ সত্ৰীয়া প্ৰৱক্তাসকলকো কেতিয়াবা ক্ষতিগ্ৰস্ত কৰিছিল। কেতিয়াবা ই উচ্চবৰ্ণসকলৰ বাবেই বুমেৰাংহে পৰিছিল। আৰু যদি কোনোবা এটা জাত বা বৰ্ণই এই অন্তহীন খোৱা-কামোৰাৰ পৰা লাভবানো হৈছিল,

(৬৩) The Assamese p. 171 : *'The first schism in the movement apparently centered on the problems involved in Brahmans accepting a non Brahmman as guru.'*

(৬৪) কালধোত আৰু কাণ্ডাৰী, পৃ- ১১২

(৬৫) নাৰায়ণ চন্দ্ৰ গোস্বামী : সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা, পৃ ৯৮০-৯৮৩,৯৮৪

সামগ্ৰিক বিচাৰত জাতিটো ক্ষতিগ্ৰস্ত হৈছিল।

## সত্ৰৰ শৈক্ষিক আৰু কল্যাণমূলক কাম কাজ

সত্ৰৰ সম্পৰ্কে অত্যন্ত উচ্চধাৰণা পোষণ কৰা ড° মনোৰমা শৰ্মাই কৈছে যে *'সত্ৰ অনুষ্ঠানৰ ভিতৰত সামন্তবাদৰ বিকাশ আহোম ৰাষ্ট্ৰত হোৱা তেনে বিকাশতকৈ বহু বেছি ক্ষিপ্ৰতৰ আছিল।'*(৬৬)

ড° শৰ্মাই তেওঁৰ গৱেষণা গ্ৰন্থত এই কথা প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছে যে অসমীয়া জাতিসত্তাৰ সৰ্বাত্মক বিকাশৰ বাবে সত্ৰবিলাকে প্ৰভূত বৰঙণি যোগাইছিল। এই কথা প্ৰতিপন্ন কৰিবলৈ গৈ তেওঁ কেইজনমান সত্ৰীয়াৰ লগত সাক্ষাৎকাৰো লৈছে। কিন্তু আমাৰ আশংকা এয়ে যে *'বৈষ্ণৱ সত্ৰ অনুষ্ঠানে গাওঁসমূহৰ সামাজিক আৰু অৰ্থনৈতিক জীৱন এক অতিশয় সঞ্জীৱক ভূমিকা (Vital role) পালন কৰিছিল'*(৬৭) বুলি দাবী কৰোঁতে তেওঁ তথ্যক আওকাণ কৰিছে অথবা তথ্যক চেৰাই গৈছে। সত্ৰীয়াসকলৰ লগত সাক্ষাৎকাৰৰ বাবে তেওঁ যিখন প্ৰশ্নপত্ৰ যুগুতাইছে, সেইখন ইতিমধ্যেই একপক্ষীয়া/পক্ষপাতিত্বপূৰ্ণ। তেওঁৰ এটা প্ৰশ্ন হ'ল *'A large number of persons seem to have received patronage of the satra to acquire higher education?'* (বিপুল সংখ্যক ব্যক্তিয়ে সত্ৰৰ পৰা উচ্চশিক্ষা অৰ্জনৰ বাবে পৃষ্ঠপোষকতা লাভ কৰা দেখা যায়?)(৬৮) কিন্তু এইটো কেৱল এটা প্ৰশ্নই নহয়, ইয়াত এটা সূক্ষ্ম উত্তৰ নিহিত আছে। কিন্তু প্ৰশ্নকৰ্ত্ৰীৰ আশাৰ বিপৰীতে সত্ৰীয়াসকলৰ উত্তৰ আছিল অস্পষ্ট। তেওঁলোকৰ এজনেও সত্ৰই শিক্ষাৰ ক্ষেত্ৰত পৃষ্ঠপোষকতা কৰা দুজনতকৈ বেছি ব্যক্তিৰ নাম ক'ব নোৱাৰিলে। তথাপিও ড° শৰ্মাই লৰালৰিকৈ এই সিদ্ধান্তত উপনীত হ'ল যে সত্ৰই এটা অসমীয়া মধ্যশ্ৰেণীৰ বিকাশৰ বাবে প্ৰভূত বৰঙণি যোগাইছিল। তেওঁ আনকি অম্বিকাগিৰি ৰায়চৌধুৰী আৰু চন্দ্ৰনাথ শৰ্মাও সত্ৰীয়া পটভূমিৰ দ্বাৰা অনুপ্ৰাণিত বুলি দাবী কৰিছে। কিন্তু প্ৰকৃতাৰ্থত অম্বিকাগিৰী ৰায়চৌধুৰীৰ সত্ৰীয়া অনুপ্ৰেৰণাৰ কোনো তথ্য হাজিৰ কৰা হোৱা নাই। চন্দ্ৰনাথ শৰ্মাৰ সত্ৰহে নালাগে কোনোধৰণৰ ধৰ্মীয় সংযোগ থকাৰ কথা জনা নাযায়। তাৰ ঠিক বিপৰীতে আনকি মোহনদাস কৰমচাঁদ গান্ধীয়ে ধৰ্মীয় ৰাজনীতি কৰা বুলিহে চন্দ্ৰনাথ শৰ্মাই অভিযোগ তুলিছিল। সেই বিষয়ে এই গ্ৰন্থত অকাট্য প্ৰমাণ দিছোঁ।

আমি ড° মনোৰমা শৰ্মাৰ সৈতে এই কথাত একমত যে আধুনিক জাতিসত্তা এটাৰ বিকাশৰ বাবে শিক্ষা অপৰিহাৰ্য। সেয়েহে সেই জাতিসত্তাক শিক্ষা প্ৰদান কৰাৰ ক্ষেত্ৰত এটা শ্ৰেণী বা এটা সংগঠনৰ যি ভূমিকা, সি সেই শ্ৰেণী/সংগঠনৰ মূল্যায়নতো এক বিশেষ স্থান পায়। সত্ৰই তেনে মূল্যায়নত কেনে স্থান পাব?

---

(৬৬) Dr. Monoroma Sharma : **Social and Economic Change in Assam: Middle Class Hegemony,** p. 137
(৬৭) Ibid, p. 96
(৬৮) Ibid, p. 154

ড° হীৰেন গোহাঁয়ে সত্ৰীয়া ব্যৱস্থাক উন্নততৰ সামন্তবাদ বুলি মানি ল'বলৈ অস্বীকাৰ কৰিছে। তেওঁৰ মতে এইটো এটা তাত্ত্বিক উপাখ্যান (myth) মাত্ৰ। তেওঁ আৰু কৈছে, *'সত্ৰাধিকাৰ সকলৰ বিপুল পাৰিবাৰিক ধন-বিভূতিও কেৱল সামাজিক মংগলৰ সামগ্ৰী নাছিল।'*[৬৯] তথ্যয়ো অৱশ্যে এই স্থিতিকে সাব্যস্ত কৰে।

এই কথা সঁচা যে সত্ৰাধিকাৰসকলে কেইখনমান বিদ্যালয় খুলিছিল আৰু আন কেইখনমানলৈ মোটা দান - বৰঙণি আগবঢ়াইছিল। তেওঁলোকে কিছু কল্যাণমূলক কামো কৰিছিল। আমি প্ৰথমতে সেইখিনিকে বিশ্লেষণ কৰি লওঁ।

দক্ষিণপাটৰ অধিকাৰ হৰিদেৱ গোস্বামীয়ে যোৰহাট কলেজ, কাকজান হাইস্কুল আৰু নামতি দ'ল হাইস্কুলৰ উপৰিও বিভিন্ন সামাজিক অনুষ্ঠানৰ বাবে উদাৰভাৱে দান-বৰঙণি আগবঢ়াইছিল। একেখন সত্ৰৰে আন এজন অধিকাৰ ৰমানন্দ দেৱগোস্বামীয়ে লাহিং হাইস্কুললৈ ডেৰ হাজাৰ টকা, কমলাবাৰী হাইস্কুললৈ ৪০ বিঘা মাটি দিয়াৰ উপৰিও কমলাবাৰী কলেজক আন এটি দানৰ প্ৰতিশ্ৰুতি দিয়াৰ উল্লেখ পোৱা যায়। তেওঁ বন্যাদুৰ্গত ৰাইজলৈও সাহায্য আগবঢ়াইছিল। কিন্তু তেওঁ দিয়া বৃহত্তম দান দুটা আছিল এনেধৰণৰ : (১) আন এখন সত্ৰলৈ পাঁচ হেজাৰ টকা, আৰু (২) চৰকাৰৰ চীনা যুদ্ধৰ পুঁজিলৈ ২,০২৫ টকা।

দক্ষিণপাটৰ অধিকাৰ নাৰায়ণদেৱ গোস্বামীয়ে মেৰাগড়ত যিখন বিদ্যালয় প্ৰতিষ্ঠা কৰিছিল, সেইখন কৰিছিল তেওঁৰ নিজৰ নামত ; আউনীআটীৰ অধিকাৰ কমলদেৱ গোস্বামীয়েও তেওঁৰ নিজৰ নামত এখন বিদ্যালয় প্ৰতিষ্ঠাৰ বাবে ৫,০০০ টকা দান কৰিছিল।

আন বিভিন্ন উপলক্ষ্যতো সত্ৰই দান-বৰঙণি দিয়াৰ উদাহৰণ আছে। উদাহৰণ স্বৰূপে আউনীআটীয়ে দত্তদেৱ গোস্বামীৰ আমোলত দুৰ্ভিক্ষগ্ৰস্তসকলৰ বাবে এহেজাৰ আৰু পুখুৰী এটা খন্দাৰ বাবে পাঁচশ টকা দান দিয়াৰ উল্লেখ পোৱা যায়। এনেবোৰ উদ্দেশ্যত আৰু কিছু দান-বৰঙণি সত্ৰসমূহে দিয়াৰ সম্ভাৱনা আছে। কিন্তু দীঘলীয়া আলোচনাৰ বাবে সেইবোৰ নিতান্ত নামনাচ আৰু ছেগাচোৰোকা বিধৰ।

অৱশ্যে সত্ৰসমূহত ভালেকিখন সংস্কৃত টোল আছিল। শিক্ষা-দীক্ষাৰ আন কেতবোৰ প্ৰবন্ধও কোনো কোনো সত্ৰত আছিল। কিন্তু সত্ৰাধিকাৰসকলে সমুদায় অসমীয়া ৰাইজ নালাগে, নিজৰ সমূহ শিষ্যক শিক্ষা দিয়াৰ কথা কাহানিও ভবা নাছিল। কামৰূপ জিলাৰ মহন্তসকলে চাৰি পাঁচবছৰ জুৰি আলোচনা বিলোচনা কৰাৰ অন্তত ১৯২৬ চনত এখন বিদ্যালয় প্ৰতিষ্ঠা কৰিছিল। এইখন আছিল গোস্বামী- আৰু মহন্ত সকলৰ পুত্ৰসকলৰ বাবে সংৰক্ষিত। (মন কৰক, গোস্বামী-মহন্তবো কেৱল পুত্ৰৰ বাবেহে, কন্যাৰ বাবে নহয়।) এই সংস্কৃত টোলখনৰ উদ্দেশ্য আছিল গোস্বামী-মহন্তৰ পুত্ৰসকলক সময়ত গুৰু হ'বৰ বাবে প্ৰস্তুত কৰা।[৭০]

সত্ৰবোৰৰ পৰিৱেশ এনেহে অৱদমনমূলক আৰু সংৰক্ষণশীল আছিল যে কমলাবাৰীৰ অধিকাৰ নাৰায়ণ চন্দ্ৰ গোস্বামীক তেওঁৰ শৈশৱত শিষ্যসকলে নিজেই বিদ্যালয়লৈ

(৬৯) ড° হীৰেন গোঁহাই : অসমৰ জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰা, দ্বিতীয় খণ্ড, পৃষ্ঠা ৫

(৭০) বাঁহীৰ সপ্তম বছৰ দশম সংখ্যা (১৯১৬)ত প্ৰকাশিত হলীৰাম মহন্তৰ প্ৰতিবেদন

যোৱাত বাধা আৰোপ কৰিছিল। তেওঁক ঘৰতে লিখা পঢ়া কৰিবলৈ বাধ্য কৰোৱা হৈছিল। নহ'লে জানোচা বিভিন্ন জাত-পাতৰ সান্নিধ্যলৈ আহি তেওঁৰ জাত যায়! কালক্ৰমত গোস্বামীয়েও সেই ঐতিহ্যকে বাহাল ৰাখি কেৱল উচ্চবৰ্ণৰ শিষ্যসকলৰ বাবে এখন সংস্কৃত টোলহে প্ৰতিষ্ঠা কৰিছিল।(৭১)

'অসমবন্তি' কাকতৰ ১৯০৩ চনৰ ৫ নবেম্বৰ সংখ্যাত কৰতিপাৰৰ সত্ৰাধিকাৰ জয়দেৱ গোস্বামীয়ে পৃষ্ঠপোষকতা কৰা সংস্কৃত টোল এখনৰ কথা প্ৰকাশ পাইছিল। টোলখনৰ ছাত্ৰ আৰু শিক্ষকৰ যিখন তালিকা তাত প্ৰকাশ পাইছিল, তাতেই ওলাই পৰিছিল যে সেইখন ব্ৰাহ্মণ ছাত্ৰৰ বাবে, কেৱল ব্ৰাহ্মণ শিক্ষকৰ দ্বাৰা, কেৱল সংস্কৃত শিকোৱাৰ অনুষ্ঠান। পৰিবৰ্তনৰ পছোৱা বতাহজাক ব'লিবলৈ লোৱাত কোনো কোনো সত্ৰাধিকাৰে অৱশ্যে ইংৰাজী শিক্ষালৈও মন মেলিছিল। উদাহৰণ স্বৰূপে যোৰহাটৰ মুকলিমূৰীয়া সত্ৰৰ অধিকাৰ কীৰ্তিচন্দ্ৰ গোস্বামীয়ে হেমচন্দ্ৰ গোস্বামীলৈ লিখা চিঠিখনৰ কথাই ক'ব পাৰি। সেই চিঠিত সাহিত্যিকজনে আন বিষয়ৰ লগতে ইংৰাজীত পঢ়ুৱা বিদ্যালয় খোলাৰ প্ৰচেষ্টাক ওলগ জনোৱা হৈছিল। জ্ঞানৰ এনে স্পৃহা নিঃসন্দেহে আদৰণীয়। কিন্তু তথাপিও এই কথা আমি আওকাণ কৰিব নোৱাৰো যে অধিকাৰজনে এনে বিদ্যালয়ে কেৱল গোস্বামী, ব্ৰাহ্মণ আৰু মহন্ত ছাত্ৰকহে উপকৃত কৰাটো বিচাৰিছিল। তাতোকৈ গুৰুত্বপূৰ্ণ কথাটো হ'ল এই যে অধিকাৰজনে বৰ্ণাশ্ৰম (জাতি-বৰ্ণ বিভাজন ব্যৱস্থা) ৰ ৰক্ষক স্বয়ং ভগবানে হেমচন্দ্ৰ গোস্বামীৰ শিক্ষাৰ আচঁনিখন ফলপ্ৰসূ কৰক বুলি প্ৰাৰ্থনা কৰিছিল। ইয়াৰ সৰল অৰ্থটো আছিল শিক্ষাক বৰ্ণহিন্দুসকলৰ বাবেই সংৰক্ষণ কৰা; নিম্নবৰ্ণসমূহক কৰা চিৰবঞ্চিত।(৭২)

এহিমানৰ কথাখিনি এহিমানে এৰি আমি এতিয়া পুনৰ ড° মনোৰমা শৰ্মাই তোলা প্ৰসংগটোলৈ ঘুৰি যাওঁ। কিমানজন ব্যক্তিক সত্ৰই শৈক্ষিক ভাবে পৃষ্ঠপোষকতা কৰিছিল? এই প্ৰশ্নৰ আমাৰ উত্তৰ ঃ নিতান্ত নগণ্যসংখ্যকক। দক্ষিণপাটে জনৈক দেৱেশ্বৰ চলিহাক কলিকতাত আইন পঢ়িবলৈ পৃষ্ঠপোষকতা কৰিছিল আৰু আন কেইজনমান ছাত্ৰকো একেধৰণে সহায় কৰিছিল।(৭৩) আউনীআটীৰ অধিকাৰ দত্তদেৱ গোস্বামীয়ে দুটা সোণৰ পদক প্ৰদান কৰিছিল। তাৰে এটা এন্ট্ৰেন্স পৰীক্ষাত প্ৰথম স্থান প্ৰাপ্ত ছাত্ৰজনক দিয়া হৈছিল, আৰু আনটো এটা ৰচনা প্ৰতিযোগিতাৰ শ্ৰেষ্ঠ প্ৰতিযোগীজনক দিয়া হৈছিল। দুয়োটাই নিঃসন্দেহে প্ৰশংসনীয় পদক্ষেপ আছিল, কিন্তু ছাত্ৰজনে ইয়াৰ জৰিয়তে প্ৰতীকী অৰ্থত উৎসাহ পালেও তেওঁ কোনো বিত্তীয় সমৰ্থন লাভ কৰা নাছিল।

যি কি নহওক মহান সমাজ সংস্কাৰক পীতাম্বৰ দেৱগোস্বামীয়ে কাৰ্বি আংলঙত বিশখন বিদ্যালয় প্ৰতিষ্ঠা কৰাৰ উপৰিও নগাওঁ আৰু জাঁজীত দুখন সংস্কৃত টোল আৰু সত্ৰতে ঋষি বিদ্যালয়ো প্ৰতিষ্ঠা কৰিছিল। অসমৰ ৰাজ্যপাল চাৰ জন কাৰৰ এটা প্ৰশ্নৰ উত্তৰত গোস্বামীয়ে কৈছিল যে তেওঁৰ প্ৰস্তাৱিত বিদ্যালয়খনে প্ৰথমতে ৫০/৬০ জন আৰু পাছলৈ

(৭১) নাৰায়ণ চন্দ্ৰ গোস্বামী ঃ সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা, পৃ ১০৪১-২
(৭২) বেণুধৰ শৰ্মা ৰচনাৱলী ঃ টোকোৰা বাহৰ কুটা, পৃ. ২৬৭
(৭৩) দক্ষিণপাট সত্ৰ, পৃ. ৮৫

১০০/১৫০ ছাত্ৰক শিক্ষা দিব। যাইকৈ ব্ৰাহ্মণ-মহন্ত ছাত্ৰ ইয়াত থাকিলেও আন সকলো সম্প্ৰদায়ৰ বাবে বিদ্যালয়খনৰ দুৱাৰ খোলা থাকিব বুলি গোস্বামীয়ে ঘোষণা কৰিছিল।[৭৪] আমি দোহাৰিব খোজোঁ যে পীতাম্বৰ দেৱগোস্বামী আছিল এক সম্মানজনক ব্যতিক্ৰম। এবাৰ তেওঁ যেতিয়া সত্ৰৰ বিদ্যালয় এখনত সৰস্বতী পূজাত মিচিং ছাত্ৰক বাৰাণ্ডাত বেলেগে প্ৰসাদ দিয়া দেখিছিল, গৰ্জি উঠিছিল। তেওঁ সমস্ত উচ্চ বৰ্ণৰ ছাত্ৰ শিক্ষকক মিচিং ছাত্ৰসকলৰ সৈতে একেলগে খাবলৈ বাধ্য কৰিছিল। পীতাম্বৰ দেৱগোস্বামীৰ দৰে যদি আৰু কেইজনমান সত্ৰাধিকাৰ থাকিলেহেঁতেন, তেতিয়া হ'লে হয়তো অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ এই অধ্যায়টো বেলেগকৈ লিখিব লগা হ'লহেঁতেন।

সত্ৰৰ শৈক্ষিক বৰঙণিৰ লগত আমি যদি মিশ্যনেৰীসকলৰ শৈক্ষিক বৰঙণিৰ তুলনা কৰোঁ, আমি চমৎকৃত হওঁ। সাতসাগৰৰ সিপাৰৰ পৰা অহা খ্ৰীষ্টিয়ান মিশ্যনেৰীসকল অসমৰ সমাজ সংস্কৃতিৰ লগত পৰিচিত নাছিল। তথাপিও তেওঁলোকে শৈক্ষিক দিশত সত্ৰীয়া সম্প্ৰদায়তকৈ বেছি বৰঙণি যোগাইছিল। তলৰ তালিকাখনেই সেইকথা প্ৰমাণ কৰিব ঃ

## তালিকা নং ১[৭৫]

| ১৮৯৬-৯৮ চনত মিশ্যনেৰীসকলৰ দ্বাৰা প্ৰতিষ্ঠিত বিদ্যালয় | | | |
|---|---|---|---|
| বিদ্যালয়ৰ সংখ্যা | ১২০ | ছাত্ৰৰ সংখ্যা | ২৬৩৮ |
| দেওৰৰীয়া বিদ্যালয় | ১০৫ | ছাত্ৰৰ সংখ্যা | ৪১৪৮ |
| মুঠ বিদ্যালয়ৰ সংখ্যা | ২২৫ | মুঠ ছাত্ৰৰ সংখ্যা | ৬৭৮৬ |

অসমত মিশ্যনেৰী কামকাজৰ প্ৰথম পৰ্বতে ২২৫ খন বিদ্যালয় আৰু ৬৭৮৬ জন ছাত্ৰৰ পৰিসংখ্যা কিটাই নিশ্চয় প্ৰশংসাৰ দাবী ৰাখে। আমেৰিকান বেপিষ্ট মিশ্যনৰ সদস্যা পি. এইচ. মুৰেই কৈছে ঃ

*School work is a very necessary part of our work in Assam, for we labour among very illiterate people.* ***As a rule, it is true that among tea garden coolies, among Garos, among Nagas and among Mikirs, among Rabhas, to say nothing about Duphalas, there were no schools except our Missionary schools.***[৭৬] (গুৰুত্ব আমাৰ)

(৭৪) গংগাধৰ হাজৰিকা ঃ মহাপুৰুষ শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ পৃ. ১২০

(৭৫) Mrs. P H Moore in **Twenty years in Assam**, American Baptist Missionaries Union (ABMU)

(৭৬) Ibid

আমাৰ এই প্ৰশংসাৰ অৰ্থ এইটো নহয় যে খ্ৰীষ্টিয়ান মিশ্যনেৰীসকলে সততে ব্ৰিটিছ সাম্ৰাজ্যবাদৰ পৰা লাভ কৰা পৃষ্ঠপোষকতাৰ কথা আমি পাহৰি গৈছোঁ। কিন্তু তথাপিও এই কথা ব্যাখ্যা কৰা টান সত্ৰইনো নিজৰ সমাজৰ বাইজখনক শিক্ষিত কৰি তোলাত শোচনীয়ভাবে ব্যৰ্থ হ'ল কিয় ? কাৰণ সত্ৰয়োতো ব্ৰিটিছৰ পৃষ্ঠপোষকতা কম পোৱা নাছিল। সেয়েহে ৰাষ্ট্ৰৰ সমৰ্থন নোপোৱা বাবে সত্ৰই ৰাইজক শিক্ষিত কৰিব নোৱাৰিলে বোলা যুক্তিটো কোনো পধ্যেই ঢোপত নিটিকে।

সত্ৰসমূহক ব্ৰিটিছে ভূমিদান দিয়াৰ (অথবা নবীকৰণ কৰাৰ) উপৰিও সত্ৰাধিকাৰ সকলে সাধাৰণতেই ব্ৰিটিছ (বা আন যিকোনো শাসক) ৰ লগত ঘনিষ্ঠ সম্পৰ্ক উপভোগ কৰাৰ তথ্য পোৱা যায়। তথ্যবোৰ এনে ধৰণৰ ঃ

১৯২০ চনত ভাৰতত বৰলাট লৰ্ড চেমচ্‌ফ'ৰ্ড অসমলৈ আহিছিল। বিশেষকৈ সত্ৰাধিকাৰ সকলক স-সম্মানে সাক্ষাৎ কৰাৰ উদ্দেশ্যেৰেই তেওঁ মাজুলীৰ কমলাবাৰীত এখন দৰবাৰ পাতিছিল। চাৰিসত্ৰীয়া (আউনীআটী, গড়মূৰ, দক্ষিণপাট, কমলাবাৰী) অধিকাৰসকলে বৰলাটক সোণালী আখৰেৰে লিখা সম্বৰ্দ্ধনা পত্ৰ সোণৰ চুঙাত ভৰাই অৰ্পণ কৰিছিল। বিদেশী শাসকৰ বিৰুদ্ধে প্ৰবল জন প্ৰতিবাদ নেওচি এই সম্বৰ্দ্ধনা প্ৰদান কৰা হৈছিল। ১৯২০ চনৰ ২ নবেম্বৰত অনুষ্ঠিত যোৰহাটৰ এখন জনসভাই ব্ৰিটিছ বৰলাটক আদৰণি জনোৱাৰ ক্ষেত্ৰত মাজুলীৰ গোঁসাইসকলৰ এনে ভূমিকাত গভীৰ দুখ প্ৰকাশ কৰিছিল। সেই সভাই লক্ষ্য কৰিছিল যে ঃ

*The money given by disciples for religious observance was being wasted........*

সভাইপ্ৰস্তাৱমৰ্মে গোঁসাইসকলক তেনেকামৰ পৰা বিৰত থাকিবলৈও আহ্বান জনাইছিল।[৭৭] সত্ৰাধিকাৰসকলে অৱশ্যে ৰাইজৰ এনে অনুভূতিৰ প্ৰতি কোনো সম্মানেই দেখুৱা নাছিল। দৰবাৰৰ জৰিয়তে বৰলাট চেমচ্‌ফ'ৰ্ডে এই ৰাজনৈতিক বাণীটো প্ৰেৰণ কৰিব বিচাৰিলে ঃ

*এতিয়াহে মই প্ৰকৃত পুৰণি অসমৰ অন্তৰত সোমাইছোঁহি। আপোনাসকলৰ ৰাজভক্তি ভৰা অভ্যৰ্থনাত মই সঁচাকৈয়ে মুগ্ধ হৈছোঁ। ব্ৰিটিছ শাসক আৰু মাজুলীৰ ধৰ্মগুৰুসকলৰ ভিতৰত যি মিলা প্ৰীতি আৰু আদৰ সম্ভাষণ দেখিবলৈ পাইছোঁ সেই সম্ভাৱ আজিৰ নহয় কেইবা শতাব্দী ধৰি অতীতৰ পৰা চলি আহিছে। ... মহাৰাজ ৰুদ্ৰসিংহই আউনীআটী গোসাঁইত শৰণ লোৱা ২৫০ বছৰমান হৈছে। তেতিয়াৰ পৰা আজিলৈকে আহোমৰাজ আৰু আহোমৰ পিছৰ ব্ৰিটিছ ৰাজৰ লগত গোসাঁইসকলৰ স্বভাৱ আৰু স্নেহপ্ৰীতি একে ভাৱেই চলি আহিছে। ধাৰ্মিক আহোম ৰজাসকলে অমংগল উৎপাৎ আৰু অন্যান্য বিপদ বিঘিনিৰ পৰা হাত সাৰিবলৈ গোসাঁইসকলক যিৰূপে ৰক্ষাকৱচ দিছিল আৰু সেই ৰজাসকলে নিষ্কৰ বা অৰ্দ্ধ-নিষ্কৰকৈ যিবোৰ ভূমি সম্পত্তি দান কৰিছিল, সেইবোৰকে এতিয়াও ব্ৰিটিছৰাজে*

---

(৭৭) Political History of Assam, Vol II, P. 11

*অনুমোদন কৰি চিৰস্থায়ীকৈ ৰাখিছে। তাৰ পৰিবৰ্তে সীমান্তত হোৱা কিবা এটা বিদ্ৰোহ দমাবলৈ যেতিয়াই কিবা এটা অভিযান পঠিৱা হয়, তেতিয়াই গোসাঁইসকলে হাতী, মানুহ, নাও-দুনি, বহুদপাতি আদি যুদ্ধৰ যাৱতীয় সমল যোগান ধৰি চৰকাৰক সহায় কৰি আহিছে। এইবোৰ অত্যাৱশ্যকীয় বস্তু যোগোৱাৰ উপৰিও সাধু-গোসাঁইসকলে পুৰুষানুক্ৰমে চৰকাৰৰ কল্যাণৰ অৰ্থে মনে-চিতে আশীৰ্বাদ দি থকাটোও উল্লেখযোগ্য।* (৭৮) (গুৰুত্ব চিন আমাৰ)

ব্ৰিটিছ বৰলাটৰ এই মুকলি উক্তিয়ে এই কথা দেখদেখকৈ প্ৰমাণ কৰিছে যে (১) ব্ৰিটিছে বহু যুগ ধৰি, প্ৰজন্মৰ পাছত প্ৰজন্ম জুৰি, সত্ৰাধিকাৰসকলৰ আনুগত্য উপভোগ কৰিছিল। (২) ব্ৰিটিছে সত্ৰক প্ৰদত্ত ভূমি চিৰস্থায়ীভাৱে অনুমোদন জনাইছিল আৰু (৩) সত্ৰাধিকাৰসকলে কাষৰীয়া মুক্তমনা জনজাতিসকলক দমন কৰাৰ ক্ষেত্ৰত ব্ৰিটিছক সক্ৰিয় সহযোগ কৰিছিল। সত্ৰৰ এনে স্থিতিৰ পৰিপ্ৰেক্ষিতত অসমীয়া জাতি গঠনৰ ক্ষেত্ৰত ইয়াৰ ব্যৰ্থতা অৱশ্যম্ভাৱী আছিল। কাৰণ এই জংগী জনজাতিসকলে তেওঁলোকৰ স্বাধীনতা হৰণকাৰী তথা দমনকাৰী ব্ৰিটিছৰ সহযোগী সত্ৰাধিকাৰসকলৰ ওপৰত আস্থা নৰখাটোৱেই স্বাভাৱিক আছিল। দৰাচলতে ভিন ভিন সময়ত ঘাই -ঘাই সত্ৰসমূহত পদাৰ্পণ কৰা ব্ৰিটিছ আৰু কংগ্ৰেছ ('৪৭ চনৰ পাছত) বিষয়ববীয়াসকলৰ তালিকা এখন যদি যুগুতোৱা হয়, তেনেহলে দেখা যাব, যে সেইখন অসমৰ ৰাজনীতিৰ সৰ্বময় কৰ্তাসকলৰে তালিকা। এনে ব্ৰিটিছ বিষয়াসকলৰ ভিতৰত আছিল ৰাজ্যপাল চাৰ এণ্ড্ৰু ক্ৰু, শিৱসাগৰৰ উপায়ুক্ত টি.টি.এচ. হেইলী, মুখ্য আয়ুক্ত চাৰ হেনৰী কটন, বৰলাট লৰ্ড কাৰ্জন (যি দক্ষিণপাটক এযোৰ ৰূপৰ কোষা- অৰ্ঘা অৰ্পণ কৰিছিল), চাৰ বেম্পফিল্ড ফুলাৰ, মুখ্য আয়ুক্ত চাৰ আৰ্কডেল আৰ্ল, শিৱসাগৰৰ উপায়ুক্ত চাৰ কেইথ কেণ্টলি, কেপ্টেইন ডেভিড স্কট, আৰু উপায়ুক্ত ডব্লিউ বেকেট , মেথী, জন পিটাৰ বেড, মুখ্য আয়ুক্ত জেনকিন্স, অফিচিয়েটিং কালেক্টৰ এনচাইন টি. ব্ৰডী... অৰ্থাৎ প্ৰায় প্ৰতিজন গুৰুত্বপূৰ্ণ ব্ৰিটিছ বিষয়াই। তেওঁলোকৰ কোনোবাই সত্ৰলৈ আগবঢ়াইছিল নগদ টকা,আন কোনোবাই আন আন মূল্যবান সামগ্ৰী। জেনকিন্সে আনকি আউনীআটীক এখন সম্পূৰ্ণ নতুন সত্ৰই সজাই দিছিল। ১৯০১ চনত দক্ষিণপাটৰ সত্ৰাধিকাৰক ব্ৰিটিছ চৰকাৰে কাইচাৰ -ই - হিন্দ উপাধি প্ৰদান কৰিছিল। এই তথ্যবোৰে প্ৰমাণ কৰে যে অন্ততঃ প্ৰধান সত্ৰাধিকাৰসকল সাধাৰণতে ব্ৰিটিছ পৃষ্ঠপোষকতাৰ পৰা বঞ্চিত হোৱা নাছিল। এতেকে তেওঁলোকে ইচ্ছা কৰা হ'লে খ্ৰীষ্টিয়ান মিশ্যনেৰীসকলৰ দৰে শৈক্ষিক দিশত বৰঙণি আগবঢ়াব পাৰিলহেঁতেন। কিন্তু তেওঁলোক খুবেই ব্যস্ত আছিল কেতবোৰ নিতান্তই পাৰ্থিব বিষয়ত, ৰাইজক সেৱা কৰাৰ সদিচ্ছা তেওঁলোকে হেৰুৱাই পেলাইছিল।

## সাংস্কৃতিক অৱদান

এই কথা অনস্বীকাৰ্য যে সিবিলাকৰ সাংস্কৃতিক প্ৰচাৰৰ জৰিয়তে সত্ৰবিলাকে লাখ লাখ ৰাইজক আকৃষ্ট কৰিছিল। ভাওনা আৰু বৰগীত আছিল ধৰ্মীয় বিষয়ত ৰাইজক শিক্ষা

(৭৮) কমলাবাৰী দৰবাৰত লৰ্ড চেমচফৰ্ডৰ ভাষণ, আউনীআটী সত্ৰৰ বুৰঞ্জীৰ পৰা উদ্ধৃত, পৃষ্ঠা ২৯৭-৯৮

দিয়াৰ বাবে উপযুক্ত মাধ্যম। আমি যদি হিচাবত কমকৈও ধৰোঁ, তথাপি অসমত অন্ততঃ ১০,০০০ নামঘৰ আছে , আৰু আছে কমেও ৫০০ খন সত্ৰ। যদিহে এই নামঘৰ আৰু সত্ৰসমূহে বছৰত দুখনকৈও ভাওনা কৰে বুলি ধৰা হয়, তেনেহ'লেও বছৰত ২১,০০০ খন ভাওনা অনুষ্ঠিত হয়। ইমানবোৰ ভাওনাত ভাৱৰীয়া আৰু দৰ্শক হিচাপে উপস্থিত ৰাইজৰ সংখ্যাটো কল্পনা কৰি চাওকচোন। ড. সূৰ্যকুমাৰ ভূঞাই এনেই কোৱা নাছিল যে অসমীয়া মানুহ নিৰক্ষৰ হ'ব পাৰে, কিন্তু তেওঁলোক অশিক্ষিত নহয়। সঁচাই সত্ৰ আৰু নামঘৰসমূহে অসমৰ গ্ৰামাঞ্চলত এক সাংস্কৃতিক পৰিবেশৰ ৰচনা কৰিছিল।

কিন্তু এই পৰিবেশ আজি আৰু নাই। সত্ৰসমূহে ভাওনাত নতুন বিষয়বস্তু, কলাকৌশল প্ৰৱৰ্তন কৰিব পৰা নাই। ধৰ্মীয় আৰু পৌৰাণিক বিষয়বস্তুৱে নতুন প্ৰজন্মক আজি আৰু আকৰ্ষিত কৰিব নোৱাৰে। সত্ৰীয়াসকলে তেওঁলোকৰ সংস্কৃতিক সত্ৰৰ সংকীৰ্ণ পৰিসৰৰ পৰা বাহিৰ উলিয়াবও নোৱাৰিলে। অৱশ্যে একেখন সত্ৰৰ পৰা(কমলাবাৰী) ওলাই অহা তিনিজন সত্ৰীয়া শিল্পী মণিৰাম বায়ন আতৈ, ৰসেশ্বৰ শইকীয়া বৰবায়ন, আৰু বাপুৰাম বায়ন, এখেতসকলে সংগীত নাটক একাডেমীৰ পুৰস্কাৰ লাভ কৰিছিল। তদুপৰি কমলাবাৰীৰ সাংস্কৃতিক দলে তেতিয়াৰ ভাৰতৰ(অসমীয়া) ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমেদৰ সৌজন্যত দিল্লী আদি ঠাইৰ বাহিৰেও সুদূৰ ইন্দোনেচিয়াতো সত্ৰীয়া সংস্কৃতি প্ৰদৰ্শন কৰিছিলগৈ; সৰ্বত্ৰ উচ্চ প্ৰশংসিত হৈছিল সেই কাৰ্যসূচী। কিন্তু আমোদজনক তথা উদ্বেগজনকভাৱে সত্ৰীয়া সংস্কৃতিৰ জনপ্ৰিয়কৰণৰ এই প্ৰচেষ্টাৰ বিৰুদ্ধে প্ৰতিবোধো আহিছিল সত্ৰৰ ভিতৰৰ পৰাই। কমলাবাৰীৰ অধিকাৰ নাৰায়ণ চন্দ্ৰ গোস্বামীয়ে যেতিয়া শংকৰদেৱে লিখা ৰামবিজয় নাটক খন সংক্ষিপ্তকৰণ কৰি মঞ্চোপযোগী কৰি ল'ব খুজিছিল, তেতিয়া তেওঁৰ নিজা শিষ্যসকলেও আনকি তাৰ বিৰোধিতা কৰিছিল। এজন শিষ্যইতো অধিকাৰৰ মুখে মুখেই খাৰাংখাচ কৈ দিছিল যে এয়া ধৰ্মদ্ৰোহী-শাস্ত্ৰদ্ৰোহী কথা। কমলাবাৰীৰ সাংস্কৃতিক দলটোৰ বিৰুদ্ধেও অন্তৰ্ঘাতৰ কাম চলি থাকিল। একাংশই পাতিবলৈ লাগিল যে শংকৰদেৱ জীয়াই থকা হ'লে সত্ৰৰ সম্পদ এনেকৈ বাহিৰলৈ উলিয়াই নিবলৈ কেতিয়াও নিদিলেহেঁতেন। আন একাংশই অধিকাৰজনক কুৰি শতিকাৰ বৃহত্তম কলংক আৰু ঈশ্বৰদ্ৰোহী বুলি আখ্যা দিবলৈও পাছ নুহুঁহকিলে।[৭৯] নিজৰ পাছচোতালতে এনে প্ৰতিক্ৰিয়াশীল শক্তি সক্ৰিয়হৈ থকা বাবে মুষ্টিমেয় যি দুই এখন সত্ৰই সত্ৰীয়া লেটাটোৰ পৰা বাহিৰ ওলাইছিল, সিবিলাকেও বৰ বিশেষ উল্লেখনীয় বৰঙণি আগবঢ়োৱাৰ ক্ষেত্ৰত বাধাগ্ৰস্ত হ'ল। জাতিগঠনৰ আহিলা হিচাপে সংস্কৃতিক ব্যৱহাৰৰ ধাৰণাটো অৱশ্যে সত্ৰাধিকাৰসকলৰ মনে - চিতেও নাছিল।

জনৈক পাৰদৰ্শী সত্ৰীয়া শিল্পীয়ে সত্ৰীয়া সংস্কৃতি আধুনিক সময়ত কিয় সফল নহ'ল সেই সম্পৰ্কে এটা আকৰ্ষণীয় ব্যাখ্যা আগবঢ়ায়।[৮০] তেওঁৰ মতেই যিহেতু লোক সংস্কৃতিৰ ওপৰত দৃঢ়ভাৱে আধাৰিত নাছিল, সেয়েহে মাটিৰ লগত ইয়াৰ সংযোগ আছিল

---

(৭৯) সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা

(৮০) দেশৰ বিভিন্ন প্ৰান্তত সত্ৰীয়া সংস্কৃতি প্ৰদৰ্শন কৰা তিলেশ্বৰ মহন্ত নিজেও এজন সত্ৰীয়া তথা ভাৰত চৰকাৰৰ গীত আৰু নাট বিভাগৰ শিল্পী।

দুৰ্বল। ধৰ্মীয় উপযোগিতা কমি অহাৰ লগে লগে ইয়াৰ আবেদন সেয়ে টুটি আহিল। তাৰ বিপৰীতে তেওঁ মণিপুৰৰ লাই -হাৰাওবাৰ উদাহৰণ দি কয় যে ইয়াক ধ্ৰুপদী স্তৰলৈ উন্নীত কৰা হ'লেও ইয়াৰ শিপা আছে মণিপুৰৰ লোকসংস্কৃতিৰ গভীৰত। সেয়েহে লাই হাৰাওবা আজিও ইমান সুদৃঢ়, ইমান জনপ্ৰিয়। চমুকৈ ক'বলৈ গ'লে পিৰামিডটোৰ ভেটি যিমান বহল হ'ব,তাৰ চূড়াও সিমানে ওপৰলৈ যাব। সত্ৰীয়া সংস্কৃতিৰ সীমাবদ্ধতাৰ কাৰণো ইয়াতেই নিহিত আছে। সেয়েহে এইকথাত আচৰিত হ'বলগীয়া নাই যে এই সংস্কৃতিয়ে বিভিন্ন বিচিত্ৰ জনগোষ্ঠীবোৰক একত্ৰিত কৰি এটা জাতিৰূপে সাঁচ দিয়াত ব্যৰ্থ হ'ল।

## বহুধাবিভক্ত সত্ৰ ঃ শতধাবিভক্ত বাইজ

অসম সত্ৰ সংঘৰ অন্যতম কৰ্ণধাৰ মোহন চন্দ্ৰ মহন্তই চাৰি সংহতিত বিভক্ত সত্ৰসমূহে পৰম্পৰৰ মতিতে হাই-কাজিয়া, বোকা ছটিবাছটি, কুৎসাৰটনাত ব্যস্ত থাকি সকলোৰে কল্যাণৰ কাৰণে কিবা কৰাৰ ক্ষমতা হেৰুৱাই পেলাইছিল বুলি আক্ষেপ কৰিছে।[৮১]

গড়মূৰ অধিকাৰ পীতাম্বৰ দেৱ গোস্বামীয়ে এনে বিভাজন আঁতৰাই সত্ৰসমূহক জাতিটোৰ এক অগ্ৰণী উপাদানত পৰিণত কৰাৰ মানস কৰিছিল। কিন্তু কামটো মুঠেও সহজ নাছিল। এটা ৰাজহুৱা অনুষ্ঠানত তেওঁ যেতিয়া আউনীআটী আৰু দক্ষিণপাটক লগ কৰিলে, তেতিয়া তেৰাসবে গড়মূৰৰ কথা শুনিবলৈকে নাৰাজ হ'ল, তেওঁ তেওঁৰ মহাপৰিকল্পনাৰ খচৰাখনকে তেৰাসবক দেখুৱাব নোৱাৰিলে ঃ

*'কি কাৰণত ক'ব নোৱাৰিলোঁ- আপোনালোকে মোৰ কথা কে'যাৰ শুনিবলৈ মান্তি নহ'ল।'*[৮২] সত্ৰীয়া সৰ্বময় কৰ্তাসকল আৰু তেওঁলোকৰ নামনাচ শিষ্য- প্ৰশিষ্য সকলৰ অসহযোগিতাৰ ফলত ১৯২৩ চনত পীতাম্বৰ দেৱ গোস্বামীয়ে প্ৰতিষ্ঠা কৰা অসম সন্ত সন্মিলনেও আশানুৰূপ সহাঁৰি নাপালে। অধিকাৰসকলৰ চাৰিভাগৰ তিনিভাগেই সন্মিলনত উপস্থিত থকাৰ পৰা বিৰত থাকিল। কিন্তু এয়া কেৱল নিষ্ক্ৰিয় অনুপস্থিতিয়েই নাছিল। নেতৃস্থানীয় অধিকাৰসকলে উদাৰমনা গড়মূৰ অধিকাৰক নিজৰ আসনৰ পৰা উৎখাৎ কৰিবলৈও ষড়যন্ত্ৰত লিপ্ত হ'ল। আউনীআটী অধিকাৰে কুৰুৱাবাহী অধিকাৰলৈ গোপন চিঠি লিখি তেওঁক অনুৰোধ কৰিলে এখন দলিলত চহী কৰিবলৈ, যিখনৰ জৰিয়তে গড়মূৰ-অধিকাৰক পদত্যাগ কৰিবলৈ বাধ্য কৰিব পৰা যাব। গোপন সেই চিঠিত লিখা হ'ল ঃ

*বিশেষ গড়মূৰীয়াই চাৰি সত্ৰৰ ধৰ্মপন্থ অতিক্ৰম কৰি নানা ৰূপ ব্যভিচাৰ কাৰ্য কৰি চাৰি সত্ৰৰ ধৰ্মত মহৎ ব্যাঘাত জন্মোৱাত ও চাৰি সত্ৰীয়াৰ কুল মতে নচলি চাৰি সত্ৰীয়াৰ মান মৰ্য্যাদাত ব্যাঘাত জন্মোৱা গতিকে তেওঁক অধিকাৰ পদৰ পৰা অৱসৰ দিয়া আৱশ্যক হৈছে। ইত্যাদি কাৰণত তেওঁক অৱসৰ দি অন্য এজনক প্ৰতিষ্ঠা কৰিবৰ কাৰণে দৰ্খাস্ত তৈয়াৰ কৰি*

---

(৮১) মোহন চন্দ্ৰ মহন্ত ঃ অসম সত্ৰ সংঘ, পৃষ্ঠা ৮

(৮২) ২৫-১১-১৯২০ তাৰিখত আউনীআটী আৰু দক্ষিণপাট অধিকাৰদ্বয়লৈ পীতাম্বৰ দেৱ গোস্বামীৰ চিঠি; উৎস ঃ মহাপুৰুষ শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ, পৃ ৫৬-৮

*পঠোৱা হৈছে। তাতে এটি চহী কৰি পঠাব লাগে। ভয়ৰ কোনো কাৰণ নাই, ইয়াৰ দ্বাৰা গভৰ্ণমেণ্টৰ প্ৰিয়পাত্ৰহে হ'ব। কাৰণ তেওঁ গভৰ্ণমেণ্টৰ বিৰোধী নন-কো-অপাৰেছনত যোগ দিয়া বাবে তেওঁক আটক কৰিবলৈ উদ্যোগ হৈছে বুলি জনা গৈছে। ইয়াৰ ভিতৰতে আমি এখন দৰ্খাস্ত দি সত্ৰখন চাবি সত্ৰীয়াৰ বাহুনিৰ ভিতৰত ৰাখিলে ভৱিষ্যতলৈ আমালোকৰ বিশেষ সুবিধা ৰ'ব।'*[৮৩]

ইয়াৰ আগতেও ১৯১১ চনতো, আউনীআটী সত্ৰৰ অধিকাৰ কমলদেৱ গোস্বামীয়ে শিৱসাগৰ জিলাৰ ব্ৰিটিছ উপায়ুক্ত মেজৰ প্লে'ফেয়াৰ চাহাবলৈ দৰ্খাস্ত দিছিল যেন গড়মূৰ অধিকাৰ পীতাম্বৰদেৱ গোস্বামীক প্ৰস্তাবিত দৰবাৰ এখনলৈ নিমন্ত্ৰণ নকৰে। সেই দৰ্খাস্তৰ সহাঁৰিতে ব্ৰিটিছ উপায়ুক্ত জনে গড়মূৰৰ নিমন্ত্ৰণ বাতিল কৰিছিল।[৮৪]

যদিও সংশ্লিষ্ট বিষয়টো ৰাজনৈতিক আছিল, তথাপি এনেকৈ ভাবিলে ভুল হ'ব যে সত্ৰাধিকাৰসকলে কেবল ৰাজনৈতিক প্ৰশ্নতহে বিভক্ত আছিল। চাবি সংহতি বিভাজনৰ উপৰিও জাতি - বৰ্ণ, শ্ৰেণী(সত্ৰসমূহৰ সা- সম্পত্তিৰ বিবেচনাত), ৰজাঘৰৰ লগত সু- সম্পৰ্ক/ কু- সম্পৰ্ক আৰু অন্যান্য সৰু সুৰা বিষয়তো সত্ৰবিলাকৰ মাজত বিভাজন আছিল। উদাহৰণস্বৰূপে গড়মূৰ অধিকাৰ পীতাম্বৰ দেৱ গোস্বামীয়ে যেতিয়া আউনীআটীৰ নতুন অধিকাৰ লীলাকান্ত দেৱ গোস্বামীক নিৰ্মালি(সত্ৰীয়া পৰিভাষাত ইয়াৰ অৰ্থ কাৰ্যভাৰ অৰ্পণ) দিবলৈ গৈছিল, তেতিয়া গড়মূৰ অধিকাৰ আৰু তেওঁৰ শিষ্যসকলক ন্যূনতম আতিথেয়তাৰ পৰাও বঞ্চিত কৰা হৈছিল। তাৰ কাৰণ আছিল আউনীআটীৰ নিজৰেই অধিকাৰ আৰু ডেকাঅধিকাৰৰ নেতৃত্বাধীন দুটা ফৈদৰ মাজত তীব্ৰ কন্দল।[৮৫]

এনে ধৰণৰ গৃহকন্দল অৱশ্যে কেবল আউনীআটীৰেই একচেতিয়া বিশেষত্ব নাছিল। বেণুধৰ শৰ্মাই ১৮২৬ চনৰ পৰা ১৮৩০ চনলৈকে চলা এনে কেতবোৰ সত্ৰীয়া মামলা - মোকৰ্দমাৰ নথি পত্ৰ সংগ্ৰহ কৰিছিল। সেই দলিল - দস্তাবেজ বিলাকৰ মতে ৰামদাস বোলা মুক্তিয়াৰ এজনে নগাঁও বৰঘৰা সত্ৰৰ অধিকাৰৰ বাবটোৰ সম্পৰ্কত ঘিণাই বৰফুকনৰ দৰবাৰত এটা গোচৰ দিছিল। বৰফুকনৰ আদালতে গুচৰীয়া পক্ষ অৰ্থাৎ দক্ষিণপাট সত্ৰাধিকাৰৰ পক্ষে আৰু পদকীয়া পক্ষ অৰ্থাৎ পদুমৰীয়া সত্ৰৰ সত্ৰাধিকাৰৰ বিপক্ষে ৰায় দিয়ে। এই ৰায়ত পদকীয়া পক্ষ সন্তুষ্ট নহ'ল। পদুমৰীয়া নাতি গোস্বামীয়ে (তেওঁৰ পৰবৰ্তী প্ৰজন্মৰ) পৰবৰ্তী বৰফুকন বাপুৰামৰ আদালতত ১৮৩০ চনত পুনৰ আবেদন জনালে। এইবাৰো পদকীয়া হাৰিলত অৱশেষত দক্ষিণপাটে বৰঘৰাৰ দখল চমজি ল'লে।

কমলাবাৰীও সত্ৰও এনে বিষয় - বৈভৱ আৰু বিষয় - বাব লৈ ঘটা কন্দলৰ পৰা মুক্ত নাছিল। এই সত্ৰৰ অধিকাৰ লক্ষ্মীকান্ত দেৱ গোস্বামীয়ে (১৮৩৩ - ১৯০৯ খৃষ্টাব্দ) ডেকা অধিকাৰ হেমকান্ত দেৱ গোস্বামীৰ গোচৰৰ আচামী হ'ব লগা হৈছিল। ডেকা- অধিকাৰে

---

(৮৩) মহাপুৰুষ শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ, পৃ. ১২৯

(৮৪) ঐ, পৃ. ১১১

(৮৫) এনে দল-খৰিয়ালবিলাকৰ বহুতৰে অন্তিম পৰিণতি ঘটিছিল মামলা-মোকৰ্দমা অথবা শাৰীৰিক হতা-হতিত।

নিজেই অধিকাৰ হ'বলৈ বিচাৰি এই গোচৰ তৰিছিল। গোচৰত হাৰি তেওঁ পুনৰ উচ্চ ন্যায়ালয়লৈ আবেদন কৰিছিল (১৮৫৭)। অৱশ্যে উচ্চ ন্যায়ালয়েও নিম্ন আদালতৰ ৰায়টোকে উৰ্ধত তুলি ধৰিছিল। ঘটনাক্ৰমে এই গোচৰৰ গুচৰীয়া পদকীয়া দুয়ো আছিল একে বংশৰ ভাই ককাই। সেই সম্পৰ্কৰ ভিত্তিতে দুয়োৰে সাময়িক মিল হ'লেও ডেকা অধিকাৰ আকৌ জেদ কৰি আঁতৰি গ'ল। তাৰ কাৰণ আছিল এনেধৰণৰ ঃ বুঢ়া- ডেকা দুয়ো অধিকাৰক সমান মৰ্যাদা দিয়া হ'লেও এবাৰ কোনো এক শিষ্যই বুঢ়া অধিকাৰক কপাহী কাপোৰ এখন দিলত ডেকা অধিকাৰ ইমানেই ক্ষুব্ধ হ'ল যে তেওঁ সত্ৰ এৰি গৈ এখন নতুন নিজা সত্ৰকে স্থাপন কৰিলেগৈ।[৮৬]

ডেকা অধিকাৰ আঁতৰি যোৱাৰ পাছতো লক্ষ্মীকান্ত দেৱগোস্বামী অৱশ্যে শান্তিত থাকিব নোৱাৰিলে। এইবাৰ কাজিয়া লাগিল সত্ৰৰ শিষ্যসকলৰ লগতে। এইবাৰৰ বিষয়টো আৰু নগণ্যঃ সত্ৰৰ কীৰ্তন ঘৰটোৰ 'ডিজাইন' কেনেকুৱা হ'ব। কিন্তু এইখন কাজিয়াৰ বাবেই সত্ৰাধিকাৰজন সুদীৰ্ঘ চাৰিবছৰ (১৮৮৯- ৯৩) ঘৰলৈ ঘূৰি যাব নোৱাৰা পৰিস্থিতি হ'ল।[৮৭]

১৯১০ চনত সত্ৰখনে আৰু এটা জোকাৰণি খালে যেতিয়া তেতিয়াৰ সত্ৰাধিকাৰ চন্দ্ৰকান্ত গোস্বামীৰ 'ঈৰ্ষা' পৰায়ণতাৰ প্ৰতিবাদত ঘনকান্ত দেব গোস্বামী সত্ৰৰ পৰা ওলাই যায়। ১৯৩৫ চনত সত্ৰৰ দুশ শিষ্যৰ সংখ্যাগৰিষ্ঠই সত্ৰ এৰি ওলাই গৈ নতুন কমলাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰেগৈ। নতুন সত্ৰখনৰ অধিকাৰ হয়গৈ পূৰ্বৰ বিসম্বাদী ঘনকান্ত গোস্বামী। সত্ৰৰ পৰবৰ্তী কালৰ অধিকাৰ এজনে নিজেই স্বীকাৰ কৰিছে যে উক্ত বিভাজনটো সংঘটিত হৈছিল এটা সাধাৰণ কথাক কেন্দ্ৰ কৰি ব্যক্তিগত দ্বন্দ্বৰ ফলস্বৰূপে।[৮৮]

সত্ৰাধিকাৰ সকলৰ মাজৰ এই মুকলি খোৱা কামোৰাই আনকি সত্ৰৰ শুভাকাংক্ষীসকলকো বাৰুকৈ অতীষ্ঠ কৰিছিল। সত্ৰ-অনুষ্ঠানৰ এজন প্ৰধান পৃষ্ঠপোষক অসমৰ প্ৰাক্তন কংগ্ৰেছী মুখ্যমন্ত্ৰী তথা পঞ্জাবৰ প্ৰাক্তন ৰাজ্যপাল মহেন্দ্ৰমোহন চৌধুৰীয়ে সেয়েহে ক'বলগা হৈছিলঃ

*আমাৰ সত্ৰবিলাকৰ আঁৰিয়াআঁৰিও আমাৰ সংস্কৃতি সভ্যতাৰ এটা ডাঙৰ অন্তৰায়। সেই কাৰণে সত্ৰ বিলাকৰ প্ৰতি শিষ্যবিলাকৰ শ্ৰদ্ধাভক্তি কমি গৈছে আৰু যিখিনি আছে, সেইখিনিও লাহে লাহে যে নাইকিয়া হৈ যাব, সেইটোও স্পষ্টভাৱে আমি দেখা পাইছোঁ।*[৮৯]

সত্ৰৰ উচ্চ পদবীধাৰী বহুতৰে লোভ - লালসাৰ এনে আৰু অলেখ কাহিনী জনা যায়। বেথাৰাম শৰ্মাৰ কাহিনীটোও তেনে জাতৰে। শৰ্মা আছিল আউনীআটী সত্ৰৰ 'মানভগীয়া চাউল ভৰালী।' অধিকাৰ আৰু ডেকা-অধিকাৰৰ অনুপস্থিতিত তেঁৱে সত্ৰাধিকাৰৰ দায়িত্বতো আছিল। এবাৰ সেই সত্ৰত এজন কুমাৰে মাটি খান্দোঁতে ধন অলপমান পাওক। শৰ্মাই বাত্তৰি

---

(৮৬) সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা, পৃষ্ঠা ৯৯৩-৯৪

(৮৭) ঐ, পৃষ্ঠা ৯৯৭

(৮৮) ঐ, পৃষ্ঠা ১০০৭

(৮৯) কমলাবাৰী সত্ৰাধিকাৰ নাৰায়ণ চন্দ্ৰ গোস্বামীলৈ মহেন্দ্ৰমোহন চৌধুৰীৰ চিঠি, উৎস ঃ সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা, পৃষ্ঠা ১০৫১

পাই লগে লগে কুমাৰক ধৰাই অনালে আৰু ধনখিনি দাবী কৰিলে। কুমাৰৰ পা- পৰিয়ালে তেতিয়া জিলাৰ বৰচাহাব (উপায়ুক্ত) কেপ্টেইন ব্ৰডিক (অসমীয়াৰ মুখত 'বৰতীচাহাব') আপিল কৰিলে। ব্ৰডিচাহাবে ওলোটাই শৰ্মাকহে এবছৰৰ ফাটেক দিলে। ঘটনাটোৰ এই ভাষ্যটো আগবঢ়াইছিল আউনীআটী সত্ৰৰ ইতিহাসপ্ৰণেতা,তথা সেই সত্ৰখনৰে প্ৰপন্ন শিষ্য তীৰ্থনাথ শৰ্মাই। কিন্তু একেটা ঘটনা প্ৰসংগত অৰুনোদইৰ (এপ্ৰিল ১৮৫১) ভাষ্য পৃথক। সেই অনুসৰি আন এখন সত্ৰৰ শিষ্য চাৰিজনে আউনীআটীৰ ওচৰত কিছু ধন পালে। নিজৰ গোসাঁইক ভেটী দিবলৈ বুলি প্ৰত্যেকেই বিশ টকাকৈ ৰাখি বাকীখিনি নিজলৈ বুলি পুতি ৰাখিলে। এই কথাৰ ভূ পাই কেইজনমান আউনীআটীৰ শিচে উক্ত চাৰিজন ব্যক্তিক ভাবুকি দি ধনখিনি বিচাৰি উলিয়ালে। কিন্তু উক্ত চাৰিজনে আৰু কিছু ধন আঁচুতীয়াকৈ থৈছে বুলি সন্দেহ কৰি আউনীআটীৰ শিষ্য কেইজনে তেওঁলোকক বন্দী কৰি ৰাখিলে। এই গোচৰ সুধিবলৈ ব্ৰিটিছ আহি সত্ৰ সোমালতহে আউনীআটীৰ শিষ্যবৃন্দই ইকিজনক মোকলাই দিলে। পাছে সকলো কথা জানিব পাৰি ব্ৰিটিছে ডকাইতিৰ অপৰাধত বেথাৰাম শৰ্মাক তিনি বছৰ আৰু তেওঁৰ সহযোগীজনক এবছৰকৈ ফাটেক দিলে।[৯০]

উক্ত দুয়োটা সূত্ৰৰ ভিতৰত প্ৰশাসনীয় সূত্ৰৰ কথা উল্লেখ কৰা অৰুনোদইৰ বাতৰিটো তথ্য হিচাপে বেছি নিৰ্ভৰযোগ্য। তাৰ বিপৰীতে তীৰ্থনাথ শৰ্মাৰ ভাষ্যত নিজা সত্ৰৰ গুৰিয়ালসকলক প্ৰতিৰক্ষা দিয়াৰ এটা সচেতন প্ৰচেষ্টা পৰিলক্ষিত হয়। কিন্তু তৎসত্ত্বেও সত্ৰ-প্ৰতিষ্ঠানৰ ভিতৰতে ব্যাপক ৰূপ লাভ কৰা হাই-কাজিয়া, দন- খৰিয়ালবোৰ ঢাকি ৰাখিব পৰা অৱস্থাত নাথাকিলগৈ। এনে অন্তহীন আভ্যন্তৰীণ বিবাদবোৰে সত্ৰ-প্ৰতিষ্ঠানৰ প্ৰাণশক্তিকে অপহৰণ কৰিলে। অসমীয়া জাতিগঠন প্ৰক্ৰিয়াত সিবিলাকে আগবঢ়াব পৰা বৰঙণিও টুটি আহিল। তলৰ উদাহৰণকেইটাই সেই কথা জলজল পটপটকৈ প্ৰমাণ কৰিব।

আউনীআটী সত্ৰৰ অধিকাৰ কমলদেৱ গোস্বামীয়ে একে সত্ৰৰ ডেকা অধিকাৰ লোকনাথ দেৱ গোস্বামীৰ পৰা এদিন এখন সাংঘাতিক চিঠি পালে। চিঠিখনত প্ৰয়াত অধিকাৰ জনাৰ শ্ৰাদ্ধ কৰাৰ বাবদ ধন দাবী কৰা হৈছিল। অধিকাৰে এই দেখাতে অন্যায় দাবী অগ্ৰাহ্য কৰিলত, ডেকা- অধিকাৰে নিজৰ দল এটা গঠন কৰি অসমৰ লাটচাহাবৰ (লেফটেনান্ট গভৰ্ণৰ) ওচৰত অধিকাৰৰ বিৰুদ্ধে গোচৰ দিলে। ফলত সত্ৰৰ ভিতৰুৱা বিষয়ত বিদেশী ব্ৰিটিছহঁত জড়িত হৈ পৰিল। লাটচাহাব অৱশ্যে অধিকাৰৰ ফলীয়াহে হ'ল। অধিকাৰে সেই জোৰতে বিদ্ৰোহীহঁতক দমন কৰিলে আৰু সিবিলাকক গাইপতি দুশটকাকৈ জৰিমনা কৰিলে।

আউনীআটী সত্ৰৰ দুখন শাখাসত্ৰ পহুমৰা আৰু মাহৰাৰ মৰ্যাদাৰ প্ৰশ্ন লৈও বিবাদৰ অন্ত নাছিল। খোদ আউনীআটীৰ ভিতৰতে যথাক্ৰমে পহুমৰা আৰু মাহৰাৰ ফলীয়া দুটা ফৈদ আছিল। উদাসীন সত্ৰ আউনীআটীৰ সত্ৰাধিকাৰসকল হয় পহুমৰা, নহয় মাহৰাৰ পৰা মনোনীত হৈছিল। এবাৰ তাৰ সলনি দক্ষিণপাটৰ এজনক মনোনীত কৰিলত মাহৰা ফৈদ ইমানেই বিতুষ্ট হ'ল যে ই নতুন অধিকাৰৰ প্ৰতি আখেজৰ মনোভাৱহে ল'লে। গড়মূৰ সত্ৰতো

(৯০) **অৰুনোদই**, পৃষ্ঠা ৫৬৫ আৰু ৬০৮

একেধৰণৰ মানসিকতাৰ অভাৱ নাছিল। এবাৰ এটা ৰাজহুৱা অনুষ্ঠানত গড়মূৰৰ অধিকাৰ ৰঘুদেৱ গোস্বামীয়ে সোণৰ আসন এখনত উপবিষ্ট হ'ল। আসনখন আন সত্ৰাধিকাৰসকলতকৈ ওখকৈ সজোৱা হৈছিল। এয়া ধনৰ গৰ্বৰ চিন বুলি সত্ৰাধিকাৰজনৰ ভায়েকেই মত পোষণ কৰিলে। তাতে জ্বলি পকি উঠি সত্ৰাধিকাৰজনে সত্ৰ এৰি গ'লগৈ আৰু যাওঁতে বহু দুষ্প্ৰাপ্য শাস্ত্ৰ, ধন,সোণ আদি কলঙত পেলাই থৈ গ'ল যাতে সেইবোৰ ভায়েকেও উপভোগ কৰিব নোৱাৰে। বাসুদেৱ গোস্বামী নামৰ দক্ষিণপাটৰ অধিকাৰজনকো তেওঁৰ নিজৰ ভাতৃয়েই কাছাৰীত থিয় কৰাইছিলগৈ। বাসুদেৱ অধীনস্থ সুখদেৱ আৰু মাধৱদেৱ নামৰ ডেকা অধিকাৰকিজনো সততে হাই-কাজিয়া আৰু মামলা- মোকৰ্দ্দমাত জড়িত আছিল।

সত্ৰাধিকাৰসকলৰ ন্যায়বিচাৰ আছিল প্ৰায়ে পক্ষপাতিত্বপূৰ্ণ আৰু শ্ৰেণী- জাত- বৰ্ণ আদিৰ হিচাব- নিকাচৰ ওপৰত আধাৰিত। এবাৰ এজন দুখীয়া খেতিয়কে এটুকুৰা বিবদমান মাটি চাহ কৰিলত দক্ষিণপাটৰ অধিকাৰে তেওঁক এনেকৈ অভিশাপ দিলে যে মানুহজন পগলা হৈ পৰিল। কিন্তু সত্ৰৰ আন চহকী শিষ্য এজনে সত্ৰৰ ধনেৰেই শিক্ষা লাভ কৰি দণ্ডাধীশৰ পদ লৈ সত্ৰৰ বিৰুদ্ধেই যেতিয়া কুৎসা ৰটনা আৰম্ভ কৰিলে, তেওঁক কিন্তু ক্ষমা কৰি দিয়া হ'ল। অথচ এই দ্বিতীয় ব্যক্তিজন এটা গুৰুতৰ অপৰাধত লিপ্ত আছিল, যাৰ বাবে তেওঁৰ ওপৰত দুহেজাৰ টকাৰ জৰিমনাও জাৰী কৰা হৈছিল। তেওঁক সত্ৰই বিনা চৰ্তে ক্ষমা কৰিছিল।

আনহে নালাগে সত্ৰাধিকাৰসকলৰ কোনো কোনোৱে সত্ৰৰ পুঁজি আত্মসাৎ কৰাৰ ঘটনাও নঘটাকৈ থকা নাছিল। সত্ৰৰ আন বিষয়ববীয়াসকললৈও এনে বেমাৰ বিয়পিছিল। আউনীআটীৰ অধিকাৰ কমলদেৱ গোস্বামীয়ে যেতিয়া সত্ৰৰ বিষয়া জনৈক বাপুৰাম বৰাই সত্ৰৰ পুঁজি আত্মসাৎ কৰা বুলি সন্দেহ কৰি হিচাব নিকাচ বিচাৰিলে, তেতিয়া বৰাই গৰ্জি উঠিল। তেওঁ এনেকৈ ছল পোৱাৰ কাৰণ আছিল অধিকাৰজনৰ নিজৰে বিলাসী জীৱনচৰ্যা। দিনে দুশটকাকৈ দি অধিকাৰে এখন 'পিনিচ' নাও ভাৰালৈ লৈছিল, আৰু আনকি এখন জাহাজকে কিনি পেলাইছিল। যি কি নহওক এনে কথাবোৰকে কেন্দ্ৰ কৰি সঘনাই ঘটা বাদ বিসম্বাদ, হাই-কাজিয়াই সত্ৰৰ ভেটি লৰাই পেলাইছিল, ম্লানহৈ পৰিছিল সত্ৰৰ গৌৰৱ।

*'বিদ্ৰোহৰ বিহ মেটেকা'*[৯১] অচিৰেই ফুলি জাতিস্কাৰ হৈ পৰিল যেতিয়া বিসম্বাদী ডেকা অধিকাৰ লীলাকান্তদেৱ গোস্বামীৰ নেতৃত্বত বিদ্ৰোহীসকল সমবেত হ'ল। এইবাৰ অধিকাৰে ডেকা অধিকাৰৰ বিৰুদ্ধে ব্ৰিটিছৰ আদালতত গোচৰ তৰিলে। ডেকা অধিকাৰে সত্ৰৰ সম্পত্তি লৈ যোৱাৰ দায়ত অভিযুক্ত হ'ল। ব্ৰিটিছ চৰকাৰৰ পুলিচে গৈ ডেকা অধিকাৰৰ পৰা সেইবোৰ সম্পত্তি জব্দ কৰিলে। পাৰ্থিৱ সম্পদক লৈ হোৱা এনে কঢ়া- কঢ়ি- টনা- আজোৰাৰ মাজত ৰাইজখনৰ সৰ্বাংগীণ মংগলৰ সাধনা সুদূৰ পৰাহত হৈ পৰিব, তাত আচৰিত হ'বলৈ কিয়েইবা আছে।

তলৰ আমোদজনক ঘটনাটোৱে সেই ধাৰণাকে সাব্যস্ত কৰে। এইবাৰ দৃশ্যপটত

---

(৯১) আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃষ্ঠা, ২৯২

দেখা গৈছে এজন অধিকাৰে এজন ডেকা-অধিকাৰক লুইতৰ বুকুৰে নাৱেৰে খেদি নিছে। এই শিশুপাল খেদা খাই ডেকা-অধিকাৰে পলাই পত্ৰং দিলে আৰু স্বেচ্ছা- নিৰ্বাসন ল'লেগৈ।[৯২]

হিন্দী বোলছবিৰ নায়ক- খলনায়কসুলভ এই খেদা খেদি যিমান আমোদজনক , তাতেকৈ অৱশ্যে বেছি ট্ৰেজিক। কাৰণ এইটো আৰু এনেধৰণৰ ঘটনাবোৰে সাক্ষ্য দিয়ে যে যদিও সত্ৰ প্ৰতিষ্ঠানটো অসমৰ সবাতোকৈ শক্তিশালী সামাজিক- সংস্কৃতিক প্ৰতিষ্ঠান আছিল, যাৰ নিয়ন্ত্ৰণত আছিল অসমৰ এক চতুৰ্থাংশ ভূ- সম্পদ আৰু লক্ষ লক্ষ অনুগামী, তথাপি সত্ৰাধিকাৰসকলৰ এনে অসূয়া-অপ্ৰীতি খিয়লাখিয়লিতই নিজৰ সম্পদ আৰু সম্ভাৱনাৰ বিপুল অপচয় ঘটাইছিল। সত্ৰাধিকাৰসকলৰ বাবেই (because of them) অসমীয়া জাতি গঢ়ি উঠিছে বুলি নকৈ কোনোবাই যদি তেওঁলোকৰ সত্বেও (inspite of them) অসমীয়া জাতি গঢ়ি উঠিব বুলি ক'বখোজে, সেই কথা সতকাই প্ৰত্যাখ্যান কৰা কঠিন হ'ব।

অসমীয়া জাতিটোক সুসংহতকৰাহে নালাগে, বিশেষকৈ ৰাজকীয় সত্ৰকিখনে নিজকে ৰেহা লগাই চলোৱাটোৱেই এসময়ত দুষ্কৰ হৈ আহিল। আউনীআটীৰ অগাধ ভক্ত তীৰ্থনাথ শৰ্মাই নিজেই লিখিছে কেনেকৈ সুদীৰ্ঘ ওঠৰ বছৰ জুৰি আউনীআটীৰ সত্ৰাধিকাৰ হৈ থকা কমলদেৱ গোস্বামীয়ে সেই ওঠৰ বছৰত এসাজ ভাতো সুখ-শান্তিৰে খাবলৈ নাপালে, এনেহে আছিল সত্ৰীয়া কাজিয়াৰ প্ৰকোপ।[৯৩]

তেওঁ লগতে লীলাকান্ত দেৱ গোস্বামী অধিকাৰ হৈ থকা সময়ত (১৯২২-২৬) *'সত্ৰৰ এদল ভকত বৈষ্ণৱৰ মনত দ'মখোৱা কুযাৰিৰ বিষাক্ত বতাহ'* ছাটিৰ কথাও লিখিছিল। মুঠৰ ওপৰত দেখা যায় যে এনে প্ৰতিকূল পৰিবেশ দীৰ্ঘস্থায়ী ব্যাপাৰেই হৈ পৰিছিলগৈ। হেমচন্দ্ৰ গোস্বামীয়েও সত্ৰৰ পৰিবেশ লিখা- পঢ়া কামৰ বাবে প্ৰতিকূল পাইছিল। উপদলীয় সংঘাতৰ প্ৰকোপত তেওঁ আৰক্ষীৰ সুৰক্ষা বিচাৰিব লগাত পৰিছিলগৈ।[৯৪]

আৰক্ষীয়ে তেওঁক হয়তো শাৰীৰিক সুৰক্ষা দিব পাৰিছিল, কিন্তু জাতীয় জীৱনৰ বাবে কিবা কৰাৰ প্ৰেৰণা একা? ধনসম্পদ ক্ষমতা আদি ঐহিক বিষয়বোৰ লৈ চলা এনে নিৰবচ্ছিন্ন তিক্ততাবোৰত অতীষ্ঠ হৈ সেয়েহে এজন সত্ৰীয়াই কৈয়ে পেলাইছিল: '*সত্ৰীয়াসকলৰ কোনো কালতে সুখ নহ'ব।*[৯৫]

নিজেই যি ইমান অসুখী, সি আকৌ জাতিক সুখৰ সন্ধান দিয়ে কেনেকৈ!

---

(৯২) আউনীআটীৰ অধিকাৰ কমলদেৱ গোস্বামীয়ে একে সত্ৰৰে বিসম্বাদী ডেকা-অধিকাৰ লীলাকান্ত দেৱ গোস্বামীক এক দুঃসাহসিক নৌ অভিযানৰ জৰিয়তে ধৰিবলৈ যোৱাৰ কাহিনী এয়া। **আউনীআটী সত্ৰৰ বুৰঞ্জী**, পৃষ্ঠা ২৯৩

(৯৩) **আউনীআটী সত্ৰৰ বুৰঞ্জী**, পৃষ্ঠা ৩০২

(৯৪) ঐ, পৃষ্ঠা ৩১১

(৯৫) 'সত্ৰীয়া' পদত্যাগ কৰাৰ পাছত কৃষ্ণহৰি বাপুৰ ভৱিষ্যতবাণী: **সত্ৰীয়া সংস্কৃতি স্বৰ্ণৰেখা**, পৃষ্ঠা ৯৮২

## অসমীয়া জাতিগঠন আৰু অসমীয়া বাঙালী দ্বন্দ্ব ঃ সত্ৰৰ ভূমিকা

অসম সত্ৰ সংঘৰ এসময়ৰ প্ৰধান সম্পাদক আৰু নিজে কাল সংহতিৰ অনুগামী মোহন চন্দ্ৰ মহন্তই দাবী কৰিছিল যে সত্ৰবোৰে জাতি-জনজাতিবোৰক সমন্বিত কৰি এসময়ত যেনেকৈ অসমীয়া জাতি গঢ়ি তুলিছিল, তেনেকৈ পুনৰ অসমীয়া জাতিটো বহলোৱাত সিবিলাকে ভূমিকা ল'ব পাৰে।(৯৬)

আমৰাগুৰি সত্ৰৰ অধিকাৰ তথা দামোদৰীয়া পন্থাৰ নেতা অধ্যাপক উমাকান্ত দেৱ গোস্বামীয়ে আকৌ এক সাংঘাতিক দাবী কৰিছিল। তেওঁৰ মতে অসমীয়া জাতি তাৰ ধৰ্ম আৰু ভাষা, সংস্কৃতি আৰু সভ্যতাৰ বাবে সত্ৰৰ ওচৰত ঋণী আৰু বোলে অসমে সত্ৰৰ পৰা যিখিনি পালে সেইখিনি জোখ-মাখৰ উৰ্দ্ধত।(৯৭)

কোৱা বাহুল্য যে গোস্বামীৰ এই দাবী যুক্তি তথা তথ্যসম্মত নহয়। এনে দাবীবোৰ যথাৰ্থতে পৰীক্ষা কৰিব পাৰি অসমীয়া ভাষা-সাহিত্যৰ সংক্ৰান্তত সত্ৰৰ ভূমিকাত । সত্ৰসমূহ অসমীয়া ভাষা-সাহিত্যলৈ সততে উৎসাহী হোৱাৰ উদাহৰণ তাকৰ। আউনীআটীৰ দৰে প্ৰাচুৰ্যপূৰ্ণ সত্ৰবোৰে আনকি চৰকাৰী কাৰ্যালয়, শিক্ষাৰ মাধ্যম আৰু সাহিত্যৰ উদ্দেশ্যত অসমীয়া ভাষাৰ ব্যৱহাৰৰ বিৰোধিতাহে কৰিছিল। তাৰ পৰিবৰ্তে আউনীআটীৰ পছন্দ আছিল বাংলা ভাষা। সত্ৰাধিকাৰ সন্তান ৰত্নেশ্বৰ মহন্তই সত্ৰাধিকাৰ হেমচন্দ্ৰ গোস্বামীলৈ আউনীআটীৰ এনে স্থিতিৰ কথা জনাই এনেকৈ চিঠি লিখিছিলঃ

*You have perhaps heard that our venerable Auniati Gossain has come here. I have had interviews with him regarding the Assamese Language. It is very painful for me to let you know that Auniati Gossain doesnot seem to like our mothertongue; he says, let Assamese be used in our daily transactions and ordinary talks but books written in Bengali.'*(৯৮)

ৰত্নেশ্বৰ মহন্তৰ এই সমালোচনা তাৎপৰ্যপূৰ্ণ এই কাৰণে যিহেতু তেওঁ নিজে আছিল বলিয়াগুৰু সত্ৰৰ সত্ৰাধিকাৰৰ বংশধৰ, আকৌ এইখন সত্ৰ আছিল আউনীআটীৰেই শাখা। কিন্তু তাতোকৈ লক্ষ্যণীয় কথাটো হ'ল, এই চিঠিখন লিখা হৈছিল ১৮৮৮ চনত, অৰ্থাৎ কাৰ্যালয়, বিদ্যালয় আৰু ন্যায়ালয়ৰ সকলো পৰ্যায়ত অসমীয়া ভাষা পুনৰ প্ৰতিষ্ঠাৰ ডেৰ দশক পাছত। এই অধ্যায়ৰে অন্য পৃষ্ঠাত আমি তুলি ধৰা আন কেতবোৰ উদাহৰণে প্ৰমাণ কৰিব যে আন কেইবাজনো লেখত ল'বলগীয়া সত্ৰাধিকাৰ আনকি বিংশ শতাব্দীৰ দ্বিতীয় দশকতো সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত অসমীয়া ভাষা ব্যৱহাৰৰ বিৰোধী আছিল।

---

(৯৬) অসম সত্ৰ সংঘ, পৃষ্ঠা ১৯

(৯৭) ঐ, পৃষ্ঠা ৪৪

(৯৮) ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী, পৃষ্ঠা ৩৪৩

বাংলাপ্ৰেমত আউনীআটী মুঠেও অকলশৰীয়া নাছিল। বেণুধৰ শৰ্মাই লিখিছে যে দক্ষিণপাটতো চিঠি লিখাৰ পৰা আৰম্ভ কৰি বিভিন্ন উৎসৱ উদযাপনলৈকে বাংলা ভাষাৰ ব্যৱহাৰ হৈছিল। সত্ৰত লিখা নাটকবোৰৰ সংলাপ আছিল বাংলা অথাবা বাংলামিশ্ৰিত অসমীয়া। দক্ষিণপাটৰ অধিকাৰ নৰদেৱ গোস্বামীক এনে গীত- নাটবোৰ অসমীয়ালৈ অনুবাদ কৰিবৰ বাবে কাকুতি কৰিব আৰু হেঁচা দিব লগীয়া হৈছিল। দক্ষিণপাট সত্ৰৰ বুৰঞ্জী লেখক বেণুধৰ শৰ্মাই নৰদেৱ গোস্বামীৰ এই কাৰ্যক সমৰ্থন দিবলৈ গৈ এইবুলি যুক্তি দৰ্শাইছে যে ১৮৭৪ চনলৈকে বাংলা অসমৰ চৰকাৰী ভাষা আছিল।[৯৯] কিন্তু শৰ্মাৰ যুক্তি ঢোপত নিটিকে। কাৰণ নৰদেৱ গোস্বামী দক্ষিণপাটৰ অধিকাৰ হৈছিল ১৮৯৫ চনতহে, অৰ্থাৎ অসমীয়াভাষা পুনৰ প্ৰতিষ্ঠাৰ সুদীৰ্ঘ একৈশ বছৰৰ পাছতহে। তেখেত ১৯২৫ চনলৈকে সেই দায়িত্বত আছিল। তেতিয়ালৈকে অসমীয়া ভাষাৰ স্থিতি গজগজীয়া হৈছেগৈ। এনেকৈয়ে ঘাই সত্ৰ একোখনেই অসমীয়া ভাষাৰ প্ৰয়োগ আৰু চৰ্চাৰ ক্ষেত্ৰত ২০- ২৫ বছৰকৈ পাছপৰি থকাটো আশ্চৰ্যকৰ। অৱশ্যে তেখেতৰ কাৰ্যকালৰ শেষৰফালে (১৯২৩-২৫ চনত) অসম সাহিত্য সভাৰ পুঁজিলৈ ৫,০০০ টকাৰ সুন্দৰ দান এটি আগবঢ়াই নৰদেৱ গোস্বামীয়ে অতীতৰ বাংলা প্ৰীতিৰ বোধহয় ক্ষতিপূৰণ কৰিব বিচাৰিছিল।

অৱশ্যে সেই ৫,০০০ টকা আদায়ৰ আঁৰতো কথা আছিল। এই দান সংগ্ৰহৰ বাবে নৰদেৱ গোস্বামীৰ ওচৰলৈ যোৱা দলটোও সত্ৰাধিকাৰ- সন্তানসকলৰ দ্বাৰাই গঠিত আছিল। নলবাৰী সত্ৰৰ শৰৎচন্দ্ৰ গোস্বামী তেতিয়া অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক। নৰদেৱ গোস্বামীৰ প্ৰিয়পাত্ৰ এইজন শৰৎ গোস্বামীৰ উপৰিও দলটোৰ আন সদস্যসকল আছিল গৌৰাংগ সত্ৰৰ হেমচন্দ্ৰ গোস্বামী (সাহিত্য সভাৰ অন্যতম সভাপতি) আৰু দক্ষিণপাটৰেই প্ৰপন্ন শিষ্য ৰজনীকান্ত বৰদলৈ ( সাহিত্য সভাৰ আন এজন সভাপতি)। পাছে সভাই লাভ কৰা এই পৰিমাণটি ব্ৰিটিছৰ হাত হৈ ঘুৰি অহা ধনহে আছিল। অথাৎ দক্ষিণপাট অধিকাৰজনে ৮,০০০ টকা ব্ৰিটিছৰ যুদ্ধ পুঁজিলৈ দান দিছিল।[১০০] স্বাধীনতা আন্দোলনৰ পুঁজিলৈ ফুটাকড়ি এটাও বৰগুণি দিবলৈ নাৰাজ হোৱা অধিকাৰজন ব্ৰিটিছক সহায় কৰাৰ ক্ষেত্ৰত পাছে উদাৰ আছিল। ব্ৰিটিছে সেই ধাৰ শুজিলত সেই ধনৰে একাংশ যেনিবা সাহিত্য সভাক দিয়া হ'ল। মাহৰা সত্ৰয়ো সাহিত্য সভাৰ পুঁজিলৈ এইসময়তে ২,০০০ টকাৰ দান এটি দিছিল। অৱশ্যে মাহৰাৰ সত্ৰাধিকাৰ চাহ- মালিকো আছিল। এতেকে সেয়া সত্ৰাধিকাৰৰ দান বুলিও আমি ধৰিব পাৰোঁ, চাহ- মালিকৰ দান বুলিও।

তথাপিও (বিশেষকৈ অসমীয়া ভাষা সাহিত্যৰ ক্ষেত্ৰত) সত্ৰৰ এনে বদান্যতা বা উদাৰতা বিৰল বস্তু আছিল। আউনীআটীৰে ঠেঙুলি বলিয়াগৰু সত্ৰৰ সত্ৰাধিকাৰ সন্তান নৈষ্ঠিক ধৰ্মপ্ৰাণ ৰত্নেশ্বৰ মহন্তই তেওঁৰ 'হৰিশ্চন্দ্ৰ' নামৰ কিতাপখন প্ৰকাশ কৰিবলৈ আউনীআটীৰ অধিকাৰক কোনোপধ্যেই পতিয়ন নিয়াব নোৱাৰিলে। অথচ সত্ৰাধিকাৰজনে পাণ্ডুলিপিটো ছপা কৰাৰ ব্যয় বহন কৰিব বুলি আশা কৰাৰ সকলো যুক্তি আছিল। কেৱল কিতাপখন

---

(৯৯) **দক্ষিণপাট সত্ৰ**, পৃষ্ঠা ৮৭

(১০০) **শৰৎচন্দ্ৰ গোস্বামী ৰচনাৱলী**, পৃষ্ঠা ১৭০

প্ৰকাশ নকৰাই নহয়, পাণ্ডুলিপিটোও ঘূৰাই নিদিলে আউনীআটীয়ে। ৰত্নেশ্বৰ মহন্তৰ ৰচনাৱলীৰ সম্পাদক ড° যোগেন্দ্ৰ নাৰায়ণ ভূঞাই সেয়ে 'হৰিশ্চন্দ্ৰ'ৰ পাণ্ডুলিপিটো আউনীআটীতে জাহ গ'ল বুলি আশংকা প্ৰকাশ কৰিছে।(১০১) 'বন্তি' আলোচনীৰ ক্ষেত্ৰত পদ্মনাথ গোহাঞিবৰুৱাৰ অভিজ্ঞতাও আছিল একেদৰে হতাশাব্যঞ্জক। আউনীআটীৰ নিষ্ঠাবান শিষ্য এইজন গোহাঞিবৰুৱাই মুমূৰ্ষু 'বন্তি'ক জীয়াই তুলিবৰ বাবে কমলদেৱ গোস্বামী অধিকাৰ প্ৰভুৰ ওচৰত মিনতি জনাইছিল। কিন্তু আদা বেপাৰীক যেনেকৈ জাহাজৰ খবৰ দৰকাৰ নাই, জাহাজৰ চিন্তাত মচগুল মানুহৰো তেনেকৈ আদাৰ খবৰৰ গৰজ নাই। কথাষাৰ আক্ষৰিক ভাবেই মিলি গ'ল যেতিয়া জাহাজ এখন কিনাৰ বাবে উদগ্ৰীৱ হৈ থকা 'শ্ৰী শ্ৰী ঈশ্বৰপুৰুষে' 'বন্তি' নামৰ এই অসমীয়া আলোচনীখনৰ নুমাই যাব ধৰা শিখাটোত এটোপাল তেল ঢালিবলৈও ৰাজি নহ'ল।(১০২) এই ঘটনা কুৰি শতিকাৰ প্ৰথম দুই এবছৰৰ ভিতৰত ঘটিছিল। অৱশ্যে ইয়াত নিৰাশ নহৈ গোহাঞিবৰুৱাই আউনীআটীৰ ওচৰত নিজৰ ভিক্ষাৰ জোলোঙা সততে মেলি ৰাখিছিল। তিনি দশকৰ পাছত তেওঁ এই ধৈৰ্যৰ মূল্য পালে। পৰৱৰ্তী কালৰ হেমচন্দ্ৰ দেৱ গোস্বামী নামৰ অধিকাৰজনে 'কৃষ্ণলীলা' নামৰ গোহাঞিবৰুৱাৰ নিজা পুথি এখন প্ৰকাশৰ বাবে ১০০০ টকাৰ দান আগবঢ়ালে।(১০৩) আউনীআটী সত্ৰই Times of Assam কাকতৰ বাবে ২০০ টকাৰ সৰু বৰঙণি এটা আগবঢ়াইছিল। এনেকুৱা উদাহৰণ বৰ বেছি জনা নগ'লেও সত্ৰসমূহে নিজেই পৃষ্ঠপোষকতা কৰা 'আসাম বিলাসিনী' (প্ৰথম পৰ্যায়, ১৮৭১- ১৯৩১), 'অসম দীপক' (১৮৭৬- ৭৭) আৰু 'অসম তৰা' (১৮৮৪- ১৮৮৮) (আউনীআটীৰ দ্বাৰা প্ৰকাশিত) আৰু দক্ষিণপাটৰ দ্বাৰা প্ৰকাশিত প্ৰদীপিকাৰ কথা এইক্ষেত্ৰত প্ৰনিধানযোগ্য।

'জ্ঞানোদয়' নামৰ আনএখন সাময়িকী প্ৰকাশ কৰিছিল ১৮৭৬ চনত নগাঁও দিহিঙীয়া সত্ৰাধিকাৰ বিনন্দচন্দ্ৰ গোস্বামীয়ে। (অৱশ্যে ড. সত্যেন্দ্ৰনাথ শৰ্মা, ডিম্বেশ্বৰ নেওগ আৰু শিৱ প্ৰসাদ বৰুৱাৰ মতে এইখনৰ নাম 'চন্দ্ৰোদয়'হে আছিল।) গোস্বামীয়ে বনৰীয়া হাতী ধৰি ব্ৰিটিছক বিক্ৰী কৰি কিছু ধন কৰিছিল। জ্ঞানোদয়ৰ সম্পাদক-ব্যৱস্থাপক পদ্মহাস গোস্বামীয়ে ব্ৰিটিছৰ অনুমতি লৈ আলোচনীখনৰ কামত ধৰিছিল।(১০৪) কাকতখন যিহেতু কেৱল সত্ৰৰ শিষ্যসকলৰ মাজতহে সীমাবদ্ধ আছিল, সেয়েহে অনুমান কৰিবলৈ অসুবিধা নহয় যে ই মূলতঃ ধৰ্মীয় বিষয়, আকৌ তাৰ ভিতৰতো ব্ৰাহ্ম ধৰ্মৰ বিষয়তে কেন্দ্ৰীভূত আছিল।

সত্ৰৰ দ্বাৰাই প্ৰকাশিত আন এখন পত্ৰিকা 'আসাম বিলাসিনী' ( প্ৰথম পৰ্যায়) ৰ বিষয়ে মন্তব্য কৰি বেণুধৰ শৰ্মাই এবাৰ কৈছিল যে ই কেৱল ৰজা, সম্ৰাট আদিৰ বাতৰি প্ৰকাশ কৰি সমসাময়িক অভিজাততন্ত্ৰৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিছিল।(১০৫)

লক্ষ্মীনাথ বেজবৰুৱাৰো 'আসাম বিলাসিনী'ৰ বিষয়ে কোনো উচ্চ ধাৰণা নাছিল।

---

(১০১) **ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী**, পৃষ্ঠা ৩৪৩,৮

(১০২) পদ্মনাথ গোহাঞি বৰুৱা : **মোৰ সোঁৱৰণী**, পৃষ্ঠা ১৭৪

(১০৩) ঐ, পৃষ্ঠা ৩০৫

(১০৪) ড° যোগেন্দ্ৰ নাৰায়ণ ভূঞা : **উঁৱলি যোৱা নথিৰ পবা**, পৃষ্ঠা ৮৩-৮৬

(১০৫) **অসমৰ বাতৰি কাকত : এটি ৰূপৰেখা**, পৃষ্ঠা ৫০

তেওঁৰ মতে কাকতখনৰ বাক্য গাঁথনি আৰু বিষয় বাছনিয়ে সেই সময়ৰ শিক্ষিত যুৱসমাজক আকৃষ্ট কৰিব পৰা নাছিল। আনহাতে কাকতখনে চলোৱা ব্যক্তিগত বিষোদ্‌গাৰত বয়সস্থ পাঠকসকলো বিৰক্ত হৈ আঁতৰি গৈছিল।(১০৬)

'আসাম বিলাসিনী'ৰ পৰাই প্ৰতিনিধিত্বমূলক বাতৰি এটা আমি এয়া ইয়াত তুলি দিছোঁ। বাতৰিটো কাকতখনৰ ১৭৯৭ শকৰ চৈত্ৰ সংখ্যাত প্ৰকাশ পাইছিল। তেতিয়া ইংৰাজী চন আছিল ১৮৭৬। বাতৰিটো এয়াঃ

## 'আসামৰ মহামহিম চিফ কমিশ্যনৰ'

*এই চৈত্ৰ মাহৰ ৭ তাৰিখে শ্ৰী ল শ্ৰীযুক্ত চীফ কমিশ্যনৰ বাহাদুৰ আউনীআটী সত্ৰ দৰ্শনাৰ্থে আহিছিল। উক্ত মহোদয় শিৱসাগৰ জিলাৰপৰা শিকাৰী ঘাটলৈ গৈ পুনৰ্বাৰ উজাই আহি কমলাবাড়ী ঘাটত ৰ'ল। শ্ৰীশ্ৰীযুতে যে আউনীআটী সত্ৰ দৰ্শন কৰি মহা আহ্লাদিত হৈছে তাক আমি সাহ কৰি ক'ব পাৰোঁ, কাৰণ মহাত্মাৰ হাস্যবদন সন্দৰ্শনেই তাৰ প্ৰধান চিহ্ন অনুমান হয়। সেই ৰাত্ৰি সেই ঘাটতে থাকি পৰদিবস প্ৰাতঃকালেই জাহাজ মেলি উজাই গ'ল।*

***গোস্বামী প্ৰভুৱে শ্ৰীশ্ৰীযুতৰ সদয় ভাব দৰ্শন কৰি পৰম পুলকিত অন্তঃকৰণেৰে ধন্যবাদ দি শ্ৰীশ্ৰীযুত যেন নিৰুদ্বেগে এবং স্বাস্থ্য শৰীৰে থাকি নিৰীহ প্ৰজাবৰ্গক সুখে ৰাখে পৰমেশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰিছে।'***(১০৭)

প্ৰসেনজিৎ চোধুৰীয়ে এনেই কোৱা নাছিল 'আসাম বিলাসিনী' সংৰক্ষণশীল আভ্যন্তৰীণ বাধ্য-বাধকতাৰ ফচল আছিল বুলি।

যি কি নহওক অসমীয়া ভাষাত দুখনমান ধৰ্মীয় পুথি আৰু দুখনমান ধৰ্মীয় আলোচনী প্ৰকাশ কৰাৰ পাছতো সত্ৰৰ ওপৰত আমি আগতে কৈ অহা বাংলা ভাষাৰ প্ৰভাৱ অব্যাহত থাকিল। আউনীআটীৰ অধিকাৰ দত্তদেৱ গোস্বামীয়ে এক বহল মনৰ পৰিচয় দি বাংলা সাময়িকীবোৰ নিয়মিতভাৱে পঢ়ি থাকিল; তেখেতে দেশ বিদেশৰ ঘটনাপ্ৰবাহৰ সম্পৰ্কে সিবিলাকৰ জৰিয়তে নিজকে ওৱাকিবহাল কৰি ৰাখিলে। কিন্তু আন কেতবোৰ বিষয়তো যেতিয়া বাঙালী বাহিৰা প্ৰভাৱ অধিক হ'ল, তেতিয়া তাৰ প্ৰতিক্ৰিয়াও হ'বলৈ ধৰিলে। তেখেতে পশ্চিমীয়া বাদ্যযন্ত্ৰবোৰ সত্ৰলৈ আমদানি কৰা বাবেও বিজাতীয় এইবোৰ উপাদানে আউনীআটীক দূষিত কৰিলে বুলি হৈ হৈ ৰব উঠিল। আউনীআটীত লেখা নাটবোৰো বঙলুৱা ঠাঁচৰ হোৱা দেখা গ'ল। তীৰ্থনাথ শৰ্মায়ো স্বীকাৰ কৰিছে যে সত্ৰাধিকাৰজনৰ আগ্ৰহী মনটোক বাংলা গান, বাংলা কীৰ্তন আৰু আলংকাৰিক ৰচনাই মুহি পেলাইছিল। চীফ কমিচনাৰ জেনকিন্সে তেওঁক বেহেলা বজাই দেখুৱাৰ পাছত অধিকাৰজনে সত্ৰত বেহেলাও প্ৰবৰ্তন কৰিছিল। পাছে বিজাতীয় উপাদানৰ প্ৰতি অধিকাৰৰ এনে অনুৰক্তিৰ প্ৰতিক্ৰিয়া লাহে লাহে জোৰদাৰ হৈ আহিল। আনকি নিষ্ঠাবান ভক্ত পদ্মনাথ গোহাঞি বৰুৱাই অধিকাৰজনক মিনতি জনালে

---

(১০৬) **মোৰ জীৱন সোঁৱৰণ**ৰ পৰা উক্ত গ্ৰন্থত উদ্ধৃত, পৃষ্ঠা ৫০

(১০৭) চককাৰী বিষয়া শ্বেখ ফেৰাউদ্দিনৰ দ্বাৰা পৰিবেশিত বাতৰি **আউনীআটী সত্ৰৰ বুৰঞ্জী**, পৃষ্ঠা ৪৫১-৪৫৩

এই 'বঙালী' বাদ্য যন্ত্ৰ আৰু সামগ্ৰীবোৰ আঁতৰাই পেলাবলৈ। গোহাঞিবৰুৱাই দত্তদেৱ গোস্বামীক খোলাকৈয়ে কৈছিল যে তেখেতে প্ৰচলন কৰা 'বেণ্ডপাৰ্টিটো কোনো কামৰ নহয়। তাৰ সলনি তেওঁৰ মতে বৰগীত ইত্যাদি 'জাতীয়তাবাদী' গীত- মাত- সংগীতহে চৰ্চা কৰিব লগে। গোহাঞিবৰুৱাৰ মতে সেইবোৰ 'জাতীয়তাবাদী' সংস্কৃতিৰ একো একোটা লাইখুটা।[১০৮]

গোহাঞিবৰুৱাৰ এই মতামত তাৎপৰ্যপূৰ্ণ কাৰণ ই অসমীয়া মধ্যবিত্ত শ্ৰেণীটোৰে মতামত প্ৰতিফলিত কৰে। এই শ্ৰেণীটোৱেই সাহিত্য -সংস্কৃতিৰ বিভিন্ন প্ৰতীক বাছি উলিয়াই সিবিলাকৰ ভিত্তিত জাতিটোক সুসংহত কৰাৰ আঁচনি কৰিছিল।

সত্ৰত বাংলা-বাঙালী প্ৰভাৱৰ প্ৰমাণ আৰু আছে। গড়মূৰ-অধিকাৰ পীতাম্বৰ দেৱ গোস্বামীয়েও বাংলা গান গাবলৈ আৰু বাদ্য বজাবলৈ শিকিছিল। তেখেতে **সাপ্তাহিক বসুমতী, বংগবাসী** আৰু **হিতবাদী** আদি বাংলা পত্ৰিকাও নিয়মিতভাৱে পঢ়িছিল। কিন্তু স্বাধীনতা আন্দোলনত সক্ৰিয় ভাৱে জড়িত থকা গুণে তেখেতে অসমীয়া জাতীয় অনুভূতি ভালকৈ অনুধাৱন কৰিব পৰিছিল। তেখেতৰ জীৱনীকাৰ গংগাধৰ হাজৰিকায়ো বিতংকৈ বৰ্ণনা কৰিছে যে বাংলা ভাষা অসমৰ চৰকাৰী ভাষা থকা সময়ত সত্ৰসমূহত বঙালী যাত্ৰা খুবেই জনপ্ৰিয় আছিল। কিন্তু আউনীআটী আৰু দক্ষিণপাট সত্ৰৰ বুৰঞ্জীকাৰ দুজনে এৰাই যোৱাৰ দৰেই গংগাধৰ হাজৰিকায়ো এই প্ৰশ্নটোৰ উত্তৰ দিবলৈ চেষ্টা কৰা নাই ঃ বাংলাৰ ঠাইত চৰকাৰী ভাষা ৰূপে অসমীয়া ভাষাৰ প্ৰতিষ্ঠাৰ বহুদিনৰ পাছলৈকে কিয় আৰু কেনেকৈ সত্ৰসমূহত বাংলা প্ৰভাৱ বৈ গৈছিল?[১০৯]

অৱশ্যে স্বাধীনতা সংগ্ৰামী আৰু সংস্কাৰবাদী পীতাম্বৰ দেৱ গোস্বামীয়ে এই ক্ষেত্ৰত আগভাগ ল'লে আৰু অসমীয়াত নাট লিখা তেখেতেই প্ৰথম সত্ৰাধিকাৰৰূপে পৰিগণিত হ'ল। পাচঁবছৰৰ ভিতৰত তেখেতে ভাওনাৰ বাবে পাচঁখন অসমীয়া নাট লিখি উলিয়ালে।[১১০] নাটবোৰ সাংঘাটিকভাৱে জনপ্ৰিয় হ'ল আৰু শীঘ্ৰেই ভাওনা আৰু থিয়েটাৰৰ ৰূপত অসমীয়া নাটকে চৌদিশ টৌৱাই তুলি বাংলা যাত্ৰাৰ ঠাই দখল কৰিলে। অৱশ্যে এনে নাট ৰচনাৰ কৃতিত্ব সত্ৰ অনুষ্ঠানে দাবী কৰিব নোৱাৰে। পীতাম্বৰ দেৱ গোস্বামী, মিত্ৰদেৱ মহন্ত আদি ৰাজনৈতিকভাৱে প্ৰগতিশীল সত্ৰাধিকাৰ সকলৰ এয়া ব্যক্তিগত কৃতিত্বহে আছিল। সত্ৰৰ দাবী তাত নৰজে।

কালক্ৰমত অসমীয়া জাতীয় ভাৱাবেগে সত্ৰসমূহত অনুপ্ৰবেশ কৰিব ধৰিলে। পূৰ্বতে এনে ভাৱাবেগৰ প্ৰতি উদাসীন হৈ থকা সত্ৰবোৰো এইবাৰ 'জাতীয়' জ্বৰত এনেকৈ কঁপিবলৈ ধৰে যে কোনো কোনো ক্ষেত্ৰত ধৰ্মীয় আনুগত্যৰ ঠাই লয় ভাষিক- জাতীয় চেতনাই। পীতাম্বৰদেৱ গোস্বামীয়ে অসমীয়া বাঙালীৰ দ্বন্দ্বৰ মূল বিষয় দুয়ো মধ্যশ্ৰেণীৰ চাকৰিৰ বাবে

---

(১০৮) মোৰ **সোঁৱৰণী**, পৃষ্ঠা ৮১-৮২

(১০৯) **মহাপুৰুষ শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ**, পৃষ্ঠা ১৩৪-৩৫

(১১০) পীতাম্বৰ দেৱ গোস্বামীয়ে **বলিছলন, যোৱা-ষাত্ৰা, প্ৰহ্লাদ চৰিত্ৰ, ৰাম বনবাস,** আৰু **যুধিষ্ঠিৰৰ অশ্বমেধ যজ্ঞ** ৰচনা কৰে ১৯০৯-১৩ সময়ছোৱাত। উৎস ঃ **মহাপুৰুষ শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ**, পৃষ্ঠা ১৩৪-৩৫

দ্বন্দ্ব বুলি বুজি পাইছিল। এজন ভাল ভাৰতীয় হিচাপে তেখেতে অসমীয়া বাঙালী ঐক্যৰ আহ্বান দিছিল; কিন্তু এজন ভাল অসমীয়া হিচাপে তেখেত অসমীয়া জাতীয় আবেগ আৰু তাৰ বিভিন্ন প্ৰকাশৰ সম্পৰ্কেও সজাগ আছিল।

এনেকৈয়ে পলমকৈ হ'লেও ভাষিক জাতীয়তাবাদে সত্ৰতো পোখা মেলিলে। ভাষিক জাতীয়তাৰ চেতনাই ধৰ্মীয় ক্ষেত্ৰতো স্বতন্ত্ৰতাৰ তাগিদা দিলে। কনকলাল বৰুৱাই প্ৰথম দেখুৱালে কেনেকৈ দক্ষিণপাটে চৰ্চা কৰা তন্ত্ৰ আচলতে বাঙালী তান্ত্ৰিক গুৰুসকলৰ প্ৰভাৱ প্ৰতিৰোধৰ প্ৰচেষ্টাহে আছিল। সেই অৰ্থতে বোলে বৰুৱায়ো অসমীয়া বৈষ্ণৱ সত্ৰবিলাকৰ তন্ত্ৰচৰ্চাৰ সমৰ্থন কৰিছিল। কথাটোত অৱশ্যে পতিয়ন যাবলৈ টান। আউনীআটীৰ বুৰঞ্জীকাৰ তীৰ্থনাথ শৰ্মায়ো বৰুৱাৰ মত খণ্ডন কৰিলে। (বিশ্ব হিন্দু পৰিষদৰ কৰ্মকৰ্তা আৰু অসম সাহিত্য সভাৰ সভাপতি হিচাপে শৰ্মা নিজেই ধৰ্মীয় আৰু ভাষিক সত্তাৰ দোমোজাৰ প্ৰতীক আছিল।) শৰ্মাই ক'লে যে বংশীগোপালৰ সত্ৰসমূহত তন্ত্ৰৰ কোনো স্থান নাছিল। পাছতহে সময়ৰ লগত খাপ খাবলৈ তন্ত্ৰৰ প্ৰবৰ্তন কৰা হৈছিল। অৱশ্যে কনকলাল বৰুৱাৰ লগত এটা কথাত তীৰ্থনাথ শৰ্মাও একমত হৈছিল; সেয়া আছিল বাঙালী গুৰুসকলৰ প্ৰভাৱত বাধা দিয়াৰ বাবেই ৰাজনৈতিক ৰণনীতি হিচাপে দক্ষিণপাটৰ তন্ত্ৰ চৰ্চাৰ প্ৰসংগটো।[১১১]

আনহাতে বেণুধৰ শৰ্মাই দ্ব্যৰ্থহীনভাৱে কনকলাল বৰুৱাক সমৰ্থন কৰিছিল। তেওঁ কৈছিল যে অসমৰ এখন পুৰণি সত্ৰ (অৰ্থাৎ দক্ষিণপাটে) তন্ত্ৰ মতে ধৰ্ম প্ৰচাৰ কৰি অসমৰ পৰম উপকাৰ সাধিছিল। দেশপ্ৰেমিক আৰু জাতীয়তাবাদী দৃষ্টিকোণৰ পৰা সত্ৰখনে তেনে নকৰাহেঁতেন আমাৰ ধৰ্মগুৰু সকলে তেওঁলোকৰ আধিপত্য হেৰুৱালেহেঁতেন।[১১২]

তেওঁলোকে দাবী কৰাৰ দৰে তন্ত্ৰই অসমীয়া জাতিক সহায় কৰক বা নকৰক, এই মতামতে প্ৰমাণ কৰে যে ভাষিক প্ৰসংগবোৰে তেতিয়া ধৰ্মীয় প্ৰসংগবোৰকো সাঙুৰি ল'বলৈ আৰম্ভ কৰিছিল।

অসমীয়া বাঙালী বিবাদ , অসমীয়া ভাষিক জাতীয়তাবাদ আৰু এই ক্ষেত্ৰত সত্ৰৰ সঁহাৰি সম্পৰ্কে এটা আকৰ্ষণীয় দিশ উন্মোচিত হৈছে আদ্ৰে কেন্টলিৰ এটি ক্ষুদ্ৰ পাদটীকাৰ পৰা। তেওঁৰ কৰ্তৃত্বশীল **The Assamese** গ্ৰন্থত এইগৰাকী গৱেষিকাই লিখিছে ঃ

*When I visited Dakhinpat Satra in 1947, I was handed a printed leaflet in which it was written that the Satra derived from Damodar Deva who was initiated by Caitanya Deva of Bengal. The words 'who was initiated by Caitanya Deva of Bengal' had been crossed out. The Assamese in general are not sympathetic towards the Bengalis, by whom they have felt exploited in the past and they have fought a long campaign to win for their language and their culture an independent status. The choice*

(১১১) আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃষ্ঠা ৩৭০

(১১২) দক্ষিণপাট সত্ৰ, পৃষ্ঠা ৯

*here was between an Assamese Shudra (Sankardeva) and a Bengali Brahmin (Chaitanyadeva). Neither was satisfactory. Basudeva Vipra of Orissa, said to be a later thought, is unobjectionable on both counts: he is a Brahmin and he is not a Bengali.*[১১৩]

এই সকু পাদটীকাটোৱেই ধৰ্ম, ধৰ্মীয় পন্থা, উপপন্থা, ভাষা (এই ক্ষেত্ৰত অসমীয়া-বাংলা) আৰু জাতি বৰ্ণৰ (এই ক্ষেত্ৰত ব্ৰাহ্মণ- কায়স্থ) আন্তঃসম্পৰ্কিত প্ৰশ্নবোৰৰ ওপৰত আলোকপাত কৰিছে। এই প্ৰশ্নবোৰৰ ইটোৱে কেনেকৈ সিটোক প্ৰভাৱান্বিত কৰে আৰু ওলোটাই দ্বান্দ্বিক ভাৱে আনটোৰ দ্বাৰা প্ৰভাৱান্বিত হয় সেয়া বৰ আকৰ্ষণীয় বিষয়। এইবিষয়ে সদ্যহতে এইখিনি ক'লেই যথেষ্ট হ'ব যে দামোদৰীয়া পন্থাৰ অনুগামী আউনীআটীৰ অধিকাৰ এজনে অলপতে নিজ মুখে কৈছে যে দামোদৰদেৱক এজন উৰীয়া সন্ন্যাসীয়ে দীক্ষা দিছিল।[১১৪]

এই উৰীয়া সন্ন্যাসীজন যে পৰৱৰ্তীকালত উদ্ভাৱিত, আৰু ৰাজনৈতিক-জাতীয়তাবাদী বাধ্যবাধকতা তথা জাতি বৰ্ণ বিচাৰ বিবেচনাই তেওঁক যে জন্ম দিছিল, তাৰ প্ৰমাণ পোৱা যায় এই কথাত। দামোদৰীয়া পন্থাৰ আউনীআটী অধিকাৰ বিষ্ণুদেৱ গোস্বামীয়ে এশাৰী পদ লিখিছিল য'ত তেওঁ দামোদৰদেৱৰ গুৰু চৈতন্যদেৱ বুলি উল্লেখ কৰিছিল।[১১৫] মন কৰিবলগীয়া যে দক্ষিণপাটৰ বুৰঞ্জীকাৰ বেণুধৰ শৰ্মাই বুৰঞ্জীখনত দামোদৰদেৱৰ গুৰু সম্পৰ্কে এবাৰো উল্লেখ নকৰিলে।

## কানি ঃ সমাজ সংস্কাৰৰ এটা প্ৰশ্ন আৰু সত্ৰৰ ভূমিকা

ওপৰে ওপৰে চালে কানি- আসক্তি আৰু কানি- নিষিদ্ধকৰণৰ দৰে বিষয়ৰ লগত জাতিৰ বিকাশৰ সম্বন্ধ নাই যেনেই লাগিব পাৰে। আমি পাছে আনভাৱে ভাবোঁ। কাৰণ আমাৰ মতে নাপলেয়ই *'চীনক (কানি খাই) শুই থাকিবলৈ দিয়া; চীন সাৰ পালে জগত প্ৰকম্পিত হ'ব'* বুলি কোৱা দৰে ব্ৰিটিছেও অসমৰ মানুহক কানি খুৱাই শুৱাই থ'বলৈ বিচাৰিছিল। সেয়েহে এই উঠি অহা জাতিটোৰ ওপৰৰ পৰা কানিৰ অভিশাপ মোচন কৰা বৰ জৰুৰী হৈ পৰিছিল।

পাছে অসমীয়া মানুহৰ বাবে সেইটোকে কৰি উঠা সহজ নাছিল। সৰ্বজানিক সভাৰ দৰে বে- চৰকাৰী অনুষ্ঠানে কানিৰ সপক্ষে থিয় হৈছিল। সৰ্বজানিক সভাৰ ৰেচ কেইবাজনো নেতা যিহেতু চাহ মালিক আছিল সেয়েহে নিজৰ শ্ৰেণী স্বাৰ্থত তেওঁলোকে কানিৰ সমৰ্থন কৰাটো বুজিবলৈ বেশেষ অসুবিধা নহয়। কিন্তু সত্ৰই কিয় কানি সমৰ্থনকাৰী ভূমিকা লৈছিল,

---

(১১৩) The Assamese, p. 180

(১১৪) দামোদৰদেৱৰ ৫০৯ তম জন্মজয়ন্তীত আউনীআটী অধিকাৰ বিষ্ণুচন্দ্ৰদেৱ গোস্বামীৰ ভাষণ; দৈনিক জনমভূমি ২২-০২-১৯৯৭

(১১৫) 'শ্ৰী দামোদৰ হৰি সন্তৰূপে অৱতাৰি / জগতকে উদ্ধাৰ কৰিলা; / শ্ৰী চৈতন্য নাৰায়ণ আসি মাধৱৰ থানে / শিস কৰি ধৰ্মপাল কৈলা' - দক্ষিণপাট সত্ৰৰ পৃষ্ঠা ১২০

বুজিবলৈ আমি অপাৰগ। তেনে ভূমিকাৰ কিছু তথ্য আমি ইয়াত দাখিল কৰিছোঁ।

প্ৰসেনজিৎ চৌধুৰীয়ে উইলিয়াম জে. বাটলাৰক উদ্ধৃত কৰি দেখুৱাইছে কেনেকৈ বৈষ্ণৱ ধৰ্মত দীক্ষিত কাৰ্বিসকল *'were required to give up the use of spiritual liquors, and in lieu they acquired the pernicious habit of eating opium.'* বাটলাৰৰ সাক্ষ্যৰ ওপৰত ভিত্তি কৰি চৌধুৰীয়ে এই সিদ্ধান্তত উপনীত হৈছে যে উনৈশ শতিকাৰ কানি-আসক্তিৰ ব্যাপকতাৰ লগত বৈষ্ণৱবাদৰ সম্প্ৰসাৰণৰ পৰোক্ষ সম্পৰ্ক আছিল।[১১৬]

কানিৰ সপক্ষে সত্ৰৰ এই ভূমিকাৰ লগত খ্ৰীষ্টিয়ান মিশ্যনেৰীসকলৰ কানি-বিৰোধী ভূমিকাৰ পাৰ্থক্য সুস্পষ্ট। যদিও মিশ্যনেৰীসকলে আন বহু প্ৰশ্নত ব্ৰিটিছ সাম্ৰাজ্যবাদীহঁতৰ পক্ষে থিয় দিছিল, অন্ততঃ কানি বিৰোধিতাৰ ক্ষেত্ৰত তেওঁলোক দৃঢ় আৰু দ্ব্যৰ্থহীন আছিল। প্ৰসেনজিৎ চৌধুৰীয়ে সেয়ে লিখিছে যে অৰুনোদইৰ বিভিন্ন সমাজ সংস্কাৰক ভূমিকাৰ ভিতৰত ইয়াৰ কানি-বিৰোধিতাই আছিল অসমীয়া জাতিৰ বাবে আটাইতকৈ তাৎপৰ্যপূৰ্ণ আৰু উপকাৰী।[১১৭]

ইয়াৰ ঠিক বিপৰীতে আফু খেতিৰ পৃষ্ঠপোষকতা কৰাৰ অপৰাধত আউনীআটী আৰু দক্ষিণপাটে ৫০০ টকাকৈ জৰিমনা ভৰিব লগা হৈছিল। তীৰ্থনাথ শৰ্মাই অৱশ্যে এই নিন্দনীয় কাৰ্যক এইবুলি প্ৰতিৰক্ষা দিবলৈ চেষ্টা কৰিছে যে কানিৰ পৃষ্ঠপোষকতা কৰাৰ অপৰাধত দত্তদেৱ গোস্বামী প্ৰভুৰ ওপৰত জৰিমনা বিহাৰ পাছত এনক্ৰৌঞ্চ বোলা ব্ৰিটিছ জিলা উপায়ুক্তজন তেজবমি কৰি মৰিল। ইয়াৰ দ্বাৰা শৰ্মাই এনে ইংগিত দিছিল যে অতিমানৱীয় শক্তিসম্পন্ন অধিকাৰজনে তেনেকৈয়ে ব্ৰিটিছ বিষয়াজনক ধৃষ্টতাৰ বাবে শাস্তি দিছিল। শৰ্মাই অত্যুৎসাহেৰে সৈতে এই কথাও ঘোষণা কৰিছিল যে আগদিনা কানিৰ বাবে ৫০০ টকা জৰিমনা ভৰিলেও পাছদিনাই শিষ্যসকলৰ পৰা ১০০০ টকা দক্ষিণা পোৱাত সত্ৰাধিকাৰৰ ক্ষতিপূৰণ হৈয়ো লাভ হে হৈছিল।[১১৮]

কিন্তু কেৱল আউনীআটীয়েই আফুখেতিৰ পৃষ্ঠপোষকতা কৰা নাছিল। দক্ষিণপাটৰ অধিকাৰ বসুদেৱ গোস্বামী (১৮২৮– ১৮৭৮ চন)কো একেই অভিযোগত ৫০০ টকা জৰিমনা বিহা হৈছিল। একেজন ব্ৰিটিছ জিলা উপায়ুক্তই নিজে গৈ দক্ষিণপাটৰ দেৱোত্তৰ মাটিত আফু খেতি কৰাৰ প্ৰমাণ পাইছিলগৈ। আমোদজনক ভাবে দক্ষিণপাটৰ বুৰঞ্জীকাৰ বেণুধৰ শৰ্মাই এনক্ৰৌঞ্চ চাহাব 'তেজবমি কৰি মৰা'ৰ ঘুণাক্ষৰেও উল্লেখ কৰা নাই।[১১৯] বেণুধৰ শৰ্মাৰ এই নীৰৱতাই আউনীআটীক জৰিমনা কৰাৰ পাছতে চাহাবজনৰ তেজবমিত মৃত্যুৰ কাহিনীটো তীৰ্থনাথ শৰ্মাৰ কল্পনাপ্ৰসূত বুলিয়েই ধাৰণা জন্মায়। প্ৰসংগতঃ কৈ থোৱা ভাল যে কানি

---

(১১৬) J. Butler : **Travels and Adventures in the Province of Assam**, p. 137-38 প্ৰসেনজিৎ চৌধুৰীৰ **অৰুনোদই**, পৃষ্ঠা ৭৯ ত উদ্ধৃত

(১১৭) প্ৰসেনজিৎ চৌধুৰীৰ **অৰুনোদই**, পৃষ্ঠা ৯৭

(১১৮) **আউনীআটী সত্ৰৰ বুৰঞ্জী**, পৃষ্ঠা ২৫০

(১১৯) **দক্ষিণপাট সত্ৰ**, পৃষ্ঠা ৭০-৭১

খেতি বন্ধ কৰিবৰ বাবে নহয়, কানিৰ পৰা ৰাজহ পাবৰ বাবেহে ব্ৰিটিছে তেনে জৰিমনা কৰিছিল। সত্ৰৰ দেবোত্তৰ মাটিত আফু- খেতিৰ পৃষ্ঠপোষকতা কৰাৰ উপৰিও কেইবাজনো শীৰ্ষস্থানীয় সত্ৰাধিকাৰে মুকলিকৈ কানিৰ সমৰ্থন কৰিবলৈও পাছহোঁহকা নাছিল। দক্ষিণপাটৰ আন এজন সত্ৰাধিকাৰ নৰদেৱ গোস্বামীয়ে (১৮৯৫-১৯২৫ চন) ব্ৰিটিছলৈ চিঠি লিখি জনাইছিল যে কানি নাইকিয়া কৰিব লাগে যদিও চৰকাৰে শামুকীয়া মন্থৰতাৰেহে সেয়া কৰা উচিত। কাৰণ হঠাৎ কানিৰ যোগান বন্ধ হৈ গ'লে বোলে পেটৰ বেমাৰীসকল অকালতে মৰিব।[১২০]

আমোদজনকভাৱে অধিকাৰজনৰ এই বক্তব্যক অসমৰ তেতিয়াৰ মুখ্যসচিব, ধূৰ্ত ব্ৰিটিছ বিষয়া এ. ডব্লিউ বথামে কানিৰ সপক্ষে বাৰুকৈ ব্যৱহাৰ কৰিছিল। অসম বিধান পৰিষদৰ সদস্য কুলধৰ চলিহাই যেতিয়া কানিৰ ওপৰত নিষেধাজ্ঞা দাবী কৰিছিল, তেতিয়া ব'থামে তেওঁক ওলোটাই সুধিছিল, *'Whom should we obey..., the holy saint followed by one third of Assamese Vaisnavs or a lone Chaliha?'* ব'থামুৰ যুক্তিত চলিহা ধৰাশায়ী হোৱাৰ কাৰণ আছিল এই যে কুলধৰ চলিহা দক্ষিণপাটৰেই শিষ্য আছিল। গুৰুৰ তেনে স্থিতিয়ে তেওঁৰ মুখৰ মাত হৰিছিল। ফণীধৰ চলিহাৰ ক্ষেত্ৰতো একেই ঘটনা ঘটিছিল। ৰায়বাহাদুৰ আৰু চৰকাৰী চাকৰিয়াল হোৱা সত্বেও চলিহাই কানিৰ বিৰুদ্ধে সুস্পষ্টভাৱে মাত মাতিছিল। অসম বিধান পৰিষদত ১৯১৯ চনৰ ৫ এপ্ৰিল তাৰিখে দিয়া ভাষণত তেওঁ কৈছিল, ***'If the opium trade is retained, the Assamese race will be almost extinct within about two hundred years hence.'*** (গুৰুত্ব আমাৰ) চলিহাই কানিৰ পৰা অহা ৰাজহক 'কলংকিত ধন' (Tainted money) বুলি আখ্যা দিয়াত ব্ৰিটিছ মুখ্য আয়ুক্ত বিটচন বে'লে সভাপতিৰ আসনৰ পৰা মন্তব্য দিলে যে চলিহাই চৰকাৰী চাকৰিয়াল হিচাপে লাভ কৰা বেতনতো সেই 'কলংকিত ধন' সোমাই আছে; এতেকে সেই ধন তেওঁ ঘূৰাই দিয়া উচিত। চলিহাই ইয়াৰ পাছত বিধান পৰিষদৰ পৰাই পদত্যাগ কৰে।[১২১] ফণীধৰ চলিহাও যিহেতু কুলধৰ চলিহাৰ দৰেই দক্ষিণপাটৰ শিষ্য আছিল, সেয়েহে তেওঁলোকৰ গুৰু, দক্ষিণপাট অধিকাৰৰ কানি সমৰ্থক মতবাদটোৰ বলেৰে বলীয়ান হৈ শিষ্য দুজনৰ কণ্ঠৰুদ্ধ কৰিবলৈ ব্ৰিটিছৰ নিশ্চয় বিশেষ সুবিধা হৈছিল।

সত্ৰাধিকাৰসকলে এনেকৈ কানিৰ পোষকতা কৰাৰ আন পাৰ্থিৱ কাৰণবোৰৰ বাহিৰেও তেওঁলোকৰ কোনো কোনো নিজেই কানিয়া আছিল বুলিও সন্দেহ কৰাৰ থল আছে। আহোম স্বৰ্গদেউসকলৰ আমোলত দক্ষিণপাটৰ অধিকাৰ বিষ্ণুদেৱ গোস্বামী (১৭৮০-১৮২০ চন) দোপাত কানিয়া হিচাপে ৰাজ্যজুৰি 'বিখ্যাত' আছিল। স্বৰ্গদেৱে তেখেতলৈ এপোৱা (প্ৰায় ২৫০ গ্ৰাম) কানি পঠাই দিলে আৰু তাৰে পাঁচটকা (প্ৰায় ৫০ গ্ৰাম) একেবাৰতে

(১২০) দক্ষিণপাট সত্ৰ, পৃষ্ঠা ৮৪

(১২১) অসম বিধান পৰিষদত এ. ডব্লিউ ব'থামৰ ভাষণ; দক্ষিণপাট সত্ৰৰ পৰা উদ্ধৃত, পৃষ্ঠা ৮৪ আৰু অসম বিধান পৰিষদত মুখ্য আয়ুক্তৰ সমিধান; **Planters Raj to Swaraj**, p.90

খাবলৈ প্ৰত্যাহ্বান জনালে। পাঁচটকাটো তুচ্ছ কথা, অধিকাৰ প্ৰভুৱে একে গৰাহে এপোৱা কানি গিলি পেলালে।[১২২] বেণুধৰ শৰ্মাই অৱশ্যে এই ঘটনাতো দৈৱত্ব আৰোপ কৰিবলৈ চেষ্টা কৰিছে ; ইয়াক তেওঁ অধিকাৰজনৰ বিষ হজম কৰা দৈৱিক ক্ষমতা বুলিয়েই ব্যাখ্যা কৰিছে। কিন্তু অবিশ্বাসীজনৰ মনত তথাপিও এই সন্দেহে দোলা দি যাবলৈ বাধ্য যে অধিকাৰজন গভীৰভাৱে কানি-আসক্ত আছিল। হেমচন্দ্ৰ বৰুৱাৰ 'কানিয়াৰ কীৰ্ত্তন'ত (১৮৬১) সত্ৰাধিকাৰসকলক কানিয়া বুলি এনেই দেখুৱা হোৱা নাই। সেইখন কিতাপত আমি ভদ্ৰেশ্বৰ বৰুৱা নামৰ অসমীয়া ভদ্ৰলোক তথা মৌজাদাৰজনে পদ্মপাণি নামৰ মহাপুৰুষীয়া অধিকাৰজনক ঠগ আৰু কানিয়া বুলি গালি পৰা দেখোঁ।[১২৩]

কিন্তু কেইজনমান বা একাংশ সত্ৰাধিকাৰ কানি আসক্ত হ'ল বুলিয়েই ব্ৰিটিছে কোনো এজন সত্ৰাধিকাৰক ৫০ মোন (অৰ্থাৎ ২০০০ কিলোগ্ৰাম) কানি উপহাৰ দিয়াৰ কি ব্যাখ্যা হ'ব পাৰে! চাহ -বাগিছাৰ বাবে একখণ্ড মাটিৰ বিনিময়ত এই উপহাৰ দিয়া হৈছিল।[১২৪] এটা সৰল অংক কৰিলেই এই কথা বুজিব পাৰি যে ২০০০ কিলো কানি এজন মানুহে জীৱনজুৰি খায়ো টুকুৱাব নোৱাৰে। এই সম্পৰ্কে আমি সেইসময়ৰ কানি পানৰ কেতবোৰ পৰিসংখ্যা পৰীক্ষা কৰি চোৱা দৰকাৰ বিষয়টোৰ গভীৰতা বুজাৰ স্বাৰ্থতে।

## তালিকা– ২

| প্ৰতি ১০,০০০ মানুহৰ বিপৰীতে সেৰৰ হিচাবত কানি-উপভোগ[১২৫] | | | |
|---|---|---|---|
| বছৰ | অসম প্ৰদেশ | ব্ৰহ্মপুত্ৰ উপত্যকা | কেৱল থলুৱা অসমীয়া জনসংখ্যা |
| ১৮৮১ | ১২৩.৪ | ২৫৫.৯ | ৩১৩.৪ |
| ১৮৯১ | ৯৫.৫ | ১৮৮.৭ | ২৬৭.২ |
| ১৯০১ | ৮৪.৩ | ১৭৭.৭ | ২৭৪.৯ |
| ১৯১১ | ৮৫.৫ | ১৭২.৭ | ২৭৭.১ |
| ১৯২১ | ৮১.১ | ১৫১.৯ | ২৮৬.৯ |

এই তালিকাৰ পৰা আমি সহজেই হিচাব কৰি উলিয়াব পাৰোঁ যে মায়ামৰীয়া অধিকাৰক ব্ৰিটিছে দিয়া ২০০০ কিলো কানিৰে দহহেজাৰ মানুহক দহবছৰ চলিবলৈ অথবা এক লাখ মানুহক এবছৰ চলিবলৈ যথেষ্ট। তদুপৰি ব্ৰিটিছে দান দিয়া এই কানিখিনিৰ ৰাজহ

(১২২) দক্ষিণপাট সত্ৰ, পৃষ্ঠা ৬০

(১২৩) হেমচন্দ্ৰ বৰুৱাৰ কানিয়াৰ কীৰ্ত্তন, অকনোদই বুগৰ সাহিত্য, পৃষ্ঠা ৮৯ ত উদ্ধৃত।

(১২৪) লীলাম্বৰ দহোতীয়া ঃ মায়ামৰীয়া সমাজ সংস্কৃতি

(১২৫) উৎস ঃ **Assam Congress Opium Enquiry Report** (Jorhat 1925), p. 97; **Planters Raj to Swaraj, p87** ত উদ্ধৃত; নিখুত নহ'লেও এইখিনি তথ্য মোটামুটিভাৱে সঠিক

আছিল প্ৰায়৪০,০০০ টকা, কম লোভনীয় পৰিমাণ নহয়।[১২৬]

এইটো যেনেকৈ সঁচা যে দিনজয় সত্ৰৰ অধিকাৰজনে ব্ৰিটিছে ১৯১২ চনত ডিব্ৰুগড়ত পতা 'কানি-বিৰোধী' সন্মিলন এখনত সভাপতিত্ব কৰিছিল, তেনেকৈ এইটোও সঁচা যে সেই খন সন্মিলনত কানিয়াসকলৰ এখন ৰাজহুৱা পঞ্জীয়ন বহী খোলাৰ বাবেহে মাথো প্ৰস্তাৱ হৈছিল।[১২৭] গড়মূৰ অধিকাৰ পীতাম্বৰ দেৱ গোস্বামীৰ কানি-বিৰোধী সংগ্ৰামখন কিন্তু একক হ'লেও দৃঢ় আছিল। অৱশ্যে পীতাম্বৰ দেৱ গোস্বামী এই ক্ষেত্ৰতো সন্মানিত ব্যতিক্ৰমহে আছিল। অনুষ্ঠান হিচাপে সত্ৰই অসমীয়া জাতিসত্তাক এই বিধ্বংসী নিচাৰ কবলৰ পৰা উদ্ধাৰ কৰিবলৈ লেখত ল'বলগীয়া একোকে কৰা নাছিল। গড়মূৰৰ অধিকাৰে নিজেই অভিযোগ কৰিছিল যে ঘাই ঘাই সত্ৰসমূহৰ অধিকাৰসকলে তেওঁৰ কানি-বিৰোধী অভিযানত যতমানে হেঙাৰহে পাতিছিল।[১২৮] যদিও আমি এই ক্ষেত্ৰত সাধাৰণীকৰণ কৰিবলৈ নাযাওঁ, তথাপিও এই কথা ক'বই লাগিব যে সত্ৰাধিকাৰসকলৰ এক প্ৰভাৱশালী অংশ কানি-আসক্ত হোৱাৰ আৰু কানিৰ প্ৰসাৰত জড়িত থকাৰ সম্পৰ্কে প্ৰাথমিক (prima facie) সাক্ষ্যপ্ৰমাণ পোৱা যায়। এজন সমাজবিজ্ঞানীয়ে আঙুলিয়াই দিয়াধৰণেই কানিৰ এই প্ৰসাৰ ধৰ্ম প্ৰচাৰৰ লগত তাল মিলায়েই ঘটিছিল।[১২৯] কানি নামৰ নিচা এবিধেৰে ধৰ্মৰ (যাক কাৰ্ল মাৰ্ক্সে ৰাইজৰ বাবে কানি বুলি আখ্যা দিছিল) প্ৰচাৰৰ চেষ্টা কৰাৰ এইটো একক অনন্য ঘটনা আছিল।

এনেকৈয়ে ৰাসায়নিক আৰু ধৰ্মীয়, দুয়োবিধ কানিৰ এই অশুভ মিলনে উদীয়মান জাতিসত্তাটোৰ বাৰুকৈয়ে হানি কৰিছিল।

## সত্ৰ আৰু চাহ উদ্যোগ

ঘাই ঘাই সত্ৰবিলাকক ধৰি সত্ৰ-অনুষ্ঠানৰ অধিকাৰত থকা মাটিৰ পৰিমাণ আছিল লাখ লাখ বিঘা। কিন্তু ইয়াৰ উপৰিও সত্ৰৰ মালিকানাত আছিল বহুকেইখন চাহবাগিছা। দক্ষিণপাটৰ বাগিছা কেইখন আছিল ছটাই ,যুগীভেটা, যাদৱপুৰ আৰু কলিয়াবৰ। সত্ৰৰ লা-খেৰাজ (খাজনামুক্ত) মাটিত প্ৰতিষ্ঠিত এই কেইখন বাগিছাৰ উপৰিও মণিৰাম দেৱান, মালভোগ বৰুৱা, দেৱীচৰণ বৰুৱা, হেৰম্বপ্ৰসাদ বৰুৱা আৰু কুলধৰ চলিহাৰ দৰে চাহ-মালিক আছিল এই সত্ৰৰে শিষ্য।[১৩০] মাহৰা- সত্ৰাধিকাৰ ৰাধানাথ গোস্বামীও আছিল এজন চাহ- মালিক।

(১২৬)

| চন | মোনৰ হিচাবত বিক্ৰীত কানিৰ পৰিমাণ | প্ৰতিসেৰত মূল্য (টকা) | ৰাজহ (টকা) |
|---|---|---|---|
| ১৮৬৩-৬৪ | ১,৯২৪ | ১৪.০০ | ১৩,৩৫,৪৬২.০০ |
| ১৮৬৪-৬৫ | ১,৯৩৯ | ২০.০০ | ১৪,৩৫,৪২৬.০০ |

উৎস : Comprehensive History of India, vol V

(১২৭) Planters Raj to Swaraj, p. 38

(১২৮) অসম সত্ৰ সন্মিলনৰ সপ্তদশ সন্মিলনত পীতাম্বৰ দেৱগোস্বামীৰ ভাষণ, বাঁহী, আঘোণ, ১৯৩২

(১২৯) প্ৰসেনজিৎ চৌধুৰী : অকনোদই, পৃষ্ঠা ৭৯

(১৩০) দক্ষিণপাট সত্ৰ, পৃষ্ঠা ২

আউনীআটীৰ অধিকাৰে নিজে দিয়া তথ্য অনুসৰিয়েই সত্ৰৰ মাটিত কেইবাখনো চাহবাগিছা গাঢ়ি তোলা হৈছিল। সেই বিলাক আছিল বৰদৈ, কমলপুৰ, বৈদিহা আৰু গোবিন্দপুৰ। কমলপুৰ গ্ৰাণ্টটো সত্ৰই দুৰ্গেশ্বৰ শৰ্মা আৰু দেবেশ্বৰ শৰ্মাক দিছিল। বৰদৈৰ মালিক আছিল কুলধৰ চলিহা। বৈদিহা দিয়া হৈছিল চন্দ্ৰ কমল বেজবৰুৱাক। এই চাহ বাগিছাবিলাকৰ মাটি সত্ৰৰ তৰফৰ পৰা উক্ত মালিকসকলক লীজত দিয়া হৈছিল, যাৰ বিপৰীতে সত্ৰই লাভ কৰিছিল বৃজন পৰিমাণৰ ৰাজহ।(১৩১)

ড° মনোৰমা শৰ্মাই লিখিছে ঃ

*'প্ৰায় সকলোবোৰ প্ৰধান সত্ৰই, অৰ্থাৎ আউনীআটী, দক্ষিণপাট আৰু কুৰুৱাবাহীয়েও তেঁওলোকৰ লাখেৰাজ মাটি চাহবাগিছাৰ বাবে লীজত দিছিল আৰু সেই লীজত দিয়া মাটিৰ পৰা বছৰি প্ৰিমিয়াম (চালামী) আৰু বাৰ্ষিক খাজনা পাইছিল। ... মন কৰিব লগীয়া যে এই* ***লীজবোৰ উদ্যোগী অসমীয়াকহে দিয়া হৈছিল, ব্ৰিটিছক নহয়।'*** (গুৰুত্ব আমাৰ)(১৩২)

ড° শৰ্মাৰ এই বক্তব্যক তথ্যই সমৰ্থন নকৰে। আউনীআটী অধিকাৰ দত্তদেৱ গোস্বামীৰ জন্মৰ স্বৰ্ণজয়ন্তী আৰু হীৰক জয়ন্তী সমাৰোহত বহু ব্ৰিটিছ চাহ- মালিকেই উপস্থিত আছিল।(১৩৩) অৱশ্যে জন্মতিথি উদযাপনত ব্ৰিটিছ চাহ- মালিকৰ উপস্থিতিয়েই ব্ৰিটিছ চাহ স্বাৰ্থৰ লগত সম্পৰ্ক প্ৰমাণ নকৰে। কিন্তু মুক্তিযুদ্ধৰ নেতা কৃষ্ণ শৰ্মাৰ সাক্ষ্যই সেই সম্পৰ্ক সপ্ৰমাণ কৰে। অসমীয়া বনাম ব্ৰিটিছ চাহ-মালিকৰ দ্বন্দ্বত এখন ঘাই সত্ৰই কেনে ভূমিকা পালন কৰিছিল তাৰেই বিৱৰণ শৰ্মাৰ ডায়েৰীত পোৱা যায়।

কৃষ্ণ শৰ্মাৰ পৰিয়ালৰ (অৰ্থাৎ তেওঁৰ দেউতাক আৰু ভাতৃবৰ্গৰ) যোৰহাটৰ ওচৰৰ মেলেঙত এটা ফি চিম্পল গ্ৰাণ্ট আছিল। তাত তেওঁলোকে এখন বাগিছা খুলিছিল। ওচৰৰ ব্ৰিটিছ চাহ- মালিক এজনৰ লগত দুয়ো বাগিছাৰ সীমামূৰলীয়া গছ এজোপাৰ কথা লৈ শৰ্মাৰ পৰিয়ালৰ ভয়ানক কাজিয়া লাগিল। ব্ৰিটিছ চাহ-মালিকে তেওঁলোকৰ বাগিছাৰ মাজেৰে যোৱা আলিবাটটো বন্ধ কৰি দিলে। ওচৰতে দক্ষিণপাট সত্ৰৰ অলপ মাটি আছিল। শৰ্মাৰ পৰিয়ালে সেই মাটিৰ মাজেৰে বাট এটা বিচাৰি দক্ষিণপাটক কাতৰ প্ৰাৰ্থনা জনালে। দক্ষিণপাট অধিকাৰজনে এই বিনম্ৰ অনুৰোধো প্ৰত্যাখ্যান কৰিলে। ফলত সেই ভূমি অৱৰুদ্ধ (land locked) বাগিছাখন ব্ৰিটিছ মালিককে পানীৰ দামত বেচি দিবলৈ শৰ্মাৰ পৰিয়াল বাধ্য হ'ল। কিন্তু কাহিনীৰ ইমানতো সামৰণি নপৰিল। দক্ষিণপাটৰ যিজনা অধিকাৰে শৰ্মাৰ পৰিয়ালক বাট এটাৰ বাবেও মাটি এচিকটা দিয়া নাছিল, সেইজনাই মেলেং চাহ-বাগিছাৰ ব্ৰিটিছ মালিকক ডাঙৰ গ্ৰাণ্ট এটাকে দি দিছিল।(১৩৪)

এই অধ্যায়ৰ আন ঠাইত আমি দেখুৱাইছোঁ যে ঝাড়খণ্ডী আদিবাসী চাহশ্ৰমিকসকলৰ মাজত ধৰ্মীয়- সামাজিক- সাংস্কৃতিক কাম-কাজ কৰাৰ ক্ষেত্ৰত সত্ৰবোৰ সাধাৰণতেই নিস্পৃহ

(১৩১) Dr. Monoroma Sharma . **Social and Economic Change in Assam : Middle Class Hegemony**, pp 161-166

(১৩২) Ibid, p. 129

(১৩৩) আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃষ্ঠা ২৫৭-২৫৯

(১৩৪) কৃষ্ণ শৰ্মাৰ ডায়েৰী, পৃষ্ঠা ৭

আছিল। অথচ এইসকল চাহ শ্ৰমিক আছিল সমাজৰ এটা সবাতোকৈ অবহেলিত, পদদলিত অংশ। এইখিনিতেই এটা প্ৰশ্ন উত্থাপিত হয় ঃ এই হতভাগা মানুহখিনিৰ প্ৰতি সত্ৰৰ এই ঔদাসীন্যৰ আঁৰত চাহৰ পৰা অহা কেঁচা ধনেও প্ৰভাৱ পেলাইছিল নেকি?

এই ক্ষেত্ৰতে সততে শুনিবলৈ পোৱা এটা যুক্তি হ'ল এই যে পাছপৰা সম্প্ৰদায়বিলাকৰ মাজত কাম কৰিবলৈ খ্ৰীষ্টিয়ান মিশ্যনেৰীসকলকহে ব্ৰিটিছে পৃষ্ঠপোষকতা কৰিছিল, সত্ৰক কৰা নাছিল আৰু সেইবাবেই সত্ৰই তেনে কাম কৰিব পৰা নাছিল। আমাৰ যুক্তি ঠিক তাৰ বিপৰীত। সত্ৰই ব্ৰিটিছৰ কেনে পৃষ্ঠপোষকতা পাইছিল সেয়া আমি ইতিমধ্যে তথ্যসহকাৰে প্ৰমাণ কৰি আহিছোঁ। সত্ৰাধিকাৰ-ব্ৰিটিছ ঘনিষ্ঠতাৰ কথাও দেখুৱাইছোঁ। কৌতূহলোদ্দীপক ভাবে অসমত ব্ৰিটিছৰ প্ৰধান সামাজিক ধৰ্মীয় অৱলম্বন আছিল সত্ৰহে, খ্ৰীষ্টিয়ান মিশ্যন পালিখুঁটাহে আছিল।

কৰঙা কাঠবাপু সত্ৰৰ অধিকাৰ সন্তান তথা চাহ-বাগিছাৰ কৰ্মচাৰী কমলচন্দ্ৰ গোস্বামীৰ কাহিনীটোলৈকে চাওক। সত্ৰাধিকাৰ- সন্তান হিচাপে গোস্বামীয়ে চাহমজদুৰসকলৰ মাজত খ্ৰীষ্টিয়ান ধৰ্ম প্ৰচাৰ পছন্দ কৰা নাছিল। সেয়েহে তেওঁ চিনামৰা চাহ-বাগিছাৰ 'উদাৰ' চেয়াৰমেন কুপলেগু চাহাবক পতিয়ন নিয়ালে তেওঁক বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰাৰ অনুমতি দিবলৈ। তেওঁ নিজেই উক্ত সত্ৰৰ হৈ মজদুৰসকলক শৰণ দিবলৈ লাগি গ'ল। বহুদিনলৈকে গোস্বামীয়ে কুপলেগু চাহাবৰ অনুমতি পত্ৰখন সাঁচি ৰাখিছিল।[১৩৫] পাছত বাগিছাৰ পৰিচালক পৰ্যন্ত হোৱা নকুল চন্দ্ৰ ভূঞাও গোস্বামীৰ এই প্ৰচেষ্টাত হাত উজান দিছিল। অসম সাহিত্য সভাৰ অন্যতম সভাপতি ভূঞা আকৌ আছিল গড়মূৰ সত্ৰৰ শিষ্য। ইয়াৰ পৰা দেখা যায় যে বৈষ্ণৱ ধৰ্ম তথা তাৰ লগতে অসমীয়া ভাষা- সংস্কৃতি ঝাড়খণ্ডী- আদিবাসী চাহ-শ্ৰমিকসলৰ মাজত সত্ৰই প্ৰচাৰ কৰা নকৰাটো কেইবাটাও কাৰকৰ ওপৰত নিৰ্ভৰ কৰিছিল ঃ যেনে ব্ৰিটিছ শাসকৰ স্বাৰ্থ, ব্ৰিটিছ চাহ- মালিকৰ স্বাৰ্থ, অসমীয়া চাহ- মালিকৰ স্বাৰ্থ (যাৰ ভিতৰত সত্ৰাধিকাৰ চাহ- মালিক আৰু সত্ৰ- শিষ্য চাহ- মালিকো আছিল)। এইক্ষেত্ৰত ব্ৰিটিছ ৰ নীতি আছিল চিনামৰাত কৰাৰ দৰে প্ৰয়োজন সাপেক্ষে সত্ৰৰ সেৱা ব্যৱহাৰ কৰা। ধৰ্মৰ ক্ষেত্ৰত ব্ৰিটিছ-সত্ৰ বা মিশ্যন-সত্ৰ কিবা বিৰোধ বা পাৰ্থক্য থাকিলেও উক্ত কেউটা শ্ৰেণীৰ স্বাৰ্থ এটা বিন্দুত মিলি- মেলি একাকাৰ হৈ গৈছিল। সেয়া আছিল ঝাড়খণ্ডী- আদিবাসী চাহশ্ৰমিকসকলক অসমীয়া মূলসুঁতিৰ পৰা বিচ্ছিন্ন কৰি ৰখা, তেওঁলোকক চৰমতম দাৰিদ্ৰ, অপমান আৰু অৱমাননাকৰ জীৱন যাপন কৰিবলৈ বাধ্য কৰা। যিমানেই বেছি বিচ্ছিন্নতা, অসমীয়া সমাজত সিমানে নিম্নতৰ অৱস্থান, বাগিছাত সিমানেই নিম্নতম মজুৰী। এয়া আছিল জাতি গঠনৰ স্বাৰ্থৰ ওপৰত পুঁজিৰ বিজয়ৰ অন্য এক কাহিনী।

## ৰাজকীয় জীৱন চৰ্যা,সামন্তীয় মানসিকতা

শংকৰদেৱ, মাধৱদেৱ, বদুলা আতা আদি প্ৰথম ছোৱাৰ বৈষ্ণৱ মহাপুৰুষসকল আছিল নিষ্কাম ভক্তি আৰু সৰল জীৱন যাপনৰ একো একোটা জীৱন্ত প্ৰতিমূৰ্তি। তেওঁলোকে

(১৩৫) নকুল চন্দ্ৰ ভূঞা স্মৃতিগ্ৰন্থত কমল চন্দ্ৰ গোস্বামীৰ প্ৰবন্ধ, পৃষ্ঠা ৪১

ৰাজকীয় পৃষ্ঠপোষকতা পোৱাও নাছিল আৰু পালেও প্ৰত্যাখ্যান কৰিছিল। বহুদিনৰ পাছত গড়মূৰৰ অধিকাৰ ৰঘুদেৱ গোস্বামীয়ে আন এটা চমৎকাৰ কাণ্ড কৰিছিল। আহোম স্বৰ্গদেউসকলে ৯৬,০০০ বিঘা মাটি দান দিয়াৰ প্ৰমাণ স্বৰূপে যি তাম্ৰৰ ফলি আছিল সেইখনকে তেওঁ ব্ৰিটিছক দেখুৱাবলৈ নগৈ দলিয়াই পেলাইছিল। কাৰণ ব্ৰিটিছ - অনুমোদিত গুৰু হ'বলৈ তেওঁৰ লেশমানো ইচ্ছা নাছিল। কিন্তু তেখেতৰ এই 'খেয়াল' অথবা স্পৰ্দ্ধাৰ দাম গড়মূৰ সত্ৰই বাৰুকৈ ভৰিব লগা হৈছিল। সেই বিপুল পৰিমাণৰ মাটি-সম্পত্তি হেৰুৱাই পেলাইছিল সত্ৰই। কিন্তু সকলো সত্ৰাধিকাৰেই বদুলা আতা, ৰঘুদেৱ গোস্বামী অথবা পীতাম্বৰদেৱ গোস্বামী নাছিল; বৰং কোনো কোনোজন আছিল তাৰ সাক্ষাৎ বিপৰীত।

সেইবাবে সত্ৰাধিকাৰে সত্ৰৰ দায়িত্ব লওঁতেও 'অভিষেক' পাতি লৈছিল। সেয়েহে তেওঁলোকক ৰোমৰ পোপসকলৰ লগত তুলনা কৰা হৈছিল। বহুতে আকৌ অধিকাৰ আৰু ডেকা-অধিকাৰক সম্ৰাট আৰু যুৱৰাজৰ লগতো তুলনা কৰিছিল।[১৩৬] সত্ৰাধিকাৰে ব্ৰিটিছক সম্বৰ্ধনা পত্ৰ দিছিল সোণৰ চুঙাত। কোনো কোনো অধিকাৰৰ জন্মতিথি এনেহে মহাসমাৰোহেৰে উদযাপিত কৰা হৈছিল যে তাক কেৱল ৰাণী ভিক্টোৰীয়াৰ সোণালী জয়ন্তী সমাৰোহৰ লগতহে তুলনা কৰিব পাৰি।[১৩৭] আউনীআটীৰ অধিকাৰ দত্তদেৱ গোস্বামীৰ শ্ৰাদ্ধ একলাখ মানুহৰ সমাবেশ তঅনুষ্ঠিত হৈছিল, যি সকলৰ প্ৰত্যেককে দুসাজকৈ আহাৰ খুউৱা হৈছিল। তদুপৰি অভ্যাগত হেজাৰ হেজাৰ ব্ৰাহ্মণৰ প্ৰত্যেককে গড়ে ১৫ টকাকৈ দিয়া হৈছিল। জনৈক মহন্ত আৰু তেওঁৰ তিনিটা সন্তানে মিলি নগদ ১০৫ টকা আৰু ২৩ অনা সোণৰ মুদ্ৰা দক্ষিণা পাইছিল (এয়া ১৯০৩ চনৰে হিচাব)। শ্ৰাদ্ধৰ দিনা শান্তি-শৃংখলা ৰক্ষাৰ কামত নিয়োজিত হৈছিল এক বিশাল পুলিচ বাহিনী। এখন জাহাজ, এখন ভাপনাও, একষষ্ঠিখন নাও, যোৰহাট ষ্টেট ৰেলৱে'ৰ ষাঠি - সত্তৰটা ডবা ব্যৱহৃত হৈছিল এই ৰাজকীয় কাণ্ডলৈ মানুহ কঢ়িয়াবলৈ।[১৩৮]

দক্ষিণপাটৰ অধিকাৰ নৰদেৱ গোস্বামীৰ শ্ৰাদ্ধ অনুষ্ঠানতো সাত- আঠ হেজাৰ ব্ৰাহ্মণক যথেষ্ট পৰিমাণৰ দান-দক্ষিণা যঁচা হৈছিল। তদুপৰি ২১,০০০ ৰ পৰা ২৪,০০০ আন শিষ্যকো অভ্যৰ্থনা কৰা হৈছিল।[১৩৯] এনেবোৰ অনুষ্ঠানত চাৰিসত্ৰীয়া অধিকাৰসকলে বত্ৰিশ অলংকাৰেৰে সুশোভিত হৈ বিৰাজ কৰিছিল।[১৪০] ন'কলেও হয় যে সত্ৰাধিকাৰসকলৰ এনে ৰাজকীয় আড়ম্বৰে কোনো কোনো ক্ষেত্ৰত আহোম স্বৰ্গদেউসকলৰ জাকজমকতাকো চেৰ পেলাইছিল। স্বাভাৱিকতে ৰাজসিক মৰ্যাদা আৰু সুবৰ্ণ মুদ্ৰাৰ এনে মণিকাঞ্চন সংযোগৰ বিপৰীতে জাতি- গঠনৰ কঠিন কামটো তেওঁলোকৰ বাবে আছিল অনাকৰ্ষণীয় আৰু অ-

(১৩৬) গংগাধৰ হাজৰিকা : মহাপুৰুষ শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ, পৃষ্ঠা ৬

(১৩৭) আউনীআটী সত্ৰৰ বুৰঞ্জীৰ (পৃষ্ঠা ২৫৭-২৫৯) মতে দত্তদেৱ গোস্বামীৰ ৫০ আৰু ৬০ তম জন্মতিথি ৰাজকীয়ভাৱে পালন কৰা হৈছিল।

(১৩৮) আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃষ্ঠা ২৬৫-২৭৬

(১৩৯) দক্ষিণপাট সত্ৰ, পৃষ্ঠা ৯০

(১৪০) ঐ, পৃষ্ঠা ৮২

লাভজনক। সত্ৰাধিকাৰসকলে যেতিয়া এঠাইৰ পৰা আন ঠাইলৈ গমন কৰিছিল, সেয়া আছিল ৰজাৰ চলন। আউনীআটীৰ অধিকাৰে দিনে দুশ টকা ভাৰাত 'পিনিচ' জাহাজ এখন লৈয়ে লৈছিল। প্ৰভু ঈশ্বৰৰ আগমনৰ সংকেত দি জাহাজৰ বিউগুল ঘনে ঘনে বাজি উঠিছিল।[১৪১] প্ৰভুৰ যাত্ৰাপথৰ আগে পাছে আছিল আৰক্ষীৰ বন্দবস্ত।[১৪২] (যেনিবা সেয়া গাড়ীত ৰঙা লাইট জ্বলাই, চাইৰেন বজাই আধুনিক মন্ত্ৰীৰ কাৰাভানহে!) এজন অধিকাৰেতো ১০,০০০ টকা দি এখন বিশাল জাহাজ কিনিয়েই পেলাইছিল ফুৰা-চকা কৰিবৰ বাবে। আন এজনে তেখেতৰ ৰাজকীয় তীৰ্থযাত্ৰাৰ বাবে এখন বাচ বিশেষভাৱে নিৰ্মাণৰ 'অৰ্ডাৰ' দিছিল।[১৪৩] বহুতৰে নিজা হাতী আছিল; যিবোৰ চহকীসকলে তেখেতসকলক উপহাৰ দিছিল। সঁচা কথা ক'বলৈ গ'লে কোনো কোনো সত্ৰাধিকাৰে মাটিত ভৰিয়েই নিদিছিল। তেখেতসকলে জাহাজ, নাও, হাতী অথবা মানৱ- দোলাভাৰীয়ে কঢ়িওৱা দোলাত উঠি সততে বিচৰণ কৰিছিল। যেতিয়া তেখেতসকলে হাতী বা দোলাৰ পৰা নামিছিল, তেতিয়া তেওঁলোকৰ পথত পাৰি দিয়া হৈছিল ঢকঢকীয়া নতুন কাপোৰ। শিষ্যসকলে তেওঁলোকৰ ভৰি ধুৱাই দিছিল। তেখেতসকলৰ ভৰি ধুওৱাৰ পাছত লেতেৰা হোৱা পানীখিনি আকৌ শিষ্যসকলৰ মাজত বিচৰণ কৰা হৈছিল পবিত্ৰ পদজল বুলি। তেখেতসকলৰ ভৰিৰ ধূলিও আনকি বিতৰণ কৰা হৈছিল পবিত্ৰ পদধূলা হিচাপে। তদুপৰি ঘাই সত্ৰাধিকাৰসকলৰ খোৱা পাতৰ উচ্ছিষ্টখিনিও শিষ্যসকলৰ মাজত প্ৰসাদস্বৰূপে বিতৰণ কৰা হৈছিল। এই কথাই নিশ্চয় বহুতকে মনত পেলাব তিব্বতী লামাসকললৈ, যি সকলে শিষ্যক আন বস্তুৰ লগতে নিজৰ বিষ্ঠাও খুৱাইছিল। সেয়েহে এইসকল অধিকাৰে স্বাধীনতা সংগ্ৰামৰ অংশহিচাপে সূতা কটাৰ কাৰ্যসূচীৰ সমৰ্থনতো এটা শব্দও উচ্চাৰণ কৰিবলৈ নাৰাজ হ'ব, তাত আচৰিত হ'বলৈ কিয়েইবা আছে।[১৪৪]

অসহযোগ আন্দোলনৰ সময়ত নবীন চন্দ্ৰ বৰদলৈয়ে কামৰূপত এজন থুলন্তৰ লখিমপুৰীয়া মহন্তক লগ পাইছিল। তেখেতে কঁকালৰ ওপৰছোৱাত এটা ৰঙীন চাৰ্ট আৰু এটা কোট পিন্ধি আছিল। কঁকালৰ তলছোৱাত পিন্ধিছিল এখন চুৰীয়া। ভৰিত আকৌ বুটজোতা। তেওঁৰ চুলিৰ সমুখৰ ছোৱাৰ 'হেয়াৰকাট' আছিল এলবাৰ্ট ষ্টাইলৰ, কিন্তু মূৰৰ পাছফালে তেওঁ সযতনে টিকনি এডাল আপডাল কৰিবলৈ পাহৰা নাছিল।[১৪৫] ইংৰাজী চাৰ্ট-কোট, বুট-এলবাৰ্ট ষ্টাইল হেয়াৰকাটৰ লগত চুৰীয়া আৰু টিকনীৰ এই অদ্ভুত সংমিশ্ৰণে মানুহজনৰ চেহেৰা নিশ্চয় হাস্যকৰ কৰি তুলিছিল। কিন্তু তথাপি প্ৰতীকী অৰ্থত তেখেতে ব্ৰিটিছ -

---

(১৪১) আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃষ্ঠা ২৮৮

(১৪২) ঐ, পৃষ্ঠা ২৮৮, ষত্ত কোৱা হৈছে যে আউনীআটি অধিকাৰৰ তীৰ্থযাত্ৰাৰ কথা জানিব পাৰি অসমৰ ব্ৰিটিছ লেফটেণান্ট গভৰ্ণৰ পৰম প্ৰীত হৈছিল। অধিকাৰৰ দেহৰক্ষী হিচাপে সাতজন আৰক্ষী কনিষ্টবল দিয়াৰ উপৰিও বিভিন্ন প্ৰদেশৰ ব্ৰিটিছ গভৰ্ণৰ সকলালৈও তেওঁ চিঠি লিখি জনাইছিল যাতে প্ৰভুৰ তীৰ্থযাত্ৰা সফল হয়।

(১৪৩) অসম ৰাজ্যিক পৰিবহনৰ সঞ্চালকে হেমচন্দ্ৰ দেৱ গোস্বামীৰ বাবে অৰ্ডাৰ দিয়া এই বাচ খন কলকাতাত বিশেষভাবে নিৰ্মিত হৈছিল। অসমৰ মুখ্য সচিবে গোস্বামীৰ তীৰ্থযাত্ৰা সফল কৰিবৰ বাবে বিভিন্ন ৰাজ্যৰ মুখ্যসচিবলৈ চৰকাৰী চিঠি দিছিল; উৎস : আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃষ্ঠা ৩২৭

(১৪৪) কৃষ্ণ শৰ্মাৰ ডায়েৰী, পৃষ্ঠা ১৫৪

(১৪৫) ভাৰণমালা, পৃষ্ঠা ১৫১

পালিত সত্ৰাধিকাৰ শ্ৰেণীটোৰ প্ৰতিনিধিত্ব কৰিছিল।

স্বাধীনতা সংগ্ৰামী তথা বিপ্লৱী যুৱ- নেতা চন্দ্ৰনাথ শৰ্মায়ো এটা বৰ মজাৰ কাহিনী কৈছিল। এবাৰ এজন মহন্তৰ চৌহদৰ সমুখেদি পাৰ হৈ যোৱা সময়ত শৰ্মা আৰু তেওঁৰ বন্ধু দণ্ডিনাথ কলিতাক (বিখ্যাত লেখক) মহন্তই মতাই নিয়ালে। তেখেতৰ সমুখত জোতা পিন্ধি আৰু ছাতি মেলি যোৱা বাবে মহন্তই তেওঁলোকক বেছ গালি গালাজো কৰিলে আৰু জৰিমনাও বিহিলে। ক্ষমা খোজাৰ পাছতো তেওঁলোকে চাৰি অনা জৰিমনা আদায় নিদিয়ালৈকে মহন্ত ক্ষান্ত নহ'ল। মুক্ত হোৱাৰ পাছত বাহিৰলৈ ওলাই আহি দুয়ো দেখিলে যে ইতিমধ্যে তেওঁলোকৰ জোতা দুযোৰ থোৱা ঠাইৰপৰা উধাও হৈছে। পাছত তেওঁলোকে গম পালে যে দুয়োযোৰ জোতাই বহুদিনলৈকে মহন্তৰে ঘৰ শুৱনি কৰিছিল।[১৪৬]

বিভিন্ন সত্ৰৰ মাজত বিভূতি- বৈভৱ , ক্ষমতা-প্ৰতিপত্তি লৈয়ো প্ৰবল প্ৰতিদ্বন্দ্বিতা চলিছিল। সত্ৰসমূহত ঈৰ্ষা আৰু হিংসাৰ এনেহে প্ৰাদুৰ্ভাৱ চলিছিল যে এজন অধিকাৰে আন এজনক চেৰ পেলাবলৈ যিকোনো পৰ্যায়লৈ যাবলৈ ৰাজী আছিল। পীতাম্বৰ দেৱ গোস্বামীয়ে দিয়া এটা চাঞ্চল্যকৰ উদাহৰণ অনুসৰি, এখন সত্ৰৰ শিষ্যই আনএখন সত্ৰৰ অধিকাৰক হাকুটি লগাই হাতীৰ ওপৰৰ পৰা মাটিত বগৰাই পেলাইছিল যাতে সিজনৰ এটা শিক্ষা হয়।[১৪৭]আমাৰ বাবে এই মাটিলৈ বগৰাই পেলোৱাটো প্ৰতীকধৰ্মী। এইটো যেন সত্ৰ সম্প্ৰদায়ে পৰস্পৰে পৰস্পৰক ধৰাশায়ী কৰাৰেই সমতুল্য। তলৈলে বাগৰি পৰা সময়ত তেখেতসকলে অসমীয়া জাতিসত্তাৰ সমগ্ৰ গাঁথনিটোকে বগৰাই পেলালেহেঁতেন।

জ্ঞানপীঠ বঁটা বিজয়িনী মামণি ৰয়চম গোস্বামীৰ সাহিত্য অকাডেমী বিজয়ী উপন্যাস **'দতাঁল হাতীৰ উঁয়ে খোৱা হাওদা'ৰ** নামটো সেয়েহে উপযুক্ত হৈছে। কাৰণ ই আনৰ সত্ৰ সামন্তীয় প্ৰতিষ্ঠানটোৰ বৰ্তমানৰ পতনোন্মুখ তথা মুমূৰ্ষু অৱস্থাটোৰে চিত্ৰ অংকন কৰিছে। দঁতাল হাতীৰ হাওদাখন সঁচাই উঁয়ে খোৱা। যদিহে সত্ৰ অনুষ্ঠানৰ ভিতৰত কেতবোৰ মৌলিক সাংগঠনিক তথা মতাদৰ্শগত সংস্কাৰ নঘটে, তেনেহ'লে এই হাতীটোৱে অসমীয়া জাতিসত্তাক সংহতকৰণ তথা সম্প্ৰসাৰণৰ দিশত এখোজো আগুৱাই নিব নোৱাৰে। বৰং ই পৰিণত হ'ব এটা বগা হাতীত। অসমীয়া জাতিৰ পিঠিতহে ই বলে নোৱাৰা বোজা হৈ ৰ'ব।

## মুক্তিযুদ্ধত সত্ৰৰ ভূমিকা

অস্তিত্ব আৰু বিকাশৰ বাবে সংগ্ৰামৰত যিকোনো জাতিসত্তাৰ বাবে সাম্ৰাজ্যবাদৰ কবলৰ পৰা জাতীয় মুক্তি লভাটো এক অপৰিহাৰ্য পূৰ্ব চৰ্ত। অসমীয়া জাতিসত্তাৰ ক্ষেত্ৰতো এই কথা সত্য। কিন্তু অনুষ্ঠান হিচাপে সত্ৰই ঔপনিবেশিক শাসনৰ পৰা মুক্তি আৰু স্বাধীনতাৰ উদ্দেশ্য উৰ্দ্ধত তুলি ধৰিবলৈ অক্ষম হৈছিল। চিৰস্থায়ী বন্দবস্ত- সদৃশ ভূমিদানৰ ব্যৱস্থাই সত্ৰসমূহৰ ব্ৰিটিছ আনুগত্য কটকটীয়া কৰিছিল। কে'বাশতিকা জুৰি স্থিতাৱস্থাৰ পক্ষে আৰু

---

(১৪৬) দণ্ডিনাথ কলিতা ঃ কৰ্মবীৰ চন্দ্ৰনাথ, পৃষ্ঠা ১৮

(১৪৭) গংগাধৰ হাজৰিকা ঃ মহাপুৰুষ শ্ৰীশ্ৰীমৎ ধৰ্মাচাৰ্য পীতাম্বৰদেৱ

পৰিবৰ্তনৰ বিপক্ষে স্থিতি লৈ অহা বাবে সত্ৰই এটা অনুষ্ঠান হিচাপে সাম্ৰাজ্যবাদৰ বিৰোধিতা কৰিবলৈ অক্ষম হ'ল। তাৰ বিপৰীতে ধৰ্ম, পন্থা, জাতি- বৰ্ণ আদিৰ পাৰ্থক্য ব্যৱহাৰ কৰি ঔপনিবেশিক শাসন প্ৰগাঢ় কৰাতহে ই ব্যৱহৃত হ'ল।

এই ক্ষেত্ৰত অৱশ্যে একাধিক মহৎ আৰু বৰেণ্য ব্যতিক্ৰম আছিল। গড়মূৰৰ অধিকাৰ পীতাম্বৰ দেৱ গোস্বামীয়ে কেৱল ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধেই বিদ্ৰোহৰ পতাকা উঠোৱা নাছিল; জাতি-বৰ্ণ, সম্প্ৰদায় আদিৰ ভিত্তিটোকে প্ৰত্যাহ্বান জনাই তেখেতে সত্ৰ-সম্প্ৰদায়টোৰ ভেটিটোকে থৰে-থৰে কঁপাই তুলিছিল। কিন্তু গড়মূৰ অধিকাৰে যে সাম্ৰাজ্যবাদৰ বিৰোধিতা কৰিব পাৰিলে আৰু আনসকলে নোৱাৰিলে তাৰ কাৰণটো কি? ইয়াৰ আঁৰত নিশ্চয় কেতবোৰ নিতান্তই বাস্তৱিক কাৰণ আছে। আমি আগতেই উল্লেখ কৰি অহামতে গড়মূৰৰ পূৰ্বতন এজন অধিকাৰে ২৪,০০০ পূৰা অৰ্থাৎ ৯৬,০০০ বিঘা মাটিৰ স্বত্ব পৰিত্যাগ কৰাৰ কথাটোও এইক্ষেত্ৰত প্ৰনিধানযোগ্য। ব্ৰিটিছৰ ছত্ৰ- ছায়াত যাৱজ্জীৱন কটোৱাতকৈ নিৰহ-নিপানী জীৱন যাপন কৰিবলৈকে তেখেতে পছন্দ কৰিছিল। তেখেতৰ পূৰ্বসূৰীৰ এই সাহসী কাৰ্যই পীতাম্বৰদেৱ গোস্বামীকো নিশ্চয় মানসিকভাৱে প্ৰস্তুত কৰি তুলিছিল। কাৰণ তেখেতে যেতিয়া বিদ্ৰোহ কৰিছিল, তেতিয়া তেখেতৰ হেৰুৱাবলৈ মাটি প্ৰায় নাছিলেই। স্বাধীনতা সংগ্ৰামত যোগ দিয়া বাকী সত্ৰীয়াসকলে তেওঁলোকৰ অস্তিত্বৰ বাবে ব্ৰিটিছৰ ওপৰত সিমান নিৰ্ভৰশীল নাছিল বুলিয়েই ক'ব পাৰি, কাৰণ তেখেতসকলৰ আৰ্থিক অৱস্থা আছিল দুৰ্বল বিধৰ।

সত্ৰ-সম্প্ৰদায়ে যে স্বাধীনতা সংগ্ৰামত যোগ দিয়া নাছিল কেৱল সিমানেই নহয়। তেখেতসকলৰ বহুতে এইক্ষেত্ৰত নিষ্ক্ৰিয় থকাৰ বিপৰীতে একাংশই আন্দোলনটোৰ বিৰোধিতা কৰিছিল আৰু আনকি ইয়াত অন্তৰ্ঘাতো কৰিছিল। উদাহৰণস্বৰূপে নগাঁৱৰ বাৰপুজীয়াত ১৯২৬ চনত কৃষ্ণ শৰ্মাই লগ পোৱা সত্ৰাধিকাৰজনৰ কথালৈ আঙুলিয়াব পাৰোঁ। তেখেত উঠি আহিছিল মানুহ- দোলাভাৰীয়ে কান্ধত কঢ়িওৱা দোলাত। তেখেতে এখন বেদীৰ ওপৰত অধিস্থান কৰা অৱস্থাত মানুহে তেখেতৰ ভৰি ধুৱাই পদজল একোটা বাঁহৰ চুঙাত ঘৰলৈ লৈ গৈছিল। কৃষ্ণ শৰ্মা আৰু তেখেতৰ সতীৰ্থবৃন্দৰ বহু অনুৰোধ -উপৰোধ সত্ত্বেও এইজনা গোস্বামীয়ে আনকি সূতা কটাৰ সপক্ষেও একাষাৰো ক'বলৈ ৰাজী হোৱা নাছিল।(১৪৮)

তৰুণৰাম ফুকনৰো সত্ৰ সংক্ৰান্তীয় অভিজ্ঞতা আছিল। কংগ্ৰেছৰ নেতা ফুকনে ১৯৩২ চনৰ অক্টোবৰত আউনীআটীৰ অধিকাৰ হেমচন্দ্ৰ দেৱ গোস্বামীক লগ কৰিলে আৰু স্বাধীনতা সংগ্ৰামৰ বাবে তেখেতৰ নৈতিক সমৰ্থন বিচাৰিলে। লগতে এইটোও ক'লে যে কংগ্ৰেছে তেখেতক প্ৰকাশ্য সমৰ্থনৰ বাবে জোৰ নকৰে। তীৰ্থনাথ শৰ্মাই জনাইছে যে ফুকনৰ পৰামৰ্শৰ পাছত কোনো কোনো আন্দোলনকাৰীয়ে অধিকাৰজনৰপৰা পৰা দান বৰঙণি পাইছিল।

কিন্তু অধিকাৰজনে এই সংক্ৰান্তত ব্ৰিটিছৰ মনত উদ্ৰেক হ'ব পৰা সন্দেহো লগে লগে ভঞ্জন কৰিছিল। অসমৰ ৰাজ্যপাল চাৰ মাইকেল কীনে যেতিয়া তেখেতক সুধিছিলঃ '*আন্দোলনকাৰী বিলাকে তেওঁলোকৰ চৰকাৰ বিৰোধী কাৰ্যকলাপত প্ৰভুৰ পৰা প্ৰেৰণা পাব*

---

(১৪৮) কৃষ্ণ শৰ্মাৰ ডায়েৰী, পৃষ্ঠা ১৫৪

*নে কি?'* তেতিয়া অধিকাৰজনে দৃঢ়ভাৱে তেনে সম্ভাৱনা অস্বীকাৰ কৰিছিল। শিৱসাগৰৰ জিলাৰ উপায়ুক্ত ক্লে' চাহাবকো তেখেতে একেটা উত্তৰেই দিছিল।[(১৪৯)]

বেণুধৰ শৰ্মাই আৰু খোলোচাকৈয়ে স্বীকাৰ কৰিছিল যে চৰকাৰক বিৰোধিতা কৰাটো সত্ৰৰ ধৰ্ম নহয়। সেয়েহে নৱদেৱ গোস্বামীয়ে মোহনদাস কৰমচাঁদ গান্ধীৰ অসহযোগ আন্দোলনক সমূলি বেয়া পাইছিল। চৰকাৰ বিৰোধী আন্দোলনৰ লগত সামান্যতমো সম্পৰ্ক থকা কোনো কথাই কেতিয়াও অধিকাৰৰ সহানুভূতি পোৱা নাছিল।[(১৫০)]

চমুকৈ ক'বলৈ গ'লে এইটো আছিল এটা পলিচী সংক্ৰান্তীয় বিবৃতি আৰু এই বিবৃতি প্ৰায়বোৰ প্ৰধান সত্ৰৰ ক্ষেত্ৰতে প্ৰযোজ্য আছিল আৰু সেইবাবেই বোধহয় দক্ষিণপাটে এহাতেদি যেনেকৈ অস্পৃশ্যসকলক স্পৰ্শ কৰিবলৈ অস্বীকাৰ কৰিছিল, আনহাতে তেনেকৈ স্বাধীনতা আন্দোলনৰ নামত কূটা এগছো স্পৰ্শ নকৰিছিল।[(১৫১)]

স্বাধীনতা আন্দোলনৰ প্ৰতি দক্ষিণপাটৰ অধিকাৰৰ বিৰোধিতাৰ তীব্ৰতা বুজিব পাৰি এই সংগ্ৰামৰ লগত সম্পৰ্কিত সমাজ সংস্কাৰমূলক আন্দোলনবিলাকৰ প্ৰতিও তেখেতৰ বিৰোধিতাৰ পৰা। ব্ৰিটিছৰ প্ৰসন্ন দৃষ্টি পোৱাৰ স্বাৰ্থতে তেখেতে এহাতে বিধৱা পুনৰ বিবাহৰ পৰ্যন্ত বিৰোধিতা কৰিছিল আৰু আনহাতে অস্পৃশ্যতা আৰু কানি-আসক্তি পৰ্যন্ত সমৰ্থন কৰিছিল।[(১৫২)]

আনকি তৰুণৰাম ফুকনেও এইজন গোঁৱাৰ গোবিন্দ অধিকাৰক স্বাধীনতা সংগ্ৰামৰ পুঁজিলৈ পাতি- পইচা এটাও আগবঢ়াবলৈ পতিয়ন নিয়াব নোৱাৰিলে। অথচ ব্ৰিটিছৰ অনুগত সেৱক হিচাপে তেখেতে ৮০০০.০০ টকাৰ বিশাল ৰাশি এটা ব্ৰিটিছৰ যুদ্ধ পুঁজিলৈ ঋণ আগবঢ়ালে। তদুপৰি আন্দোলনৰ পুঁজিলৈ 'নীতিগত কাৰণ'তে এপইচাও দিব নোখোজা এইজন অধিকাৰে আকৌ তৰুণৰাম ফুকনক ব্যক্তিগতভাৱে 'যিমান লাগে সিমান ধন দিম' বুলি প্ৰলোভিত কৰিছিল।[(১৫৩)]

আউনীআটীৰ অধিকাৰে আকৌ সমাজসংস্কাৰক তথা মুক্তিযোদ্ধা পীতাম্বৰদেৱ গোস্বামীৰ বিৰুদ্ধে ষড়যন্ত্ৰত লিপ্ত হৈছিল। চাৰি- সত্ৰীয়াৰ অন্যতম কুৰুৱাবাহী অধিকাৰলৈ দিয়া এখন গোপন চিঠিত আউনীআটীৰ অধিকাৰজনৰ ব্ৰিটিছ সংযোগ স্পষ্ট ভাৱে পৰিলক্ষিত হয়। কুৰুৱাবাহীৰ অধিকাৰজনক আশ্বাস দি তেখেতে লিখা চিঠি আমি ইতিমধ্যে উদ্ধৃত কৰিছোঁ। তাত ব্ৰিটিছৰ লগত তেখেতৰ গোপন সম্পৰ্কও উদ্‌ঘাটিত হয় যেতিয়া তেখেতে গড়মূৰ অধিকাৰজনৰ আসন্ন গ্ৰেপ্তাৰৰ বিষয়ে কুৰুৱাবাহীক আগতীয়াকৈ জনায়। ইয়াৰ বিপৰীতে আনএজন অগ্ৰণী অধিকাৰ কৃষ্ণকান্তদেৱ গোস্বামী আছিল মণিৰাম দেৱানৰ এজন ঘনিষ্ঠ সহযোগী। জাতীয় স্বাধীনতাৰ বাবে কাম কৰোঁতা তেখেতেই আছিল প্ৰথম অধিকাৰ। বেণুধৰ

---

(১৪৯) **আউনীআটী সত্ৰৰ বুৰঞ্জী**, পৃষ্ঠা ৩১৮
(১৫০) **দক্ষিণপাট সত্ৰ**, পৃষ্ঠা ১৯
(১৫১) ঐ পৃষ্ঠা ৮৪
(১৫২) ঐ
(১৫৩) ঐ

শৰ্মাই তেওঁৰ 'মণিৰাম দেৱান' (প্ৰথম সংস্কৰণ, পৃষ্ঠা-২০৫) গ্ৰন্থত লিখিছে যে দেৱানে গোস্বামীলৈ নিয়মিত চিঠি লিখিছিল আৰু তেখেতক ভাৰতবৰ্ষৰ প্ৰাক্ – ১৮৫৭ বিদ্ৰোহী পৰিস্থিতিৰ সম্পৰ্কে অৱগত ৰাখিছিল। ব্ৰিটিছে যেতিয়া অধিকাৰজনৰ এনে সম্পৰ্কৰ কথা জানিব পাৰিলে তেতিয়া তেখেতক কাঢ়া নজৰৰ মাজত গৃহবন্দী কৰি ৰাখিলে। তেখেতৰ কিছু সম্পত্তিও পুলিচে বাজেয়াপ্ত কৰিলে।[১৫৪]

কমলাবাৰী অধিকাৰলৈ লিখা এখন চিঠিত দেৱানে লিখিলে ঃ

***এনেকুৱাই হৈছে বৰ্তমান দেশৰ অৱস্থা ঃ গোটেই শৰীৰ মৰিল, ওপৰছোৱাতহে মাথোন জীৱটো চিমিক চামাককৈ লাগি আছে। ইংৰাজৰ দুৰ্গতি এনেকুৱাই হৈছে। ... কথা বিশ্বাসী গুপুতে ৰাখিব। ৰজাৰ হুকুম বৰ কঠোৰ। আমাৰ চাৰিও পিনে শত্ৰু পিয়াপি দি ফুৰিছে।***[১৫৫]

এই চিঠিখনে প্ৰমাণ কৰে যে কমলাবাৰী-অধিকাৰজন আছিল স্বাধীনতা যুদ্ধৰ প্ৰথমছোৱাৰ শ্বহীদ মণিৰাম দেৱানৰ এজন অতিশয় ঘনিষ্ঠ তথা বিশ্বাসভাজন লোক। দুৰ্ভাগ্যজনকভাৱে এইজন মহান সত্ৰাধিকাৰৰ বিষয়ে বিশেষ একো জনা নাযায়; পীতাম্বৰদেৱ গোস্বামীৰ দৰে তেখেতো হৈ ৰয় এক মহান ব্যতিক্ৰম।

সাম্ৰাজ্যবাদ-বিৰোধী সংগ্ৰামত যোগ দিয়া আনসকল আছিল নিকামুল সত্ৰৰ গহনচন্দ্ৰ দেৱ গোস্বামী, লেটুগ্ৰাম সত্ৰৰ মিত্ৰদেৱ মহন্ত, নগাঁও জামুগুৰি সত্ৰৰ কেদাৰনাথ গোস্বামী, তেলপানী সত্ৰৰ দধি মহন্ত, লক্ষ্মীপ্ৰসাদ গোস্বামী, শ্ৰীমান প্ৰফুল্ল গোস্বামী আদি। আধুনিক শিক্ষাৰে শিক্ষিত কেদাৰনাথ গোস্বামীয়ে তেখেতৰ **স্বপ্নদৰ্শন** (১৯৪৬) গ্ৰন্থত লিখিছিল যে চিপাহী বিদ্ৰোহৰ কে'বাগৰাকী বিদ্ৰোহীয়ে তেওঁলোকৰ সত্ৰত আশ্ৰয় লৈছিলহি। তাৰে এজন আছিল গোকুল দাস ব্ৰহ্মচাৰী।[১৫৬]

গোস্বামী আছিল এজন প্ৰকৃত জাতীয়তাবাদী যিজনে একদশক জুৰি Times of Assam কাকতৰ সম্পাদনা কৰাৰ পাছত সেই পদবীৰ পৰা অনায়াসে পদত্যাগ কৰি ডিগবৈৰ তেলশ্ৰমিক তথা ঝাড়খণ্ডী আদিবাসী চাহশ্ৰমিকসকলৰ সংগ্ৰামৰ সমৰ্থনত জড়িত হৈ পৰিছিল। তেওঁৰ কাম কাজত Times কাকতৰ চাহ-মালিক পৃষ্ঠপোষকসকল বিক্ষুব্ধ হৈ উঠিছিল। তথাপিও গোস্বামী নিজৰ স্থিতিত অবিচল আছিল। তেতিয়াৰ অবিভক্ত লক্ষীমপুৰ জিলাৰ (যাৰ ভিতৰত বৰ্তমানৰ লখিমপুৰ,ধেমাজীৰ উপৰিও দক্ষিণপাৰৰ ডিব্ৰুগড়, তিনিচুকীয়া জিলাও অন্তৰ্ভুক্ত আছিল) ব্ৰিটিছ উপায়ুক্ত চি.এচ. গানিং চাহাব আছিল গোস্বামীৰ বন্ধু। কিন্তু এইজন গানিং চাহাবেই যেতিয়া এখন মিচিং গাঁৱত উচ্ছেদৰ নিৰ্দেশ দিছিল, তেতিয়া গোস্বামীয়ে গৰ্জি উঠিছিল। গোস্বামীয়ে তেখেতৰ সতীৰ্থ চৰ্দাৰ বৈৰাম সিং, যোচেফ আদিক লৈ সেইখন গাঁৱতে বাহৰ পাতিছিলগৈ। এইটো আছিল অন্য এক আৰ্হি য'ত এজন নিষ্ঠাৱান অসমীয়া জাতীয়তাবাদীয়ে এহাতেদি ব্ৰিটিছ সাম্ৰাজ্যবাদ আৰু আনহাতে বৰ্ণবাদ-উগ্ৰজাতীয়তাবাদৰ

---

(১৫৪) সত্ৰীয়া সংস্কৃতিৰ স্বৰ্ণৰেখা, পৃষ্ঠা ৯৮৯

(১৫৫) ঐ, পৃষ্ঠা ৯৯০

(১৫৬) হেৰম্ব বৰদলৈৰ প্ৰবন্ধ, '*কেদাৰনাথ গোস্বামী আৰু স্বপ্নদৰ্শন*', বামধেনু, জুন-জুলাই ১৯৮০

বিৰুদ্ধে যুগপৎভাৱে সংগ্ৰামৰ সূচনা কৰিছিল। গোস্বামীয়ে পাছলৈ কমিউনিষ্ট আন্দোলনত যোগ দিয়ে।

কিন্তু পীতাম্বৰদেৱ গোস্বামী আৰু কেদাৰনাথ গোস্বামীসকল যিহেতু সত্ৰ-সম্প্ৰদায়ৰ ভিতৰত ব্যতিক্ৰমহে আছিল,সেয়েহে তেখেতসকলে সোঁতৰ বিপৰীতে সাঁতুৰিবলগীয়া হৈছিল। তেখেতসকলে অৱশ্যেই এক সদৰ্থক চেতনা তথা কৰ্মৰ প্ৰতিনিধিত্ব কৰিছিল। এনেকৈয়ে অসমীয়া জাতীয় সত্তাৰ গঠন আৰু সংবৃদ্ধিৰ বাবে তেখেতসকলে একক কিন্তু স্মৰণীয় বৰঙণি আগবঢ়াই গৈছিল।

সত্ৰবিলাকৰ ওপৰৰ পৰা জাপি দিয়া সামন্ততন্ত্ৰ নে তলৰ পৰা গঢ়ি উঠা সামন্ততন্ত্ৰৰ উদাহৰণ আছিল, সেই বিতৰ্ক আমি ইয়াতঅৱতাৰণা কৰা নাই । নকৰিও ওপৰৰ আলোচনাৰ ভিত্তিতেই আমি নিঃসন্দেহে এই সিদ্ধান্তলৈ যাব পাৰোঁ যে সত্ৰ আছিল এক সামন্তীয় প্ৰতিষ্ঠান, যাৰ অৱশ্যেই নিজস্ব বৈশিষ্ট্য আছিল। এই ধৰ্মীয় সামন্তবাদ আছিল আহোম সামন্তবাদৰ পৰিপূৰক। দুয়োটাৰে মাজত বিৰোধ থকা সত্বেও সত্ৰৰ উৎপত্তি আৰু বিকাশ ঘটিছিল ৰাজতন্ত্ৰৰ ছত্ৰছায়াতে। লাখেৰাজ আৰু নিস্পিখেৰাজ ধৰ্মোত্তৰ আৰু দেৱোত্তৰ লক্ষ লক্ষ বিঘা মাটি, বহু চাহ-বাগিছা আৰু সু-বিপুল অৰ্থকৰী সম্পদৰ অধিকাৰী সত্ৰ আছিল অসমৰ সৰ্ববৃহৎ আৰু সবাতোকৈ শক্তিশালী সামাজিক ধৰ্মীয় সংগঠন। কিন্তু তথাপিও সত্ৰবোৰ আছিল অনুৎপাদনশীল, উপভোগকাৰী কেন্দ্ৰহে, যিবিলাকে বিপুল পৰিমাণৰ ধন-সম্পদ আহৰণ আৰু সেইবিলাক যথেচ্ছভাৱে খৰচ কৰিছিল। হেজাৰ বিজাৰ কৰ্মবিমুখ খোদৰ পছলাই সত্ৰত ঘাটি পতাৰ সুযোগ পাইছিল। তাৰ বিপৰীতে সামন্তীয় প্ৰতিষ্ঠান হোৱা সত্বেও দিল্লীৰ সামৰিক বাহিনীক বহুবাৰ (সোতৰবাৰ অৱশ্যে নহয়) পৰাস্ত কৰা, বিশাল পুখুৰী আৰু ৰাজ্যজুৰি আলি- পদূলি গঢ়াৰ কৃতিত্ব আহোম ৰাষ্ট্ৰৰ প্ৰাপ্য।

মানৰ আক্ৰমণৰ সময়ত সত্ৰসমূহে ৰাজকোষলৈ ৪,০০,০০০.০০ টকাৰ বৰঙণি দিব পৰিছিল। সেই টকাৰ মূল্য আজিৰ তাৰিখত কমেও চাৰি কোটি টকা হ'ব। সত্ৰাধিকাৰ আদিৰ ব্যক্তিগত স্বাধীনতাৰ বিনিময়ত আউনীআটীয়ে মানক ১৫,০০০.০০ টকাৰ ভেটি দিব পাৰিছিল।[১৫৭] শ্ৰাদ্ধ অথবা জন্মদিনত সিবিলাকে এক লক্ষ মানুহৰ অভ্যৰ্থনা কৰিব পাৰিছিল। কিন্তু তথাপিও সিবিলাকে উৎপাদিকা শক্তিবোৰ মুক্ত কৰিব পৰা নাছিল। এক নতুন উৎপাদন ব্যৱস্থাৰে ধাৰণা সত্ৰৰ বাবে সপোনৰো অগোচৰ আছিল। সেয়েহে সত্ৰই আশ্ৰয় লৈছিল এক আওপুৰণি ব্যৱস্থাৰে দা-দক্ষিণা-কৰ-কাটল (tribute) সংগ্ৰহৰ। সেয়েহে প্ৰথম অৱস্থাত সত্ৰৰ অস্তিত্ব নিৰ্ভৰশীল আছিল আহোম কৰ ব্যৱস্থাৰ ওপৰত আৰু পাছলৈ ব্ৰিটিছ সাম্ৰাজ্যৰ দাক্ষিণ্যৰ ওপৰত। ৰাষ্ট্ৰক বলাই লোৱাৰ কিটিপ সত্ৰৰ জনা আছিল; ফলত নিৰ্বাচিত মুখ্যমন্ত্ৰীসকলকো আমি সত্ৰত সাষ্টাংগে প্ৰণিপাত কৰা দেখা পাইছিলোঁ।

এনেকৈয়ে টিকি থাকিল সত্ৰ, প্ৰাচুৰ্যৰে উপচি পৰিল তাৰ মাজৰ কেতবোৰ। কিন্তু এই প্ৰক্ৰিয়াত শংকৰদেৱ- মাধৱদেৱৰ উদাৰ পৰম্পৰাৰ ঠাই ল'লে মূৰ্তিপূজা, তন্ত্ৰ, সংহতি বিভাজন, ব্ৰাহ্মণ্য আচাৰ- অনুষ্ঠান আৰু সৰ্বোপৰি, জাতি-বৰ্ণবাদ, অস্পৃশ্যতা আৰু আনকি

---

(১৫৭) আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃ-২৩০

কানি-আসক্তিয়ে। এনেকৈ সত্ৰৰ সমৃদ্ধিৰ বিপৰীতে কাঙাল হ'ল অসমীয়া জাতি, নিঃস্ব হ'ল শংকৰদেৱ।

উক্ত আলোচনাৰ ভিত্তিত আমি এতিয়া নিশ্চিতভাৱে এই সিদ্ধান্তলৈ যাব পাৰোঁ যেঃ

১) এসময়ত,অৰ্থাৎ ষোল্ল শতিকাৰ শেহৰছোৱা- সোতৰ শতিকাৰ প্ৰথমছোৱাত অসমীয়া সমাজৰ মতাদৰ্শগত- সাংস্কৃতিক- সামাজিক সংহতকৰণত সত্ৰই এক প্ৰধান ভূমিকা পালন কৰিছিল। সেইখন অসমীয়া সমাজেই কালক্ৰমত আজিৰ অসমীয়া জাতিসত্তা গঢ়ি তুলিবগৈ।

২) কিন্তু যেতিয়া ই ক্ৰমাগতভাৱে প্ৰাতিস্থানিক (institutionalised) ৰূপ পালে, তেতিয়া ই বৈষ্ণৱবাদৰ মূল উদ্দেশ্যকে পৰাভূত কৰিবলৈ আৰম্ভ কৰিলে। মোটামুটিভাৱে এক সময়সীমা টানিবলৈ হ'লে ক'ব পাৰি যে সোতৰ শতিকাৰ দ্বিতীয়াৰ্ধৰ পৰা সত্ৰই ব্ৰাহ্মণ্যবাদী সামন্তবাদৰ দুৰ্গ তথা জাতি- বৰ্ণ বলবৎকাৰী সংস্থা হিচাপে কাম কৰিবলৈ ল'লে। সত্ৰৰে এক ঠেঙুলিৰ পৰা উদ্ভূত মোৱামৰীয়া বিদ্ৰোহক যদি আমি সত্ৰৰ এক ইতিবাচক ফচল বুলি কওঁ, তেনেহ'লে সত্ৰৰ ঘাইসুঁতিটোক আহোম ৰাষ্ট্ৰৰ বশম্বদ বুলি ক'বই লাগিব।

৩) পৰৱৰ্তী কালত সত্ৰৰ গতি আৰু বেছি অধঃমুখী হ'ল। দুৰ্নীতি আৰু স্খলনৰ বোকাত নিমজ্জিত বহু সত্ৰৰে প্ৰধান দায়িত্ব যেন হৈ পৰিল জাতি-বৰ্ণীয় চেতনা আৰু বিদ্বেষৰ চৰ্চা। পীতাম্বৰদেৱ গোস্বামী, গহনচন্দ্ৰ গোস্বামী আদি মহান ব্যতিক্ৰমবিলাক সত্বেও প্ৰতিষ্ঠান হিচাপে সত্ৰই স্বাধীনতা সংগ্ৰামৰ বিৰোধিতা কৰিলে আৰু সেই বিৰোধিতাৰ প্ৰক্ৰিয়াই ইয়াক পৰিবৰ্তন কৰালে এক পশ্চাৎপদ, প্ৰতিক্ৰিয়াশীল প্ৰতিষ্ঠানত; আধুনিক অসমীয়া জাতিগঠন প্ৰক্ৰিয়াত নেতৃত্ব দিবলৈ যি নিতান্তই অসমৰ্থ।

৪) প্ৰতিষ্ঠানটোৰ ভিতৰ চ'ৰাতে চলা পন্থা-উপপন্থাৰ অন্তহীন কাজিয়া- পেচালবোৰে খাটাংকৈ প্ৰমাণ কৰিলে যে আনকি সমূহ বৈষ্ণৱক ঐক্যবদ্ধ কৰিবলৈও ই অক্ষম। অসমীয়া জাতিসত্তাৰ আবিৰ্ভাৱৰ বাবে মঞ্চ তৈয়াৰী কৰাত ইয়াৰ একালৰ যি ভূমিকা আছিল (ষোল্ল শতিকাৰ শেহৰফালে-- সোতৰ শতিকাৰ প্ৰথম ছোৱাত) সেয়া সুদূৰ অতীততে সামৰণি পৰিল; আজি তাৰ বিপৰীতে আধুনিক অসমীয়া জাতি সত্তাৰ গঠনৰ বাটত সত্ৰ পৰিগণিত হৈছে এক বৃহত্তম প্ৰতিবন্ধক ৰূপেই। তাৰ কাৰণো পৰিস্কাৰ ঃ সত্ৰই আজি ব্ৰাহ্মণ্য সামন্তবাদৰ পশ্চাৎমুখী শক্তিৰেই প্ৰতিনিধিত্ব কৰিছে।

## (খ) শ্ৰীমন্ত শংকৰদেৱ সংঘ ঃ প্ৰতিবাদৰ প্ৰাসংগিকতা

অসম আৰু অসমবাসীৰ বিৰুদ্ধে একাংশ সত্ৰৰ অন্যতম বৃহত্তম অপৰাধ হৈছে অস্পৃশ্যতা আৰু জাতি-বৰ্ণগত বৈষম্যত সাৰপানী যোগোৱা। নিম্নবৰ্গৰ লগত খোৱা-বোৱা

কৰিলে সত্ৰই বিহিছিল কঠোৰ শাস্তি, কাকো দিয়া হৈছিল চমতাৰ কোব, কাকো বেলিমুখীয়াকৈ বান্ধি থোৱা হৈছিল জহকালি ওবেটো দিন, কাকো জুই-পানী নিষেধ কৰা হৈছিল ওবেটো জীৱনলৈ। সকলোকে ব্ৰাহ্মণ্য আচাৰ-অনুষ্ঠানৰ নামত লাওলোৱা কৰা হৈছিল। শংকৰ সংঘৰ অন্যতম প্ৰতিস্থাপক হলধৰ ভূঞাৰ জীৱনটোৱেই সত্ৰ আৰু বৰ্ণবাদৰ এনে বিদ্বেষ-বৈষম্য আৰু অস্পৃশ্যতাৰ বিৰুদ্ধে প্ৰতিবাদৰ এক প্ৰতীক। নগাওঁ জিলা কংগ্ৰেছৰ প্ৰধান সম্পাদক তথা মুক্তিযুঁজৰ অগ্ৰদূত হলধৰ ভূঞা আছিল কোচ সম্প্ৰদায়ৰ লোক। তাৰ ফলত তেওঁ মুখামুখি হোৱা ভয়ংকৰ অভিজ্ঞতাবোৰৰ কথা তেওঁ নিজেই শ্ৰীমন্ত শংকৰদেৱ সংঘৰ মুখ্য পদাধিকাৰৰ ভাষণত এনেকৈ কৈছিল ঃ

*হাইস্কুলৰ ষষ্ঠ শ্ৰেণীত পঢ়োঁতে এবাৰ বৰদোৱাত দৌলযাত্ৰা উৎসৱ চাবলৈ গৈছিলোঁ। তাত আমাক কীৰ্তন ঘৰত সোমাবলৈ নিদিছিল। মনত বৰ দুখ লাগিল। মোৰ বৰদেউতা নৰোৱা সত্ৰৰ বৰমেধি আছিল। দৌলৰ সিংহাসন তেখেতৰ হাতেৰে সজা তথাপি মোক অস্পৃশ্যৰ দৰে ব্যৱহাৰ কৰি প্ৰসাদ দিলে। সেইটো অপমান মই জীৱনত পাহৰা নাই। বৰদোৱালৈ যাবলৈ এৰি দিলোঁ।*

*দ্বিতীয়তে এবাৰ মোৰ মেলেৰীয়া জ্বৰ হৈ বৰ কষ্ট পাইছিলোঁ। মই পিতৃ-মাতৃহীন মাউৰা বুলি বৃত্তি শেষ হোৱাৰ পাছত মাচুল মাফ পাইছিলোঁ; কিন্তু ঘনাই স্কুল ক্ষতি হোৱাত এইদৰে স্কুল ক্ষতি কৰিলে বৃত্তি কটা যাব বুলি মোক জনোৱাত অসুখীয়া গাৰেই স্কুললৈ যাবলৈ ল'লো। কিন্তু এদিন স্কুলতে জ্বৰ হোৱাত মাষ্টৰে ছুটী দিলে। মই জ্বৰৰ গাৰেই বহালৈ খোজ ল'লো, কিন্তু প্ৰবল জ্বৰৰ প্ৰকোপত প্ৰায় খোজ কাঢ়িব নোৱাৰা হৈ পৰিলোঁ। তেতিয়া মোৰ কাষেদি যোৱা দুঠাইত দুজন লোকক কাতৰ ভাবে মোক ধৰিবলৈ কোৱা সত্বেও কোনোজনে মোক নুচুলে। তেতিয়াই মই ভাবিলোঁ এই ধৰ্মৰ দিন বোধহয় উকলিল।*[১৫৮]

কোৱা বাহুল্য যে অস্পৃশ্যতা আৰু ঘৃণাৰ এনেবোৰ অভিজ্ঞতা কেৱল শ্ৰীমন্ত শংকৰদেৱ সংঘৰ অন্যতম প্ৰতিস্থাপক হলধৰ ভূঞাৰ জীৱনতে ঘটা নাছিল। সংঘৰ এজন প্ৰধান তাত্ত্বিক সোণাৰাম চুতীয়াৰ অভিজ্ঞতা তেখেতৰ নিজৰ ভাষাতেই শুনক ঃ

*১৯৩১ চনত কাকজান চৰকাৰী মধ্য ইংৰাজী বিদ্যালয়ৰ পৰা বৃত্তিলৈ যোৰহাট স্কুলত ভৰ্তি হ'লো যদিও বৰ্ডিঙত থকাৰ সুবিধা নাপালোঁ। কাৰণ সেই সময়ত এচ. চি. ৰ মই, এচ. টিৰ বংশীধৰ দলে, আমি দুয়ো বৰ্ডিঙত আমাৰ লগত কোনেও নাখায় কাৰণে বাহিৰত থাকিব লগা হ'ল আৰু বহুত অসুবিধা ভোগ কৰিব লগা হ'ল। শেহত স্কুল এৰো এৰোঁ অৱস্থাৰ সৃষ্টি হ'ল। তেতিয়া স্কুলৰ হেডমাষ্টৰ আছিল জেহিৰুদ্দিন আহমেদ। ছাৰে আমাক ক'লে যে 'তহঁতি স্কুল এৰিব নালাগে। মই সুবিধা কৰি দিম। তহঁতৰ হিন্দু ধৰ্মত অস্পৃশ্যতা আছে বাবেই মই একো কৰিব নোৱাৰোঁ।' সেয়ে ছাৰে স্কুলৰ সৰু গুদাম ঘৰ এটা আজৰি কৰি আমাক বান্ধি খাবলৈ দিলে। ... তাৰ পাছত কাকজানৰ গাঁৱৰ ঘৰৰ পৰা খৰি চাউল ভাৰ পাতি অনেক কষ্টৰে পঢ়ি ১৯৩৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ৫ টা বিষয়ত লেটাৰ পাই*

---

(১৫৮) শ্ৰীমন্ত শংকৰদেৱ সংঘৰ পদাধিকাৰসকলৰ ভাষণাৱলী, নগাওঁ ২০০৫, পৃ-৭৯

*উত্তীৰ্ণ হওঁ। সেই বছৰত আমাক ৫ টা লেটাৰ কোনো ছাত্ৰই পোৱা নাছিল। অস্পৃশ্যতাৰ বলি হৈও এনে এক বিজাল্ট কৰাত মোৰ মনত প্ৰবল আত্মবিশ্বাসৰ ভাব জাগি উঠিছিল আৰু অন্যায় আৰু অস্পৃশ্যতাৰ বিৰুদ্ধে সংগ্ৰাম কৰি যাবলৈ স্থিৰ কৰিছিলোঁ।* (১৫৯)

কিন্তু ইমানতো ৰেহাই পোৱা নাছিল সোণাৰাম চুতীয়াই। অসমৰ শীৰ্ষস্থানীয় শিক্ষানুষ্ঠান কটন কলেজত ১৯৩৫ চনতো এই মেধাবী ছাত্ৰজন পুনৰ অস্পৃশ্যতাৰ বলি হৈছিল। কটন কলেজৰ তেতিয়াৰ অধ্যক্ষ বিজয় চন্দ্ৰ সেনগুপ্তই হীনজাতৰ হোৱা বাবে তেখেতক বোলে নিউ হোষ্টেলত থাকিবলৈ দিয়া নাছিল। ড° সূৰ্য কুমাৰ ভূঞাৰ হস্তক্ষেপত অৱশেষত তাত থাকিবলৈ পালেও হোষ্টেলৰ সমূহীয়া ভোজন গৃহত অস্পৃশ্যতাই তেওঁৰ লগ নেৰিলে। ডিব্ৰুগড়ৰ চক্ৰবৰ্তী উপাধিৰ এজন ছাত্ৰই তেওঁৰ পাতলৈ নিজৰ খোৱাপাতৰ মাছ এটুকুৰাকে দলি মাৰি দিয়াৰ দৰে মৰ্মান্তিক ঘটনা দলিত-দৰদীজনে এতিয়াও ব্যথাৰে সোঁৱৰে।(১৬০)

কোৱা বাহুল্য হেজাৰ-বিজাৰ হলধৰ ভূঞা- সোণাৰাম চুতীয়াৰ জীৱনত ঘটা এনে অলেখ অকথিত যন্ত্ৰণা-বেদনাৰ পুঞ্জীভূত ফচলেই আছিল শ্ৰীমন্ত শংকৰদেৱ সংঘ।

সংঘৰ মধ্যমণিহিচাপে সোণাৰাম চুতীয়াই যোৱা ছয় দশকৰো অধিক কাল সত্ৰীয়া ব্ৰাহ্মণ্যবাদৰ বিপক্ষে তাত্ত্বিক যুদ্ধৰ সেনাপতিত্ব কৰি আহিছে। উদাহৰণস্বৰূপে তেখেতৰ **'অসমৰ সত্ৰঃ এক অনুসন্ধান'** নামৰ শেহতীয়া পুস্তিকাখনত হেমচন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, পীতাম্বৰদেৱ গোস্বামী আদিৰ উদ্ধৃতিৰ সহায়ত প্ৰমাণ কৰিছে যে সত্ৰসমূহ জাতপাত, দুৰ্নীতি,ব্যভিচাৰবহে ঘটি হৈ পৰিছে , ধৰ্মকৰ্ম পবিত্ৰতাৰ নহয়। **'বিষোদগাৰৰ বিচিত্ৰ কাহিনী'**তো চুতীয়াই কৈছে যে দক্ষিণপাটৰ দৰে সত্ৰত ১৯৩৪ চনলৈকে দুৰ্গাপূজাত ছাগলীবলি দিছিল, প্ৰায়বোৰ সত্ৰতে সা-সম্পত্তি লৈ সততে মামলা-মোকৰ্দ্দমা চলিছিল, সত্ৰাধিকাৰসকলে গোমাংস বিক্ৰীত আওপকীয়াকৈ সহায় আগবঢ়াইছিল, ইত্যাদি।(১৬১)

চুতীয়াই আনকি বৰ্তমানৰ নামজ্বলা সত্ৰাধিকাৰ সকলৰ বিপক্ষেও প্ৰয়োজন অনুভৱ কৰিলে শাণিত কলম তুলি লৈছে। উদাহৰণস্বৰূপে তেখেতৰ নিজৰ ৮৭/৮৮ বছৰ বয়সত প্ৰকাশিত **'আমি ভগৱানৰ দাস'** পুস্তিকাতো গড়মূৰ সত্ৰৰ এসময়ৰ সত্ৰাধিকাৰ, মুক্তিযোদ্ধা পীতাম্বৰ দেৱগোস্বামীৰ লগত বৰ্তমান আউনীআটীৰ সত্ৰাধিকাৰ ড. পীতাম্বৰ দেৱ গোস্বামীৰ পৃথকীকৰণ কৰি কৈছে ঃ

*প্ৰয়াত এইজনা পীতাম্বৰ আছিল মানৱতাৰ সাগৰসদৃশ। অৱশ্যে তেখেত ডক্টৰ ডিগ্ৰীধাৰী নহয়। বৰ্তমান এই মহান ডিগ্ৰীধাৰী অধিকাৰ জনক ক'ৰ একনাথ ব্ৰহ্মচাৰী, টোগাৰিয়া আদি বাহিৰা লোকবোৰে নাকত ধৰি চাকত ঘুৰাইছে। অসমৰ যুৱকসকলৰ হাতে হাতে একোপাতকৈ ত্ৰিশূল দি একলাখ ত্ৰিশূল বিতৰণ কৰি অসম ৰক্ষা কৰিবলৈ পাংপতা আন্তঃৰাষ্ট্ৰীয় বিশ্বহিন্দু পৰিষদৰ সচিব প্ৰধান ড. প্ৰবীণ টোগাৰিয়াৰ সভাখনৰ উদ্বোধক ড. পীতাম্বৰ দেৱ গোস্বামীয়েই আছিল। পিছত হাত-ভৰি আচাৰিলে কি হ'ব? এনে ভুলৰ কাৰণে সত্ৰসমূহৰ*

---

(১৫৯) দেৱব্ৰত শৰ্মা- জয়ন্ত মাধৱ দত্ত ঃ **পৰম্পৰা আৰু প্ৰতিবাদ**, যোৰহাট, ২০০৫, পৃ-৩৫

(১৬০) ঐ

(১৬১) সোণাৰাম চুতীয়া ঃ **বিষোদগাৰৰ বিচিত্ৰ কাহিনী**, নগাঁও, ২০০১

*বদনাম হোৱা নাইনে?* (১৬২)

এইদৰে তেখেতে ব্ৰাহ্মণ্যবাদৰ মূল পৃষ্ঠপোষক (ৰাষ্ট্ৰীয় স্বয়ংসেৱক) সংঘ পৰিয়ালৰ প্ৰতিও ভ্ৰুকুটি কৰিছে আৰু সঠিক লক্ষ্যত আঘাত হানিছে। সত্ৰ সমূহৰ খেতি-মাটি-কেন্দ্ৰিক শোষণৰ বিপক্ষে কিবা কোৱা বা কৰা পৰিলক্ষিত নহ'লেও আধ্যাত্মিক-তাত্ত্বিক ভাবে সিবিলাকৰ বিপক্ষে যুঁজৰ সূচনা কৰা চুতীয়া নিজ জীৱনতে সত্ৰৰ অস্পৃশ্যতা, শূদ্ৰবিদ্বেষৰ চিকাৰ হোৱাৰ কাহিনী আৰু আছে। দক্ষিণপাট সত্ৰত ১৯৪০ চনত শৰণ ল'বলৈ যাঁওতে সত্ৰাধিকাৰ হৰিদেৱ গোস্বামীয়ে শূদ্ৰ বুলিয়েই শংকৰদেৱ-মাধৱদেৱক অপমান কৰাৰ হোৰ চুতীয়াই বাৰুকৈয়ে তুলিছে।

## মুক্তিযুঁজৰ কষ্টিপাথৰত ৰুলে মুক্তিৰ নিচান

কিন্তু এয়া কেৱল এজন সত্ৰাধিকাৰৰ ওপৰত এজন অপমানিত শিষ্যৰ প্ৰতিশোধৰ কথাই নহয়। চৰম ব্যক্তিগত ক্ষোভ অথবা পৰম ব্যক্তিগত মেধাৰ পৰিচয়েৰেই ডেৰহেজাৰ বছৰ জুৰি গঢ়ি উঠা জগদ্দল পাথৰৰ দৰে ৰাইজৰ বুকুৰ ওপৰত অলৰ অচৰকৈ বহি থকা এটা ব্যৱস্থাক সলাব নোৱাৰি, নোৱাৰি হিলাবও। তাৰ বাবে প্ৰয়োজন লাখ-বিলাখ প্ৰতিজ্ঞাবদ্ধ মানুহৰ মুক্তিযুঁজৰ, নতুন চেতনাৰ। ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে দেশজোৰা স্বাধীনতা সংগ্ৰামৰ বৰদৈচিলাই পাছে সেই চেতনাক চমু চপাই আনিলে।

স্বাধীনতাক খিয়াই কাৰাৰুদ্ধ হৈ আছিল ২৭ বছৰীয়া বিদ্ৰোহী যুৱক সোণাৰাম চুতীয়া, যোৰহাট কাৰাগাৰত। তেতিয়াৰ পৰা ত্ৰিশবছৰ বয়স পৰ্যন্ত তেওঁ আছিল কাৰাবন্দী অথবা গৃহবন্দী। অকল তেখেত কিয়, শ্ৰীমন্ত শংকৰদেৱ সংঘৰ অন্যতম কাণ্ডাৰী হলধৰ ভূঞা, পীতাম্বৰদেৱ গোস্বামী, ৰমাকান্ত মুক্তিয়াৰ আতা, গহন চন্দ্ৰ দেৱ গোস্বামী আদি আছিল মুক্তি ৰণৰ ৰণুৱা; মুক্তিয়াৰ আতাক বাদ দি বাকী কেউজনে ফাটেক খাটিছিল।

এইখিনিতে মন কৰিবলগা কথাটো হ'ল এই যে মহাৰাষ্ট্ৰৰ জোতিবা ফুলে আৰু বংগৰ নমঃশূদ্ৰ নেতা হৰিচাঁদ গুৰুচাঁদে ৰাজনৈতিক মুক্তিৰ সপোন দেখা নাছিল, স্বাধীন ভাৰতৰ কল্পনা কৰা নাছিল। কিন্তু হলধৰ-পীতাম্বৰ-ৰমাকান্ত-গহন-সোণাৰামসকলৰ বাবে আধ্যাত্মিক/সামাজিক মুক্তি আছিল ৰাজনৈতিক মুক্তিৰ ইপিঠি-সিপিঠি, অবিচ্ছেদ্য। সেই অৰ্থত শ্ৰীমন্ত শংকৰদেৱ সংঘৰ আন্দোলনটো বাকী দুটাতকৈ এখোজ আগবঢ়া। কাৰণ মনত ৰাখিব লাগিব যে আজিৰ তাৰিখত তৃতীয় বিশ্বৰ কোনো দেশ তথা জাতিয়েই সাম্ৰাজ্যবাদৰ কবলৰ পৰা জাতীয় মুক্তি অৰ্জন নকৰাকৈ ৰাজনৈতিক-সামাজিক কোনো মুক্তি পাব নোৱাৰে।

## আধ্যাত্মিক চেতনা-জনগোষ্ঠীগত চেতনাৰ যুগলবন্দী

মন কৰিবলগীয়া যে শ্ৰীমন্ত শংকৰদেৱ সংঘৰ আন্দোলনে এক আধ্যাত্মিক আহবান জনালেও ইয়াৰ গণভিত্তি আছে মূলতঃ অসমৰ দলিত-নিপীড়িত-শূদ্ৰ জনতাৰ মাজত। আহোম-

---

(১৬২) সোণাৰাম চুতীয়া : আমি ভগৱানৰ দাস, নগাঁও, ২০০৩

কোচ-চুতীয়া-নাথ যোগী-সূত আদি অ'বিচি - এমঅ'বিচি সম্প্ৰদায় বিলাকেই ইয়াৰ প্ৰধান আধাৰ; নেতৃত্বত ভালেসংখ্যক বৰ্ণ হিন্দু থাকিলেও সেই অনুপাতে বৰ্ণহিন্দু প্ৰাথমিক সদস্য ইয়াৰ নাই। আহোম সম্প্ৰদায়ৰ পৰা অহা শশীচন্দ্ৰ বৰবৰুৱা আৰু বিৰিঞ্চিকুমাৰ বাৰুৱতী, কোচ-ৰাজবংশী সকলৰ মাজৰ লক্ষেশ্বৰ শইকীয়া আৰু হলধৰ ভূঞা, চুতীয়া সম্প্ৰদায়ৰ সোণাৰাম চুতীয়া আৰু মুখ্যেশ্বৰ শইকীয়াই সংঘৰ শীৰ্ষতম পদবী 'পদাধিকাৰ' হয়। কৈৱৰ্ত সম্প্ৰদায়ৰ ইলাৰাম দাস আৰু সূত সম্প্ৰদায়ৰ সনৎৰাম বৰা আকৌ কিবা কাৰণত পাছত আঁতৰি যায়/ বিতৰ্ক হয়। এই সম্পৰ্কে আমি পাছত পুনৰ উল্লেখ কৰিম।

শ্ৰীমন্ত শংকৰদেৱ সংঘৰ অন্যতম প্ৰতিষ্ঠাপক হলধৰ ভূঞা আছিল একাধাৰে (১) মুক্তিযোদ্ধা অৰ্থাৎ ৰাজনৈতিক মুক্তিৰ দাবীদাৰ (২)শ্ৰীমন্ত শংকৰদেৱ সংঘৰ অন্যতম প্ৰতিষ্ঠাপক অৰ্থাৎ আধ্যাত্মিক মুক্তিৰ স্বপ্নদ্ৰষ্টা আৰু (৩) কোচ-ৰাজবংশী ক্ষত্ৰিয় সম্মিলনীৰ নেতা, অৰ্থাৎ জনগোষ্ঠীগত সমতাৰ সংগ্ৰামী। একেদৰে সোণাৰাম চুতীয়াও আছিল (১) ৰাজনৈতিক স্বাধীনতাৰ ৰণুৱা, (২) আধ্যাত্মিক-সামাজিক মুক্তিপিয়াসী শ্ৰীমন্ত শংকৰদেৱ সংঘৰ তাত্ত্বিক সংগঠক আৰু (৩) চুতীয়া জাতি সম্মিলনৰ লগত জড়িত। উল্লেখযোগ্য যে ১৯৪৬ চনত মৰাণত বহা সদৌ চুতীয়া জাতি সম্মিলনত সোণাৰাম চুতীয়াই ছাত্ৰ সম্মিলনৰ সভাপতিত্ব কৰে; অথচ সেই একে বছৰতে তেওঁ শ্ৰীমন্ত শংকৰদেৱ সংঘতো যোগ দিয়ে। একে বছৰতে জনগোষ্ঠীগত আৰু ধৰ্মীয় দুয়ো সমান্তৰাল সুঁতিত যোগ দিয়া, আৰু ঠিক সেই বছৰটোৱেই ভাৰতৰ 'স্বাধীনতা' অৰ্জনৰ আগৰ বছৰটো হোৱা - এয়া জানো মাথো কাকতালীয় সংযোগ? নিশ্চয় নহয়। ইটো ঘটনাই সিটো ঘটনাক প্ৰভাৱিত কৰিছিল নিশ্চয়, যাৰ ভিতৰত নিৰ্ণায়ক আছিল মুক্তিৰণ।

## নাৰী মুক্তি তথা শূদ্ৰাতিশূদ্ৰ মুক্তি

মহাৰাষ্ট্ৰৰ জোতিবা ফুলেই তেওঁৰ 'সৰ্ব একন্দৰ স্ত্ৰী পুৰুষ' তত্ত্বৰ জৰিয়তে নাৰীপুৰুষৰ সমতাৰ পক্ষে দৃঢ়ভাৱে থিয় হৈছিল।(১৬৩) নাৰী-অধিকাৰৰ সাব্যস্তকৰণ ফুলেৰ বাবে আছিল শূদ্ৰাতিশূদ্ৰৰ অধিকাৰৰ সংগ্ৰামৰ এক মৌলিক অংশ। ফুলেই স্ত্ৰী শিক্ষাৰ বাবে বিদ্যালয়ো খুলিছিল; একেটা কামতে অতিশয় গুৰুত্ব দিছিল বংগৰ নমঃশূদ্ৰ-মতুৱা নেতা গুৰুচাঁদ ঠাকুৰেও(১৬৪)। শ্ৰীমন্ত শংকৰদেৱ সংঘই বিশেষভাৱে স্ত্ৰী শিক্ষাৰ বাবে উদ্যোগ লোৱাৰ কথা আমি নাজানো। কিন্তু আধ্যাত্মিক ক্ষেত্ৰত নাৰীসকলক উলিয়াই অনাত তেওঁলোকে জোৰ দিছে। আই মাতৃসমাজ গঠন কৰি সকলোবোৰ ধৰ্মীয় অনুষ্ঠানতে মহিলাক আসন দিছে। অৱশ্যে সংঘৰ পদাধিকাৰসকলৰ ভিতৰত কোনো মহিলা নাই; জিলা সভাপতি-সম্পাদক সকলৰ ভিতৰত কোনোবা আছেনে নাই জনা নাযায়।

আধ্যাত্মিক পৰ্যায়ত নাৰীৰ অধিকাৰৰ কথা ক'বলৈ গৈ সোণাৰাম চুতীয়াই

---

(১৬৩) G.P. Deshpande (ed): **Selected Writings of Jotirao Phule**, Delhi, 2002.

(১৬৪) কপিলকৃষ্ণ ঠাকুৰ : **গুৰুচাঁদ ঠাকুৰ ও অন্ত্যজ বাংলাৰ নবজাগৰণ**, কলকাতা, ১৯৯৮

ব্ৰাহ্মণ্যবাদী পুৰুষতান্ত্ৰিক কৰ্তৃত্বক কিছু পৰিমাণে হ'লেও প্ৰত্যাহবান জনাইছে। তেখেতে বাৰম্বাৰ প্ৰশ্ন সুধিছে, লগুণ উপবীতবিহীন ব্ৰাহ্মণী নাৰী জানো সম্পূৰ্ণ ব্ৰাহ্মণ? শাস্ত্ৰ-ব্ৰাহ্মণৰ দৃষ্টিতেই নাৰীসকল শূদ্ৰৰ সমপৰ্যায়ৰ।

## অৰ্থনীতিৰ অ-আ-ক-খ

জোতিবা ফুলেই মহাৰাষ্ট্ৰৰ কৃষি অৰ্থনীতিৰ ওপৰত গুৰুত্ব দিছিল। হৰিচাঁদ গুৰুচাঁদে জলাতক ফৰীদপুৰত ঘৰে ঘৰে নাও সাজি বেহা-বেপাৰত জোৰ দিছিল। শ্ৰীমন্ত শংকৰদেৱ সংঘৰ অৰ্থনৈতিক চিন্তাৰ বিষয়ে বিশেষ জনা নাযায়। সংঘৰ নগাঁৱৰ মুখ্য কাৰ্যালয়ত অৱশ্যে এটা ব্যৱসায়িক ভৱন গঢ়ি উঠিছে। এইখিনিতে মন কৰিবলগা যে মতুৱা নেতা গুৰুচাঁদ ঠাকুৰে যেনেকৈ প্ৰতিটো পৰিয়ালৰ প্ৰতিসাজৰ পৰা এমুঠিকৈ চাউল বচাই এটা বিশাল পুঁজি গঢ়ি তুলিছিল (সেয়া ১৯০৮ চনৰ কথা), ঠিক সেই আদৰ্শেৰেই পৰবৰ্তী কালত শ্ৰীমন্ত শংকৰদেৱ সংঘয়ো মুষ্টিভিক্ষাৰ জৰিয়তেই সংগঠনৰ পুঁজি গঢ়ি তুলিছিল। সংঘৰ হিচাব ৰক্ষাৰ পদ্ধতিৰো এটা আৰ্হি তলত দিয়া হ'লঃ

| ক্ৰমিক নং | প্ৰাথমিকৰ নাম | গৃহ | সংগী | সভ্য বৰঙণি | গুৰু অবিহণা | সাহিত্য | সংস্কৃতি | মুষ্টিদান | অৰ্চনি | বিবাহ | মৃতাহা | বৃক্ষদান | আৰ্তসাহায্য | শিক্ষা | নিৰ্মাণ | দান | মুঠ |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| *** | *** | *** | *** | *** | *** | *** | *** | *** | *** | *** | *** | *** | *** | *** | *** | *** | *** |

## দেৱভাষা নহয়; ৰাইজৰ মুখৰ মাত

জোতিবা ফুলেই সৰল-সহজ, জতুৱা ঠাঁচ, ফকৰা যোজনা পূৰ্ণ ভাষাৰে কৈছিল আৰু লিখিছিল। হৰিচাঁদ-গুৰুচাঁদেও সহজ-সৰল গাঁৱলীয়া বাংলা গীত-পদেৰে তেওঁলোকৰ বাণী প্ৰচাৰ কৰিছিল। কথাষাৰ সাধাৰণ যেন লাগিলেও তাৎপৰ্যপূৰ্ণ। কাৰণ তাৰ আগলৈকে ধৰ্মপুথি, শাস্ত্ৰসমূহ লিখা হৈছিল কেৱল সংস্কৃতত। সেই ভাষাক দেৱভাষা বুলি আখ্যা দি সাধাৰণ ৰাইজক গ্ৰন্থসমূহৰ তাৎপৰ্য বুজাৰ পৰা বঞ্চিত কৰা হৈছিল। সংস্কৃতৰ ওপৰত প্ৰতিষ্ঠিত হৈছিল ব্ৰাহ্মণসকলৰ একাধিপত্য। জ্ঞানৰ ওপৰত নিয়ন্ত্ৰণ আছিল শোষণৰ স্বাৰ্থতেই জৰুৰী। সংস্কৃতৰ পৰিবৰ্তে গ্ৰাম্য মাৰাঠী, কথিত বাংলা, জতুৱা অসমীয়া প্ৰয়োগ সেই অৰ্থত আছিল জ্ঞানৰ বিকেন্দ্ৰীকৰণ তথা গণতান্ত্ৰিকীকৰণ। *'শূদ্ৰই যদি ভুলতো বেদৰ ধ্বনি শুনিবলৈ পায়, তেন্তে তাৰ কাণত গৰম সীহ গলাই ঢাল দিব লাগে'* মনু সংহিতাৰ এই উক্তিটো যেন জোতিবাও-

গুৰুচাঁদ-সোণাৰাম সকলে প্ৰত্যাহ্বান জনাইছিল। যোৱা ছটা দশকত অতি কমেও ১০,০০০ (দহ হেজাৰ)ঘণ্টাৰ অনৰ্গল, সাৱলীল বক্তৃতা আৰু ১৪ খন গ্ৰন্থ প্ৰণয়ণেৰে হাত মুখ দুয়োটা সমানে চলোৱা নতুন সব্যসাচীৰ দৰে সোণাৰাম চুতীয়ায়ো অসমত বাগ্মিতাৰ নতুন অভিলেখ স্থাপন কৰিছে; লেখনীৰে গঢ়িছে গ্ৰেনাইট কঠিন যুক্তি-তত্বৰ বুনিয়াদ।

সংঘই আনকি *'মহাপুৰুষীয়া ধৰ্মৰ মূলনীতিৰ বিৰোধী কথাখিনি বাদ দি'* বিবাহ বিধিখনো অসমীয়াতে লিখে, য'ত সংস্কৃত মূলবোৰো যথা সম্ভৱ পাদটোকাত প্ৰমাণৰূপে দিয়া হয়। ১৯৫৩ চনতে প্ৰণীত ইয়াৰ এই বিবাহ বিধিৰ এঠাইত আছে ঃ

*বৰ ঃ তোমাৰ যি হৃদয় আজিৰ পৰা মোৰ হওক। তুমি মোৰ সজবাক্য একমনে পালন কৰিবা। মোৰ জীৱনৰ ব্ৰত পালনত সহায়কাৰিণী হ'বলৈ ভগৱন্তই তোমাক নিযুক্ত কৰক।*

*কন্যাঃ আপুনি মোক লগত লৈ ঈশ্বৰৰ উপাসনা আদি ধৰ্মকাৰ্য কৰোঁতে মই আপোনাৰ সহধৰ্মিনী হ'ম। জ্ঞাতি কুটুম আৰু ভকত বৈষ্ণৱক সেৱা-শুশ্ৰুষা আৰু গৰু আদি পালন কৰোঁতে মই আপোনাৰ সহধৰ্মিনী হ'ম। আপুনি নামঘৰ সজোৱা আদি লোকসেৱামূলক পৱিত্ৰ কামত মোক সহধৰ্মিনীৰূপে পাব। নিজ বা পৰ দেশত বাণিজ্য আদি কৰোঁতে মোক সদায় সহধৰ্মিনীৰূপে পাব।*

সংস্কৃতৰ কবলৰ পৰা এনেকৈ আচাৰ-অনুষ্ঠানবোৰক মুক্ত কৰি সিবোৰক সৰ্বসাধাৰণৰ বাবে সহজবোধ্য কৰি তোলা হৈছে; আনহাতে সৰলীকৰণৰ জৰিয়তে এফালেদি সময় বচোৱা হৈছে, আনফালে টকা-পইচাৰ ক্ষেত্ৰতে যথেষ্ট মিতব্যয় সম্ভৱ হৈছে। চুতীয়াদেৱৰ ভাষাত, '........ *শাস্ত্ৰবিলাকত ধৰ্মৰ এই ভাৱ সিচঁৰতি হৈ আছিল, মহাপুৰুষে যেনিবা সেই ৰত্নবাজি একত্ৰিত কৰি স্ত্ৰী-শূদ্ৰ নিৰ্বিশেষে সকলোৰে কাৰণে সহজলভ্য কৰি মাতৃভাষাত দান দি গৈছে।'... 'গাৰো ভোট যৱনাদি'*সকলোৰে বাবে ধৰ্মৰ বাণী প্ৰচাৰৰ এই প্ৰক্ৰিয়াক শ্ৰীমন্ত শংকৰদেৱ সংঘই আগুৱাই নিছে।

## এঘাৰদিনীয়া বনাম মাহেকীয়া ঃ
## সামাজিক অধিকাৰৰ প্ৰশ্ন ঃ কেৱল ঔপচাৰিক নহয়

ওপৰে ওপৰে চালে কোনে মৃতকৰ সকাম এঘাৰদিনত পাতিব, কোনে তেৰ দিনত/চৌদ্ধ দিনত/ উনৈশ দিনত অথবা এমাহত, সেইবোৰ বিশুদ্ধভাৱে আচাৰ-অনুষ্ঠানিক বা ঔপচাৰিক (ritual) প্ৰশ্ন যেন লাগিব পাৰে। আমাৰ দৰে নাস্তিক, মাৰ্ক্সবাদৰ ছাত্ৰৰনো তাত কি গৰজ থাকিব পাৰে ? কিন্তু আছে, গৰজ আছে; কাৰণ এয়া যিমান ঔপচাৰিক, তাতকৈ বেছি সামাজিক অধিকাৰ আৰু অৰ্থনৈতিক সমতাৰ প্ৰশ্ন। ব্ৰিটিছ গৱেষিকা Audrey Cantlie য়ে তেওঁৰ **The Assamese** গ্ৰন্থৰ '*Sri Shankardeva Sangha*' অধ্যায়ত লিখিছেঃ

*The point of controversy which proved the starting point of the Vaishnava reform sects related to the period of impurity*

(asoc) *to be observed by non Brahman castes on a death in the family. Traditionally in Assam Brahmans observe ten days ritual impurity on a death, performing the first* sraddha (adya sraddha) *on the eleventh day, and non Brahmans observe thirty days ritual impurity, performing the* sraddha(kaj) *on the thirty first day. In the 1930s in Nowgong district, a number of prominent non Brahmans began to challenge this distinction on the grounds that they were not inferior to Brahmans and that it was a matter of presumption only that the soul of a Brahman, being superior to the soul of a Sudra, rached heaven more quickly,*[১৬৫]

ব্ৰাহ্মণৰ আত্মাই দহদিনতে স্বৰ্গ-গৈ পালে শূদ্ৰৰ যদি এমাহ লাগে, তেনেহ'লে শূদ্ৰ মৃতকৰ আত্মাৰে কেৱল নহয়, জীৱিত সকলৰো প্ৰচুৰ ক্ষতি। কাৰণ তেওঁলোকে এমাহ জুৰি লঘোণে-ভোকে ব্ৰতত থাকিব লাগিব, খেতিৰ পথাৰ বা আন উৎপাদনশীল কামৰ পৰা বিৰত থাকিব লাগিব। এমহীয়া প্ৰক্ৰিয়াটোত তেওঁলোকৰ বেছি ভৰণি হ'ব আৰু তৎসত্বেও বামুণৰ দহদিনেই যেতিয়া শূদ্ৰৰ এমাহৰ সমান হ'ব তেতিয়া তেওঁ ব্ৰাহ্মণতকৈ সামাজিক ভাৱে অন্ততঃ তিনিগুণ তলত থাকিব। ঔপচাৰিক সমতাৰ বাবে শংকৰ সংঘৰ আন্দোলন সেয়েহে সামাজিক-অৰ্থনৈতিক সমতাৰ বাবে আন্দোলনৰ লগতে সম্পৃক্ত। আদ্ৰে কেন্টলিয়ে তেখেতৰ গৱেষণা গ্ৰন্থত সেই অৰ্থতে একাধিকবাৰ সংঘৰ কথা উদ্ধৃত কৰিছে।

## সম্ভাৱনা আৰু সীমাবদ্ধতা

শ্ৰীমন্ত শংকৰদেৱ সংঘই অলপতে মহাৰজতজয়ন্তী বৰ্ষ পালন কৰিলে। শদিয়াৰ পৰা ধুবুৰীলৈ ব্যাপ্ত ই আজি অসমৰ বৃহত্তম সামাজিক সংগঠন। হওঁতে ১৯১৭ চনত গঠিত অসম সাহিত্য সভা ইয়াতকৈ পুৰণি হ'লেও সভা মেদবহুল; সুসংগঠিত নহয়; তদুপৰি সি উগ্ৰ-জাতীয়তাবাদী, ৰাজনৈতিক আৰু দুৰ্নীতিগ্ৰস্ত। তাৰ বিপৰীতে সংঘ যথেষ্ট সুসংঘবদ্ধ। কেৱল যোৰহাট জিলাতেই ৪৪০ খন প্ৰাথমিক থকা সংঘৰ ৰাজ্যজোৰা সদস্য এতিয়া লক্ষাধিক বুলি জনা যায়। দেশৰ বাহিৰতো, বিলাত-আমেৰিকা আদিতো সংঘৰ শাখা গঠন হৈছে। আইমাতৃ কল্যাণ সমিতি, সেৱাবাহিনী আদি গঢ়ি উঠিছে, আইমাতৃ সমাৰোহ, শিশু সমাৰোহ আদি পতা হৈছে। মণিকাঞ্চন, নামধৰ্ম আদি ধৰ্মীয় আলোচনীৰ উপৰিও শিশুৰ বাবে 'কমল' মহিলাৰ বাবে 'মৈত্ৰীয়সী' আদি নিয়মিত প্ৰকাশ কৰা হৈছে। ইয়াৰ এই ক্ৰমবৰ্ধমান শক্তি-সামৰ্থই ৰজাঘৰে-প্ৰজাঘৰে সমীহ ওপজাইছে।

কথাটো যিমান সন্তোষৰ, সিমান উদ্বেগৰো। কোনো বস্তুৱেই একেসময়তে ৰজাঘৰ আৰু প্ৰজাঘৰৰ, শাসক আৰু শাসিতৰ, গেবেলা মহাজন আৰু টোকোনা প্ৰজাৰ হৈ থাকিব নোৱাৰে। অসমৰ সত্ৰসমূহো এসময়ত প্ৰজাঘৰৰে আছিল কিন্তু ক্ৰমান্বয়ে সত্ৰাধিকাৰসকল

(১৬৫) Audre Cantlie : **The Assamese**, London & Dublin, 1984

ৰজাঘৰমুৰা হ'ল, ফলত জৰৌবৌৱা প্ৰজাই হাতত চেকনী লৈ মোৱামৰীয়া বিদ্ৰোহত যোগ দিব লগা হ'ল। পোপৰ শোষণ-দুৰ্নীতিৰ বিৰুদ্ধে প্ৰতিবাদ কৰা 'প্ৰটেষ্টাণ্ট'সকল যেতিয়া নিজেই প্ৰতিক্ৰিয়াশীল হ'ল, তেতিয়া প্ৰয়োজন হ'ল 'লিবাৰেশ্যন থিয়'লজী'ৰ। দাক্ষিণাত্যত, তামিলনাডুৰ দ্ৰাবিড়সকলৰ ব্ৰাহ্মণবিৰোধী আন্দোলন অধঃপতিত হ'ল, যেতিয়া সৎ-শূদ্ৰসকলে নব্য-ব্ৰাহ্মণৰ ভূমিকালৈ দলিতসকলৰ ওপৰত অত্যাচাৰ কৰিবলৈ লাগিল। ফলত 'অল ইণ্ডিয়া আন্না দ্ৰাবিড়া মুন্নেত্ৰা কাঝাগাম'ৰ ব্ৰাহ্মণ-বিৰোধী আন্দোলনৰ গৰ্ভৰ পৰাই ওলাই আহি দশকজুৰি ক্ষমতা দখল কৰিলে ব্ৰাহ্মণ তনয়া জয়াৰাম জয়া ললিতাই। তেওঁৰ মৃন্ময় মূৰ্তিৰ সমুখতো সাষ্টাংগে প্ৰণিপাত কৰিবলৈ লাগিল দ্ৰাবিড় আন্দোলনৰ দলে দলে সৎ-শূদ্ৰ মন্ত্ৰী-নেতাই।

কেনেকৈ সেয়া সম্ভৱ হ'ল? ভি আনাইমুথু নামৰ দ্ৰাবিড়া কাঝাগামৰ নেতাজনে আশীৰ দশকৰ শেহৰ ফালে প্ৰায় এসপ্তাহ যোৰহাটৰ আমাৰ ঘৰত কটাওঁতে আমাৰ এক প্ৰশ্নৰ উত্তৰত কৈছিল যে জয়া ললিতাৰ জীয়ন কাঠি লুকাই আছে তামিলনাডুৰ ২২,০০০ মঠ-মন্দিৰত। বিপুল বৈভব আৰু বিশেষকৈ ভূ সম্পদৰ অধিকাৰী এই মঠসমূহে মাটিৰ মালিকানাৰ জৰিয়তে প্ৰায় সদৌ তামিলৰ জীৱন নিয়ন্ত্ৰণ কৰে। সেয়েহে মাৰ্ক্সবাদী পেৰিয়াৰ পন্থী (বৰ্ণবাদবিৰোধী মহান নেতা পেৰিয়াৰ ই.ভি. ৰামস্বামীৰ অনুগামী) আনাইমুথুৱে কৈছিল, যেতিয়ালৈকে তামিলনাডুৰ মাটিৰ মালিকানাত মঠ-মন্দিৰৰ এই নিয়ন্ত্ৰণ খৰ্ব নহয়, তেতিয়ালৈকে হেজাৰ দ্ৰাবিড় আন্দোলন নেওচি আহি থাকিব বেলেগ বেলেগ জয়া ললিতা।

শ্ৰীমন্ত শংকৰদেৱ সংঘই অসমৰ সমাজজীৱনক ব্ৰাহ্মণ-কায়স্থ- সত্ৰাধিকাৰ-যাজকৰ ধৰ্মীয় প্ৰভাৱ মুক্ত কৰিবলৈ গুৰুত্বপূৰ্ণ কাম কৰিছে। কিন্তু সত্ৰ/ মন্দিৰৰ কুক্ষিগত কমেও ৫,০০,০০০ বিঘা মাটি দুখীয়া ভূমিহীন শূদ্ৰ/দলিত খেতিয়কক দিয়াৰ দৰকাৰ। সংঘই বেপ্টিষ্ট মিশ্যনাৰী সকলৰ দৰে গঢ়ি তোলা প্ৰয়োজন এলানি চিকিৎসালয় আৰু বিদ্যালয় (শেহতীয়াকৈ ৫২ খন শ্ৰীমন্ত শংকৰদেৱ বিদ্যালয় গঠন হোৱা বুলি প্ৰকাশ; কিন্তু সেইবোৰৰ পাঠ্যক্ৰম আদিৰ বিষয়ে আমি এতিয়ালৈকে নাজানো)। সংঘই সদস্যসকলৰ ব্যৱসায়, উদ্যোগ আদিৰ ক্ষেত্ৰত উৎসাহ আৰু সহায় কৰা প্ৰয়োজন। এইক্ষেত্ৰত আমাৰ মনত প্ৰশ্ন হয়, সংঘৰ সদস্যসকলে মুৰ্গীপাম বা গাহৰিপাম খুলিবলৈ বিচাৰিলে কি কৰা হ'ব, কাৰণ সংঘৰ ১৯৯৮ চনৰ কাৰ্যবিৱৰণীত জোনাইৰ এজন মিচিং সংগীয়ে গাহৰি পোহাক লৈ শৰণ সদস্যৰ পৰা পদত্যাগ কৰাৰ প্ৰসংগ উল্লেখ দেখা যায়। আনহাতে সংঘৰ অনুগামী বিভিন্ন সম্প্ৰদায়ে পৰম্পৰৰ লগত খোৱা লোৱা বিয়া বাৰু কৰে কিন্তু সংঘবহিৰ্ভূত নিজৰ সম্প্ৰদায়ৰ লগত তেনে নকৰাত এক নতুন জাতি সৃষ্টি হৈছে বুলি যি সমালোচনা হৈছে তাৰ প্ৰতিও নজৰ দিয়া প্ৰয়োজন।

সংঘৰ উপ-পদাধিকাৰ ইলাৰাম দাসে সংঘৰ পৰা বিদ্ৰোহ কৰি ওলাই গৈ একশৰণ ভাগৱতী সমাজ গঠন কৰাৰ ঘটনা ইয়াৰ মাজতে ঘটে য'ত দেখা যায় যে মূলতঃ কৈৱৰ্ত আৰু তেনে নিম্নতৰ বৰ্ণসমূহৰ এক বৃজন সংখ্যক মানুহ সংঘৰ পৰা ওলাই গৈছে। দুটাকৈ কাৰ্যকাল, চাৰিটা বছৰ উপমুখ্য পদাধিকাৰ হিচাপে কাৰ্যনিৰ্বাহ কৰা সংঘৰ অন্যতম প্ৰধান সংগঠক, সুবক্তা, প্ৰভাৱশালী ব্যক্তি ইলাৰাম দাসৰ এই প্ৰস্থানৰ কাৰণ আপাতদৃষ্টিত যদিও থূলা-মালা

ভজন সংক্ৰান্তীয় ধৰ্মীয় বিতৰ্ক, প্ৰকৃততে ইয়াত সামাজিক-জাতিগত প্ৰশ্নও নিহিত হৈ আছে। সংগঠনটো পুনৰ অনা-ব্ৰাহ্মণ কিন্তু উচ্চবৰ্ণৰ নেতৃত্বাধীন হৈ পৰাৰ অভিযোগো উঠিছে। একে কাৰণতে অন্যতম প্ৰতিষ্ঠাকালীন ব্যক্তি সনৎৰাম বৰাকলৈ সূত সম্প্ৰদায়ৰ একাংশ সংঘৰ বিসম্বাদী হৈ পৰাও পৰিলক্ষিত হয়। গতিকে সংঘই দ্ৰাবিড় আন্দোলনে সমুখীন হোৱা সমস্যাবোৰ লৈ সচেতন হোৱা প্ৰয়োজন যাতে ই এক নব্য-ব্ৰাহ্মণ্য অনুষ্ঠানত পৰ্যবসিত নহয়। একমাত্ৰ দলিত-নিপীড়িতৰ সম-অধিকাৰ ভিত্তিক এক সামাজিক চুক্তিয়েহে ইয়াৰ প্ৰতিবাদী সাৰমৰ্ম আৰু অস্তিত্বৰ চৰ্ত পূৰণ কৰিব পাৰে, ৰজা-মহাৰজাৰ পয়োভৰ আৰু প্ৰাতিষ্ঠানিকীকৰণে নহয়।

## সামৰণি

শেহত ইয়াকে ক'ব পাৰি যে অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত সত্ৰ প্ৰতিষ্ঠানৰ ভূমিকাত থকা বিফলতা আৰু অক্ষমতাৰ বিপৰীতেই শ্ৰীমন্ত শংকৰদেৱ সংঘ, একশৰণ ভাগৱতী সমাজ (এই অনুষ্ঠানটোৰ বিষয়ে আমাৰ অধ্যয়ন ইতিমধ্যে আগবাঢ়িছে আৰু এই গ্ৰন্থৰ পৰৱৰ্তী খণ্ডত সেই বিষয়েও কিছু কথা যোগ দিয়াৰ আশা পুহি ৰাখিছোঁ) আদি অনুষ্ঠানবোৰৰ প্ৰাসংগিকতা। ৭৫ বছৰৰো অধিককাল সক্ৰিয়-সজীৱ আৰু ক্ৰমবৰ্ধমান হৈ থকাৰ জৰিয়তে শ্ৰীমন্ত শংকৰদেৱ সংঘই প্ৰমাণ কৰিছে যে অসমীয়া ভাষী, হিন্দু, বৈষ্ণৱ সমাজখন আপাদমস্তক জাত-পাত অসূয়া-অপ্ৰীতিত নিমজ্জিত হৈ আছে। সংঘৰ চমৎকাৰ সাফল্য সত্ত্বেও আমি এই বাস্তৱ সত্যটো পাহৰি যাব নালাগিব যে মহাপুৰুষীয়া বৈষ্ণৱসকল অসমৰ মুঠ জনসংখ্যাৰ এক তৃতীয়াংশও নহয়, আৰু শ্ৰীমন্ত শংকৰদেৱ সংঘৰ অনুগামীও সেই এক তৃতীয়াংশৰ একাংশহে হোৱাটো সম্ভৱ। তদুপৰি ইয়াৰ প্ৰকৃত গণ-আবেদন যিমান বেছি ধৰ্মীয়, ইয়াৰ জাত-পাত বিৰোধী সংগ্ৰামৰ আকৰ্ষণ তাতোকৈ কোনোগুণে কম নহয়। ইয়াৰ অনুগামীসকলৰ মনত ই যেনেকৈ পৰম আস্থা আৰু নিষ্ঠাৰ উদ্ৰেক কৰিব পাৰিছে, ইয়াৰ বহিৰ্ভূতসকলৰ মনত তেনেকৈয়ে সৃষ্টি হৈছে তিক্ততা আৰু বিৰোধিতা। সামাজিক সাংস্কৃতিক আৰু গঠনমূলক কামৰ কথা বাদ দিলে বিশুদ্ধ 'জাতীয় ধৰ্ম'ৰ ধাৰণা আজি সুদূৰ পৰাহত। আৰু অসমীয়াৰ দৰে বহু ভাষিক, বহু ধৰ্মীয়, বহু জনগোষ্ঠীগত, বহু (ধৰ্মীয়) পন্থা-উপপন্থাৰে পৰিপূৰ্ণ অজস্ৰ 'খেল'ত বিভক্ত এইখন সমাজত, একবিংশ শতিকাত সেয়াইতো অনিবাৰ্য বাস্তৱ। 

## তৃতীয় অধ্যায়

# জাতীয় ভাষা আৰু সাহিত্যৰ বিকাশঃ জাতিগঠনত সংবাদ মাধ্যমৰ* ভূমিকা

*The convergence of capitalism and print technology on the fatal diversity of human language created the possibility of a new form of imagined community, which in its basic morphology set the stage for the modern nation.***

এহাতে ৰাষ্ট্ৰপৰিচালক শ্ৰেণীবোৰ আৰু আনহাতে ব্যাপক জনগণৰ মাজত সংবাদ-মাধ্যমে এক মধ্যস্থতাকাৰীৰ ভূমিকা পালন কৰে। এই ভূমিকা এক ক্ষমতা- সম্পৰ্কৰ অথবা শক্তিৰ বিন্যাসৰ (Power relation) ওপৰত নিৰ্ভৰশীল। আমাৰ দৃষ্টিত সেই বিন্যাসৰ স্বৰূপ এনে ধৰণৰ ঃ

<u>মাধ্যমৰ স্বৰূপ</u> — <u>নিয়ন্ত্ৰণকাৰী / সংশ্লিষ্ট শ্ৰেণী</u>

ইলেকট্ৰনিক মাধ্যম  গোলকীয় মাধ্যম-মোগল(যেনে ৰূপাৰ্ট মাৰ্ডক)

 

ছপা মাধ্যম  আধুনিক জাতি-গঠনকাৰী মধ্যশ্ৰেণীবোৰ

 

হাতে লিখা বিৱৰণী, বুৰঞ্জী আৰু সাহিত্য  পৰম্পৰাগত আৰু অংগীভূত (Organic) বুদ্ধিজীৱীসকল

 

কথিত ভাষা আৰু মৌখিক সাহিত্য  নিৰক্ষৰ আৰু ক্ষমতাৰহিত জনগণ

এই স্তৰবিন্যাসত দেখা যায় যে যিসকল নিৰক্ষৰ, তেওঁলোক হৈছে অগণণ পৰিশ্ৰমী অথচ বঞ্চিত, নিপীড়িত ক্ষমতাৰহিত জনগণ। যি সকলে লিখিব-পঢ়িব জানে, সেই সকলৰ

* এই গ্ৰন্থত 'সংবাদ মাধ্যম' শব্দটো ইংৰাজী 'প্ৰেছ'ৰ প্ৰতিশব্দ হিচাপে ব্যৱহাৰ কৰা হৈছে। ইয়াত ই সংবাদপত্ৰৰ বাহিৰেও সাময়িক আলোচনী আদিকো সামৰি লৈছে।

** Benedict Anderson : Imagined Communities, p 46

স্থান এই বিন্যাসত ঈষৎ ওপৰত। কিন্তু যি সকলে ছপা মাধ্যমটো নিয়ন্ত্ৰণ কৰে, তেওঁলোক ৰাজনৈতিক ভাৱেও শক্তিশালী; এই মাধ্যমৰ জৰিয়তেও তেওঁলোকে জনমানস বহু পৰিমাণে নিয়ন্ত্ৰণ-প্ৰভাৱিত কৰে। মিচৰৰ ফাৰাও বা ভাৰতৰ ব্ৰাহ্মণসকলে তেওঁলোকৰ শাস্ত্ৰজ্ঞানক এনেই গুপ্ত কৰি ৰখা নাছিল!

আজিৰ গণতান্ত্ৰিক যুগত লিখা-পঢ়াৰ চৰ্চা কোনো এটা বা কেইটামান শ্ৰেণীৰ একচেতিয়া নিয়ন্ত্ৰণত ৰখাটো আৰু সম্ভৱ হৈ থকা নাই। কিন্তু সাৰ্বজনীন প্ৰাথমিক শিক্ষা এতিয়াও সুদূৰ পৰাহত হৈয়েই ৰৈছে। নিৰক্ষৰতাৰ ক'লা ছাঁ এতিয়াও আমাৰ ওপৰত ওলমিয়েই আছে। এই প্ৰসংগতে গুৰুত্বপূৰ্ণ হৈ উঠিছে ছপা আখৰৰ প্ৰভাৱ আৰু শক্তিৰ ধাৰণাটো। যদিও উনৈশ শতিকাৰ শেহ / বিশ শতিকাৰ প্ৰথমছোৱাৰ পৰাহে তথ্য আৰু ধাৰণা প্ৰচাৰৰ মাধ্যম হিচাপে সংবাদমাধ্যমৰ অভ্যুদয় ঘটিছিল, তথাপি এই ছোৱা সময়ৰ ভিতৰতে ই অনা-ৰাষ্ট্ৰীয় অনুস্থান-প্ৰতিস্থান বিলাকৰ ভিতৰত আটাইতকৈ শক্তিশালী হৈ উঠিছে।

বাতৰি কাকত-আলোচনী ছপা কৰিবলৈ যি সকলৰ হাতত প্ৰয়োজনীয় টকা-পইচা দেখাৰ আছে তেওঁলোক হৈছে প্ৰট'বুৰ্জোৱা বা পেটি বুৰ্জোৱা শ্ৰেণীৰ মানুহ। এইবোৰ শ্ৰেণীয়ে নিজা-নিজা শ্ৰেণী স্বাৰ্থত সংবাদমাধ্যমক ব্যৱহাৰ কৰি জনমত কেনেকৈ গঠন বা প্ৰভাৱিত কৰিব পাৰি, তাৰ বাবে সদায় উদগ্ৰীৱ।

সংবাদ-মাধ্যমটো এইবাবেই অতিশয় কাৰ্যকৰী আৰু শক্তিশালী হাতিয়াৰ যিহেতু ইয়াক নিৰপেক্ষ যেন লাগে। দেখাত ই শ্ৰেণী বা গোষ্ঠী স্বাৰ্থৰ উৰ্দ্ধত থাকে। জনমত ইয়াত প্ৰতিফলিত হয় বহুদূৰ পৰ্যন্ত। ৰাষ্ট্ৰৰ আন কিছুমান প্ৰতিষ্ঠানৰ দৰে সংবাদ মাধ্যম শাৰীৰিক ভাৱে প্ৰত্যক্ষ শোষণ-নিপীড়ণতো জড়িত নহয়। ন্যায়পালিকাৰ দৰেই ইও যেন ৰাষ্ট্ৰৰো উৰ্দ্ধত, তেনে এটা ধাৰণা সততে জন্মে। সেয়েহে উদীয়মান মধ্যশ্ৰেণীয়েও নিজৰ হকে 'জাতীয় সৰ্বসম্মত মত' গঢ়াৰ বাবে এই পাত অস্ত্ৰক ব্যৱহাৰ কৰে, আৰু ঠিক সেইবাবেই অসমীয়া জাতিগঠন প্ৰক্ৰিয়াত সংবাদ-মাধ্যম নামৰ এই অনা ৰাষ্ট্ৰীয় প্ৰতিষ্ঠানটোৰ ভূমিকা আমি অপৰিসীম বুলি বিবেচনা কৰিছোঁ আৰু সেই সম্পৰ্কে আলোচনা কৰিবলৈ ওলাইছোঁ।

এই প্ৰতিষ্ঠানটোৰ জোৰতেই অসমীয়া মধ্যশ্ৰেণীয়ে এলানি প্ৰত্যাহবানমূলক, হাৰ্কিউলিয়ান কাম হাতত লৈছিল। মানৰ আক্ৰমণ আৰু মোৱামৰীয়া বিদ্ৰোহত বিধ্বস্ত, সদ্য ব্ৰিটিছ-অধিকৃত অসমত আধুনিক অসমীয়া জাতি গঠনৰ কাম আৰম্ভ কৰিবৰ বাবে সংবাদ মাধ্যমটোক এই মধ্যশ্ৰেণীয়ে এপাত মন্ত্ৰপূত অস্ত্ৰ পোৱাদি পাইছিল। এইখিনিতে এটা তথ্য উপস্থাপন কৰাটো খুবেই প্ৰাসংগিক হ'ব। আন সকলো আধুনিক অসমীয়া অনা-ৰাষ্ট্ৰীয় প্ৰতিষ্ঠানতকৈ অসমীয়া সংবাদ মাধ্যমৰ জন্ম হয় আগতে। ইয়াৰ অসমীয়া ভাষিক জাতীয়তাবাদৰ প্ৰচাৰো বাকীবোৰ প্ৰতিষ্ঠানতকৈ আগৰ পৰা ঘটে। উদাহৰণস্বৰূপে 'অসমীয়া ভাষাৰ উন্নতিসাধিনী সভা'ৰ জন্ম হয় ১৮৮৮ চনত, আসাম এচ'চিয়েশ্যনৰ ১৯০৩ চনত, অসম সাহিত্য সভাৰ ১৯১৭ চনত। ইয়াৰ বিপৰীতে অৰুনোদইৰ জন্ম হয় ১৮৪৬ চনত, আসাম বিলাসিনীৰ ১৮৭১ চনত, আনকি আসাম নিউজ আৰু আসাম বন্ধুৰো ক্ৰমে ১৮৮২ আৰু ১৮৮৫ চনত, সেই অৰ্থত অসমীয়া জাতিগঠন প্ৰক্ৰিয়াত জড়িত অনা-ৰাষ্টীয় প্ৰতিষ্ঠান বিলাকৰ ভিতৰত

সংবাদ মাধ্যমেই আটাইতকৈ পুৰণি তথা অগ্ৰণী।

আনকি 'অসমীয়া' শব্দটোও '**অৰুনোদই**' ৰ আগতে কেতিয়াও ব্যৱহাৰ হোৱাৰ প্ৰমাণ নাই, সেই নামৰ ভাষা এটা বা জাতি এটাৰ কথা বুজাবলৈ সেই শব্দটোৰ ব্যৱহাৰটো দূৰৰ কথা। ইয়াৰ পৰা দেখা যায় যে প্ৰাক্-**অৰুনোদই**, প্ৰাক্-সংবাদমাধ্যম অসমত কোনো ভাষিক চেতনা বা আধুনিক ধৰণৰ জাতীয়তাবাদৰ অস্তিত্ব নাছিল। সেয়েহে আধুনিক জাতিৰ ভাব সঞ্চাৰ কৰি ইয়াক আত্ম-পৰিচিতিবোধেৰে উদ্দীপ্ত কৰি তোলাৰ কৃতিত্ব সংবাদমাধ্যমৰ প্ৰাপ্য; বহুপৰিমাণেই।

এই গ্ৰন্থত আমি আমাৰ নিৰ্ধাৰিত সময় সীমাৰ (১৮৭৩-১৯৬০) ভিতৰত প্ৰকাশিত মুঠ বাইশখন বাতৰিকাকত আলোচনীৰ বিষয়ে আলোচনা কৰিবলৈ লৈছোঁ। এই বাইশখনৰ ভিতৰত **Times of Assam** আৰু **Advocate of Assam** -অক বাদ দিলে বাকী কেউখনেই অসমীয়া। এই দুখন ইংৰাজী কাকতক অন্তৰ্ভুক্ত কৰিব লগা হ'ল এই বাবেই যে দুয়োখনেই তেতিয়াৰ অসমীয়া মধ্যশ্ৰেণীৰ চিন্তাৰ দুই নিৰ্দিষ্ট ধাৰাক প্ৰতিনিধিত্ব কৰিছে। ইয়াত কোনো দৈনিক কাকতৰ বিষয়ে আলোচনা কৰা নাই যদিও সাদিনীয়া বাতৰিয়েই যিহেতু এসময়ত গৈ (**দৈনিক**) **বাতৰি** হ'লগৈ, সেইবাবে দ্বিতীয়খনক সামৰি ল'ব লগা হ'ল। এই তালিকা মোটামুটিভাৱে প্ৰতিনিধিত্বমূলক তথা সামগ্ৰিক যদিও জনগোষ্ঠীগত কাকত-আলোচনীবোৰৰ বিষয়ে আমি সপ্তম অধ্যায়ত বেলেগে আলোচনা কৰিবলৈ থৈছোঁ। তালিকাখন এয়া ঃ

১। **অৰুনোদই** (১৮৪৬-৮২), ২। **আসাম বিলাসিনী** (প্ৰথম পৰ্যায় ঃ ১৮৭১-৭৩), ৩। **আসাম নিউজ** (১৮৮২-৮৫), ৪। **আসাম বন্ধু** (১৮৮৫-৮৬), ৫। **মৌ** (১৮৮৬-৮৭), ৬। **জোনাকী** (১৮৮৯-১৯০৪), ৭। **বিজুলী** (১৮৯০-১৯০২), ৮। **Times of Assam** (১৮৯৫-১৯৪৯), ৯। **অসম বন্তি** (১৯০০-১৯৪৪), ১০। **Advocate of Assam** (১৯০৫-১২), ১১। **উষা** (১৯০৭-১২), ১৩। **আসাম বান্ধৱ** (১৯১০-১৬), ১৪। **আসাম বিলাসিনী** (দ্বিতীয় পৰ্যায় ঃ ১৯১৩-২৪), ১৫। **অসমীয়া** (১৯১৯-৫৮), ১৬। **চেতনা** (১৯১৯-২৭), ১৭। **মিলন** (১৯২৩-ষাঠিৰ দশক), ১৮। **আৱাহন** (১৯২৯-৭৬), ১৯। **ডেকা অসম** (১৯৩৫-৫৪), ২০। **বাতৰি** (১৯৩০-৩৭), ২১। **জয়ন্তী** (১৯৩৮-৪৯), আৰু ২২। **ৰামধেনু** (১৯৫০-৬৭),(১৯৭৯-৮০)।

উক্ত তালিকাখন আমি প্ৰস্তুত কৰিছোঁ ঐতিহাসিক ক্ৰম অনুসৰি। এতিয়া আলোচনাৰ সুবিধাৰ বাবে আমি এইবিলাকক কেইটামান গোটত ভগাই ল'ম। এই তালিকাৰ প্ৰথম দুখন আলোচনী **অৰুনোদই** আৰু **আসাম বিলাসিনী** (প্ৰথম পৰ্যায়) যিহেতু ধৰ্মীয় অনুষ্ঠানৰ দ্বাৰা প্ৰকাশিত হৈছিল, সিবিলাকক আমি একেলগে আলোচনা কৰিম। **আসাম নিউজ** আৰু **আসাম বন্ধুৱে** ধৰ্মমুক্ত ভিত্তিত অসমীয়া ভাষাৰ ৰূপদান আৰু মান্যীকৰণৰ কাম কৰিছিল, সেইবাবে দুয়োখনৰ আলোচনা হ'ব একেলগে। **জোনাকী**, **বিজুলী**, **বাঁহী** আৰু **উষাই** যিহেতু অসমীয়া জাতিৰ বাবে ভাষিক জাতীয়তাবাদৰ আদৰ্শৰ ভেটি তৈয়াৰ কৰিছিল, সেইবাবে সেই কেইখনৰ

আলোচনা হ'ব আন এটা পৰ্যায়ত। এক আত্ম-হননকাৰী হীনমন্যতা, বিদেশী শাসকৰ প্ৰতি আনুগত্যৰে চিহ্নিত মৌৰ আলোচনা বেলেগেই কৰিব লাগিব। ৰাজনীতিত ব্ৰিটিছ অনুগত আৰু ভাষাতো বিদেশী **Times of Assam** আৰু নামনি অসমৰ উপভাষাত প্ৰকাশিত **আসাম বান্ধৱ** আছিল স্বাভাৱিকতে ভিন্নসুৰী। গতিকে সিবিলাকৰ প্ৰসংগত ভিন্নভাৱেই আলোচনা কৰা প্ৰয়োজন হ'ব। কাৰণ দুয়োখনেই অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ দুটা পৃথক সমস্যাৰ উমান দিব। **আৱাহন** আৰু **চেতনাই** আমাক উজনি-নামনিৰ উপভাষাগত সংঘাতৰ সমাধানৰ পথ দেখুৱাব।

**Advocate of Assam**, **অসমীয়া** আৰু **আসাম বিলাসিনী** (দ্বিতীয় পৰ্যায়) তিনিওখনে স্বাধীনতা আন্দোলনৰ বিউগুল বজাব আৰু ভাৰতীয় জাতীয়তাবাদৰ লগত অসমীয়া জাতীয়তাবাদৰ সম্পৰ্কৰ উমান ল'ব। আন এটা ভাগত **চেতনা**, **ডেকা অসম** আৰু (দৈনিক) **বাতৰিৰ** দৰে উগ্ৰজাতীয়তাবাদী কাকতবোৰৰ বিষয়ে আলোচনা কৰা হ'ব। প্ৰগতিশীল ভাবধাৰাৰ **মিলন**, **আৱাহন**, **জয়ন্তী** আৰু **ৰামধেনুৰ** চৰ্চা হ'ব অন্তিম ভাগটোত।

এই বুজন পৰিমাণৰ অস্ত্ৰভাণ্ডাৰ উদীয়মান অসমীয়া মধ্যবিত্তই জাতি-গঠনৰ কামত কেনেকৈ ব্যৱহাৰ কৰিছিল সেই সম্পৰ্কে আমি ইয়াত আলোচনা কৰিম। বিশেষকৈ নিম্নোক্ত প্ৰশ্নসমূহত সংবাদ-মাধ্যমৰ ভূমিকা সম্পৰ্কে আমি আলোকপাত কৰিম ঃ

- বাংলাতকৈ পৃথক এক স্বতন্ত্ৰ ভাষাৰূপে অসমীয়াৰ প্ৰতিষ্ঠা আৰু বিদ্যালয়, ন্যায়ালয় আৰু কাৰ্যালয়ৰ ভাষা হিচাপে তাৰ বিকাশ।
- গল্প, উপন্যাস, কবিতা, নাটক, জীৱনী, প্ৰবন্ধ, গ্ৰন্থ-সমালোচনা ইত্যাদি সমস্ত ধাৰাৰ চৰ্চাৰে এক মান্য অসমীয়া সাহিত্যৰ বিকাশ।
- অসমীয়া মাধ্যমৰ বিদ্যালয় আৰু মহাবিদ্যালয় এলানিৰ ওপৰত ভিত্তিশীল এক (জাতীয়) বিশ্ববিদ্যালয় গঢ়ি তোলা।
- চাকৰি-বাকৰি, চৰকাৰী ৰাজহ, জাতীয় উদ্যোগ গঠন আদি অৰ্থনৈতিক প্ৰশ্নত অসমীয়া জাতীয় স্বাৰ্থৰ সাব্যস্তকৰণ।
- (১) হিন্দু আৰু ধৰ্মীয় সংখ্যালঘুসকলৰ মাজত ধৰ্মীয় দ্বন্দ্বৰ মীমাংসা; (২) বৈষ্ণৱ আৰু শাক্তসকলৰ মাজত আন্তঃপন্থা দ্বন্দ্বৰ মীমাংসা; (৩) মহাপুৰুষীয়া আৰু দামোদৰীসকলৰ মাজত উপ-পন্থা বিবাদৰ সমাধান।
- জাতীয় সংস্কৃতিৰ এলানি প্ৰতীক চিহ্ন গঢ়ি তোলা; যাৰ ভিতৰত অন্তৰ্ভুক্ত জাতীয় বীৰ বীৰাংগনা, জাতীয় উৎসৱ, জাতীয় পোছাক ইত্যাদি প্ৰসংগও, যিবিলাকে এটা জাতিৰ সম্পূৰ্ণ চেহেৰা ফুটাই তোলে।
- প্ৰব্ৰজন, ভূখণ্ডগত সংহতি/সম্প্ৰসাৰণ, পাকিস্তান/বংগৰ সৈতে চামিলকৰণ/গ্ৰুপিং, জাতীয় অস্তিত্ব সংৰক্ষণ, অসমীয়া ভাষিক জাতীয়তাবাদ আদি ধাৰণাসমূহ অসমীয়া মধ্যশ্ৰেণীৰ কেন্দ্ৰীয় ৰাজনৈতিক মতাদৰ্শৰূপে গ্ৰহণ আৰু প্ৰচাৰ।
- বহুভাষিক বহুজনগোষ্ঠীগত এক পটভূমিত জাতি-জনগোষ্ঠীগত দ্বন্দ্ব-বিৰোধৰ মীমাংসা।

✪ প্ৰাক্-স্বাধীনতা আৰু স্বাধীনতা-উত্তৰ কেন্দ্ৰীভূত প্ৰশাসনৰ পটভূমিত সৰ্বভাৰতীয় /আঞ্চলিক ফেডাৰেল আকাংক্ষ্যাৰ সাব্যস্তকৰণ।

এতিয়া আমি এইবোৰ প্ৰশ্নত বিভিন্ন ধাৰাৰ কাকত আলোচনীবোৰৰ স্থিতি আৰু ভূমিকা সম্পৰ্কে পৰ্যালোচনা কৰিবলৈ আগবাঢ়িম ঃ

## 'অৰুনোদই' আৰু 'আসাম বিলাসিনী' ঃ ধৰ্মীয় আৰম্ভণি

.... ১৮৪৬-৮২ সময়ছোৱাত প্ৰকাশিত **অৰুনোদই** আছিল অসমৰ সৰ্বপ্ৰথম অসমীয়া কাকত/আলোচনী। আনন্দৰাম ঢেকীয়াল ফুকনে ইয়াক দেশৰ ভাষা আৰু সাহিত্য বচোৱাৰ সময়োচিত প্ৰচেষ্টা [১] বুলি বৰ্ণনা কৰিছে। উজনি অসমৰ শিৱসাগৰত মুখ্য কাৰ্যালয় পতা মাৰ্কিন বেপ্টিষ্ট মিশ্যনেৰীসকলে এইখন প্ৰকাশ কৰিছিল। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে **অৰুনোদইৰ** ইতিবাচক ভূমিকা সম্পৰ্কে প্ৰথম বিতংকৈ আলোচনা কৰি মন্তব্য আগবঢ়াইছিল যে ভেকুলীৰ নিচিনা অসমীয়া মানুহক পশ্চিমীয়া শিক্ষাৰে আলোকিত কৰা ই এখন অমূল্য আলোচনী আছিল। [২]

অসম সাহিত্য সভাৰ প্ৰথম সভাপতি পদ্মনাথ গোহাঞিবৰুৱাৰ বাবে **অৰুনোদইৰ** প্ৰকাশক মাৰ্কিন মিশ্যনেৰীসকল আছিল অসমীয়া সাহিত্যৰ নুমাব খোজা বন্তিগছি জ্বলাই তুলিবলৈ অহা দৈৱ প্ৰেৰিত দেৱদূত।[৩] ড° মহেশ্বৰ নেওগে আকৌ **অৰুনোদইৰ** অন্যতম কাৰিকৰ মাইলচ্ ব্ৰনচন চাহাবক মোগলৰ বিৰুদ্ধে শৰাইঘাটৰ যুদ্ধত অসমক নেতৃত্ব দিয়া লাচিত বৰফুকনৰ লগতেই তুলনা কৰিছে।[৪]

প্ৰগতিশীল বুদ্ধিজীবী প্ৰসেনজিৎ চৌধুৰীয়ে অৱশ্যে জাতীয়তাবাদী ধাৰাটোৰ উক্ত ধাৰণাৰ বিৰোধিতা কৰিছে। তেওঁৰ মতে অসম তথা ভাৰতৰ স্বাধীনতাৰ ধাৰণা সম্বলিত ৰাজনৈতিক জাতীয়তাবাদে **অৰুনোদইৰ** পাতত কাহানিও ঠাই পোৱা নাছিল।[৫] তেওঁ **অৰুনোদইৰ** আবিৰ্ভাৱৰ আঁৰত কিবা ভাষিক জাতীয় চেতনাই ক্ৰিয়া কৰা কথাটোও অস্বীকাৰ কৰিছে।[৬] চৌধুৰীৰ মতে **অৰুনোদইৰ** অবিস্মৰণীয় আবিৰ্ভাৱ এক মিশ্যনেৰী নিয়ন্ত্ৰিত আৰোপিত প্ৰক্ৰিয়াহে, সি পৰিস্থিতিৰ প্ৰতি স্বতস্ফূৰ্ত সঁহাৰি নহয়।[৭] অৱশ্যে মিশ্যনেৰীসকলে সজ্ঞানে কোনো অসমীয়া ভাষিক জাতীয়তাবাদৰ ধাৰণা কৰা নাছিল বুলি ভবাৰ যুক্তি আছে, তথাপিও তেওঁলোকৰ কাম-কাজে, বিশেষকৈ **অৰুনোদইৰ** জন্মই যে তেনে এক ৰাজনৈতিক মতাদৰ্শৰ বিকাশ আৰু সংহতকৰণত বিশেষ ভূমিকা লৈছিল, তাক অস্বীকাৰ কৰিবলৈ টান।

---

১। ড° মহেশ্বৰ নেওগ সম্পাদিত 'Anandaram Dhekial Phukan : A Plea for Assam and the Assamese' গ্ৰন্থত ঢেকীয়াল ফুকন।

২। পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলীৰ ৯৫ পৃষ্ঠাত 'অসমীয়া ভাষা' শীৰ্ষক প্ৰবন্ধ।

৩। গোহাঞি বৰুৱা ৰচনাৱলী পৃষ্ঠা ৮৮৫।

৪। অৰুনোদই সংকলনৰ পাতনি।

৫। প্ৰসেনজিৎ চৌধুৰী ঃ অৰুনোদই, পৃষ্ঠা ৩২।

৬। ঐ, পৃষ্ঠা ১১৯।

৭। ঐ, পৃষ্ঠা ১২১।

অৰুনোদয়ে অসমীয়া ভাষা পছন্দ কৰাৰ কাৰণো আছিল। অসম মিশ্যনৰ ১৮৫২ চনৰ প্ৰতিবেদনত কোৱা হৈছিল যে অসমীয়া ভাষাই হৈছে সীমান্তবৰ্তী হেজাৰ বিজাৰ জনজাতীয় ৰাইজৰ লগত সংযোগৰ একমাত্ৰ মাধ্যম।[৮] বেপ্টিষ্ট মিশ্যনৰ মুখপত্ৰতো কোৱা হৈছিল যে এই সকলো জনজাতিৰ লগত যোগাযোগৰ বাবে অসমীয়াই হৈছে সাৰ্বজনীন মাধ্যম।[৯] নক'লেও হয় যে মিশ্যনেৰীসকলৰ ধৰ্মপ্ৰচাৰৰ বাবে এনে এক সাৰ্বজনীন মাধ্যমেৰে প্ৰয়োজন আছিল সৰ্বাধিক।

## উদ্দেশ্য ধৰ্মীয়, কৌশল ধৰ্মমুক্ত

মিশ্যনেৰী আৰু তেওঁলোকৰ সমৰ্থকসকলে অৰুনোদইৰ প্ৰধান উদ্দেশ্য ধৰ্মমুক্ত/ধৰ্মনিৰপেক্ষ (Secular) বুলি ক'ব খুজিলেও সেই কথা সম্পূৰ্ণ তথ্যভিত্তিক নহয়। অৰুনোদইত সাধাৰণ জ্ঞান বিজ্ঞানকে ধৰি বহুধৰণৰ ধৰ্মমুক্ত বিষয় থাকিলেও তাত প্ৰকাশিত ধৰ্মীয় বিষয়বস্তুও কোনোগুণে কম নাছিল। অসমীয়া বৈষ্ণৱ সত্ৰসমূহত বিয়পি পৰা কেতবোৰ দুৰ্নীতি-অনীতি উদঙাই দিয়াৰ বাবে ই ধাৰাবাহিকভাৱে কাম কৰি গৈছিল। অৰুনোদইৰ একেবাৰে প্ৰথম বছৰ, প্ৰথম সংখ্যাটোৰ (জুন,১৮৪৬) প্ৰথম বাতৰিটোতে আউনীআটী সত্ৰৰ অধিকাৰ আৰু ডেকা অধিকাৰৰ মাজত হোৱা এখন কাজিয়াৰ বিৱৰণী দিয়া হৈছিল। শিষ্যসকলে জাতি বৰ্ণগত নিয়ম শৃংখলা ভংগ কৰিলে সত্ৰাধিকাৰে শাৰীৰিক শাস্তি (Capital Punishment) দিয়াৰ প্ৰক্ৰিয়াটোৰ অৰুনোদইত বিৰোধিতা কৰা হৈছিল।[১০] এই বাতৰিটোৱে জাতি বৰ্ণ বলবৎকাৰী সংস্থা হিচাপে সত্ৰসমূহৰ ভূমিকা উদঙাই নিশ্চয় অতিশয় সঠিক আৰু আদৰণীয় কামেই কৰিছিল কিন্তু এই উদ্‌ঘাটনৰ উদ্দেশ্য ঠিক ধৰ্মমুক্ত নাছিল। (মধ্যযুগত খ্ৰীষ্টিয়ান ধৰ্মগুৰুসকলৰ নিৰ্দেশত কেনেকৈ সন্দেহবাদীসকলক নিগ্ৰহ কৰা হৈছিল, পৰৱৰ্তী কালত গেলিলিওৰ দৰে বৈজ্ঞানিকক কেনেকৈ শাৰীৰিক নিৰ্যাতন কৰা হৈছিল, আনকি মৃত্যুদণ্ড দিয়া হৈছিল, সেয়া সৰ্বজনবিদিত।) সত্ৰ সম্পৰ্কে এনে ধৰণৰ উদ্দেশ্যপূৰ্ণ উদ্‌ঘাটন অৰুনোদইত নিয়মীয়াকৈ ঘটিছিল। তেনে এখন প্ৰতিবেদনত সত্ৰ এখনৰ লুভীয়া শিষ্যসকলে কেনেকৈ সোণৰ মোহৰ কেইটামানৰ বাবে পৰস্পৰক ঠগাঠগি কৰিছিল আৰু কাজিয়াত লিপ্ত হৈছিল, তাৰ উল্লেখ আছে।[১১]

নিম্নবৰ্গৰ হিন্দুৰ পৰা খ্ৰীষ্টধৰ্মলৈ ধৰ্মান্তৰিত নিধি লেভি ফাৰৱেলে কামাখ্যা, হয়গ্ৰীৱ মাধৱ, কেদাৰনাথ আদি হিন্দু তীৰ্থস্থান বিলাকক বেশ্যালয় আৰু মদৰ ভাটি বুলি বৰ্ণনা কৰিছে। সিবিলাকৰ ব্ৰাহ্মণ পুৰোহিতসকলক বেশ্যাৰ দালাল আৰু জোৰ জবৰদস্তি টকা সংগ্ৰহ কৰোঁতা বুলি ফাৰওৱেলে কৈছে।[১২] কথাখিনিৰ সত্যতা থাকক বা নাথাকক, এয়া নিঃসন্দেহে এক

৮। প্ৰসেনজিৎ চৌধুৰী : অৰুনোদই, পৃষ্ঠা ১৩৩ ৰ পৰা উদ্ধৃত।

৯। Herambakanta Barpujari : The American Missionaries and North East India (1836-1900). 229.

১০। ড° মহেশ্বৰ নেওগ সম্পাদিত অৰুনোদই (এপ্ৰিল, ১৮৪৮), পৃষ্ঠা ৫২,

১১। ঐ, (জুলাই, ১৮৪৭) পৃষ্ঠা ৬৩।

১২। অৰুনোদই। (ড° নেওগ সম্পাদিত সংকলন)।

ধৰ্মাৱলম্বীৰ আন ধৰ্মৰ বিপক্ষে ধৰ্মীয় প্ৰচাৰ। এনেবোৰ সাক্ষ্যই আমাক ড° তিলোত্তমা মিশ্ৰই '*(অৰুনোদয়ে) অসমীয়া সাহিত্যত এক নতুন ধাৰাৰ জন্ম দিলে যাক বহুলকৈ ধৰ্মমুক্ত বুলি ক'ব পাৰি*'[১৩] বুলি কোৱা কথাৰ লগত একমত হোৱাৰ সুযোগ নিদিয়ে।

সত্যটো তাৰ বিপৰীতহে। অৰুনোদইৰ জৰিয়তে খ্ৰীষ্টিয়ান মিশ্যনেৰীসকলৰ এনে গোপন বা প্ৰকাশ্য ধৰ্মপ্ৰচাৰে অসমীয়া হিন্দু অনুষ্ঠানবিলাকৰ পৰা শত্ৰুতাপূৰ্ণ সঁহাৰি পাবলৈ ধৰিলে। আউনাআটী সত্ৰৰ পৰা প্ৰকাশ হ'ল আসাম বিলাসিনী (প্ৰথম পৰ্যায়, ১৮৭১-৭৩); যিখন আছিল অৰুনোদইৰ খ্ৰীষ্টধৰ্ম প্ৰচাৰৰ বিপৰীতে অসমীয়া-বৈষ্ণৱ-হিন্দু প্ৰত্যুত্তৰ। আসাম বিলাসিনীৰ প্ৰত্যক্ষ প্ৰেৰণা যে অৰুনোদইৰ পৰাই আহিছিল, তাৰ প্ৰমাণ পোৱা যায় সেইখন প্ৰকাশৰ আগে আগে আউনীআটী সত্ৰাধিকাৰ দত্তদেৱ গোস্বামীৰ শিৱসাগৰৰ অৰুনোদই প্ৰেছ পৰিদৰ্শনৰ পৰা।

আউনীআটী সত্ৰৰ বুৰঞ্জীৰ প্ৰণেতা তীৰ্থনাথ শৰ্মাই জনাইছে কেনেকৈ ১৮৭১ চনত কলকাতাৰ পৰা আনি প্ৰতিষ্ঠা কৰা মুদ্ৰণ যন্ত্ৰটিৰ নাম 'ধৰ্মপ্ৰকাশ যন্ত্ৰ' ৰখা হৈছিল আৰু দত্তদেৱ গোস্বামীয়ে অৰুনোদই আৰু আন খ্ৰীষ্টিয়ান প্ৰচাৰ পুস্তিকা দেখি নিজেই ছপাশাল পাতি, 'স্বধৰ্ম' প্ৰচাৰৰ বাবে আসাম বিলাসিনী প্ৰকাশ কৰিবলৈ উদ্বুদ্ধ হৈছিল।[১৪] তেওঁ এইখনক কেৱল আউনীআটী সত্ৰৰেই এক কৃতিত্ব নহয়, সমগ্ৰ অসমীয়া জাতিৰ বাবেই এক সাহসী আৰু অভিনৱ চিন্তাৰ সূচক বুলি বৰ্ণনা কৰিছে।[১৫]

সমগ্ৰ অসমীয়া জাতিৰ চিন্তা তাত নিহিত থাকক বা নাথাকক, এই কথা স্পষ্ট যে অৰুনোদই আৰু আসাম বিলাসিনী দুয়োখনৰে প্ৰধান উদ্দেশ্য তথা লক্ষ্য আছিল ধৰ্মপ্ৰচাৰ/ধৰ্মচৰ্চা।

অৱশ্যে ঔপনিৱেশিক কালৰ আধুনিক জীৱনযাত্ৰাই কঢ়িয়াই অনা পৰিৱৰ্তনৰ মন্থৰ বতাহছাটিয়েও কেৱল ধৰ্মপ্ৰচাৰ ভিত্তিক আলোচনী এখনৰ বিপৰীতে সাধাৰণ জ্ঞান-বিজ্ঞান, দেশ-বিদেশৰ বা-বাতৰি প্ৰকাশৰ তাগিদা যোগান ধৰিছিল। তাৰ লগে লগে আছিল আনুগত্যৰ ৰাজনীতি, চাহ-বাগিছা অথবা সত্ৰ-পুঁজিৰ ওপৰত নিৰ্ভৰশীলতাৰ অৰ্থনীতি, ইত্যাদি ইত্যাদি।

## জাতি-বৰ্ণ-জনগোষ্ঠী ইত্যাদি প্ৰসংগ

অৰুনোদইৰ প্ৰকাশক সকল ধৰ্মত খ্ৰীষ্টিয়ান হ'লেও আৰু তেওঁলোক সাত সাগৰ তেৰ নদীৰ সিপাৰৰ পৰা অহা জাতি-বৰ্ণ বহিৰ্ভূত ব্যক্তি হ'লেও আশ্চৰ্যজনক ভাৱে লক্ষ্যণীয় যে অৰুনোদইৰ পাতত, আনকি বা-বাতৰিৰ শিতানতো, কোনো অসমীয়া সত্তাৰ উল্লেখ বিৰল। তাৰ পৰিৱৰ্তে ইয়াৰ 'অনেক দেশৰ সম্বাদ' (News from the Province) শিতানতো প্ৰতিটো খবৰকে যোগান ধৰা হৈছিল জাতি-বৰ্ণগত প্ৰসংগৰেহে। অৰুনোদইৰ কেইটামান সংখ্যাৰ পৰা উদ্ধৃত তলৰ শাৰীকিটা চাওকচোন ঃ

---

১৩। Literature and Society in Assam, 67.

১৪। আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃষ্ঠা ২৫১।

১৫। ঐ, পৃষ্ঠা ।

*'.....১৭ মেই তাৰিখে দেওবাৰত শিবসাগৰৰ বজাৰত বজ্ৰপাত পৰি ডোমৰ এটি নামঘৰ পুৰিলে,[১৬]........তুআৰাম নামেৰে কলিতা মানুহটো পানিত পৰি মৰিল, শ্ৰী ভদিয়া নামেৰে আহোম মানুহ এজনে আপোন খুৰিয়েকত বেস্যা কাম কৰিলে[১৭]..... বুদু নামেৰে কেওঁটকুলিয়া মানুহ এজনক বনৰিয়া ম'হ ওলাই খুচি মাৰিলে[১৮]............ ম'ৰাবজাৰৰ ঘৰফলিয়া গাঁৱত থকা ভেবোৰা ডোম তিফুক নৈৰ পানিত জাপ মাৰি মৰিল।[১৯]*

অৰুনোদয়ে প্ৰতিজন ব্যক্তিক তেওঁৰ জাতি-বৰ্ণগত পৰিচয়েৰেহে চিনাক্ত কৰাৰ উদাহৰণ অগণণ দিব পাৰি। প্ৰতিটো সম্প্ৰদায়ৰ সামাজিক মৰ্যাদা সম্পৰ্কেও ই অৱগত আৰু সচেতন আছিল। অৰুনোদইৰ পাতে পাতে আমি মটক, হাৰী, গণক, বামুণ, শূদ্ৰ, কছাৰী, কুলী, চুতীয়া, বৰীয়া, গৰীয়া, মৰীয়া আদিৰ বাৰম্বাৰ উল্লেখ পাওঁ। নক'লেও হয় যে এনে ক্ষুদ্ৰাতিক্ষুদ্ৰ, পুংখানুপুংখ জাতি-বৰ্ণগত চেতনা-চৰ্চা জাতীয় সংহতিৰ পৰিপন্থী।

অৰুনোদয়ে নাগা, কাৰেণ, খাচী, ভুটীয়া, গাৰো, খামতি, মিছিমি, চিংফৌ, আবৰ, মিছিং, ডফলা, অকা আদিৰ বিষয়ে নৃতাত্ত্বিক বিৱৰণো প্ৰকাশ কৰিছিল। সেই জনগোষ্ঠীবিলাকৰ মাজত ধৰ্মপ্ৰচাৰৰ তাগিদাই সিবিলাকৰ বিষয়ে বিতংকৈ জানিবলৈ মিশ্যনেৰীসকলক উদ্বুদ্ধ কৰিছিল যদিও তাৰপৰা ব্ৰিটিছ প্ৰশাসক চাহাব-গ্ৰাহকসকলো বাৰুকৈ উপকৃত হৈছিল। অসমীয়া গ্ৰাহকসকলেও তেনে বিৱৰণী পঢ়ি চুবুৰীয়া জনজাতিসকলৰ সম্পৰ্কে জনাৰ সুযোগ পাইছিল, অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ পক্ষে যিটো আছিল জৰুৰী। দুৰ্ভাগ্যক্ৰমে অসমীয়া বুদ্ধিজীৱীসকলে তাৰ দ্বাৰা অনুপ্ৰাণিত হৈ প্ৰতিবেশী সকলৰ সম্পৰ্কে নৃতাত্ত্বিক গৱেষণা চলোৱাৰ কোনো প্ৰক্ৰিয়া দেখা নগ'ল, সেয়েহে তেনেবোৰ নৃতাত্ত্বিক বিৱৰণৰ পৰা কেৱল ব্ৰিটিছ প্ৰশাসকসকলেহে লাভ উঠাবলৈ সক্ষম হ'ল।

আন ধৰ্মাৱলম্বীৰ ওপৰত সামান্যতম অজুহাততে আক্ৰমণৰ প্ৰক্ৰিয়াও অৰুনোদয়ে বাহাল ৰাখিলে। এগৰাকী ব্ৰাহ্মণ মহিলাক এজন মুছলীম মুন্সীয়ে জোৰকৈ ইছলামলৈ ধৰ্মান্তৰিত কৰা বুলি ই অভিযোগ তুলিলে। মুন্সীজনৰ ওপৰত কঠোৰ ব্যৱস্থাৰ বাবেও ই ব্ৰিটিছ প্ৰশাসনক দাবী জনালে।[২০] দেখদেখকৈয়ে ই লিপ্ত হ'ল উক্ত ধৰ্মান্তৰণৰ বিৰুদ্ধে অসমীয়া-হিন্দু-প্ৰতিক্ৰিয়া গঢ়ি তোলাত। অথচ একেসময়তে খ্ৰীষ্ট ধৰ্মলৈ ধৰ্মান্তৰণৰ প্ৰক্ৰিয়া ই চলাই থাকিল। এনেবোৰ তথ্যৰ পৰা প্ৰমাণিত হয় যে বহুতে ক'ব খোজা দৰে অৰুনোদই মুঠেও ধৰ্মমুক্ত বা ধৰ্মনিৰপেক্ষ নাছিল। আনকি ধৰ্মমুক্ত বিষয়ৰ আলোচনা কৰোঁতেও ইয়াৰ সম্পাদক/লেখকসকলৰ মানসপট সততে ধৰ্মীয় চিন্তাৰে আচ্ছন্ন হৈ থাকিছিল। মুকলিকৈ খ্ৰীষ্টিয়ান ধৰ্ম প্ৰচাৰৰ বাবে প্ৰকাশিত লেখনীবিলাকৰ কথাটো বাদেই দিছোঁ। তেনে ধৰ্ম প্ৰচাৰৰ অধিকাৰ আমি মানি লৈছোঁ। হিন্দু বা ইছলাম ধৰ্ম/ধৰ্মাৱলম্বীসকলৰ সম্পৰ্কে ইয়াৰ সমালোচনাতো হয়তো সাৰবস্তু আছিল। কিন্তু সেই সমালোচনা কোনো ধৰ্মমুক্ত, বৈজ্ঞানিক অৱস্থানৰ পৰা কৰা হোৱা নাছিল, হৈছিল

১৬। ড° মহেশ্বৰ নেওগ (সম্পাদিত) অৰুনোদই (মে' ১৮৪৬), পৃষ্ঠা ৩৩।
১৭। ঐ, পৃষ্ঠা ৪৯ (জুলাই, ১৮৪৬)
১৮। ঐ, পৃষ্ঠা ৫৬ (আগষ্ট, ১৮৪৬)
১৯। ঐ, পৃষ্ঠা ৮৫ (নৱেম্বৰ, ১৮৪৬)
২০। অৰুনোদই( ফেব্ৰুৱাৰী, ১৮৫৪) পৃষ্ঠা ১৯-২০।

সম্পূৰ্ণ ধৰ্মীয় দৃষ্টিকোণেৰেহে। সেই ফালৰ পৰা অৰুনোদই আৰু আসাম বিলাসিনীৰ মাজত কোনো পাৰ্থক্য পৰিলক্ষিত নহয়।

## অৰুনোদই আৰু আসাম বিলাসিনীৰ শ্ৰেণী-চেতনা

অৰুনোদই আছিল এখন শ্ৰেণী সচেতন আলোচনী। ব্ৰিটিছ প্ৰশাসক, চাহ-মালিক তথা স্থানীয় দালাল পুঁজিপতি-জমিদাৰসকলৰ স্বাৰ্থৰ হকে ই অতিশয় সজাগ আছিল। ড° তিলোত্তমা মিশ্ৰই সঠিকভাৱেই আঙুলিয়াই দিছে যে অৰুনোদইৰ গ্ৰাহকসকলৰ ভিতৰত বহু গণ্যমান্য ইউৰোপীয়ানেই আছিল। চি.এ. ব্ৰুচৰ দৰে বণিক, কৰ্ণেল এফ. জেনকিন্সৰ দৰে প্ৰশাসক, বহু চাহ-মালিক আছিল এই সকল ব্ৰিটিছ গ্ৰাহকৰ ভিতৰত।[২২] এওঁলোকৰ পৃষ্ঠপোষকতা ধন্য কাকতখনে এওঁলোকৰ প্ৰতি আনুগত্যৰ পৰাও কাহানিও বিচলিত হোৱা নাছিল। ভি.এইচ. স্বৰ্ডৰ সাক্ষ্যৰ পৰাও জনা যায় যে বেপ্টিষ্ট মিশ্যনে অসমত থকা (ব্ৰিটিছ) প্ৰশাসক আৰু চাহ-মালিকসকলৰ পৰা বিত্তীয় আৰু নৈতিক সহযোগ পাইছিল।[২৩] আনহে নালাগে খোদ অৰুনোদইত প্ৰকাশিত কাকতখনৰ গ্ৰাহকসকলৰ এই তালিকাখনেও[২৪] তাৰেই সাক্ষ্য দিয়ে; অৰুনোদয়ে সেৱা কৰা শ্ৰেণীবিলাকৰ ধাৰণাও ইয়াৰে পৰাই কৰিব পাৰি ঃ

| | |
|---|---|
| কৰ্ণেল এফ. জেনকিন্স | শ্ৰীজুত বাবু সন্তোনাথ মুন্সীফ |
| চি.কে. হাডচন, এস্কোয়াৰ | শ্ৰী পোআল চন্দ্ৰ |
| ডব্লিউ. বীচাৰ, এস্কোয়াৰ | শ্ৰী বিপচু জডচন |
| ডব্লিউ. ৰবিন্সন, এস্কোয়াৰ | শ্ৰী ধনি লুচীএন হেইডন |
| ৰেভাঃ এ.এইচ, ডেনফৰ্থ | শ্ৰীজুত বাবু কিৰ্তিনাথ ফুকন মুন্সীফ |
| ৰেভাঃ ডব্লিউ. ৱাৰ্ড | শ্ৰীজুত বাবু উমাৰাম ডেকা বৰুআ |
| কেপ্টেইন ই.টি. ডেল্টন | (দাৰোগা, জয়পুৰ) |
| | শ্ৰী ঘিনাই জৰ্জ বোৰ্দমেন |
| ৰেভাঃ ই. এইচ হিগচ্ | শ্ৰী ঘিনাই লাইনচ পেক |
| এফ. মেনশ্যন | শ্ৰী জুৰমন গঁগে |
| | শ্ৰী দুগুৰা |

এই খিনিতে মন কৰিবলগীয়া এটা আমোদজনক কথা হ'ল এইযে অৰুনোদইৰ গ্ৰাহকসকলৰ বেছিভাগেই আছিল হয় ব্ৰিটিছ, নহয় ভাৰতীয় 'শ্ৰী যুত' অৰ্থাৎ উচ্চ সামাজিক মৰ্যাদাসম্পন্ন লোক। তেওঁলোকৰ কোনোবা আছিল চৰকাৰী চাকৰিয়াল, আৰু আন কোনোবা পুৰণি অভিজাত লোক। ১৮৪৬-৫৪ কালছোৱাৰ অৰুনোদই সংকলনৰ সম্পাদক ড. মহেশ্বৰ নেওগেও এই কথা লক্ষ্য কৰিছে। গভৰ্ণৰ জেনেৰেলৰ এজেন্ট তথা অসমৰ কমিশ্যনাৰ কৰ্ণেল

২১। ঐ, (ডিচেম্বৰ, ১৮৫২) পৃষ্ঠা ৮৮১

২২। **Literature and Society in Assam**, 69.

২৩। **Baptists in Assam** (Chicago, 1935)70 quoted from Ibid,73.

২৪। অৰুনোদই (জুলাই,১৮৫৪) পৃষ্ঠা ১১৮৭।

এফ. জেনকিন্সে বেংগল চিভিল চাৰ্ভিচৰ মি. ট্ৰেভেলিয়ানলৈ দিয়া এখন চিঠি ড. নেওগে উদ্ধৃত কৰিছে। এই চিঠিত বেপ্টিষ্ট মিশ্যনেৰীসকলক অসমত কাম কৰিবলৈ আমন্ত্ৰণ জনাই কোৱা হৈছে,

*You may mention that I will subscribe 1,000 rupees, if a family is settled as a mission at Sadiya; and whenever they have had a press at work for six months, I will be happy to double that sum if I remain in charge of the Province*[২৫]

ড° নেওগে আৰু দেখুৱাইছে কেনেকৈ বেপ্টিষ্ট মিশ্যনেৰী ডেনফোৰ্থ চাহাবে চিপাহী বিদ্ৰোহৰ সময়ত বিদ্ৰোহ দমনৰ সামৰিক কৰ্তব্য সম্পাদন কৰিছিল[২৬] আৰু কেনেকৈ মাইলছ্ব্ৰনচন চাহাবে ডিব্ৰুগড়ত খোলা মিশ্যনৰ শাখাটো সম্পূৰ্ণৰূপে চাহ-মালিকে যোগান ধৰা বিত্তৰে চলিছিল[২৭]। সেয়েহে এই কথাত আচৰিত হ'বলৈ একো নাই যে অৰুনোদইৰ অন্যতম প্ৰধান স্থানীয় পৃষ্ঠপোষক মণিৰাম দেৱানক ব্ৰিটিছে ফাঁচী দিয়াতো কাকত খন নিমাতে নিতালে থাকিল। অসমীয়া ভাষাক উদগণি দিয়াতো বেলেগ কথা, তাৰ পৰা অসমীয়া ভাষিক জাতীয়তাবাদে উৎসাহ পোৱাটোও বেলেগ কথা, কিন্তু ৰাজনৈতিক-জাতীয়তাবাদ? সাম্ৰাজ্যবাদ বিৰোধী দেশপ্ৰেম? সেয়া আছিল অৰুনোদইৰ বাবে অকল্পনীয়। অৰুনোদই আছিল অনুগতসকলৰহে অনুকৰণীয়।

এনে আনুগত্যৰ লগত অৱশ্যে কাকতখনৰ গ্ৰাহকসকলৰ শ্ৰেণী চৰিত্ৰৰ সম্পৰ্ক আছিল। জাতীয় দৃষ্টিকোণৰ পৰা ইয়াত আমি কাকতখনৰ গ্ৰাহকসকলক বিশ্লেষণ কৰি দেখুৱাইছোঁ ঃ

১৮৪৬ চনত, অৰ্থাৎ অৰুনোদইৰ জন্মৰ বছৰটোত প্ৰকাশিত ইয়াৰ ৫৭৬ কপিৰ ভিতৰত ২১৩ কপি কিনিছিল ব্ৰিটিছ চাহাবে, যাৰ ভিতৰত বিষয়া আৰু চাহমালিক উভয় বিধৰে আছিল। তথ্য বিশ্লেষণ কৰিলে দেখা যায় যে আৰম্ভণিৰ বছৰটোত ব্ৰিটিছ চাহাব-গ্ৰাহকৰ সংখ্যা ৩৬% হোৱাৰ বিপৰীতে ৮ বছৰ পাছতো ৩৬% ই হৈ থাকিল। কিন্তু এইছোৱা সময়ত অৰুনোদইৰ সঞ্চালন ৫৭৬ কপিৰ পৰা ৪৪০ কপিলৈ কমি আহিল। লগে লগে ইয়াৰ দেশীয় গ্ৰাহক (মূলতঃ অসমীয়া গ্ৰাহক)ৰ সংখ্যাও ৪৩% ৰ পৰা ৩০% কমি আহিল। এইখিনি সময়ত মাথো বিদেশী মিশ্যনেৰী-গ্ৰাহকৰ সংখ্যা ২০% ৰ পৰা ৩৪% লৈ বৃদ্ধি পালে। ইয়াৰ পৰা দেখা যায় যে আঠ বছৰৰ ভিতৰত কাকতখনৰ বিদেশী গ্ৰাহকৰ সংখ্যা (যাৰ ভিতৰত ব্ৰিটিছ বিষয়া, চাহমালিক আৰু মিশ্যনেৰীসকল আছিল)৫৬% ৰ পৰা৭০% লৈ বাঢ়িল আৰু দেশীয় (মূলতঃ অসমীয়া), গ্ৰাহকৰ সংখ্যা ৪৩% ৰ পৰা ৩০% লৈ কমিল।[২৮] ইয়াৰ পৰা ধাৰণা কৰিবলৈ কঠিন নহয়, অৰুনোদই কাক উদ্দেশ্য কৰি ছপোৱা হৈছিল আৰু কাৰ হকে ই কাম কৰিছিল।

---

২৫। অৰুনোদই সংকলনৰ পাতনি, পৃষ্ঠা ৭৯

২৬। ঐ,পৃষ্ঠা ৮৫।

২৭। ঐ

২৮। প্ৰসেনজিৎ চৌধুৰীঃ অৰুনোদই

ব্ৰিটিছ বিষয়া, চাহমালিক, মাৰ্কিন মিশ্যনেৰী, নতুনকৈ খ্ৰীষ্টধৰ্মলৈ ধৰ্মান্তৰিতসকলক বাদ দিলে অৰুনোদইৰ স্থানীয় সহযোগীসকলৰ ভিতৰত আছিল দাৰোগা, মুন্সীফ, জামাদাৰ, ৰাজমন্ত্ৰীসকল, 'শ্ৰীশ্ৰীযুত কমলেশ্বৰ সিংহ মহাৰজা', আউনীআটী আৰু কমলাবাৰীৰ সত্ৰাধিকাৰসকল........। ঔপনিবেশিক আৰু সামন্তীয় স্বাৰ্থৰ এনে বিচিত্ৰ সংযোগে অৰুনোদইৰ পাতত কোনো ৰাজনৈতিক বা-বাতৰি সম্পূৰ্ণ এৰাই চলিবলৈ উদ্‌গনি দিছিল। ইয়াত প্ৰকাশিত সৰ্বভাৰতীয় বা আন্তৰ্জাতিক খবৰবোৰত যদিওবা ৰাজনীতিৰ কিবা অলপ চিন-মোকাম আছিল, অসমৰ খা-খবৰ বিলাক (যাৰ সংখ্যা আছিল নগণ্য) ভৰি আছিল সৰুসুৰা চুৰিচাপ্ৰাচী, দন-কাজিয়া, প্ৰাকৃতিক দুৰ্যোগ, মুখৰোচক খবৰ আৰু কেলেংকাৰীৰে! সেইবিলাকৰ প্ৰাদুৰ্ভাৱ, আৰু অৰুনোদইৰ 'ৰাজনীতি-বৰ্জন' এনেহে সম্পূৰ্ণ আছিল যে ১৮৩৫ চনত অসমলৈ এ.জে.এম. মফট মিলচৰ আগমনৰ দৰে গুৰুত্বপূৰ্ণ বাৰ্তা এটায়ো ইয়াৰ এচুকত ঠাই নাপাইছিল!

মন কৰিবলগীয়া যে 'খাটি অসমীয়া, হিন্দু' আসাম বিলাসিনীও এই ক্ষেত্ৰত অৰুনোদইতকৈ অকণো বেলেগ নাছিল। বেণুধৰ শৰ্মাই সেয়েহে কৈছে যে আসাম বিলাসিনীয়ে ভাৰতৰ ৰজা-মহাৰজাসকলৰ বা-বাতৰি প্ৰকাশ কৰি সমসাময়িক অভিজাত শ্ৰেণীটোৰ প্ৰতি সততে শ্ৰদ্ধা নিবেদন কৰিছিল। শৰ্মাই অৱশ্যে লগতে কৈছে যে বিলাসিনীয়ে ৰাইজৰ দুখ দুৰ্দশাৰ প্ৰতি ব্ৰিটিছ চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিছিল।[২৯] কিন্তু তাতোকৈ ডাঙৰ সত্য এইটোহে যে ব্ৰিটিছ সাম্ৰাজ্যবাদী আৰু সত্ৰাধিকাৰ প্ৰভুসকলৰ প্ৰশংসাতে ই পঞ্চমুখ হৈ থাকিছিল। ৰাইজৰ কথা ক'বলৈ সেই পাঁচখন মুখৰ এখনৰো সিমান আহৰি নাছিল। উদাহৰণস্বৰূপে আউনীআটী সত্ৰলৈ ব্ৰিটিছ চীফ কমিশ্যনাৰৰ আগমনৰ বাতৰিটো ইয়াত সাতকাহন কৰি বৰ্ণোৱা হৈছিল।[৩০] ইয়াৰ পৰা দেখা যায় যে ব্ৰিটিছানুগত্যৰ ক্ষেত্ৰত অৰুনোদই আৰু আসাম বিলাসিনীৰ একো মৌলিক পাৰ্থক্য নাছিল।

## অসমীয়া মাধ্যমত শিক্ষাৰ প্ৰসংগ

অসমীয়া অভিজাত বা উদীয়মান মধ্যশ্ৰেণীৰ অসমীয়া ভাষা-সাহিত্য চৰ্চা কৰাৰ ক্ষেত্ৰত অৰুনোদই আছিল প্ৰেৰণাৰ উৎস। 'মাতৃভাষাত ধৰ্মপ্ৰচাৰ'ৰ ইয়াৰ নীতিৰ লগত এইখিনি আছিল সংগতিপূৰ্ণ। আধুনিক অসমীয়া ভাষাৰ প্ৰতিস্থাপক ত্ৰিমূৰ্তিৰ অন্যতম গুণাভিৰাম বৰুৱাই কলকাতাৰ পৰা অৰুনোদইৰ পাতত যিলানি চিঠি লিখিছিল, তাতেই আমি অসমীয়া ভাষিক জাতীয়তাবাদৰ প্ৰথম উকমুকনি লক্ষ্য কৰোঁ। বৰুৱাই লিখিছিল,

*কোন ভাসা অলপ কালতে সিকিব পাৰিম, বিদ্যা সিকিবৰ পূৰ্বেই এনে বিবেচনা কৰা প্ৰয়োজন। কিন্তু জি দেসত আমাৰ জনম হৈছে, জি দেসতে আমি আচোঁ, আৰু জাৰ কথা আমি উপজিবৰ দিনৰ পৰা মৰিবৰ দিনলৈকে নে পাহৰোঁ, সেই ভাসাৰ নাম মাত্ৰিভাসা বা স্বদেশৰ ভাসা বোলে; আৰু ইয়াকে অচমিয়া লোকসকলে প্ৰথমে সিকা উচিত। ....... আমাৰ দেসৰ জিবোৰ পৰ্হাসালিত বঙ্গালি ভাসা পঢ়াই, তাৰ চাতৰ বিলাকে কেৱে ৭/৮ বচৰ পৰ্হিও,*

---

২৯। **অৰুনোদই** (জুন, ১৮৫৪), পৃষ্ঠা ১১৬৯

৩০। *'অৰুনোদইৰ পৰা জনমভুমিলৈকে অসমীয়া ভাষাৰ বাতৰি কাকতৰ ইতিহাস'*, **জনমভূমি**

*সুধ বঙ্গালি ভাসাৰে কাকত এখন লিখিব নোআৰে আৰু কথাৰ অৰ্থও কব নোআৰে। এতেকে আমাৰ দেসি লোকসকলে প্ৰথমে অসমিয়া ভাসা সিকা সৰ্বতো ভাৱে প্ৰয়োজন*[৩১]

ছদ্মনামত কলকাতাৰ পৰা লিখি থকা বৰুৱাই শিক্ষাৰ মাধ্যম হিচাপে বাংলাৰ বিৰোধিতা কৰিছিল আৰু তাৰ বিপৰীতে জ্ঞান-বিজ্ঞানৰ সকলো দিশ প্ৰকাশ কৰিব পৰাকৈ এলানি অসমীয়া গ্ৰন্থ প্ৰকাশৰ পোষকতা কৰিছিল। অৰুনোদয়ে আপাতদৃষ্টিত এই ধাৰণা সমৰ্থন কৰিছিল।[৩২]

গুণাভিৰাম বৰুৱাই তেওঁৰ চিঠিলানিৰ জৰিয়তে ভাষিক ক্ষেত্ৰত অসমীয়া সকলৰ হীনমন্যতা আঁতৰাই তেওঁলোকক ভাষিক জাতীয়তাবাদেৰে উদ্দীপ্ত কৰিব খুজিছিল। বঙালী যাত্ৰা আদি চাই অসমীয়া মানুহে ধন ভঙাটো তেওঁ বিৰোধিতা কৰিছিল। তাৰ বিপৰীতে তেওঁ অসমীয়া ভাষা-সংস্কৃতি ধৰ্ম-আচাৰ ব্যৱহাৰ আদিৰ প্ৰচাৰ আৰু চৰ্চাৰ ওপৰত গুৰুত্ব দিছিল।[৩৩]

অসমীয়া ভাষিক জাতীয়তাবাদৰ জন্মলগ্নৰ এই উকমুকনিক উৎসাহিত কৰাত মিশ্যনেৰীসকলৰ কি উদেশ্য আছিল সেয়া এক বেলেগ প্ৰসংগ, কিন্তু তাৰ বাবে প্ৰয়োজনীয় অসমীয়া ভাষা-সাহিত্যৰ প্ৰচাৰ আৰু বিকাশত যে'ই গুৰুত্ব দিছিল, সেয়া সঁচা। আনন্দৰাম ঢেকীয়াল ফুকনৰ অসমীয়া ল'ৰাৰ মিত্ৰ ইয়াৰ পাততে প্ৰকাশ পাইছিল।[৩৪] কাকত খনত প্ৰকাশিত জ্ঞান-বিজ্ঞানৰ বাতৰি, নৃগোষ্ঠীগত, সমাজতাত্ত্বিক, ঐতিহাসিক বিষয়বস্তুবোৰে অসমীয়া মনৰ ন-ন দিগন্ত উন্মোচিত কৰিছিল। উঠি অহা জাতিসত্তা এটাৰ বাবে জ্ঞান-বিজ্ঞানৰ এই শিক্ষা অপৰিহাৰ্য আছিল।

সাধাৰণ শিক্ষাত দিয়া এই গুৰুত্বৰ বাহিৰেও নাৰী শিক্ষা আৰু নাৰীৰ সমমৰ্যাদাৰ ক্ষেত্ৰতো সমৰ্থক লেখনী অৰুনোদইত প্ৰকাশ পাইছিল। কিন্তু মন কৰিবলগীয়া যে পুৰুষৰ সৈতে সমানে সমানে নাৰী শিক্ষাৰ সপক্ষে দৃঢ়ভাবে লেখনী আগবঢ়াইছিল কোনো মিশ্যনেৰী চাহাবে নহয়, অসমীয়া বুদ্ধিজীৱী গুণাভিৰাম বৰুৱাইহে।[৩৫] বৰুৱাই বিধবা পুনৰবিবাহৰ প্ৰতি যি সমৰ্থন আগবঢ়াইছিল, সেয়া কিমান আন্তৰিক আৰু দৃঢ় আছিল, তাৰ প্ৰমাণ পোৱা যায় তেওঁ নিজে এগৰাকী বিধৱাক বিবাহ কৰোৱা আৰু বিধবা জীয়েকৰ পুনৰ বিবাহ পাতি দিয়া ঘটনাৰ পৰাই। আন এজন বিশিষ্ট অসমীয়া লেখকে আকৌ অৰুনোদইৰ পাততে শিশু

---

৩১। অৰুনোদই (আগষ্ট, ১৮৫৩), পৃষ্ঠা ৯৯৬।
৩২। ঐ।
৩৩। ঐ (অক্টোবৰ, ১৮৫৪) পৃষ্ঠা ১২২৯।
৩৪। ঐ (অক্টোবৰ, ১৮৪৯) পৃষ্ঠা ৩৭৭
৩৫। ঐ, (অক্টোবৰ, ১৮৫৩) পৃষ্ঠা ১০৩৩।

এইখিনিতে অৱশ্যে এটা কথা মনত ৰাখিব লাগিব যে বিধবা বিবাহ এটা একান্তই বৰ্ণহিন্দু সমস্যা। খুব বেছি হিন্দু মধ্যম বৰ্ণ-জাতি কেতবোৰো ইয়াৰ লগত জড়িত। বংগত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, ৰাজা ৰামমোহন ৰায় আদিয়ে বিধবা বিবাহৰ হকে কৰা আন্দোলনটো সম্পৰ্কেও এতিয়া বহু সমালোচনামূলক চৰ্চা চলিছে। অবিভক্ত বংগৰ মুঠ জনসংখ্যাৰ অৰ্দ্ধেক মুছলীমসকলৰ বাবে বিধবা বিবাহ যেনেকৈ কোনো সমস্যা নাছিল, তাৰ ঝাড়খণ্ডী আদিবাসী-জনজাতি-দলিত-গোৰ্খা নেপালীসকলৰ অধিকাংশৰ মাজতো বিধবা বিবাহ চিৰকালেই প্ৰচলিত আছিল। এতেকে বিধবা বিবাহ সাংঘাটিক কোনো অভিনৱ, বৈপ্লৱিক পদক্ষেপ নাছিল; নাছিল সি সামগ্ৰিক জাতীয় জীৱনৰ লগত জড়িত প্ৰশ্নও। বংগৰ এইকথা অসমৰ ক্ষেত্ৰতো প্ৰযোজ্য।

বিবাহ তথা বালিকা-বিক্ৰয়ৰ বিৰোধিতা কৰিছিল।[৩৬]

## সামাজিক বৰঙণি ঃ কানি নিষিদ্ধকৰণৰ পক্ষে

অৰুনোদয়ে দৃঢ়ভাবে আৰু নিৰবচ্ছিন্নতাৰে কানি-বৰবিহৰ বিৰোধিতা কৰিছিল। কানিৰ ব্যাপক প্ৰচলনৰ বিৰোধিতা কৰাৰ ক্ষেত্ৰত ই ব্ৰিটিছ চৰকাৰে ভাল পাওক বেয়া পাওক, তালৈ ভ্ৰূক্ষেপ কৰা নাছিল। অৰুনোদইৰ কানি-বিৰোধী এই সাহসী স্থিতিৰ বিপৰীতে সমসাময়িক অসমীয়া বৈষ্ণৱ সত্ৰাধিকাৰসকল[৩৭] আৰু আনকি পৰবৰ্তীকালৰ সৰ্বজানিক সভাৰ নেতৃবৃন্দৰ [৩৮] স্থিতি আছিল লজ্জাজনক ভাবে কানিৰ পক্ষে। প্ৰসেনজিৎ চৌধুৰীয়ে সঠিকভাবেই আঙুলিয়াই দিছে যে অৰুনোদইৰ আন সকলো সংস্কাৰমূলক কামৰ ভিতৰত ইয়াৰ কানি-বিৰোধিতাই আছিল সবাতোকৈ তাৎপৰ্যপূৰ্ণ আৰু অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ বাবে উপকাৰী।[৩৯]

পাছে, অৰুনোদইৰ সাহসী কানি-বিৰোধী স্থিতিৰ শলাগ লোৱা সময়ত আমি এটা দেখাঁত তুচ্চ বিষয় মনত ৰাখিব লাগিব। 'ৰ' নামৰ অৰুনোদইৰ লেখক এজনে কেৱল ব্ৰাহ্মণ আৰু কায়স্থসকলক কানি এৰি দিবলৈ আহ্বান জনাইছিল।[৪০] এই স্থিতিৰ হেমচন্দ্ৰ বৰুৱাৰ কানিয়াৰ কীৰ্তনৰে মিল আছে। বৰুৱায়ো কানিয়ে সমাজৰ উচ্চশ্ৰেণীবোৰৰ মাজত অনা অধঃপতন আৰু স্খলনৰ ওপৰত আলোকপাত কৰিছিল। তাৰ বিপৰীতে সমাজৰ নিম্নশ্ৰেণীবোৰ যেন দোপাত কানিয়া হ'বলৈকে জন্ম লৈছিল! কানি বিৰোধিতাৰ লগত নিহিত এই শ্ৰেণী-জাতিগত দৃষ্টিভংগীবোৰ সমূলি উলাই কৰিব নোৱাৰি।

অৰুনোদয়ে অন্ধবিশ্বাস, কুসংস্কাৰৰ বিৰোধিতা কৰিছিল বুলি কোৱা হয়। কিন্তু এই ক্ষেত্ৰত ই ১০০% নম্বৰ নাপায়। ই কেতবোৰ অন্ধবিশ্বাসৰ ভেদ ভাঙি দিয়া কথাষাৰ সঁচা। উদাহৰণ স্বৰূপে ইয়াৰ জুলাই, ১৮৫৪ সংখ্যাত প্ৰকাশিত 'আচৰিত কথা বাৰ্তা' শীৰ্ষক বাতৰিটোলৈকে আঙুলিয়াব পাৰি। ইয়াত এটা শাৰীৰিক বিকৃতি থকা হাঁহ আৰু এটা সাপে অমংগলৰ ইংগিত কৰে বুলি প্ৰচলিত ধাৰণাৰ সঠিক ব্যাখ্যা কৰা হৈছে। জুলাই, ১৮৫১ সংখ্যাত প্ৰকাশিত 'নগাঁৱত কলেৰা' শীৰ্ষক প্ৰতিবেদনত কলেৰা সংক্ৰান্তীয় অন্ধ বিশ্বাসৰ ভেদ ভঙা হৈছে। কিন্তু এইটো এটা মাত্ৰ দিশহে। ইয়াৰ বিপৰীতে অৰুনোদয়ে অন্ধবিশ্বাসত উদ্‌গনি দিয়াৰ উদাহৰণো আছে। কাকতখনৰ জুলাই, ১৮৫৪ সংখ্যাত প্ৰকাশিত 'Extraordinary Reports' শীৰ্ষক বাতৰিত শিৱসাগৰৰ শিৱ মন্দিৰৰ চূড়াৰ পৰা ধোঁৱা ওলোৱাৰ আৰু শিৱসাগৰ পুখুৰীৰ পানী গাখীৰৰ দৰে বগা হৈ পৰাৰ কথা কোৱা হৈছে। একে সংখ্যাতে প্ৰকাশিত 'Wonderful child at Jaikhamdang' শীৰ্ষক বাতৰিত আহোম পৰিয়াল এটাত জন্ম হোৱা কেচুৱা এটিয়ে জন্মৰ পাছতে ভাত-পানী খোৱাৰ কথা আছে।

---

৩৬। '*বিবাহ নোহোৱাকৈ ছোৱালী অনা*', অৰুনোদই (ডিচেম্বৰ, ১৮৪৭) পৃষ্ঠা ৯১।

৩৭। এই গ্ৰন্থৰ সত্ৰ সংক্ৰান্তীয় অধ্যায় চাওক।

৩৮। এই গ্ৰন্থৰ চতুৰ্থ অধ্যায় চাওক।

৩৯। প্ৰসেনজিৎ চৌধুৰী; অৰুনোদই পৃষ্ঠা ৯৭।

৪০। অৰুনোদই (জুন, ১৮৪৬) পৃষ্ঠা ৪৬।

এইবোৰ নিশ্চয় আছিল চাঞ্চল্য সৃষ্টিৰ জৰিয়তে গ্ৰাহক বৃদ্ধিৰ সস্তীয়া প্ৰচেষ্টা। পাছে আশাপ্ৰদ কথা আছিল এইটোৱেই যে অসমীয়া পাঠকে এনে অন্ধবিশ্বাসৰ প্ৰচাৰক প্ৰশ্ৰয় দিয়া নাছিল। তেওঁলোকে প্ৰতিবাদ কৰিছিল আৰু তাৰে চাপত পৰি **অৰুনোদই**ৰ সম্পাদনা সমিতিয়ে নিজৰ উক্ত স্থিতি সলাই লৈ এইবুলি স্পষ্টীকৰণ দিবলৈ বাধ্য হয়ঃ

*আমি আন জিলাৰ পৰা যাত্ৰা পাইচোঁ জুলাই মাহৰ **অৰুনোদই**ত কেতবিলাক আচৰিত কথা লিখাৰ কাৰনে অনেক লোকে আমাক মিচা সঁচাৰ একো বিবেচনা ন কৰে বুলি হাঁহিচে। দলৰ পৰা ধুঁআ ওলাই, পুখুৰি গাখিব হই, সাপ বেঙ্গ আদিএ কথা কই, ইয়াকে* ***চাহাব লোকেও পতিয়াইচে হবলা এই বুলি আমাক নিন্দা কৰে। এই কথা সুনি আমি পৰিশ্ৰমেৰে সুখি সুখি জি ঠিকনা পালোঁ, তাকে আমাৰ দাই গুচাবৰ নিমিত্তে লিখোঁ।*** [৪১] (গুৰুত্ব প্ৰদান আমাৰ)

ইয়াৰ পৰা দেখা যায় যে **অৰুনোদই**ৰ বিজ্ঞান মনস্কতা বা আধুনিকতা কোনো কোনো সময়ত সচেতন পাঠকৰ চাপৰ পৰাহে উদ্ভূত আছিল। **অৰুনোদয়ে** বজাৰ দখলৰ বাবে কৰা অন্ধবিশ্বাস ভিত্তিক চাঞ্চল্যকৰণ সচেতন পাঠকৰ হেঁচাতহে বাদ দিয়া হৈছিল।

চমুকৈ ক'বলৈ গ'লে **অৰুনোদই** আছিল অসমীয়া সংবাদজগতৰ বাবে সফল পথিকৃৎ। শ্ৰেণীগত আৰু ধৰ্মীয় দৃষ্টিভংগীয়ে আৰোপ কৰা সীমাবদ্ধতা সত্বেও ই অসমীয়া ভাষা আৰু জাতিৰ বাবে এক শক্তিশালী ভেটি গঢ়ি থৈ যায়। অসমীয়া মধ্যশ্ৰেণীয়ে এই ভেটিৰ ওপৰত থিয় হৈয়েই নিজৰ ভাষা, সংস্কৃতি আৰু জাতিসত্তাৰ সৌধ কেনেকৈ গঢ়ি তুলিব, সেয়া আমি অচিৰেই দেখা পাম।

ইয়াৰ বিপৰীতে **আসাম বিলাসিনী**য়ে কিন্তু ধৰ্ম চৰ্চাৰ লক্ষ্মণ ৰেখা কাহানিও চেৰাব নোৱাৰিলে। আনহে নালাগে নিজে ভক্তি পৰায়ণ বৈষ্ণৱ হৈও লক্ষ্মীনাথ বেজবৰুৱাই ক'বলৈ বাধ্য হৈছিল ঃ

*'আসাম বিলাসিনী'ৰ বাক্যবিন্যাস প্ৰণালী, বিষয় নিৰ্বাচন আদি কাৰ্যই উঠি অহা শিক্ষিত ডেকা তৰপৰ মন হৰণ কৰিব পাৰিছিল বুলি ক'ব নোৱাৰোঁ। তাত অনেক সময়ত ব্যক্তিগত আক্ৰমণে ঠাই পোৱাত প্ৰাচীনসকলৰ মনতোষে সি যথোচিত সমাদৰৰ ঠাই অধিকাৰ কৰিব পাৰিছিল, এনে নহয়।* [৪২]

**আসাম বিলাসিনী**ৰ ধনাঢ্য অথচ ফোঁপোলা স্বৰূপটো উদঙাই দি বেজবৰুৱাই ক'বলগা হৈছিল *'অকল ধনেৰে গুৰি শকত হ'লেই হোৱাহেঁতেন **আসাম বিলাসিনী**য়ে অসমত এতিয়াও বিলাস কৰি থাকিলেহেঁতেন।* [৪৩]

সামৰণিত ইয়াকেই ক'ব পাৰি যে **অৰুনোদই** আৰু **আসাম বিলাসিনী**য়ে জাতিগঠনৰ ক্ষেত্ৰত যি দৃষ্টিভংগী লৈছিল, তাৰ লক্ষ্যণ আছিল মূলতঃ ধৰ্মীয়। ১৮৮৩ চন মানলৈ এনে দৃষ্টিভংগীৰ আবেদন তথা কাৰ্যকাৰিতা কমি যায় আৰু দুয়োখন কাকতেই বন্ধ হৈ পৰেগৈ।

---

৪১। **অৰুনোদই** (আগষ্ট, ১৮৫৪)।

৪২। **বেজবৰুৱা গ্ৰন্থাৱলী**, প্ৰথম খণ্ড, পৃষ্ঠা ৩৯।

৪৩। **বাঁহী**ৰ সম্পাদকীয়, (১ম বছৰ, ২য় সংখ্যা), ১৯০৯।

# ধৰ্মমুক্ত ধাৰাৰ সূচনাঃ ভাষাটোৰ পুনৰুদ্ধাৰ আৰু মান্যীকৰণ পৰ্ব

অসমীয়া ভাষা সাহিত্যৰ ত্ৰিমূৰ্তি নামে জনাজাত আনন্দৰাম ঢেকীয়াল ফুকন, গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাই কাৰ্যালয়-ন্যায়ালয়-বিদ্যালয়ৰ পৰা নিৰ্বাসিত ভাষাটোৰ পুনৰুদ্ধাৰ আৰু মান্যভাষাৰূপে তাক গঢ়ি তোলাৰ কামত কাণ্ডাৰীৰ ভূমিকা লৈছিল। ঢেকীয়াল ফুকনে তেওঁৰ ঐতিহাসিক **Plea for Assam and the Assamese** নামৰ স্মাৰকপত্ৰিকাত চুবুৰীয়া বাংলাৰ বিপৰীতে অসমীয়া ভাষা আৰু সাহিত্যৰ স্বকীয়তা সাব্যস্ত কৰিছিল। কলকাতাৰ পৰা লিখা এলানি চিঠিৰ জৰিয়তে **অৰুনোদই**ৰ পাতত গুণাভিৰাম বৰুৱাই কেনেকৈ অসমীয়া ভাষিক জাতীয়তাবাদৰ প্ৰথম প্ৰাণস্পন্দন ঘটাইছিল, সেয়া আমি ইতিমধ্যে দেখুৱাই আহিছোঁ। **আসাম বুৰঞ্জী**ৰ প্ৰণেতা এইজন বৰুৱাই ১৮৮৫-৮৬ সময়ছোৱাত **আসাম বন্ধু** কাকতৰ সম্পাদনাৰ জৰিয়তে অসমীয়া ভাষা-সাহিত্যৰ মাইলৰ খুটি প্ৰতিষ্ঠা কৰিছিল।

অসমীয়া ভাষাৰ ক্ষেত্ৰত আন এক কীৰ্তিস্তম্ভ আছিল **হেমকোষ**। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে কৰা তলৰ মন্তব্যটোৰ পৰাই অসমীয়া ভাষাৰ মান্যীকৰণৰ ক্ষেত্ৰত ভাষাটোৰ এই প্ৰথম সামগ্ৰিক অভিধানখনৰ ভূমিকা উপলব্ধি কৰিব পাৰি ঃ

*.... আমাৰ ওচৰ চুবুৰীয়া বন্ধুসকলে নিতৌ অসমীয়া ভাষাক বাহিৰলৈ উলিয়াবলৈ তুলসীৰ গুৰি আঁতাইছিল আৰু কাঠ সংস্কাৰ কৰিবলৈ কাঠ গোটাইছিল, কিন্তু কল্‌ঢোপ কল্‌ঢোপ কৰি থকা অসমীয়া ভাষাৰ মুখত হেমচন্দ্ৰ ধন্বন্তৰীৰ 'হেমকোষ' বড়ি পৰা মাত্ৰকে ক'ৰ যমদূত ক'লৈ গ'ল তাৰ চিন নাই, বাৰীৰ চুকত পৰি, 'নিওঁ', 'নিওঁ' কৰি চিয়ঁৰি থকা নিয়তী চৰাইবোৰো যমদূতবিলাকৰ লগতে নাইকিয়া হ'ল আৰু দক্ষিণা ল'বলৈ আশাপালি থকা বাপু সকলো এখোজ-দুখোজকৈ ঘৰমুৱা হ'ল। মুঠতে ক'বলৈ গ'লে হেমচন্দ্ৰ বৰুৱাৰ হেমকোষ অসমীয়া ভাষাৰ পক্ষে সঞ্জীৱনী মন্ত্ৰ........*[৪৪]

হেমকোষ যদি আছিল ভাষাটোৰ বাবে সঞ্জীৱনী, তেনেহ'লে হেমচন্দ্ৰ বৰুৱাৰ দ্বাৰাই সম্পাদিত **আসাম নিউজ** (১৮৮২-৮৫) আছিল এক নিয়মীয়া **সুধা**। এই দ্বিভাষিক সাপ্তাহিক কাকতখনে আধুনিক ভিত্তিত ভাষাটোক প্ৰতিষ্ঠা কৰিছিল, ই *'যি ভাষা শিকাই গ'ল, আজি-কালিৰ অসমীয়া গদ্য ভাষাই তাকেহে আওৰাইছে'।*[৪৫]

ব্যক্তিগত জীৱনত গুণাভিৰাম বৰুৱা আছিল এজন ব্ৰিটিছ ভক্ত ৰাজবিষয়া। অতিৰিক্ত সহকাৰী আয়ুক্ত (ই.এ.চি.) হিচাপে সেৱা আগবঢ়োৱা বৰুৱাই অচলা ব্ৰিটিছানুগত্যৰ বাবেই ৰায়বাহাদুৰ উপাধিও পাইছিল। আৰ্থিকভাৱে স্বচ্ছল জীৱন কটোৱা বৰুৱাই অনায়াসে তেওঁৰ পুত্ৰক ইংলেণ্ডত পঢ়াব, বা মৃত্যুৰ পাছত ৫০,০০০/- টকাৰ সম্পত্তি এৰি থৈ যাব পাৰিছিল।

---

৪৪। *'হেমকোষ'*, **পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী**, পৃষ্ঠা ৪৩১-২।
৪৫। *'অসমীয়া ভাষা'* প্ৰবন্ধ, **পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী**, পৃষ্ঠা ১৪০-১৪১।

(সেয়া ১৮৯৪ চনৰে কথা।) গুণাভিৰামৰ সমসৰ হেমচন্দ্ৰ বৰুৱাক আকৌ ইংৰাজী শিক্ষাত উৎসাহ যোগাইছিল শিৱসাগৰৰ ব্ৰিটিছ জিলা-উপায়ুক্ত কেপ্টেইন ব্ৰডী চাহাবে (অসমীয়া মানুহৰ মুখত পৰি যাৰ নাম হৈছিলগৈ বৰতি চাহাব)। অসমৰ ন্যায়িক আয়ুক্তৰ কাৰ্যালয়ত অধীক্ষক হিচাপে কাম কৰা হেমচন্দ্ৰ বৰুৱাও আছিল সমানে ব্ৰিটিছানুগত। বৰুৱাই দুবাৰো ব্ৰিটিছে যাঁচি দিয়া ই.এ.চি. ৰ কাম প্ৰত্যাখ্যান কৰিছিল বুলি যিটো কিম্বদন্তী ইমান দিনে প্ৰচলিত হৈ আছিল, তাৰ ভেদ ভাঙি ৰঞ্জিৎ কুমাৰ দেৱ গোস্বামীয়ে দেখুৱাইছে যে প্ৰথমবাৰৰ চাকৰিৰ প্ৰস্তাৱটো স্থায়ীভিত্তিত নাছিল বাবেহে বৰুৱাই এৰাইছিল। দ্বিতীয়বাৰ তেওঁ প্ৰস্তাৱটো প্ৰত্যাখ্যান কৰিছিল এই বাবে যে আন এজন চাহাবৰ প্ৰস্তাৱ গ্ৰহণ কৰিলে প্ৰথমবাৰ চাকৰিটো দিয়া এগ্নিউ চাহাবে অন্তৰত আঘাত পাব। উল্লেখযোগ্য যে বৰুৱাই পাছত এই প্ৰত্যাখ্যানৰ বাবে অনুতাপ কৰিছিল।[৪৬] তদুপৰি দুখন পাঠ্য পুথি ৰচনাৰ বাবদ তেওঁ ব্ৰিটিছ চৰকাৰৰ পৰা এহেজাৰ এশ টকাৰ নগদ পুৰস্কাৰো লাভ কৰিছিল। এশবছৰ আগতে সেই পৰিমাণ মুঠেই নগণ্য নাছিল।[৪৭] আনকি ১৮৬১ চনত, ব্ৰিটিছ বিৰোধী বিখ্যাত ফুলগুৰি অভ্যুত্থানৰ বছৰটোতে প্ৰকাশিত বৰুৱাৰ কানিয়াৰ কীৰ্তন কিতাপত ব্ৰিটিছানুগত্য সহজে অনুমান কৰি ল'ব পাৰি। বৰুৱাৰ দেউতাক মুক্তাৰাম বৰুৱাও আছিল ব্ৰিটিছৰ তলত এজন মৌজাদাৰ।

আন এজন ৰায়বাহাদুৰ, অভয়শংকৰ গুহক সহকাৰী সম্পাদক নিযুক্তি দি আসাম নিউজে তাৰ আনুগত্যৰ পৰম্পৰাক আৰু নিকপকপীয়া কৰি লৈছিল। অসম উপত্যকাৰ ব্ৰিটিছ আয়ুক্তজনে সেয়ে কাকতখনৰ প্ৰশংসা কৰি কৈছিল ঃ

..... *I find nothing in this newspaper to foster ill feeling between the natives and the Europeans.*[৪৮]

এইখিনিতে স্মৰণযোগ্য আন এটা কথা হ'ল এই যে আসাম নিউজৰ প্ৰকাশক আছিল অসমীয়া মধ্যশ্ৰেণীৰ অন্যতম অগ্ৰণী উদ্যোগী, অসম এচ'চিয়েশ্যনৰ অন্যতম নেতা মাণিকচন্দ্ৰ বৰুৱা। তেওঁ এইখন প্ৰকাশ কৰিছিল বৰুৱা ফুকন ব্ৰাদাৰ্চ নামৰ এটা কোম্পানীৰ তৰফৰ পৰা। ব্ৰিটিছ-সহযোগী এই কোম্পানীটোৱে কাঠ, জাহাজ, ছপাশাল, বেংকিং আৰু তাতোকৈ গুৰুত্বপূৰ্ণ চাহৰ ব্যৱসায় কৰিছিল। বৰুৱাই ব্যৱসায় আৰম্ভই কৰিছিল বে'নব্ৰিজ চাহাবৰ সৈতে যুটীয়াভাৱে; চাহ-খেতিতো চাহাবজন তেওঁৰ অংশীদাৰ আছিল (এই বিষয়ে আৰু কথা পাছলৈ ওলাব)।

আসাম বন্ধুৰ সম্পাদক গুণাভিৰাম বৰুৱাও একেদৰে বিশ্বাসী ব্ৰিটিছ বিষয়া আছিল, যাক ৰায়বাহাদুৰৰ সন্মান যঁচা হৈছিল। ব্ৰিটিছ চৰকাৰৰ বিষয়াসকলক এই আলোচনীয়ে অসমৰ শ্ৰেষ্ঠ বন্ধু আখ্যা দিছিল। আনক্ষেত্ৰত বহু পৰস্পৰবিৰোধী মত পোষণ কৰিলেও ড° প্ৰফুল্ল মহন্ত আৰু ড° নগেন শইকীয়াই এইকথাত একমত পোষণ কৰিছে যে আসাম বন্ধুৰ ব্ৰিটিছানুগত্য আছিল

---

৪৬ - ৪৭। *ঔপনিবেশিক আমোলত অসমীয়া বুদ্ধিজীৱী : হেমচন্দ্ৰ বৰুৱা*, আধুনিকতাৰ অগ্ৰদূত হেমচন্দ্ৰ বৰুৱা, পৃষ্ঠা ২০।

৪৮। **Report on the Administration of theProvince of Assam for the Year 1883-1884. (Shillong 1885)**

অবিচল।[৪৯] ড° শইকীয়াই আৰু দেখুৱাইছে যে ডেভিড স্কট, জেনেৰেল জেনকিন্স আদিক গভীৰভাৱে সন্মান কৰা গুণাভিৰাম বৰুৱাই মণিৰাম দেৱান, পিয়লি বৰুৱাৰ দৰে ব্ৰিটিছ বিৰোধী শ্বহীদসকলৰ স্মৃতি মচি পেলাবলৈ যত্নপৰ হৈছিল। এতেকে আসাম বন্ধুৰো যে কোনো সাম্ৰাজ্যবাদ বিৰোধী স্থিতি নাছিল সেয়া সৰ্ববাদীসন্মত মত।

## ভাষা-সাহিত্যৰ প্ৰতি বৰঙণি

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ দৃষ্টিত হেমচন্দ্ৰ বৰুৱা সম্পাদিত আসাম নিউজে এক অত্যন্ত উচ্চ মৰ্যাদা লাভ কৰিছিল। সকলোৱে কাকতখন পঢ়িছিল গভীৰ আগ্ৰহেৰে। আনকি তেখেতে নিজেও আসাম নিউজৰ পৰাই অসমীয়া লিখিবলৈ শিকা কথা স্বীকাৰ কৰিছে। ইয়াৰ শৈলী তথা বাক্য গঠন ৰীতিয়ে অসমীয়া ভাষাৰ বাবে নতুন যুগৰ সূচনা কৰিলে বুলি কৈ বেজবৰুৱাই আসাম নিউজ আৰু আসাম বন্ধুৱে আধুনিক অসমীয়া গদ্য আৰু পদ্যৰ ভেটি কেনেকৈ থাপিলে তাৰ বৰ্ণনা দিছে।[৫০]

অসমীয়া ভাষাৰ মান্যীকৰণ তথা আধুনিকীকৰণৰ ক্ষেত্ৰত আসাম নিউজৰ বিশেষ ভূমিকা আছিল। হেমচন্দ্ৰ বৰুৱাই ইয়াত লিখা এলানি প্ৰবন্ধৰ জৰিয়তে অৰুনোদই তথা ব্ৰনচনীয়ান অভিধানৰ সৰল বানান আঁতৰাই তাক সংস্কৃতকৰণ কৰা হৈছিল। ব্ৰনচন চাহাব তথা মিশ্যনেৰীসকলে ৰাইজৰ মুখৰ পৰা শুনাদি বানান কৰাৰ বিপৰীতে হেমচন্দ্ৰ বৰুৱাই সিবিলাকক যথাসাধ্যে সংস্কৃত ৰূপ দিবলৈ চেষ্টা কৰিছিল। কোৱা বাহুল্য যে পৰৱৰ্তী কালত হেমচন্দ্ৰ বৰুৱাৰ বানান ৰীতিকে অসমীয়া ভাষাই গ্ৰহণ কৰেগৈ। হ'লেও ব্ৰনচনীয়ান বানানহে বেছি বাস্তৱানুগ আৰু জটিলতাবৰ্জিত হ'লহেঁতেন বুলি ভবা ড° দিলীপ কুমাৰ দত্তৰ দৰে বিসম্বাদী কণ্ঠ এতিয়াও আছে। এইখিনিতে অতিশয় কৌতূহল উদ্দীপক কথাটো হ'ল এই যে অৰুনোদই বা ব্ৰনচনৰ অভিধানত ব্যৱহৃত বানান পদ্ধতি মিশ্যনেৰীসকলৰ দ্বাৰা উদ্ভাৱিত বা আৱিস্কৃত নাছিল। আমি এই ২০০৮ চনত উদ্ধাৰ কৰা ৰেভাৰেণ্ড নাথান ব্ৰাউনৰ Grammatical Notices of the Assamese Languageনামৰ ১৮৪৮ চনতে প্ৰকাশিত ব্যাকৰণখনত স্পষ্টকৈ কোৱা হৈছিল যে তেওঁ বিদগ্ধ অসমীয়া পণ্ডিত জাদুৰাম ডেকা বৰুৱাৰ বানানকে গ্ৰহণ কৰিছিল।

অসম সাহিত্য সভাৰ এজন প্ৰাক্তন সভাপতি যোগেশ দাসে জনাইছে যে লম্বোদৰ বৰা, পানীন্দ্ৰনাথ গগৈ আদিৰ দৰে জতুৱা অসমীয়া লিখা সাহিত্যিকসকলো হেমচন্দ্ৰৰ সমৰ্থক আছিল। পদ্মনাথ গোহাঞিঃ বৰুৱাই প্ৰথমতে আসাম বন্ধুৰ ৰীতি সমৰ্থন কৰিলেও পাছলৈ তেওঁ হেমচন্দ্ৰৰ পদ্ধতিকে আদৰি লৈছিল। এনেকৈ অসমীয়া ভাষাক পদ্ধতিগত ভাৱে প্ৰতিষ্ঠা কৰি এক আধুনিক গদ্য ৰীতি প্ৰতিষ্ঠাত কাকতখনে বিশেষ বৰঙণি আগবঢ়াইছিল।[৫১] আনহাতে ভাষা সাহিত্য চৰ্চাৰ ক্ষেত্ৰত উদাৰ দৃষ্টি গ্ৰহণ কৰি, বহু উদীয়মান লেখক লেখিকাক সুযোগ দি আসাম বন্ধুৱেও গুৰুত্বপূৰ্ণ সেৱাকে আগবঢ়াইছিল। আসাম নিউজে উজনিৰ উপভাষাক প্ৰাধান্য দিয়াৰ বিপৰীতে আসাম বন্ধুৱে নামনিৰ উপভাষাৰ প্ৰতিও সন্মান প্ৰদৰ্শন কৰি জাতিগঠনলৈ বৰঙণি দিছিল।[৫২]

---

৪৯। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস, পৃষ্ঠা ৩১৩ আৰু আসাম বন্ধুৰ পাতনি পৃষ্ঠা ১২

৫০। '*মোৰ জীৱন সোঁৱৰণ*', বেজবৰুৱা গ্ৰন্থাৱলী, প্ৰথম খণ্ড, পৃষ্ঠা ১২

৫১। '*হেমচন্দ্ৰ বৰুৱাৰ অৱদানৰ সংক্ষিপ্ত মূল্যায়ন*, আধুনিকতাৰ অগ্ৰদূত হেমচন্দ্ৰ বৰুৱা, পৃষ্ঠা ৬

৫২। আসাম বন্ধু (একত্ৰিত সংকলন) পৃষ্ঠা ৩০৩-৫

# সামাজিক প্ৰশ্নত স্থিতি

আসাম নিউজ আৰু ইয়াৰ সম্পাদক হেমচন্দ্ৰ বৰুৱাই নাৰী অধিকাৰৰ প্ৰসংগত তুলনামূলকভাৱে প্ৰগতিশীল স্থিতি গ্ৰহণ কৰিছিল। তেওঁ লিখিছিল, *'মতা তিৰোতা দুটা সমান জীৱ, ভোক পিয়াহ, টোপনি, বোধ, ইচ্ছা, অংগ প্ৰত্যংগ, জন্ম-মৰণ, দুইৰো সমান। তথাপি এটাৰ যি স্বত্ব আছে, আনটোৰ সি নাই বোলা কথাটো কিমান অন্যায়, ইয়াক যাৰ অলপমান জ্ঞান আছে, সিও বুজিব পাৰে*[৫৩]

বৰুৱাই পুৰুষৰ মৃত্যুৰ পাছত স্ত্ৰীৰ পুনৰবিবাহৰ সপক্ষেও দৃঢ়ভাৱে থিয় হৈছিল। অৱশ্যে ব্যক্তিগত জীৱনত বহুদিন অকৃতদাৰ হৈ কটালেও বিধবাবিবাহৰ সাহস তেওঁ নিজে কৰি উঠিব পৰা নাছিল। ইয়াৰ বিপৰীতে আসাম বন্ধুৰ সম্পাদক গুণাভিৰাম বৰুৱাই কেনেকৈ বিধবাবিবাহ নিজেও কৰাইছিল আৰু নিজৰ বিধবা কন্যাকো বিয়া পাতি দিছিল, সেইকথা আমি আগতেই উল্লেখ কৰি আহিছোঁ। গুণাভিৰাম বৰুৱা - ৰচিত ৰামনৱমী (১৮৫৭) নাটকতো বিধবাবিবাহৰ প্ৰতি সমৰ্থন পোৱা যায়।

কিন্তু একে সময়তে আসাম বন্ধুৰ পাততে প্ৰকাশিত কেতবোৰ প্ৰকট নাৰী-বিৰোধী লেখনীয়ে কাকতখনৰ নিজা বক্তব্য সম্পৰ্কেই সন্দেহ ওপজায়। উদাহৰণস্বৰূপে কাকতখনৰ নিয়মীয়া লেখক ৰত্নেশ্বৰ মহন্তৰ এই মন্তব্যবোৰ চাওকঃ

*তেওঁলোক (ঘৈণীসকল) বাহিৰলৈ ওলাই মুকলিমূৰীয়া হৈ ফুৰিব নোৱাৰিলেও তেওঁলোকে অন্তঃপুৰত আবদ্ধ থাকি কোনো কষ্ট নাপায় ........ এই পৰীক্ষাৰ সময় ফেৰি বোৱাৰীৰ পক্ষে অৱশ্যে কিছু কষ্টৰ সময়; এই থিনি সময়তে বুলিলে তেওঁলোকক 'সজাৰ ময়না' বুলিব পাৰি কিন্তু বিশেষকৈ গমি চালে ই একো নিন্দনীয় কাৰ্য নহয়। সংসাৰ সুখময় কৰিবৰ নিমিত্তে, গৃহস্থ ঘৈণীৰ ভৱিষ্যত জীৱন ও সাংসাৰিক বন্ধন অতুল আনন্দ মিশ্ৰিত কৰিবৰ নিমিত্তেই শাস্ত্ৰ আদি মান্যজনৰ হাতত ছোৱালী ঘৈণীৰ পৰীক্ষা।*[৫৪]

তেওঁ এগৰাকী আদৰ্শ গৃহিণীয়ে কেনেকৈ স্বামীৰ চকুৰে চকুৰেও চাব নালাগে, তেওঁক ঈশ্বৰ বুলি ভাবিব লাগে, কপালৰ সেন্দুৰৰ ফোঁটটোক জীৱনৰ একমাত্ৰ সম্পত্তি বুলি ভাবিব লাগে, স্বামীৰ বন্ধুবৰ্গৰ লগত হাঁহি ধেমালি কৰিব নালাগে, এইবোৰ দিহা দিতংকৈ দি গৈছে।[৫৫] গাঁৱলীয়া বোৱাৰীয়ে কেনেকৈ মনুৰ নিয়ম মানি এলাহ ত্যাগ কৰি, শিক্ষাৰ পৰা নিলগত থাকি, স্বামীলৈ ভয় কৰিব আৰু তেওঁ কৰা নিৰ্যাতন সহ্য কৰিব লাগে সেই বিষয়ে মহন্তই বহলাই কৈছে। চৰম প্ৰতিক্ৰিয়াশীল আৰু নাৰী বিদ্বেষী হিন্দু বিধান প্ৰণেতা মনুৰ এনে এটা শ্লোকো মহন্তই উদ্ধৃত কৰিছে, যাৰ অৰ্থ হয়, স্বামী অসৎ, লম্পট আৰু নিৰ্গুণী হ'লেও

---

৫৩। নিৰুপমা বৰগোহাঞিৰ প্ৰবন্ধ '*নাৰী দৰদী হেমচন্দ্ৰ বৰুৱা*', আধুনিকতাৰ অগ্ৰদূত পণ্ডিত হেমচন্দ্ৰ বৰুৱা, পৃষ্ঠা ৪৯ ৰ পৰা উদ্ধৃত।

৫৪। '*স্বাধীনতা নে স্বেচ্ছাচাৰ*' আসাম বন্ধু (একত্ৰিত সংকলন) পৃষ্ঠা ১৪১-৪২

৫৫। '*গাঁৱলীয়া বোৱাৰী*', আসাম বন্ধু (একত্ৰিত সংকলন) পৃষ্ঠা ২৩৯।

বিশ্বাসী পত্নীয়ে তেওঁক ভগবানৰ দৰে পূজা কৰা উচিত।[৫৬] এই উদ্ধৃতিয়ে চেৰেংকৈ আমাক মনত পেলাই দিয়ে 'নাৰী নৰকৰ দ্বাৰ' বোলা মনুৰ সেই কুখ্যাত কটূক্তিলৈ। আৰু লগে লগে প্ৰশ্ন জাগে, জাতিটোৰ আধাসংখ্যক, নাৰীসকলৰ প্ৰতি এনে হীন মনোভাব লৈ বাৰু জাতি গঠন সম্ভৱনে?

আসাম বন্ধুৰ আন এজন লেখক, বিশিষ্ট সাহিত্যিক লম্বোদৰ বৰায়ো কেতবোৰ অদ্ভুত যুক্তিৰে নাৰী শিক্ষাৰ বিৰোধিতা কৰিছিল। চৰম অতিৰঞ্জনৰ আশ্ৰয় লৈ তেওঁ কৈছিলঃ

*শ্ৰী বিষ্ণু। শ্ৰী বিষ্ণু। ইঃ। ইঃ।। ৰাম। ৰাম। লেখাপঢ়া শিকি আমাৰ ছোৱালীবোৰ গুছিল, বংগলা নাটক-নভেল পঢ়ি আৰু গান শিকি বলীয়া হ'ল। দহবছৰীয়া (কেচুঁৱা) ছোৱালীৰ এনে চিঠি, কি আচৰিত। আকৌ সেইখন চিঠিকে তাই আঢ়ৈ কুবিজন ডেকা ল'ৰালৈ লিখিছিল।। ..... অসমীয়া জাতিৰ এটি মাথোন ভাল বস্তু আছে, সি তিকতা, এনেকুৱা শিক্ষা দি সেই বস্তুটো যেন ভ্ৰষ্ট কৰা নহয় তাৰ নিমিত্তে হে আপোনালৈ এই চিঠি দিলো।*[৫৭] (গুৰুত্ব আমাৰ)

আসাম বন্ধুৰ আন এজন লেখক পূৰ্ণকান্ত শৰ্মাইতো স্বামী বা পিতৃ লগত নাথাকিলে নাৰীৰ ঘৰৰ বাহিৰত ফুৰা চকাবো বিৰোধিতা কৰিছিল। তেওঁৰ মতে এই সুখী পৃথিৱীখন নাৰীশিক্ষাই বিষাক্ত কৰি তুলিব। তেওঁ ইয়াকো জনাইছিল যে নাৰী যাতে পুৰুষৰ ওপৰত নিৰ্ভৰশীলতা এৰি স্বাধীন হ'ব নোৱাৰে, এয়া ভগবানৰে ইচ্ছা।[৫৮]

অৱশ্যে কাকতখনৰ সম্পাদকে পূৰ্ণকান্ত শৰ্মাৰ লেখনীৰ তলতে টোকা এটা দি কৈছিল যে শৰ্মাই জাতিটোৰ বাবে এক পংগু জীৱনৰ পোষকতা কৰিছে আৰু সময়ৰ সোঁতৰ বিপৰীতে থিয় হৈছে।[৫৯] কাকতখনে পদ্মাৱতী দেৱী ফুকননী, স্বৰ্ণলতা বৰুৱা( সম্পাদকৰ কন্যা) আদিৰ লেখাও প্ৰকাশ কৰিছিল। তৎসত্বেও এইটো ক'বই লাগিব যে কাকতখনত থকা নাৰী-বিৰোধী লেখাৰ পৰিমাণ আছিল বেচ বুজন ধৰণৰ আৰু সিবিলাকে অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত প্ৰতিকূল প্ৰভাৱহে পেলাইছিল। এনেকৈয়ে স্বয়ং সম্পাদকৰ নাৰী দৰদী মনোভাবো তেওঁৰ নিজৰ কাকতৰ পৃষ্ঠাতে পৰাজিত হ'ব ধৰিছিল। ইয়াৰ পৰা এই কথাই প্ৰমাণ হয় যে নাৰী মুক্তিৰ আধুনিক পশ্চিমীয়া ধাৰণাই আমাৰ মাটিত শিপা মেলিব নোৱাৰাৰ প্ৰধান কাৰণ হৈছে ই লিংগভিত্তিক নিপীড়ণৰ প্ৰধান ভিত্তি, অৰ্থাৎ ভাৰতীয় ব্ৰাহ্মণ্যবাদী সামন্তবাদৰ সম্পৰ্কে প্ৰশ্ন তুলিব নোৱৰাটো।

## কানি বিৰোধী স্থিতি

আসাম নিউজৰ সম্পাদক হেমচন্দ্ৰ বৰুৱাই তেওঁৰ বিখ্যাত কানিয়াৰ কীৰ্ত্তনৰ (১৮৬১) জৰিয়তে কানিৰ ব্যাপক প্ৰচলনৰ বিৰোধিতা কৰি সদৌটিৰে শলাগৰ পাত্ৰ হয়। কিন্তু এইখিনিতে

---

৫৬। '*দৈৱীৰ কৰ্ত্তব্য ও স্ত্ৰীশিক্ষা*', আসাম বন্ধু (একত্ৰিত সংকলন) পৃষ্ঠা ৫১৭।
৫৭। '*সদানন্দৰ সমাচাৰ*', ঐ, পৃষ্ঠা ২৩১-৩২।
৫৮। *নাৰীৰ মুক্তাৱস্থা*, ঐ, পৃষ্ঠা ২২৬-২৮।
৫৯। *স্ত্ৰীশিক্ষা*, ঐ, পৃষ্ঠা ৪৮১

মজাৰ কথাটো হ'ল এই যে এইখন কিতাপ আদিতে ব্ৰিটিছ চৰকাৰৰ কানি নীতিৰ সপক্ষেহে লিখা হৈছিল। কিতাপখনৰ ১৮৬৮ চনৰ পৰিবৰ্দ্ধিত সংস্কৰণটো সম্পূৰ্ণৰূপে চৰকাৰী সাহায্যেৰে প্ৰকাশ হৈছিল।[৬০] এই খিনিতে আৰু উল্লেখযোগ্য যে বৰুৱাই চৰকাৰৰ কানি-নীতিৰ ফলত ঘটা ৰাজহ বৃদ্ধিৰো বিৰোধিতা কৰা নাছিল। ইন্দিবৰ দেউৰীয়ে দেখুৱাইছে যে ভাৰতীয় কানি আয়োগ (১৮৯৪)ৰ ওচৰত দাখিল কৰা তেওঁৰ টোকাত হেমচন্দ্ৰ বৰুৱাই মত দিছে যে কানিৰ অনৌষধিক (non-medical) ব্যৱহাৰৰ বাবে কিনা-বেচাত প্ৰতিবন্ধক লগোৱা উচিত নহ'ব, কাৰণ ই কাৰ্যসাৰ্ধ (Practical) নহ'ব। তেওঁৰ মতে অসমৰ প্ৰায় সকলো জাতি জনগোষ্ঠীয়েই অনৌষধিক কাৰণতহে কানি সেৱন কৰে আৰু এনে কানি-সেৱন অসমৰ মানুহৰ এটা স্বাভাৱিক প্ৰবৃত্তি (দ্ৰষ্টব্যঃ অধ্যাপক যতীন্দ্ৰনাথ গোস্বামীৰ ঃ অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা, গুৱাহাটী, ১৯৮৬ , পৃষ্ঠা ২০৬/৩২)। দেউৰীয়ে সেয়ে ইংগিত দিছে যে তথাকথিত নিম্নতৰ জাতি জনগোষ্ঠীবোৰৰ ওপৰত কানিৰ ক্ষতিকৰ প্ৰভাৱৰ বিষয়ে বৰুৱাই এইবাবেই লিখা নাছিল যিহেতু তেওঁ দৃঢ়ভাৱে বিশ্বাস কৰিছিল যে কানি সেইবোৰ মানুহৰ বাবেই, কাৰণ কানি-সেৱন তেওঁলোকৰ স্বাভাৱিক প্ৰবৃত্তি। আনকি তেওঁৰ কানিয়াৰ কীৰ্ত্তনতো বৰুৱাই এজন ব্ৰাহ্মণ মৌজাদাৰ আৰু এজন সত্ৰাধিকাৰৰ ওপৰত, সমাজৰ দুই মুখাফুটা ব্যক্তিৰ ওপৰত পৰা কানিৰ কু-প্ৰভাৱৰহে আলোচনা কৰিছে; সমাজৰ তলৰ শ্ৰেণীৰ মানুহবিলাকৰ ওপৰত পৰা প্ৰভাৱৰ বিষয়ে নহয়।[৬১] কানি-সম্পৰ্কত বৰুৱাৰ এনে দুৱলীয়া স্থিতিয়ে আমাকো এক দ্বৈত-মূল্যায়নৰ ফালেই ঠেলি দিয়ে ঃ

(১) তেওঁৰ কানি-বিৰোধিতা সামাজিক কল্যাণৰ দৃষ্টিকোণৰ পৰাই আদৰণীয়;(২) এই বিৰোধিতা তেওঁৰ শ্ৰেণী-জাতিগত দৃষ্টি ভংগীৰ দ্বাৰা সীমাবদ্ধ/সংকুচিত হৈ পৰিছিল।

## কাকত দুখন আৰু সম্পাদকদ্বয়ৰ জাতি/জনগোষ্ঠীগত নীতি

বেণুধৰ শৰ্মাই আসাম নিউজত প্ৰকাশিত এখন জাননীৰ কথা উল্লেখ কৰিছে, য'ত গাৰো কুলী ধৰিবৰ বাবে উদগণিমূলক পুৰস্কাৰ ঘোষণা কৰা হৈছে।[৬২] চাহ মালিক বা চাহ-বাবু এজনৰ বাবে এইটো এটা নিৰীহ বিজ্ঞাপন হ'ব পাৰে। কিন্তু গাৰো বা আন যিসকল জনজাতিক 'ধৰা' বা 'চিকাৰ কৰা' হৈছিল, তেওঁলোকে এই জাননী পঢ়ি তেওঁলোকক ধৰোঁতা বা চিকাৰ কৰোঁতাসকলৰ লগত একেটা জাতিত ঐক্যবদ্ধ হ'বলৈ যে প্ৰেৰণা পাব, সন্দেহজনক। কাকতখনত প্ৰকাশিত আন এটা বাতৰিত কোৱা হৈছিল যে মি. লেম্ব বোলা কলকাতাৰ 'ৰাজবংশী' (অৰ্থাৎ ব্ৰিটিছ) জিলা অধীক্ষক এজনে ৰমেশ চন্দ্ৰ বন্দোপাধ্যায়ক তেওঁৰ উপস্থিতিত জোতা খুলিবলৈ হুকুম দিয়াত বন্দোপাধ্যায়ে কেনেকৈ 'প্ৰকৃত ব্ৰাহ্মণৰ দৰে', 'আৰ্যসুলভ

---

৬০। ৰঞ্জিত কুমাৰদেৱ গোস্বামী ঃ '*ঔপনিবেশিক আমোলত অসমীয়া বুদ্ধিজীৱী : হেমচন্দ্ৰ বৰুৱা*, আধুনিকতাৰ অগ্ৰদূত হেমচন্দ্ৰ বৰুৱা, পৃষ্ঠা ২৯।

৬১। ইন্দিবৰ দেউৰী ঃ '*হেমচন্দ্ৰ বৰুৱা আৰু গোষ্ঠী চেতনা*, উক্ত গ্ৰন্থ , পৃষ্ঠা ১০৮-৯

৬২। বেণুধৰ শৰ্মা ৰচনাৱলী, পৃষ্ঠা ১৮৫।

আত্ম-সম্মানেৰে' [৬৩] সেই হুকুম তামিল কৰিবলৈ অস্বীকাৰ কৰিলে। ৰমেশ বাবু নামৰ বঙালী কেৰাণীজনৰ সেই স্বাভাৱিক আত্মমৰ্যাদাবোধক তেওঁৰ আৰ্যত্ব আৰু ব্ৰাহ্মণত্বৰ লক্ষণ বুলি আখ্যা দিয়া কাকতখন আৰু ইয়াৰ সম্পাদকজন কিন্তু দেশৰ সৰ্বত্ৰ সংঘটিত ব্ৰিটিছ বিৰোধী জনজাতীয় বিদ্ৰোহ, বা আনকি ১৮৫৭ চনৰ প্ৰথম মুক্তি সংগ্ৰাম সম্পৰ্কেও নীৰবে আছিল। উল্লেখযোগ্য যে ১৮৫৫ চনৰ চাওতাল মহাবিদ্ৰোহৰ দৰে এনেবোৰ অভ্যুত্থানৰ বেছিভাগ বিদ্ৰোহীয়েই আছিল অনাৰ্য, অনা ব্ৰাহ্মণ। সেইসকল অনাৰ্য, অনা-ব্ৰাহ্মণৰ প্ৰতি আসাম নিউজৰ সম্পাদকজনৰ মনোভাৱৰ উমান আমি পাওঁ তেওঁৰ কীৰ্তিস্তম্ভস্বৰূপ অভিধান হেমকোষৰ [৬৪] পাতে পাতে। যেনে ঃ

***কিৰাতঃ** পৰ্বতীয়া বা হাবিয়াল অসভ্য জাতিৰ মানুহ, নগা-ডফলা-মিৰি আদি,* *A savage who inhabits in woods and mountains, Nagas-Dafalas-Miris etc.* (পৃষ্ঠা ২১১)

***ৰবাহীঃ** (সং ৰবাহাশী, গাহৰিখোৱা) অসমৰ এজাতি আদিবাসী মানুহ, Pig-eaters, an aboriginal tribe of Assam* (পৃষ্ঠা ৬৮৩)

***ৰবীয়াঃ** ৰাঁৰী বামুণীৰ জহবা সন্তান, An illegitimate son of a Brahman widow* (পৃষ্ঠা ৬৮৩)

***অনাৰ্য ঃ** ..... not respectable* (পৃষ্ঠা ২১)

এতিয়া উক্ত অৱমাননাকৰ অভীধাবোৰৰ বিপৰীতে নিম্নোক্ত সম্মানজনক অভীধাবোৰ তুলনা কৰকঃ

***বামুণঃ** হিন্দু বিলাকৰ প্ৰথম আৰু শ্ৰেষ্ঠ জাতি* ....(পৃষ্ঠা ৭০৩)

***আৰ্যঃ** মান্য লোক; এতেকে হিন্দুবিলাকৰ আদি পুৰুষ, গৰাকী; Aryan; noble, born of a good family, a respectable or venerable person* (পৃষ্ঠা ১০৪)

ইয়াৰ বাহিৰেও 'বঙাল ঃ বংগ দেশৰ ইতৰ মানুহ' (পৃষ্ঠা ৬৭৩), 'তিতা ফুলঃ সামান্য মানুহে তাৰ আজ্ঞা খায়'(পৃষ্ঠা ৪৬), 'অকুলীনৰ হাতে খালে পৰাচিত লাগে'(পৃষ্ঠা৪), 'অজাতিৰ ভাত খালে জাতি যায়' (পৃষ্ঠা ১১), ' অজাতিয়ে ছোৱা ভাতৰ চৰু অব্যৱহাৰ্য' (পৃষ্ঠা ৪০), 'আহমবোৰ আগেয়ে অত্তকতীয়া আছিল'(পৃষ্ঠা ৪১), 'অমুক অজাতিৰ তিৰোতাত উপগত হ'ল' (পৃষ্ঠা ১৩১), 'কৈবৰ্ত অৰ্থাৎ ডোমে যেনেকৈ পানীত নামি মাছ খাই ফুৰে, (কেউটীয়া সাপেও) সেইদৰে পানীত থাকি মাছ খাই জীয়ে'(পৃষ্ঠা ২২৮), ' খতীয়া কুলিক খন নিদিবা' (পৃষ্ঠা ১৪৮), 'অমুকে ডুমুনীত খালে' (পৃষ্ঠা ২৫৫), 'হীনকুলীয়া তিৰোতাবে খোৱা-লোৱা কৰিব নেপায়' (পৃষ্ঠা ২৭২), ইত্যাদি শতাধিক জাতি-বৰ্ণীয় তথা শ্ৰেণীগত বিদ্বেষ-ঘৃণাৰে ভৰপূৰ কথা এইখন অভিধানত আছে যি বিলাক

---

৬৩। ইন্দিবৰ দেউৰী ঃ '*হেমচন্দ্ৰ বৰুৱা আৰু গোষ্ঠী চেতনা*, আধুনিকতাৰ অগ্ৰদূত পণ্ডিত হেমচন্দ্ৰ বৰুৱা, পৃষ্ঠা ১০৮-৯

৬৪। হেমকোষ, (গুৱাহাটী ১৯৯২)

এক আধুনিক জাতিগঠন প্ৰক্ৰিয়াৰ অন্তৰায়। আমি এই বিষয়ে অন্য ঠাইত বিতংকৈ আলোচনা কৰিছোঁ।[৬৫] ৰঞ্জিৎ কুমাৰ দেৱ গোস্বামীয়েও এনেবোৰ কাৰণত হেমচন্দ্ৰ বৰুৱাক এজন 'আৰ্য' (হিন্দু) ব্ৰাহ্মণ-উজনি অসমীয়া'[৬৬] বুলি বৰ্ণনা কৰিছে। দেখদেখকৈয়ে এয়া অসমীয়াত্বৰ এটি অতি সংকুচিত সংজ্ঞা। তেনে সংজ্ঞাৰে বহল জাতি গঠন কঠিন কাম।

অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত যাৰ অংশ গ্ৰহণ অপৰিহাৰ্য আছিল সেই পাহাৰীয়া চুবুৰীয়া জনজাতিসকলৰ সম্পৰ্কে অসম বন্ধুৰ দৃষ্টিভংগী কেনে আছিল? কাকতখনৰ সম্পাদক স্বয়ং গুণাভিৰাম বৰুৱাই তেওঁৰ 'আসাম বুৰঞ্জী'ত মিকিৰসকলক (বৰ্তমানে কাৰ্বি বুলি জনাজাত) বান্দৰৰ বংশধৰ আখ্যা দিছে আৰু কাৰ্বি শব্দৰ সংস্কৃত ব্যাখ্যা দি তাৰ অৰ্থ কেঁচা মাংস খোৱা বুলিছে।[৬৭] তেওঁৰ বাবে নগাসকল নওঠা আৰু নিষ্ঠুৰ ; ডফলাসকল অতি নিষ্ঠুৰ আৰু অত্যাচাৰী; ভুটীয়াসকল অৰ্ধবৰ্বৰ। বৰুৱাই অসমৰ ইতিহাসৰ প্ৰাক্আহোম, তথাকথিত হিন্দুযুগটোক সোণালীযুগ আখ্যা দিয়ে আৰু আহোমতকৈ ব্ৰিটিছৰ শাসনক শ্ৰেয় বুলি গণ্য কৰে।[৬৮] অসম সাহিত্য সভাৰ অন্যতম প্ৰধান গুৰিয়াল ড° নগেন শইকীয়াই আসাম বন্ধুৰ একত্ৰিত সংকলনৰ সম্পাদকৰ মন্তব্যত সেয়ে কৈছেঃ

*'(বক্তেশ্বৰ মহন্তই) লিখা 'গাৰো বৃত্তান্ত' নামৰ প্ৰবন্ধ লানিৰ মাজত সমাজ অধ্যয়নৰ এটি নতুন প্ৰচেষ্টা দেখা যায়। কিন্তু সেই সময়ত পাহাৰ আৰু ভৈয়ামৰ যিসকল লোকে প্ৰকৃতি-নিৰ্ভৰ আদিম জীৱন যাত্ৰাৰ পদ্ধতি অনুসৰণ কৰিছিল, সেইসকলক তথাকথিত শিক্ষিত আৰু সভ্যসকলে তেওঁ বিলাকৰ নিন্দনীয় উচ্চাম্মিকাৰে হাবিৰ বন্যপ্ৰাণীৰ তুল্য বুলি ভাবিছিল।*[৬৯]

তেওঁ এইটোও আঙুলিয়াই দিছে যে আসাম বন্ধুৰ সম্পাদক গুণাভিৰাম বৰুৱাই *'পৰ্বতীয়া লোকমাত্ৰেই অসভ্য আৰু মহালোভী অথচ অহংকাৰী'* আখ্যা দিছিল। বৰুৱাই খামতি, চিংফৌ, নাগা, গাৰো, আবৰ আদি পাৰ্বত্য জনজাতিসকলক এনেকি *'বিদেশী, অসভ্য, অশুচি'*বুলিও কৈছিল।[৭০] ড° শইকীয়াই এনে অভীধাবোৰক সঠিকভাৱেই *'অগ্ৰহণীয়, অবাঞ্ছনীয় আৰু অপবাদমূলক'*আখ্যা দিছে।[৭১] বিশেষকৈ থলুৱা জনজাতিসকলক বিদেশী বুলি কোৱাটো বৰুৱাৰ বাবে ধৃষ্টতা আছিল। কাৰণ তেওঁ নিজে বংগৰ লগত বৈবাহিক সম্পৰ্ক স্থাপন কৰিছিল। অৱসৰৰ পাছতো বংগতে নিগাজীকৈ বাস কৰিছিল।

এই গ্ৰন্থৰ সত্ৰ-সম্পৰ্কীয় দ্বিতীয় অধ্যায়ত আমি দেখুৱাই আহিছোঁ কেনেকৈ 'বিপুঞ্জয় স্মৃতি' নামৰ আহোম-বিৰোধী, দলিত-বিৰোধী ভুৱা শাস্ত্ৰ এখনে এসময়ত আহোম তথা দলিত

---

৬৫। ড° দেৱব্ৰত শৰ্মা : *'হেমকোষত নিহিত শ্ৰেণী-জাতি-বৰ্ণ চেতনা আৰু অসমীয়া জাতীয় অভিধান প্ৰসংগ*, নতুন পদাতিক, তৃতীয় বৰ্ষ, চতুৰ্থ সংখ্যা, নবেম্বৰ-ডিচেম্বৰ, ২০০১।

৬৬। '*ঔপনিবেশিক আমোলত অসমীয়া বুদ্ধিজীৱী*', আধুনিকতাৰ অগ্ৰদূত পণ্ডিত হেমচন্দ্ৰ বৰুৱা, পৃষ্ঠা ৩৯

৬৭। গুণাভিৰাম বৰুৱা : আসাম বুৰঞ্জী, চন ১৯৮০ পৃষ্ঠা ১৭।

৬৮। ঐ, পৃষ্ঠা ২১২-১৩

৬৯। আসাম বন্ধু একত্ৰিত সংকলনৰ পাতনি, পৃষ্ঠা ৩৪।

৭০। '*বঙালী*', আসাম বন্ধু, পৃষ্ঠা ৯৫।

৭১। আসাম বন্ধু একত্ৰিত সংকলনৰ পাতনি, পৃষ্ঠা ৩৪

ৰাইজক চৰমভাৱে বিক্ষুব্ধ কৰি তুলিছিল। অথচ আসাম বন্ধুৰ পুথি সমীক্ষা শিতানত সেইখন 'শাস্ত্ৰ'ৰে পূৰ্বৰ সংস্কৰণ এটাক প্ৰশংসা কৰা হৈছিল। [৭২]

আসাম বন্ধুৰ এজন নিয়মীয়া লেখক ৰত্নেশ্বৰ মহন্তই আকৌ গাৰোসকলক এজাতি উন্নত জন্তু, বান্দৰৰ পৰা মানুহলৈ বিবৰ্তনৰ প্ৰথম ঢাপ বুলি বৰ্ণনা কৰিছিল। [৭৩] তেওঁ গাৰোসকলৰ খাদ্য অভ্যাস ইমানেই ঘৃণা কৰিছিল যে এনেকৈ লিখিব পাৰিছিলঃ *'গাৰো-ভোজন ইহঁতৰ খাওঁন এনে কদৰ্য, শুনিলেই কেঁচুৱা কালৰ খোৱা পিয়াহো পেটত থাকিব নোখোজে।* [৭৪] ইয়াতেই সন্তুষ্ট নাথাকি মহন্তই এনে চৰম মন্তব্যও কৰিছিল, *'ইহঁতৰ গঢ়-গতি দেখি বোধ হয় ইহঁতে সময়মতে মানুহৰ মঙহকো আত্মসাৎ কৰিব পাৰে। ইহঁতৰ আকাৰ-প্ৰকাৰ, আচাৰ-ব্যৱহাৰ দেখিলেই বোধ হয়, এই বিলাকেই আমাৰ শাস্ত্ৰাদিত লেখা অসুৰ আৰু দানৱবিলাকৰ সঁচ।* [৭৫] আচৰিত হ'বলগা নাই যে তেওঁ এনে 'অৰ্ধ-মানৱীয়'প্ৰজাতিক অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ পৰা আঁতৰাই ৰাখিবলৈ বিচাৰিব। আসাম বন্ধুৰ পাতত এটাৰ পাছত এটা সংখ্যাত মহন্তই চলাই যোৱা এই 'জন্তু বিৰোধী' অভিযানে অসমীয়া জাতিগঠন প্ৰক্ৰিয়াটোকতো ক্ষতিগ্ৰস্ত কৰিছিলেই,ই এইকথাও প্ৰমাণ কৰিছিল যে পশ্চিমীয়া পৰিবৰ্তনৰ বা'ছাতি গাত লগা সত্বেও জাতি বৰ্ণ ভিত্তিক বিদ্বেষ-বৈষম্যৰ উৰ্দ্ধত উঠাৰ সামৰ্থ আসাম বন্ধু সম্পাদক, আসাম নিউজ সম্পাদক, এজনৰো হোৱা নাছিল।

## ধৰ্ম মুক্ত দৃষ্টিভংগী

আসাম বন্ধুৰ প্ৰস্তাৱনা সংখ্যাতে কাকতখনে ধৰ্মীয়/সাম্প্ৰদায়িক আলোচনাত জড়িত নহয় বুলি ঘোষণা কৰা হৈছিল আৰু পাছতো ইয়াক দোহৰা হৈছিল। [৭৬] ড° নগেন শইকীয়ায়ো সঠিকভাৱেই আঙুলিয়াই দিছে যে ইয়াৰ পাতত গুণাভিৰাম বৰুৱাই আনকি নিজৰ ব্ৰাহ্মধৰ্মৰ বিষয়েও আলোচনা কৰা নাছিল। আসাম নিউজ সম্পাদক হেমচন্দ্ৰ বৰুৱাও পান-ভোজন আদি ক্ষেত্ৰত ইমানেই পৰম্পৰাবিৰোধী আছিল যে তেওঁৰ মৃত্যুৰ পাছতো তেওঁৰ মৃতদেহটো গুৱাহটীয়া ভদ্ৰলোকে সংকাৰ কৰিবলৈ টান পাইছিল। প্ৰসেনজিৎ চৌধুৰীয়ে হেমচন্দ্ৰ বৰুৱাক বংগৰ বিদ্যাসাগৰ আৰু অক্ষয় কুমাৰে প্ৰতিনিধিত্ব কৰা ধৰ্মমুক্ত ধাৰাটোৰ অসমৰ একমাত্ৰ প্ৰতিনিধি বুলি আখ্যা দিছে। [৭৭] এটা আধুনিক জাতিগঠনৰ বাবে এনে ধৰ্মমুক্ত-ধাৰা বহুসময়ত সহায়ক হয়।

## উগ্ৰজাতীয়তাবাদ বনাম জাতীয়তাবাদ

আসাম নিউজৰ স্থিতি মুঠেও উগ্ৰজাতীয়তাবাদী নাছিল। প্ৰসেনজিৎ চৌধুৰীয়ে আঙুলিয়াই দিছে যে অসমীয়া ভাষাৰ স্বতন্ত্ৰতা তথা অধিকাৰৰ সপক্ষে সৰৱ হ'লেও হেমচন্দ্ৰ বৰুৱাই বাঙালী

---

৭২। *'সমালোচনা'* আসাম বন্ধু, পৃষ্ঠা ২৭৭।
৭৩। *'গাৰোবৃত্তান্ত'*, আসাম বন্ধু, পৃষ্ঠা ৩৪
৭৪। ঐ, পৃষ্ঠা ৩৬।
৭৫। ঐ, পৃষ্ঠা৩৮।
৭৬। আসাম বন্ধু, পৃষ্ঠা ২, ৯২।
৭৭। আসাম বন্ধু, একত্ৰিত সংকলন ৰ পাতনি, পৃষ্ঠা ৩১।

ভাষা, সংস্কৃতি আৰু সমাজৰ বিপক্ষে কোনো বিদ্বেষ পোষণ কৰা নাছিল। চৌধুৰীয়ে সেয়েহে কোনো নেতিবাচক প্ৰতিক্ৰিয়াই বৰুৱাৰ চেতনাক আচ্ছন্ন কৰা নাই বুলি কৈছে। (৭৮) জনগোষ্ঠীগত প্ৰসংগত বৰুৱাৰ যে নেতিবাচক মনোভাৱ আছিল, তাৰ ভূৰি ভূৰি উদাহৰণ আমি দিছোঁ আৰু দিব পাৰোঁ। কিন্তু প্ৰতিবেশী, উন্নত বাঙালীসকলৰ ক্ষেত্ৰত তেওঁ যে অত্যন্ত সংযত আছিল, সেই কথা সঁচা।

আসাম বন্ধু সম্পাদকজনৰো বাঙালী-বিৰোধিতাতো নাছিলেই, বৰং বাঙালী প্ৰীতিহে আছিল বুলিব পাৰি। গুণাভিৰাম বৰুৱাৰ কন্যা স্বৰ্ণলতাৰ দুবাৰো বিয়া হৈছিল বাঙালী ভদ্ৰলোকৰ সৈতে (তেওঁৰ প্ৰথম স্বামীৰ অকাল মৃত্যু ঘটিছিল)। বৰুৱা নিজে জড়িত আছিল বংগৰ ব্ৰাহ্ম আন্দোলনৰ সৈতে। অৱসৰৰ পাছত তেওঁ নিগাজীকৈ থাকিবলৈ লৈছিল বংগতে। এই সকলোবোৰে তেওঁৰ ওপৰত এনেহে গভীৰ আদৰ্শগত-সাংস্কৃতিক প্ৰভাৱ পেলাইছিল যে বৰুৱাই অসমীয়া সমাজত বাঙালী প্ৰভাৱৰ পোষকতাহে কৰিছিল। অথচ এইজন আছিল সেই একেজন গুণাভিৰামেই যি অৰুনোদইত কলকাতাৰ পৰা এলানি চিঠি লিখি অসমৰ ন্যায়ালয়-কাৰ্যালয়-বিদ্যালয়ত অসমীয়া ভাষা প্ৰবৰ্তনৰ দাবী তুলিছিল। আৰু এই একেজন গুণাভিৰামেই অসমলৈ ব্যাপক বাঙালী প্ৰব্ৰজনৰ পোষকতা কৰি কৈছিলঃ

*ক্ৰমে বঙালী শিক্ষিত লোক যিমান এই দেশলৈ আহিব আমাৰ মানুহ যিমান বিদেশলৈ যাব, আৰু শিক্ষাৰ দ্বাৰাই সংকীৰ্ণ ভাব যিমান গুচিব আৰু ঈশ্বৰৰ পিতৃত্ব, মনুষ্যৰ ভাতৃত্ব ভাব ব্যাপক হ'ব, তিমান বঙালীকো ভাই ককাই যেন দেখোঁ।* (৭৯)

আসাম বন্ধুৰ পাতত অসমীয়া উগ্ৰজাতীয়তাবাদৰ আন সমালোচনাও প্ৰকাশিত হৈছিল। জনৈক গৌ.না.দা. নামৰ লেখকে সকলো বহিৰাগতক *ম্লেচ্ছ*, অসমক স্বৰ্গ আৰু বংগক নৰক বুলি গণ্য কৰা অসমৰ একাংশ মানুহৰ উগ্ৰজাতীয়তাবাদী মনোভাৱৰ গৰিহণা দিছিল। তেওঁ লিখা 'অসমৰ উন্নতি কিমান' নামৰ কবিতাটোত অসমীয়াসকলক আৰ্য বুলি আখ্যা দি অসমীয়া, বঙালী, উৰিয়া, বিহাৰী, মৈথিলী আদি 'আৰ্য' জাতিবোৰৰ ঐক্যৰ পোষকতা কৰা হৈছিল, য'ৰ পৰা পাহাৰী জনজাতি আৰু আন অনাৰ্যসকলক বাদ দিয়া হৈছিল। (৮০) গুণাভিৰাম বৰুৱাৰ দৰেই এইজন লেখকেও আন ৰাজ্যৰ পৰা অসমলৈ প্ৰব্ৰজনৰ আদৰণি জনাইছিল আৰু তেনে 'বিদেশী' সকলৰ লগত বিনিময়ৰ যোগেদি অসমীয়াসকলেই সমৃদ্ধ হ'ব বুলিও সম্পাদকৰ তৰফৰ পৰা কোৱা হৈছিল।(৮১)

আনহাতে আসাম বন্ধুৱে অসমীয়া জাতীয় পোছাকৰ প্ৰশ্নত জাতীয় আবেগ প্ৰদৰ্শন কৰিছিল। বাঙালী শাৰীৰ বিপৰীতে অসমীয়া ৰিহা-মেখেলাৰ ব্যৱহাৰৰ ই পোষকতা কৰিছিল। এক পূৰ্ণাংগ জাতীয় সাজ পোছাকৰ কথাও ই কৈছিল। (৮২) লম্বোদৰ বৰাৰ লেখনীতো সদৃশ জাতীয় ভাবাবেগ প্ৰকাশিত হৈছিল। সদানন্দ নামৰ তেওঁৰ কল্পিত চৰিত্ৰই (অসমীয়া) বাতৰি কাকতৰ বৰঙণি দিয়া নাছিল আৰু অসমীয়া কোৱাটো অমৰ্যাদাকৰ বুলি ভাবিছিল। এনে (আত্ম) সমালোচনাই ক্ৰমবৰ্দ্ধমান জাতীয় চেতনাৰে ইংগিত বহন কৰিছিল। জাতীয়তাবাদৰ এই প্ৰাথমিক উকমুকনিখিনিত উগ্ৰজাতীয়তাবাদৰ বেঙণি সিমান নাছিল, যিমান আছিল হীনমন্যতা আৰু তাৰ পৰা মুক্তিৰ প্ৰচেষ্টা।

সামৰণিত ইয়াকে ক'ব পাৰি যে আসাম বন্ধু আৰু আসাম নিউজ দুয়োখনেই অৰুনোদই-আসাম বিলাসিনীক বান্ধি ৰখা ধৰ্মীয় প্ৰভাৱৰ পৰা মুক্ত হৈ অসমৰ সংবাদজগতক

---

৭৮। *বংগীয় নৱজাগৰণ আৰু হেমচন্দ্ৰ বৰুৱা* আধুনিকতাৰ অগ্ৰদূত পণ্ডিত হেমচন্দ্ৰ বৰুৱা, পৃষ্ঠা ৮৮।

৭৯। '*বঙালী*', আসাম বন্ধু, (একত্ৰিত সংকলন) পৃষ্ঠা -৯৮-১০০।

৮০। আসাম বন্ধু, (একত্ৰিত সংকলন) পৃষ্ঠা ১২৫।

৮১। '*আমাৰ মানুহ*', আসাম বন্ধু, (একত্ৰিত সংকলন) পৃষ্ঠা ১৩০।

৮২। '*দেশীয় পৰিচ্ছদ*, আসাম বন্ধু, (একত্ৰিত সংকলন) পৃষ্ঠা ১৬।

এক ধৰ্মমুক্তধাৰা প্ৰদান কৰিছিল। অসমীয়া ভাষাৰ মান্যীকৰণ, নাৰী অধিকাৰ, বিধবা বিবাহ, জনশিক্ষা, ধৰ্মনিৰপেক্ষতা আদিৰ দিশত কাকত দুখনৰ যথেষ্ট বৰঙণি আছিল। ভৱিষ্যতৰ অসমীয়া ভাষিক জাতীয়তাবাদৰ চেৰাশালিও আছিল এই দুয়োখন কাকতেই। অৱশ্যে জাতি-জনগোষ্ঠীয় প্ৰশ্নত অনুদাৰ ব্ৰাহ্মণ্যবাদী দৃষ্টিভংগীৰ পৰা মুক্ত হ'ব নোৱাৰাৰ ফলত কাকত দুখনৰ ভূমিকাৰ সীমাবদ্ধতাও পৰিলক্ষিত হয়। তথাপিও জাতিটোৰ সম্প্ৰসাৰণত নহ'লেও সংহতকৰণত দুয়োখনৰে ভূমিকা আছিল।

# মৌ ঃ দ্ব্যৰ্থহীন আনুগত্য আৰু হীনমন্যতা

ড. সত্যেন্দ্ৰ নাথ শৰ্মাই কৈছে যে অসমীয়া সংবাদপত্ৰ/আলোচনীৰ ইতিহাসত **জোনাকী**ৰ সমানে সমানে স্থান লাভ নকৰিলেও **মৌ**ৰ স্থানো মুঠেই নগণ্য নহয়।[৮৩] নন্দ তালুকদাৰেও অসমৰ কেইখনমান আগশাৰীৰ কাকত-আলোচনীৰ মাজতে মৌক ঠাই দিছে। তেওঁৰ মতে আন অসমীয়া গতানুগতিক, বাংলা-আৰ্হিৰ কাকতবোৰতকৈ বেলেগ হোৱা বাবেই মৌৱে এই গৌৰবৰ স্থান দখল কৰিব পাৰিছিল।[৮৪] ১৮৮৬ চনত মাত্ৰ চাৰিটা সংখ্যা প্ৰকাশ পোৱা এই আলোচনীখনৰ সম্পাদক নামত হৰনাৰায়ণ বৰা থাকিলেও ইয়াৰ প্ৰকৃত সম্পাদক আছিল বৰাৰ অভিযন্তা ভাতৃ বলিনাৰায়ণহে। অভিযন্তাজনৰ পুত্ৰ ড° ইন্দ্ৰনাৰায়ণ বৰাৰ মতে লক্ষ্মীনাথ বেজবৰুৱা আৰু মথুৰা মোহন বৰুৱাই লিখা দুখন চিঠি আৰু গুণাভিৰাম বৰুৱাই লিখা এটা প্ৰবন্ধৰ বাদে মৌৰ চাৰিওটা সংখ্যা পূৰাইছিল বলিনাৰায়ণ বৰাৰ কলমেই।

## অন্ধ ব্ৰিটিছানুগত্য

অভিযন্তা বলিনাৰায়ণ বৰা ইমানেই অন্ধ ব্ৰিটিছভক্ত আছিল যে ৰাজহ বৃদ্ধিৰ দৰে যিবোৰ বিষয়ে ৰাইজৰ প্ৰবল প্ৰতিবাদ উদ্ৰেক কৰিছিল, সেইবোৰতো তেওঁ ব্ৰিটিছৰ সমৰ্থন আৰু ৰাইজৰ বিৰোধিতা কৰিছিল।[৮৫] বিদেশী শাসকহঁতৰ বিৰুদ্ধে ৰাইজৰ বিক্ষোভৰ প্ৰতি সামান্যতম সহানুভূতিও ই দেখুৱা নাছিল। তাৰ বিপৰীতে মহাৰাণী ভিক্টোৰীয়াৰ শাসনৰ সোণালী জয়ন্তী উদ্‌যাপনৰ বাবে ই এনে উত্ৰাৱল আহ্বান জনাইছিলঃ *'মহাৰাণী ভিক্টোৰীয়াৰ এপুৰুষীয়া ৰাজত্বৰ মহোৎসৱ উপলক্ষ্যে ভাৰতবৰ্ষত সকলোয়ে জয়ধ্বনি কৰিব লাগে।' 'যদি কোনো দেশে আন দেশতকৈ অতি উৎসাহৰ সইতে এই মহোৎসৱত যোগ দিব লাগে, সেয়েই ভাৰতবৰ্ষ।'*[৮৬] সেই উপলক্ষ্যত ৰাজসূয় যজ্ঞ পাতি তাৰ স্মৃতি চিৰযুগমীয়া কৰিবলৈ এক স্মাৰকস্তম্ভ সজাৰ প্ৰস্তাৱো মৌৱেই দিছিল।[৮৭] ব্ৰিটিছ শাসন আহিবলগা বহুযুগৰ বাবেই ভাৰতৰ বাবে উপকাৰী বুলিও ই পৰম ভাৱস্তিৰে ঘোষণা কৰিছিল।[৮৮]'ক'

---

৮৩। মৌ (একত্ৰিত সংকেলন)ৰ পাতনি, পৃষ্ঠা ০১।

৮৪। সম্বাদপত্ৰৰ ৰ'দকাঁচিয়লিত অসমীয়া সাহিত্য, পৃষ্ঠা ১০৭।

৮৫। '*ভূমিৰ নতুন ব্যৱস্থা*', মৌ, পৃষ্ঠা ৭২।

৮৬। মৌ, পৃষ্ঠা ৯০, ৮৯।

৮৭। মৌ, পৃষ্ঠা ৯০।

৮৮। (ক) মৌ, পৃষ্ঠা ১০২।

# হীনমন্যতাৰ প্ৰতিক্ৰিয়া

অসমীয়া জাতীয়তাবাদৰ প্ৰাথমিক স্তৰত এক আত্ম হননকাৰী হীনমন্যতাই কেনেকৈ ক্ৰিয়া কৰি আহিছিল, সেই বিষয়ে আমি আগতে উনুকিয়াই আহিছোঁ। আনন্দৰাম ঢেকীয়াল ফুকনে অসমীয়া মানুহৰ তামোল-পাণ খোৱাটোক লেতেৰা ব্যৱহাৰ বুলি গৰিহণা দি বাঙালীৰ শুকান চুপাৰী খোৱা অভ্যাসক সমৰ্থন কৰাটোক তেনে হীনমন্যতাৰ সাংস্কৃতিক সূচক বুলি ক'ব পাৰি।[৮৮(খ)] ৰমেশ চন্দ্ৰ দত্ত নামৰ বিখ্যাত বঙালী ভদ্ৰলোকজনৰ কন্যাক বিয়া কৰাই বংগতে থাকিবলৈ লোৱা বলিনাৰায়ণ বৰায়ো বাৰুকৈ এনে হীনমন্যতাত ভুগিছিল। (তাৰ বিপৰীতে ৰবীন্দ্ৰনাথ ঠাকুৰৰ পৰিয়ালৰ প্ৰজ্ঞাসুন্দৰীক বিয়া কৰায়ো লক্ষ্মীনাথ বেজবৰুৱা কিন্তু তেনে হীনমন্যতাৰ পৰা সম্পূৰ্ণ মুক্ত আছিল।) এনে হীনমন্যতাই বৰাক নিজৰ ভাষাটোৰ সম্পৰ্কে এনেকৈ ক'বলৈ উতণ্ডাইছিলঃ

*অসমীয়া ভাষা বঙালি ভাষাতকৈ বেলেগ, এই কথা সঁচা; কিন্তু অসমীয়াৰ পক্ষে ই বৰ গৌৰবৰ কথা নহয়। বৰঞ্চ ই দুখৰ হে কথা; কিয়নো অসমীয়াৰ আৰু বঙালিৰ ভাষা একে হোৱা হ'লে অসমীয়াক ইমান পিছ পেলাই বঙালিয়ে সভ্যতাৰ পথত অকলে আগবাঢ়িব নোয়াৰিলে হেঁতেন।*[৮৯]

মৌৰ বাংলাপ্ৰীতি এনেহে সুগভীৰ আছিল যে বাংলাৰ পৰা অসমীয়া বৰ্ণমালাৰ স্বতন্ত্ৰতা সূচিত কৰা অন্যতম আখৰ 'ৰ'টো উঠাই দি তাৰ ঠাইত বাংলা 'ৰ' প্ৰবৰ্তনৰ ই পোষকতা কৰিছিল। অসমীয়া লিপিৰ স্বতন্ত্ৰতাৰ আনটো প্ৰমাণ 'ৱ'টো উঠাই দি বাংলাৰ দৰে 'য়' ব্যৱহাৰবো তেওঁ ওকালতি কৰিছিল। ড. সত্যেন্দ্ৰনাথ শৰ্মাই বৰাৰ এই অত্যধিক বাংলাপ্ৰীতিৰ লগত তেওঁৰ বাঙালী পত্নী-প্ৰীতিৰ সম্পৰ্ক আছে বুলি ইংগিত দিছে।[৯০] আমি সেইবোৰ ব্যক্তিগত প্ৰসংগলৈ নগ'লেও বৰাই অসমলৈ ব্যাপক বাঙালী প্ৰব্ৰজনৰ পোষকতা কৰাৰ কথাটো প্ৰসংগক্ৰমে আহি যায়ঃ

*সুশিক্ষিত বঙালি মানুহ যিমান সৰহকৈ অসমলৈ আহে, এই দেশৰ তিমান মংগল। ... গবৰ্ণমেন্টৰ বিষয়া আৰু আন আন উচ্চ কৰ্মচাৰীৰ পদত উপযুক্ত বঙালিক এৰি অনুপযুক্ত অসমীয়াক বহুওৱা ভ্ৰান্তিক ধাৰণা আমি কেতিয়াও পোষকতা নকৰো..*[৯১]

ইমানতো ক্ষান্ত নহৈ মৌৱে অসমীয়া ৰাইজক নিজৰ লিখিত ভাষাৰূপে বাংলা গ্ৰহণৰ বাবেই চিঞৰিচিঞৰি আহ্বান জনালেঃ '*২০ কুৰি লক্ষ ছিলঠীয়া মানুহৰ কথিত ভাষা ছিলঠীয়া আৰু লিখিত বঙালি যদি হ'ব পাৰে, তেন্তে ৮ লক্ষ বাস্তৱিক অসমীয়াৰ কথিত ভাষা অসমীয়া আৰু লিখিত ভাষা বঙালি হ'ব নোয়াৰে নে?*'[৯২]

---

৮৮। (খ) উদয়াদিত্য ভৰালী : '*অসমীয়া জাতীয় জীৱন,গণতান্ত্ৰিক মূল্যবোধ আৰু ঐতিহাসিক পটভূমি*', ডেউকা (জুন, ১৯৯৩)।

৮৯। '*অসমীয়া আৰু বঙালী*',মৌ, পৃষ্ঠা ৪৩।

৯০। মৌৰ পাতনি, পৃষ্ঠা ১৪।

৯১। মৌ, পৃষ্ঠা ১১৩।

৯২। মৌ, পৃষ্ঠা ১১১।

কোৱা বাহুল্য যে এখন আগশাৰীৰ অসমীয়া আলোচনীয়ে এনেকৈ নিজৰ ভাষাটো জলাঞ্জলি দি বাংলাক প্ৰতিষ্ঠা কৰাৰ বাবে দিয়া প্ৰস্তাৱ সমগ্ৰ অসমীয়া জাতিটোৰ বাবে চৰম দুৰ্ভাগ্য তথা অপমানৰ ৰূপত আহিছিল। অসমলৈ ব্যাপক বাঙালী প্ৰব্ৰজনৰ পোষকতা কৰাতে ক্ষান্ত নহৈ মৌৱে অসমীয়া ছাত্ৰক বিদ্যালয়ৰ পঢ়া বাহাল ৰখাৰ এটা 'অভিনৱ' উপায় উলিয়াইছিলঃ *'অলপমান পঢ়িয়েই অসমীয়া ল'ৰাবোৰ কামত সোমাবলৈ যায় বুলি আগেয়ে কোৱা গৈছে। এইটোও আসামত ইংৰাজি শিক্ষাৰ উন্নতি নোহোৱাৰ এটা কাৰণ। .... (সেয়েহে) গৱৰ্ণমেন্টৰ সকলো কেৰানি মহৰি কামবোৰ খালি হ'লেই অসমীয়াক নিদি বঙালিক দিব লাগে। তেনে কৰিলে অসমীয়া বোৰ উচ্চ শিক্ষা কৰিবলৈ বাধ্য হ'ব।'*[৯৩]

চমুকৈ ক'বলৈ গ'লে অসমীয়া-বাঙালী ঐক্য শক্তিশালী কৰাৰ নামত মৌৱে কেৱল অসমীয়াৰ অহং আৰু গৰ্ববোধকে বিসৰ্জন দিবলৈ ৰাজী নাছিল, ই অসমীয়া লিপি, আনকি ভাষাটোও হেলাৰঙে বলি দিবলৈ ওলাইছিল। অসমীয়া বাঙালী ঐক্য নিশ্চয় কাম্য, (অসমীয়া) উগ্ৰজাতীয়তাবাদ বিৰোধিতা অৱশ্যেই আদৰণীয়, কিন্তু অসমীয়া-হনন লৈ আপত্তি থাকিব। কাৰণ এই অসমীয়া হননক এক ধৰণৰ হীনমন্যতাই অনুপ্ৰাণিত কৰিছিল; কিন্তু এনে হীনমন্যতাই আত্ম পৰিচিতিকে অস্বীকাৰ কৰে। সেই দিশৰ পৰা অসমীয়া জাতি গঠনত মৌৰ ভূমিকা আছিল নিঃসন্দেহে নেতিবাচক।

## মৌৰ জাতি-বৰ্ণ চেতনা

মৌ আছিল অতিশয় জাতি-বৰ্ণ সচেতন। অসমীয়া উচ্চবৰ্ণ তথা উচ্চমধ্যবিত্ত শ্ৰেণীৰ সপক্ষে আৰু নিম্নতৰ শ্ৰেণী, জাতি জনগোষ্ঠীবোৰৰ বিৰুদ্ধে ই অৱস্থান গ্ৰহণ কৰিছিল। 'মৌজাদাৰ' নামৰ লেখনীটোত পুৰণা অভিজাত উচ্চবৰ্ণ শ্ৰেণীৰ পৰাহে মৌজাদাৰ নিযুক্তিৰ চৰকাৰী ব্যৱস্থাক সমৰ্থন কৰা হৈছিল আৰু সমাজৰ তলৰ অংশৰ পৰা কোনো লোকক মৌজাদাৰ নিযুক্তি দিব খোজাটোক কঠোৰ ভাৱে বিৰোধিতা কৰি গৰিহণা দিয়া হৈছিল।[৯৪]

দেশৰ ৰাজনৈতিক বিষয়ত কৃষকসকল জড়িত হোৱাটো মৌৱে বিৰোধিতা কৰিছিল। বলিনাৰায়ণ বৰাই 'ৰায়তসভা' নামৰ লেখনীটো আৰম্ভ কৰিছিল এনেদৰে *'এটা শীয়ালে হোৱা দিলে এটাইবোৰে হোৱা দিয়ে।'* তেওঁ ৰায়ত সভাৰ সংগঠকসকলক *'কেৱল মাথোন কেজনমান নিষ্কৰ্মা বহি থকা টো তুলি ফুৰা, অৰ্দ্ধজীবী, টেঙৰ, নাউ উলিয়াব খোজা ডেকা'* বুলি আখ্যা দিছিল।[৯৫] জাতিগৰ্বৌতা মধ্যশ্ৰেণীৰ পৰিচালনাধীন এখন আলোচনীয়ে ৰাজ্যখনৰ শ্ৰমজীৱী ৰাইজৰ প্ৰতি এনে প্ৰকাশ্য-বিদ্বেষ আচৰণ কৰাটো সঁচাই অতুলনীয়।

আলোচনীখনৰ 'অসমীয়া কুলি' নামৰ প্ৰবন্ধটো আছিল বিদেশী শাসকৰ প্ৰতি অচলা-আনুগত্য, শ্ৰমজীৱীসকলৰ প্ৰতি গভীৰতম শ্ৰেণী-ঘৃণা আৰু অতি নিকৃষ্ট ধৰণৰ জাতি-বৰ্ণবাদ তথা উগ্ৰজাতীয়তাবাদৰ এক অপূৰ্ব উদাহৰণ। আহোম ৰাজত্বত সজা আলি, পুখুৰী, গড় আদিক

---

৯৩। '*ইংৰাজী শিক্ষা*' মৌ, পৃষ্ঠা ২৫।
৯৪। '*মৌজাদাৰ*', মৌ, পৃষ্ঠা ১২২-২৩।
৯৫। '*ৰায়তসভা*', মৌ, পৃষ্ঠা -৪৫।

*'দাসত্বর চিৰস্মৰণীয় চিনমাথোন'* আখ্যা দি মৌৱে তেনে দাসত্ব বলবৎ কৰা বাবে আহোম ৰজাসকলক প্ৰশংসা কৰিছে। অসমীয়া সভ্যতা আৰু দাসপ্ৰথাৰ মাজত মৌৱে নিবিড় সম্পৰ্ক দেখা পাইছে। চাহবাগিছাৰ বাবে অসমীয়া কুলী নহয়, বঙালী (অৰ্থাৎ ঝাড়খণ্ডী আদিবাসী) কুলী ধৰিবৰ বাবে'ই ব্ৰিটিছ চৰকাৰক আহ্বান জনাইছে।[৯৬]

# মৌৰ জনগোষ্ঠীগত নীতি

তলৰ উক্তিটোৰ পৰাই মৌৰ জনগোষ্ঠীগত নীতিৰ উমান পাব পাৰিঃ *'আজিকালি অসমীয়া মানুহর ভিতরতে পরস্পর ইমান হিংসা, ইমান পরশ্রীকাতরতা যে এইদরে আরু পঞ্চাচ বছর চলিব লাগিলে অসমীয়া মানুহ পৃথিবীত সঁচাসঁচিকৈয়ে লোপ হ'ব। আসাম কচারি, মিকির, হোজাই আরু বঙালি কুলির বসতি হ'ব।'* (উচ্চশিক্ষা, মৌ, ১১৪)

এই চৰম প্ৰতিক্ৰিয়াশীল বিবৃতিটোৰ পৰা এই কথা স্পষ্ট যে (১) মৌৱে উক্ত 'কছাৰী' (বড়ো), 'মিকিৰ' (কাৰ্বি), 'হোজাই' (বৰ্তমান বিলুপ্ত এটা জনজাতি) আৰু 'বঙালী কুলি' (ঝাড়খণ্ডী আদিবাসী) সকলক অসমীয়াৰ সংজ্ঞাৰ ভিতৰত নধৰে, আৰু (২) তেওঁলোকক অসমীয়াৰ শত্ৰুত পৰিণত কৰে। তলৰ উক্তিটোতো সেই মতলব স্পষ্ট ঃ *'আমার সন্তান সন্ততিবোর গই যে এদিন এতিয়ার বাঢ়িব ধরা বঙালি কুলির বা ছিলঠিয়া দোকানীর সন্তান সন্ততির ধপাত দিয়া লগুয়া হ'ব, এই চিন্তায় যদি অসমীয়া মানুহর হৃদয়ক উদ্দীপ্ত করে।'*[৯৭]

অসমৰ দৰিদ্ৰতম এটা নিপীড়িত জনগোষ্ঠীৰ সদস্য ঝাড়খণ্ডী চাহশ্ৰমিকৰ বিৰুদ্ধে অসমীয়া ৰাইজক 'জাগ্ৰত' কৰাতেই সন্তুষ্ট নাথাকি ভূমিসন্তান জনজাতিসকলৰ সম্পৰ্কেও মৌৱে এনে মন্তব্য কৰিছিলঃ

*যি দেশত সুশিক্ষা রোপিত হোবা নাই তার শাসন আরু নগা-ডফলার শাসনত সরহ ইফাল-সিফাল নাই।*[৯৮] (গুৰুত্ব আমাৰ)

ওচৰচুবুৰীয়া 'অসভ্য জনজাতি সকলক দমন' কৰিবৰ বাবেও মৌৱে ব্ৰিটিছ চৰকাৰে অধিক পুঁজিৰ আবন্টন দিয়াৰ দাবী কৰিছিল।[৯৯] অসমীয়া মধ্যশ্ৰেণীৰ মুখপত্ৰ এখনৰ এনে বিষাক্ত বিস্ফোৰণত উক্ত জনজাতিসকলে অসমীয়া হ'বলৈ উৎসাহ অনুভৱ নকৰাটোহে স্বাভাৱিক। আনহাতে অস্পৃশ্যতাক উৎসাহ দি মৌৱে যেতিয়া লিখে, *'জাতি বিভিন্নতা থকা বাবে যি যি মানুহে (ৰাজহুৱা নাদর পানী) নাখায়, সেই বোরক নিজ নিজ ঘরত সরু পাটনাদ করিবলৈ উৎসাহ দিব লাগে'*[১০০], তেতিয়া প্ৰেমচান্দৰ 'ঠাকুৰ কা কুঁৱা'লৈহে পাঠকৰ মনত পৰে।

দলিত-নিপীড়িত মানুহৰ প্ৰতি মৌৰ এনে বিদ্বেষ-বৈষম্য কিন্তু চৰমত উঠিল ইয়াৰ

---

৯৬। '*অসমীয়া কুলি*', মৌ, পৃষ্ঠা ১২৯-১৩২।
৯৭। '*উচ্চশিক্ষা*', মৌ, পৃষ্ঠা ১১৫
৯৮। '*উচ্চশিক্ষা*', মৌ, পৃষ্ঠা ১১৮।
৯৯। '*ৰাজস্ব কমিটি*', মৌ, পৃষ্ঠা ৬৮।
১০০। '*অসমৰ স্বাস্থ্যৰক্ষা*', মৌ, পৃষ্ঠা ১৩৫

'চাহবাগিছাৰ কুলি' নামৰ লেখনীত। এই সৰ্বস্বান্ত, নিঃস্ব মানুহখিনিক নিষ্ঠুৰভাৱে ব্যংগ কৰি উৰ্বৰতম কল্পনাৰ আশ্ৰয় লৈ মৌৱে বাঙালী ভদ্ৰলোকসকলতকৈ সিবিলাকৰ অৱস্থা বহু উন্নত বুলি মন্তব্য কৰিলে। ই লিখিলে ঃ

*বাগিছার কুলি কি জন্তু, কেনেকে থাকে, পাঠক শুনা।*(১০১) ..... *কুলি সোয়ে সদায় খাটিয়াত। ..... কুলিয়েও খায় ডালিভাত, কিন্তু তার লগত সদায় মাছ, শাক, আলু, বেঙেনা থাকে, তার ওপৰে আকৌ সপ্তাহে সপ্তাহে পূজা দিয়া পঠা বা কুকুৰটি ও পায়। .... অসমত একোটা কুলিয়ে যিমান আৰ্জে, আজি কালির ইংরাজি জনা কেরানিয়েও কেতিয়াবা তিমান নাপায়।...... কুলি যদি বাগিছাত খাব নাপাই মরে সেইটো নিশ্চয় নিজর দোষত। ..... কুলিয়ে ভাল খায়, ভাল পিন্ধে, ভালকৈ থাকে। ..... ইপিনে গবৰ্ণমেন্টে কুলির নিমিত্তে যিমান যতন করে, ঠাই নাই। ..... সিহঁতর লগত ডাক্তর থাকে, দরব থাকে। খোয়া লোয়াত বাচার ও বাচা, ধোয়ার ও খোয়া বস্তুহে দিয়ে। ... যদি আসামত কোনো শ্রেণী মানুহ আছে যার ধন দিনে দিনে বাঢ়িব লাগিছে, সেইয়ে কুলির শ্রেণী। যদি অসমত কোনো শ্রেণী মানুহ আছে যি খাব খুজিলেই খাবলৈ পায়, ফটফটীয়া পানী খাবলৈ পায়, সেইয়ে কুলির শ্রেণী। যদি আসামত এনে কোনো শ্রেণীর মানুহ আছে যাক গভৰ্ণমেণ্টে নিজর চকুরে চাই নিজর পোর নিচিনাকৈ পালন করে, সেইয়েই কুলির শ্রেণী।*(১০২) (গুৰুত্ব আমাৰ)

প্ৰত্যাশিতধৰণেই প্ৰকৃত সত্যৰ এই প্ৰচণ্ড অপলাপৰ বিৰুদ্ধে প্ৰবল প্ৰতিবাদ হ'ল। লক্ষ্মীনাথ বেজবৰুৱা আৰু মথুৰামোহন বৰুৱাৰ (পাছলৈ এডভ'কেট অব আচামৰ সম্পাদক) যুটীয়া প্ৰতিবাদ টোকা এটি মৌৰ তৃতীয় সংখ্যাত (ফেব্ৰুৱাৰী,১৮৮৭) প্ৰকাশ পায়। সেই টোকাত অসমৰ চাহ-মজদুৰসকলৰ কৰুণ দশা উদঙাই দিয়া বাংলা সংবাদ-পত্ৰ আৰু বাঙালী বুদ্ধিজীৱী সকলক সমৰ্থন কৰা হৈছিল। তাৰ প্ৰত্যুত্তৰত মৌৱে এইবাৰ বেজবৰুৱা-বৰুৱাৰ প্ৰতিবাদক 'শিয়ালৰ হোৱা'ৰ লগত তুলনা কৰিলে। কলকাতাৰ সংবাদপত্ৰৰ ভূমিকাক ই চাঞ্চল্য সৃষ্টিৰ প্ৰচেষ্টা বুলিহে আখ্যা দিলে। আন সকলো কথাতে বংগ-বাংলাক অন্ধ অনুকৰণ কৰা 'মৌ'ৱে উক্ত প্ৰগতিশীল ভূমিকাৰো এনেকৈয়ে বিৰোধিতা কৰিলে।

চাহ-মজদুৰসকলে নগণ্য পৰিমাণে মজুৰী পোৱা বাবেই তেওঁলোক ধাৰৰ বোজাত পোত যায় বুলি বেজবৰুৱাই দিয়া যুক্তিৰ বিপৰীতে মৌৱে *'বাগিছাির কুলির যে ধার লাগার কথা কোরা হইছে, আমার মনত হ'লে কুলির অৱস্থা যে ভাল ধার লগাতোএই তার চিন'*(১০৩) বুলিহে উত্তৰ দিলে। মৌৰ মতে চাহ শ্ৰমিকসকলৰ ধাৰ বঢ়াৰ কাৰণ তেওঁলোকে আগৰ ফটাকানি এৰি বিদেশী কাপোৰ পিন্ধি বিলাসিতা কৰাটোহে; তেওঁলোকে আগতে ভোকত কলমলাই থকাৰ বিপৰীতে অসমলৈ আহি ছাগলী কুকুৰাৰ মঙহ নহ'লে ভাতেই নোখোৱা হৈছে বুলিও ই মন্তব্য কৰিলে।(১০৪) সামৰণিত মৌৱে চাহ-শিল্পত অন্তৰ্ঘাত কৰিবলৈ চেষ্টা

১০১। '*চাহ বাগিছাৰ কুলি*', মৌ, পৃষ্ঠা ৯।
১০২। ঐ, পৃষ্ঠা ৯-১২
১০৩। মৌ, পৃষ্ঠা ৮৩।
১০৪। মৌ, পৃষ্ঠা ১১।

চলোৱাসকলক অসমৰ ঘোৰ শত্ৰু আখ্যা দিলে। [১০৫]

এইখিনি কথা আনকি চাৰ হেনৰী কটনৰ দৰে ব্ৰিটিছ বিষয়াৰ বাবেও গ্ৰহণযোগ্য নহ'লহেঁতেন। কাৰণ এইজন ব্ৰিটিছ চীফ কমিশ্যনাৰে কৈছিল,

*Advances were often illegally debted against coolies on account of subsistence allowance or sick diet, as well as on account of rewards paid for the arrest of deserters, and labourers were thus bound hand and foot to the garden service. In some instances only a few annas (or pence) found their way into the hands of a coolies as wages in course of the whole year.* [১০৬]

একেদৰে অসমৰ আন এজন কমিশ্যনাৰ চাৰ বেম্পফিল্ড ফুলাৰেও চাহশ্ৰমিকসকলক 'চাৰ্কাচৰ জন্তু' [১০৭]ৰ লগত তুলনা কৰিছিল আৰু তেওঁলোকৰ দুৰ্দশাই তেওঁক আমেৰিকাৰ নিগ্ৰো দাসসকলৰ কাহিনী-সম্বলিত হেৰীয়েট বীচাৰ ষ্টুৰ **Uncle Tom's Cabin** নামৰ উপন্যাস খনলৈ মনত পেলায় বুলিও কৈছিল।[১০৮] ব্ৰিটিছ চাহাবকে'জনৰ এনে মন্তব্যৰ বিপৰীতে হতভাগ্য চাহ মজদুৰসকলৰ প্ৰতি মৌৰ নিমৰমীয়াল ব্যৱহাৰ আছিল অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ চৰম পৰিপন্থী আৰু প্ৰতিক্ৰিয়াশীল।

## সামাজিক প্ৰশ্ন ঃ
## শিক্ষা, জনকল্যাণ, নাৰীৰ মৰ্যাদা ইত্যাদি প্ৰসংগ

মৌৱে শিক্ষাৰ পোষকতা কৰিছিল সঁচা, কিন্তু সেয়া কেৱল উচ্চ শ্ৰেণীৰ বাবেহে। উচ্চ শিক্ষাৰ পোষকতা কৰা সময়তে ই দৃঢ় ভাৱে সাৰ্বজনীন শিক্ষাৰ বিৰোধিতা কৰিছিল।[১০৯] নিম্নতৰ শ্ৰেণী-বৰ্ণৰ বাবে শিক্ষাৰ ই মনে-প্ৰাণে বিপক্ষবাদী আছিল। নাৰী-শিক্ষা সম্পৰ্কে ইয়াৰ স্থিতিও আছিল প্ৰগতিবিৰোধী। সাক্ষৰতাৰ পৰ্যায়তকৈ-বেছি নাৰী-শিক্ষাৰ বিৰোধিতা কৰি ই কৈছিলঃ

***তিৰুতাক লেখা পঢ়া দি মুনিহৰ নিচিনা কাগজ কলমত পাৰ্গত কৰা এটা আচাৰ আছে। এই আচাৰ আসাম দেশত এতিয়াও সোমোৱা নাই; কিন্তু বংগদেশত হ'লে কিছু পৰিমাণে সোমাইছে, তিৰুতাক পঢ়িবলৈ দিয়া বেয়া কথা নহয়, কিন্তু সেই বুলি যে তিৰুতা মানুহে মুনিহ মানুহৰ নিচিনাকৈ বিএ, এমএ পৰীক্ষা দিয়া ভাল এনে বুলিব নোৱাৰি, কি ডাক্তৰ বা উকিল হই মুনিহৰ ব্যৱসায়বোৰ চলাব ইও বাঞ্ছনীয় নহয়।** ..... *মুনিহ আৰু তিৰুতাৰ বন ভিন ভিন।* ...... *যাৰ যি বন তাতে থাকা ভাল। মুনিহে হাল বাব, তিৰুতাই ৰুব, মুনিহে ভাৰ কান্ধত ল'ব, তিৰুতাই পহাৰ দিব; মুনিহে*

---

১০৫। মৌ, পৃষ্ঠা ৮৮।

১০৬। **Planter Raj to Swaraj**, 44

১০৭। Ibid, 43.

১০৮। Ibid,45.

১০৯। মৌৰ পাতনিত, ড° সত্যেন্দ্ৰনাথ শৰ্ম্মা, পৃষ্ঠা১১।

*মাছ মাৰিব, তিৰুতাই বেচিব। ইতৰ শ্ৰেণীৰ ভিতৰত সকলো ঠাইতে এনেকুৱা নিয়ম চলি আহিছে। ওপৰ শ্ৰেণীৰ নো ওভতা নিয়ম কিয় হ'ব।*(১১০) (গুৰুত্ব আমাৰ)

**চৰমতম নাৰী-অধিকাৰ বিৰোধিতাৰ পৰিচয় দি ই সেই লেখনীত সঁকীয়াই দিছিল যে নাৰীয়ে পণ্ডিত হোৱাৰ সপোন দেখিলে বা পশ্চিমীয়া শিক্ষা লভিলে তাৰ পৰিণাম মানৰ আক্ৰমণতকৈও ভয়াবহ হ'ব।**

এইদৰে এক শ্ৰেণী-জাতি-বৰ্ণ-লিংগভিত্তিক বিদ্বেষ-বৈষম্যৰ ধাৰণাৰ ওপৰত প্ৰতিষ্ঠিত মৌৰ বক্তব্যই এহাতে বিদেশী সাম্ৰাজ্যবাদক সমৰ্থন কৰি, আন হাতে হীনাত্মিকা মনোভাৱেৰে অসমীয়া জাতীয়তাবাদক চুৰীবিদ্ধ কৰিছিল আৰু নিম্নতৰ শ্ৰেণী জাতি বৰ্ণ তথা নাৰীক পদদলিত কৰি অসমীয়া জাতি গঠন প্ৰক্ৰিয়াক ক্ষতিগ্ৰস্ত কৰিছিল। ভৱিষ্যতৰ বাবে মৌৰ শিক্ষা সেয়েহে হৈ ৰ'ব মূলতঃ নেতিবাচক।

## ভাষিক জাতীয়তাবাদৰ উন্মেষ ঃ জোনাকী-বাঁহী-বিজুলী-উষা

**জোনাকী** আৰু **বাঁহী** দুয়োখনেই আছিল উনৈশ শতিকাৰ শেহৰ বছৰকিটাত 'আসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ই সূচনা কৰা ভাষিক সাহিত্যিক আন্দোলনটোৰ ফচল। অসমীয়া ভাষিক জাতীয়তাবাদৰ প্ৰথম সাংগঠনিক ৰূপ আছিল এই অ.ভা.উ.সা. সভাই। সভাৰ জন্ম হয় ১৮৮৮ চনত আৰু ইয়াৰ মুখপত্ৰস্বৰূপ **জোনাকী**ৰ প্ৰথম প্ৰকাশ হয় ১৮৮৯ চনত। **জোনাকী**ৰ অন্যতম প্ৰধান উদ্দেশ্য আছিল অসমীয়া ভাষাৰ উন্নতিসাধন। **জোনাকী**ৰ জন্মকথা ক'বলৈ গৈ লক্ষ্মীনাথ বেজবৰুৱাই বৰ্ণণা কৰিছিল কেনেকৈ ইংৰাজী কাকত একাংশত কেইজনমান চিলেটী যুৱকে অসমীয়া ভাষাক আক্ৰমণ কৰি চিঠি লিখিছিল আৰু তাৰ প্ৰতিক্ৰিয়াস্বৰূপে অ.ভা.উ.সা. সভা তথা **জোনাকী**ৰ জন্ম হৈছিল।(১১১)

**বিজুলী**(১৮৯০-১৯০২) আছিল অ.ভা.উ.সা. সভাৰ এটা বিসম্বাদী গোটৰ মুখপত্ৰ। তথাপিও দুয়োখন আলোচনীৰ মাজত সুস্থ প্ৰতিযোগিতাৰ পৰিবেশ এটাই গঢ় লৈ উঠিছিল। **জোনাকী**ৰ দৰে **বিজুলী**ও আছিল ভাষা-সচেতন। অ.ভা.উ.সা. সভাৰ সম্পাদক ৰমাকান্ত বৰকাকতিয়ে দুয়োখন আলোচনীয়ে সভাৰ হকে, তথা অসমীয়া ভাষা সাহিত্যৰ হকে কৰা কামবোৰৰ শলাগ লৈছে। এই খিনিতে উল্লেখযোগ্য যে তেতিয়াৰ কলকাতাপ্ৰবাসী একাংশ অসমীয়া ছাত্ৰই এই সভাৰ জৰিয়তেই পুৰণি অসমীয়া পুথি-পাঁজীবোৰৰ প্ৰকাশ, বিদ্যালয়সমূহত অসমীয়া মাধ্যমৰ প্ৰবৰ্তন আদি কেতবোৰ কাম হাতত লৈছিল, যিবোৰত ভাষিক জাতীয়তাবাদৰ ৰেঙণি আছিল। **বিজুলী**ত প্ৰকাশিত বেণুধৰ ৰাজখোৱাৰ এটা প্ৰবন্ধত দেখুৱা হৈছিল অসমীয়া কেনেকৈ (বাংলাতকৈ) এক পৃথক ভাষা।

এই ভাষিক-চেতনাই অচিৰেই চাকৰি সংক্ৰান্ত বিষয়ত ভাষিক জাতীয়তাবাদৰো প্ৰতিফলন ঘটাইছিল। গুণাভিৰাম বৰুৱাৰ 'অসমৰ প্ৰগতি' শীৰ্ষক প্ৰবন্ধত **বিজুলী**ত প্ৰকাশিত এটা প্ৰবন্ধত অসমত অসমীয়া কৰ্মচাৰীৰ সংখ্যাল্পতাত উদ্বেগ প্ৰকাশ কৰা হৈছিল। তাত

---

১১০। '*তিৰোতাৰ কন কি?*' মৌ, পৃষ্ঠা ২

১১১। '*অসমীয়া ভাষা*', বেজবৰুৱা গ্ৰন্থাৱলী, দ্বিতীয় খণ্ড, ১৭২৫

পৰিবেশিত তথ্য অনুসৰি অসমত তেতিয়া মাত্ৰ ছজন অসমীয়া দণ্ডাধীশহে আছিল, উপ-দণ্ডাধীশ আৰু তহচীলদাৰ-দণ্ডাধীশ আছিল আঠজনকৈ। সেইসময়ত অসমত এজনকৈ মাত্ৰ ইংলেণ্ডত শিক্ষিত চিকিৎসক আৰু অভিযন্তা আছিল, উকীলৰ সংখ্যাও চল্লিশজনতকৈ অধিক নাছিল ......। এনেবোৰ তথ্যই অসমীয়া মধ্যশ্ৰেণীৰ আৰ্থিক স্বাৰ্থলৈ আঙুলিয়াইছিল, যাৰ অভিব্যক্তি আছিল উক্ত ভাষিক জাতীয়তাবাদ।

**বাঁহী** (১৯০৯-১৯৪৬) আছিল যেন অন্য নামত জোনাকীৰেই ধাৰাবাহিকতা। **বাঁহীৰ** প্ৰস্তাৱনা সংখ্যাতে ইয়াৰ ভাষিক জাতীয়তাবাদী কাৰ্যসূচীৰ প্ৰতিফলন ঘটিছিল।[১১২] যদি **বাঁহী** আছিল **জোনাকীৰেই** অন্য নাম; **উষা**(১৯০৭-১৯১২) তেনেহ'লে আছিল **বিজুলীৰেই** ধাৰাবাহিকতা। **উষায়ো** প্ৰথম সংখ্যাতে অ.ভা.উ.সা. সভাৰ কাম কাজৰ খতিয়ান প্ৰকশ কৰিছিল। অসমীয়া ভাষাক ইয়াৰ ন্যায্য প্ৰাপ্যৰ পৰা বঞ্চিত কৰাৰ বাবে বাঙালী ষড়যন্ত্ৰৰ কথা সঁকীয়াই দি ইয়াৰ প্ৰথম সম্পাদকীয়তে ভাষাটোৰ অস্তিত্ব বিলুপ্তিৰ আশংকাৰ কথা কোৱা হৈছিল।[১১৩]

**উষা, বিজুলী** আৰু **অসম বন্তিৰ** সম্পাদক আছিল একে জনেই; এইজনা পদ্মনাথ গোহাঞিবৰুৱাই নিজেই কৈছিল যে অসমীয়া ভাষাৰ অস্তিত্ব বিলুপ্তিৰ আশংকা সম্পৰ্কে সজাগতা আনিছিল 'অসমীয়া ভাষাৰ মিত্ৰ', অসমৰ ব্ৰিটিছ কমিশ্যনাৰ, কৰ্ণেল পি. আৰ. টি. গৰ্ডন চাহাবে। সেই আশংকাৰ পটভূমিতে তেওঁ **উষাৰ** জন্মৰ প্ৰাসংগিকতা সাব্যস্ত কৰিছিল। ইয়াৰ পৰা প্ৰমাণ হয় যে অসমীয়া ভাষিক জাতীয়তাবাদৰ অন্যতম (একমাত্ৰ নহয়) প্ৰেৰণাৰ উৎস আছিল স্বয়ং ব্ৰিটিছ চাহাবসকল।

**উষাত** প্ৰকাশিত লেখনীসমূহৰ নিম্নোক্ত শিৰোনাম সমূহ চাওকচোনঃ 'অ.ভা.উ.সা. সভা', 'অসমীয়াৰ ঐক্য,' 'অসমীয়া সাহিত্য', 'অসমীয়া বাংলাৰ অপভ্ৰংশ নে', 'অসমীয়া ভাষাৰ বুৰঞ্জী' ...... । সিবিলাকে সেই একে ভাষিক চেতনাৰে অভিন্ন আৰু অভ্ৰান্ত পৰিচয় ডাঙি ধৰিছিল।

ভাষিক জাতীয়তাবাদৰ আঁৰত ব্ৰিটিছ প্ৰেৰণা থাকক বা নাথাকক, স্বাধীনতা সংগ্ৰামী সকলৰ একাংশকো ই যে অনুপ্ৰাণিত কৰিছিল, সি সত্য। চন্দ্ৰনাথ শৰ্মাৰ দৰে আপোচহীন মুক্তিযোদ্ধাই অসমীয়া মননক ছানি থকা হীনমন্যতাৰ প্ৰতিকাৰ কৰিব খুজিছিল এক ধৰণৰ উচ্চাত্মিকাৰে। তেওঁ লিখিছিল ঃ যে অসমীয়া আনন্দৰাম বৰুৱাইহে বাংলা ভাষাৰ বিভিন্ন উপভাষাবোৰ একত্ৰিত কৰি আধুনিক বাংলা ভাষা-সাহিত্যৰ ৰূপ দিলে।[১১৪]

**বিজুলী, উষা, অসম বন্তিৰ** সম্পাদক ৰায়বাহাদুৰ পদ্মনাথ গোহাঞি বৰুৱাক 'বঙালখেদা পদ্মনাথ' নামেৰেও জনা গৈছিল; কিন্তু তেওঁ আছিল একেসময়তে মাৰোৱাৰী-প্ৰেমী। এই ক্ষেত্ৰত তেওঁ আছিল আন এজন দুৰ্দান্ত ব্ৰিটিছ অনুগত, মাৰোৱাৰী প্ৰেমী কিন্তু বাঙালী বিৰোধী বাগ্মীবৰ নীলমণি ফুকনৰ দৰে। তেজপুৰৰ মাৰোৱাৰীসকল **অসম-বন্তিক**

---

১১২। **বাঁহী**, প্ৰথম বছৰ প্ৰথম সংখ্যা, আঘোণ, ১৮৩১ শক (১৯০৯ চন)

১১৩। **উষা**, প্ৰথম খণ্ড, পৃষ্ঠা ১২৯, ১৯০৭ চন।

১১৪। '*বাংলাভাষা আৰু আনন্দৰাম বৰুৱা*', কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা, পৃষ্ঠা ১৬৬-৭।

লৈ অত্যুৎসাহী আছিল। গোহাঞিবৰুৱাই নিজেই লিখিছে কেনেকৈ ৰায়বাহাদুৰ মায়া সিং মহাৰাজৰ বৰগোলাত তেজপুৰৰ মাৰোৱাৰীসকলে অসম বন্তিৰ বাবে পুঁজি জমা কৰিছিল।[১১৫] ফুকন আৰু গোহাঞিবৰুৱা দুয়োৰে সদৃশ স্থিতিৰ পৰা এই কথা ধাৰণা কৰিবলৈ কঠিন নহয় যে ব্ৰিটিছ্-অনুগত অসমীয়া উদীয়মান মধ্যশ্ৰেণীয়ে মাৰোৱাৰী বৃহৎ বনিয়াৰ লগত ব্যৱসায়ত প্ৰতিযোগিতা কৰাৰ কথা ভাবিবও নোৱাৰিছিল; তেওঁলোকৰ দ্বন্দ্ব আছিল কেৰাণী-মহৰীৰ চাকৰি আদিৰ বাবে বাঙালীৰে সতেহে।

চাকৰিৰ প্ৰতি বন্তিৰ উদ্বেগৰ উমান পোৱা যায় ইয়াৰ 'অসমীয়ালৈ অগ্ৰাধিকাৰ'ৰ দৰে[১১৬] বাতৰিত। অসমীয়াৰ ঠাইত অসমৰ চাকৰিত বঙালীক অগ্ৰাধিকাৰ দিয়া বুলি ইয়াত প্ৰকাশ পাইছিল। বংগৰ বিভাজন, পূব বংগৰ লগত অসমৰ চামিল আদি বিষয়তো কাকতখন সৰৱ-সজাগ আছিল। ইয়াৰ কেতবোৰ সম্পাদকীয়ৰ শিৰোনাম আছিল এনেধৰণৰঃ 'পূব বংগ আৰু অসম,' 'নতুন প্ৰদেশৰ ৰাজধানী', ইত্যাদি।[১১৭]

## ব্ৰিটিছানুগত্য প্ৰসংগঃ পাঁচোখন পত্ৰিকাৰ সাধাৰণ ধৰ্ম

উক্ত কেউখন আলোচনীয়ে ৰজাঘৰৰ ওচৰে পাজৰেই থিত লৈ 'ৰাজনীতি'ৰ পৰা সাতহাত নিলগত বৈছিল। জোনাকীৰ প্ৰথম সংখ্যাৰ ঘোষণাত সেই স্থিতি স্পষ্ট ঃ *'ৰাজনীতি আমাৰ ৰাজ্যৰ বাহিৰ। এই পৰাধীন দেশত প্ৰজানীতিহে ধৰিবলগীয়া'*[১১৮]। অৱশ্যে এই ঘোষণাত আমি বাঙালী বেৰিষ্টাৰ আৰু কলকাতা উচ্চ ন্যায়ালয়ৰ বিচাৰপতি আশুতোষ চৌধুৰীৰ *'A subject nation has no politics'* কথাষাৰৰ অনুৰণণ শুনিবলৈ পাওঁ। পাছে ৰাজনীতি নথকা কথাষাৰ সঁচা নাছিল। জোনাকীয়ে ব্ৰিটিছৰাজৰ প্ৰতি অকুণ্ঠ সমৰ্থনৰ ৰাজনীতি চৰ্চা কৰিছিল। ইয়াৰ সম্পাদক ত্ৰিমূৰ্তিৰ ভিতৰত হেমচন্দ্ৰ গোস্বামী আছিল বিশ্বস্ত ৰাজকৰ্মচাৰী, লক্ষ্মীনাথ বেজবৰুৱা ব্ৰিটিছ্-নিযুক্ত (অবৈতনিক) দণ্ডাধীশ আৰু ব্ৰিটিছ্-নিৰ্ভৰ ব্যৱসায়ী, আৰু চন্দ্ৰকুমাৰ আগৰৱালা পুঁজিপতি-ব্যৱসায়ী। ব্ৰিটিছৰ ছাঁত জুৰোৱা জাতীয়তাবাদৰ পোষকতা কৰি বেজবৰুৱাই সেয়েহে লিখিছিল যে 'শিক্ষিত জ্ঞানী হিন্দুৰ' ইচ্ছা হ'ল 'ইংৰাজৰ শীতল শাসনৰ তলত চিৰকাল' সুখে-সন্তোষেৰে কটায়।[১১৯]

ৰজনীকান্ত বৰদলৈ, গুণাভিৰাম বৰুৱা, কনকলাল বৰুৱা আদি জোনাকীৰ লেখকসকলে তেওঁলোকৰ ৰচনাৰ মাজেৰে কেনেকৈ সদায় 'বৃটিশ সিংহ', 'মহাত্মা ডেভিড স্কট', 'ঈশ্বৰ প্ৰেৰিত শান্তিদূত' আদিৰ চৰণত পুষ্পাৰ্ঘ নিবেদন কৰিছিল তাৰ খতিয়ান দিছে বিজনলাল চৌধুৰীয়ে তেওঁৰ **জোনাকীৰ আলোড়ন** গ্ৰন্থত। ড. প্ৰফুল্ল মহন্তয়ো দেখুৱাইছে যে ১৮৯৩-৯৪ চনত পথৰুঘাট, ৰঙিয়া, লাচিমা আদি ঠাইত ঘটা কৃষক বিদ্ৰোহৰ সময়ত

---

১১৫। 'মোৰ সোঁৱৰণী', পৃষ্ঠা ১০৩

১১৬। 'অসম বন্তি', পঞ্চম বছৰ, ২৫ তম সংখ্যা, ১৯০৫ চন।

১১৭। 'মোৰ সোঁৱৰণী', পৃষ্ঠা ১০৩।

১১৮। উৎস ঃ অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস, পৃষ্ঠা ৩১৬।

১১৯। কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন, বেজবৰুৱা গ্ৰন্থাৱলী।

জোনাকী গোষ্ঠীয়ে এক স্বৰ্গীয় নীৰৱতা অৱলম্বন কৰিছিল।[১২০] অৱশ্যে তাৰ বাবে এই গোষ্ঠীৰ সাহিত্যিকসকল ৰজাঘৰীয়া বঁটাবাহনেৰে পুৰস্কৃতও হৈছিল। খেনো হৈছিল ৰায়বাহাদুৰ, ৰায়চাহাব, খেনো মৌজাদাৰ, হাকিম, খেনোৰ ভাগ্যত মিলিছিল চৰকাৰী উচ্চ পদবী।[১২১]

ব্ৰিটিছানুগত্যৰ ক্ষেত্ৰত জোনাকী-বাঁহী যদি আছিল বাৰেৰে, তেনেহ'লে বিজুলী-উষা-বন্তিও আছিল তেৰেৰে। বাতৰিকাকতক ৰজাঘৰ-প্ৰজাঘৰৰ মাজত মধ্যস্থতাকাৰী বুলি গণ্য কৰা গোহাঞিবৰুৱাই নিজেই বৰ্ণনা কৰিছে কেনেকৈ ব্ৰিটিছ বিষয়াসকলে বন্তিক পদেপদে সহায় কৰিছিল। ব্ৰিটিছ চীফ কমিশ্যনাৰ ফুলাৰ চাহাবৰ ওচৰ চাপিবলৈ তেওঁক কেনেকৈ বন্তি খনেই সহায় কৰিছিল, কেনেকৈ বন্তিয়ে তেওঁলোকক ঘনিষ্ঠ কৰি তুলিছিল আৰু বন্তিত আলোচিত বিষয়বোৰ ফুলাৰ চাহাবৰো প্ৰিয় বিষয় আছিল, তাক গোহাঞিবৰুৱাই সবিস্তাৰে বখানিছে।[১২২]

চীফ কমিশ্যনাৰ ফুলাৰ চাহাবৰো প্ৰিয় এই বিষয়বোৰ আছিল অসমীয়া মধ্যশ্ৰেণীৰ ভাষা আৰু চাকৰি সংক্ৰান্তীয়। ইয়াৰ পৰা প্ৰমাণ হয় যে এনে বিষয়বোৰৰ চৰ্চাত ব্ৰিটিছৰো অনুমোদন আছিল। জোনাকীৰ সাহিত্যিকসকলৰ দৰে গোহাঞিবৰুৱাকো ব্ৰিটিছে এনে আনুগত্যৰ বাবে যথোপযুক্ত পুৰস্কাৰেই দিছিল; প্ৰথমতে ৰায়চাহাব, তাৰপাছত ৰায়বাহাদুৰ পাতি আৰু শেহত খোদ লণ্ডনৰ পৰাই বিশেষ সাহিত্যিক পেন্সনৰ অনুমোদন জনাই।[১২৩] অৱশ্যে এনে অচলানুগত্যৰ প্ৰতি বিসম্বাদো আছিল। বন্তিৰ প্ৰথমজন সম্পাদক মথুৰামোহন বৰুৱাই এনে দাসত্বৰ নীতিৰ প্ৰতিবাদত পদত্যাগেই কৰিছিল। অৱশ্যে পদত্যাগৰ আগতে তেওঁ কেইবাটাও শক্তিশালী ব্ৰিটিছ বিৰোধী সম্পাদকীয় লিখি গৈছিল। উষাৰ অন্যতম লেখক চন্দ্ৰনাথ শৰ্মা-লক্ষ্মীধৰ শৰ্মা আকৌ আছিল আপোচবিহীন ভাবেই ব্ৰিটিছ বিৰোধী। তথাপি গোহাঞিবৰুৱা সম্পাদিত কেউখন আলোচনীৰেই 'আফিচিয়েল' নীতি আছিল ৰাজানুগত্য।

বেজবৰুৱাই লিখা 'এংলো ইণ্ডিয়ান' প্ৰবন্ধটো কিবা স্বৰূপত উষাত প্ৰকাশ হৈ যোৱাৰ পাছত গোহাঞিবৰুৱাই যেতিয়া দেখিলে যে তাত চাহাবসকলে বেয়া পাব পৰা কথা আছে, তেতিয়া তেওঁ (ব্ৰিটিছসকলক) ৰাজভক্তিভাৱে ক্ষমা খুজি লেখাটো উঠাই ল'লে আৰু লৰালৰিকৈ 'ৰাজভক্তি অসমৰ' বুলি আন এটা লেখা প্ৰকাশ কৰিলে। উষাৰ এই ৰাজভক্তিৰ অৰ্থ এইটো নহয় যে বাঁহীৰ আনুগত্য কোনোগুণে কম আছিল। ১৯১৭ চনত, অৰ্থাৎ বাঁহীৰ জন্মৰ পাছত অষ্টম বছৰতো বেজবৰুৱাৰ ব্ৰিটিছ আনুগত্যৰ কোনো হীন-ডেঢ়ি ঘটা নাছিল। সেই বছৰত তেওঁ ব্ৰিটিছ যুদ্ধ-পুঁজিৰ সাহায্যাৰ্থে চাৰ আশুতোষ চৌধুৰীয়ে পতা নাটক এখনত দস্যু চৰ্দাৰৰ ভাৱো দিছিল। আমি আগতেই কৈ আহিছোঁ যে এইজন চাৰ আশুতোষৰ '*A subject nation has no politics*' বাণীষাৰ জোনাকীৰ বাবে আপ্তবাক্য আছিল। কথাষাৰ বাঁহীৰ বাবেও সমানেই প্ৰযোজ্য আছিল।

---

১২০। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস, পৃষ্ঠা ৩১৬।
১২১। জোনাকীৰ আলোড়ণ, পৃষ্ঠা ৬৭
১২২। 'মোৰ সোঁৱৰণী', পৃষ্ঠা ১১৮।
১২৩। উষা, তৃতীয় খণ্ড পৃষ্ঠা ৩৪০

বাঁহীৰ সম্পাদক বেজবৰুৱাই ১৯১৭ চনত প্ৰথম মহাযুদ্ধৰ সময়ত লিখা 'আহ্বান' কবিতাত কোৱা হৈছিলঃ

*'বাজিছে ৰণৰ ভৈৰৱ ভেৰী / উঠা অসমীয়া মোহ পৰিহৰি।*
*বৃটেনৰ ৰজা আমাৰ ৰজা/ বৃটনীয়া সব ভাই ভাই প্ৰজা।*
*ইংৰাজ ৰাজ্য আমাৰ ৰাজ্য / যুঁজাৰুসকল আমাৰে পূজ্য।*
*সি পদ লভিবা, স্বদেশ সেৱিবা/ বীৰ বৃটনৰ শ্ৰদ্ধা আকৰ্ষিবা।*
*প্ৰাণটাকি যুঁজি শত্ৰু সংহৰিবা/ মৃত্যুতো নিৰ্ভয়, স্বৰ্গবাসী হ'বা।*
*মনুষ্যত্ব প্ৰকাশিবৰ ই সুযোগ / হেলাতে নেৰিবা ভাই বন্ধু লোক।*

.....

.....

জয় জয় জৰ্জ জয় জন্মভূমি/ বুলি দান কৰা ধন প্ৰাণ তুমি [১২৪] (গুৰুত্ব আমাৰ)

.... কোৱা বাহুল্য যে ১৯২৮ চন মানৰ পৰাহে, অৰ্থাৎ বাঁহীৰ সম্পাদক হিচাপে তেওঁৰ ২২ বছৰীয়া কাৰ্যকালৰ একেবাৰে শেহৰ ফালেহে বেজবৰুৱাই ব্ৰিটিছক মৃদুভাৱে সমালোচনা কৰিবলৈ লৈছিল। ইয়াৰ পৰা দেখা যায় উক্ত পাঁচখন অসমীয়া আলোচনী সিবিলাকৰ ভাষিক জাতীয়তাবাদ আৰু দেশপ্ৰেমিক আবেগ সত্ত্বেও ব্ৰিটিছ বিৰোধী নাছিল। পৰাধীনতাক স্বীকাৰ কৰি লৈয়েই সিবিলাকে ভাষা সাহিত্যৰ জৰিয়তে জাতি গঠনৰ সপোন দেখিছিল।

## জাতি-বৰ্ণ-জনগোষ্ঠী ইত্যাদি প্ৰসংগ

বিজনলাল চৌধুৰীয়ে কৈছে যে জোনাকীয়ে ব্যক্তি স্বাতন্ত্ৰ্য, প্ৰেমৰ অধিকাৰ, যুক্তিবাদ আদি পশ্চিমীয়া উদাৰ ধ্যান-ধাৰণা কেতবোৰ উৰ্দ্ধত তুলি ধৰিছিল। তেওঁৰ মতে এয়া আমাৰ সাহিত্যত সামন্তবাদ বিৰোধী দৃষ্টিভংগীৰ প্ৰকাশ, যিটো নেকি নব্য পুঁজিবাদী সভ্যতাৰে অৱদান।[১২৫] চৌধুৰীৰ কথা সম্পূৰ্ণভাৱে মানিবলৈ মস্কিল। কাৰণ আমাৰ সাহিত্যত এক উদাৰ, মানৱীয়, আধুনিক দৃষ্টিভংগীৰ সূচনা কৰাৰ কৃতিত্ব জোনাকীৰ প্ৰাপ্য, কিন্তু এই কথাও মনত ৰাখিব লগীয়া যে ব্ৰিটিছ সাম্ৰাজ্যবাদে ভাৰতীয় সামন্তবাদক জীয়াই ৰাখিছিল আৰু এই সামন্তবাদৰ গাঁথনি আছিল জাতি-বৰ্ণভিত্তিক। জোনাকীয়ে ভাৰতীয় সামন্তবাদৰ এই ভেটিক প্ৰত্যাহ্বান জনাব পৰা নাছিল। এই ক্ষেত্ৰত জোনাকী-সাহিত্যিকসকলৰ স্ব-বিৰোধো স্পষ্ট হৈ পৰিছিল।

জোনাকীৰ অন্যতম সম্পাদক হেমচন্দ্ৰ গোস্বামীয়ে এহাতে লাচিত বৰফুকন আৰু ৰুদ্ৰ সিংহৰ দৰে আহোম বীৰক জাতীয় বীৰ হিচাপে প্ৰক্ষেপন কৰাৰ ক্ষেত্ৰত ভূমিকা লৈছিল, কিন্তু আনহাতে আহোম সকলৰ ক্ষেত্ৰত অৱমাননাকৰ 'বিলাক' শব্দ ব্যৱহাৰ কৰিছিল আৰু কোনো আহোম স্বৰ্গদেউৰ পাশৱিক অত্যাচাৰক 'আহোমৰ পাশৱিকতা' বুলি উল্লেখ কৰিছিল। একেদৰে লক্ষ্মীনাথ বেজবৰুৱাই জোনাকীত লিখা পদুমকুঁৱৰী উপন্যাসত প্ৰচণ্ড আহোম-

১২৪। জোনাকীৰ আলোড়ন, পৃষ্ঠা ৮৮ ৰ পৰা উদ্ধৃত।
১২৫। '*অসমীয়া বুদ্ধিজীৱীৰ প্ৰগতি*', নতুন পৃথিৱী, দশম বছৰ, প্ৰথম সংখ্যা।

বিদ্বেষৰ পৰিচয় দিছিল। তাত তেওঁ অসমৰ মোৱামৰীয়া/মায়ামৰীয়া বিদ্ৰোহীসকলক মান-আক্ৰমণকাৰীৰ সৈতে একাকাৰ কৰিছে।[১২৬] বেজবৰুৱাই নামনি অসমৰ দন্দুৱা দ্ৰোহৰ নেতা হৰদত্ত বৰুৱাৰ মুখত 'ঢেকেৰী' বিদ্বেষী আহোম স্বৰ্গদেউসকলৰ বিৰুদ্ধে এনেকুৱা সংলাপ তুলি দিছেঃ

*পাপীষ্ঠ আহোমসকলৰ অত্যাচাৰ মই অতদিনে পাৰোঁতে সহি আছোঁ বুলি তোমালোকে ভাবিছা নে? স্বদেশৰ স্বজাতিৰ দুৰ্গতিত মোৰ বুকু ফাটি চিটাচিট হোৱা নাই বুলি আছা নে? পাষণ্ডইঁতৰ দৌৰাত্ম্যত মোৰ গাৰ তেজ বকবককৈ এতিয়াও উতলা নাই বুলি জানিছা নে? সতী তিৰোতাই সতীত্ব বস্ত্ৰ ৰাখিব নোৱাৰি কন্দা চিঞৰ মোৰ কাণত এতিয়াও সোমোৱা নাই বুলি ভাবিছানে?*[১২৭]

*... ঐ বিশ্বাসঘাতকী বৰফুকন, তই বিশ্বাস দি এনেটো কৰিব নালাগিছিল। তইঁত আহোমৰ যে তলে পুতল এইটো কথা মই এতিয়াহে জানিলোঁ। মই মৰিবলৈ ধৰা সময়ত কোৱা এই কেষাৰ কথা তই মনত ৰাখিবি ঃ অসমত আজিৰ আহোমৰ নাওঁ নুমাব, ভেটিত শিয়ালে ঠাই ল'ব, আৰু থাপত তিতা লাও গজিব, বাৰীত বৰহুদুৰে বাঁহ ল'ব। তইঁতৰ নাতি পুতিয়ে লোকৰ গোলামী খাটিও ভাত নেপাব। আৰু বিশ্বাসঘাতকতা মহাপাপৰ ফল তোক ঈশ্বৰে দিব।'*[১২৮]

কিন্তু এইখিনিতে প্ৰশ্ন হয়, নামনি অসমৰ মানুহৰনো 'স্বদেশ-স্বজাতি' কি আছিল? আহোম সকল, মৰাণ-মোৱামৰীয়াসকলৰ সৈতে তেওঁলোকো একেই জাতিসত্তাৰ মানুহ নহয় নেকি? পদুমকুঁৱৰীত নামনি অসমৰ মানুহৰ বাবে ইমান দৰদী এই একেজন বেজবৰুৱাই বাঁহী-আসাম বান্ধৱ বিতৰ্কত ভাগ ল'বলৈ গৈ নামনি অসমৰ উপভাষা-উপভাষীক ইমান নিষ্ঠুৰভাৱে আক্ৰমণ কৰিছিল কিয়? বেজবৰুৱাৰ অসমীয়া জাতিৰ সংজ্ঞা ইমানেই ঠেক আছিল নে?

ইয়াৰ বিপৰীতে গোহাঞি বৰুৱা সম্পাদিত আলোচনীকিখনত জাতি-বৰ্ণবাদী-সাম্প্ৰদায়িক প্ৰসংগ তেনেকৈ পৰিলক্ষিত নহয়। কেবল সিমানেই নহয়, গোহাঞিবৰুৱাই বিজুলীৰ পাততে প্ৰথম নাগাসকলৰ বিষয়ে ১৬ পিঠীয়া এখন নৃতাত্ত্বিক নিবন্ধ লিখে, য'ত নাগাসকলৰ জীৱন ধাৰা, সমাজ ব্যৱস্থা আদিৰ বিষয়ে প্ৰকাশ পায়। উল্লেখযোগ্য যে চৰকাৰী চাকৰি সূত্ৰে কে'বাবছৰ নগাপাহাৰত থকা গোহাঞিবৰুৱাই তাত অ.ভা.উ.সা. সভাৰ শাখা খোলাৰ উপৰিও কহিমা সাহিত্য সভাও স্থাপন কৰে। নগা পাহাৰত অসমীয়া ভাষা প্ৰচাৰৰ কৃতিত্বও বহু পৰিমাণে গোহাঞি বৰুৱাৰ প্ৰাপ্য। গোহাঞিবৰুৱাৰ 'আহোমৰ দিন' আছিল আন এটা তথ্যপূৰ্ণ প্ৰবন্ধ।

কিন্তু উষাৰ চতুৰ্থ খণ্ডত প্ৰকাশিত চন্দ্ৰনাথ শৰ্মাৰ 'আবৰ জাতি' প্ৰবন্ধটো আছিল অসমত নৃতাত্ত্বিক আলোচনাৰ পথিকৃৎ। শশী শৰ্মাই কৈছে, আজি যি সকলে অসমত নৃ-তত্ত্বৰ

---

১২৬। *পদুম কুঁৱৰী*, **বেজবৰুৱা গ্ৰন্থাৱলী**, প্ৰথম খণ্ড, পৃষ্ঠা ৫৫২-৭৮।
১২৭। ঐ, পৃষ্ঠা ৫৬৬।
১২৮। ঐ, পৃষ্ঠা ৫৭৪

চৰ্চা কৰিব খোজে, তেওঁলোকৰ বাবে চন্দ্ৰনাথ শৰ্মাৰ প্ৰবন্ধটো অৱশ্যপঠনীয় হোৱা উচিৎ।[১২৯] কিন্তু আমোদজনক ভাৱে অসমৰ ভূমিসন্তান সকলৰ ক্ষেত্ৰত গোহাঞিবৰুৱাৰ আলোচনীকিখনে গ্ৰহণ কৰা সমত্ববাদী দৃষ্টিভংগীটো বহিৰাগত/বিদেশীসকলৰ বাবে প্ৰযোজ্য নাছিল। অসম বন্তিয়ে সম্পাদকীয় শিতানতে অসমৰ বাসিন্দাসকলৰ এনেকৈ স্তৰবিন্যাস কৰিছিল ঃ




কোৱা বাহুল্য, সমত্ব বৰ্জিত এনে স্তৰবিন্যাস জাতি গঠনৰ বাবে সহায়ক নহয়। মন কৰিবলগা যে গোহাঞিবৰুৱাৰ স্তৰবিন্যাস আছিল নীলমণি ফুকনৰ স্তৰবিন্যাসৰ সৈতে আচম্বিতভাৱে একে।

বাঁহীয়ে আকৌ অসমত বাস কৰিবলৈ অহা বহিৰাগত সকলক নিজৰ সকলো বৈশিষ্ট্য পৰিহৰি সম্পূৰ্ণৰূপে অসমীয়াকৰণ হ'বলৈ সঁকীয়াই দিছিল। অন্যথা বাঁহীয়ে গোকুলৰ কৃষ্ণৰ মিঠা সুৰ এৰি কুৰুক্ষেত্ৰৰ পাঞ্চজন্য বজাব বুলিও হুঁচিয়াৰ কৰি দিয়া হৈছিল; সেই ক্ষেত্ৰত দয়া-ক্ষমাৰো অৱকাশ নাথাকিব বোলে।[১৩১]

বাঁহীয়ে সগৌৰৱে এই বুলিও ঘোষণা কৰিছিল যে ব্ৰহ্মদেশত অসমীয়া কোৱা হয় আৰু নগাপাহাৰ, মণিপুৰত অসমীয়া প্ৰবৰ্তিত হৈছে। বাঁহীৰ ভাষা নীতিত থকা স্ববিৰোধৰ কথা ইয়াৰ সম্পাদকমণ্ডলীৰ দৃষ্টিগোচৰ হৈছিলনে নাই, সেয়া অৱশ্যে জনা নাযায়। প্ৰশ্নটো হ'ল, বিদেশে- বিভূঁয়ে স্থায়ীভাৱে থাকিবলৈ লোৱা অসমীয়াসকলে যদি অসমীয়াকে কৈ থাকিব লাগে, তেনেহ'লে অসমত স্থায়ীভাৱে থকা বহিৰাগতসকলেনো তেওঁৰ নিজৰ আদি ভাষা কৈ নাথাকিব কিয়? কথাটোৰ তাত্ত্বিক সমাধান অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ বাবে জৰুৰী আছিল। বাঁহীয়ে তেনে সমাধান দিব নোৱাৰিলেও ইয়াৰ পৰৱৰ্তী কালৰ সম্পাদক মাধৱচন্দ্ৰ বেজবৰুৱাই পাহাৰে-ভৈয়ামে ঘুৰি হৰিপ্ৰসাদ গোৰ্খাৰাই, ধনবাহাদুৰ সোনাৰ (দুয়ো নেপালী), গোবিন্দচন্দ্ৰ পৈৰা(উড়িয়া) আৰু ড. লাইৰেন সিংহ (মণিপুৰী)ৰ দৰে ব্যক্তিক অসমীয়া ভাষাৰ হকে যে কামত লগাব পাৰিছিল, সেই কথা সচাঁ।

বিজুলী,উষাৰ দৰে বাঁহীয়েও ইয়াৰ ক্ৰমে সপ্তম বছৰ চতুৰ্থ সংখ্যাত মিছিমি, অষ্টম বছৰ সপ্তম সংখ্যাত নাগা, অষ্টাদশ বছৰ ষষ্ঠ সংখ্যাত তাই-ভাষী শ্যাম সকলৰ বিষয়ে প্ৰবন্ধ প্ৰকাশ কৰিছিল। আহোম আৰু কলিতাসকলৰ বুৰঞ্জীও ইয়াত প্ৰকাশ কৰা হৈছিল (ক্ৰমে ১৮-১৯ শ বছৰ আৰু, ৭ম বছৰ ১০ম সংখ্যাত) ২২শ বছৰ ১ম আৰু ৫ম সংখ্যাত

---

১২৯। '*চন্দ্ৰনাথ শৰ্মাৰ ব্যক্তি মানস*', ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য সম্পাদিত **কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা** পৃষ্ঠা ৪২।

১৩০। '*আসাম প্ৰবসুৱা*' (সম্পাদকীয়) **অসম বন্তি**, ৯ এপ্ৰিল, ১৯০৩।

১৩১। ***কাহুদী খাৰলি*** শিতানত সম্পাদকৰ মন্তব্য, **বাঁহী**, ২৬ বছৰ, তৃতীয় সংখ্যা, ১৯৩৯ চন।

প্ৰকাশিত হৈছিল কৈবৰ্ত সম্প্ৰদায়ৰ মহীয়সী নাৰী ৰাধিকা শান্তিৰ বিষয়ে। বাঁহীৰ পাততে কমলাকান্ত ভট্টাচাৰ্যই হিন্দুসকলক জাতি-বৰ্ণবাদ আৰু অন্ধবিশ্বাসৰ খালৰ পৰা উঠি আহিবলৈ আহ্বান জনাইছিল। তেওঁ গোঁসাই-মহন্তসকলক আহ্বান জনাইছিল যাতে নিম্নবৰ্ণ মানুহখিনিক অন্ততঃ জলাচৰণীয় পৰ্যায়লৈ তুলি আনি হিন্দু ধৰ্মক শক্তিশালী কৰে [১৩২]। ইয়াত মন কৰিবলগীয়া কথা (১) ভট্টাচাৰ্যই নিম্নবৰ্গৰ মানুহখিনিক কেৱল জলাচৰণীয় অৰ্থাৎ আনৰ স'তে একে লগে পানী খাব পৰা পৰ্যায়লৈহে অনাৰ কথা কৈছে (অৰ্থাৎ সহ-ভোজন, আন্তঃবিবাহ আদি প্ৰসংগ একাষৰীয়াকৈ থৈছে) (২) তেওঁৰ এই সংস্কাৰৰ উদ্দেশ্য হিন্দু ধৰ্মক শক্তিশালী কৰা।

এইখিনি সময়তে বাঁহীৰ সম্পাদক মাধৱ চন্দ্ৰ বেজবৰুৱাই কটন কলেজৰ সহ-ভোজনৰ বাটকটীয়া হয়(১৯৩১)। উল্লেখযোগ্য যে তাৰ আগৰ সুদীৰ্ঘ তিনিটা দশক অসমৰ এই সৰ্বাগ্ৰগণ্য মহাবিদ্যালয়খনত জাত-পাতৰ অস্পৃশ্যতা বৰ্তি আছিল। মাধৱ চন্দ্ৰ বেজবৰুৱাৰ এই উদাৰ দৃষ্টিভংগীয়ে তেওঁক দলিত-জনজাতি ছাত্ৰসকলৰ ওচৰ চপাই আনিছিল। ব্যক্তিগত জীৱনতো এইজনা ডেকাবেজ আছিল জাতি-বৰ্ণবাদৰ বিভিন্ন প্ৰকাশৰ বিৰোধী[১৩৩] (অৱশ্যেএই গ্ৰন্থৰে দ্বিতীয় অধ্যায়ৰ শ্ৰীমন্ত শংকৰদেৱ সংঘ-বিষয়ক খণ্ডত আমি দেখুৱাই আহিছোঁ যে ১৯৩৫ চনতো সোণাৰাম চুতীয়াই কটন কলেজৰ উমৈহতীয়া ভোজনগৃহত অস্পৃশ্যতাৰ চিকাৰ হৈছিল। ইয়াৰ পৰা দেখা যায় যে জাত-পাত দুৰুন্মূল কেন্সাৰৰ দৰে।)

বৰজনা বেজ অৰ্থাৎ লক্ষ্মীনাথেও তেওঁৰ 'বেতাল ষষ্ঠ বিংশতি'(২১শ বছৰ,১৯৩২), 'বৰবৰুৱাৰ মালশ্ৰম'(২২শ বছৰ) আদি গল্পত অসবৰ্ণ বিবাহ অথবা প্ৰেমৰ ধাৰণাক সমৰ্থন কৰা যেন দেখা যায়। কিন্তু 'ভোমকেৰোলা'ৰ দৰে গল্পত বেজবৰুৱাৰ প্ৰতিক্ৰিয়াশীল, অনুদাৰ ৰূপটো বৰ বেয়াকৈ ধৰা পৰি যায়। মন কৰিবলগা যে ওপৰত উল্লেখিত গল্পকেইটা ১৯৩২-৩৩ চনত প্ৰকাশ হোৱাৰে বিপৰীতে 'ভোমকেৰোলা' প্ৰকাশ হৈছিল ১৯৩৪ চনত। ইয়াত অতিশয় মেধাৱী নদীয়াল-পুত্ৰ এটিয়ে ব্ৰাহ্মণ কন্যা দুটিক বিয়া কৰোৱাৰ ভয়ংকৰ পৰিণতি দেখুৱাইছে।[১৩৪]

অথচ ইয়াৰ আগতে, ১৯৩২ চনতে বেজবৰুৱাই কৈবৰ্তসকলক তেজৰো তেজ, মঙহৰো মঙহ আখ্যা দি তেওঁলোকৰ ওপৰত আন সম্প্ৰদায়ে চলোৱা অত্যাচাৰ বন্ধ কৰিবলৈ আৰু অত্যাচাৰীসকলক ক্ষমা খুজিবলৈ আহ্বান জনাইছিল, যাতে এটা শক্তিশালী অসমীয়া জাতি গঢ়িব পাৰি।[১৩৫] কিন্তু তেনেকৈ লিখাৰ দুবছৰৰ পাছত উক্ত 'ভোমকেৰোলা' গল্পত প্ৰকট হৈ উঠা লেখকৰ দলিত বিদ্বেষে দেখুৱায় যে বেজবৰুৱাৰ কৈবৰ্ত-প্ৰেম হয় এটা কপট অভিনয় আছিল, নহয় তেওঁ আছিল স্ব-বিৰোধৰ এটা ডিপো।

অৱশ্যে কৈবৰ্তসকলৰ হকে মাত মতা সময়তো বেজবৰুৱাই কৈবৰ্তৰ দুৰ্দশাৰ

---

১৩২। '*হিন্দু জাতিৰ প্ৰতি বৰ্তমান যুগৰ সতৰ্কবাণী*',**বাঁহী**, কাতি, ১৮৫৪ শক (১৯৩২ চন)।

১৩৩। **শিলঙৰ পুৰণি অসমীয়া সমাজ**, পৃষ্ঠা ৬৮-৯, ৯২।

১৩৪। **আৱাহন**, ষষ্ঠ বছৰ, ২য় সংখ্যা, ১৮৫৬ শক (১৯৩৪ চন) ৰ পৰা পুনৰ মুদ্ৰিত ; বেজবৰুৱা গ্ৰন্থাৱলী, দ্বিতীয় খণ্ড, পৃষ্ঠা ১৪৯।

১৩৫। **বাঁহী**, ২১শ বছৰ, তৃতীয় সংখ্যা, আহাৰ,১৮৫৪ শক (১৯৩২ চন)

কাৰণে আহোমসকলক জগৰীয়া কৰি নিজে আজৰি হ'বলৈ নাপাহৰিছিল। তেওঁ আহোম আৰু নিম্নবৰ্ণৰ বহুবচন বুজাবলৈ 'বিলাক' আৰু ব্ৰাহ্মণৰ বহুবচনত 'সকল' যেনেকৈ প্ৰয়োগ কৰিছিল, বৰাহী মৰাণ, নাগা আদিৰ ক্ষেত্ৰত 'ইহঁত', 'সিহঁত' আদিও **বাঁহী**ৰ পাতত মুকলিকৈ প্ৰয়োগ কৰিছিল। সকলো মংগোলীয়কে তেওঁ অসভ্য, বৰ্বৰ বুলি কোৱাৰো নজিৰ আছে।[১৩৬]

**বাঁহী**তেই প্ৰকাশিত 'মৈদাম' গল্পত বেজবৰুৱাই ৰজা, ৰাজকোঁৱৰ আদিৰ স'তে জীৱন্তে মানুহ, জন্তু আদি মৈদাম দিয়াৰ তীব্ৰ বিৰোধিতা কৰিছে। তেওঁৰ এই মানবীয় দৃষ্টিভংগী অৱশ্যেই আদৰণীয় কিন্তু ইয়াৰ 'ন্যায় বিচাৰ, বিবেচনা, ধৰ্ম, ৰীতি-নীতিৰে সৈতে' সমগ্ৰ আহোম শাসনক লাণ্ডে-পাতে গৰিহণা দিয়াটোত এক আহোম-বিদ্বেষ ফুটি উঠে। এইখিনিতে উল্লেখযোগ্য যে এই লেখনীতে হওক, বা আন লেখনীতে হওক, আহোম শাসনৰ সদৰ্থক দিশবিলাকৰ বিষয়ে বেজবৰুৱাই ক'তো আলোচনা কৰা নাই। অথচ আহোমসকলৰ তুলনামূলক ভাবে সমত্ববাদী সামাজিক প্ৰমূল্যৰ বিষয়ে তেওঁ নজনাৰ কাৰণ নাছিল। সেয়েহে আহোমসকলৰ হৈ কলম উঠাবলগীয়া হৈছিল অসমীয়া ভাষা সাহিত্যৰ অন্য এক দিগ্‌গজ পদ্মনাথ গোহাঞিবৰুৱাই। গোহাঞিবৰুৱাৰ প্ৰতিবাদী চিঠিখন প্ৰকাশ পাইছিল **বাঁহী**ৰ প্ৰথম বছৰ সপ্তম সংখ্যাত (১৮৩১ শক, ১৯০৯ চন)।

*আজি মাহচেৰেকৰ পৰা বাঁহীত আহোমৰ বিষয়ে গোটাচেৰেক আঁহফলা প্ৰবন্ধ প্ৰকাশ হৈছে। প্ৰবন্ধ কেইটাত, ধৰিবলৈ গ'লে, জানিবলগীয়া নতুন কথা একো নাই; আগেয়ে আলোচনা কৰা পুৰণি কথাৰ পুনৰুক্তি হৈছে মাথোন, আৰু তাত আঁহফলাভাবৰ নতুন ৰং লগাই আসামৰ এটা শকত সমাজৰ অন্তৰত আঘাত লগা কৰা হৈছে।*

দুই মহাৰথীৰ মাজৰ এই বিতৰ্কই জাতিটোক আহোম-বামুণ আদি শত্ৰুশিবিৰত ভাগ কৰাৰ উপক্ৰম হৈছিল।

**বাঁহী** আছিল দলিত সকলৰ বাবে সম-অধিকাৰ আৰু পৃথক নিৰ্বাচকমণ্ডলী বিচাৰি কৰা আম্বেদকাৰীয়-আন্দোলনৰ তীব্ৰ বিৰোধী। এই গ্ৰন্থৰ সপ্তম অধ্যায়ত আমি **বাঁহী**ৰ দলিত বিৰোধী ভূমিকাৰ সম্পৰ্কে বিতংকৈ আলোচনা কৰিম। ইয়াত মাথো ইয়াকেই কৈ থওঁ যে মৌখিক দৰদৰ ঢল বোৱালেও দলিত-নিপীড়িতসকলৰ হকে কোনো সদৰ্থক পদক্ষেপ লোৱাৰ **বাঁহী** আছিল বিৰোধী। অথচ জাতি গঠন প্ৰক্ৰিয়া শক্তিশালী কৰিবলৈ তেনে ব্যৱস্থা জৰুৰী আছিল।

## অন্যান্য সামাজিক প্ৰশ্ন

এখন(জাতীয়) বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠা এই আলোচনীখনৰ অতিশয় প্ৰিয় বিষয় আছিল। **বাঁহী**ৰ সম্পাদক মাধৱ চন্দ্ৰ বেজবৰুৱাই গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ ক্ষেত্ৰত এক বিশেষ ভূমিকা পালন কৰিছিল। তেওঁ শিবপুৰ অভিযান্ত্ৰিক মহাবিদ্যালয়ৰ ছাত্ৰ জীৱনো

---

১৩৬। **বাঁহী**, ১ম বছৰ, ৫ম সংখ্যা, চ'ত, ১৮৩১ শক (১৯০৯ চন)

ত্যাগ কৰি গাঁৱেভূঞে ঘূৰি সভা-সমিতি পাতি, প্ৰচাৰপত্ৰ উলিয়াই এই আন্দোলন সফল কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। বাঁহীৰ লগত এইক্ষেত্ৰত সুৰ মিলাইছিল অসম-বন্তিয়েও। (জাতীয়) বিশ্ববিদ্যালয় এখন জাতি গঢ়াৰ অন্যতম সোপান বুলি এওঁলোকে দৃঢ়ভাবে বিশ্বাস কৰিছিল।

অসম বন্তিয়েও আকৌ জাতীয় অৰ্থনীতিৰ প্ৰশ্ন উত্থাপন কৰিবলৈ গৈ অসমৰ পেট্ৰলিয়ামৰ ৫০% ৰাজহ অসমকে প্ৰদান কৰাৰ দাবী তুলিছিল, যাতে তাৰে অসমে জাতীয় বিশ্ববিদ্যালয় আৰু নিজা উচ্চ ন্যায়ালয় পাতি ল'ব পাৰে।[১৩৭] আমি জনাত তেলক জাতীয় আয়ৰ উৎস ৰূপে দেখুৱাই তাৰে জাতীয় বিশ্ববিদ্যালয় গঢ়াৰ ধাৰণা প্ৰথম অসম-বন্তিৰ এই সম্পাদকীয়টোতে পৰিলক্ষিত হয়। পত্ৰিকাখনত প্ৰকাশিত আন এটা সম্পাদকীয়ত আকৌ মাটিৰ খাজনা বৃদ্ধিৰ বিৰোধিতা কৰা হৈছিল।[১৩৮]

## ধৰ্মনিৰপেক্ষতা বনাম ধৰ্মনিষ্ঠা

লক্ষ্মীনাথ বেজবৰুৱা আৰু বাঁহীয়ে প্ৰায়ে ভাষা-সাহিত্যৰ লগত ধৰ্মক একাকাৰ কৰি পেলাইছিল। হিন্দু বৈষ্ণৱ সত্ৰবোৰক তেওঁলোকে অসমীয়া ভাষা-সাহিত্যৰ একতাৰ ভেটি বুলি গণ্য কৰিছিল। বাঁহী-অসম প্ৰদীপিকাৰ মহাপুৰুষীয়া-দামোদৰীয়া ঘোৰ বিবাদে কেনেকৈ আমাৰ বৈষ্ণৱ সমাজকো বাঁহ ফলাদি ফালিবলৈ লৈছিল, সেইবিষয়ে আমি এই গ্ৰন্থৰ অন্য ঠাইত দেখুৱাইছোঁ।

অসমীয়া সমাজ-জীৱনৰ প্ৰাণ- পুৰুষ হিচাপে শংকৰদেৱক প্ৰতিষ্ঠা কৰা বাঁহীয়ে সত্ৰাধিকাৰসকলৰ দুৰ্নীতি, ব্যভিচাৰ, লোভ-লালসা আদিক সঠিকভাৱেই কঠোৰ সমালোচনা কৰিছিল। সত্ৰবোৰত ধৰ্ম কেনেকৈ ব্যৱসায়ত পৰিণত হৈছে, হাতী আৰু দোলাত উঠি ফুৰা সত্ৰাধিকাৰসকলে দাস-দাসী, উত্তম খাদ্য, জকমকীয়া বস্ত্ৰ আদিৰে পৰিবেষ্টিত/বিভূষিত হৈ কেনেকৈ সোণৰ খাৰু বালা, ধন-ৰূপৰ চিন্তাতে মগ্ন হৈ থাকে, জাত-পাতৰ চৰ্চা কৰে, সেই কথা বাঁহীত মুকলিকৈয়ে উদঙাই দিয়া হৈছিল।[১৩৯]

বেজবৰুৱাৰ 'খহতা ডিমৰু সত্ৰাধিকাৰ' লেখনীত কলকাতাত প্ৰমোদ কৰিবলৈ যোৱা উদাসীন সত্ৰাধিকাৰ এজনে তাত সন্দেশ, ৰসগোল্লা, কচুৰী, জেলেপী আদি পচা মিঠাই সোপাসোপে খাই আৰু কলিকতীয়া পাণৱালীৰ প্ৰেমত ককবকাই দি ৩০০০/- টকা ৰূপ ভাঙি সৃষ্টি কৰা আমোদজনক দৃশ্যৰ চিত্ৰণ আছে। বেজবৰুৱাৰ 'দীঘলা কিনাৰাম' গল্পত লুভীয়া সত্ৰাধিকাৰ এজনে কুকুৰ হৈ জন্ম লোৱা দেখুৱা হৈছে। [১৪০] 'বেতাল ষষ্ঠবিংশতি' গল্পত আকৌ সত্ৰাধিকাৰ আৰু সত্ৰৰ মুক্তিয়াৰ এজনে কাজিয়া লাগি কাৰাগাৰলৈ গৈছে। 'সমাজিক' গল্পত আকৌ যমৰজাই এজন সত্ৰাধিকাৰক চুক ভেকুলীত পৰিণত কৰা দেখা গৈছে। জীয়াই থাকোঁতে বোলে উক্ত সত্ৰাধিকাৰে শিষ্যবৰ্গক শোষণ কৰি বিত্তবান হৈছিল।

---

১৩৭। অসম বন্তিৰ সম্পাদকীয়, ৩০ পুহ, ১৮৫৫ শক (১৯৩৩ চন)।
১৩৮। অসম বন্তিৰ সম্পাদকীয়, ১ আহিন, ১৮৫৮ শক (১৯৩৬)।
১৩৯। বাঁহী, ৫ম বছৰ, ১৯১৩, পৃষ্ঠা ১২০।
১৪০। বেজবৰুৱা গ্ৰন্থাৱলী, খণ্ড ২, পৃষ্ঠা ১৪২২ ১৪১। ঐ, পৃষ্ঠা ১২৪১-৩

এই কঠোৰ সমালোচনাবোৰৰ জৰিয়তে বেজবৰুৱাই অৱশ্যে ধৰ্মৰ বিৰোধিতা কৰিব খোজা নাছিল; বৰং সত্ৰাধিকাৰ-তথা সত্ৰসমূহক সংস্কাৰ কৰি সিবিলাকক তেওঁ ধৰ্মপ্ৰচাৰৰ বাবে শাণ দিহে ল'ব বিচাৰিছিল। তেওঁৰ উদ্দেশ্য আছিল ধৰ্মৰ প্ৰভাৱ গভীৰতৰ কৰাহে।

বাঁহীৰ আন এজন লেখক কমলাকান্ত ভট্টাচাৰ্যয়ো উচ্চবৰ্ণহিন্দুৰ লগত জড়িত প্ৰশ্নবোৰত সংস্কাৰৰ উৎসাহ দেখুৱাইছিল। তেওঁৰ পূৰ্বসূৰী হেমচন্দ্ৰ বৰুৱা-গুণাভিৰাম বৰুৱাৰ দৰে ভট্টাচাৰ্যই বিধবাবিবাহ, ব্ৰাহ্মণৰ দ্বাৰা হলাকৰ্ষণ, শিশুবিবাহ নিষিদ্ধকৰণ আদিৰ পোষকতা কৰিবলৈ গৈ হিন্দু মহা সভাক সমালোচনা কৰিছে।[১৪১]

বাঁহীত প্ৰকাশিত এম. মছলেহুদ্দিন আহমদৰ প্ৰবন্ধ এটিত আকৌ সাম্প্ৰদায়িক ইতিহাস চৰ্চাক সমালোচনা কৰি কৈছেঃ ....[১৪২]

এইক্ষেত্ৰত আহমদ অকলশৰীয়া নাছিল। আমি আমাৰ অসম সাহিত্য সভা সংক্ৰান্তীয় পৰৱৰ্তী অধ্যায়টিত দেখুৱাম কেনেকৈ সভাৰ অন্যতম সভাপতি নকুল চন্দ্ৰ ভূঞাই এক অনুকৰণীয় ধৰ্মনিৰপেক্ষতাৰ পৰিচয় দিছিল। মোগল সম্ৰাটসকলক তেওঁলোকৰ নিৰপেক্ষ ভূমিকাৰ বাবে প্ৰশংসা কৰি ভূঞাই আনকি এনেকৈও কৈছিল যে মোগল সম্ৰাটসকল জীয়াই থকা হ'লে হিন্দু-মুছলীম সকলৰ মাজত বৈবাহিক সম্পৰ্কও সম্ভৱ হৈ উঠিলহেঁতেন। তেওঁ অসমীয়া মুছলমানসকলক চহকী পাৰ্চী সাহিত্যৰ পৰা অসমীয়ালৈ অনুবাদ কৰিবলৈ পৰামৰ্শ দিছিল। ভূঞাৰ উক্ত লেখনীটো আদিতে অসম মুছলীম ছাত্ৰ সন্মিলনৰ ১৯২০ চনৰ আধিবেশনত পাঠ কৰা হৈছিল। আৰু তাৰ পাছতহে বাঁহীত প্ৰকাশ কৰা হৈছিল।[১৪৩] পৰমানন্দ মজুমদাৰে এনে দৃষ্টিভংগী আমাৰ সাম্প্ৰদায়িকতা-বিৰোধী ঐতিহ্যৰ অংগ বুলিছে।[১৪৪]

কিন্তু কেৱল এইখিনি প্ৰমাণৰ ভিত্তিতে আমি 'বাঁহীয়ে জীৱনজুৰি সাম্প্ৰদায়িকতা-বিৰোধী অৱস্থান লৈছিল'; মজুমদাৰৰ লগত সুৰ মিলাই তেনে কথা ক'ব নোৱাৰিলো। সম্পাদক লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰবল ধৰ্মোৎসাহৰ কথাই যদি ধৰোঁ, বাঁহীক কোনোপধ্যেই আধুনিক অৰ্থত ধৰ্মনিৰপেক্ষ বুলিব নোৱাৰি। মুছলীমসকলৰ বাবে অৰ্থনৈতিক সংৰক্ষণৰ তীব্ৰ বিৰোধিতা কৰিবলৈ গৈ বাঁহীয়ে কেতিয়াব সূক্ষ্ম আৰু কেতিয়াব স্থূলভাৱে মুছলীম-বিদ্বেষৰো পৰিচয় নিদিয়াকৈ থকা নাছিল।

উদাহৰণ স্বৰূপে ১৯২৫ চনত দেশবন্ধু চিত্তৰঞ্জন দাসৰ উদ্যোগত কংগ্ৰেছ আৰু মুছলীম লীগ নেতৃবৃন্দৰ মাজত স্বাক্ষৰিত ঐতিহাসিক বংগচুক্তি (Bengal pact) খনৰ কথাই ক'ব পাৰি। এই চুক্তি অনুসৰি বংগৰ হিন্দু আৰু মুছলীমসকলৰ বাবে ক্ৰমে ৫৮% আৰু ৪২% চৰকাৰী চাকৰি সংৰক্ষণ কৰাৰ কথা আছিল। এই সংৰক্ষণ আছিল দুয়োটা সম্প্ৰদায়ৰ জনসংখ্যা-আনুপাতিক। ১৯৩১ চনত লিখা এটা লেখনীত বেজবৰুৱাই আইনসভা আৰু চাকৰি-বাকৰি দুয়ো ক্ষেত্ৰতে মুছলীমসকলৰ বাবে সংৰক্ষণৰ বিৰোধিতা কৰিছিল অতি সূক্ষ্মভাৱেই, অৱশ্যে ঠাট্টাৰ ছলেৰে। তেওঁ মুছলীম সকলৰ প্ৰতি উদাৰ হোৱা বাবে হিন্দুসকলক দাতা কৰ্ণ, দধীচি আৰু শিবি বুলি ব্যংগ কৰিছিল।

---

১৪১। বাঁহী, ১৭ বছৰ, ৫ ম সংখ্যা, ১৯২৮-২৯।

১৪২। *হিন্দু-মুছলমানৰ বিদ্বেষ ভাব*, বাঁহী, ৬ষ্ঠ বছৰ, ৬ষ্ঠ সংখ্যা, ১৯১৪-১৫

১৪৩। বাঁহী, ১২ শ বছৰ, ৩য় সংখ্যা, ১৯২১-২২।

১৪৪। '*বাঁহীৰ পাততত জাতপাত আৰু হিন্দু-মুছলমানৰ প্ৰসংগ*, আজিৰ বাতৰি, শাৰদীয় সংখ্যা, ১৯৯৪।

তেওঁ মুছলীমসকলকো চৰকাৰী চাকৰি আৰু আইনসভাৰ আসনৰ বাবে লালায়িত বুলি গৰিহণা দিছিল। নিজে ব্ৰিটিছ-অনুগত হৈও বেজবৰুৱাই মুছলীমসকলৰ চাকৰিমুখীতাই স্বাধীনতাৰ উদ্দেশ্যত বিধি-পথালি দিয়া বুলি যুক্তি দৰ্শাইছিল।[১৪৫]

মুছলীমসকলৰ প্ৰতি বেজবৰুৱাৰ অবিশ্বাসৰ সাক্ষ্য আমি আন ক্ষেত্ৰতো পাইছোঁ। উদাহৰণস্বৰূপে উষাত প্ৰকাশিত তেওঁৰ 'কৃপাবৰ বৰুৱাৰ প্ৰত্যাগমন' লেখনীটোৰ 'হিন্দু-মুছলীম' অংশটোত বেজবৰুৱাই অতি সূক্ষ্ম, কূটনৈতিকভাৱে হিন্দু-মুছলীম ঐক্যৰ ভিত্তিটোৰ সম্পৰ্কেই প্ৰশ্ন উঠাইছে। তাত তেওঁ এহাতেদি হিন্দু মুছলীম ঐক্যৰ আহ্বান জনাইছে আৰু আনহাতে এনে কেতবোৰ মুছলীম ৰজাৰ কথা কৈছে, যিসকলে 'ইছলামলৈ ধৰ্মান্তৰিত হ'ব নোখোজা হিন্দুসকলৰ গণহত্যা কৰিছিল।' বেজবৰুৱাৰ মতে (১)গিয়াছুদ্দিন বলবনে একলাখ নিৰীহ হিন্দুক হত্যা কৰিছিল, (২)মহম্মদ-বিন-তোগলকে ৰাজহ ছয় গুণ বৃদ্ধি কৰিছিল আৰু তেওঁৰ প্ৰজাসকলক বনৰীয়া জীৱজন্তুৱে খাবলৈ এৰি দিছিল, (৩) ফিৰোজ-তোগলকে হিন্দু মন্দিৰ ধ্বংস কৰিছিল, মন্দিৰৰ ভিতৰত গো-হত্যা কৰিছিল, ভঙা দেৱমূৰ্তি আৰু গৰু মঙহৰ টুকুৰা হিন্দুসকলৰ ডিঙিত আঁৰি দিছিল, (৪) এজনা নাম নজনা মুছলীম ৰজাই এগৰাকী হিন্দু কন্যাক ধৰ্ষণ কৰিছিল, (৫)তাইমুৰ লঙে ভূতৰ নিচিনাকৈ এক লাখ হিন্দুক হত্যা, ধৰ্ষণ আৰু লুণ্ঠন কৰিছিল, (৬) ঔৰংজেবে কেৱল হিন্দুসকলৰ ওপৰত জিজিয়া কৰ আৰোপ কৰিছিল, মছজিদত নামাজ পঢ়িবলৈ যাওঁতে তেওঁৰ হাতীৰে হিন্দুসকলক গচকাই মাৰিছিল।[১৪৬]

বেজবৰুৱাই মুছলীমসকলক চাপকন-কামিজ আৰু তুৰ্কী টুপী নিপিন্ধিবলৈ, লগতে আৰব-পাৰস্যৰ দ্বন্দ্ব অসমলৈ আমদানি নকৰিবলৈও সঁকীয়াই দিছিল।[১৪৭] এই সকলো ক্ষেত্ৰতে তেওঁ হিন্দু-মুছলীম দ্বন্দ্বৰ বাবে কেৱল মুছলীমসকলক দায়ী কৰিছিল। স্পৰ্শকাতৰ বিষয় এটাত এনেবোৰ পক্ষপাতিত্বপূৰ্ণ প্ৰচাৰে সাম্প্ৰদায়িক পৰিস্থিতিত কেনে বৰঙণি যোগাব পাৰে সি সহজে অনুমেয়।

সেয়েহে বাঁহীক সাম্প্ৰদায়িকতা-বিৰোধী বুলি পৰমানন্দ মজুমদাৰ আদিৰ দৰে আমি একেবাৰেই প্ৰমাণ পত্ৰ দিব নোৱাৰিলো। এই কথা সঁচা যে পশ্চিমীয়া আধুনিকতা আৰু বৈষ্ণৱ উদাৰতাই বাঁহীক চুই গৈছিল, কিন্তু এইটোও সঁচা যে তাতকৈ বেছি শক্তিশালী আছিল সাম্ৰাজ্যবাদী বিভাজনৰ কূটকৌশল আৰু ব্ৰাহ্মণ্যবাদী বিদ্বেষৰ প্ৰভাৱ। বাঁহী সেই স্ব-বিৰোধৰ বহিঃপ্ৰকাশ, য'ৰ পৰা লক্ষ্মীনাথ বেজবৰুৱাও মুক্ত নাছিল।

চমুকৈ ক'বলৈ গ'লে জোনাকী, বিজুলী, উষা, বাঁহী আৰু অসম বন্তিয়ে ভাষিক, সাংস্কৃতিক আৰু সাহিত্যিক বৈশিষ্ট্যৰ ওপৰত ভিত্তি কৰি অসমীয়া জাতিসত্তাৰ এক স্বকীয়-সত্তা গঢ়ি তুলিবলৈ যত্নপৰ হৈছিল, আৰু ভালেখিনি সফলো হৈছিল। এই সাহিত্য আলোচনীকিখনে কেনেকৈ জাতীয় বীৰ বীৰাংগনাসকলক প্ৰক্ষেপন কৰিছিল, সেইবিষয়েও আমি আন এটা অধ্যায়ত আলোকপাত কৰিছোঁ। মুঠৰ ওপৰত এহাতে দুয়োটাৰে লক্ষ্মণ ৰেখা অতিক্ৰম নকৰাকৈয়ে এই আলোচনীকিখনে অসমীয়া জাতিসত্তাৰ নিজস্ব পৰিচয় গঢ়ি তোলাত

১৪৫। '*ধৰ্ম, সাম্প্ৰদায়িক সমস্যা আৰু স্বৰাজ*', বাঁহী ২০শ বছৰ, ৪ৰ্থ সংখ্যা, ১৯৩১

১৪৬। উষা,৩য় খণ্ড,৩য় সংখ্যা ১৮৩০ শক (১৯০৮ চন) (আৱাহনৰ নৱম বছৰ, দ্বাদশ সংখ্যাতো পুনৰ প্ৰকাশিত)

১৪৭। ঐ

ব্ৰতী হৈছিল।

## টাইম্‌চ্‌ অব আচাম আৰু আসাম বান্ধৱ ঃ সুৰৰ ভিন্নতা

ইতিমধ্যে আলোচিত বাতৰি-কাকত আলোচনীবোৰৰ এখনেও দৃঢ় ব্ৰিটিছ্‌-বিৰোধী অৱস্থানতো লোৱা নাছিলেই, বৰং সিবিলাক আছিল ব্ৰিটিছ্‌-অনুগত। কিন্তু এনে ব্ৰিটিছানুগত্যত সেই সকলোকে চেৰ পেলাইছিল পূৰ্বালোচিত '**মৌ**'ৰ দৰেই **টাইম্‌চ্‌ অব আচামে**। কাকতখন প্ৰকাশ হৈছিল ডিব্ৰুগড়ৰ পৰা। একে ঠাইৰ পৰা প্ৰকাশিত **আসাম বান্ধৱত** আকৌ কামৰূপীয়া উপভাষাৰ ভিন্‌সুৰ বাজিছিল।

**উষা, বাঁহী** আদিৰ লগত **আসাম বান্ধৱৰ** শ্ৰেণী দৃষ্টিভংগীৰ বিশেষ পাৰ্থক্য একো নাছিল। ব্ৰিটিছৰ কৃপাধন্য বৰ্ণহিন্দু ভূস্বামী অভিজাত-আমোলাৰ দ্বাৰা সেইবোৰ প্ৰকাশ হোৱাৰ দৰেই নামনি অসমৰ পৰা আহি ডিব্ৰুগড়ত চাহ-মালিক হোৱা গংগাৰাম চৌধুৰীয়ে এইখন প্ৰকাশ কৰিছিল। ব্ৰিটিছানুগত্যৰ মূৰ্ত প্ৰকাশস্বৰূপ ইয়াৰ এটা সম্পাদকীয়ত ব্ৰিটিছ্‌-ঈশ্বৰৰ মংগলেই ভাৰতৰো মংগল বুলি ঘোষণা কৰি ইউৰোপত ব্ৰিটিছ্‌-স্বাৰ্থৰ বিঘিনি ঘটিলে চুবুৰীয়া হিংসুক জন-জাতিবোৰে ভাৰত দখল কৰি অৰাজকতাৰ সূচনা কৰিব বুলি সঁকীয়াই দিয়া হৈছিল।[১৪৮]

'হিংসুক জনজাতি'ৰ পৰা ব্ৰিটিছ্‌ ত্ৰাণকৰ্তাই বচাই ৰখাৰ স্বাৰ্থতে অসমীয়া 'আচাম ৰেজিমেন্ট' খুলি দ্বিতীয় বিশ্বযুদ্ধত ব্ৰিটিছৰ হকে শ্বহীদীবৰণ কৰিব লাগে বুলিও উক্ত সম্পাদকীয়ত কোৱা হৈছিল। পাছে এইক্ষেত্ৰত টাইম্‌চো কোনোগুণে কম নাছিল। ব্ৰিটিছ্‌ প্ৰশাসক আৰু চাহ্‌-মালিকৰ পৃষ্ঠপোষকতাপ্ৰাপ্ত এইখন কাকতৰ আনকি নামকৰণো কৰিছিল খনিকৰ চাহ্‌-বাগিছাৰ ব্ৰিটিছ্‌ মালিক এফ.চি.মৰাণ চাহাবে। মৰাণে আনকি কাকতখনৰ ছপা হৰফো কলকাতাৰ পৰা বাকীত অনাই দিছিল।[১৪৯]

ডিব্ৰুগড়ৰ ব্ৰিটিছ্‌ চিভিল চাৰ্জন তথা চাহমালিক ডঃ জন বেৰীহোৱাইটে (বৰ্তমানৰ অসম মেডিকেল কলেজৰ পূৰ্বসূৰী বেৰীহোৱাইট মেডিকেল স্কুলৰ প্ৰতিস্থাপক) **টাইম্‌চৰ** বাবে খোদ ছপাশাল এটাকে লণ্ডনৰ পৰা অনাই দিছিল। (পাছে ছপাশালটো ডিব্ৰুগড়ৰ ৰে'ল বিভাগে কেনেবাকৈ ৰাখি থলে)। আমগুৰি চাহ্‌ বাগিছাৰ জেমচ্‌ বাকিংহাম চাহাবে (এওঁ পাছলৈ ইংলেণ্ডত নাইট আৰু সাংসদ হয়গৈ) **টাইম্‌চৰ** সম্পাদক ৰাধানাথ চাংকাকতিক নিজৰ বঙলালৈ মতাই নি কাকতখন কেনেকুৱা হ'ব লাগিব, পতিপতিকৈ নিৰ্দেশ দিছিল যাতে ই স্বাধীনতা সংগ্ৰামৰ মুখপত্ৰ হ'বগৈ নোৱাৰে।[১৫০]

চাংকাকতিয়ে সেই নিৰ্দেশ বেদবাক্যৰ দৰে মানিও চলিল আৰু তাৰ বাবে তেওঁৰ উপযুক্ত পুৰস্কাৰো মিলিল। ব্ৰিটিছ চীফ কমিশ্যনাৰ উইলিয়াম ৱাৰ্ডে চৰকাৰী সকলো ছপাৰ কাম টাইম্‌চ প্ৰেছক দিলে। অসম চৰকাৰৰ মুখ্য সচিব (পাছলৈ অসমৰ ৰাজ্যপাল আৰু

---

১৪৮। '*যুদ্ধৰ ঋণ*', আসাম বান্ধৱ, ৮ম সংখ্যা, ১৯১৭।
১৪৯। লক্ষ্মীনাথ ফুকনঃ '*ৰাধানাথ চাংকাকতি*', মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ, পৃষ্ঠা ৯৫
১৫০। ঐ.।

ইংলেণ্ডৰ নাইট) চাৰ এড্‌বাৰ্ড গেইটে সকলো জিলা উপায়ুক্ত আৰু মহকুমাধিপতিক টাইম্‌চৰ গ্ৰাহক হ'বলৈ নিৰ্দেশ দিলে। চৰকাৰ আৰু চাহ-মালিকৰ পৰা বিজ্ঞাপন উভৈনদী হ'ল। বিজ্ঞাপন আহিল খোদ ইংলেণ্ডৰ পৰাও। আৰু এনেকৈয়ে ৰাধানাথ চাংকাকতিৰ (১৮৫৩-১৯২৩) সম্পাদনা কালত টাইম্‌চ পৰিণত হ'ল ব্ৰিটিছ বিষয়া আৰু চাহ-মালিকৰ মুখপত্ৰত। অথচ এইজন ৰাধানাথ চাংকাকতি আসাম এচ'চিয়েশ্যনৰ অন্যতম প্ৰতিষ্ঠাপক, ১৮৮৭ চনৰ কংগ্ৰেছৰ মাদ্ৰাজ অধিবেশনৰ প্ৰতিনিধিও আছিল। ইয়াৰ পৰাই বুজিব পাৰি এইবোৰ সংগঠনো প্ৰথমছোৱাত কিমান ৰাজানুগত আছিল।

মুনীন বৰকটকীয়ে সেয়ে সঠিকভাৱেই কৈছে যে টাইম্‌চ্ আছিল বিদেশীভাষাত প্ৰকাশিত এখন প্ৰতিক্ৰিয়াশীল কাকত, যাৰ জন্মই দিয়া হৈছিল ব্ৰিটিছ চাহ মালিক আৰু বণিয়া গোষ্ঠীৰ ব্যৱসায়িক স্বাৰ্থ ৰক্ষাৰ বিশেষ উদ্দেশ্যৰে।[১৫১]

লক্ষ্যণীয়ভাৱে টাইম্‌চত ব্ৰিটিছ সাম্ৰাজ্যবাদী স্বাৰ্থৰ লগত সত্ৰীয়া স্বাৰ্থৰো সংযোগ ঘটিছিল। চাংকাকতিৰ কন্যা লাৱণ্য দেৱীয়ে নিজেই কৈছে কেনেকৈ দেউতাকৰ মৃত্যুত তেতিয়াৰ অবিভক্ত লখিমপুৰ জিলাৰ ব্ৰিটিছ উপায়ুক্তই নিজে শ্ৰদ্ধা নিবেদিছিলগৈ।[১৫২] তেওঁ আউনীআটীৰ সত্ৰাধিকাৰ তেওঁৰ দেউতাকৰ কেনে ঘনিষ্ঠ বন্ধু আছিল আৰু সিজনাৰ ডিব্ৰুগড় আগমনত দেউতাকে কেনেকৈ সম্বৰ্ধনা আৰু ভাওনা পাতিছিল, তাৰো বৰ্ণনা কৰিছে।[১৫৩] তাৰ আগতেও আউনীআটীৰ অধিকাৰজনে টাইম্‌চ্‌লৈ দুশটকা বৰঙণি দিছিল, গুৱাহাটীৰ সত্ৰাধিকাৰ মহেশ্বৰ গোস্বামী আৰু বৰপেটা সত্ৰয়ো টাইম্‌চলৈ বুজন বৰঙণি দিছিল।[১৫৪] বিদেশী সাম্ৰাজ্যবাদী স্বাৰ্থৰ লগত সত্ৰীয়া সামন্তবাদৰ সেয়া কি মণিকাঞ্চন সংযোগ!

বিশিষ্ট স্বাধীনতা সংগ্ৰামী পদ্মনাথ বৰঠাকুৰে দেখুৱাইছে কেনেকৈ টাইম্‌চে কানি-বিৰোধী আন্দোলনকাৰী সকলকো গুণ্ডা আখ্যা দি শত্ৰুৰ হাতিয়াৰত পৰিণত হৈছিল।[১৫৫] এসময়ত 'মৌ' কাকতৰ সদৃশ স্থিতিৰ যেনেকৈ প্ৰতিবাদ হৈছিল, অথবা অসম বন্তিৰ সম্পাদক মথুৰামোহন বৰুৱাই যেনে স্থিতিৰ প্ৰতিবাদত পদত্যাগ কৰিছিল, ঠিক তেনেকৈয়ে টাইম্‌চতো প্ৰতিবাদ উঠিল।

কাকতখনৰ সম্পাদকৰ দৰেই কাম চলোৱা বশম্বদ মিত্ৰই কানিৰ সপক্ষে লেখা লেখনী এটা নতুন সম্পাদক লক্ষ্মীনাথ ফুকনে সম্পাদকীয় বুলি প্ৰকাশ কৰিবলৈ অমান্তি হ'ল। সেইটো 'প্ৰাপ্ত' লেখনী বুলি অৱশ্যে প্ৰকাশ হ'ল কিন্তু ফুকনে লগে লগে তাৰ বিৰুদ্ধে সম্পাদকীয়ও লিখিলে। তদুপৰি দীনবন্ধু চি. এফ. এণ্ড্ৰুজৰ কানি-বিৰোধী লেখনী এলানি প্ৰকাশ কৰি ফুকনে বশম্বদ মিত্ৰৰ কানিৰ ৰাগী ছিঙি দিলে।

লক্ষ্মীনাথ ফুকন যদি বিবৰ্তনৰ সন্ধিক্ষণ, কেদাৰনাথ গোস্বামী তেনেহ'লে স্বাধীনতাৰ

---

১৫১। '*টাইমচ অৱ ......... আৰু ৰাধানাথ চাংকাকতি*', ৰাধানাথ চাংকাকতি, পৃষ্ঠা ১৭।
১৫২। '*ৰাধানাথ চাংকাকতি*', মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ, পৃষ্ঠা ১০৫
১৫৩। '*দেউতাক যিদৰে পাইছিলোঁ*', ৰাধানাথ চাংকাকতি
১৫৪। মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ, পৃষ্ঠা ৯৫
১৫৫। কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা, পৃষ্ঠা ১৩৯।

তুৰ্যনাদ। ১৯০১ চনত নগাঁৱত জন্ম হোৱা এইজন গোস্বামীৰ ঘৰখন আছিল চিপাহী বিদ্ৰোহৰো এটা ঘাটি। গোকুল দাস ব্ৰহ্মচাৰীৰ দৰে বিদ্ৰোহীয়ে তেওঁলোকৰ সত্ৰতে খানিকা পাতিছিল। ১৯৩৯ চনত ডিগবৈ শোধনাগাৰৰ শ্ৰমিকসকলৰ ওপৰত ব্ৰিটিছৰ গুলি চলাৰ সময়ত গোস্বামী শ্ৰমিকৰ কাষত থিয় আছিল। এই স্থিতি তেওঁ যেতিয়া টাইম্‌চৰ সম্পাদকীয়তো প্ৰকাশ কৰিলে তেতিয়া কাকতখনৰ চাহমালিক-পৃষ্ঠপোষকহঁতে তাৰস্বৰে চিৎকাৰ কৰি উঠিল। সিহঁতৰ হেঁচাত গোস্বামীয়ে সম্পাদকৰ পদ ইস্তফা দিবলৈ বাধ্য হয়।[১৫৬]

এইছোৱা সময়ত প্ৰকাশিত গোস্বামীৰ 'The Diseased Egoism', 'Lines that Separate', 'The Religion of Humanity' আদি শক্তিশালী লেখনীবোৰে তেওঁৰ দেশপ্ৰেমিক তথা জাতীয়তাবাদী অদম্যস্পৃহাৰ চিনাকি দিয়ে। সেয়েহে টাইম্‌চ অব আচাম সম্পৰ্কে আলোচনা কৰোঁতে এই কথা নক'লে আলোচনা আধৰুৱা হ'ব যে ৰাধানাথ চাংকোকতি সম্পাদিত টাইম্‌চ যদি আছিল দাসত্ব আৰু আনুগত্যৰ অতলান্ত তলি, তেনেহ'লে গোস্বামী-সম্পাদিত টাইম্‌চ আছিল স্বাধীনতাৰ সুউচ্চ পৰ্বতচূড়া।

## উপভাষাৰ পৰা উপভাষিক বিবাদলৈ ঃ বিভাজনমুখৰ জাতি

নামনি অসমৰ উপভাষাৰ বিপৰীতে উজনিৰ উপভাষা মান্য অসমীয়া ভাষা হিচাপে আবিৰ্ভাব হোৱাৰ সম্পৰ্কে ব্যাখ্যা আগবঢ়াই বিশিষ্ট অসমীয়া ভাষাবিদ ড° বাণীকান্ত কাকতিয়ে দেখুৱাইছিল কেনেকৈ প্ৰথম অৱস্থাত মূলতঃ কমতাপুৰ/কোচবেহাৰ সাহিত্য চৰ্চাৰ কেন্দ্ৰ থাকিলেও পাছলৈ উজনি অসমত আহোম ৰাজশক্তিৰ সংহতকৰণৰ লগে লগে এই কেন্দ্ৰ উজনিলৈ স্থানান্তৰিত হয়। মিশ্যনেৰীসকলে উজনি অসমৰ শিৱসাগৰত শিবিৰ পাতি তাৰ ভাষাকে নিজৰ প্ৰচাৰৰ কামত কেনেকৈ ব্যৱহাৰ কৰিলে, ছপা কিতাপ আলোচনী উজনিৰ উপভাষাত প্ৰকাশ হোৱাৰ পাছত সেই উপভাষা কেনেকৈ ক্ৰমাৎ ৰাজ্যখনৰে সাহিত্যৰ ভাষাত পৰিণত হ'ল তাকো তেওঁ দেখুৱাইছে।[১৫৭]

উজনিৰ উপভাষাৰ এই বাছনি আছিল ব্ৰিটিছসকলৰ প্ৰশাসনিক-ৰাজনৈতিক স্বাৰ্থৰ লগতো সংগতিপূৰ্ণ। এই সিদ্ধান্তৰ ফলত কামৰূপী, গোৱালপৰীয়া আদি উপভাষাসমূহ বিশেষকৈ লিখিত সাহিত্য চৰ্চাৰ ক্ষেত্ৰত অৱহেলিত আৰু উপেক্ষিত থাকি গ'ল। এটা ভাষাৰ মান্যীকৰণ আৰু আধুনিকীকৰণৰ ক্ষেত্ৰত ৰাজনৈতিক পৃষ্ঠপোষকতা অপৰিহাৰ্য। নামনিৰ উপভাষাই এহাতেদি এনে পৃষ্ঠপোষকতা হেৰুৱালে আৰু আনহাতে উজনিৰ উপভাষা-ভাষী সকলৰ একাংশৰ তীব্ৰ আক্ৰমণৰ বলি হ'ল। নামনি পন্থীসকলে নামনিৰ উপভাষাত আসাম বান্ধৱ প্ৰকাশ কৰি তাৰ সমুচিত জবাব দিলে। আসাম বান্ধৱৰ প্ৰকাশক আমি এক পশ্চাদপদ পদক্ষেপ বুলি ক'ব নোৱাৰোঁ। বৰং ই আছিল উজনিপন্থী সকলৰ উপভাষিক উগ্ৰ জাতীয়তাবাদৰ বিপক্ষে এক স্বাভাৱিক প্ৰতিবাদ। চন্দ্ৰনাথ শৰ্মা, শৰৎ চন্দ্ৰ গোস্বামী, কালিৰাম মেধি, অম্বিকাগিৰী

---

১৫৬। স্বপ্নদৰ্শন (১৯৪৬) পৃষ্ঠা ১৯-২০।

১৫৭। Assamese, Its Formation and Development (1941), 14-15.

ৰায়চৌধুৰীৰ দৰে এদল বিশিষ্ট অসমীয়া সাহিত্যিক, সমাজকৰ্মী আসাম বান্ধৱৰ লগত জড়িত হৈছিল। অন্ততঃ এওঁলোকৰ অসমীয়াত্বক সন্দেহ কৰাৰ কোনো থল নাই।

উদাহৰণস্বৰূপে মহান উদাৰতাবাদী মুক্তিযোদ্ধা চন্দ্ৰনাথ শৰ্মাৰ কথাই ক'ব পাৰি। তেওঁ আছিল অসম সাহিত্য সভা, আসাম ছাত্ৰ সন্মিলন, কামৰূপ অনুসন্ধান সমিতিৰ দৰে প্ৰায় সকলো জাতীয় অনুস্থানৰ ধৰণী অগ্ৰণীস্বৰূপ। শৰ্মাক এজন মহান অসমীয়া জাতি নিৰ্মাতা বুলি ক'লেও বঢ়াই কোৱা নহয়। শৰৎচন্দ্ৰ গোস্বামী আকৌ আছিল অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক প্ৰধান সম্পাদক, লগতে লেখকো। মেধি আৰু ৰায়চৌধুৰীতো সাহিত্য সভাৰ সভাপতিও আছিল। উগ্ৰ অসমীয়া জাতীয়তাবাদীৰূপেই পৰিচিত ৰায়চৌধুৰীও উপভাষাৰ প্ৰশ্নত ইমানকৈ বিচলিত হোৱাৰ পৰাই অনুমান কৰিব পাৰি বিষয়টো কিমান স্পৰ্শকাতৰ, সংবেদনশীল আছিল। উপভাষিক বিবাদে এসময়ত এনে পৰ্যায় পাইছিলগৈ যে ই জাতিটোক বাঁহ ফলাদি ফলাৰ উপক্ৰম হৈছিল। এই বিবাদৰ বাবে অন্যতম দায়ী আছিল বাঁহী আৰু ইয়াৰ সম্পাদক লক্ষ্মীনাথ বেজবৰুৱাৰ উগ্ৰ উজনিপন্থী আৰু নামনি-বিদ্বেষী স্থিতি।

উজনি-নামনি বিবাদে উদ্বেগজনক ৰূপে ধাৰণ কৰিলে যেতিয়া উজনিপন্থীসকলে চন্দ্ৰকান্ত অভিধানৰ পৰা ইয়াৰ সংকলক সৰ্থেবৰীয়া কোঁহিৰাম দাস আৰু স্বয়ং প্ৰধান সম্পাদক নলবৰীয়া শৰৎ চন্দ্ৰ গোস্বামীৰ নামকিটাকে নিশ্চিহ্ন কৰি দিলে।[১৫৮] পৰিস্থিতিয়ে এনে পৰ্য্যায় পালেগৈ যে সদায় উজনিয়া ঠাঁচত লিখিবলৈ যত্নপৰ শৰৎ চন্দ্ৰ গোস্বামীয়ে ক'ব লগা হ'ল ঃ

*কোহিৰাম বাবুৱে 'ম' আখৰটো পৰ্যন্ত অভিধান লেখি উলিয়ায়। ...শ্ৰীযুত দেৱানন্দ ভৰালীয়ে 'হ' আখৰটো লেখে। ... মোৰ তত্ত্বাৱধানত 'হ' আখৰ বাদে অভিধানৰ বাকী কামখিনি হৈছিল। ...পাতনি লেখিলে শ্ৰীযুত দেৱানন্দ (দেবেশ্বৰ) চলিহাই। তাত সকলো কথা কিয় নেলেখিলে তাক তেওঁহে জানে। 'চন্দ্ৰকান্ত অভিধান'ৰ পাতনিত বা আন ক'তো মোৰ নামৰ কথাই নাই, কোহিৰাম বাবুৰ নাম পৰ্যন্ত উল্লেখ নহ'ল। ... এই বিষয়ে লৈ পাছত কাগজে পত্ৰই বহুত লেখা-লেখি হৈছিল।*[১৫৯]

আসাম বান্ধৱ আছিল এনে ভাবাবেগৰে বহিঃপ্ৰকাশ। কাকতখনৰ সহকাৰী সম্পাদক অম্বিকাগিৰী ৰায়চৌধুৰীয়ে কৈছে যে লক্ষ্মীনাথ বেজবৰুৱা-সম্পাদিত বাঁহীয়ে কামৰূপী শব্দ আৰু প্ৰত্যয় ব্যৱহাৰৰ বিৰোধিতা কৰাৰ প্ৰত্যাহ্বানৰূপেই আসাম বান্ধৱৰ জন্ম হয়। পাছে ৰায়চৌধুৰীয়ে সোনকালেই উজনি-নামনিৰ মিলন-বিন্দু এটা বিচাৰি উলিয়ালে। তেওঁ সম্পাদক ডা. হৰেকৃষ্ণ দাসক ক'লে যে প্ৰতিষ্ঠিত লেখকৰ লেখনীসমূহ নামনিকৰণ নকৰি যেনে আছে তেনে, অৰ্থাৎ উজনিৰ উপভাষাতে ছপাব লাগে।[১৬০] ডা. দাসে কথাটো মানি নোলোৱাত ৰায়চৌধুৰীয়ে পদত্যাগ কৰে। চন্দ্ৰনাথ শৰ্মায়ো লাহে লাহে এই বিবাদৰ পৰা নিজকে আজৰি কৰে আৰু ৰায়চৌধুৰীৰে মিলি চেতনা প্ৰকাশ কৰে, য'ত উজনি-নামনি দুয়ো উপভাষাকে যথোচিত গুৰুত্ব দিয়া হয়। ড° বাণীকান্ত কাকতিৰো বিচক্ষণ স্থিতিত এই সংঘাত সময়ত শাম

---

১৫৮। শৰৎচন্দ্ৰ গোস্বামী, পৃষ্ঠা ৮৫।

১৫৯। ঐ,।

১৬০। মোৰ জীৱন ধুমুহাৰ এছাতি, পৃষ্ঠা ৫৯।

কাটেঁগে। সেয়া অন্য এক প্ৰসংগ।

## নিম্নবৰ্গৰ প্ৰতি দৃষ্টিভংগী

ব্ৰিটিছানুগত্যৰ পৰ্যায়টো ওৰ পৰাৰ পাছত টাইমৃচ অব আচামত সম্পাদক কেদাৰ নাথ গোস্বামীয়ে নিম্নবৰ্গৰ ৰাইজৰ প্ৰতি লোৱা দৰদী মনোভাব সচাঁই প্ৰশংসনীয়। তেতিয়াৰ অবিভক্ত লখিমপুৰ জিলাৰ ব্ৰিটিছ উপায়ুক্ত চি.এচ. গানিং চাহাবৰ লগত গোস্বামীৰ বন্ধুত্ব আছিল। তথাপিও উপায়ুক্তৰ নিৰ্দেশত যেতিয়া ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে কিছু মিচিং পৰিয়ালক হাতী লগাই উচ্ছেদ কৰা হ'ল, তেতিয়া গোস্বামীয়ে তেওঁৰ সতীৰ্থ চৰ্দাৰ বৈৰাম সিং, মিঃ জোচেফ আদিৰে সৈতে প্ৰতিবোধ গঢ়ি তুলিলে। তেতিয়াৰ পৰা গানিং চাহাব তেওঁৰ চিৰশত্ৰুতো পৰিণত হ'ল।[১৬১] ব্যক্তিগত বন্ধুত্বক নেওঁচা দি ব্ৰিটিছ শাসকৰ বিৰুদ্ধে আৰু নিপীড়িত মানুহৰ সপক্ষে থিয় হোৱাৰ এয়া এক উজ্জ্বল দৃষ্টান্ত। গোস্বামীয়ে ৰেইলৱে', তেল শোধনাগাৰ, জাহাজঘাট আদিৰ শ্ৰমিকসকলৰো পক্ষত থিয় দিছিল। ড° অমলেন্দু গুহৰ মতে ইয়াৰ আঁৰত আছিল গোস্বামীৰ মতাদৰ্শ - তেওঁ কংগ্ৰেছ এৰি কমিউনিষ্ট হৈছিল। [১৬২] কোৱা বাহুল্য নিপীড়িত মানুহৰ প্ৰতি এনে সক্ৰিয়-দৰদ জাতি গঠনৰ বাবে এক অনুকুল-কাৰক।

জাতি প্ৰথা বিৰোধিতা কৰা লেখনী আসাম বান্ধবত প্ৰকাশ পাইছিল। কালিৰাম মেধিয়ে বান্ধবৰ পাততে লিখা 'পৰিশ্ৰমৰ সন্মান' শীৰ্ষক লেখনীত আমাৰ উপকাৰ সাধনকাৰী শ্ৰমজীৱী সকলৰ প্ৰতি জাত-প্ৰথাই কেনেকৈ বিদ্বেষ বিয়পায়, কাঢ়াকৈ কৈছে। আমাৰ অন্নদাতা কৃষকসকল, অস্ত্ৰদাতা কমাৰ, গৃহদাতা ৰাজমিস্ত্ৰী, ......ধুবী, মুচী, নাৱৰীয়া, নাপিত এই মহান পৰিশ্ৰমীসকলক আমি ঘৃণা কৰোঁ, অথচ আমাক ঠগি ফুচুলাই টকা-পইচা সৰকোৱা বামুণ-মহন্তসকল যিমানেই অনাচাৰী-নিৰক্ষৰ নহওক লাগিলে, তেওঁলোকক আমি সেৱা কৰোঁ বুলি মেধিয়ে আক্ষেপ কৰিছে।[১৬৩] বৌদ্ধধৰ্মৰ ব্ৰাহ্মণ্যবাদ বিৰোধিতাৰ প্ৰতি অকুণ্ঠ প্ৰশংসাৰে পূৰ্ণ আন এটি প্ৰবন্ধত মেধিয়ে কৈছে যে ব্ৰাহ্মণসকলে শূদ্ৰসকলক শিক্ষা, মৰ্যাদা আদিৰ পৰা বঞ্চিত কৰাৰ ফলত হিন্দুসমাজত তেওঁলোক ঘৃণিত, অপমানিত আৰু নিপীড়িত হৈ যুগ যুগ বাস কৰিব লগা হয়। এইসকল লোকক মুক্তি দিবৰ বাবে ৰাজসুখ এৰি ভিক্ষাৰীত পৰিণত হোৱা গৌতম বুদ্ধই কেনে অনবদ্য ত্যাগ কৰিছিল তাক মেধিয়ে শ্ৰদ্ধাৰে সুঁৱৰিছে আৰু তাক সমগ্ৰ মানৱ জাতিৰেই আৰ্হি বুলিছে।[১৬৪] দলিত-বঞ্চিত জনৰ প্ৰতি এনে দৰদ-মমতা অৱশ্যেই জাতিগঠনৰ বাবে জৰুৰী। উল্লেখযোগ্য যে বান্ধৱৰ আন এজন লেখক শৰৎ চন্দ্ৰ গোস্বামীয়েও বৌদ্ধধৰ্ম, ৰাতিখোৱা আদিৰ বিষয়ে লেখনী লিখিছিল।[১৬৫]

---

১৬১। Planter Raj to Swaraj, 249

১৬২। Ibid

১৬৩। আসাম বান্ধৱ, ষষ্ঠ বছৰ, সপ্তম সংখ্যা, অক্টোবৰ ১৯৪৫।

১৬৪। '*কুসংস্কাৰ*', আসাম বান্ধৱ, ২য় বছৰ, নৱম সংখ্যা, ১৯১১ চন।

১৬৫। *Hidden Traces of Buddhism in Assam (1927)*

## পূজা বনাম বিহু ঃ জাতীয় উৎসৱ প্ৰসংগ

আসাম বান্ধৱে বাঙালী সমাজ-সংস্কৃতিৰ প্ৰতি দৰদ প্ৰকাশ কৰিবলৈ গৈ বিহুৰ বিপৰীতে দুৰ্গা পূজাক অসমৰ জাতীয় উৎসৱ ৰূপে পালন কৰাৰ অদ্ভুত প্ৰস্তাৱ আগবঢ়াইছিল। অৱশ্যে আৱাহন, অসম বন্তি, বাঁহী আৰু আলোচনীয়ে দৃঢ়ভাৱে বিহুৰ পক্ষ লয়। ইয়াৰ এটা সম্পাদকীয়ত আলোচনীয়ে লিখে ঃ

*আমি যোৱা ব'হাগৰ বিহুসংখ্যা কাকতত 'দুৰ্গাপূজা মাথো সিদিনা অসমলৈ আমদানি হৈছে, কিন্তু বিহু যে সাতামপুৰুষীয়া' বুলি কোৱাত আমাৰ ওপৰত বান্ধৱ সম্পাদকৰ দৃষ্টি পৰিছে। তেওঁৰ মতে বিহুতকৈ দুৰ্গাপূজাৰ আমদানিহে আগ। বহাগৰ বিহুৰ উৎপত্তিৰ বিষয়ে 'বান্ধৱ' সম্পাদকে নিশ্চয় নাজানে, ... দুৰ্গোৎসৱতকৈ বিহু পুৰণি, কিন্তু ই অতি পুৰণি হ'লেও নতুন পঞ্জিকাৰ দৰে চিৰ নতুন। বহাগৰ 'বিহু অসমীয়াৰ ঘাই উৎসৱ, ই আমাৰ জাতীয় অনুষ্ঠান।*[১৬৬]

বান্ধৱ-সম্পাদকে দুৰ্গাপূজাক কেনেকৈ অসমৰ সাৰ্বজনীন উৎসৱ বুলি ক'ব পাৰিলে বুলিও আলোচনীয়ে আশ্চৰ্য প্ৰকাশ কৰে। ইয়াৰ সম্পাদকে কয় ঃ মুছলমানসকলে দুৰ্গাপূজা নকৰে; মহাপুৰুষীয়াসকলেও দুৰ্গাপূজাত যোগ নিদিয়ে। কিন্তু দুৰ্গাপূজাতকৈ বিহুলৈ যে মুছলমানসকলৰো ধাউতি বেছি সেইকথা 'বান্ধৱ' সম্পাদকে সত্যতাৰ খাতিৰত স্বীকাৰ নকৰি নোৱাৰে।[১৬৭]

এইখিনিতে এটা প্ৰশ্ন উঠে যে আসাম বান্ধৱে বিহুক এৰি বাঙালী-বন্দিত দুৰ্গাদেৱীক অসমত পূজা কৰিব বিচৰাৰ কাৰণ কি? ইয়াৰ সম্ভাব্য উত্তৰ দুটা। প্ৰথমতে, সেই সময়ত বিহু নামনি অসমত জনপ্ৰিয় নাছিল, আৰু দ্বিতীয়তে উজনি অসমীয়া উপভাষিক গোষ্ঠীৰ বিৰোধিতা কৰিবলৈ গৈয়েই আসাম বান্ধৱে বিহুৰ বিৰোধিতা কৰিছিল। কাৰণ যিয়েই নহওক, আসাম বান্ধৱৰ বিহু-বিৰোধিতা যে অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ প্ৰতিবন্ধক আছিল, তাত সন্দেহ নাই।

সি যিয়েই কি নহওক, এইটোও সঁচা যে আসাম বান্ধৱে অসমৰ সমাজ জীৱনৰ এক বাস্তৱ প্ৰতিফলিত কৰিছিল। উপভাষিক প্ৰশ্নক কেন্দ্ৰ কৰি ধূমায়িত ক্ষোভ ই 'ভেন্টিলেটৰ'ৰ দৰে উলিয়াই দিছিল। এনেকৈ ক্ষোভ পাতলি অহাৰ পাছত ড° বাণীকান্ত কাকতি আদিৰ ভাষাতাত্ত্বিক হস্তক্ষেপ আৰু সমান্তৰালভাৱে চন্দ্ৰনাথ শৰ্মা আদিৰ ৰাজনৈতিক সামাজিক পদক্ষেপত এই দ্বন্দ্বৰ মোটামুটি মীমাংসা হয়। তথাপিও উপভাষিক বিৰোধৰ স্মৃতিৰূপে আসাম বান্ধৱ তাৎপৰ্যপূৰ্ণ হৈয়েই থাকিব।

## অসমীয়াৰ পৰা ভাৰতীয় জাতীয়তাবাদলৈ

### এডভ'কেট অব আচাম, আসাম বিলাসিনী, অসমীয়াৰ নতুন ধাৰা

অসমীয়া জাতীয়তাবাদ আৰু বৃহৎ ভাৰতীয় জাতীয়তাবাদৰ সম্পৰ্কৰ প্ৰশ্নটো

১৬৬। আলোচনীৰ সম্পাদকীয়, ৮ম বছৰ, নৱম সংখ্যা, আহাৰ ১৯১৭ শক
১৬৭। ঐ

গুৰুত্বপূৰ্ণ। ই একেসময়তে কেন্দ্ৰিকতা বনাম সংঘীয় গাঁথনিৰো প্ৰশ্ন। উদাহৰণস্বৰূপে ওপৰত উল্লেখিত উক্ত তিনিওখন আলোচনীয়েই (ভাৰতীয়) জাতীয় সংগ্ৰামৰ পোষকতা কৰিলেও সিবিলাকে একেসময়তে অসমীয়া জাতীয়তাবাদকো উৰ্দ্ধত তুলি ধৰিছিল। দুয়োটাৰে মাজত থকা দ্বন্দ্বও আলোচনী কিখনে সূক্ষ্মভাবে সমাধান কৰিছিল। তিনিওখন আলোচনীয়ে অসমীয়া বাতৰিকাকত-আলোচনীয়ে ইমানদিনে অনুসৰণ কৰি অহা ব্ৰিটিছানুগত্যৰ পৰম্পৰা ভংগ কৰিছিল। স্বাধীনতাৰ বিদ্ৰোহী মেজাজেৰে জাতিটোক উদ্দীপ্ত কৰিবলৈ গৈ এই কেইখন কাকত আলোচনীয়ে অসমীয়া জাতিগঠন প্ৰক্ৰিয়াকো ত্বৰান্বিত কৰি তুলিছিল।

কালক্ৰমৰ ফালৰ পৰা ইয়াৰ ভিতৰত প্ৰথমখন আছিল **এডভকেট অব আচাম** (১৯০৫-১২)। ইয়াৰ সম্পাদক মথুৰামোহন বৰুৱা ইতিমধ্যেই দুটা কাৰণে বিখ্যাত হৈ পৰিছিল। প্ৰথমতঃ কলকাতাৰ ছাত্ৰ-জীৱনতে তেওঁ **মৌৰ** সম্পাদকে চাহ-মজদুৰসকলৰ ওপৰত চলা অমানৱীয় অত্যাচাৰৰ সমৰ্থন কৰাৰ বিৰুদ্ধে গৰ্জি উঠিছিল। (সেই কথা আমি ইতিমধ্যে **মৌ** প্ৰসংগত দেখুৱাই আহিছোঁ)। দ্বিতীয়ত ঃ তেওঁৰ আপোচহীন ব্ৰিটিছ বিৰোধী স্থিতিৰ বাবে বৰুৱাই ইতিমধ্যে **অসম বন্তিৰ** সম্পাদকৰ পদৰ পৰা ইস্তফা দিব লগা হৈছিল। ড. হীৰেন গোঁহায়ে সেয়ে সঠিকভাবেই কৈছে যে মথুৰামোহন বৰুৱা আছিল অসমীয়া সাংবাদিকতাৰ পথিকৃৎ আৰু সেইবাবেই নিজগুণে স্মৰণীয়। ড. গোঁহায়ে আৰু সুঁৱৰিছে কেনেকৈ বৰুৱাই অতিশয় প্ৰতিকুল পৰিস্থিতিত আঠ বছৰজুৰি দেশ তথা জাতিৰ সেৱা কৰিছিল। তেওঁৰ বাবে সাংবাদিকতাও আছিল দেশসেৱাৰ মাধ্যম। বৰুৱাৰ দেশপ্ৰেম আৰু আদৰ্শবাদে কেনেকৈ তেওঁক কাকত চলাওঁতে ধৰুৱা হৈ পৰোঁতেও কেৰেপ নকৰিবলৈ শিকাইছিল, তাকো ড° গোহাঁয়ে কৈছে।[১৬৮]

আনহাতে **অসমীয়াৰ** (১৯১৯-৫৮)বাণী আছিল 'স্বৰ্গতো অধিক জনমভূমি।' ইয়াৰ নামটোৱেই ইংগিত কৰাৰ দৰেই **অসমীয়া** আছিল অসমীয়াৰ বাবে, অসমীয়াৰ দ্বাৰা, অসমীয়াৰ। কিন্তু **অসমীয়াৰ** এই অসমীয়া সত্তাই ভাৰতীয় জাতীয়তাবাদৰ লগত কোনো মুখামুখি সংঘৰ্ষ ঘটোৱা নাছিল। প্ৰথমটোৱে দ্বিতীয়টোক মজবুতহে কৰিছিল। এটা উদাহৰণ লোৱা হওক। **অসমীয়াৰ** এটা বাতৰিত মোহনদাস কৰমচাঁদ গান্ধীৰ **ইয়াং ইণ্ডিয়াৰ** ওপৰত ভেঁজা দি কোৱা হ'ল যে বৰপেটাৰ সহকাৰী আৰক্ষী অধীক্ষক ডব্লিউ কেলভাৰ্টে মহাপুৰুষ মাধৱদেৱৰ স্মৃতি-বিজড়িত সুন্দৰীদিয়া সত্ৰৰ কীৰ্তন ঘৰৰ মণিকূটত বুটজোতাৰে প্ৰৱেশ কৰি তাত প্ৰস্ৰাব কৰি দিয়ে। কামৰূপৰ জিলা দণ্ডাধীশ এ.বেন্টিংক চাহাবে এই বাতৰিৰ বাবে **অসমীয়াৰ** সম্পাদক মহেশ্বৰ বৰুৱাৰ বিৰুদ্ধে মানহানিৰ গোচৰ তৰে। বাতৰিটো তুলি ল'বলৈ আৰু ক্ষমা খুজিবলৈ বৰুৱাৰ ওপৰত প্ৰবল চৰকাৰী হেঁচা দিয়া হয়। আনকি অসমীয়া প্ৰকাশক চন্দ্ৰকুমাৰ আগৰৱালাৰ (সম্পৰ্কীয়) ভাতৃ, তেতিয়াৰ কামৰূপ জিলাৰ আৰক্ষী অধীক্ষক আনন্দ চন্দ্ৰ আগৰৱালায়ো বৰুৱাক হেঁচা দিয়ে। (প্ৰসংগত ঃ উল্লেখযোগ্য, অসম সাহিত্য সভাৰ অন্যতম সভাপতি এইজনা আনন্দচন্দ্ৰই সভাৰেই আন এজন সভাপতি ৰঘুনাথ চৌধাৰীক স্বাধীনতা আন্দোলন কৰাৰ অপৰাধত গ্ৰেপ্তাৰো কৰি থৈছিল।)

---

১৬৮। *'মথুৰা মোহন বৰুৱা আৰু তেওঁৰ যুগ,'* **তৰা আৰু বোকা**, পৃষ্ঠা ১৬।

যি কি নহওক, চন্দ্ৰকুমাৰে মহেশ্বৰ বৰুৱাক সম্পূৰ্ণ মদৎ যোগালে আৰু তেওঁক মূৰ নোদোঁৱাবলৈ ক'লে। ব্ৰিটিছ দণ্ডাধীশে অসমীয়াক এহেজাৰ টকা জৰিমনা কৰিলে। মোকৰ্দমা চলাওঁতেও চাৰিহেজাৰ টকা গ'ল। তেওঁই ব্ৰিটিছৰ হেঁচাত কাবু নহ'ল। অসহযোগ আন্দোলন হৈ পৰিল ইয়াৰ বাতৰিৰ মূল বিষয়বস্তু। কাৰাৰুদ্ধ নেতা তথা কৰ্মীসকলৰ ওপৰত চলা-অত্যাচাৰ নিপীড়ণ, ৰাইজৰ ওপৰত চলা দমন-আতিশয্যৰ বাতৰিৰে পূৰ্ণ কাকতখনক স্বাধীনতাৰ হকে কাৰাবৰণক তীৰ্থযাত্ৰাৰ লগত তুলনা কৰা হ'ল।(১৬৯)

আসাম বিলাসিনী (দ্বিতীয় পৰ্যায় ঃ ১৯১৩-২৪ চন) বো প্ৰধান উপজীব্য আছিল স্বাধীনতা আন্দোলন। ই কেৱল এখন জাতীয়তাবাদী বাতৰি কাকত নাছিল, আছিল এপাত চোকা চাবুকৰ দৰে, যি দুৰ্নীতিগ্ৰস্ত বিষয়া-আমোলাক সন্ত্ৰস্ত কৰি ৰাখিছিল। ব্ৰিটিছক একাংশ কাকতে ভগৱান পূজাদি পূজাৰ বিপৰীতে আসাম বিলাসিনীয়ে কথাই কথাই কাঢ়া সমালোচনা কৰিবলৈ কেৰেপ নকৰিছিল। অসমীয়াৰ দৰে বিলাসিনীয়েও ব্ৰিটিছ বিৰোধিতাৰ মাচুল ভৰিব লগা হৈছিল বাৰুকৈয়ে। ইয়াৰ সম্পাদক কৃষ্ণকান্ত ভট্টাচাৰ্যক চৰকাৰে বাৰে বাৰে সঁকীয়নি দিছিল ৰাজনীতিত জড়িত নহ'বলৈ। ভট্টাচাৰ্যই সেই সঁকীয়নি উলংঘা কৰাত ১৯২১ চনত তেওঁৰ পেন্সন বন্ধ কৰি দিয়া হ'ল। কোৱা বাহুল্য যে ১৯২১ চন আছিল অসহযোগ আন্দোলনৰ বছৰ। যি কি নহওক অসমৰ প্ৰথম কংগ্ৰেছ মন্ত্ৰীসভাই ১৯৩৮ চনত ভট্টাচাৰ্যৰ পেন্সন পুনৰ মোকলাই দিয়ে। কাকতখনৰ তথাকথিত আপত্তিজনক/অবৈধ সম্পাদকীয়বোৰ আছিল 'আবকাৰী দোকান', 'ৰাইজৰ ৰোষ', 'সহযোগিতা বৰ্জন', 'স্কুল-কলেজ কিয় এৰিব লাগে' ইত্যাদি। এনেবোৰ সম্পাদকীয়ৰ বাবেই ব্ৰিটিছ চৰকাৰে 'ভাৰতীয় প্ৰেছ আইন' প্ৰয়োগ কৰি ইয়াৰ ওপৰত দুহেজাৰ টকাৰ জৰিমনা জাপি দিয়ে। বিলাসিনীয়ে উদ্দীপ্তভাৱে আত্মপক্ষ সমৰ্থন কৰা সত্বেও উক্ত জৰিমনা জাপি দিয়া হ'ল আৰু ফলত কাকতখনে স্বাধীনতাৰ আকাংক্ষাৰ বাবে শাস্তি প্ৰাপ্ত 'অসমীয়া'ৰ শাৰীত উঠিল।

বিলাসিনীৰ উক্ত আপত্তিজনক আৰু বিতৰ্কিত সম্পাদকীয় এটাত কোৱা হৈছিল যে ভাৰতৰ ৰাইজক ব্ৰিটিছ চৰকাৰে ইংলেণ্ডৰ কুকুৰ-মেকুৰীক কৰাতকৈও বেয়া ব্যৱহাৰ কৰিছে। *('ৰাইজৰ ৰোষ')*(১৭০)

বিলাসিনীৰ ওপৰত অন্যায়ভাৱে শাস্তি বিহা ফেচিবাদী প্ৰেছ আইনখনৰ বিৰোধিতা কৰি ই কৈছিল যে উক্ত আইনৰ উদ্দেশ্য হৈছে ৰাইজৰ কণ্ঠৰুদ্ধ কৰা। ইয়াৰ যিবোৰ সম্পাদকীয়ৰ বিৰুদ্ধে অভিযোগ তোলা হৈছে, সেইবোৰত জাতীয়তাবাদী মতামত প্ৰতিফলিত হৈছে। সেয়া চৰকাৰ-সমালোচনাও নহয়, আমোলা-সমালোচনাহে। কোনো আইনেই ইউৰোপীয় বিষয়াক কেৱল প্ৰশংসা কৰিবলৈ বিলাসিনীক বাধ্য কৰিব নোৱাৰে বুলিও ই ঘোষণা কৰিছিল।

অসমীয়াৰ দৰে বিলাসিনীয়েও যেতিয়া অসহযোগৰ বাণী বিলাবলৈ, কাৰাৰুদ্ধ নেতা-কৰ্মীৰ বাতৰি ছপাবলৈ আৰু স্বাধীনতাৰ প্ৰেৰণা বিলাবলৈ লাগিল তেতিয়া যোৰহাটৰ জিলা উপায়ুক্ত ফ্ৰিল চাহাবে ইয়াক 'ব্লেকলিষ্টেড' কৰিলে। কাকতখনৰ এই ধৃষ্টতাৰ আঁৰত বহুপৰিমাণে

---

১৬৯। Political History of Assam, Vol.III,page.211.

১৭০। অসমৰ সম্বাদপত্ৰৰ সমীক্ষাত্মক অধ্যয়ন, পৃষ্ঠা ৮

ক্ৰিয়া কৰিছিল তৰুণ বিপ্লৱী চন্দ্ৰনাথ শৰ্মাৰ প্ৰভাৱে। শৰ্মাৰ বিপ্লৱী সাহচৰ্যই আন বহু কাকত-আলোচনী-অনুষ্ঠানক মুক্তিযুঁজৰ জেউতিৰে জিলিকাই তোলাৰ দৰেই বিলাসিনীও তেওঁৰ তৰুণ তেজেৰে তেজাল হৈ পৰিছিল। ড. বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই চন্দ্ৰনাথ শৰ্মাই বিলাসিনীৰ বহু লেখনী লিখাৰ উপৰিও ভালেখিনি সম্পাদকীয়ও লিখিছিল বুলিও জনাইছে।[১৭১] উদাহৰণস্বৰূপে বিলাসিনীত 'অসহযোগ আন্দোলন আৰু মধ্যপন্থী' শিৰোনামেৰে নিজৰ নাম নিদিয়াকৈ লিখা এটা লেখনীত চন্দ্ৰনাথ শৰ্মাই বজ্ৰগৰ্জনে কৈছিল যে ঃ মধ্যপন্থীসকলে চৰকাৰৰ লগত হাত মিলালেও মিলাওক, চৰকাৰে গৰু-ছাগলীৰ ওপৰত কৰ বহুৱালেও বহুৱাওক। কিন্তু বিদ্ৰোহ চলি থাকিব।[১৭২]

মন কৰিবলগীয়া যে এই লেখনীৰ লেখক চন্দ্ৰনাথ শৰ্মা, আৰু ইয়াৰ 'টাৰ্গেট', মধ্যপন্থী ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা দুয়ো আছিল একে আসাম এচ'চিয়েশ্যনৰে নেতা। সেয়েহে এই বিতৰ্কই এহাতে আসাম এচ'চিয়েশ্যন আৰু আনহাতে সদৌ অসমীয়া সমাজৰ ভিতৰতে তেতিয়া চলা নৰমপন্থী, চৰমপন্থীৰ দুই লাইনৰ বিতৰ্ককে প্ৰতিফলিত কৰিছে। এইখিনিতে উল্লেখযোগ্য যে আসাম এচ'চিয়েশ্যনৰ প্ৰতি তেওঁৰ নিস্বাৰ্থ সেৱাৰ বাবে শৰ্মাক তিনিশ টকাৰ এটা পুৰস্কাৰ দিয়া হৈছিল। তেওঁ সেয়া গ্ৰহণ কৰি পুনৰ এইদৰে পুৰস্কাৰ হিচাপে বিলাই দিছিলঃ (১)জালিয়ানৱালাবাগৰ গণহত্যাৰ সম্পৰ্কত লিখা এখন কিতাপৰ শ্ৰেষ্ঠ পাণ্ডুলিপিৰ বাবে (২) তিলক, দাদাভাই নৌৰজী, গোখলে, গান্ধী, মালব্য, এনি বেচান্টৰ জীৱনীৰ বাবে, (৩) কংগ্ৰেছৰ ১৯১৭, ১৯১৮ আৰু ১৯১৯ চনৰ অধিৱেশনৰ ভাষণাৱলীৰ অনুবাদৰ বাবে আৰু (৪) মণিৰাম দেৱানৰ এখন জীৱনীৰ বাবে। এই লানি কিতাপৰ জৰিয়তে চন্দ্ৰনাথ শৰ্মা আৰু **আসাম বিলাসিনী**য়ে উপযুক্ত আন্দোলনমূলক পৰিবেশ গঢ়ি তুলিবলৈ সচেষ্ট হৈছিল আৰু সফলো হৈছিল। এনেকৈয়ে তেওঁলোকে জাতি গঠন প্ৰক্ৰিয়ালৈও ইতিবাচক বৰঙণি আগবঢ়াইছিল।

ঔপনিবেশিক ৰাষ্ট্ৰ অৱশ্যে ইয়াৰ নীৰৱ দৰ্শক হৈ নাথাকিল। দুহেজাৰ টকাৰ উক্ত জৰিমনা জাৰি কৰাতে ক্ষান্ত নহৈ সম্পাদকক নিয়মিত শাৰীৰিক মানসিকভাৱে হাৰাশাস্তি কৰা হ'ব ধৰিলে। তেওঁৰ পৈতৃক সম্পত্তি নীলাম কৰা হ'ল। পেন্সন বন্ধ কৰা হ'ল, 'ধৰ্মপ্ৰকাশ যন্ত্ৰ' নামৰ প্ৰেছটো বিক্ৰী কৰিবলৈ বাধ্য কৰা হ'ল। তাৰ আগতে এনে দিনো গৈছিল যেতিয়া প্ৰেছৰ কৰ্মচাৰীক বেতন দিব পৰা নগৈছিল, পাৰ্চ টকাৰ ডাকটিকটো কিনাৰ সামৰ্থ নাছিল, সম্পাদকে নিজেই প্ৰতিটো আখৰ কম্প'জ কৰিবলগা হৈছিল। ব্ৰিটিছ চৰকাৰে প্ৰেছৰ দুৱাৰত তলা ওলমাই দিয়াত ভট্টাচাৰ্যই ওচৰৰ পুখুৰীৰ পৰা সুৰংগ খান্দি প্ৰেছত প্ৰৱেশ কৰি ৰাতি ৰাতি কাকত ছপাই শাকপাচলিৰ বেপাৰীৰ জৰিয়তে সেইবোৰ বিলাই দিছিল। উপন্যাসতকৈও ৰোমাঞ্চকৰ সেই বীৰত্বৰ অনুপম কাহিনীয়ে অসমৰ বাতৰিকাকতৰ বুৰঞ্জীত বিলাসিনীৰ ঠাই নিগাজীকৈ ৰাখিব।

---

১৭১। অসমৰ বাতৰি কাকত ঃ এটি ৰূপৰেখা, পৃষ্ঠা ৫৬-৭

১৭২। আসাম বিলাসিনীৰ ১ পুহ, ১৮৪২ শক সংখ্যাৰ পৰা ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য সম্পাদিত কৰ্মবীৰ চন্দ্ৰনাথ শৰ্ম্মাৰ, পৃষ্ঠা ২০২-৩ত উদ্ধৃত।

# শ্ৰেণী দৃষ্টিভংগী, বজাৰ আৰু জাতীয়তাবাদ

'অসমীয়া'ৰ প্ৰাণপুৰুষ চন্দ্ৰকুমাৰ আগৰৱালা জোনাকীৰো প্ৰকাশক তথা প্ৰথম সম্পাদক আছিল। ঘটনাক্ৰমে তেওঁ আছিল এজন সফল চাহ-মালিকো যাৰ চাহে আমেৰিকাৰ চিকাগোত অনুষ্ঠিত এখন প্ৰদৰ্শনীতো প্ৰথম পুৰস্কাৰস্বৰূপে সোণৰ পদক পাবলৈ সক্ষম হৈছিল। আগৰৱালাৰ পূৰ্বপুৰুষসকল আছিল ৰাজস্থানৰ মাৰোৱাৰী। অসমীয়াৰ মুখ্য পৃষ্ঠপোষকসকলৰ ভিতৰত পাঁচজন আছিল চাহ-মালিক; যথা চন্দ্ৰকুমাৰ আগৰৱালা, হীৰেন্দ্ৰনাথ আগৰৱালা, তৰুণকুমাৰ আগৰৱালা (অসমীয়াৰ পৰিচালন সঞ্চালক), গংগাৰাম চৌধুৰী (আসাম বান্ধৱৰো প্ৰকাশক) আৰু নীলমণি ফুকন (দৈনিক বাতৰিৰো সম্পাদক), আৰু এজন আছিল ৰায়বাহাদুৰ; তেখেত সদানন্দ দুৱৰা।

মধ্যভাৰতৰ ঝাড়খণ্ড এলেকাৰ পৰা আড়কাঠিয়া কৰি নিজৰ বাগিছালৈ মজদুৰ আমদানিৰ কামত চন্দ্ৰকুমাৰ আগৰৱালা প্ৰত্যক্ষভাৱে জড়িত আছিল। অসমীয়াই অসমীয়া চাহ-মালিকক মাটি দান নিদি কেৱল ব্ৰিটিছ চাহ মালিককহে দিয়াৰ ব্ৰিটিছ চৰকাৰৰ নীতিক সমালোচনা কৰিছিল। ব্ৰিটিছ জিলা উপায়ুক্তই এই সম্পাদকীয়ৰ প্ৰসংগ লৈ সম্পাদকক মতাই নিছিল। ইয়াৰ পৰা স্পষ্ট যে অসমীয়াৰ ব্ৰিটিছ-বিৰোধী বিক্ষোভৰ অন্ততঃ এটা কাৰণ আছিল বিদেশী সাম্ৰাজ্যবাদৰ লগত দেশীয় (জাতীয়?) বুৰ্জোৱাৰ দ্বন্দ্বসম্ভূত। এই ক্ষেত্ৰত দ্বন্দ্বটো আছিল চাহবাগিছাৰ বাবে মাটি দানক লৈ। আসাম বিলাসিনীৰ অৱস্থানো আছিল বুৰ্জোৱা গণতান্ত্ৰিক উদাৰতাবাদী ধৰণৰ। চাহশিল্পত ব্ৰিটিছ পুঁজি তথা ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰোধিতা আৰু অসমীয়া চাহ-মালিকৰ স্বাৰ্থৰক্ষা ই ঠিকেই কৰিছিল কিন্তু ঔপনিবেশিক পৰিস্থিতিত জাতীয় পুঁজিৰ বিকাশ যে সম্ভৱ নহয়, সেই নিষ্ঠুৰ সত্যটো ইয়াৰ তেতিয়াও বুজিবলৈ বাকী আছিল। ১৯৩৭ চনৰ ৯ চেপ্টেম্বৰত প্ৰকাশিত এটা সম্পাদকীয়ত বিলাসিনীয়ে ব্ৰিটিছ চৰকাৰে ব্ৰিটিছ কোম্পানীবোৰক চাহ, ৰেল, জাহাজ, কয়লা, কেৰাচিন আদিৰ ব্যৱসায়ৰ বাবে ১৭০ কোটি টকা আৰু কেৱল চাহখেতিৰ বাবে ৬৭,২৪,০০০ একৰ মাটি দিয়াৰ কথা লিখিছিল। সিবিলাকক দিয়া মাটি কেনেকৈ হয় খাজনা বিহীন, নহয় সামান্য খাজনাযুক্ত আৰু তাৰ বিপৰীতে অসমীয়া চাহমালিকক দিয়া মাটিত সম্পূৰ্ণ খাজনা লোৱা হয় তাক জনাই অসমীয়া মালিকৰ বাবেও খাজনা ৰেহাইৰ দাবী তোলা হৈছিল এই সম্পাদকীয়ত।[১৭৩]

অসম কোম্পানীৰ নলচাহাৱে ৩,৫০০ একৰৰ মাটি লীজত লৈ বিশবছৰৰ পাছতো মাত্ৰ ৮০০ একৰতহে চাহখেতি কৰাৰ কথাও বিলাসিনীয়েই আঙুলিয়াই দিছিল। এনেকৈয়ে ই অসমীয়া চাহ মালিকৰ স্বাৰ্থৰ পক্ষে থিয় দিছিল। মন কৰিবলগীয়া যে ব্ৰিটিছৰ হাতত অসমীয়া চাহ মালিকৰ স্বাৰ্থ অৱহেলিত হোৱা বুলি বিননি নুজুৰি বিলাসিনীয়ে ব্ৰিটিছৰ বিৰুদ্ধে জাতীয় বুৰ্জোৱাকে ধৰি সকলো দেশীয়শ্ৰেণী তথা গোষ্ঠীৰ ঐক্যৰ পোষকতা কৰিছিল। ব্ৰিটিছৰ বিৰুদ্ধে, অসমীয়া চাহ-মালিকৰ পক্ষে বিলাসিনীৰ স্থিতি সেয়েহে আদৰণীয়। কিন্তু লগতে এইটোও কৈ থ'ব লাগিব যে অসমীয়া চাহ-মালিকসকল আছিল শ্ৰেণী হিচাপে মেৰুদণ্ডহীন

---

১৭৩। **Political History of Assam**, Vol.III,page 213

আৰু ব্ৰিটিছৰ সমানেই শ্ৰমিক-বিৰোধী। সেই প্ৰসংগলৈ আমি পাছত যাম।

## ভাষিক জাতীয়তাবাদ ঃ
## মধ্যশ্ৰেণীৰ মতাদৰ্শৰ পৰা আৰ্থসামাজিক বিষয়লৈ

অসমীয়া প্ৰট'বুৰ্জোৱাজি আৰু পেটি-বুৰ্জোৱাজি সকলে বিকশিত কৰা জাতীয়তাবাদৰ ধাৰণাকে বিভিন্ন জাতীয় সংগঠন আৰু কাকত আলোচনীবোৰে প্ৰচাৰ কৰিছিল। উদাহৰণস্বৰূপে বিচক্ষণ ব্যৱসায়ী চন্দ্ৰকুমাৰ আগৰৱালাই অসমীয়া গৃহবজাৰ দখলৰ বাবে অসমীয়া ভাবাবেগ প্ৰচাৰত আৰম্ভণিৰ পৰাই গুৰুত্ব দিছিল। কলকাতাৰ পৰা প্ৰকাশিত বাংলা খবৰ কাগজ বৰ্জন কৰক, অসমীয়া বাতৰিকাকত পঢ়ক, এয়া আছিল অসমীয়াৰ মৰ্মবাণী।

এডভ'কেট অব আচামৰ সম্পাদক মথুৰামোহন বৰুৱায়ো মৌৰ বিৰোধিতা কৰিবলৈ গৈ অসমৰ বাসিন্দা ৯৫% বাঙালীক অশিক্ষিত, কুখ্যাত, ৰাক্ষস, দানৱ আদি আখ্যা দিছিল। শ-খোৱা শগুণৰ লগত তেওঁ 'অসম খোৱা বাঙালী'ক তুলনা কৰিছিল।[১৭৪] অৱশ্যে একে উশাহতে ই স্বদেশ আৰু স্বৰাজৰ কথাও কৈ থাকিছিল।

একেদৰেই স্বাধীনতা আন্দোলনত মহোৎসাহেৰে যোগ দিয়াৰ পাছতো আসাম বিলাসিনীয়ে ভাষিক প্ৰশ্নবিলাকত সৰব হৈ থাকিছিল। উদাহৰণস্বৰূপে ইয়াৰ ১২ আগষ্ট, ১৯৩৭ চনৰ সম্পাদকীয়ত ই অসম বিধানসভাৰ ভাষা হয় অসমীয়া, নহয় ইংৰাজী হ'ব লাগে বুলি দাবী তুলিছিল। অসমত বাংলাৰ পৰা অসমীয়ালৈ অনুদিত পাঠ্যপুথি প্ৰবৰ্তনৰ বিৰোধিতা কৰি অসমীয়াতেই লিখিত পাঠ্যপুথি প্ৰচলনৰ দাবী কৰিছিল।[১৭৫] অসমত চাকৰি-বাকৰিত বাংলা ভাষীৰ বিপৰীতে অসমীয়া ভাষীৰ নিযুক্তিৰ দাবীতো ই সমানে সোচ্চাৰ আছিল।

কেৰাণী-মহৰীৰ চাকৰি-বাকৰিৰ বাবে নিম্নমধ্যবিত্ত সুলভ আকাংক্ষ্যা, আৰু তাক চৰিতাৰ্থ কৰিবৰ বাবে বাঙালী জাতি তথা বাংলাভাষাৰ বিৰুদ্ধে ভাষিক জাতীয়তাবাদ, এয়াই এই কাকত আলোচনীবোৰৰ উমৈহতীয়া বৈশিষ্ট্য, হ'লেও মাজে মাজে ব্যৱসায়-বাণিজ্য-উদ্যোগীকৰণৰ ক্ষেত্ৰত উৎপাদনমূলক ভাৱে আগবঢ়াৰ তাগিদাও পৰিলক্ষিত নোহোৱা নহয়। ইয়াৰ ভিতৰত বিলাসিনী আছিল ব্ৰিটিছৰ সহযোগী মাৰোৱাৰী সকলৰ প্ৰতি অতিকে সন্দিহান আৰু বীতৰাগ। কৃষ্ণকান্ত ভট্টাচাৰ্যই সেয়েহে মাৰোৱাৰীসকলৰ লগত ব্যৱসায়িক প্ৰতিদ্বন্দ্বিতাত নমাৰেই যো-জা কৰিছিল। নিজে চৰকাৰী চাকৰিয়াল হৈও ভট্টাচাৰ্যই 'দি আচাম প্ৰডিউচ ট্ৰেডিং কোম্পানী' খুলিছিল। অসমত এক বৃহৎ ব্যৱসায়িক সংগঠন খুলি মাৰোৱাৰীৰ একচেতিয়া ব্যৱসায়িক আধিপত্যত বাধা দিয়াই তেওঁৰ উদ্দেশ্য আছিল। এই সংগঠনে আনকি অসমৰ পতিত মাটিত চাহ খেতি কৰাৰো আঁচনি কৰিছিল।[১৭৬] জাতীয় পুঁজিৰ এনে বিকাশ অসমৰ জাতীয় স্বাৰ্থৰ বাবেও নিশ্চয় অনুকূল হ'লহেঁতেন। কিন্তু কথাতে কয় বোলে আলচা কথা নহয় সিদ্ধি, বাটত আছে কণাবিধি। অসমৰ ক্ষেত্ৰত এই কণাবিধি আছিল ব্ৰিটিছ সাম্ৰাজ্যবাদ।

---

১৭৪। '*প্ৰতিবাদ*', মৌ, পৃষ্ঠা ১০৫

১৭৫। **অৰ্ঘ্যাৱলী**, পৃষ্ঠা ১০২-৩

১৭৬। **অৰ্ঘ্যাৱলী**, পৃষ্ঠা ৯৫।

সাংস্কৃতিক ক্ষেত্ৰতো **বিলাসিনী**য়ে গঠনমূলক ভূমিকা লৈছিল। নকুল চন্দ্ৰ ভূঞাই **বিলাসিনী**ত এখন বিজ্ঞপ্তি ছপাই অসমীয়া মানুহৰ মুখে মুখে চলি থকা বিহুগীত সংগ্ৰহ কৰিছিল। এইদৰে **বিলাসিনী**য়ে বিহুগীতৰ মান্যীকৰণ আৰু জনপ্ৰিয়কৰণত ভূমিকা লৈ অসমৰ জনপ্ৰিয় ধৰ্মনিৰপেক্ষ উৎসৱ বিহুৰেই ব্যাকৰণ যুগুতাবলৈ লৈছিল।

সামাজিক ক্ষেত্ৰত **বিলাসিনী**য়ে 'আবকাৰী দোকান'ৰ দৰে সম্পাদকীয় লিখি পাঠকক কানি বৰ্জনৰ আহ্বান জনাইছিল। একেদৰে **অসমীয়া**য়ো কানি-নামৰ সামাজিক অভিশাপৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছিল। **অসমীয়া**ই প্ৰকাশ কৰিছিল কেনেকৈ ১৯২৬ চনত অসমত ৯৩,০০০ কানিয়া আছিল যাৰ বাবে ৬০ মোন (অৰ্থাৎ ২৪০০ কিঃগ্ৰাঃ) কানিৰ আবণ্টন দিয়া হৈছিল। **অসমীয়া**ই সেয়ে অসমীয়া জাতিৰ বিকাশ আৰু সংহতকৰণৰ বাবে কানিৰ বিৰুদ্ধে এক সৰ্বাত্মক যুদ্ধ অপৰিহাৰ্য বুলি মত পোষণ কৰিছিল। শৈক্ষিক দিশতো এই কাকত-আলোচনীসমূহ সদাসৰৱ আছিল। উদাহৰণস্বৰূপে **বিলাসিনী**য়ে ব্ৰিটিছ-প্ৰবৰ্তিত শিক্ষা ব্যৱস্থাৰ বিৰোধিতা কৰিছিল আৰু তাৰ বিপৰীতে এক বিকল্প জাতীয় শিক্ষা ব্যৱস্থাৰ আহ্বান জনাইছিল, যিটোৱে নিৰক্ষৰ জনসাধাৰণক শিক্ষিত কৰি তুলিব। জাতীয়তাবাদী দৃষ্টি ভংগীৰ এয়া নিশ্চয় চৰম উৎকৰ্ষ আছিল। উল্লেখযোগ্য যে এই **বিলাসিনী**ৰ পাততে চন্দ্ৰনাথ শৰ্মাৰ 'জাতীয় বিশ্ববিদ্যালয়ৰ আঁচনি'ও[১৭৭] প্ৰকাশ পাইছিল। এয়া আছিল এক জাতীয় শিক্ষা ব্যৱস্থাৰ সামগ্ৰিক আঁচনি। দুখীয়া ছাত্ৰৰ পুঁজি[১৭৮] বিষয়ক চন্দ্ৰনাথ শৰ্মাৰ আন এখন প্ৰতিবেদনো **বিলাসিনী**ৰ পাততে প্ৰকাশ পাইছিল। ইয়াৰ জৰিয়তে দুখীয়া ছাত্ৰসকলৰ শিক্ষা লাভৰ বাবে অৰ্থ যোগানৰ আঁচনি যুগুতোৱা হৈছিল, যিটো আছিল জাতিগঠনৰ সহায়ক।

আন আন সময়ত আমি **বিলাসিনী**য়ে ভোগদৈৰ বানপানীৰ পৰা যোৰহাটৰ খেতিয়কক বচোৱাৰ দাবী তোলা, গো-পালক সকলৰ ওপৰত (মূলতঃ নেপালী) কৰ-আৰোপৰ বিৰোধিতা কৰা, অথবা **অসমীয়া**ই 'অসমত দুৰ্ভিক্ষ' (২৩-১০-১৯২৭ তাৰিখে প্ৰকাশিত), 'চাইমন কমিচন আৰু অসম' (০৯-০২-১৯২৮ তাৰিখে প্ৰকাশিত) আদি সম্পাদকীয়ৰ জৰিয়তে বিভিন্ন আৰ্থ-সামাজিক বিষয়ত ৰাইজৰ হকে মাত মাতি অহা দেখিবলৈ পাওঁ।

## শ্ৰেণী-জাতি-বৰ্ণ-জনগোষ্ঠী ইত্যাদি প্ৰসংগ

বিচক্ষণতা আৰু সাহসৰ বিৰল উদাহৰণ ডাঙি ধৰি **আসাম বিলাসিনী**য়ে এটা ঘটনাত ব্ৰিটিছ চাহাবৰ বিৰোধিতা আৰু এজন আদিবাসী চাহশ্ৰমিকৰ সমৰ্থন কৰিছিল। ঘটনাৰ বিৱৰণ অনুসৰি ধৰ্ষণৰ অভিযোগত মধু তাঁতী নামৰ শ্ৰমিক এজনক এমাহৰ কাৰাদণ্ড আৰু চাবুকৰ ৩০ কোব শাস্তি দিয়া হৈছিল। কিন্তু **বিলাসিনী**য়ে যুক্তিসহ দেখুৱাইছিল যে তিনিমাহতকৈ কম কাৰাদণ্ডত চাবুকৰ কোব দিয়াৰ বিধান নাই। সংশ্লিষ্ট আৰক্ষী বিষয়াজনকো ই ঘোচখোৰ বুলি অভিযুক্ত কৰিছিল। এনে ব্ৰিটিছ-বিৰোধী, আদিবাসী-সমৰ্থক স্থিতি জাতি গঠন প্ৰক্ৰিয়াৰ বাবে নিশ্চয় অনুকূল আছিল।

---

১৭৭। **আসাম বিলাসিনী**, ১৭ মাৰ্চ, ১৯২১।

১৭৮। ঐ, পঞ্চম বছৰ, দ্বিতীয় সংখ্যা, ১৯১৮

এডভকেট অব আচামৰ সম্পাদনাৰ ভাৰ লোৱাৰ আগতে মথুৰামোহন বৰুৱাই মৌ-সম্পাদকৰ লগত বিতৰ্কত অৱতীৰ্ণ হ'বলৈ গৈ ঝাড়খণ্ডী আদিবাসী চাহশ্ৰমিকসকলৰ পক্ষ লৈছিল কেনেকৈ, সেয়া আমি আগতে দেখুৱাই আহিছোঁ। ড. হীৰেন গোঁহায়ে সেয়েহে কৈছে যে দৰিদ্ৰ, শ্ৰমজীৱী মানুহৰ প্ৰতি নিৰ্ভাজ দৰদ আছিল মথুৰামোহন বৰুৱাৰ জাতীয়তাবাদী চিন্তাৰ প্ৰধান উপাদান।[১৭৯] তেনে দৰদৰ নজীৰ হিচাপে তেখেতে গুৱাহাটীৰ বাটে ঘাটে গড়কাপ্তানী বিভাগৰ ঠিকাদাৰৰ তলত কাম কৰা হিন্দুস্তানী শ্ৰমিকসকলৰ দুৰ্দশাক লৈ মথুৰামোহন বৰুৱা ব্যথিত আৰু উত্তেজিত হোৱা আঙুলিয়াই দিছে। এবাৰ তেনে এগৰাকী শ্ৰমিক-ৰমণীয়ে বাটৰ কাষত সন্তান জন্ম দিব লগা হৈছিল। কৰ্তৃপক্ষৰ এনে অমানবীয় ব্যৱহাৰৰ বিৰুদ্ধে গৰ্জি উঠিছিল মথুৰামোহন বৰুৱাৰ কলম। কাৰণ তেওঁ আছিল এজন বিশাল হৃদয়ৰ মানৱতাবাদী।[১৮০]

অসমীয়া কাকতেও বিভিন্ন সময়ত শ্ৰমিক সংগ্ৰামৰ পক্ষে একেধৰণৰ স্থিতি লৈছিল। উদাহৰণস্বৰূপে ১৯৩৯ চনৰ ১৮ এপ্ৰিল তাৰিখে ডিগবৈ শোধনাগাৰৰ ধৰ্মঘটী শ্ৰমিক-কৰ্মচাৰীসকলৰ ওপৰত পুলিচে গুলিচালনা কৰাৰ বিৰুদ্ধে লগে লগে সম্পাদকীয় লিখি'ই দোষী পুলিচৰ শাস্তি দাবী কৰিছিল।[১৮১] কাকতখনৰ ৬ মে' ১৯৩৯ সংখ্যাত ডিগবৈৰ ১০,০০০ ধৰ্মঘটী শ্ৰমিকৰ হকে ৰাইজৰ সমৰ্থন বিচৰা এখন আবেদন প্ৰকাশ পাইছিল। ২৯ মে', ১৯৩৯ তাৰিখে প্ৰকাশিত আন এটা সম্পাদকীয়ত ডিগবৈৰ গুলিচালনাৰ সম্পৰ্কত গঠিত তদন্ত সমিতিৰ কাম-কাজক কঠোৰভাৱে সমালোচনা কৰা হৈছিল কাৰণ উক্ত সমিতিয়ে সেই গুলিচালনাৰ বাবে দায়ী পুলিচ বিষয়াক বচোৱাৰ চেষ্টা কৰিছিল। একেদিনাই প্ৰকাশিত আন এটি সম্পাদকীয়ত তেল কোম্পানীটোৰ হৈ ওকালতি কৰাৰ বাবে দি ষ্টেটচ্‌মেন কাকতক সমালোচনা কৰা হৈছিল; কাৰণ ষ্টেটচ্‌মেনে ব্ৰিটিছ পুঁজিক প্ৰতিনিধিত্ব কৰা বুলিয়েই অসমীয়াই অনুভৱ কৰিছিল।

অসমীয়াৰ এটি সম্পাদকীয়ত চাহ শ্ৰমিকৰ অৱস্থা সম্পৰ্কীয় তদন্ত সমিতি সংক্ৰান্তত আলোচনা কৰা হৈছিল (২৪ জুন, ১৯৩৯)। কাকত খনৰ আন এটি সম্পাদকীয়ত উক্ত সমিতিৰ লগত ইউৰোপীয়ান চাহ মালিকসকলে সহযোগ নকৰা বুলি অভিযোগ কৰা হৈছিল। চাহ-বাগিছাত সামন্তপ্ৰভুৰ দৰে আচৰণ কৰা ইউৰোপীয়ান পৰিচালকসকলৰ চিৰি-চেহেৰাও ইয়াত উদঙাই দিয়া হৈছিল। কাকতখনৰ ২৭ নবেম্বৰ, ১৯২৭ সংখ্যাত প্ৰকাশিত ৰাজহুৱা পথ এটাৰ অধিকাৰ লৈ ৰাইজৰ লগত বাগিছা মালিকপক্ষৰ বিবাদৰ ঘটনা এটাৰো খবৰ ওলাইছিল, য'ত অসমীয়াই সাহসেৰে ৰাইজৰ পক্ষ লৈছিল।

বিলাসিনীয়েও চাহ-শ্ৰমিকৰ প্ৰতি দৰদ প্ৰকাশ কৰাৰ কথা আমি আগতে উনুকিয়াই আহিছোঁ। পাছে জাত-পাতৰ প্ৰেতচ্ছায়াৰ পৰা বিলাসিনীৰ পৃষ্ঠাও সম্পূৰ্ণ মুক্ত নাছিল। পদ্মনাথ গোহাঞিবৰুৱা ব্ৰিটিছানুগত আছিল, সেয়া সঁচা; কিন্তু তেওঁ যেতিয়া আসাম এচ'চিয়েশ্যনৰ

---

১৭৯। '*মথুৰা মোহন বৰুৱা আৰু তেওঁৰ যুগ*', তৰা আৰু বোকা, পৃষ্ঠা ২৩

১৮০। ঐ, পৃষ্ঠা ২২

১৮১। Political History of Assam, Vol III,page 213

সভাপতি নিৰ্বাচিত হ'ল, তেতিয়া বিলাসিনীয়ে তেওঁক আক্ৰমণ কৰিলে জাতি-বৰ্ণগত বিদ্বেষৰ দৃষ্টিভংগীৰেই।[১৮২] (এই বিষয়ে এই গ্ৰন্থৰ সপ্তম অধ্যায়ত বিতংকৈ পাব।)

ফল যি হ'ব লগা আছিল সিয়ে হ'ল, অৰ্থাৎ আহোম-উচ্চবৰ্ণ প্ৰকাশ্য সংঘাতৰ আৰু এটা অধ্যায় আৰম্ভ হ'ল। বিলাসিনীৰ দৰে সচেতন কাকতবো অৱচেতন মনত নিহিত জাতি-বৰ্ণীয় চেতনাই জাতিটোক এনেকৈ ক্ষতিগ্ৰস্ত কৰাটো অনুধাবনযোগ্য।

অৱশ্যে খিলাফৎ আন্দোলনৰ বিজয়ত হৰিষ প্ৰকাশ কৰি লিখা 'তুৰস্কৰ জয়'ৰ দৰে সম্পাদকীয়ত ইয়াৰ ধৰ্মনিৰপেক্ষ চিন্তা প্ৰকাশ পাইছিল কাৰণ তাত পুৰুষ-নাৰী নিৰ্বিশেষে ৩০ কোটি ভাৰতীয়ৰ হৈ গাজী মুস্তাফা কামাল পাছাক ওলগ জনোৱা হৈছিল আৰু ভাৰতৰ স্বৰাজৰ বাবেও হিন্দু-মুছলীম ঐক্য অপৰিহাৰ্য বুলি কোৱা হৈছিল। (আসাম বিলাসিনী,২৬-৭-১৯২৩)

## আপোচহীন সমালোচনা

ব্ৰিটিছৰ লগত জড়িত প্ৰতিটো কথাতেই এই তিনিওখন কাকত-আলোচনীয়ে আপোচহীন সমালোচনা আগবঢ়াইছিল। অসমীয়াই আনকি ব্ৰিটিছৰ যুদ্ধ প্ৰচেষ্টাক সমৰ্থন কৰা চিপিআইৰ ছাত্ৰ শাখা এ আই এচ এফৰ হিমালয়সদৃশ ভুলবো কাঢ়া সমালোচনা কৰিছিল।[১৮৩] তৰুণৰাম ফুকনে যেতিয়া বিধান পৰিষদ বৰ্জনৰ বাবে কংগ্ৰেছে লোৱা সিদ্ধান্তৰ বিপৰীতে গৈ তাত প্ৰৱেশ কৰাৰ হে ওকালতি কৰিছিল, তেতিয়া অসমীয়াই তেওঁকো কঠোৰভাৱে সমালোচনা কৰিছিল (অসমীয়া, ২৪-০৮-১৯৩০)। অসহযোগ আন্দোলনৰ বিৰোধিতা কৰা বাবে ই টাইমছ্ অৱ্ আচামকো বাৰুকৈ এহাত লৈছিল।[১৮৪] তাৰ বিপৰীতে অসমীয়াৰ সম্পাদকে খোলাখুলিকৈয়ে ঘোষণা কৰিছিল যে ব্ৰিটিছ আৰু ব্ৰিটিছ -বহতীয়াইঁতৰ অপমান সহ্য কৰাতকৈ তেওঁ নিজৰ কামৰ পৰাই লাগিলে ইস্তফা দিব।[১৮৫]

ব্ৰিটিছানুগত্যৰ বাবে নীলমণি ফুকন, পদ্মনাথ গোহাঞি বৰুৱা আদিক একেধৰণে থকা সৰকা কৰিছিল আসাম বিলাসিনীয়ে। কংগ্ৰেছৰ প্ৰতিও ই সজাগ প্ৰহৰীৰ দৰে ভূমিকা পালন কৰিছিল আৰু কংগ্ৰেছৰ বাজাজ পুঁজি, তিলক স্বৰাজ্য পুঁজি আদিৰ হিচাব দাবী কৰিছিল। স্বাধীনতাৰ পথত কাৰোবাৰ সামান্য চ্যুতি-বিচ্যুতি ঘটিলেই এই কাকতকিখন সৰৱ হৈ উঠিছিল।

সামৰণিত ইয়াকে ক'ব পাৰি যে স্বাধীনতাৰ পক্ষ বিচৰাৰ পৰিণাম অসমীয়াই বাৰুকৈ ভুগিব লগা হৈছিল। সেয়া ক্ৰমে ১৯৩০-৩১ আৰু ১৯৪৩ চনৰ ঘটনা। তদুপৰি ১৯২২ আৰু ১৯৩০ চনত ইয়াক দুবাৰ এহেজাৰ টকাকৈ জৰিমনাও বিহা হৈছিল। তথাপিও নিজৰ স্থিতিত অবিচল-অনমনীয় আছিল অসমীয়া। একেদৰে স্বদেশী আৰু স্বৰাজৰ প্ৰতি দায়বদ্ধ এডভকেট অৱ আচামে সামাজিক সংস্কাৰ তথা শৈক্ষিক বিকাশৰ পোষকতা কৰিছিল।

---

১৮২। আসাম বিলাসিনী, ২৬ জুলাই, ১৯২৩
১৮৩। Political History of Assam, Vol.III,page.154.
১৮৪। অসমীয়া, ১৮-০৬-১৯২২
১৮৫। ঐ, ২৩-০৭-১৯২৮

বিলাসিনীৰ ক্ষেত্ৰতো একেটা কথাই প্ৰযোজ্য। তিনিওখন কাকত/আলোচনীয়েই অৱশ্যে বাঙালী-বিদ্বেষৰ পৰা সম্পূৰ্ণ মুক্ত নাছিল। অসমৰ সমাজ জীৱনত ক্ৰিয়াশীল জাতি-বৰ্ণগত বিদ্বেষৰ ক'লা ছাঁ যে সিবিলাকত একেবাৰে পৰা নাছিল, সিও নহয়। তথাপিও শেহ বিচাৰত এই তিনিওখন পত্ৰিকাৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়ালৈ প্ৰভূত ইতিবাচক বৰঙণি আছিল বুলি সকলোৱে স্বীকাৰ কৰিবই লাগিব। সমাজৰ অৱহেলিত অপমানিত দুখীয়া-নিচলাজনৰ প্ৰতি অকৃত্ৰিম সহানুভূতি, সমাজ সংস্কাৰ আৰু শিক্ষা বিস্তাৰৰ প্ৰতি গভীৰ আগ্ৰহ আৰু আপোচহীন সাম্ৰাজ্যবাদ বিৰোধিতা আছিল কেউখন কাকত-আলোচনীৰ অন্যতম শক্তি-স্তম্ভ। অসমীয়া জাতীয়তাবাদ আৰু বৃহৎ ভাৰতীয় জাতীয়তাবাদৰ মাজত সন্তুলন স্থাপন কৰাতো সিবিলাক সফল হৈছিল। সিবিলাকৰ মতে অসমীয়া জাতীয় মুক্তিৰ অবিহনে ভাৰতীয় স্বাধীনতাও সম্ভৱ নাছিল। সিবিলাকে সংঘীয় গাঁথনিৰ প্ৰাথমিক ধাৰণাও পোষণ কৰিছিল। মুঠৰ ওপৰত অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত এই কাকত আলোচনীকিখনৰ ভূমিকা আছিল মূলতঃ প্ৰগতিশীল।

## উগ্ৰজাতীয়তাবাদৰ অন্ধ অধ্যায়
## চেতনা আৰু ডেকা অসম

উক্ত তিনিখন কাকত-আলোচনীয়ে অসমীয়া আৰু ভাৰতীয় জাতীয়তাবাদৰ মাজত ভাবসাম্য প্ৰতিষ্ঠা কৰিবলৈ বিচৰাৰ বিপৰীতে অম্বিকাগিৰী ৰায়চৌধুৰী সম্পাদিত চেতনা (১৯১৭-১৯২৭) আৰু ডেকা অসম(১৯৩৫-১৯৬৮), তথা নীলমণি ফুকন-সম্পাদিত ৰাতৰিয়ে (১৯৩০-১৯৩৭) এওঁহঁতে অসমীয়া (উগ্ৰ) জাতীয়তাবাদতহে জোৰ দিবলৈ ধৰে। তিনিওখন কাকত-আলোচনীক ইয়াত একে লগতে আলোচনা কৰিলেও ৰায়চৌধুৰী আৰু ফুকন-সম্পাদিত পত্ৰিকাবোৰৰ মাজত এটা সূক্ষ্ম পাৰ্থক্য অৱশ্যে নথকা নহয়।

উজনি আৰু নামনি অসমৰ উপভাষাৰ মাজত চলা দীঘলীয়া আৰু তিক্ত বিতৰ্কৰ পৰিণতিতে জন্ম লভিছিল চেতনাই।[১৮৬] আন বহু সমসাময়িক কাকত-আলোচনীৰ দৰে চেতনাই কাহানিও অৰাজনৈতিক ভাও দিয়া নাছিল। ৰাজনৈতিক বিষয়ত ই মুকলিকৈয়ে মতামত প্ৰকাশ কৰিছিল। চেতনা আৰু ইয়াৰ সম্পাদক অস্থিৰ অধৈৰ্য অম্বিকাগিৰি ৰায়চৌধুৰী অসমীয়া বনাম ভাৰতীয় জাতীয়তাবাদ, ব্ৰিটিছ বিৰোধিতা বনাম বাঙালী-বিৰোধিতা, সামাজিক উদাৰতা বনাম ৰক্ষণশীলতাৰ মাজত দীৰ্ণবিদীৰ্ণ আছিল।(চেতনাৰ জন্মৰ দুবছৰৰ পাছতেই আন ব্যস্ততাৰ বাবে চন্দ্ৰনাথ শৰ্মাই সম্পাদকৰ পদ এৰিছিল; তাৰ কিছুদিন পাছত তেওঁৰ অকাল মৃত্যু ঘটে)।

চেতনা আছিল অসমীয়া সংৰক্ষিণী সভাৰ, আৰু ডেকা অসম, অসম জাতীয় মহাসভাৰ (প্ৰতিষ্ঠা ১৯৩৫) মুখপত্ৰ। এই দুয়োখন পত্ৰিকা তথা দুয়োটা সংগঠন আছিল ৰায়চৌধুৰীৰ সংৰক্ষিণী দৰ্শনৰ অংশীদাৰ। এই দৰ্শনৰ মূল ভেটি আছিল অসম আৰু অসমীয়াৰ 'সংৰক্ষণ, সংগঠন আৰু সম্প্ৰসাৰণ'। সংৰক্ষিণী দৰ্শনৰ দৃষ্টিত অসম আৰু অসমীয়াৰ স্বাৰ্থৰক্ষাই

১৮৬। কৰ্মবীৰ চন্দ্ৰনাথ, পৃ-৪৩।

আছিল প্ৰথম লক্ষ্য, ভাৰত-ভাৰতীয়ৰ স্বাৰ্থ ইয়াৰ বাবে আছিল গৌণ আৰু সমগ্ৰ বিশ্ব তথা মানৱজাতিৰ প্ৰসংগ আছিল তেনেই দূৰণিবটীয়া।[১৮৭]

অসমীয়া জাতীয়তাবাদ আৰু ভাৰতীয় জাতীয় স্বাৰ্থ দুয়োটাৰে পোষকতা কৰিলেও প্ৰথমটোক অগ্ৰাধিকাৰ দিয়া হ'ব বুলি ডেকা অসমে খোলাখুলিকৈ ঘোষণা কৰিছিল।[১৮৮] 'খণ্ডিত চেতনা' (অৰ্থাৎ অসমীয়া জাতীয়তাবাদ) আৰু 'বিশ্বচেতনা' (অৰ্থাৎ আন্তৰ্জাতিকতাবাদ)ৰ মাজত প্ৰথমটোৰ অবিহনে দ্বিতীয়টো সম্ভৱ নহয় বুলি চেতনায়ো কৈ পেলাইছিল।[১৮৯] বিশ্বচেতনাৰ বিপৰীতে খণ্ডিত চেতনাৰ ওপৰত চেতনাৰ এই একপক্ষীয় গুৰুত্বই এক সংকীৰ্ণ দৃষ্টিভংগীৰ জন্ম দিছিল। অথচ ইমানখিনিৰ মাজতো অম্বিকাগিৰী ৰায়চৌধুৰীয়ে ভাৰতীয় জাতীয় কংগ্ৰেছৰ লগত সম্পৰ্ক ৰাখি চলিছিল। কংগ্ৰেছৰ ১৯২৬ চনৰ পাণ্ডু অধিবেশনৰ বাবে তেওঁ 'আজি বন্দো কি ছন্দেৰে' নামৰ জনপ্ৰিয় আৰম্ভণি সংগীত ৰচনা কৰিছিল। কিন্তু কংগ্ৰেছ অধিবেশনৰ সামৰণি পৰাৰ লগে লগে সেই একে ৰভাৰ তলতে তেওঁ সংৰক্ষিণী সভাও গঠন কৰিছিল। ৰায়চৌধুৰীৰ সংৰক্ষিণী সভা আৰু জাতীয় মহাসভা যে প্ৰকৃততে কংগ্ৰেছৰ 'প্ৰেচাৰ গ্ৰুপ'স্বৰূপ আছিল সেইটো আৰু কেতবোৰ তথ্যৰ পৰা স্পষ্ট। চেতনা আৰু ডেকা অসম দুয়োখনৰে সম্পাদনা কৰি থকা সময়ত ৰায়চৌধুৰী আছিল কংগ্ৰেছৰ সদস্য। তেওঁৰ কন্যাই নিজেই স্বীকাৰ কৰিছে যে নিৰ্বাচনৰ সময়ত ৰায়চৌধুৰীয়ে সদায় কংগ্ৰেছক সমৰ্থন কৰিছিল। তৎসত্ত্বেও দেউতাকে কংগ্ৰেছৰ মনোনয়ন নোপোৱা বাবেহে তেখেতৰ কন্যা শুচিব্ৰতা ৰায়চৌধুৰীয়ে দুখ কৰিছে।[১৯০]

'কেৰিয়াৰ গ্ৰাফ'ৰ সঘন উঠা-নমাৰে ৰায়চৌধুৰী আছিল এজন বৰ্ণাঢ্য ব্যক্তি। তেওঁৰ ৰাজনৈতিক জীৱন আৰম্ভ হৈছিল অসম উপত্যকাৰ আয়ুক্ত চাৰ বেম্পফিল্ড ফুলাৰক হত্যা কৰিবলৈ বোমা পুতি। সেই সময়ত তেওঁ আছিল ৰাজনৈতিক তথা ব্যক্তিগতভাৱে প্ৰচণ্ড বাঙালীপ্ৰেমী; বাঙালী ষোড়শী এটিৰ প্ৰেমত তেওঁৰ তেতিয়া হাবু-ডুবু অৱস্থা। কিন্তু ব্যৰ্থ বোমাৰ পৰিণতিত প্ৰথম বিশ্বযুদ্ধৰ সময়ত তেওঁ ব্ৰিটিছৰ ভলন্টিয়াৰ হ'বলৈও অনুমতি বিচাৰিলে।[১৯১] এইবাৰ তেওঁ সম্ৰাট পঞ্চম জৰ্জৰ অভিষেক উদযাপনতো মহোৎসাহে অংশ ল'লে। তাৰপাছত তেওঁ হ'ল উগ্ৰ ভাষিক জাতীয়তাবাদী আৰু তাৰ পাছত কংগ্ৰেছী। তেওঁ আনকি গুৱাহাটী নগৰ কংগ্ৰেছৰ সম্পাদকো হ'ল। আমি আগতেই উল্লেখ কৰিছোঁ কেনেকৈ অসমৰ কংগ্ৰেছী নেতৃবৃন্দই দিল্লীৰ কংগ্ৰেছী নেতৃত্বৰ পৰা সুবিধা আদায়ৰ বাবে ৰায়চৌধুৰী আৰু তেওঁৰ সংগঠনবোৰক 'প্ৰেচাৰ গ্ৰুপ'ৰূপে ব্যৱহাৰ কৰিছিল। এনে অস্থিৰমতি ৰাজনীতিয়েই এইবাৰ ৰায়চৌধুৰীক উদগালে দ্বিতীয় মহাসমৰৰ সময়ত ব্ৰিটিছৰ মিলিটাৰী বেৰাকৰ বাবে বাঁহৰ যোগান ধৰাৰ ঠিকা কৰিবলৈ।[১৯২]

---

১৮৭। তিলক দাস : '*সংৰক্ষিণী : 'ৰায়চৌধুৰীৰ জীৱন দৰ্শন*', অম্বিকাগিৰী ৰায়চৌধুৰী স্মৃতিগ্ৰন্থ, পৃ- ৩৬

১৮৮। ডেকা অসম, প্ৰথম বছৰ, প্ৰথম সংখ্যা, ১৯৩৫

১৮৯। চেতনা, সম্পাদকীয়, প্ৰথম বছৰ, প্ৰথম সংখ্যা, ১৯১৯

১৯০। শুচিব্ৰতা ৰায়চৌধুৰী, *পিতাৰ কথা*, অম্বিকাগিৰী ৰায়চৌধুৰী স্মৃতিগ্ৰন্থ, পৃ- ২৬

১৯১। ড° সুনীল পৱন বৰুৱা : অসমৰ ৰাতৰি কাকত আলোচনীৰ ডেৰশ বছৰীয়া ইতিহাস, পৃ-৩৫৮

১৯২। শুচিব্ৰতা ৰায়চৌধুৰী, *পিতাৰ কথা*, অম্বিকাগিৰী ৰায়চৌধুৰী স্মৃতিগ্ৰন্থ, পৃ-২৭

অৱশ্যে ইমানবোৰ বিসংগতি আৰু অস্থিৰতাৰ মাজতো এটা কথা খাটাং আছিল ঃ সেয়া আছিল ৰায়চৌধুৰীৰ অসম-অসমীয়াৰ স্বাৰ্থৰ হকে অবিৰাম ওকালতি। অসমলৈ (বিশেষকৈ বংগৰ পৰা) প্ৰব্ৰজন, বাঙালী-বাংলাৰ ক্ৰমবৰ্ধমান প্ৰভাৱ, চিলেট-পৃথকীকৰণ, পিয়লত অসমীয়াৰ সংখ্যাগৰিষ্ঠতা, গ্ৰুপিং আদিৰ প্ৰশ্নবোৰত তেওঁ, তেওঁৰ দুয়ো সংগঠন আৰু দুয়ো পত্ৰিকা সততে সৰব আছিল, উদাহৰণস্বৰূপে ডেকা অসমে অসমত অনা-অসমীয়াৰ দপদপনি আৰু চাকৰি দখলৰ বিৰুদ্ধে প্ৰতিবাদ কৰিবলৈ যাওঁতে অসমীয়াই নিজা নিজা জাত-পাত, আনকি ৰাজনীতি,আনকি দৰ্শনো বাদ দিবলৈ আহ্বান জনাইছিল।[১৯৩]

এই কথা মন কৰিবলগীয়া যে জাত পাতৰ ক্ষেত্ৰত চেতনা আৰু ডেকা অসম দুয়োখনেই তুলনামূলকভাৱে উদাৰ আছিল। চেতনাই প্ৰায় ব্ৰাহ্মণ-বিৰোধী ইস্তাহাৰৰ ভংগীতে ক্ষত্ৰিয়, বৈশ্য আদি শূদ্ৰৰ ঐক্যৰ আহ্বান জনাইছিল।[১৯৪]

সেই সম্পাদকীয়ত আমি এহাতে যেনেকৈ অসম সাহিত্য সভাৰ অন্যতম সভাপতি কালিৰাম মেধিয়ে আসাম বান্ধৱৰ পাতত লিখা সদৃশ কথাৰ অনুৰণন শুনোঁ, ঠিক তেনেকৈয়ে দৈনিক বাতৰিৰ সম্পাদক নীলমণি ফুকনে শ্ৰীমন্ত শংকৰদেৱ সংঘৰ অধিবেশনত দিয়া ভাষণৰো প্ৰতিধ্বনি শুনোঁ। মন কৰিবলগীয়া যে ৰায়চৌধুৰী, মেধি, ফুকন তিনিও আছিল সৎশূদ্ৰ (ৰায়চৌধুৰী আছিল শংকৰদেৱৰ বংশোদ্ভৱ)। তেওঁলোকৰ এই কঠোৰ ব্ৰাহ্মণ-বিৰোধী স্থিতিয়ে সেয়ে সৎশূদ্ৰসকলৰ ব্ৰাহ্মণৰ সৈতে সম-মৰ্যাদাৰ আকাংক্ষ্যাকহে প্ৰতিফলিত কৰিছে। তাত ব্ৰাহ্মণ্যবাদ বিৰোধী কোনো বৈপ্লৱিক সমাজ সংস্কাৰৰ তাড়নাই ক্ৰিয়া কৰা নাই।

চেতনাৰ এটা সম্পাদকীয়ত চাহ মজদুৰসকলৰ মজুৰীয়ে তেওঁলোকৰ ন্যূনতম অভাৱো পূৰাব নোৱাৰে বুলিও মন্তব্য কৰা হৈছিল। কিন্তু সেই অধ্যায়ৰ সামৰণি পৰিছিল সিমানতে। চেতনা অথবা ডেকা অসমৰ পাতত চাহ-মজদুৰৰ মজুৰীৰ প্ৰসংগৰ আৰু পুনৰুল্লেখ নহ'ল। সিমানেই নহয়,চেতনাই দলিত আৰু মুছলীমসকলৰ লগত ক্ষমতা ভগাই ল'বলৈ অমান্তি হ'ল। ড° আম্বেদকাৰে কোৱা পৃথক নিৰ্বাচকমণ্ডলী আৰু চিত্তৰঞ্জন দাশৰ হিন্দু-মুছলীম চুক্তিৰ ধাৰণা ঃ দুয়োটাৰেই ঘোৰতৰ বিৰোধিতা কৰিলে। তাকে কৰিবলৈ গৈ মুছলীমসকলক ই মুৰ্খ, অজ্ঞ আদি বুলি বিষমভাৱে গালি-গালাজো কৰিলে।[১৯৫] ফলত এক সাম্প্ৰদায়িক বিষবাষ্প বিয়পি পৰিল। আলোচনীখনত চেভিয়েট ৰাচিয়া, লেনিন আদিৰ বিষয়ে দুই এটা সম্বাদ ওলালেও ৰায়চৌধুৰীয়ে সম্পাদকীয় শিতানৰ জৰিয়তে কমিউনিষ্টসকলক গণশত্ৰু বুলি চিনাক্ত কৰিবলৈ কেতিয়াও পাছহোঁহকা নাছিল। তেওঁৰ মতে দেশৰ শত্ৰু আছিল তিনিবিধৰ ঃ কমিউনিষ্ট, পাকিস্তানীষ্ট আৰু বাঙালীষ্ট।[১৯৬] পাকিস্তানীষ্ট মানে মুছলীম আৰু বাঙালীষ্ট মানে বাঙালী, এই সহজ কথাটো বুজি ল'লেই চেতনাৰ উগ্ৰজাতীয়তাবাদী অৱস্থান জলজল পটপটকৈ ওলাই পৰে।

---

১৯৩। ডেকা অসমৰ সম্পাদকীয় '*দলাদলিত মাতৃভূমিৰ সৰ্বনাশ*' (চন্দ্ৰপ্ৰসাদ শইকীয়া সম্পাদিত অসমৰ বাতৰি কাকত আলোচনীৰ ডেৰশ বছৰীয়া ইতিহাসৰ পৃষ্ঠা ৩৬৪ ৰ পৰা উদ্ধৃত)।

১৯৪। চেতনা,৫ম বৰ্ষ, ৩য় সংখ্যা, ১৯২৩

১৯৫। চেতনা, পঞ্চম বছৰ, দশম সংখ্যা, ১৯২৪।

১৯৬। অসম সাহিত্য সভা ভাষণাৱলী, প্ৰথম খণ্ড, পৃষ্ঠা ১৫৯

ৰায়চৌধুৰীৰ ক্ষেত্ৰত এই উগ্ৰজাতীয়তাবাদ যে উন্মাদনাৰ পৰ্যায় পাইছিল তাৰ প্ৰমাণ তলৰ ঘটনা কেইটাই দিয়েঃ

১) এবাৰ তেজপুৰৰ বাঙালী ছোৱালী কেইজনীমানে কিবা দুষ্টামি কৰিলে। তাৰ বিৰুদ্ধে ৰায়চৌধুৰীয়ে 'বাঙালীৰ অসমীয়া বিদ্বেষৰ প্ৰতিৰোধ দিবস' পালন কৰিলে।

২) এবাৰ গুৱাহাটী উচ্চন্যায়ালয়ৰ অধিবক্তা এজনে বাংলা প্ৰচাৰপত্ৰ এখন লিখা বুলি ৰায়চৌধুৰীয়ে আক্ৰমণ কৰিলে। উত্তেজনাৰ আতিশয্যত তেওঁ প্ৰচাৰপত্ৰখন পঢ়িবলৈও পাহৰি গৈছিল। সেইখন আছিল পাকিস্তানৰ পক্ষে এখন ইস্তাহাৰ।[১৯৭]

৩) এবাৰ গুৱাহাটীৰ দুষ্ট ল'ৰা দুটামানে মানুহ এঘৰত মৰা শগুণ এটা পেলালে। ৰায়চৌধুৰীয়ে তাকে শুনি 'অসমীয়া জাতিটো গুছিল' বুলি বাটতে চিএঞৰি চিএঞৰি বিলাপ কৰিবলৈ লাগিল। ৰঘুনাথ চৌধুৰীয়েহে কোনোমতে ৰায়চৌধুৰীক ক্ষান্ত কৰি মাছৰ বজাৰলৈ পঠালে। (তেওঁ ঘৰৰ পৰা মাছ কিনিবলৈহে ওলাইছিল)।[১৯৮]

এনেবোৰ কাণ্ড-কাৰখানাৰ বাবেই ৰায়চৌধুৰীক মানুহে গুৰুত্ব নিদিছিল বুলি প্ৰবীণ-সাংবাদিক সতীশ চন্দ্ৰ কাকতিয়ে লিখিছে।[১৯৯] কাকতিয়ে যিয়েই নকওক লাগিলে, তেওঁৰ অস্থিৰমতি, উন্মাদনাময় স্বভাৱ সত্বেও ৰায়চৌধুৰীয়ে অসমীয়া (নিম্ন) মধ্যবিত্ত মননৰ কোনোবা এটা দুৰ্বল বিন্দু দখল কৰি পেলাইছিল। চাকৰি সৰ্বস্ব তেওঁলোকৰ *ঠেকছিগা* জীৱনত ৰায়চৌধুৰীৰ (বাঙালী) প্ৰব্ৰজন-বিৰোধী, ভাষিক আধিপত্য বিৰোধী উত্তপ্ত বক্তৃতাই উত্তেজনাৰ খোৰাক যোগাইছিল। ৰায়চৌধুৰীৰ অভাৱী জীৱন যাপন, অন্ততঃ প্ৰথমছোৱাত স্বাধীনতা আন্দোলনত যোগদানেও তেওঁৰ প্ৰতি অসমীয়া সাধাৰণ মানুহৰ মনত এটা শ্ৰদ্ধাৰ ভাৱ সৃষ্টি কৰিছিল।

ইয়াৰ বিপৰীতে নীলমণি ফুকনৰ কাকতকিখনক তুলনা কৰিলে আমি দেখা পাওঁ যে তেওঁৰ দ্বাৰা সম্পাদিত বাতৰি (প্ৰথম পৰ্যায়, সাপ্তাহিক, ১৯৩০-৩৫) আৰু দৈনিক বাতৰি (দ্বিতীয় পৰ্যায়, দৈনিক, ১৯৩৫-৩৭) ৰায়চৌধুৰীৰ সংৰক্ষিণী দৰ্শনৰ পূৰ্ণ সমৰ্থক হ'লেও এই দুয়োজন সম্পাদক আৰু তেওঁলোকৰ চিন্তা-চৰ্চাৰ মাজত পাৰ্থক্য নথকা নহয়।

চেতনা, ডেকা-অসমৰ প্ৰকাশক ৰায়চৌধুৰীৰ পেটে-ভাতে খাই থকা অৱস্থাৰ বিপৰীতে নীলমণি ফুকনৰ বাতৰিৰ প্ৰকাশক ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা আছিল তেওঁৰ সময়ৰ সবাতোকৈ ডাঙৰ চাহমালিক;[২০০] কেবাটাও মৌজাৰ মৌজাদাৰ এই সফল ব্যৱসায়ী জন আছিল সেইসময়ৰ আটাইতকৈ চহকী অসমীয়া। তেওঁ আছিল কেবাটাও মৌজাৰ মৌজাদাৰ, ঠেঙালবাৰীকে ধৰি তিনিখন চাহবাগিছাৰ মালিক ৰায়বাহাদুৰ বিষ্টুৰাম বৰুৱাৰ পুত্ৰ। এইজনা বিষ্টুৰামৰ পিতৃ ভোবোল খণ্ডীয়া বৰুৱা আকৌ ঠেঙাল মৌজাৰ মৌজাদাৰ আছিল। ব্ৰিটিছ-বিশ্বস্ত মৌজাদাৰৰ পৰা ব্ৰিটিছ-সহযোগী চাহ-মালিকলৈ ৰূপান্তৰিত হোৱা এই আঢ্যৱন্ত পৰিয়ালটোৰ সন্তান শিৱপ্ৰসাদে অসমৰ প্ৰথম দৈনিক কাকতখন প্ৰকাশৰ সামৰ্থ বাৰুকৈ

---

১৯৭। সদানন্দ চলিহা : '*ৰায়চৌধুৰী আৰু তেওঁৰ মধুৰ উন্মাদনা*', অম্বিকাগিৰী ৰায়চৌধুৰী

১৯৮। ঐ

১৯৯। '*ৰায়চৌধুৰী মানুহজন*', অম্বিকাগিৰী ৰায়চৌধুৰী স্মৃতিগ্ৰন্থ, পৃষ্ঠা ৩২-৩৩

২০০। **Planter Raj to Swaraj**, p- 342.

ৰাখিছিল।*

আচৰিত হ'বলগা একো নাথাকে যেতিয়া শিৱপ্ৰসাদে কাকতখনৰ সম্পাদকৰূপে বাছনি কৰে তেওঁৰ মোমায়েক তথা চাহ-মালিক নীলমণি ফুকনক। (ফুকনে বাতৰি সম্পাদনাৰ কাম কিছুকাল তেওঁৰ নীলমণি বাগিছাৰ পৰাই কৰিছিল।) ফুকনৰ ব্ৰিটিছানুগত্যৰ বিষয়ে অতুল চন্দ্ৰ হাজৰিকাৰ এই কথাষাৰেই যথেষ্টঃ *১৯২১ চনৰ মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনত তেওঁ জুইতো খেৰ দিয়া নাছিল। তেতিয়া তেওঁ অস্পৃশ্যতা বিৰোধী আন্দোলনৰ সমৰ্থকো নাছিল। সেই সময়ত তেওঁ দুই এটা দেশৰ অহিতকৰ কামো কৰিছিল। ... সেইসময়ত ককাৰ মন পুৰণি পুথিত নাছিল, অসমীয়া সাহিত্যতো নাছিল। তেওঁৰ গাত ইংৰাজ চাহ খেতিয়কৰ ধনঞ্জয় বায়ু লাগি আছিল।*[২০১]

ড° হীৰেন গোঁহাইৰ মতামতো এইক্ষেত্ৰত সামঞ্জস্যপূৰ্ণ; তেখেতে কয় যে নীলমণি ফুকনৰ দৰে বুদ্ধিজীৱীসকলে প্ৰথমে স্বাধীনতা আন্দোলনৰ দোৰ্ঘোৰ বিৰোধিতা কৰিছিল। চাহ উদ্যোগৰ লগত জড়িত পুঁজিপতি শ্ৰেণীৰ প্ৰতিনিধিৰূপেই ফুকনে তেনে কৰিছিল।[২০২]

এই পৰ্যবেক্ষণ তথ্যনিষ্ঠ কাৰণ ১৯২৩ চনৰ নিৰ্বাচনত পৰাজিত হোৱাৰ পাছত শিৱপ্ৰসাদ আৰু নীলমণি দুয়োজনকে ব্ৰিটিছে চাহ মালিকৰ বাবে সংৰক্ষিত সমষ্টিৰ পৰা বিধান পৰিষদলৈ মনোনীত কৰি নিছিল। লক্ষ্মীনাথ ফুকনে জনাইছে যে বাতৰিয়ে গান্ধীৰ 'অসহযোগ' আৰু তিলকৰ 'দায়িত্বশীল সহযোগ' দুয়োটাৰে বিৰোধিতা কৰিছিল। তেওঁৰ মতে দৈনিক বাতৰিয়ে যে ব্ৰিটিছ চাহমালিকৰ অতিশয় উষ্ণ সমৰ্থন-সহযোগ পাব, সেই সম্পৰ্কে শিৱপ্ৰসাদ বৰুৱা আগৰে পৰা নিশ্চিত আছিল। ব্ৰহ্মপুত্ৰ উপত্যকাৰ সকলো চাহ-মালিকে কাকত খন নিয়মীয়াকৈ লৈছিল আৰু বহু বাগিছাৰ ছপা কাম কাজো বাতৰি প্ৰেছক দিছিল।[২০৩] ফুকনৰ কথাখিনি গুৰুত্বপূৰ্ণ কাৰণ তেওঁ নিজেও কাকতখনৰ এসময়ৰ সহ সম্পাদক আছিল।

**অসমৰ বাতৰি কাকতঃ এটি ৰূপৰেখা** গ্ৰন্থত প্ৰকাশিত এটি প্ৰবন্ধৰ মতেও ভাৰতীয় চাহ সন্থা (ITA) আৰু ব্ৰিটিছ চাহ-মালিক উইলিয়ামচন মেগৰে তেওঁলোকৰ শাখা আৰু কৰ্মচাৰীসকলক দৈনিক বাতৰি কিনিবলৈ নিৰ্দেশ দিছিল। পাছত ভাৰতীয় চাহ সন্থাই (ITA) কাকতখনৰ এহেজাৰ কপিকৈ তলিতে কিনি লোৱা কৰিছিল। এই তথ্য অৰূপকুমাৰ দত্তৰ **The Khongia Borooahs of Thengal** গ্ৰন্থৰ দ্বাৰাও সমৰ্থিত। শান্তনু কৌশিক বৰুৱায়ো নতুন দৈনিক কাকতৰ ২৬-১০-১৯৯৭ সংখ্যাত প্ৰকাশিত '*অসমৰ প্ৰথমখন দৈনিক বাতৰিকাকত*' শীৰ্ষক প্ৰবন্ধত লিখিছে যে ভাৰতীয় চাহ সন্থাই সামগ্ৰিকভাৱে কাকতখনৰ পৃষ্ঠপোষকতা কৰিছিল।

---

* ঘটনাক্ৰমে ৰায়বাহাদুৰ শিৱপ্ৰসাদৰ পুত্ৰ হেমেন্দ্ৰপ্ৰসাদ আজিৰ তাৰিখতআটাইতকৈ সফল অসমীয়া চাহ-মালিক তথা ব্যৱসায়ী। তেওঁ বিভিন্ন সময়ত ভাৰতীয় চাহসন্থা (ITA) আৰু কনচাল্টেটিভ কমিটি অৱ প্লেন্টাৰ্চ এচ'চিয়েশ্যনৰ (CCPA) সভাপতি আছিল।

২০১। **মজিয়াৰ পৰা মেজলৈ**, পৃষ্ঠা ১৮১

২০২। '*বুদ্ধিজীৱীৰ ভূমিকা আৰু দায়িত্ব*', **ডেউকা**, জুন-জুলাই, ১৯৯৩।

২০৩। **মহাত্মাৰ পৰা ৰূপকোঁৱৰলৈ**, পৃষ্ঠা ১৪৯

এইখিনি তথ্যৰ ওপৰত ভিত্তি কৰিয়েই আমি এটা অত্যন্ত প্ৰাসংগিক মৌলিক প্ৰশ্ন উত্থাপন কৰিবলৈ ওলাইছোঁঃ চাহ-মালিক গোষ্ঠীকে ধৰি দৈনিক বাতৰিৰ ব্ৰিটিছ পৃষ্ঠপোষক সত্বেও 'সংৰক্ষিণী দৰ্শন' সমৰ্থন কৰিছিল নেকি? আমাৰ মতে কৰিছিল। সেয়েহে নীলমণি ফুকনৰ সংৰক্ষিণী মাৰ্কা উগ্ৰজাতীয়তাবাদ জোৰদাৰ হৈ উঠিছিল আৰু ই অসমীয়া জাতি গঠন প্ৰক্ৰিয়াটোকে ক্ষতিগ্ৰস্ত কৰিছিল। এইক্ষেত্ৰত দৈনিক বাতৰিৰ স্থিতিৰ লগত চাৰ বেম্পফিল্ড ফুলাৰৰ 'অসম অসমীয়াৰ বাবে' নামৰ তত্বৰ ঘনিষ্ঠ সংযোগ আছিল। ফুলাৰ চাহাবে ১৯০৩ চনতে প্ৰচাৰ কৰা এই তত্বক নীলমণি ফুকনে দৈনিক বাতৰিৰ সম্পাদকীয়ৰ যোগেৰে সমৰ্থন কৰিছিল।[২০৪] পাছে সোনকালেই তেওঁ 'অসম অসমীয়াৰ বাবে'তে ক্ষান্ত নহৈ 'বৰ অসম অসমীয়াৰ বাবে' ধ্বনি দিলে। বৰ অসম বোলোঁতে তেওঁ সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰ উপৰি ব্ৰহ্মদেশকো সামৰি লৈছিল।

আন এটা সম্পাদকীয়ত কৰ্তৃত্বৰ সুৰেৰে ফুকনে অসমৰ পাহাৰী জিলা কিখনত অসমীয়া লিপি চলোৱাৰ ফৰ্মান জাৰি কৰিছিল। গাৰোপাহাৰৰ ভাষা অসমীয়া ভিন্ন আন একো হ'ব নোৱাৰে আৰু ৰেভাৰেণ্ড জেমচ্ জয়মোহন নিকলচ্ ৰয়ে অসমীয়া জনা হ'লেহে অসমীয়াই তেওঁক আপোন বুলি গণ্য কৰিলেহেঁতেন বুলি ফুকনে কয়। তেওঁ অসমীয়া ভাষাই অসমৰ পাহাৰে ভৈয়ামে ৰজনজনোৱাটো বিচাৰিছিল।[২০৫] আন এটা সম্পাদকীয়ত ফুকনে অসম কেৱল অসমীয়া ভাষীৰ বুলি খোলা খুলিকৈ ঘোষণা কৰিছিল।[২০৬] জনজাতি তথা আন জনগোষ্ঠীবোৰৰ ওপৰত এনে উগ্ৰজাতীয়তাবাদী লম্ফজম্ফৰ প্ৰতিক্ৰিয়া কি হ'ব পাৰে, সহজেই অনুমেয়।

দৈনিক বাতৰিয়ে তেজপুৰত এখন বাংলা বিদ্যালয় প্ৰতিষ্ঠাৰ ঘোৰতৰ বিৰোধিতা কৰি যুক্তি আগবঢ়াইছিল যে অসমীয়া কৃষকৰ ঘামেৰে আৰ্জিত ৰাজকোষৰ ধনেৰে তেনে বিদ্যালয় খোলাৰ সামৰ্থ অসমৰ নাই।[২০৭] কিন্তু বাঙালীসকলে নিজৰ ধনেৰে বিদ্যালয় খুলিম বোলাত এই বাৰ দৈনিক বাতৰিয়ে আচল মূৰ্তি ধৰি ঘোষণা কৰিলে যে ব্যয় বহন যিয়েই নকৰক লাগিলে; নীতিগত কাৰণতে অসমত বাংলা বিদ্যালয় হ'ব নোৱাৰে।[২০৮] অৰ্থাৎ দৈনিক বাতৰিয়ে বাংলাক চৰকাৰী ভাষাৰ মৰ্যাদা দিয়া আৰু কিছু বিদ্যালয়ত বাংলা পঢ়ুৱাটো একাকাৰ কৰি পেলাইছিল। অসমীয়াক চৰকাৰী ভাষাৰ মৰ্যাদা দিয়াৰ ক্ষেত্ৰত অৱশ্যেই কোনো মতদ্বৈধতাৰ অৱকাশ নাই; কিন্তু সেই স্বীকৃতিয়ে আন ভাষাৰ বিদ্যালয় পৰ্যায়ত প্ৰচলনৰ অধিকাৰ স্বয়ংক্ৰিয়ভাৱে নাকচ নকৰে। অথচ দৈনিক বাতৰিয়ে তেজপুৰত উক্ত বিদ্যালয়খন খোলাৰ বিৰুদ্ধে ধৰ্মযুদ্ধ ঘোষণাতে ক্ষান্ত নহৈ বিদ্যালয়খনৰ লগত জড়িত আনন্দচন্দ্ৰ আগৰৱালাকো 'বদন' ঘোষণা কৰে। এয়া আছিল এক আমোদজনক তথা আশ্চৰ্যকৰ ব্যাখ্যা, কাৰণ ভাঙনিকোঁৱৰ আগৰৱালাও দৈনিক

২০৪। '*অসমৰ চুকে-কোণে অসমীয়া ভাষা*', দৈনিক বাতৰিৰ সম্পাদকীয়, ২৭-১২-১৯৩০।
২০৫। '*পৰ্বতীয়া স্কুলত অসমীয়া আখৰ*', দৈনিক বাতৰিৰ সম্পাদকীয়, ২৯-০৯-১৯৩৫
২০৬। '*বৰ্তমান আমাৰ কৰ্তব্য*', দৈনিক বাতৰিৰ সম্পাদকীয়, ০২-১২-১৯৩৫
২০৭। '*অসমীয়া তেজপুৰত বঙালী হাইস্কুল*', বাতৰিৰ বিভূতি, পৃষ্ঠা ৫৮
২০৮। '*ভাষাৰ ভেটিত প্ৰাদেশিক গভৰ্ণমেন্ট*', দৈনিক বাতৰিৰ সম্পাদকীয়, ০১-০৯-১৯৩৫

বাতৰিৰ সম্পাদক নীলমণি ফুকনৰ দৰেই অসম সাহিত্য সভাৰ অন্যতম সভাপতি আছিল। গোৱালপাৰাৰ আৰক্ষী অধীক্ষক হৈ থাকোঁতে এইজন আগৰৱালাই অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশনত অসমীয়া ভাষা বলবৎকৰণৰ প্ৰস্তাৱ গ্ৰহণ কৰাবলৈ কি ব্যাপক পুলিচী বন্দবস্ত কৰিছিল তাৰ কথা আমি আন প্ৰসংগত উল্লেখ কৰিছোঁ।

ধৰ্মক সাধাৰণতে ভাষাতকৈ তলত স্থান দিলেও দৈনিক বাতৰিয়ে বেপ্টিষ্ট মিশ্যন বা ৰামকৃষ্ণ মিশ্যনৰ আৰ্হিত এক শংকৰদেৱ মিশ্যনৰ পোষকতা কৰিছিল। 'মানুহক মানুহ কৰা ধৰ্ম' হিচাপেই কেৱল শংকৰী বৈষ্ণৱধৰ্মৰ সমৰ্থন কৰিছিল যিটো আন ধৰ্ম, পন্থাৰ মানুহৰ বাবে গ্ৰহণযোগ্য নোহোৱাৰে সম্ভাৱনা আছিল। দুৰ্গাপূজাৰ বিপৰীতে বিহুক জাতীয় উৎসৱ হিচাপেই সঠিকভাৱেই ডাঙি ধৰিছিল, কিন্তু তাৰ প্ৰধান তাগিদা আছিল বাঙালী খনিকৰে প্ৰতিমা সাজি পোৱা দুপইচা, বাঙালী যাত্ৰাপাৰ্টি আৰু দোকানী পোহাৰীয়ে দুৰ্গাপূজাৰ কিদিনত ধন ঘটা বন্ধ কৰাহে। এই খুচুৰা দোকানী-পোহাৰী-কুমাৰ-খনিকৰসকলক বিদেশী আখ্যা দিয়া কাকতখনে কিন্তু মাৰোৱাৰী পাইকাৰী ব্যৱসায়ী আৰু সাতসাগৰ তেৰনদীৰ পাৰৰ বগা-বঙালহঁতক বিদেশী আখ্যা দিয়া নাছিল। বৰং মাৰোৱাৰী-প্ৰীতিত উদ্বাউল কাকতখনে অসমীয়াৰ লগত মাৰোৱাৰীৰ কোনো বিৰোধ নাই, অসমীয়াৰ একমাত্ৰ শত্ৰু বাঙালীহে বুলি ঘোষণা কৰিছিল।(২০৯)

গুৱাহাটী বিশ্ববিদ্যালয়, জাতীয় যাদুঘৰ আদিৰ দাবী তোলা নীলমণি ফুকনো আম্বিকাগিৰী ৰায়চৌধুৰীৰ দৰেই চিলেট পৃথকীকৰণ, অসমলৈ প্ৰব্ৰজন, বৃহত্তৰ বংগ, অসমীয়া মাধ্যম,অসমীয়াৰ বাবে চাকৰি আদি প্ৰশ্নসমূহত সততে সৰৱ আছিল। আপাততঃ দুয়ো, আৰু দুয়োৰে দ্বাৰা সম্পাদিত কাকত-আলোচনীসমূহ পৰস্পৰে-পৰস্পৰৰ পৰিপূৰক আছিল, কিন্তু আমি আগতে ইংগিত দিয়াৰ দিয়াৰ দৰে দুয়োৰে মাজত সূক্ষ্ম পাৰ্থক্যও আছিল। উদাহৰণস্বৰূপে নীলমণি ফুকন ১৯৩৮ চনলৈকে স্বাধীনতা আন্দোলনৰ দোৰ্ঘোৰ বিৰোধী আছিল, কিন্তু অম্বিকাগিৰী ৰায়চৌধুৰী আন্দোলনটোত জড়িত আছিল, অৱশ্যে ভিন-ভিন ৰূপত। চাহ মালিক গোষ্ঠীৰ মুখপাত্ৰ আৰু সদস্য ফুকনে কটাইছিল এক বিলাস বহুল বৈভৱী জীৱন; তাৰ বিপৰীতে ৰায়চৌধুৰীয়ে পেটে-ভাতেহে বৰ্তিছিল। ফুকনৰ মাৰোৱাৰী-দৰদৰ প্ৰতিফলন আমি ৰায়চৌধুৰীৰ লেখনীত দেখা নাই। সেয়েহে এই বুলি ক'লে বোধহয় ভুল নহ'ব যে সংৰক্ষিণী দৰ্শনৰ ক্ষেত্ৰত একমত হ'লেও ফুকনৰ তেনে দৰ্শনৰ মাজত নিহিত আছিল উন্নাসিক উগ্ৰজাতিদম্ভ আৰু চৰম সুবিধাবাদ; ৰায়চৌধুৰীয়ে আকৌ তাকে কৰিছিল উন্মাদনাৰে সৰ্বস্ব উজাৰি।

## প্ৰগতিশীল জাতীয়তাবাদ অভিমুখে
## মিলন, আৱাহন, জয়ন্তী আৰু ৰামধেনু

অসমীয়া বাতৰি কাকত আলোচনী প্ৰায়বোৰৰে চালিকা শক্তি আছিল জাতীয়তাবাদ; এয়া সঁচা কথা। কিন্তু সেয়া (উগ্ৰ) জাতীয়তাবাদ নে প্ৰগতিশীল জাতীয়তাবাদ, ভাষিক নে

---

২০৯। *দৈনিক বাতৰিৰ সম্পাদকীয়,* বাতৰিৰ বিভূতি, পৃষ্ঠা ৯৯

অৰ্থনৈতিক,অথবা তাৰ মাত্ৰাই কিমান, তাৰহে পাৰ্থক্য আছিল। মতাদৰ্শগতভাৱে সমাজবাদ/সাম্যবাদৰ ওচৰ চপা প্ৰগতিশীলবিধৰ জাতীয়তাবাদী ধাৰাটোৰ অন্তৰ্ভুক্ত কৰিব পাৰি এইকেইখন কাকত আলোচনীকঃ **মিলন** (১৯২৩-৬০ৰ দশক), **আৱাহন** (১৯২৯-৭৬), **জয়ন্তী** (১৯৩৮-৪৯) আৰু **ৰামধেনু** (১৯৫০-৬৭)।

মনকৰিবলগীয়া যে ভাষিক জাতীয়তাবাদ এইকেইখন কাকত-আলোচনীৰো অন্যতম উপজীব্য আছিল। উদাহৰণস্বৰূপে **মিলনে** মহোৎসাহেৰে অসম ছাত্ৰ সন্মিলনৰ ১৯২৫ চনত ডিব্ৰুগড়ত অনুষ্ঠিত একাদশ বাৰ্ষিক অধিৱেশনৰ বাতৰি প্ৰচাৰ কৰিছিল, য'ত মণিপুৰৰ মহাৰাজা আৰু খাচী নেতৃবৃন্দক ক্ৰমে মণিপুৰ আৰু খাচী পাহাৰত অসমীয়া প্ৰবৰ্তন কৰিবলৈ আহ্বান জনোৱা হৈছিল।[২১০] **মিলনৰ** পাতত এজনৰ পাছত এজন লেখকে অসমীয়া বনাম বাংলা ভাষাৰ প্ৰশ্নটো অৱতাৰণা কৰি গৈছিল। কমলাকান্ত ভট্টাচাৰ্যৰ দৰে লব্ধপ্ৰতিষ্ঠ লেখকেও *'অসমীয়া ভাষা চলাৰ বৃত্তান্ত'*ৰ দৰে লেখনীৰ জৰিয়তে অসমৰ বিদ্যালয়সমূহত অসমীয়া ভাষাক পুনৰপ্ৰতিষ্ঠা কৰিবলৈ অসমীয়া যুৱকসকলে কৰা প্ৰচেষ্টাৰ বিৱৰণ দিছে। অৱশ্যে কমলাকান্ত উগ্ৰজাতীয়তাবাদী নাছিল। ৰামকুমাৰ ভট্টাচাৰ্য নামৰ এজন বাঙালী ভদ্ৰলোকে কেনেকৈ প্ৰাচীন ভাষা অসমীয়াক পুনৰ প্ৰতিষ্ঠা কৰিবলৈ তেওঁক উদগাইছিল আৰু সেই প্ৰেৰণাৰে উজ্জীৱিত হৈ তেওঁ ১৬ বছৰ বয়সতে দেশপ্ৰেম-ভাষাপ্ৰেমেৰে উদ্বুদ্ধ হৈ পৰিছিল, সেইকথা ভট্টাচাৰ্যই সশ্ৰদ্ধে উল্লেখ কৰিছে।[২১১]

কটন কলেজৰ আলোচনীত ইংৰাজীৰ সৈতে অসমীয়াৰ স্থান বিচাৰি, কটন কলেজিয়েটৰ আলোচনীৰ পৰা বাংলা ভাষাৰ বহিস্কৰণ বিচাৰি অসম ছাত্ৰ সন্মিলনৰ দৰেই সৰৱ হৈ উঠিছিল **মিলন**।[২১২]

অসমীয়া সাহিত্যৰ এক জটিল সন্ধিক্ষণত জন্ম লভা **আৱাহন** আছিল **ভাৰতবৰ্ষ**, **প্ৰবাসী** আৰু **বসুমতীৰ** দৰে সমসাময়িক বাংলা পত্ৰিকাবোৰৰ প্ৰতি এক অসমীয়া সঁহাৰি। **আৱাহনৰ** সম্পাদক ডাঃ দীননাথ শৰ্মাই(১৮৯৪-১৯৭৬) উত্তৰ বংগৰ কোচবিহাৰত পঢ়ি থকা সময়তে প্ৰথম বাংলা **প্ৰবাসী** পঢ়িবলৈ পায়। ইয়াত প্ৰকাশিত এটা অসমীয়া-বিৰোধী লেখনীয়ে ডেকা ডাক্তৰৰ তেজ তপতাই তোলে। কলকাতাত থকা সময়ত তেওঁ গৈ **প্ৰবাসীৰ** সম্পাদক ৰমানন্দ চট্টোপাধ্যায় আৰু **শনিবাৰেৰ চিঠিৰ** সম্পাদক সজনীকান্ত দাসক লগ কৰি অসমীয়া ভাষাৰ মৌলিকতা আৰু স্বকীয়তা প্ৰতিপন্ন কৰিছিলগৈ। সঁচা কথা ক'বলৈ গ'লে **আৱাহন** নামটোৱেই পছন্দ কৰা হৈছিল অসমীয়া লিপিৰ স্বকীয়তা সূচোৱা 'ৱ' আখৰ টো থকা বাবেই ; বাংলাত সেই আখৰটো নায়েই।

বাঙালীসকল আৰু বাংলা ভাষাৰ প্ৰতি **আৱাহনেও** এক কঠোৰ স্থিতি গ্ৰহণ কৰিছিল। অসমলৈ অহা মৈমনসিঙীয়া সকলে অসমীয়া ভাষা গ্ৰহণ কৰাটোক আদৰণি জনাই **আৱাহনে** কৈছিল যিসকল বাঙালী হিন্দুৱে এই কথাৰ বিৰোধিতা কৰে, তেওঁলোকে আচলতে অসমত বাঙালী প্ৰভুত্ব প্ৰতিষ্ঠা কৰিব বিচাৰে। দৈনিক **বাতৰিৰ** দৰেই **আৱাহনেও** তেজপুৰত

২১০। **মিলন**, পঞ্চম বছৰ, প্ৰথম সংখ্যা, ১৯২৬
২১১। ঐ, পঞ্চম বছৰ, তৃতীয় সংখ্যা, ১৯২৬
২১২। ঐ, ষষ্ঠ বছৰ, প্ৰথম সংখ্যা, ১৯২৭

বাংলা বিদ্যালয় প্ৰতিষ্ঠাৰ বিৰোধিতা কৰিছিল। এই কথাক ই আনকি মানৰ আক্ৰমণৰ লগতো তুলনা কৰিছিল।[২১৩] আনহাতে গোৱালপাৰা জিলাৰ বিদ্যালয়ত বাংলাভাষা প্ৰবৰ্তন কৰিব বিচৰা জমিদাৰসকলকো ই কঠোৰ ভাৱে সঁকীয়াই দিছিল।[২১৪] 'অসমত বিদেশী কাকত' শিৰোনামৰ সম্পাদকীয় এটাত ই অসমৰ স্বাৰ্থবিৰোধী বাংলা পত্ৰিকাবোৰ বৰ্জনৰ আহ্বান জনাইছিল। সম্পাদকীয়টোত তেনে বৰ্জনৰ আহ্বান জনোৱা 'আচামিজ ষ্টুডেন্টচ্ লিটাৰেৰী ক্লাব'ৰ সিদ্ধান্তটোও সমৰ্থন কৰা হৈছিল।[২১৫]

সম্পাদকীয়ৰ বাহিৰেও আৱাহনত প্ৰকাশিত আন লেখনীবোৰতো বাঙালী বিদ্বেষ প্ৰকট আছিল। পাছে অসমীয়া আৰু বাঙালী দুই মধ্যবিত্ত শ্ৰেণীৰ চাকৰিক লৈ কৰা টনা আজোৰাই যে তেনে বিদ্বেষৰ উৎস, সেইটোও বুজা গৈছিল। উদাহৰণ স্বৰূপে আলোচনীখনত প্ৰকাশিত চন্দ্ৰকান্ত বৰকাকতিৰ 'গৃহলক্ষ্মী' নামৰ গল্পটোৰ নায়ক ডম্বৰুধৰ য'তেই চাকৰিৰ সন্ধানত গৈছে,তাতেই একোটা চাকৰিৰ বাবে ত্ৰিশ চল্লিশজন বাঙালীয়ে 'শগুণৰ দৰে' থপিয়াথপি কৰা দেখিছে, কি চাহবাগিছা, কি ৰেলৱে', কি অইল কোম্পানী, সকলো বাঙালীৰ দখলত। ভাৱি ডম্বৰুধৰৰ মূৰ ঘুৰাই যায়।[২১৬] .... এনেবোৰ উদাহৰণৰ পৰা দেখা যায় যে কেৰাণী-মহৰীৰ চাকৰিৰ বাবেও চুবুৰীয়া বাঙালীসকলৰ প্ৰবল প্ৰতিদ্বন্দ্বিতাৰ সন্মুখীন অসমীয়া মধ্যবিত্তৰ মানসিকতাৰ লগত ৰজিতা খুৱাবলৈ গৈয়েই আৱাহনেও ভাষিক জাতীয়তাবাদকে সুলভ অস্ত্ৰ ৰূপে হাতত তুলি লৈছিল। চাকৰিৰ বাহিৰে আন কোনো জীৱিকাৰ সুযোগ নথকা বা ভাবি উলিয়াব নোৱাৰা অসমীয়া মধ্যবিত্তৰ বাবে এয়া অস্বাভাৱিকো নাছিল।

মন কৰিবলগীয়া যে সমাজবাদী বা প্ৰগতিশীল ভাৱভংগী লোৱা ৰামধেনুও ভাষিক জাতীয়তাবাদৰ ক্ষেত্ৰত আন কোনো কাকত আলোচনীতকৈ অলপো পৃথক নাছিল। বৰং সমগ্ৰ উত্তৰ পূৰ্ৱাঞ্চলত অসমীয়া ভাষা চলোৱাৰ ক্ষেত্ৰত ই একাচি চৰাহে আছিল। 'নেফাত অসমীয়া ভাষা' শীৰ্ষক এটা সম্পাদকীয়ত ই উত্তৰ পূৰ্বাঞ্চলৰ সকলো জিলা তথা ৰাজ্যত অসমীয়াক একমাত্ৰ শিক্ষা তথা যোগাযোগৰ মাধ্যম কৰাৰ দাবী তুলিছিল।[২১৭] নেফাত (NEFA; North East Frontier Agency) হিন্দী ভাষা জাপি দিয়াৰ বিৰোধিতা কৰি ই কৈছিল যে অসমীয়া ভাষা শিকিলেহে পাহাৰৰ মানুহৰ 'জাতীয় দৃষ্টিভংগী' বিকশিত হ'ব।[২১৮]

এইখিনিতে মন কৰিবলগীয়া কেইটামান কথা হ'ল : (১) ৰামধেনুৱে বিভিন্ন থলুৱা জনজাতি/ জনগোষ্ঠীৰ মাতৃভাষাৰ (এইক্ষেত্ৰত দোৱান শব্দটো প্ৰয়োগ কৰাটো ভুল) প্ৰতি সামান্যতমো আগ্ৰহ দেখুৱা নাছিল। (২) ই ধৰিয়েই লৈছিল যে জনজাতিসকলৰ অসমীয়া

---

২১৩। আৱাহন, ষষ্ঠ বছৰ, একাদশ সংখ্যা, ১৯৩৪ ।

২১৪। আৱাহনৰ সম্পাদকীয়, একাদশ বছৰ,পঞ্চম সংখ্যা, ১৯৪০

২১৫। ঐ, তৃতীয় বছৰ, দ্বিতীয় সংখ্যা, ১৯৩১

২১৬। '*গৃহলক্ষ্মী*', আৱাহন, তৃতীয় বছৰ, নৱম সংখ্যা, ১৯৩২

২১৭। '*নেফাত অসমীয়া ভাষা*', ৰামধেনু সম্পাদকীয়,নৱম বৰ্ষ, সপ্তম সংখ্যা, ১৯৩৪, সম্পাদক : ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য

২১৮। ঐ,

সত্তাৰ বাহিৰে আন কোনো সত্তা থাকিবই নোৱাৰে। (৩) স্থানীয় ভাষাটো দূৰৰে কথা অসমীয়াৰ উপৰিও নাগা জনজাতীয়সকলৰ ভাষাৰ কিছু কিছু শব্দ মিহলি থকা নাগামিজৰ দৰে ভাষাকো ৰামধেনুৱে এৰাইছিল; তাৰ সলনি ই পোষকতা কৰিছিল বিশুদ্ধ অসমীয়াৰ। (৪) ই ধৰি লৈছিল যে পাহাৰীয়া জনজাতিসকলে এক 'জাতীয় দৃষ্টিভংগী' গঢ়ি তুলিবলৈ হ'লে অসমীয়া ভাষা গ্ৰহণ কৰিবই লাগিব। স্বাভাৱিকতে নিজৰ মাতৃভাষা-সংস্কৃতি পৰিত্যাগ কৰি 'জাতীয় দৃষ্টিভংগী' গঢ়ি তোলাতকৈ এইসকল পাহাৰীয়া জনজাতিয়ে অসম পৰিত্যাগ কৰিবলৈকে ভাল পালে; থানবান হ'ল অসম, ক্ষতিগ্ৰস্ত হ'ল অসমীয়া জাতিগঠন প্ৰক্ৰিয়া।

অসমীয়া ভাষাৰ বিৰোধিতাকেই জাতিদ্ৰোহী, দেশদ্ৰোহী কাৰ্যকলাপ বুলি আখ্যা দি ই সম্পাদকীয় শিতানতে খোলাখুলিকৈ ঘোষণা কৰিলে যে উঃ পূৰৰ পাহাৰত গঢ় লোৱা অসমীয়া বিৰোধী, ভাৰত বিৰোধী টৌৱে নেহৰু-চলিহাৰ সিংহাসনকে কঁপাই তুলিছে।(১৩শ,১২শ সংখ্যা,১৯৫৮)

তাতেই সন্তুষ্ট নহৈ ৰামধেনুৰ এজন লেখকে লিখিলে যে নাগাসকলে কোটি কোটি বছৰ (তেওঁৰ ভাষাত 'কোটি কোটি কাল') জুৰি অসমীয়া কৈয়েই আহিছে। এতেকে এই কোটিবছৰীয়া তত্ত্বৰ ওপৰত ভিত্তি কৰি অসমীয়াকে অনতিপলমে নগাপাহাৰৰ চৰকাৰী ভাষা কৰিব লাগে বুলিও তেওঁ দাবী কৰিছিল।[২১৯]

ৰামধেনুৰ সম্পাদক ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ স্থিতিও যে ইয়াতকৈ বিশেষ বেলেগ নাছিল, তাৰ প্ৰমাণ পোৱা যায় 'উৰ্বশীয়ম'ত (চচিয়েলিষ্ট পাৰ্টিৰ নেতৃবৃন্দই 'নেফা'ক বুজাবলৈ এই হিন্দু-সংস্কৃত শব্দটো উদ্ভাৱন কৰিছিল) অসমীয়াক শিক্ষাৰ মাধ্যম হিচাপে চলাবলৈ কৰা দাবীৰ পৰা।[২২০] 'অসমীয়া ৰাজ্যভাষা' শীৰ্ষক আন এটা সম্পাদকীয়তো 'হিন্দুস্তানী, চাহশ্ৰমিক, বাঙালী, নেপালী, জনজাতি, মিকিৰ, আবৰ, নাগা' সকলোকে অসমীয়াক ৰাজ্যিক চৰকাৰী ভাষা ৰূপে মানি ল'বলৈ আহ্বান জনোৱা হৈছিল।[২২১]

## বৰ অসমৰ সপোন ঃ সম্প্ৰসাৰণবাদিতাৰ স্বৰূপ

ৰামধেনুৱে বৰ্তমানৰ সাতখন উত্তৰ পূৰ্বাঞ্চলীয় ৰাজ্যক সামৰি এখন বৰ অসমৰ সপোন দেখিছিল। ঐতিহাসিকভাৱে এই কেউখন ৰাজ্য একেখন অসমৰে অংগ আছিল বুলি ই কৰা প্ৰচাৰ আন উগ্ৰজাতীয়তাবাদীসকলতকৈ বেলেগ নাছিল। অথচ সেই দাবী আছিল ইতিহাস-বিৰুদ্ধ। মণিপুৰ আৰু ত্ৰিপুৰা সদায়েই বেলেগ ৰাষ্ট্ৰ আছিল। বৰাক উপত্যকা, কাৰ্বি আংলং, উত্তৰ কাছাড় পাহাৰ আৰু নামনি অসমৰ বেছিভাগ ঠায়ো আহোম-শাসিত অসমৰ ভিতৰত নাছিল। বৰ্তমানৰ মেঘালয়, মিজোৰাম, নাগালেণ্ড, অৰুণাচল এইবিলাকো ঐতিহাসিকভাৱে কাহানিও অসমৰ ভিতৰুৱা নাছিল। তথাপিও অসমীয়া মধ্যশ্ৰেণীৰ একাংশই সদায় বৰ অসমৰ সপোন দেখি পুলকিত হৈছিল। এইক্ষেত্ৰত 'চচিয়েলিষ্ট' ৰামধেনুৱেও হিয়া মন উজাৰি অন্য ক্ষেত্ৰত বিৰুদ্ধাচৰণ কৰা অসমৰ কংগ্ৰেছ চৰকাৰৰ সম্প্ৰসাৰণবাদী পদক্ষেপত গা উজান দিছিল। ১৯৫৮ চনৰ এপ্ৰিল মে' সংখ্যা ৰামধেনুৱে সম্পাদকীয় শিতানতে নেফাক অসমৰ

---

২১৯। মহেন্দ্ৰ সভাপণ্ডিতৰ লেখনী, ৰামধেনু, একাদশ বছৰ, সপ্তম সংখ্যা, ১৮৮০ শক, ১৯৫৮ চন

২২০। ৰামধেনু সম্পাদকীয়, দ্বাদশ বছৰ, পঞ্চম সংখ্যা, ১৮৮১ শক, ১৯৫৯ চন

২২১। ঐ, ত্ৰয়োদশ বছৰ, জেঠ, ১৮৮২ শক, ১৯৬০ চন

লগত চামিলকৰণৰ বাবে বিমলা প্ৰসাদ চলিহা চৰকাৰৰ সিদ্ধান্তৰ কথা জনাইছিল।

সেই বাতৰি পাঠকক জনোৱাতে ক্ষান্ত নহৈ ৰামধেনুৱে কংগ্ৰেছী মুখ্যমন্ত্ৰীজনৰ ওচৰত দাবী তুলিলে অবিলম্বে নেফাক অসমত চামিল কৰিবলৈ। ই আৰু ক'লে জনজাতিকে ধৰি বিভিন্ন সম্প্ৰদায়ক যদি নিজৰ নিজৰ ভাষা ক'বলৈ দিয়া হয়, তেনেহ'লে অসম অচিৰেই Tower of Babel হৈ পৰিব।[২২২]

এই সম্পাদকীয়ৰ বিশ্লেষণে দেখুৱায় যে (১) ইয়াৰ ঘোৰ শত্ৰু কংগ্ৰেছৰ সম্প্ৰসাৰণবাদী নীতিক সমৰ্থন কৰাৰ স্বাৰ্থত ৰামধেনুৱে নিজৰ চচিয়েলিষ্ট স্থিতি জলাঞ্জলি দিবলৈও সাজু আছিল, (২) জনজাতি সকলৰ ভাষাক 'অসমৰ ভাষা'ৰূপে স্বীকৃতি দিলে অসম বেবেলৰ স্তম্ভত পৰিণত হ'ব বুলি ই ভয় খাইছিল বা ভয় খুৱাইছিল। এনে স্থিতিৰ প্ৰভাৱ জাতিগঠন প্ৰক্ৰিয়াত কেনেধৰণৰ হ'ব সহজে অনুমেয়।

উত্তৰ পূৰ্বাঞ্চলকে বৰ অসমত সুমুৱাই সন্তুষ্ট নহৈ আন এজন বিশিষ্ট চচিয়েলিষ্ট নেতা অজিত কুমাৰ শৰ্মাই আকৌ উত্তৰবংগৰ কোচবিহাৰকো বৰ অসমত সুমুৱাব খুজিছিলহে। তেওঁ কোচবিহাৰক ইতিমধ্যে অসমৰ অন্তৰ্ভুক্ত নকৰা বাবেহে কংগ্ৰেছক সমালোচনা কৰিছিল।[২২৩] উল্লেখ থাকে যে অসমৰ কংগ্ৰেছ নেতৃত্বই ১৯৪০ চনতে ৰংপুৰ (বৰ্তমানে বাংলাদেশৰ অন্তৰ্ভুক্ত), জলপাইগুৰি আৰু কোচবিহাৰক অসমত সুমুৱাব খুজিছিল। সেই বছৰৰ ২৫ ডিচেম্বৰত যোৰহাট কাৰাগাৰত কাৰাৰুদ্ধ হৈ থকা অসম কংগ্ৰেছৰ নেতৃত্বই সেই বিষয়ে আলোচনা কৰিছিল। তাত অংশ লৈছিল গোপীনাথ বৰদলৈ (পাছলৈ অসমৰ মুখ্যমন্ত্ৰী), ফখৰুদ্দিন আলি আহমদ (পাছলৈ ভাৰতৰ ৰাষ্ট্ৰপতি), দেবেশ্বৰ শৰ্মা (পাছলৈ অসমৰ বিত্তমন্ত্ৰী) আদিয়ে। নিৰোদ কুমাৰ বৰুৱাই দেখুৱাইছে যে কংগ্ৰেছ নেতৃত্বই উক্ত জিলাকিখন অসমৰ লগত চামিলকৰণৰ প্ৰস্তাৱটো জনগোষ্ঠীগত ভিত্তিত ('তাতো কোচ, কলিতা আৰু ব্ৰাহ্মণ আছে'), ধৰ্মীয় ভিত্তিত ('শংকৰদেৱৰ ধৰ্ম তাতো চলে') আৰু ভাষিক ভিত্তিত ('পুৰণা কামৰূপী তাতো কোৱা হয়') সমৰ্থন কৰিছিল।[২২৪]

অসম সাহিত্য সভাৰ অন্যতম সভাপতি বেণুধৰ ৰাজখোৱাই আকৌ কোচবিহাৰ চামিলকৰণ সমৰ্থন কৰিবলৈ গৈ আন এটা আচৰিত যুক্তি দৰ্শাইছিল। তেওঁৰ মতে কোচবিহাৰ অসমীয়াৰ তীৰ্থস্থান। মুছলমানৰ বাবে মক্কা যেনে, অসমীয়া হিন্দুৰ বাবে কোচবিহাৰ তেনে।[২২৫] তাকে ক'বলৈ গৈ তেওঁ অৱশ্যে অসমীয়া আৰু অসমীয়া হিন্দু দুয়োটাকে সমাৰ্থক কৰি পেলাইছিল। 'আয়োগ অহাৰ আগৰ পৰত'ৰ দৰে সম্পাদকীয়[২২৬] লিখি ৰাজ্য পুনৰ গঠন আয়োগৰ আগমনৰ প্ৰাকমুহূৰ্ত্তত ৰামধেনুৱে মুকলিকৈয়ে কোচবিহাৰ চামিলকৰণৰ দাবী তুলিছিল।

---

২২২। ৰামধেনু, এপ্ৰিল-মে' ১৯৫৮

২২৩। '*কোচবিহাৰ সমস্যা*', ৰামধেনু, বহাগ, ১৮৭৭ শক, ১৯৫৫ চন

২২৪। Nirode K. Barooah : **Gopinath Bordoloi Indian Constitution and Centre Assam Relations**, p- 72.

২২৫। ৰামধেনু, অষ্টম বছৰ, দ্বিতীয় সংখ্যা, ১৯৫৫

২২৬। ঐ, সপ্তম বছৰ, এপ্ৰিল, ১৯৫৪

**বামধেনুৰ** দৰে **আৱাহনো** বৰ অসম গঢ়িবলৈ উদগ্ৰীৱ আছিল। অসম সাহিত্য সভাৰ তেতিয়াৰ প্ৰধান সম্পাদক দেবেশ্বৰ চলিহাই **আৱাহনৰ** পাততে 'বহল অসম' নামৰ প্ৰবন্ধ লিখি উত্তৰবংগৰ উক্ত জিলাকিখন অসমত চামিল কৰাৰ দাবী তুলিছিল। সাহিত্য সভাৰ ১৯৩১ চনৰ অধিবেশনত লোৱা প্ৰস্তাৱটো উদ্ধৃত কৰি তেওঁ তাক কেন্দ্ৰ কৰি সেই অধিবেশন কেনেকৈ আবেগ উত্তেজনাৰে আলোড়িত হৈ উঠিছিল, তাৰো বৰ্ণনা দিছে।[(২২৭)] উক্ত প্ৰস্তাৱ কাৰ্যকৰী কৰিবলৈ সাহিত্য সভাই গঠন কৰি দিয়া আঠজনীয়া সমিতিত **আৱাহনৰ** প্ৰকাশক আৰু সম্পাদকৰ বাহিৰেও আনন্দচন্দ্ৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা, কমলাকান্ত ভট্টাচাৰ্য, তৰুণৰাম ফুকন, নীলমণি ফুকন আৰু প্ৰমথ নাথ চক্ৰবৰ্তী সদস্যৰূপে আছিল। **আৱাহনৰ** প্ৰকাশক নগেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে স্বীকাৰ কৰিছিল যে উক্ত প্ৰস্তাৱে সাহিত্যৰ সীমা চেৰাই ৰাজনীতিৰ ক্ষেত্ৰত প্ৰৱেশ কৰিছিল।[(২২৮)]

মধ্যশ্ৰেণীৰ এই ভূখণ্ডগত হাবিয়াস আৰু বৃহত্তৰ অসমত আধিপত্য স্থাপনৰ আকাংক্ষ্যাক সেই শ্ৰেণীৰ একাংশৰ, বিশেষকৈ কংগ্ৰেছৰ জাতি-বৰ্ণগত গোষ্ঠীবাদে কেনেকৈ কলিতে মৰহাই পেলালে সেই সম্পৰ্কে আমি এই গ্ৰন্থৰ সামৰণি অধ্যায়ত ভালকৈ দেখুৱাইছোঁ।

কিন্তু নিজৰ সেই সীমাবদ্ধতা সম্পৰ্কে অজ্ঞ অথবা অসচেতন থাকি মধ্যশ্ৰেণীয়ে ৰাজ্যৰ সীমা বহলাবলৈ বদ্ধপৰিকৰ হৈ থাকিল। **আৱাহনে** এখোপ আৰু ওপৰলৈ উঠি ব্ৰহ্মদেশ (বৰ্তমান মায়াম্মাৰ) ঢাকা, চিলেট, ৰংপুৰ, জলপাইগুড়ি আৰু কোচবিহাৰত থকা বহু অসমীয়াই নিজৰ ভাষা চৰ্চা কৰি থকাত হৰিষ প্ৰকাশ কৰি সেইবোৰ ঠাইত অসমীয়া বিদ্যালয় প্ৰতিষ্ঠা, সিবিলাকলৈ অসমীয়া বাতৰি কাকত প্ৰেৰণ আৰু তাত অসমীয়া প্ৰচাৰৰ বাবে স্থায়ী অনুষ্ঠান গঢ়ি তোলাৰ পৰামৰ্শ দিছিল; ই আৰু কৈছিল যে তেনে অনুষ্ঠান গঢ়ি তোলাৰ অন্যতম উদ্দেশ্য হ'ল বিদেশী ৰাষ্ট্ৰত অসমীয়াৰ আধিপত্য গঢ়ি তোলা।[(২২৯)]

এই কথাই আমাক মাথো টলষ্টয়ৰ '*How much land does a man need?*' গল্পলৈ মনত পেলায়। উক্ত গল্পত এজন মানুহক তেওঁ বেলি পৰাৰ আগতে যিমানখিনি মাটিৰ চৌসীমা দৌৰি গছকিব পাৰে, সিমানখিনি তেওঁ পাব বুলি কোৱা হৈছিল। মাটিৰ লোভত তেওঁ ভৰ দুপৰলৈকে নাকৰ পোনে পোনে দৌৰি থাকিল। যেতিয়া মনত পৰিল যে চাৰিওসীমা ঘেৰিব লাগিব, তেতিয়া অতি দীঘল, কিন্তু কম পুতলৰ মাটি টুকুৰাৰ চাৰিওসীমা কোনোমতে সম্পূৰ্ণ কৰি যেতিয়া শেষবিন্দু পালেহি, তেতিয়া উশাহ বন্ধ হৈ মানুহজন মৰি থাকিল। বৰ অসমৰ লোভত আত্মহাৰা অসমীয়া মধ্যশ্ৰেণীয়েও অচিৰেই দেখা পাব একালৰ আহল বহল অসম হ'ব ছিন্ন ভিন্ন, যিকণ বাকী ৰ'ব, সিও হ'ব বিপন্ন।

**মিলন** আছিল অসম ছাত্ৰ সন্মিলনৰ মুখপত্ৰ আৰু এই সংগঠনটো আছিল অসমীয়া ছাত্ৰসকলৰ আটাইতকৈ প্ৰগতিশীল জাতীয় সংগঠন। ১৯১৬ চনত চন্দ্ৰনাথ শৰ্মাৰ উদ্যোগত গঠিত সন্মিলনে ইয়াৰ ১৯২২ চনৰ অধিবেশনৰ সময়ৰ পৰা **মিলন** প্ৰকাশ কৰিবলৈ লয়।

---

২২৭। **আৱাহন**, তৃতীয় বছৰ, অষ্টম সংখ্যা, ১৯৩২

২২৮। ঐ,

২২৯। ঐ, সম্পাদকীয়, দ্বিতীয় বছৰ, তৃতীয় সংখ্যা, ১৯৩১

জগ্মলগ্নতে ই ব্ৰিটিছ-বিৰোধী নাছিল। (তেতিয়াৰ) নৱনিযুক্ত অসমৰ ব্ৰিটিছ গভৰ্ণৰ লৌৰী হেমগুক ৰজা, দেশ আৰু ৰাইজৰ কৰ্তব্য কৰিবলৈ ভগৱন্তই সহায় কৰক, এনেধৰণৰ সম্পাদকীয় ই যেনেকৈ লিখিছিল,[২৩০] ঠিক তেনেকৈ জেনকিন্স চাহাবে আনন্দৰাম ঢেকীয়াল ফুকনক যিমান ভাল পাইছিল, অথবা এগ্নিউ চাহাবে হেমচন্দ্ৰ বৰুৱাক আৰু কেপ্টেইন বেট্চে যদুৰাম বৰুৱাক যিমান ভাল পাইছিল, তাতকৈ যে ইডেন চাহাবে গংগাগোবিন্দ ফুকনক বহুত বেছি ভাল পাইছিল, সেইবোৰ হিয়া দিয়া নিয়াৰ কাহিনী বেণুধৰ শৰ্মাৰ কলমেৰে পঢ়িবলৈ পোৱা গৈছিল **মিলনৰ** পাতত।[২৩১]

অথচ ১৯১৯ চনতেই ছাত্ৰ সন্মিলনে বিদেশী বস্তু বৰ্জনৰ সিদ্ধান্ত লৈছিল। যিকি নহওক, **মিলনৰ** পৰিবৰ্তন হ'ব ধৰিলে আৰু সি বেছি-বেছিকৈ প্ৰগতিশীল ধাৰাৰ ফালে ঢাল খালে। ১৯৩৯ চনত অধ্যাপক হুমায়ুন কবীৰৰ সভাপতিত্বত যোৰহাটত অনুষ্ঠিত ছাত্ৰ সন্মিলনৰ অধিবেশনৰ সিদ্ধান্ত মৰ্মে ইয়াক অল ইণ্ডিয়া ষ্টুডেন্টচ' ফেডাৰেশ্যনৰ লগত চামিল কৰা হয়। সেইবাৰ সন্মিলনৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হয় গৌৰী শংকৰ ভট্টাচাৰ্য আৰু **মিলনৰ** সম্পাদক হয় দধি মহন্ত।[২৩২] ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ লগত ঘনিষ্ঠভাবে জড়িত মহন্তই সন্মিলনত এ.আই. এচ.এফত চামিল কৰাৰ ক্ষেত্ৰতো বিশেষ ভূমিকা লৈছিল।[২৩৩] স্বাভাৱিকতেই তেওঁৰ সম্পাদনাৰ সময়ছোৱাতে **মিলনে** ছাত্ৰসকলৰ স্বাভাৱিক উৎসাহ উদ্দীপনা অথচ আদৰ্শগত অস্পষ্টতাৰ (এক বিমূৰ্ত জাতীয়তাবাদৰ ধাৰণাসহ) প্ৰথম পৰ্যায় আৰু ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰোধিতা, স্বাধীনতাৰ আকাংক্ষ্যাৰ (অসমীয়া/ভাৰতীয় জাতীয়তাবাদৰ প্ৰেৰণাসহ) দ্বিতীয় পৰ্যায় অতিক্ৰম কৰি কমিউনিষ্ট আন্তৰ্জাতিকতাৰ পৰ্যায়লৈ (অসমীয়া/ভাৰতীয় জাতীয়তাবাদক সমৃদ্ধ কৰি) উন্নীত হৈছিল।

মিলন জাতীয়তাবাদী আছিল যদিও ই কেতিয়াও উগ্ৰজাতীয়তাবাদী নাছিল। উদাহৰণস্বৰূপে বিশিষ্ট খাচী জনজাতীয় নেতা ৰেভাৰেণ্ড জেমচ জয়মোহন নিকলচ্ ৰয়ৰ কথা **মিলনে** সসন্মানে উল্লেখ কৰিছিল। উল্লেখযোগ্য যে অসম ছাত্ৰ সন্মিলনৰ একাদশ অধিবেশনত সভাপতিত্ব কৰা নিকলচ্ ৰয় আছিল আমেৰিকা, ইংলেণ্ড, জাপান, চীন আদি বহুদেশ ভ্ৰমণৰ অভিজ্ঞতাৰে পুষ্ট এনে এজন ব্যক্তি, যাক **মিলনে** (কানি) নিষিদ্ধ কৰণ আন্দোলনৰ নেতা, 'অসমৰ মহান শুভাকাংক্ষী', 'শ্ৰদ্ধেয় অসমীয়া' আদি আখ্যা দিছিল।[২৩৪]

দেশবন্ধু চিত্তৰঞ্জন দাশ, নেতাজী সুভাষ বসু, আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰয় (কেউজন বাঙালী), চাৰ দেৱপ্ৰসাদ সৰ্বাধিকাৰী (উৰিয়া), অধ্যপক দেবদত্ত ভাণ্ডাৰকাৰ আৰু ড. ডি.আৰ.ভাণ্ডাৰকাৰ (দুয়ো মাৰাঠী) আদিৰ দৰে বিশিষ্ট অনা-অসমীয়া ব্যক্তিৰ প্ৰতিও **মিলনে** আন্তৰিক শ্ৰদ্ধা নিবেদন কৰিছিল। দেশবন্ধু দাশৰ মৃত্যুত ইয়াৰ গভীৰ মৰ্মবেদনা, নেতাজীৰ কাৰামুক্তিত ইয়াৰ সন্তোষ[২৩৫] আদিয়ে দেখুৱায় কেনেকৈ **মিলনৰ** পাতত অসমীয়া

২৩০। **মিলন**, পঞ্চম বছৰ, চতুৰ্থ সংখ্যা, ১৯২৬।

২৩১। বেণুধৰ শৰ্মা : '*গংগাগোবিন্দ ফুকন*', **মিলন**, পঞ্চম বছৰ, চতুৰ্থ সংখ্যা, ১৯২৬।

২৩২। গৌৰীশংকৰ ভট্টাচাৰ্যৰ প্ৰবন্ধ, প্ৰসংগ দধি মহন্ত, পৃষ্ঠা ৬।

২৩৩। জ্যোতিৰ্ময় নন্দীৰ প্ৰবন্ধ, ঐ, পৃষ্ঠা ৯৯

২৩৪। ভাষণমালাত ছাত্ৰ সন্মিলনৰ একাদশ অধিবেশনৰ প্ৰতিবেদন আৰু অভ্যৰ্থনা সমিতিৰ ভাষণ।

জাতীয়তাবাদৰ ওপৰত ভাৰতীয় জাতীয়তাবাদৰ প্ৰভাৱ পৰিছিল আৰু উগ্ৰজাতীয়তাবাদী প্ৰৱণতাৰ পৰা ইয়াক আঁতৰাই আনিছিল। ইয়াৰ বিপৰীতে আৱাহন আছিল অসমীয়া আৰু ভাৰতীয় জাতীয়তাবাদৰ মাজত দীৰ্ণ-বিদীৰ্ণ। ভাৰতীয় জাতীয় কংগ্ৰেছৰ নীতি আদৰ্শ সাধাৰণভাৱে উৰ্দ্ধত তুলি ধৰিলেও অসমৰ ঐক্য অখণ্ডতা আদি প্ৰশ্ন বোৰত ই আপোচ কৰা নাছিল কাহানিও। অসম সাহিত্য সভাৰ তথাকথিত অৰাজনৈতিকতাৰ বিপৰীতে জাতীয় দায়িত্বৰ খাতিৰতে আৱাহনে জাতীয় ৰাজনৈতিক প্ৰশ্নসমূহো সাহসেৰে উৰ্দ্ধত তুলি ধৰিছিল।

ড° প্ৰফুল্ল মহন্তই দেখুৱাইছে কেনেকৈ চোভিয়েট সমাজবাদী বিপ্লৱ, আৰু সমাজবাদৰ ধাৰণাসমূহ অসমীয়া পাঠকৰ সমুখত আৱাহনে তুলি ধৰিছিল। প্ৰাক্-বিপ্লৱী ৰাছিয়া, বিপ্লৱোত্তৰ ৰাছিয়া, ৰাছিয়াত ধৰ্মৰ স্থান, নিৰ্বাসনত লিয়ন ট্ৰটস্কি আদি বিষয়ত এলানি প্ৰবন্ধ আৱাহনৰ পাতত প্ৰকাশ পাইছিল।[২৩৬] দধি মহন্তই এনেই কোৱা নাছিল, সমসাময়িক আলোচনীবোৰৰ ভিতৰত আৱাহনৰ ভূমিকাই মুক্তি সংগ্ৰামৰ ক্ষেত্ৰত মহত্তম আছিল বুলি। অৱশ্যে তেনেকৈ কওঁতে মহন্তই ছাগে অসম বিলাসিনীৰ কথা পাহৰি গৈছিল।[২৩৭] এনেকৈয়ে স্বাধীনতা সংগ্ৰাম আৰু শ্ৰমিকশ্ৰেণীৰ আন্তৰ্জাতিক সংগ্ৰামবোৰ উৰ্দ্ধত তুলি ধৰি আৱাহনে জাতীয়তা আৰু আন্তৰ্জাতিকতাৰ অনুপম সমন্বয় সাধন কৰিছিল। আনহাতে জয়ন্তীয়ে নিজৰ বাট বাছি লৈছিল চেতনা-ডেকা অসম আৰু দৈনিক বাতৰিয়ে কটা উগ্ৰজাতীয়তাবাদী বাটৰ বিপৰীতে। ই মৌ, আসাম বান্ধৱৰ আৰ্হিত ব্ৰিটিছানুগত্যৰো বিৰোধিতা কৰিছিল। কাৰণ ই তেনে আনুগত্যই সৃষ্টি কৰা হীনমন্যতাৰ মনোভাব অপছন্দ কৰিছিল। প্ৰস্তাৱনা সংখ্যাতে আলোচনীখন সম্পূৰ্ণ জাতীয়তাবাদী হ'ব বুলি ঘোষণা কৰা হৈছিল আৰু ইয়াৰ দৃষ্টিত জাতীয় প্ৰগতি প্ৰাপ্তি আৰু গাঁৱলীয়া ৰাইজৰ সমস্যাৰ সমাধান সন্ধান কৰা হৈছিল। সেই সংখ্যাৰ সম্পাদকীয়তে আলোচনীখনে জাতীয় চেতনা, প্ৰব্ৰজন, অসমৰ অৰ্থনৈতিক প্ৰগতি, ৰাজ্যখনৰ খনিজ সম্পদৰ আয় আদি বিষয়ত আলোকপাত কৰিব বুলি কোৱা হৈছিল। এইখন 'সচিত্ৰ প্ৰগতিশীল জাতীয়তাবাদী বাতৰিকাকত তথা আলোচনী'ৰ প্ৰথম সম্পাদক আছিল বিহগী কবি ৰঘুনাথ চৌধাৰী। তেওঁৰ নেতৃত্বতে তিনিজনীয়া এটা গোটে আলোচনীখন চলাইছিল। এই গোটৰ সদস্যসকল আছিল ক্ৰমে কমলনাৰায়ণ দেৱ, চক্ৰেশ্বৰ ভট্টাচাৰ্য (দুয়ো জয়ন্তীৰ সম্পাদক) আৰু ইয়াৰ মূল তাত্ত্বিক ভবানন্দ দত্ত। জয়ন্তীয়ে সূচনা কৰা পথটোৰ অন্যতম পথিকৃৎ ভবানন্দ দত্তই জাতীয় মুক্তি সংগ্ৰাম আৰু প্ৰগতিশীল সামাজিক প্ৰমূল্যৰ মাজত দ্বন্দ্ব নাই বুলি ঘোষণা কৰিছিল।[২৩৮] কোৱা বাহুল্য দত্ত আছিল জাতীয় মুক্তি সংগ্ৰামৰ লগত জড়িত এক মাৰ্ক্সবাদী বুদ্ধিজীৱী, আনহাতে কমল নাৰায়ণ দেৱ নামৰ ডেকা বিহাৰী বুদ্ধিজীৱীজনে অসমীয়া জীয়ৰী বিয়া কৰাই অসমীয়া ভাষা সংস্কৃতিৰে সেৱা কৰিছিল। দেৱ আৰু ভট্টাচাৰ্য দুয়ো আছিল গান্ধীবাদী, আনহাতে ৰঘুনাথ চৌধাৰীয়ে তেওঁৰ শাৰীৰিক প্ৰতিবন্ধকতা নেওচি মুক্তি যুঁজত জাপিয়াই পৰি কাৰাৰুদ্ধ পৰ্যন্ত হৈছিল। এই বৰ্ণাঢ্য ব্যক্তিজন যেনেকৈ ভাল অসমীয়া আছিল, তেনেকৈ

---

২৩৫। মিলন, ষষ্ঠ বছৰ, চতুৰ্থ সংখ্যা, ১৯২৮।
২৩৬। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস, পৃষ্ঠা ৩২৮।
২৩৭। ঐ, পৃষ্ঠা ৩২৮-৯
২৩৮। জয়ন্তী, প্ৰথম বছৰ, প্ৰথম সংখ্যা, ১৯৩৮

আছিল ভাল ভাৰতীয়ও।

চৌধাৰী ভাৰতীয় গণনাট্য সংঘৰ লগত সক্ৰিয়ভাৱে জড়িত আছিল। ১৯৫২ চনত কলকাতাত অনুষ্ঠিত সৰ্বভাৰতীয় শান্তি সন্মিলনত তেওঁ সভাপতিত্ব কৰিছিল। সেই সন্মিলনত তেতিয়াৰ ৭৫ বছৰীয়া চৌধাৰীক বিপুলভাৱে সম্বৰ্ধনা জনোৱা হৈছিল। খাজা আহমদ আব্বাচ নামৰ বিখ্যাত সাহিত্যিক জনে ব্লিৎজ কাকতত চৌধাৰীৰ বিষয়ে ছবিসহ সম্পূৰ্ণ এক পৃষ্ঠাৰ প্ৰবন্ধ লিখিছিল। সেই সন্মিলনত উপস্থিত থকা আব্বাচ, মহাকবি ভাল্লাথল, চৰ্দাৰ জাফ্ৰি, কৃষাণ চন্দৰ, পৃথ্বীৰাজ কাপুৰ আদি বিখ্যাত শিল্পী সাহিত্যিকসকল চৌধাৰীৰ প্ৰশংসাত পঞ্চমুখ হৈ পৰিছিল। মহান প্ৰগতিশীল গল্পকাৰ কৃষাণ চন্দৰে উপস্থিত ডেৰ লাখতকৈও অধিক দৰ্শক-শ্ৰোতাৰ আগত চৌধাৰীক চিনাকি কৰাই দি কৈছিল,

*আমি যদি শান্তিৰ সৈনিক এখেত( ৰঘু চৌধাৰী) তেনেহ'লে সেনাপতি।*[২৩৯]

মহান গণশিল্পী হেমাংগ বিশ্বাসে চৌধাৰীলৈ লিখা এখন চিঠিত তেওঁক জ্যোতি প্ৰসাদৰ পাছত অসমৰ প্ৰগতিশীল সাংস্কৃতিক আন্দোলনৰ স্বাভাৱিক নেতা বুলি অভিহিত কৰিছিল।[২৪০]

সঁচাকৈয়ে ৰঘুনাথ চৌধাৰীৰ নেতৃত্বত জয়ন্তীয়ে এক উগ্ৰজাতীয়তাবাদ বৰ্জিত, প্ৰগতিশীল জাতীয়তাবাদী ধাৰাক বলবান কৰিছিল। হিন্দু, মুছলীম, আহোম আদিৰ পূৰ্বপুৰুষসকলে আন দেশৰ পৰা আহিও অসমলৈ আহি এক অসমীয়া জাতিৰ কেনেকৈ অংশীদাৰ হ'লহি, সেইকথা সুঁৱৰি জয়ন্তীয়ে ঘোষণা কৰিছিল যে অভিবাসীসকলকো অসমীয়া জাতিৰ ভিতৰত সামৰি যে ল'ব পৰা যাব, তাত কোনো সন্দেহ নাই। আন অসমীয়া কাকত আলোচনীবোৰে লোকপিয়লত অসমীয়াৰ সম্ভাব্য সংখ্যা হ্ৰাসৰ সম্পৰ্কে বৌজাল বৌজাল কৰাৰ বিপৰীতে জয়ন্তীয়ে দৃঢ়তাৰে কৈছিল যে কেৱল জনসংখ্যাৰ ওপৰতে কল্যাণ আৰু সমৃদ্ধি নিৰ্ভৰ নকৰে, কৰিব শক্তি আৰু দক্ষতাৰ ওপৰত। বহিৰাগতসকলক আত্মীকৰণ কৰি ল'লেহে অসমীয়া এক মহান জাতি হৈ উঠিব।

এয়া নিশ্চয় অসমীয়া মধ্যশ্ৰেণীৰ জাতীয়তাবাদীসকলৰ প্ৰগতিশীল অংশটোৰ এক অত্যন্ত বিচক্ষণ স্থিতি আছিল। ই আছিল জাতিগঠনৰ বাবে অতিশয় অনুকূল। ড. যোগেন্দ্ৰ নাৰায়ণ ভূএগয়ো দেখুৱাইছে যে ভাৰতৰ আন ঠাইৰ পৰা অহা মানুহৰ বিৰুদ্ধে জয়ন্তীৰ কোনো বিদ্বেষ নাছিল আৰু ই হিন্দু মহাসভাই বিয়পোৱা সাম্প্ৰদায়িক বিষবাষ্পৰ বিৰোধী আছিল।[২৪১]

ৰঘুনাথ চৌধাৰী অম্বিকাগিৰী ৰায়চৌধুৰী প্ৰচাৰিত উগ্ৰজাতীয়তাবাদী ধাৰাৰ বিপৰীতে সততে সোচ্চাৰ আছিল। ৰায়চৌধুৰীক প্ৰশ্ৰয় দিব নালাগে বুলিও চৌধাৰীয়ে কৈছিল। চৌধাৰীয়ে প্ৰশ্ন কৰিছিল, বাঙালী কৰ্মচাৰীক খেদি অসমীয়াক চাকৰি দিলেই নিবনুৱা সমস্যাৰ সমাধান হ'বনে? তেওঁৰ মতে ব্যৱসায় বাণিজ্য, শিল্প-কলা, কল-কাৰখানা আদিহে এটা জাতিৰ

---

২৩৯। গুণাভিৰাম চৌধুৰী : '*ৰঘু আতা*', ৰঘুনাথ চৌধুৰী স্মৃতিগ্ৰন্থ, পৃষ্ঠা ১২০

২৪০। হেমাংগ বিশ্বাসৰ চৌধুৰীলৈ চিঠি, ৰঘুনাথ চৌধুৰী স্মৃতিগ্ৰন্থ, পৃষ্ঠা ১২০

২৪১। অসমীয়া সাহিত্যৰ বুৰঞ্জী, ষষ্ঠ খণ্ড, পৃষ্ঠা ৬৩, পৃষ্ঠা ৩২৮

সম্পদৰ উৎস। কিন্তু ৰায়চৌধুৰীয়ে এইবোৰ আওকাণ কৰি কেৱল ভাষাৰ কথালৈহে চিঞৰি থাকিছিল। সেয়েহে চৌধাৰীয়ে তেওঁক 'উন্মাদ' বুলি আখ্যা দিছিল।(২৪২)

ৰামধেনুৰ স্থিতি কিন্তু সাইলাখ ইয়াৰ বিপৰীত আছিল। আলোচনীখনৰ সম্পাদক (১৯৫১-৫২) কীৰ্তিনাথ হাজৰিকাই ৰামধেনুৰ পাতত 'উত্তৰ পূব সীমান্তৰ নীহাৰিকা' শীৰ্ষক লেখনী লিখি উগ্ৰজাতীয়তাবাদী মনোভাৱৰ নগ্ন প্ৰকাশ ঘটাইছিল। তেওঁ ৰেভাঃ জে. জে. এম নিকলচ্‌ ৰয়ে অসমৰ ভৈয়ামৰ মানুহৰ পৰা উদাৰ মানসিকতা আৰু আন্তৰ্জাতিক ধ্যান ধাৰণা আশা কৰে বুলি কোৱাত নিকলচ্‌ ৰয়ক 'ব্ৰুটাচ, তুমিও' বুলি বিশ্বাসঘাতক আখ্যা দিছিল।(২৪৩)

এই কথা সহজেই অনুমেয় যে ৰামধেনুৰ সম্পাদকে এজন সম্মানিত জনজাতি নেতাক বিশ্বাসঘাতক আৰু হত্যাকাৰী আখ্যা দি তেওঁক ব্ৰুটাচৰ লগত তুলনা কৰিবলৈ যোৱাৰ প্ৰতিক্ৰিয়া কেনে হ'ব পাৰে। অথচ হাজৰিকাৰ তেনে কাঢ়া উগ্ৰজাতীয়তাবাদী স্থিতিৰ বাবে অসমীয়া মধ্যশ্ৰেণীয়ে তেওঁক দিয়া স্বীকৃতিবোৰ চাওক ঃ দৈনিক অসমৰ সম্পাদকপদ, শংকৰদেৱ বঁটা, অসম সাহিত্য সভাৰ সভাপতিপদ (১৯৮৮)। এতেকে উক্ত উগ্ৰজাতীয়তাবাদী স্থিতি লোৱা আৰু তাক অব্যাহত ৰখা হাজৰিকাক অসমীয়া মধ্যশ্ৰেণীৰ (অন্ততঃ একাংশৰ) মুখপাত্ৰ বুলিবই পাৰি।

অৱশ্যে পাছলৈ ৰামধেনুৰ সুৰ সলনি হ'ল। ইয়াৰ ত্ৰয়োদশ বছৰ, দ্বিতীয় সংখ্যাৰ সম্পাদকীয়ত পাহাৰীয়া জনজাতিসকলক আস্থাত নোলোৱা বাবে সত্ৰাধিকাৰসকলক সমালোচনা কৰা হয়। তেওঁলোকৰ তেনে উন্নাসিক মনোভাৱৰ বাবেই জনজাতিসকল খ্ৰীষ্টিয়ান হ'বলৈ লৈছে বুলিও সম্পাদকীয়টোত কোৱা হয়।(২৪৪) শশী শৰ্মাৰ দৰে বাঁওপন্থী লেখকৰ 'ৰাজধানী স্থানান্তৰ কৰক' এনে লেখনীও ৰামধেনুত প্ৰকাশ পায়, য'ত শ্বিলংনিবাসী আমাৰ অসমীয়া মন্ত্ৰী-মুদাগৰসকলৰ কিমানে খাচী ভাষা শিকিছে বুলি প্ৰশ্ন কৰা হয়। অথচ খাচীসকলেতো ভৈয়ামৰ ভাষা জানে। পাহাৰৰ মানুহৰ সোঁৱৰণত আমি কোনো নগৰ, মহানগৰ স্মাৰক নাসাজোঁ বা নামকৰণ নকৰোঁ, অথচ শ্বিলঙৰ থলুৱা জনজাতিসকলৰ ইচ্ছাৰ বিৰুদ্ধে তাত গৈ ভৈয়ামৰ অসমীয়াৰ স্মৃতি যুগমীয়া কৰাৰ চেষ্টা কৰোঁ বুলিও উক্ত লেখনীত অভিযোগ কৰা হৈছিল।(২৪৫)

মন কৰিবলগীয়া যে উক্ত দুয়ো লেখনীত ফুটি উঠা আত্ম-সমালোচনামূলক ধাৰা ষাঠি চনৰ পাছৰ। ১৯৬০ চনৰ অসম ৰাজ্যভাষা আন্দোলন সংক্ৰান্ত ঘটনাৰাজিয়ে এই আত্মোপলব্ধিৰ সূচনা কৰাটো আচৰিত নহয়। নেতিৰ নেতিয়ে এনেকৈয়ে গণতান্ত্ৰিকতাৰ উকমুকনি ঘটাবলৈ লৈছিল অসমৰ সংবাদজগতত।

## উপভাষাগত প্ৰশ্নঃ আৱাহনৰ ইতিবাচক বৰঙণি

এসময়ত আসাম বান্ধৱ আলোচনীয়ে নামনি অসমৰ উপভাষাত লেখনী প্ৰকাশ কৰি চাঞ্চল্যৰ সৃষ্টি কৰিছিল। ইয়াৰ বিপৰীতে আৱাহনৰ মাধ্যম উজনিৰ উপভাষা অৰ্থাৎ মান্য অসমীয়া হ'লেও ই নামনিৰ উপভাষাকো যথাযোগ্য সন্মান যাঁচিছিল। এইক্ষেত্ৰত প্ৰধান

---

২৪২। সদানন্দ চলিহা ঃ '*ৰায়চৌধুৰী আৰু তেওঁৰ মধুৰ উন্মাদনা*', অম্বিকাগিৰী ৰায়চৌধুৰী, পৃষ্ঠা ১৫৭-৮

২৪৩। ৰামধেনু, শাওণ, ১৮৭৫ শক, ১৯৫৩ চন

২৪৪। আৰু ২৪৫ ঐ, ত্ৰয়োদশ বছৰ, দ্বিতীয় সংখ্যা, ১৯৬০ চন

ভূমিকা লৈছিল আৱাহনৰ প্ৰকাশক জমিদাৰ নগেন্দ্ৰনাৰায়ণ চৌধুৰীয়ে। গোৱালপাৰা আৰু গোৱালপৰীয়াক অসম আৰু অসমীয়াৰ লগত চামিলকৰণৰ ক্ষেত্ৰত চৌধুৰীয়ে বিশেষ ভূমিকা লৈছিল। কিন্তু একে সময়তে অসমীয়া ভাষাত গোৱালপৰীয়া/ৰাজবংশী/কমতাপুৰী শব্দ সামৰি ল'বলৈও চৌধুৰী তৎপৰ আছিল। নিজৰ গল্পতো প্ৰচুৰ গোৱালপৰীয়া শব্দ তেওঁ ব্যৱহাৰ কৰিছিল।

গোৱালপৰীয়াৰ বাহিৰেও আৱাহনে খাটি কামৰূপী উপভাষাতো লেখনী প্ৰকাশ কৰিছিল। উদাহৰণস্বৰূপে আমি আৱাহনত প্ৰকাশিত অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'কল্যাণময়ী' নাটকৰ এটা সংলাপ উদ্ধৃত কৰিছোঁ। এই সংলাপ মান্য অসমীয়াভাষীসকলৰ বাবে আংশিকভাৱে দুৰ্বোধ্য ঃ

*আইহেৰে নেদ্‌লাক ফাকি, দিলাকে দেচুন, এনেকে নু খুন হবাকে মাৰ বা লাগে না? ছলি মানহু, মাএক এৰি আইহ্চী, তইয়ে মাএক হৈছাহ, ৰাপেক' হৈছাহ, তই দুখ নপইতালি কুনি পুইতব'! ছলি মানহু দুখ মমত বুজবা লাগে দেচুন! আজি নু তই বনখেনি কৰি খালি কি হ'ল! ইহ্ ইহ্ এন্‌কে মাচ্ছাহ্ তই আপীটুক। তেজে একলগে থাধছে।*[২৪৬]

আৱাহনৰ এই সমিল মিলৰ দৃষ্টিভংগী বাঁহী আৰু অসম সাহিত্য সভাৰ গোঁৱাৰ গোবিন্দ উজনিয়া গোড়ামিৰ বিপৰীতে এছাটি মলয়া বতাহৰ দৰে বৈ আহিছিল। বৰুৱাই নিজে স্বীকাৰ কৰিছিল যে উজনি আৰু নামনিৰ উপভাষাৰ দ্বন্দ্বৰ সমাধান হৈছিল আৱাহন-যুগতে।[২৪৭] কোৱা বাহুল্য যে এই দ্বন্দ্বৰ মীমাংসা অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ বাবে অতিশয় জৰুৰী আছিল।

## ধৰ্মনিৰপেক্ষতাঃ শক্তিৰ উৎস

আৱাহনৰ বিভিন্ন সংখ্যাত প্ৰকাশিত সম্পাদকীয় তথা লেখনীসমূহত এক ধৰ্মনিৰপেক্ষ দৃষ্টিভংগী ফুটি উঠিছিল। জনৈক দুৰ্গেশ্বৰ গোস্বামীৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ গৈ আৱাহনে তেওঁ জড়িত থকা হিন্দু মিশ্যনক গৰিহণা দিছিল আৰু প্ৰশ্ন কৰিছিল, হিন্দু মিশ্যনৰ হিন্দু হিন্দী লবীয়ে সেই সংগঠনৰ জৰিয়তে অসমীয়া ভাষা প্ৰচাৰ কৰিবলৈ দিব জানো? কোৱা বাহুল্য, আৱাহনে ধৰ্মতকৈ ভাষাক বেছি গুৰুত্ব দিছিল।

হিতেশ্বৰ বৰবৰুৱাই লিখা 'চৰ্যাপদৰ টোপোলা বুদ্ধদেৱ'ৰ দৰে লেখনী (তৃতীয়বছৰ, দ্বিতীয় সংখ্যা,১৯৩১) প্ৰকাশৰ জৰিয়তে অ-হিন্দু ধৰ্মৰ বিষয়ে আলোচনা, জ্ঞাননাথ বৰুৱাৰ 'অসমীয়া মুছলমান'ৰ দৰে লেখনীৰ জৰিয়তে (চতুৰ্থ বছৰ, দ্বিতীয় সংখ্যা, ১৯৩২) হিন্দু মুছলীম ঐক্যৰ আহ্বান আদি আৱাহনৰ পাতত প্ৰকাশ পাইছিল। কমলাকান্ত ভট্টাচাৰ্যইতো মুছলীমৰ গো-মাংস ভোজনৰ বাবে হিন্দু-মুছলীম সংঘাতৰ কথাটোকেই স্বীকাৰ নকৰিছিল। তাৰ বিপৰীতে তেওঁ হিন্দুসকলক সোঁৱৰাই দিছিল যে তেওঁলোকৰ পূৰ্বপুৰুষসকলে গো-বলি দিছিল আৰু আনকি গো-মাংস ভোজন কৰিছিল। এই বিৰল ধৰ্মমুক্ত লেখনীত তেওঁ লিখিছিল ঃ

২৪৬। আৱাহন,পুহ সংখ্যা, ১৯৩১
২৪৭। '*চৌধুৰীদেৱক যিদৰে জানো*',নগেন্দ্ৰনাৰায়ণ চৌধুৰী, পৃষ্ঠা ২১-২২

*হে ভাৰতৰ হিন্দু। মুছলমানলৈ আখেজ নাৰাখিবা। তোমালোকৰ এইটো ৰব ভুল। মুছলমানে ঈদ আদি পৰ্বদিনত গৰু বলি দিয়ে আৰু গোমাংস ভক্ষণ কৰে, এয়ে হৈছে মুছলমানৰ ওপৰত হিন্দুৰ ঘাই কথা। আমি হিন্দুজাতি বৰ্তমান সত্য ধৰ্মৰ পৰা একেবাৰে খহি পৰিলো; গতিকে আমি গো হত্যা মহাপাপ বুলি গা শিয়ঁৰাই তোলোঁ। ...অতীজত গৰু বলি দিয়া প্ৰথা আছিল যে, কালিকা পুৰাণতেই তাৰ আভাস পোৱা যায়। আনকি ঋষিসকলৰ দিনত গো-মেধ যজ্ঞও পাতিছিল আৰু তেখেতসকলে গো-মাংস ভক্ষণ কৰিছিল যে তাৰ বহু প্ৰমাণ দিব পাৰি। অমৰকোষত পোৱা যায় অতিথিৰ নাম গোঘ্ন, কাৰণ আলহী আহিলে গৰু মাৰি খুৱাব পায়। ... গো হত্যা মহাপাপ কেতিয়াৰ পৰা হ'ল? যেতিয়াৰে পৰা আমাৰ হিন্দুজাতি গৰুৰে সৈতে স্বজাতি হৈ পৰিল। এতিয়া বিচাৰ কৰি দেখা যাওক, আমি যেতিয়াৰ পৰা বিবেকহীন গৰু জাতি হৈ পৰিলোঁ তেতিয়াৰ পৰা যে পৰ জাতিৰ ভৰিৰ খচকা খোৱা পৰাধীন জাতি হৈ পৰিলোঁ তাৰ ভুল নাই।*[২৪৮]

**জয়ন্তী**ৰ সম্পাদক ৰঘুনাথ চৌধাৰীয়েও নিজৰ মৃত্যুৰ আগমুহূৰ্ততো কীৰ্তন শুনিবলৈ অস্বীকাৰ কৰি একেধৰণৰ চিন্তা-চেতনাৰ পৰিচয় দিছিল। তেওঁ মানুহতকৈ ডাঙৰ ভগৱান নাই বুলিও ঘোষণা কৰিছিল।[২৪৯] **জয়ন্তী**ৰ পাততে প্ৰথম প্ৰকাশিত চৌধাৰীৰ 'কাৰবালা' নামৰ অপূৰ্ব কাব্য কৰ্মটিত আৰবী আৰু পাৰ্চী শব্দৰ সাৰ্থক প্ৰয়োগে আব্দুছ ছাত্তাৰক অভিভূত কৰিছিল;[২৫০] মুকলি হৈছিল আন্তঃধৰ্মীয় ঐক্যৰ বাট।

ধৰ্মনিৰপেক্ষতাৰ ক্ষেত্ৰত আৰু বেছি আপোচহীন আৰু নিষ্ঠাবান আছিল **মিলন**। ই একেজন মানুহৰ যে একাধিক সত্তা থাকিব পাৰে তাক গভীৰ ভাৱে উপলব্ধি কৰিছিল। উদাহৰণস্বৰূপে অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ কলকাতা শাখাৰ সম্পাদক মৌলবী কামালুদ্দিন আহমদৰ কথাই চাওক। আহমদ ১৯২৬ চনত ডিব্ৰুগড়ত অনুষ্ঠিত অসম মুছলমান ছাত্ৰ সন্মিলনৰ অধিবেশনৰ নিৰ্দিষ্ট বক্তাও আছিল। ইছলামী শাস্ত্ৰবিলাকৰ পৰা পৰ্যাপ্ত উদ্ধৃতি দি আহমদে মুছলীম নাৰীৰ শিক্ষাৰ পোষকতা কৰিছিল। হজৰত মহম্মদে, কোৱা 'তালেবুল ইল্‌মে ফৰিদা আলা কুল্লে মুছলীমীন অ'মুছলেমতীন' কথাৰ উদ্ধৃতি দি তেওঁ প্ৰতিজন মুছলীম নাৰী পুৰুষক শিক্ষা লভিবলৈ আহবান জনাই 'আল্লা হুম্মা আমিন' বুলি সামৰণি মাৰিছিল।[২৫১] **মিলন**ৰ সম্পাদনা সমিতিৰো সদস্য মৌলবী আহমেদৰ এই বক্তব্য আলোচনীখনত চকুত লগাকৈ প্ৰকাশ কৰি (পঞ্চম বছৰ, দ্বিতীয় সংখ্যা, ১৯২৬) **মিলনে** একোজন ব্যক্তিৰ একাধিক সত্তাৰ স্বীকৃতি জনাইছিল। এই উদাৰ তথা বিচক্ষণ স্থিতিৰ সাৰ্থকতা আৰু সঠিকতা সাব্যস্ত হৈছিল যেতিয়া আহমদে খোদ অসম ছাত্ৰ সন্মিলনৰ মজিয়াত অসম ছাত্ৰ সন্মিলন আৰু অসম মুছলমান ছাত্ৰ সন্মিলনৰ চামিলকৰণৰ প্ৰস্তাৱ উত্থাপন কৰিছিল। সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞি

---

২৪৮। '*সময়-বাণী*', **আৱাহন**, তৃতীয় বছৰ, প্ৰথম সংখ্যা, ১৯৩১

২৪৯। অতুল চন্দ্ৰ হাজৰিকা : '*বিহগী কবিৰ ব্যক্তিত্ব*', **ৰঘুনাথ চৌধাৰী স্মৃতিগ্ৰন্থ**, ৪

২৫০। '*কবি চৌধাৰীৰ কাৰবালা*', **ৰঘুনাথ চৌধাৰী স্মৃতিগ্ৰন্থ**, পৃষ্ঠা ৪৬

২৫১। **মিলন**, পঞ্চম বৰ্ষ, দ্বিতীয় সংখ্যা, ১৯২৬

আৰু দেৱপ্ৰসাদ দুৱৰাই (জন্মসূত্ৰে দুয়ো আহোম) তৎক্ষণাৎ উক্ত প্ৰস্তাৱ সমৰ্থন কৰিছিল।[২৫২]

**মিলনৰ** পাতত প্ৰকাশিত উপেন্দ্ৰচন্দ্ৰ লেখাৰু, শৰৎ চন্দ্ৰ গোস্বামী আদিৰ বৌদ্ধধৰ্ম সম্পৰ্কীয় লেখনী, অধ্যাপক চালাউদ্দিন খোদাবক্স, অধ্যাপক হুমায়ুন কবীৰ আদিৰ প্ৰতি **মিলনৰ** শ্ৰদ্ধা নিবেদন আদিয়েও আলোচনীখনৰ উদাৰ মনোভাৱৰ সাক্ষ্য দিয়ে। ছাত্ৰ সন্মিলনত তেতিয়ালৈকে ইংৰাজীত ভাষণ দিয়াৰ পৰম্পৰা প্ৰচলিত থকাৰ বিপৰীতে কবীৰ চাহাবে অসমীয়া নেতৃবৃন্দক অসমীয়াতে ভাষণ দিবলৈ আহবান জনাইছিল। অসমীয়া শ্ৰোতাসকলে এই কথাৰ প্ৰতি প্ৰবল উচ্ছাসেৰে সঁহাৰি জনাইছিল। ময়িদুল ইছলাম বৰাৰ '*কালচাৰৰ ফালৰ পৰা হিন্দু মুছলমানৰ একতা*' শীৰ্ষক লেখনীতো তেনে ঐক্যৰ প্ৰতি আকুল আগ্ৰহ ফুটি উঠিছিল।[২৫৩]

কিন্তু এনে ধৰণৰ আন্তঃধৰ্মী একতাৰ সদিচ্ছাৰ বিপৰীতে বেসুৰা সুৰ ফুটি উঠিছিল আশ্চৰ্যজনকভাৱে লক্ষ্মীনাথ বেজবৰুৱাৰ লেখনীতহে। তেওঁ লিখিছিল যে হিন্দুৱে সংগঠন নোহোৱাকৈ বেছিদিন থাকিব নোৱাৰে। কিন্তু মুছলমানৰ তেনে সংগঠনৰ প্ৰয়োজন নাই। ৬ কোটি ৯৯ লাখ ভাৰতীয় মুছলমান প্ৰকৃততে তেজৰ ফালৰ পৰা হিন্দুৱেই। ৩০ কোটি হিন্দুক এক লাখ মুছলমানে পৰাজিত কৰাৰ পৰাই হিন্দুৰ পতন প্ৰমাণ হয় বুলিও তেওঁ কয়।[২৫৪]

অৱশ্যে আনন্দৰ কথা যে বেজবৰুৱাৰ বেসুৰা সুৰ ব্যতিক্ৰমহে আছিল। সামগ্ৰিকভাৱে এই পৰ্যায়ৰ কাকত আলোচনীসমূহে ধৰ্ম নিৰপেক্ষ সাম্প্ৰদায়িক একতাৰে পোষকতা কৰিছিল।

## জনগোষ্ঠীগত প্ৰশ্ন আৰু আত্মীকৰণ

এই প্ৰগতিশীল ধাৰাৰ লেখক বুদ্ধিজীৱীসকলে দেশপ্ৰেম আৰু জাতিপ্ৰেমৰ নিভাঁজ তাগিদাতে ক্ষুদ্ৰ জাতি বৰ্ণগত প্ৰশ্নবোৰ বহুদূৰ একাষৰীয়াকৈ থ'বলৈ সক্ষম হৈছিল। কলকাতাৰ দুৰ্ভগীয়া 'কুলী'সকলৰ প্ৰতি মানৱীয় দৰদ স্পষ্ট হৈ উঠিছিল **আৱাহনত** প্ৰকাশিত এটি গল্পত য'ত মধ্যবিত্ত নায়কে 'কুলী' ছোৱালী এটিৰ প্ৰেমত পৰে। সেই প্ৰেমে ছোৱালীটিক লক্ষ্মী গোঁসানীৰ লগত তুলনা কৰিবলৈ লেখকক উদগায়। এই প্ৰেমে তেওঁক 'কুলী' শ্ৰমিকসকলৰ পক্ষে আৰু মাৰোৱাৰী শোষকৰ বিপক্ষে থিয় দিবলৈও নিৰ্ভীক কৰি তোলে।[২৫৫]

একেদৰে জ্ঞাননাথ বৰাৰ 'মই হিন্দু' নামৰ গল্পটোতো আমি জাতি-বৰ্ণবাদৰ বিৰুদ্ধে প্ৰতিবাদৰ ধ্বনি শুনোঁ। এই গল্পত উচ্চ বৰ্ণৰ নাৰী এগৰাকীয়ে 'হাৰী' সম্প্ৰদায়ৰ (এটা দলিত, অনুসূচিত জাতিৰ সম্প্ৰদায়) সৰু ল'ৰা এটিয়ে তেওঁৰ ঘৰখন অশুচি কৰা বুলি আটাহ পাৰি উঠা দেখোঁ। যিখন সমাজে তথাকথিত নিম্ন বৰ্ণৰ মহিলা এগৰাকীৰ পৰা তামোল এখন খোৱা বাবেই তথা কথিত উচ্চবৰ্ণৰ পুৰুষ এজনক এঘৰীয়া কৰে, তাকো লেখকে সমালোচনা কৰে।[২৫৫]

**আৱাহনৰ** পাততেই **মিৰিজীয়ৰীৰ** লেখক ৰজনীকান্ত বৰদলৈয়ে খানৱা থৈবীৰ

---

২৫২। ঐ, চতুৰ্থ বৰ্ষ, প্ৰথম সংখ্যা, ১৯২৬

২৫৩। '*কাহুদী আৰু খাৱলি*', **মিলন**, ষষ্ঠ বৰ্ষ, তৃতীয় সংখ্যা, ২৮

২৫৪। **আৱাহন**, তৃতীয় বছৰ, অষ্টম সংখ্যা, ১৯৩১

২৫৫। ঐ, তৃতীয় বছৰ, দ্বিতীয় সংখ্যা, ১৯৩১

মণিপুৰী কাহিনী অসমীয়াত লিখিছিল। ইয়াতেই লুক বাহাদুৰ থাপা নামৰ নেপালী সৈনিক আৰু তেওঁৰ প্ৰেয়সী গৰ্বীৰ কাহিনী প্ৰকাশ পাইছিল (তৃতীয় বছৰ, তৃতীয় সংখ্যা), কৃষ্ণা নামৰ 'কুলী' ছোৱালীজনী আৰু লেখকৰ মাজৰ প্ৰেমৰ বতৰাও আমি **আৱাহনৰ** পৰাই পাইছিলোঁ (তৃতীয় বছৰ অষ্টম সংখ্যা)। গল্পচ্ছলে হ'লেও এই লেখনী সমূহে এক বহুল জাতি গঠন প্ৰক্ৰিয়াৰ পোষকতা কৰিছিল।

কিন্তু দলিতজনৰ প্ৰতি এই দৰদৰ সীমাবদ্ধতা আছিল সুস্পষ্ট। সিসকলৰ পক্ষে কোনো সদৰ্থক কাৰ্যপন্থা (affirmative action) সমৰ্থন কৰাৰ পৰ্যায়লৈ যাবলৈ **আৱাহন** কঠোৰভাৱে নাৰাজ আছিল। তাৰ বিপৰীতে নিপীড়িতসকলৰ নেতৃত্বক নিন্দা গঞ্জনা কৰিবলৈও **আৱাহন** পাছপৰা নাছিল কেতিয়াও। 'আত্ম সন্মানবোধ ' নামৰ সম্পাদকীয়টোত কোৱা হৈছিল যে অসমত প্ৰকৃততে পাছপৰা বুলি ক'ব পৰা কোনো সম্প্ৰদায় নাই। কিন্তু এটা 'তথাকথিত পাছপৰা সম্প্ৰদায়ৰ স্বয়ম্ভু প্ৰতিনিধিসকলে' নিজৰ স্বাৰ্থতহে সম্প্ৰদায়টোক পাছপৰা বুলি দেখুৱাব বিচাৰিছিল।[২৫৬]

ইয়াৰ পৰা দেখা যায় যে **আৱাহনেও** বুৰ্জোৱা-মানৱতাবাদৰ লক্ষ্মণ ৰেখা চেৰাই জাতিভেদ বিৰোধী এক সাহসী সংগ্ৰামৰ অৱতাৰণা কৰিব পৰা নাছিল। অৱশ্যে এইটোও সঁচা যে ব্ৰাহ্মণ্য সামন্তবাদতকৈ বুৰ্জোৱা মানৱতাবাদো বহুগুণে শ্ৰেষ্ঠ। এটা গণতান্ত্ৰিক জাতিগঠন প্ৰক্ৰিয়াত তেনে মানৱতাবাদৰো মোল আছে।

আনহাতে ভাষিক জাতীয়তাবাদ সত্বেও ৰামধেনুৰ পাতত জিলিকি উঠিছিল অসমৰ পাহাৰ-ভৈয়ামৰ এদল লেখক সাহিত্যিক। এই সকলৰ ভিতৰত আছিল নাগাপাহাৰৰ হৰিপ্ৰসাদ গোৰ্খাৰাই আৰু আৰু গোবিন্দচন্দ্ৰ পৈৰা (জন্মসূত্ৰে ক্ৰমে নেপালী আৰু উৰিয়া), অৰুণাচলৰ লুম্মেৰদাই আৰু টাগাং টাকি, ভৈয়ামৰ তিৱাসকলৰ ইদং আমচি আৰু বলাইৰাম সেনাপতি আদি। ই জাতিগঠনৰ অনুকুল এক সমন্বয়ৰ পৰিবেশ যে গঢ়ি তুলিছিল, তাত সন্দেহ নাই।

এইক্ষেত্ৰত আটাইতকৈ সাহসী স্থিতি লৈছিল **মিলনে**। এইছোৱা সময়ত অসম ছাত্ৰ সন্মিলনৰ নেতৃত্ব ল'বলৈ আগবাঢ়ি আহিছিল সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞি (পাছত কেন্দ্ৰীয় মন্ত্ৰীসভাত অসমৰ প্ৰথম মন্ত্ৰী), আলোকচন্দ্ৰ ৰাজখোৱা, শশীচন্দ্ৰ বৰবৰুৱা, বলীনাৰায়ণ বৰুৱা, ৰোহিণীকান্ত হাতীবৰুৱা, আনন্দৰাম গোহাঞি আদি, যি সকল ঘটনাক্ৰমে আহোম জনগোষ্ঠীৰ সন্তান আছিল। **মিলনে** এইসকলৰ নেতৃত্বক প্ৰক্ষেপণ কৰাৰ উপৰিও জাতীয় বীৰপূজাৰ সিদ্ধান্ত প্ৰচলন কৰাৰ বাবে সন্মিলনৰ প্ৰধান সম্পাদক সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিৰ বৰকৈ শলাগ লৈছিল।[২৫৭] এইছোৱা সময়তে **মিলনৰ** সম্পাদক বিনন্দ চন্দ্ৰ বৰুৱায়ো 'গড়গাঁও গড়গাঁও কথা শুনি তল যাওঁ'ৰ দৰে বীৰত্বব্যঞ্জক, বুৰঞ্জী বিষয়ক কবিতা লিখি আহোম ৰাজত্বৰ গৰিমা প্ৰচাৰ কৰিছিল। ছাত্ৰ সন্মিলনে আনুষ্ঠানিকভাৱে সিদ্ধান্ত লৈ জনপ্ৰিয়কৰণ কৰা বীৰ-পূজাক **মিলনে** এটা উদীয়মান জাতিৰ লক্ষণ বুলি কৈছিল[২৫৮]

বিভিন্ন সম্প্ৰদায়ৰ পৰা এনেদৰে জাতীয় বীৰ প্ৰক্ষেপন কৰাৰ ফলত সমন্বয় আৰু

---

২৫৬। ঐ, চতুৰ্থ বছৰ, দ্বিতীয় সংখ্যা, ১৯৩২

২৫৭। **মিলন**, সম্পাদকীয়, পঞ্চম বছৰ, প্ৰথম সংখ্যা, ১৯২৬।

২৫৮। ঐ, সম্পাদকীয়, আঘোণ, ১৮৪৮ শক, ১৯২৬ চন।

সংহতিৰ অনুকূল পৰিবেশ কেনেকৈ তৈয়াৰ হৈছিল, সেয়া আমি এই গ্ৰন্থৰে অন্য অধ্যায়ত বিতংকৈ দেখুৱাইছোঁ। অসমৰ বাহিৰৰ পৰা অহা প্ৰব্ৰজনকাৰীসকলক শ্ৰেণী অনুসৰি বিভিন্ন ভাগত ভাগ কৰি তেওঁলোকৰ আত্মীকৰণ তথা সমন্বয়ৰ বাবে মিলনে এক সুনির্দিষ্ট, বিচক্ষণ নীতি গ্ৰহণ কৰিছিল। ই এহাতে ৰাখিছিল অসমত ব্যৱসায় বাণিজ্য চাকৰি কৰি টকা উপাৰ্জন কৰি নিজৰ ৰাজ্যলৈ পঠোৱা বিদেশীসকলক আৰু আনহাতে ৰাখিছিল চাহ শ্ৰমিক- প্ৰাক্তন চাহশ্ৰমিক- মৈমনচিঙীয়া কৃষকক, যাৰ অসমৰ বাহিৰে আন ঠাইত ঘৰ নাই; যি জীৱনে মৰণে অসমৰ বাসিন্দা। এই দ্বিতীয় অংশক 'আচামী' নকৰি 'অসমীয়া' কৰি ল'বলৈও ই আহ্বান জনাইছিল।[২৫৯]

ইয়াত লক্ষ্যণীয় কথাটো হ'ল যে মিলনে ব্ৰিটিছ সাম্ৰাজ্যবাদীহঁত, উত্তৰ ভাৰতীয় বনিয়াহঁত আৰু আন শোষক শ্ৰেণীক এহাতে লৈ ঝাড়খণ্ড, মৈমনসিং আদিৰ পৰা অহা মেহনতী মানুহবোৰক আনহাতে লৈছিল আৰু এই দ্বিতীয় ভাগটোৰ আত্মীকৰণতহে গুৰুত্ব দিছিল। জাতিগঠন সংক্ৰান্তীয় মিলনৰ আঁচনি আছিল সম্পূৰ্ণ পৃথক আৰু মৌলিকভাবে গণতান্ত্রিক। উদাহৰণস্বৰূপে আত্মীকৰণ সংক্ৰান্তীয় মিলনৰ এটা সম্পাদকীয়লৈকে আঙুলিয়াব পাৰি ঃ বড়ো জাতিৰ উত্থানক অতি আনন্দৰ কথা বুলি আখ্যা দি ই একালৰ সুসভ্য বড়ো সকলৰ পশ্চাৎপদতাত দুখ প্ৰকাশ কৰে। নিজৰ পৰিচয় হেৰুৱাবলৈ ওলোৱা অসমৰ আন জনগোষ্ঠীবোৰক বড়োসকলৰ দৰে জাগি উঠিবলৈ এই সম্পাদকীয়ত আহ্বান জনোৱা হয়। (ষষ্ঠ বছৰ, ১ ম সংখ্যা১৯২৭)[২৬০]

মিলনৰ এনে উদাৰ গণতান্ত্রিক নীতিয়েই সীতানাথ ব্ৰহ্ম চৌধুৰীৰ দৰে বড়ো সাহিত্যসেৱী (পাছলৈ অসম সাহিত্য সভাৰ সভাপতি), বেলিৰাম দাসৰ দৰে অনুসূচিত জাতিৰ ছাত্ৰনেতা আদি বহুতকে আলোচনীখনৰ লগত জড়িত হ'বলৈ উৎসাহিত কৰিছিল। সেইদৰে আহোম, বড়ো, মুছলমান, নমঃশূদ্ৰ বিভিন্ন সম্প্ৰদায়ৰ ছাত্ৰ যুৱকক গণতান্ত্রিক ভিত্তিত ঐক্যবদ্ধ কৰি মিলনে এক নতুন মহামিলনৰ বাট কাটিছিল।

## মাৰোৱাৰী বণিয়া আধিপত্য আৰু জাতীয় অৰ্থনীতিৰ প্ৰশ্ন

নিজৰ বাণিজ্য-উদ্যোগ নথকা কোনো জাতিয়েই প্ৰগতিৰ জখলাৰে আগ বাঢ়িব নোৱাৰে। ঔপনিবেশিক তথা (অৰ্ধ) সামন্তীয় সমাজৰ গৰ্ভৰ পৰা উদয় হোৱা অসমীয়া জাতিসত্তাৰ অৰ্থনৈতিক বিকাশৰ বাটত ঘাই হেঙাৰ হৈ থিয় হৈছিল এহাতে চাহবাগিছাৰ ব্ৰিটিছ মালিক আৰু আনহাতে সত্ৰৰ সামন্তপ্ৰভু-ভূস্বামীসকল। ব্ৰিটিছ বগা বঙালহঁতৰ হাতত ধৰি অসমলৈ সোমাই আহিছিল কেঞাবনৰ দৰে অসম ছানি ধৰা ৰাজস্থানী কেঞা বেপাৰীসকল আৰু তেওঁলোকৰ পাছে পাছে ঢাকাইয়া দোকানদাৰৰ দল। এই প্ৰতিবন্ধকতা সম্পৰ্কে সচেতন মিলনে থলুৱা উদ্যোগ বাণিজ্যৰ সংবৃদ্ধিত জোৰ দিছিল।

মিলনৰ পাততে তেতিয়াৰ কলকাতা-প্ৰবাসী হৰিশ্চন্দ্ৰ দাস নামৰ অসমীয়া ব্যৱসায়ী

২৫৯। মিলন, সম্পাদকীয়; আঘোণ, ১৮৪৮ শক, ১৯২৬ চন।
২৬০। ঐ, ষষ্ঠ বছৰ, প্ৰথম সংখ্যা; ১৯২৭

এজনে 'অসমীয়াৰ ব্যৱসায় ঃ অতীত, বৰ্তমান, ভৱিষ্যত' শীৰ্ষক ৰচনাৰ বাবে পুৰস্কাৰ ঘোষণা কৰিছিল। পি.চি.বৰুৱা ব্ৰাদাৰ্ছৰ অসমীয়া গ্ৰাম'ফন ৰেকৰ্ড, গুৱাহাটী শু ফেক্টৰীৰ অসমীয়া জোতা, লক্ষ্মীগোপাল এজেন্সী কোম্পানীৰ অসমীয়া চিয়াঁহি-বড়ি আদিৰ বিজ্ঞাপনে মিলনৰ পাত ৰমক-জমক কৰি ৰাখিছিল। আনহে নালাগে খৰ-খজুতিৰ দেৱাই এটাও অসমীয়া জাতীয় আবেদনৰ ওপৰত ভিত্তি কৰি বিক্ৰী কৰা হৈছিল।[২৬১]

মিলনতেই প্ৰকাশিত 'অসমীয়া শিল্পৰ সম্পৰ্কে একাষাৰ' প্ৰবন্ধত অসমীয়া চাহ মালিক (তথা অসমীয়া গীতিকাৰ-সুৰকাৰ) পাৰ্বতীপ্ৰসাদ বৰুৱাই জাতীয় উদ্যোগ অবিহনে জাতীয় স্বাধীনতা অসম্ভৱ বুলি ঘোষণা কৰিছিল।[২৬২] আন এটা লেখনীত পাঠকসকলক আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায় (বেংগল কেমিকেলচৰো প্ৰতিষ্ঠাপক), দেশবন্ধু চিত্তৰঞ্জন দাশ আদিৰ আদৰ্শ অনুসৰণ কৰি বিদেশী বেংকাৰক আঁতৰাই সমবায় আন্দোলন গঢ়ি তুলিবলৈ আহ্বান জনোৱা হৈছিল। উল্লেখযোগ্য যে অসম ছাত্ৰ সন্মিলনৰ ১৯১৯ চনৰ অধিৱেশনত আচাৰ্য ৰয়ে মাৰোৱাৰী বণিয়া আধিপত্যৰ বিৰুদ্ধে অসমীয়া বাঙালী ঐক্যৰ আহ্বান দিছিল।[২৬৩]

মিলনে বৈজ্ঞানিক পদ্ধতিত খেতি-বাতি কৰাত গুৰুত্ব দিয়াৰ সমান্তৰালভাৱে জয়ন্তীয়ে অসমীয়া ব্যৱসায়িক স্বাৰ্থক উৰ্দ্ধত তুলি ধৰিছিল। 'পাণ্ডু-খিলং মটৰ চাৰ্ভিচ'টো অসমীয়া কোম্পানীৰ পৰা নি কলকাতাৰ ব্যৱসায়ীক গতোৱাৰ ই বিৰোধিতা কৰিছিল।[২৬৪] ই অসমত উদ্যোগৰ, বিশেষকৈ কাপোৰ কল আৰু চেনিকলৰ সম্ভাৱনীয়তাৰ বিষয়েও লেখনী আহ্বান কৰিছিল।

*'জগৎ শেঠৰ ক্ৰেনৰ চকাত/তেজৰ চৰ্বী এতিয়াও কোনে দিয়ে'* বুলি নৱকান্ত বৰুৱাৰ দৰে কবিয়েও প্ৰশ্ন তুলিছিল। তেনেকৈ মিলনৰ পাতত ইয়াৰ সম্পাদক-লেখকসকল মাৰোৱাৰী-বণিয়াৰ শোষণৰ বিৰুদ্ধে সততে সোচ্চাৰ হৈ পৰিছিল। উদাহৰণস্বৰূপে ইয়াৰ পঞ্চম বছৰ, দ্বিতীয় সংখ্যা (১৯২৭ চন)ত প্ৰকাশিত লেখনীলৈকে আঙুলিয়াব পাৰি। তাত অসমীয়া কৃষি আৰু কৃষকৰ দুৰৱস্থাৰ বাবে কেঞা মহাজনক প্ৰত্যক্ষ ভাৱে দায়ী কৰা হৈছে। প্ৰকৃততে এয়া আছিল ছাত্ৰ সন্মিলনৰ ১৯২৭ চনৰ ডিব্ৰুগড় অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ অভিভাষণৰ অংশহে। একেদৰে আলোচনীখনত প্ৰকাশিত ৰায়বাহাদুৰ ফণীধৰ চলিহাৰ জীৱনীতো চলিহাই কেনেকৈ কেঞা মহাজনৰ ৰাহুগ্ৰাসৰ পৰা অসমীয়া গাঁওবাসীক বচাবলৈ সমবায় গঠন কৰিছিল, তাৰ উল্লেখ আছে(পঞ্চম বছৰ, চতুৰ্থ সংখ্যা, ভাদ, ১৮৪৯ শক, ১৯২৭ চন)।

একেদৰে আৱাহনে জাতীয়-বুৰ্জোৱাজিৰ পক্ষে স্থিতি লৈছিল। ইয়াত প্ৰকাশিত জ্ঞাননাথ বৰাৰ 'অসমীয়া বেহা বেপাৰৰ বাটত অন্তৰায়' প্ৰবন্ধত জাতীয় বণিজ-উদ্যোগ গঢ়ি তোলাত জোৰ দিয়া আছিল।(তৃতীয় বছৰ, সপ্তম সংখ্যা, ১৯৩২)। আলোচনীখনত প্ৰকাশিত এটা বাতৰি অনুসৰি 'আচাম ট্ৰেড ইনফৰ্মেশ্যন ব্যুৰ' গঠন কৰা হৈছিল এইসকলক লৈ ঃ (১) ৰোহিণী কুমাৰ বৰুৱা, এম এ (এডিনবাৰ্গ), আবাসিক সঞ্চালক, ইণ্ডিয়ান প্লেন্টাৰ্চ ট্ৰেডিং

২৬১। মিলন, বিজ্ঞাপন পৃষ্ঠা, ভাদ, ১৮৪৯ শক (১৯২৭ চন)

২৬২। মিলন, ফাগুন, ১৮৪৮শক, ১৯২৬ চন

২৬৩। ভাষণমালা, পৃষ্ঠা ৬০

২৬৪। জয়ন্তী, প্ৰথমবছৰ, ষোড়শ সংখ্যাৰ, (১৯৩৮) '*অসমৰ মন্ত্ৰীমণ্ডলীৰ আত্মবিক্ৰয়*' শীৰ্ষক সম্পাদকীয়।

এজেন্সী, সভাপতি, (২) অম্বিকানাথ বৰা, এম.এ, অধ্যাপক কলিকতা বিশ্ববিদ্যালয় - সম্পাদক, (৩) ডা. দীননাথ শৰ্মা, সম্পাদক আৱাহন - সদস্য। আন কেবাজনো বিশিষ্ট অসমীয়া বৃত্তিজীৱী, ব্যৱসায়ী তথা উদ্যোগপতিক লৈ গঠিত এই ব্যুৰ'ই অসমৰ ঔদ্যোগিক, বাণিজ্যিক অনগ্ৰসৰতা আৰু অসমীয়া মানুহৰ শোচনীয় দশাৰ বাবে মাৰোৱাৰী বণিয়াসকলক প্ৰত্যক্ষভাৱে দায়ী কৰিছিল। ৰোহিণী কুমাৰ বৰুৱাইতো আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰায়ৰ আৰ্হিলৈ অসমক মাৰোৱাৰী মুক্ত কৰিবলৈকে আহ্বান জনাইছিল। আচাৰ্য ৰয়ৰ **Foreign Domination of Bengal** গ্ৰন্থৰ কথা বৰুৱায়ে আৱাহনৰ পাঠকক জনাইছিল, আৰু জনাইছিল কেনেকৈ আচাৰ্য ৰয়ৰ দ্বাৰা প্ৰতিষ্ঠিত বেংগল কেমিকেল কোম্পানী বংগৰ গৰ্ব হৈ উঠিছিল আৰু তাত এজনো বিদেশীক স্থান দিয়া নহৈছিল। সেয়েহে বাঙালীৰ আৰ্হি লৈ অসমকো বিদেশীমুক্ত কৰিবলৈ বৰুৱাই আহ্বান জনাইছিল।[২৬৫]

এই খিনিতে মন কৰিবলগা যে পেটি-বুৰ্জোৱাজি/নিম্নমধ্যবিত্ত পৰ্যায়ত অসমীয়া জাতিসত্তাৰ শত্ৰু হিচাপে বাঙালীসকল চিহ্নিত হোৱাৰ বিপৰীতে প্ৰটো-বুৰ্জোৱাজি/উদীয়মান জাতীয় পুঁজিপতি পৰ্যায়ত নিৰ্ভুলভাৱে শত্ৰু চিনাক্ত হৈছিল মাৰোৱাৰী বণিয়াসকল। এই দ্বন্দ্বসমূহৰ ইতিহাস এয়েযে বাঙালী মধ্যশ্ৰেণীয়ে ব্ৰিটিছ শাসন তথা পশ্চিমীয়া শিক্ষাৰ সান্নিধ্যলৈ আহিছিল অসমীয়া মধ্যশ্ৰেণীতকৈ অন্ততঃ এক শতিকা আগতেই। ফলস্বৰূপে অসমৰ কেৰাণী-মহৰী-শিক্ষক আদিৰ চাকৰিৰ বাবে অসমীয়াই তেওঁলোকৰ লগত তীব্ৰ প্ৰতিযোগিতাত নামিব লগা হৈছিল আৰু সেয়ে তেওঁলোকক প্ৰধান শত্ৰু বুলি গণ্য কৰিছিল। ইয়াৰ বিপৰীতে যি দুই এজন অসমীয়াই উচ্চ পৰ্যায়ৰ ব্যৱসায় বা (চাহ) উদ্যোগ গঢ়ি তুলিছিল, তেওঁলোকে মাৰোৱাৰী-বণিয়া আধিপত্যৰ সোৱাদ হাড়ে-হাড়ে পাইছিল। তেওঁলোকৰ কোনো কোনোৱে সেয়ে মাৰোৱাৰীৰ বিৰুদ্ধে অসমীয়া-বাঙালী ঐক্যমঞ্চৰো পোষকতা কৰিছিল। অসম ছাত্ৰ সন্মিলনৰ ১৯১৯ চনৰ অধিবেশনত আচাৰ্য ৰয়েই প্ৰথম তেনে এক ধাৰণা আগবঢ়াইছিল।

আৱাহনৰ লেখনীবিলাকতো এনে মাৰোৱাৰী-বণিয়া বিৰোধী চেতনাৰ কেনেকৈ উন্মেষ ঘটিছিল, তাৰ উদাহৰণ হিচাপে তাৰক চন্দ্ৰ শৰ্মাৰ 'নীলু' গল্পটোলৈকে আঙুলিয়াব পাৰি। ইয়াত ঝাড়খণ্ডী-আদিবাসী চাহশ্ৰমিক এজনে বাগিছাৰ মাৰোৱাৰী সুদখোৰ মহাজনক সোঁৱৰাই দিছে কেনেকৈ তেওঁ ভৱিত নাগেৰী জোতা এযোৰ আৰু হাতত ঘটি এটা লৈ ৰাজপুতনাৰ শুকান মৰুভূমিৰ পৰা আহি চাহশ্ৰমিকৰ তেজ শুহি পেটুৱা হৈছে।[২৬৬] অৱশ্যে এই বণিয়া-বিৰোধিতাও ব্যৰ্থ হৈছিল কাৰণ ব্ৰিটিছ সাম্ৰাজ্যবাদী পুঁজিৰ লগত মাৰোৱাৰী বণিয়া পুঁজিৰ আন্তঃসম্পৰ্ক বুজি লৈ তাত আঘাত হনাৰ সাহস বা সামৰ্থ অসমীয়া মধ্যবিত্তৰ নাছিল।

## জাতি গঢ়াৰ কাৰ্যসূচীত সমাজ সংস্কাৰ, সমাজ গঠন

কেৱল ৰাজনীতি-অৰ্থনীতিৰেই এটা জাতি স্বয়ংসম্পূৰ্ণ নহয়। জাতি গঠনৰ এক সামাজিক-সাংস্কৃতিক কাৰ্যসূচীও অপৰিহাৰ্য। মধ্যশ্ৰেণীৰ জাতি-গঢ়োঁতাসকলে সেই কাৰ্যসূচীত

---

২৬৫। '*অসমীয়া ডেকাৰ অন্নসমস্যা*', আৱাহন, তৃতীয় বছৰ, অষ্টম সংখ্যা, ১৯৩২

২৬৬। আৱাহন, তৃতীয় বছৰ, ষষ্ঠ সংখ্যা, ১৯৩১

সাক্ষৰতা তথা শিক্ষা,গণস্বাস্থ্য, মহিলাৰ সবলীকৰণ, সমবায় উৎপাদন আদি বিষয়বোৰ সামৰি লোৱাটো জৰুৰী। আমি প্ৰগতিশীল ধাৰাত অন্তৰ্ভুক্ত কৰা আলোচনী চাৰিখনৰ এই ক্ষেত্ৰত ভূমিকা কেনে আছিল?

অসম ছাত্ৰ সন্মিলনৰ দৰেই **মিলনে**ও মদ-কানি আদি মাদক দ্ৰব্যৰ বিৰুদ্ধে অবিৰাম যুঁজি গৈছিল; কাৰণ ইয়াৰ দৃষ্টিত এইবোৰ আছিল অসমীয়া সমাজক আক্ৰান্ত কৰা সামাজিক অভিশাপ। ছাত্ৰ সন্মিলনৰ একাদশ অধিবেশনৰ সভাপতি তথা খাচী নেতা ৰেভাৰেণ্ড জে.জে. এম. নিকলচ ৰয়ে অসম বিধান পৰিষদত কানিৰ বিৰুদ্ধে লোৱা স্থিতিক **মিলনে** আদৰণি জনাইছিল।[২৬৭] তদুপৰি মাদকদ্ৰব্যৰ বিৰুদ্ধে ছাত্ৰ সন্মিলনৰ অভিযানৰ বাতৰি, বিভিন্ন জনৰ চিঠি, লেখনী আদিও ইয়াত নিয়মিত প্ৰকাশ পাইছিল। আনকি গাঁৱৰ চিগাৰেটৰ দোকানবোৰ বন্ধ কৰিবলৈ ই তৎপৰ আছিল।

অসমীয়া ছাত্ৰসকলক শাৰীৰিক ভাৱে সবল, সুঠাম কৰি তুলিবৰ বাবে শৰীৰ চৰ্চাতো ই গুৰুত্ব দিছিল। ছাত্ৰ সন্মিলনৰ নেতা শশীচন্দ্ৰ বৰবৰুৱাই বিভিন্ন ঠাইলৈ গৈ দিয়া শাৰীৰিক প্ৰশিক্ষণক **মিলনে** জনপ্ৰিয় কৰি তুলিছিল। 'জাতীয় প্ৰগতি' বোলোঁতে ই শাৰীৰিক আৰু শৈক্ষিক উভয় দিশ সামৰি লৈছিল। কটন কলেজত বিভিন্ন বিষয়ত আই.এ, বি.এ. আৰু এম.এ. পাঠ্যক্ৰম খোলাৰ বাবে ছাত্ৰ সন্মিলনৰ ফালৰ পৰা চৰকাৰক হেঁচা দিয়াৰ খবৰ যেনেকৈ **মিলনত** প্ৰকাশ পাইছিল, ঠিক তেনেকৈ ই শিক্ষাবিষয়ক ৰচনাৰ বাবে পুৰস্কাৰো ঘোষণা কৰিছিল। 'সৌৰজগতৰ অতিথি', 'মংগলগ্ৰহ', 'গৱেষণাগাৰত জীৱন-সৃষ্টি', 'চিকিৎসা বিজ্ঞানত নবেল পুৰস্কাৰ' আদি বিষয়ৰ লেখনীও **মিলনে** সাগ্ৰহেৰে প্ৰকাশ কৰিছিল।

আন অসমীয়া কাকত-আলোচনীৰ দৰে **মিলন, ৰামধেনু,আৱাহন** আৰু **জয়ন্তী**য়েও অসমত বিশ্ববিদ্যালয় পতাৰ হকে অবিৰাম যুঁজি গৈছিল। **জয়ন্তী**য়ে আৰু এখোজ আগবাঢ়ি গৈ সাৰ্বজনীন প্ৰাথমিক শিক্ষাৰ ওপৰত জোৰ দিছিল। কথাটো আজি সাধাৰণ যেন লাগিলেও মৌৰ কথা মনত পেলালে দেখিম যে সেইখন আলোচনীয়ে কিন্তু সাৰ্বজনীন প্ৰাথমিক শিক্ষাৰ বিৰোধিতা কৰি এমুঠিমান সৌভাগ্যৱানৰ বাবে উচ্চশিক্ষাতহে গুৰুত্ব দিছিল। এতেকে মৌৰ পৰা **জয়ন্তী**লৈকে অসমৰ সংবাদজগতে আধুনিকতা আৰু গণতন্ত্ৰ অভিমুখে কেইবাটাও দৃঢ় খোজ দিবলৈ সক্ষম হৈছিল।

এই কেইখন আলোচনীৰ, আৰু তাৰ ভিতৰত **মিলনৰ** আন এটা উজ্জ্বল দিশ আছিল। ই বিভিন্ন সম্পাদকীয় তথা লেখনীৰ জৰিয়তে নাৰী শিক্ষাৰ সপক্ষে জোৰদাৰ প্ৰচাৰ চলাই গৈছিল। উদাহৰণস্বৰূপে ছাত্ৰ সন্মিলনৰ ডিব্ৰুগড় অধিবেশনত সন্মিলনৰ কৰ্মী লক্ষ্মীপ্ৰিয়া চলিহাই 'স্ত্ৰীশিক্ষাৰ উন্নতি' নামৰ এখন ৰচনা পাঠ কৰিছিল। পৰৱৰ্তী কালত **মিলনত** প্ৰকাশিত[২৬৮] এই লেখনীত যিসকল অসমীয়া নাৰীয়ে লাহ-বিলাহ পৰিত্যাগ কৰি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ডিগ্ৰী পাইছিল, তেওঁলোকক প্ৰশংসো কৰা হৈছিল।

**মিলনৰ** পুৰুষ-লেখকসকলো নাৰী শিক্ষা সমৰ্থনত অকণো পাছ পৰি থকা নাছিল।

---

২৬৭। **মিলন**, পঞ্চম বছৰ, প্ৰথম সংখ্যা, ১৯২৬

২৬৮। **মিলন**,পঞ্চম বছৰ,পঞ্চম সংখ্যা, ১৯২৬

উদাহৰণস্বৰূপে দুৰ্গাপ্ৰসাদ বুজৰবৰুৱাই ঘোষণা কৰিছিল যে পুৰুষ-নাৰী দুয়ো শিক্ষিত নহ'লে পৃথিৱীখন আগ নাবাঢ়ে।(২৬৯) শ্ৰীযুত 'শ' নামৰ আন এজন পুৰুষ লেখকে অসমীয়া নাৰীক প্ৰশংসা কৰি কৈছিল যে বোৱা-কটাৰ কাৰণেই তেওঁলোকৰ স্থান জাতীয় আন্দোলনত উচ্চ পৰ্যায়ৰ। সেই ক্ষেত্ৰত তেওঁলোক সমূহ ভাৰতীয় নাৰীৰ শিক্ষয়িত্ৰী।(২৭০) আন এটা প্ৰবন্ধত ড° সূৰ্য কুমাৰ ভূঞাই অসমৰ মধ্যযুগৰ ১৪১ গৰাকী নাৰীৰ স্মৃতি জাগৰুক কৰি তেওঁলোকক জাতীয় বীৰাংগনা আখ্যা দিছিল।(২৭১) এই প্ৰক্ষেপণৰ উদ্দেশ্য আছিল নাৰীসকলক জাগৃত কৰি তোলা আৰু জাতি গঠন প্ৰক্ৰিয়াত তেওঁলোকক প্ৰবৃত্ত কৰোৱা। মিলন যে সেইক্ষেত্ৰত বহুলাংশে সফল হৈছিল তাৰ প্ৰমাণ আলোচনীখনৰ এই লেখিকাৰ তালিকাই দাখিল কৰিবঃ সুধা বৰুৱা, তিলোত্তমা বৰুৱা, পুণ্যপ্ৰভা দাস, শশীপ্ৰভা বৰুৱা, কুঞ্জলতা দেৱী(ৰাণী দুৰ্গাৱতীৰ গ্ৰন্থকাৰ), তিলোত্তমা দাস, কুঞ্জলতা দাস, অমল প্ৰভা দাস আদি। মিলনত প্ৰকাশিত এটা বিশেষ বাতৰি অনুসৰি কুঞ্জলতা গগৈ, তিলোত্তমা দাস আদিয়ে ছাত্ৰ সম্মিলনত এক প্ৰস্তাৱ উত্থাপন কৰি মিচ্ মায়'ই তেওঁৰ **Mother India** নামৰ কিতাপখনৰ যোগেদি সকলো ভাৰতীয় নাৰীৰ বিৰুদ্ধে কৰা অপমানজনক মন্তব্যৰ গৰিহণা দিছিল(এটা মহিলা-ময় ব্যাপাৰ!) আনহাতে আন এটা প্ৰস্তাৱযোগে ডিব্ৰুগড়ৰ বেৰীহোৱাইট মেডিকেল স্কুলত (বৰ্তমানৰ অসম মেডিকেল কলেজ) ছাত্ৰীকো ভৰ্তি কৰোৱাৰ দাবী তুলিছিল কেইবাজনো পুৰুষে।

আৱাহনৰ মহিলা শিতানত ডজন ডজন অনুপ্ৰেৰণাদায়ক ফটো প্ৰকাশ পাইছিল আৰু প্ৰকাশ পাইছিল বাছিয়াত নাৰী আন্দোলনৰ প্ৰগতি,জাতি গঠনত নাৰী শক্তি আদি প্ৰবন্ধ। প্ৰগতিশীল আলোচনীকিখনৰ নাৰীবিষয়ত এনে উদাৰ অৱস্থানে জাতিগঠনৰ ক্ষেত্ৰতো ইতিবাচক প্ৰভাৱ পেলাইছিল।

জয়ন্তীয়ে খেতিয়কসকলৰ স্বাৰ্থ,খাজনা-বৃদ্ধিৰ বিৰুদ্ধে তেওঁলোকৰ বিক্ষোভ, কানিয়াসকলৰ উপযুক্ত চিকিৎসাৰ দাবী আদিবোৰ উৰ্দ্ধত তুলি ধৰিছিল, যিবোৰে আৱাহনৰ পাততো প্ৰতিধ্বনি তুলিছিল। মদ কানি নিবাৰণৰ প্ৰচেষ্টাও এই আলোচনীকিখনে কৰি গৈছিল। জাতি এটা গঢ়ি তোলাৰ বাবে দুখীয়া নিচলাৰ হকে এনেবোৰ কামো গুৰুত্বপূৰ্ণ।

## উপসংহাৰ

এই অধ্যায়ত আমি দেখিলো কেনেকৈ এক শতিকাতকৈও কম সময়ৰ ভিতৰতে অসমীয়া মধ্যবিত্ত শ্ৰেণীয়ে প্ৰায় শূন্যৰ পৰা গঢ়ি তুলিছিল বাতিৰি কাকত-আলোচনীৰ এক বিশালকায় প্ৰতিষ্ঠান, যি জাতীয় জীৱনক গভীৰ আৰু ব্যাপকভাৱে প্ৰভাৱিত কৰি আহিছে। এই সময়ছোৱাত প্ৰকাশিত প্ৰায় ডেৰশতাধিক কাকত-আলোচনীৰ ভিতৰত আমি ইয়াত আটাইতকৈ উল্লেখযোগ্য আৰু প্ৰতিধিধিত্বমূলক বাইশখনৰ আলোচনা কৰিলো। এই কাকত-আলোচনীসমূহে জাতীয় জীৱনৰ প্ৰতিটো দিশৰ প্ৰতি বৰঙণি আগবঢ়াইছিল আৰু সিবিলাকৰ

---

২৬৯। ঐ, পঞ্চম বছৰ, চতুৰ্থ সংখ্যা, ১৯২৭

২৭০।ঐ,

২৭১। ঐ, পঞ্চম বছৰ, তৃতীয় সংখ্যা, ১৯২৭

চৌপাশে গঢ় লৈ উঠিছিল এক চহকী জাতীয় সাহিত্য।

এই কাকত-আলোচনী সমূহৰ তালিকা, আৰু সিবিলাকে সামৰি লোৱা বিষয়বিলাকেই সিবিলাকৰ ব্যাপ্তি আৰু গভীৰতাৰ ধাৰণা দিবলৈ যথেষ্ট। উদাহৰণস্বৰূপে **অৰুনোদই** আৰু **আসাম বিলাসিনী**ৰ বাহিৰে আন ধৰ্মবিষয়ক আলোচনীসমূহ আছিল **আসাম দীপক** (১৮৭৬), **চন্দ্ৰোদয়** (১৮৭৬), **আসাম তৰা** (১৮৮৮), **সত্ৰ** (১৮৮৮), **দীপ্তি** (১৯০৫), **ইছলামী-আখবাৰ** (১৯১৮), **অসম প্ৰদীপিকা** (১৯২০), **সন্ত প্ৰদীপ** (১৯২৮), **প্ৰচাৰক** (১৯২৮), **নামধৰ্ম** (১৯৫১), আৰু **পাঞ্চজন্য** (১৯৫৩)। বিভিন্ন জনজাতি/জনগোষ্ঠীবোৰে নিজা নিজা ভাষাত প্ৰকাশ কৰা কাকত-আলোচনীবোৰৰ কথা একাষৰীয়াকৈ থ'লেও অসমীয়াতে প্ৰকাশিত যিবোৰ পত্ৰিকাত বিভিন্ন সম্প্ৰদায়/জনগোষ্ঠীৰ মনৰ কথা ফুটি উঠিছিল, সেইবোৰৰ সংখ্যাও নিচেই কম নাছিল। উদাহৰণস্বৰূপে মুছলীমসকলৰ **সাধনা** (১৯২৪) আৰু **পায়গাম** (১৯৪৬), বড়োসকলৰ **বিবাৰ** (১৯২৩),আৰু **প্ৰভাত** (১৯২৬), নাথ যোগীসকলৰ **যুগবাণী** (১৯৫২), চুতীয়াসকলৰ **ভ্ৰমৰ** (১৯৪৭), অনুসূচিত জাতিৰ **সেৱা** (১৯২৬), মিচিং সকলৰ **আৱোহন** (১৯৪৭) আৰু সমূহ জনজাতিৰ ছাত্ৰ সকলৰ দ্বাৰা প্ৰকাশিত **নায়ক** (১৯৪৭)ৰ কথা উল্লেখযোগ্য।

কিন্তু কেৱল ধৰ্মীয় আৰু জনগোষ্ঠীগত আশা-আকাংক্ষাৰেই এটা আধুনিক জাতি বৰ্তি থাকিব নোৱাৰে। জনগণৰ সকলো অংশৰে সৰ্বাত্মক বিকাশৰ প্ৰয়োজন থাকি যায়। তাকে নিশ্চিত কৰিবৰ বাবেই অসমীয়া মধ্যশ্ৰেণীয়ে আমাৰ উল্লেখিত সময়সূচীৰ (১৮৭৩-১৯৬০) ভিতৰত ভালেকেইখন শিশু আলোচনী উলিয়াইছিল। সেইবোৰ আছিল **ল'ৰাবন্ধু** (১৮৮৮), **অৰুণ** (১৯১৬), **মইনা** (১৯২৩), **অৰুণ** (১৯২৬), **পখিলা** (১৯৩৩), **অৰুণ** (১৯৩৩), **পাৰিজাত** (১৯৪১), **বিহুৱান** (১৯৫০), **কাঁচিজোন** (১৯৫১) আৰু **দীপক** (১৯৫৩)। একেদৰে **ঘৰজেউতি** (১৯২৭), **অভিযাত্ৰী** (১৯৪৭), **ছাত্ৰীঅৰ্ঘ্য** (১৯৫১) আৰু **সাৰথি** (১৯৬০) আদি আলোচনীসমূহ নৱপ্ৰজন্মৰ নাৰী গঢ়াৰ প্ৰতি উছৰ্গিত হৈছিল।

**আমাৰ স্বাস্থ্য** (১৯৫৫) আছিল জাতীয় স্বাস্থ্য পত্ৰিকা; আনহাতে **অসম কৃষি** (১৯২০) আৰু **খেতিয়কে** (১৯২৬) কৃষি, আৰু **কাৰবাৰ আৰু কাৰবাৰীয়ে** (১৯২৬), ব্যৱসায়-বাণিজ্যত জোৰ দিছিল। আনকি নৃত্য গীতৰ প্ৰতি উছৰ্গিত **নটৰাজ** (১৯৪৯), নামৰ আলোচনী এখনো ওলাইছিল। **জনতা** (১৯৪৭), **নতুন অসম** (১৯৪৭) আৰু **চচিয়েলিষ্ট** (১৯৫০) ইত্যাদি পত্ৰিকাকিখনৰ প্ৰধান উপজীব্য আছিল ৰাজনীতি। এইবিলাকৰ বাহিৰে অৱশিষ্ট পত্ৰিকাসমূহে মূলতঃ জাতীয় সাহিত্যৰ এক বিশাল ভাণ্ডাৰ গঢ়াৰ কামত আত্মনিয়োগ কৰিছিল।

সেই কামত তেওঁলোক সফলো হৈছিল সুন্দৰভাৱেই। হাতেলিখা শাস্ত্ৰ, বুৰঞ্জী, চৰিতপুথি, ভাওনাৰ নাট আৰু পৌৰাণিক কাব্যৰ পৰ্যায় চেৰাই এই পত্ৰিকাসমূহে আধুনিক সাহিত্যৰ পাহাৰপ্ৰমাণ সম্ভাৰ গঢ়ি তুলিছিল। এই সময়ছোৱাত লিখিত প্ৰায় সকলো উপন্যাস, গল্প, জীৱনী, কবিতা, ব্যংগ, প্ৰবন্ধ প্ৰথমতে উক্ত পত্ৰ-পত্ৰিকা সমূহত প্ৰকাশ পাইছিল আৰু তাৰ পাছতহে তাৰে কিছুমান গ্ৰন্থাকাৰে প্ৰকাশ হৈছিল। এই বিপুল সাহিত্যকৰ্মই অসমীয়া

ৰাইজক যোগালে প্ৰবল আত্মপ্ৰত্যয় আৰু হৃত জাতীয় গৌৰৱ-বোধ। ইয়াৰ জোৰতে অসমীয়া মধ্যশ্ৰেণীয়ে অসমীয়াক ন্যায়ালয়, কাৰ্যালয় আৰু বিদ্যালয়ৰ ভাষা হিচাপে চৰকাৰী স্বীকৃতি আদায় কৰিবলৈ সমৰ্থ হ'ল।

এই পত্ৰ-পত্ৰিকাসমূহৰ আন অৱদানসমূহ আছিল ঃ

(১) আলোচিত বাইশখন পত্ৰ-পত্ৰিকাৰ ভিতৰত তিনিখন (**মৌ**, **টাইমচ অব আচাম** আৰু **আসাম বিলাসিনী** (প্ৰথম পৰ্যায়) বাদ দি বাকী কেউখনেই ভাষিক জাতীয়তাবাদক উৰ্দ্ধত তুলি ধৰিছিল। কথাটো তাৎপৰ্যপূৰ্ণ এইকাৰণেই যে উক্ত কাকত-আলোচনী সকলোৰে মাজেৰে অন্তঃসলিলা ফল্গুৰ দৰে অবিৰাম বৈ আছিল ভাষিক জাতীয়তাবাদৰ প্ৰবল প্ৰবাহ। আমাৰ মতে এই ভাষিক জাতীয়তাবাদেই আছিল অসমীয়া মধ্যবিত্তৰ জাতি গঠন সংক্ৰান্তীয় কেন্দ্ৰীয় ৰাজনৈতিক মতাদৰ্শ। অসমীয়াৰ এই ভাষিক-সাংস্কৃতিক জাতীয়তাবাদ সমসাময়িক (পাঞ্জাবী) শিখ, বাঙালী হিন্দু, বাংলাদেশী, মাৰাঠী আদিৰ ধৰ্মীয় জাতীয়তাবাদৰ এক বিকল্প সদৃশ আছিল।

(২)এই কাকত- আলোচনীসমূহৰ আন এক কৃতিত্ব আছিল উপভাষাজনিত দ্বন্দ্বৰ মীমাংসা। অসম সাহিত্য সভাৰ একাংশ আৰু **বাঁহী**ৰ দৰে মুখপত্ৰৰ জৰিয়তে উজনি অসম উপভাষা -'লবী'ৰ উগ্ৰ উপভাষিক বক্তব্য প্ৰকাশ পোৱাৰ বিপৰীতে নামনি অসম উপভাষা 'লবী'ৰ মুখপত্ৰ হৈ উঠিছিল ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত **আসাম বান্ধৱ**। অৱশেষত যেনিবা চেতনাৰ জৰিয়তে চন্দ্ৰনাথ শৰ্মা (লগতে কিছু পৰিমাণে ৰায়চৌধুৰী), **আৱাহন**ৰ জৰিয়তে নগেন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু ড. দীননাথ শৰ্মা আৰু **বাঁহী**ৰ জৰিয়তে ড. বাণীকান্ত কাকতিৰ প্ৰচেষ্টাই এই সংঘাতৰ চোক কমাই আনিবলৈ সক্ষম হ'ল। ফলত পৰিস্থিতিৰ এনেহে পৰিবৰ্তন হ'ল যে **আসাম বান্ধৱ**ৰ এসময়ৰ সম্পাদক পণ্ডিত তাৰানাথ চক্ৰবৰ্তীয়ে ১৯৩৬ চনত যেতিয়া **আৱাহন**ত লিখিছিল, তেতিয়া তেওঁ নিজেই উজনিৰ উপভাষাতে লিখিছিল।

(৩) **অৰুনোদই** আৰু **আসাম বিলাসিনী**ৰ (প্ৰথম পৰ্যায়) পাছৰ কালৰ অসমীয়া কাকত-আলোচনীবোৰে ধৰ্মক কেতিয়াও প্ৰধান উপজীব্যৰূপে লোৱা নাছিল। অৱশ্যে সিবিলাকৰ ভিতৰৰে **বাঁহী**, **অসম প্ৰদীপিকা** আদি দুখনমানে আন্তঃধৰ্মীয়, আন্তঃপন্থা, আনকি আন্তঃ উপপন্থা (inter religious,inter sect, inter sub-sect) সংক্ৰান্তীয় বিতৰ্কত জড়িত হ'বলৈ গৈ সমগ্ৰ পৰিবেশটোকেই তিক্ততাপূৰ্ণ কৰি তোলাৰ উপৰিও সংশ্লিষ্ট ধৰ্ম/পন্থা/উপপন্থাত বিশ্বাসীসকলৰ অনুভূতিত আঘাত হানিছিল। যি কি নহওক, কুৰি শতিকাৰ দ্বিতীয় দশকৰ শেহৰ ফালে, অথবা তৃতীয় দশকৰ আগছোৱাতে এইবোৰ বিতৰ্কৰ ওৰ পৰি আহিছিল। সামন্তীয় ধৰ্মনিষ্ঠাৰ ওৰ অৱশ্যে তেতিয়াও পৰিবৰ নৌ এথোন। তথাপিও ইমানকে ক'ব পাৰি যে অসমীয়া কাকত-আলোচনীসমূহৰ বেছিভাগৰে ধৰ্মনিৰপেক্ষ দৃষ্টিভংগীৰ বাবে ধৰ্ম আৰু জাতিগঠনৰ কেন্দ্ৰীয় মতাদৰ্শ হৈ থকা নাছিল। আধুনিক, উদাৰ ধ্যান ধাৰণাসমূহে এক অসাম্প্ৰদায়িক জাতি গঠনৰ সম্ভাৱনা মূৰ্ত কৰি তুলিছিল।

(৪) **'জাতীয় সংস্কৃতিৰ নিৰ্মাণ'** সংক্ৰান্তীয় এই গ্ৰন্থৰ আন এটা অধ্যায়ত আমি দেখুৱাইছোঁ কেনেকৈ অসমীয়া জাতি-নিৰ্মাতাসকলে সচেতন ভাৱেই বীৰপূজাৰ এক পৰম্পৰা

গঢ়ি তুলিছিল। এই বীৰ বীৰাংগনা সকলৰ আবিস্কাৰ (ঐতিহাসিক গৱেষণাসহকাৰে) আৰু প্ৰক্ষেপণত অসমীয়া কাকত-আলোচনীসমূহে এক গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। তদুপৰি এই পত্ৰ পত্ৰিকাসমূহেই দীঘলীয়া বিতৰ্কৰ অন্তত স্থিৰ কৰিছিল যে দুৰ্গাপূজা নহয়, বিহুহে হ'ব অসমীয়াৰ জাতীয় উৎসব। এনেকৈয়ে সিবিলাকে এক অনন্য (ভাষিক) সাংস্কৃতিক সত্তাৰূপে অসমীয়াক গঢ়ি তোলাৰ প্ৰতি বৰঙণি যোগাইছিল।

(৫) ৰাজনৈতিক দিশত চাবলৈ গ'লে, জাতীয় স্বাধীনতাৰ আন্দোলন তীব্ৰতৰ হৈ উঠাৰ সমানুপাতিক ভাবে অসমীয়া কাকত-আলোচনীবোৰে মৌ আৰু টাইমচ্ অব আচামৰ সময়ৰ অৱমাননাকৰ দাসত্বৰ মনোভাব পৰিত্যজি প্ৰতিবাদী হৈ উঠিছিল। অসমীয়া জাতি-গঠন প্ৰক্ৰিয়াত অতিশয় অনুপ্ৰেৰণাদায়ক ভূমিকা পালন কৰা অসমীয়া, এডভকেট অব আচাম আৰু আসাম বিলাসিনী (দ্বিতীয় পৰ্যায়)ৰ দৰে আলোচনী আকৌ নিজে অনুপ্ৰাণিত হৈছিল স্বাধীনতা আন্দোলনৰ দ্বাৰা। ভবিষ্যতৰ স্বাধীন ভাৰতত অসম-অসমীয়াৰ স্থিতি বিচাৰিবলৈ গৈ সিবিলাকে সংঘীয় গাঁথনিৰ ধাৰণাৰ মাজত উত্তৰ বিচাৰি পাইছিল। কোৱা বাহুল্য যে আজিৰ ভাৰততো বিভিন্ন জাতিসত্তাসমূহৰ মুক্ত বিকাশৰ বাবে সংঘীয় গাঁথনিৰ কোনো বিকল্প নাই। এইখিনিতে উল্লেখযোগ্য আন এটা কথা হ'ল ৰাজ্য পুনৰগঠন আয়োগৰ সমুখত অসমৰ বাতৰি-কাকত আলোচনীয়ে লোৱা ভূমিকা। অসমীয়া-ভাষিক ৰাজ্য হিচাপে অসমৰ পুনৰ গঠনৰ বাবে লোৱা এই ভূমিকা এনেহে জোৰদাৰ আছিল যে সেই দাবী মানি ল'বলৈ আয়োগ বাধ্য হৈছিল।

(৬) স্বাধীনতা আন্দোলনত চামিল থকাৰ সময়তো অসমীয়া মধ্যশ্ৰেণী আৰু তাৰ দ্বাৰা পৰিচালিত কাকত-আলোচনীসমূহে আঞ্চলিকতাবাদী তথা অসমীয়া জাতীয়তাবাদী চিন্তা চৰ্চা আৰু আকাংক্ষ্যা বাহাল ৰাখিছিল। এডভকেট, অসমীয়া, বিলাসিনী আদি কাকতে অসমীয়া মানুহৰ সেই দ্বৈতসত্তাৰ ( অসমীয়াও, ভাৰতীয়ও) প্ৰমাণ ডাঙি ধৰে। অসম বন্তিৰ দৰে কাকতে আকৌ আন ধৰণৰ দ্বৈতপৰিচিতি (আহোমো, অসমীয়াও) নমুনা ডাঙি ধৰিছিল। এইখন কাকতৰ পাততে লক্ষ্মীধৰ শৰ্মাই অসমীয়া-ভাৰতীয় পৰিচিতিৰ সম্পৰ্ক আৰু সংঘাতৰো সংজ্ঞা আগবঢ়াইছিল।

(৭) আমি এই গ্ৰন্থৰ পৰিশিষ্টত সৰ্বমুঠ ত্ৰিশখন আলোচনীৰ সম্পাদক প্ৰকাশকসকলৰ আৰ্থ-সামাজিক পটভূমি সম্পৰ্কে বিশ্লেষণ আগবঢ়াইছোঁ। তাৰ ভিতৰত এই অধ্যায়ত আলোচিত ২২খন পত্ৰ-পত্ৰিকাৰ ৭৭ জন সম্পাদকো আছে। এই ৭৭ জনৰ ভিতৰত ৯ জনে একাধিক কাকত আলোচনী সম্পাদনা কৰিছিল। সেই পুনৰাবৃত্তি বাদ দিলে সম্পাদকৰ সংখ্যা হয়গৈ ৬৮। তাৰে ৪ জনৰ সামাজিক পটভূমি আমি উদ্ধাৰ কৰিব পৰা নাই যদিও খুবসম্ভৱ তেওঁলোক বৰ্ণহিন্দু আছিল। তেনেক্ষেত্ৰত বৰ্ণহিন্দু সম্পাদকৰ সংখ্য হয়গৈ পৰ্বতপ্ৰমাণ ৯২%। সেই চাৰিওজনক অবৰ্ণহিন্দু বুলি বাদ দিলেও বৰ্ণহিন্দু সম্পাদক হয়গৈ ৮৭%। (ইয়াৰ লগত ৰাজ্যখনৰ প্ৰক্ষেপিত বৰ্ণহিন্দু জনসংখ্যা ১৩% ক তুলনা কৰিলেই বৈপৰীত্যটো ওলাই পৰে। আনহাতে অসমত অবৰ্ণহিন্দুৰ প্ৰক্ষেপিত জনসংখ্যা ৮৭% হোৱাৰ বিপৰীতে) অবৰ্ণহিন্দু আৰু সম্ভাব্য অবৰ্ণহিন্দু সম্পাদকৰ সমবেত সংখ্যাও ১৩% কৈ বেছি নহয়। এয়া দেখদেখকৈয়ে

এটা ওভোটা পিৰামিডৰ কাহিনী। উল্লেখযোগ্য যে অবৰ্ণহিন্দুসকলৰ ভিতৰত আছিল ৮ জন খ্ৰীষ্টিয়ান (সকলো অৰুনোদইৰ), এজন মুছলমান (প্ৰকৃততে তেওঁ মুদ্ৰকহে আছিল, অলপদিনৰ বাবেহে সম্পাদকৰ ভাৰ লৈছিল), দুজন অনুসূচিত জাতিৰ লোক (তাৰে এজনে অসমীয়াৰ মাত্ৰ এটা সংখ্যা সম্পাদনা কৰিছিল) আৰু দুজন আহোম। কোনো অনুসূচিত জনজাতি, ঝাড়খণ্ডী-আদিবাসী, নেপালী, কোচ ৰাজবংশী অথবা অভিবাসী মুছলমান কেতিয়াও এই কাকত-আলোচনীসমূহৰ সম্পাদক নাছিল।

প্ৰকাশকৰ কথা ক'বলৈ গ'লে এখন আলোচনী বিদেশী মিশ্যনে, এখন সত্ৰই, তিনিখন সংশ্লিষ্ট সংগঠনসমূহে, এখন জমিদাৰ এজনে, দুখন চৰকাৰী কৰ্মচাৰী সম্পাদকে, এখন সদাগৰ-সম্পাদকে প্ৰকাশ কৰিছিল। প্ৰকাশকসকলৰ সংখ্যাগৰিষ্ঠই আছিল ব্ৰাহ্মণ বংশোদ্ভৱ আৰু মুঠ প্ৰকাশকৰ তিনি চতুৰ্থাংশই আছিল বৰ্ণহিন্দু। ২২ খনৰ ভিতৰত ৭ খন অৰ্থাৎ এক তৃতীয়াংশ আছিল চাহমালিকৰ দ্বাৰা প্ৰকাশিত অথবা পৃষ্ঠপোষকতাপ্ৰাপ্ত। আন কেবাখনো কাকত-আলোচনীয়েও চাহ-মালিক সকলৰ বিভিন্ন ধৰণৰ সমৰ্থন উপভোগ কৰিছিল। আনকি আৱাহনৰ ৫,০০০ কপিৰ ২,৫০০ কপিয়েই বিক্ৰী হৈছিল চাহ বাগিছাত।[২৭২] কোৱা বাহুল্য, এই সকল বাগিছাৰ ক্ৰেতাৰ অধিকাংশই চাহ-মালিক, পৰিচালক আৰু বাবু আছিল, কাৰণ সেইসময়ত ঝাড়খণ্ডী আদিবাসী চাহশ্ৰমিকৰ মাজত সাক্ষৰতাৰ হাৰ ১% তকৈ বেছি নাছিল। মাৰোৱাৰী মূলৰ ব্যৱসায়ীয়েও কেবাখনো বাতৰি কাকত আলোচনীৰ পৃষ্ঠপোষকতা কৰিছিল।

অসমীয়া বাতৰি কাকত আলোচনীৰ ওপৰত বৰ্ণহিন্দুসকলৰ এই সম্পূৰ্ণ প্ৰভূত্ব সমাজত তেওঁলোকৰ অৰ্থনৈতিক আধিপত্যৰ লগত সমানুপাতিক আছিল। কিন্তু ই অসমৰ জনগাঁথনিৰ সম্পূৰ্ণ বিপ্ৰতীপ আছিল। এই পত্ৰ-পত্ৰিকাসমূহৰ নীতি-নিৰ্ধাৰক অৱস্থানৰ পৰা অনুঃজাতি-জনজাতি, অন্যান্য পাছপৰা শ্ৰেণী (ঝাড়খণ্ডী-কোচ ৰাজবংশীকে ধৰি) মুছলীম আদিক প্ৰায় সম্পূৰ্ণভাৱে আঁতৰাই থোৱাৰ ফলত তেওঁলোকৰ সমস্যা আৰু অনুভূতি-আকাংক্ষ্যা সম্পৰ্কে এই মাধ্যমটো সম্পূৰ্ণ অ-স্পৰ্শকাতৰ আৰু উদাসীন আছিল। দলিতসকলৰ সপক্ষে যাব পৰা কোনো সদৰ্থক কাৰ্যকলাপৰ প্ৰতিয়েই মাধ্যমটোৰ সমৰ্থন নাছিল। ৰাধাকান্ত সন্দিকৈয়ে[২৭৩] অথবা ভীমবৰ দেউৰীৰ জীৱনীকাৰ সকলে[২৭৪] নিপীড়িত জনগোষ্ঠীৰ পৰা উঠি অহা এইসকল বিশিষ্ট ব্যক্তিৰ প্ৰতি সংবাদ মাধ্যমৰ নিৰ্মম ঔদাসীন্য সম্পৰ্কে যি অভিযোগ কৰিছে, সেয়া টিলিকিতে উৰাই দিব পৰা বিধৰ নহয়। বৈষ্ণৱবাদ, স্বাধীনতা আন্দোলন, আনকি সমাজবাদী আদৰ্শৰ সংস্পৰ্শয়ো খুব বেছি মৃদু মলয়া বতাহ্ এছাতিহে বোৱাব পাৰিছিল। ব্ৰাহ্মণ্যবাদৰ বিশাল বটবৃক্ষক উৎখাৎ কৰাৰ সাধ্য বা ইচ্ছা তাৰ নাছিল।

আনহাতে ভালেকেইখন কাকত-আলোচনী চাহমালিকসৱৰ কৃপাধন্য হোৱাৰ ফলত এই ছপা মাধ্যমটোৱে হতভগীয়া উপবাসী চাহ শ্ৰমিকসকলৰ দুৰ্দশাৰ প্ৰতি এক ৰহস্যজনক

---

২৭২। উপেন্দ্ৰনাথ শৰ্ম্মা ঃ *আৱাহনৰ অৱদান* ঃ অসমৰ বাতৰি কাকত আলোচনীৰ ডেৰশ বছৰীয়া ইতিহাস, পৃষ্ঠা ৩৫৬

২৭৩। আহোম সন্মিলন, ডিব্ৰুগড়, ১৯৩৫ ৰ ভাষণ

২৭৪। সপ্তম অধ্যায় চাওক।

নীৰৱতা অৱলম্বন কৰিছিল। এই অক্ষমনীয় ঔদাসীন্যই জাতি গঠন প্ৰক্ৰিয়াত এক গভীৰ শূন্যতাৰ সৃষ্টি কৰিছিল, ৰাজ্যখনৰ জনসংখ্যাৰ এক চতুৰ্থাংশ শ্ৰমজীৱী মানুহক দূৰলৈ ঠেলি দি। তেওঁলোকৰ আত্মীকৰণ প্ৰক্ৰিয়া সেয়ে আজিও আধৰুৱা হৈয়ে ৰ'ল।

(৮) অৰ্থনৈতিক বিষয়ত খুব বেছি আগ্ৰহ অসমীয়া কাকত-আলোচনী সমূহে কেতিয়াও দেখুৱা নাছিল। মাজে মাজে ই অৱশ্যে বেহা বেপাৰৰ বিষয়ে বাণী বিলাইছিল; কিন্তু উদ্যোগৰ ক্ষেত্ৰত উৎসাহ আছিল কম। কাৰণ ঔপনিবেশিক ব্যৱস্থাতো কোম্পানী এজেন্ট, দালাল বা দোকানী হোৱা যায়; হোৱা নাযায় প্ৰকৃতাৰ্থত জাতীয় পুঁজিপতিহে। অসমীয়া কাকত-আলোচনীসমূহেও সেয়ে উদ্যোগ গঢ়াৰ কষ্টসাধ্য পথৰ নিৰ্দেশ দিবলৈ পৰান্মুখ হৈছিল।

(৯) এনে দুৰ্বলতাবিলাকৰ কথা কোৱাৰ অৰ্থ এইটো মুঠেই নহয় যে আমি অসমীয়া সংবাদমাধ্যমৰ নেতিবাচক দিশবোৰহে কেৱল দেখিছোঁ। ইতিবাচক দিশ বহুবোৰেই আছিল; যাৰ ভিতৰত অন্যতম আছিল কানি নামৰ সামাজিক অভিশাপৰ বিৰোধিতা। সৰ্বজানিক সভা, অসম সাহিত্য সভা আদি বেচৰকাৰী সংগঠন আৰু সত্ৰৰ দৰে ধৰ্মীয় অনুষ্ঠানেও হয় কানিৰ পক্ষে, নহয় এইক্ষেত্ৰত উদাসীন নীতি লোৱাৰ বিপৰীতে অকনোমাইৰ পৰা মিলনলৈকে প্ৰায় সকলো অসমীয়া কাকত-আলোচনীয়ে কানিৰ বিৰুদ্ধে গৰ্জি উঠিছিল। এই সামাজিক অভিশাপ বিলুপ্তিৰ কৃতিত্বও বহুলাংশে সিবিলাকৰ প্ৰাপ্য। সেইদৰে গুৱাহাটীত (জাতীয়) বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ হকে কাকত আলোচনীবোৰে চলোৱা ব্যাপক প্ৰচাৰ অভিযানো বৰ কাৰ্যকৰী হৈছিল। কাকত আলোচনীসমূহে শিক্ষাপ্ৰসাৰৰ হকে, বিধৱা বিবাহৰ পক্ষে, নাৰীৰ সম অধিকাৰৰ হকে, অন্ধবিশ্বাস-কুসংস্কাৰৰ বিপক্ষেও ইতিবাচক ভূমিকা গ্ৰহণ কৰিছিল।

(১০) অসমীয়া বাতৰি-কাকত আলোচনীসমূহে আমাৰ আলোচিত প্ৰায় এক শতিকাৰ ভিতৰত বহু ঘাত প্ৰতিঘাতেই পাৰ হৈ আহিছে। এইছোৱা সময়ত সত্ৰ, অসম সাহিত্য সভা আদি অনুষ্ঠানবোৰৰ অৱনতি, অৱক্ষয় আৰম্ভ হোৱাৰ বিপৰীতে সংবাদ মাধ্যম ক্ৰমে বেছি বেছিকৈহে শক্তিশালী হৈছে। ৰাইজৰ বিপুল আস্থা ই এতিয়াও উপভোগ কৰে আৰু সেই আস্থাক বহু সন্ধিক্ষণতে সংগঠিত কৰি তোলে প্ৰবল জনমতলৈ। যদিহে তাৰ এই সবলতাসমূহ অনাগত দিনত আৰু বেছি সমৃদ্ধ কৰিব পাৰি, আৰু দুৰ্বলতাসমূহ বিলোপ কৰিব পাৰি, তেনেহ'লে অসমীয়া জাতি গঠন প্ৰক্ৰিয়াক তাৰ অন্তিম মঞ্জিল পৰ্যন্ত পৌছাঁই দিয়াৰ ক্ষেত্ৰত ই আৰু বহু ঐতিহাসিক ভূমিকা পালন কৰিব পাৰিব।

## চতুৰ্থ অধ্যায়

# জাতীয় ৰাজনীতিৰ মূৰ্তায়ন

# 'অ-ৰাজনৈতিক' ৰাজনৈতিক সংগঠন সমূহ

*One day, the apolitical intellectuals*
*Of my country will be interrogated*
*By the simplest of our people.*
*They will be asked*
*What they did when the nation died out*
*Like a sweet fire, small and alone.**

উদীয়মান অসমীয়া মধ্যশ্ৰেণীয়ে এটা অনাকৰ্ষণীয়, কঠিন কাম কান্ধ পাতি লৈছিল। ই ঔপনিবেশিক ৰাষ্ট্ৰযন্ত্ৰৰ নিম্নতৰ পৰ্যায়বিলাক চলোৱাৰ কামটোও একচেতিয়াকৈ কৰিবলৈ পোৱা নাছিল। উনৈশ শতিকাৰ শেহমানলৈকে চুবুৰীয়া বংগৰ পৰা অহা মধ্যশ্ৰেণীৰ উপাদানবোৰেই ঔপনিবেশিক ব্যৱস্থাৰ সিংহভাগ ঠাই দখল কৰি আছিল। বাঙালী মধ্যশ্ৰেণীতকৈ প্ৰায় একশতিকা পাছত ওপজা অসমীয়া মধ্যশ্ৰেণীয়ে ৰাষ্ট্ৰযন্ত্ৰত নিজৰ স্থান নিগাজী আৰু নিকপকপীয়া, একচেতিয়া কৰিবলৈ বিচাৰিছিল। ব্ৰিটিছ-পৰিচালিত ৰাষ্ট্ৰযন্ত্ৰটো নহয়, চাকৰি-বাকৰিত বাঙালীৰ আপেক্ষিক আধিপত্যৰ বিপক্ষেহে আছিল সেই সংগ্ৰাম। ভাষিক জাতীয়তাবাদ আছিল সেই সংগ্ৰামৰে অস্ত্ৰ। এইপাত অস্ত্ৰৰ জৰিয়তেই আনন্দৰাম, গুণাভিৰাম, হেমচন্দ্ৰ আদিৰ আপাগুৰীয়া প্ৰচেষ্টাৰ বলত অসমীয়াসকলে অচিৰেই অসমীয়া ভাষাক চৰকাৰী ভাষাৰূপে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হ'ল।

সমগ্ৰ জাতিসত্তাটোক এক বিশাল জাতীয় আন্দোলনত চামিল কৰিবৰ বাবে এতিয়া প্ৰয়োজন হ'ল কেতবোৰ সাংগঠনিক সঁজুলিৰ। এনে কেতবোৰ বেচৰকাৰী সংগঠনৰ অবিহনে অসমীয়া মধ্যশ্ৰেণীয়ে ৰাষ্ট্ৰযন্ত্ৰৰ ওপৰত নিজৰ প্ৰভাৱ প্ৰতিষ্ঠা কৰিব নোৱাৰিলেহেঁতেন। এনেকৈয়ে সমান্তৰাল ভাৱে মধ্যশ্ৰেণীয়ে ৰাষ্ট্ৰযন্ত্ৰকো জাতি গঠনৰ কামত ব্যৱহাৰ কৰিবলৈ লাগিল। বৰ্তমান অধ্যায়ত আমি বিভিন্ন বেচৰকাৰী সংগঠনবোৰৰ বিকাশ, সিবিলাকৰ লগত মধ্যশ্ৰেণী, ৰাষ্ট্ৰ (ঔপনিবেশিক তথা উত্তৰ ঔপনিবেশিক) আৰু জাতি সত্তাৰ সম্পৰ্কৰ বিষয়ে আলোচনা কৰিম।

---

* Otto Renee Castillo (Murdered in 1970)

এইখিনিতে স্মৰণীয় যে জাতি-নিৰ্মাতাৰ ভূমিকা লোৱা মধ্যশ্ৰেণীয়ে কিন্তু ১৮৬১-১৮৯৩ সময়ছোৱাত ৰাজ্যখনক জোকাৰি যোৱা কৃষক আন্দোলনৰ লগত ইয়াৰ কোনো সংশ্ৰৱ নাই বুলি প্ৰমাণ কৰিবলৈহে অহোপুৰুষাৰ্থ কৰিছিল। আনকি বিদ্ৰোহী কৃষকসকলক শান্ত, সংযত কৰিবলৈও কেতবোৰ সংগঠনৰ জন্ম হৈছিল। কৃষক বিদ্ৰোহ বিভিন্ন কাৰণত শাম কাটিলেও এইবাৰ দেশজুৰি জাতীয় স্বাধীনতাৰ আন্দোলন তীব্ৰতৰ হ'বলৈ ধৰিলে। এনে জাজ্বল্যমান পৰিস্থিতিত অসমীয়া মধ্যশ্ৰেণীৰ সংগঠনবোৰেনো কেনেধৰণৰ আচৰণ কৰিছিল, ঔপনিবেশিক সীমাবদ্ধতাৰ কোন সুৰুঙাৰেনো জাতি গঢ়িব বিচাৰিছিল, নে সেই সীমাবদ্ধতাক চেৰোৱাৰো সাহস ৰাখিছিল, আমি এই অধ্যায়ত আলোচনা কৰিম।

## মধ্যশ্ৰেণীৰ প্ৰথম সংগঠন

## সৰ্বজানিক সভা আৰু ৰায়ত সভা

১৮৮৪ চনত প্ৰতিস্থিত সৰ্বজানিক সভা আছিল অসমীয়া মধ্যশ্ৰেণীৰ প্ৰথম সংগঠন। ই আছিল বিদেশী শোষক আৰু দেশী বিদ্ৰোহী-কৃষকৰ মাজত মধ্যস্থতাকাৰীৰ দৰে। কৃষক বিদ্ৰোহবিলাকে যেতিয়া মধ্যশ্ৰেণীৰ স্বাৰ্থক ক্ষতিগ্ৰস্ত কৰাৰ আশংকা দেখা দিলে, তেতিয়া জংগীপনা নিঃশেষ কৰি সেইবোৰক আইন-কানুনৰ খাতত বোৱাবলৈহে এনে সংগঠন তৎপৰ হৈ উঠিল। জগন্নাথ বৰুৱাৰ জীৱনীকাৰ যতীন্দ্ৰ নাথ গোস্বামীয়ে লিখিছে, *'অসমীয়া মানুহক ৰাজনৈতিক কথা আলোচনা কৰাৰ প্ৰণালী শিকাবৰ উদ্দেশ্যে' সৰ্বজানিক সভা স্থাপিত হয়।*[১]

কোৱা বাহুল্য যে ১৮৬১ চনতেই মহাশক্তিধৰ ব্ৰিটিছৰাজৰ বিৰুদ্ধে বিদ্ৰোহ আৰম্ভ কৰা, আৰু অন্ততঃ তিনি দশক জুৰি সেই বিদ্ৰোহ অব্যাহত ৰখা অসমীয়া কৃষকক ৰাজনীতি 'শিকোৱা'টো অসমীয়া মধ্যশ্ৰেণীৰ বাবে ধৃষ্টতাৰ বাহিৰে আন একো নাছিল। অৱশ্যে 'ৰাজনীতি' বোলোঁতেই এই ক্ষেত্ৰত মধ্যশ্ৰেণীয়ে আনুগত্য, দাসত্ব আৰু আপোচৰ ৰাজনীতিহে বুজাইছিল। এই খিনিতে নিম্নবৰ্গ- বৰ্ণৰ উপান্ত কৃষকৰ লগত মধ্যশ্ৰেণীৰ স্বাৰ্থ আৰু ৰাজনীতিৰ সংঘাত পৰিস্ফুট হৈ পৰিছিল। সৰ্বজানিক সভাই এই ক্ষেত্ৰত মধ্যশ্ৰেণী আৰু মাটিগিৰি সকলৰ সংগঠন হিচাপেহে কাম কৰিছিল।[২]

১৮৮৪ চনত প্ৰতিষ্ঠিত যোৰহাট সৰ্বজানিক সভাৰ ১৮৭০ চনত প্ৰতিষ্ঠিত পুনা সৰ্বজানিক সভাৰ লগত এক আশ্চৰ্যকৰ সাদৃশ্য আছিল। আনকি যোৰহাটৰ সভাখনৰ নামৰ বানানো পুনাৰ খনৰ লগত হুবহু একে আছিল (অথচ এইক্ষেত্ৰত শুদ্ধ অসমীয়া প্ৰতিশব্দটো হ'লহেতেঁন 'সাৰ্বজনীন' হে)। দুয়োখন সভাৰ বানানৰ এই মিল, অথবা অসমীয়া সভাখনে মাৰাঠী বানান অনুকৰণ কৰাটো কাকতালীয় নাছিল। কৃষক আন্দোলন সম্পৰ্কে তুলনামূলক অধ্যয়ন কৰিবলৈ গৈ সুমিত চৰকাৰে দেখুৱাইছে যে অসমৰ কামৰূপ আৰু দৰং জিলাত

১। স্বদেশ হিতৈষী জগন্নাথ বৰুৱা, পৃ-৩৪
২। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস, পৃ-১৪১

৫০-৭০% খাজনা বৃদ্ধিৰ বিৰুদ্ধে ১৮৯৩ চনত ৰাইজমেল বিলাকে বিদ্ৰোহ কৰি উঠিছিল কিন্তু ইয়াৰ প্ৰতি নগৰীয়া সমৰ্থন সীমিত আছিল যোৰহাট সৰ্বজানিক সভাৰ প্ৰস্তাৱ আৰু বিধান পৰিষদৰ বক্তৃতাতে।[৩]

মহাৰাষ্ট্ৰৰ কৃষক বিদ্ৰোহৰ প্ৰতি পুনা সৰ্বজানিক সভাৰ সঁহাৰি কিন্তু গহীন বিধৰে আছিল। চৰকাৰে দেখুৱাইছে যে মহাৰাষ্ট্ৰৰ কৃষক আন্দোলনৰ এক মৌলিক স্বায়ত্ততা আছিল যাৰ প্ৰমাণ পোৱা যায় শস্যৰ গোলাবোৰত তেওঁলোকে কৰা লুটপাতত (মধ্যশ্ৰেণীৰ জাতীয়তাবাদীসকলে এনে কাম কেতিয়াও সমৰ্থন কৰা নাছিল)। নগৰীয়া আন্দোলনকাৰীসকলে এনেবোৰ কথাতে ফালৰি কটাৰ পাছতো, অথবা বেলেগ এটা কাৰণত তিলক কাৰাৰুদ্ধ হোৱাৰ পাছলৈকেও কৃষক আন্দোলন বাহাল আছিল। স্থানীয় সম্ভ্ৰান্ত শ্ৰেণীৰ স্বাৰ্থৰ প্ৰতিনিধি তিলক কৃষকৰ জংগীপনাৰ তীব্ৰ বিৰোধী আছিল। খাদ্যৰ বাবে হোৱা এই দাংগাবোৰক কঠোৰ ভাষাত গৰিহণা দি তেওঁ প্ৰশ্ন কৰিছিল, *'বজাৰবোৰ লুট-পাত কৰিছাঁ কিয়? কালেক্টৰ চাহাবৰ তালৈ গৈ কাম আৰু খাদ্য খোজাঁগৈ।*[৪] যেনিবা কালেক্টৰ চাহাবে দয়া আৰু দৰদৰ দোকান খুলি বহিছে আছে!

যদিও ১৮৯৬-৯৯ চনৰ 'খাজনা-নিদিওঁ' অভিযানৰ বাবে বহু সময়ত বাল গংগাধৰ তিলকক কৃতিত্ব দিয়া হয়, তথাপিও ইয়াৰ প্ৰকৃত কৃতিত্ব কৃষকসকলৰহে প্ৰাপ্য, কাৰণ সমূহীয়া খাজনা অনাদায়, সামাজিক বৰ্জন, গণপ্ৰব্ৰজন আদি আন্দোলনৰ ৰূপবোৰ তেওঁলোকেইহে উদ্ভাৱন আৰু বিকশিত কৰিছিল। মধ্যশ্ৰেণীৰ আন এজন নেতা লালা লাজপত ৰায়ে আকৌ বিপ্লৱী নেতা অজিত সিঙৰ খাজনা অনাদায় অভিযান আৰু জংগী কৃষক আন্দোলনৰ কথাত আতংকিতহে অনুভৱ কৰিছিল। আদি- জাতীয়তাবাদ আৰু কৃষক আন্দোলনৰ মাজৰ পাৰ্থক্য ১৯০৫ চনত ৰাজস্থানৰ মেৱাৰত ঘটা কৃষক আন্দোলনৰ সময়তে স্পষ্ট হৈ পৰে। যি সময়ত সুদূৰ বংগৰ আৰ.চি.দত্ত, দ্বিজেন্দ্ৰ লাল ৰয়, অৱনীন্দ্ৰনাথ, ৰবীন্দ্ৰনাথ আদি লেখক বুদ্ধিজীৱীসকল ৰাণাপ্ৰতাপ সিংহৰ দৰে মধ্যযুগৰ মেৱাৰৰ ৰাজপুত বীৰ বীৰাংগনাসকলৰ শৌৰ্য বীৰ্যৰ কাহিনী লৈ সাহিত্য ৰচনাত ব্যস্ত আছিল, সেই সময়ত উক্ত বীৰ-বীৰাংগনাসকলৰ আধুনিক বংশধৰসকল ব্যস্ত আছিল এহাতে ব্ৰিটিছ প্ৰভুৰ প্ৰতি অচলা-আনুগত্য ঘোষণাত আৰু আনহাতে কৃষকসকলৰ প্ৰতি নিৰ্মম শোষণ-নিপীড়ণত।[৫] সেয়েহে এই কথা সহজেই ক'ব পাৰি যে যোৰহাট সৰ্বজানিক সভাৰ স্থিতি কেৱল পুনা সৰ্বজানিক সভা নহয়, সমগ্ৰ ভাৰতীয় মাটিগিৰি তথা মধ্যবিত্ত শ্ৰেণীৰ স্থিতিৰ অনুৰূপ আছিল।

সৰ্বজানিক সভাৰ শ্ৰেণীভিত্তিৰ সম্পৰ্কে ড. কবীন্দ্ৰনাথ ফুকনে এনেকৈ কৈছে ঃ *১৮৯৪ চনতউচ্চ মধ্য বিত্তীয় চাহ খেতিয়কৰ উদ্যোগত যোৰহাটতসৰ্বজানিক সভা গঠন কৰা হৈছিল। এনে সংগঠনত মধ্য বিত্তীয় অৰ্থনৈতিক প্ৰতিষ্ঠাৰ আপডাল কৰাৰ উপৰিও দেশীয় জনগণ আৰু বিদেশী শাসকৰ মাজত সংযোগ ৰাখি সামাজিক-ৰাজনৈতিক স্থিতাৱস্থা বজাই*

---

৩। **Popular Movements and Middle Class Leadership in Late Colonial India**, p 23.

৪। D.V. Athalye : **Life of Lokamanya Tilak**, p. 85.

৫। Sumit Sarkar : **Popular Movements and Middle Class Leadership**, p. 21.

*চলাৰ ইচ্ছাই প্ৰকাশ পাইছিল। বিদেশী চৰকাৰক আবেদন-নিবেদনেৰে সমস্যা জনোৱাৰ আৰু সকাহ বিচৰাৰ এবিধ খুচুৰা আৰু কুহুমীয়া ৰাজনীতি আৰম্ভ হৈছিল।*[৬]

সৰ্বজানিক সভাৰ নেতৃত্বৰ শ্ৰেণী-চৰিত্ৰ সভাৰ এখন বৈঠকত সমবেত লোকসকলৰ তালিকাৰ পৰাই স্পষ্ট হয়। যতীন্দ্ৰনাথ গোস্বামীৰ মতে চাহমালিক, ভূস্বামী, মাৰোৱাৰী মহাজন, অধিবক্তা আৰু ৰায়তসকল কানিৰ বিষয়ে আলোচনা কৰিবলৈ অনুষ্ঠিত ১৮৯৩ চনৰ সভা এখনত উপস্থিত আছিল। উজনি অসমৰ প্ৰথম স্নাতক, চাহ-মালিক, এক শতিকাৰ আগতেই ৫/৬ লাখ টকাৰ সম্পত্তিৰ মালিক (আজিৰ হিচাবত ৫/৬ কোটি টকা) ৰায়বাহাদুৰ জগন্নাথ বৰুৱা আছিল সৰ্বজানিক সভাৰ প্ৰতিষ্ঠাপক। সভাৰ প্ৰতিষ্ঠাপক সভাপতি ৰজা নৰনাৰায়ণ সিংহ আছিল আহোম স্বৰ্গদেউসকলৰ বংশধৰ। ব্ৰিটিছানুগত্যৰ বাবে ৰায়বাহাদুৰ বাব প্ৰাপ্ত দেৱীচৰণ বৰুৱাও দীৰ্ঘ দিন ইয়াৰ কাৰ্যকৰ্তা আছিল। বৰুৱাৰ পুত্ৰ হেৰম্বপ্ৰসাদে নিজেই জনাইছে কেনেকৈ যোৰহাটত সফল ওকালতি ব্যৱসায় কৰা দেৱীচৰণ বৰুৱাই ব্যৱসায়ী সম্প্ৰদায়টোৰ পূৰ্ণ সমৰ্থন পাইছিল আৰু কে'বাখনো ইউৰোপীয়ান চাহবাগিছাৰ একক দায়িত্ব পাইছিল। ওকালতি বাদ দিয়াৰ পাছত বৰুৱাই তিনিখন বাগিছা কৰিছিল। তেওঁ ১৯২৪ চনত এজন ইউৰোপীয়ানৰ পৰাই হালমিৰামুখ বাগিছাখন কিনে।[৭] পদ্মনাথ গোহাঞিবৰুৱাই সৰ্বজানিক সভাৰ নেতা হিচাপে এই কেইজন লোকৰ নাম স্মৰণ কৰিছে : ৰায়বাহাদুৰ বিষ্ণুৰাম বৰুৱা, ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা, ৰায়বাহাদুৰ ৰাধাকান্ত সন্দিকৈ আৰু ৰায়বাহাদুৰ জগন্নাথ বৰুৱা। (কোৱা বাহুল্য যে গোহাঞি বৰুৱা নিজেও এজন ৰায়বাহাদুৰ আছিল।) হেৰম্বপ্ৰসাদ বৰুৱাই দেউতাক দেৱীচৰণৰ কথা 'সামন্তীয়' পৰিবেশৰ মাজত এক 'অভিজাত' পৰিয়ালত জন্ম লোৱা বুলি যে কৈছিল, সেইটো উক্ত প্ৰায়সকল ব্যক্তিৰ ক্ষেত্ৰতো খাটে। কিন্তু সামন্তীয় পৰিবেশত জন্ম লভা পুঁজিবাদ বহতীয়া (Comprador) চৰিত্ৰৰ হ'বলৈ বাধ্য।

অন্যতম প্ৰতিষ্ঠাপক জগন্নাথ বৰুৱাৰ মতে সৰ্বজানিক সভাৰ জন্ম হৈছিল,

*For the purpose of representing the wishes and aspirations of the people to the Government, explaining to the people the objects and policies of government and generally ameliorating the condition of the people.*[৮]

এই নীতি কিন্তু পুনা সৰ্বজানিক সভাৰ সৈতে আশ্চৰ্যকৰ ভাৱে একে। সেইখন সভাৰ নগৰীয়া অভিজাত নেতৃত্বয়ো আশা কৰিছিল যে সি চৰকাৰ আৰু ৰাইজৰ মাজত যোগাযোগৰ প্ৰধান মাধ্যম হ'ব। সভাৰ সংবিধানত কোৱা হৈছিল যে অনুষ্ঠানটোৰ প্ৰধান উদ্দেশ্য হ'ব চৰকাৰ আৰু ৰাইজৰ মাজত মধ্যস্থতা কৰা।[৯] কোৱা বাহুল্য, ভাল অৰ্থত যি

---

৬। **অসমীয়া সাহিত্যৰ বুৰঞ্জী**, ষষ্ঠ খণ্ড, পৃ- ১৩-১৪

৭। **Devi Charan Barua Birth Centenary Souvenir**, pp. 17, 8

৮। **Minute of Evidence**, Royal Commisssion on Opium, 1893, p. 36.

৯। *The Constitution of the Poona Sarvajanik Sabha and Its Rules Pune 1871*, page. 8. cited in J.Masselo's **Towards Nationalism : Group Affliction and the Politics of Public Associations**, p. 95-101.

মধ্যস্থতাকাৰী, বেয়া অৰ্থত সিয়েই মধ্যভোগী।

কাৰণ ব্ৰিটিছ শাসকৰ প্ৰতি নিৰংকুশ আনুগত্য, এক দাসত্বসুলভ মনোভাৱে যোৰহাট সৰ্বজানিক সভাক সততে আচ্ছন্ন কৰি ৰাখিছিল। সভাৰ জন্মৰ আগতেই জগন্নাথ বৰুৱাই অসমীয়া মধ্য শ্ৰেণীৰ আন এজন নেতা মাণিক চন্দ্ৰ বৰুৱাৰে মিলি গুৱাহাটীত ভাৰতৰ গভৰ্ণৰ জেনেৰেল লৰ্ড নৰ্থব্ৰুকক সম্বৰ্ধনা যাঁচি আহিছিলগৈ। সেয়া ১৮৭২ চনৰ ঘটনা। কথাটোৰ তাৎপৰ্য ইয়াতেই যে অসমৰ কৃষক ৰাইজে কিন্তু ইতিমধ্যে, ১৮৬১ চনত ফুলগুৰিৰ কৃষক বিদ্ৰোহ আৰু ১৯৬০-৬২ চনত জয়ন্তীয়া বিদ্ৰোহ ঘটাইছে; আনকি বৰুৱাদ্বয়ে নৰ্থব্ৰুক চাহাবক মালা পিন্ধাই থকা সময়তো, ১৮৭২-৭৩ চনতো লখিমপুৰত কৃষক আন্দোলন চলি আছে। (১৮৯৩-৯৪ চনৰ হাংগামা আৰম্ভ হ'বৰ নৌ এথোন।) ড° প্ৰফুল্ল মহন্তই সেয়ে মন্তব্য কৰিছে যে নৰ্থব্ৰুক-সম্বৰ্ধনাৰ উদ্দেশ্য আছিল বিদ্ৰোহী কৃষকৰ লগত মধ্যবিত্তৰ সম্পৰ্ক অস্বীকাৰ কৰাটোহে।[১০]

সৰ্বজানিক সভাৰ নেতৃত্বৰ ব্ৰিটিছানুগত্যই উৎকৎ ৰূপ ধাৰণ কৰে দেৱীচৰণ বৰুৱাৰ এক কাণ্ডত। সেই সময়ত ব্ৰিটিছ চৰকাৰে ভাৰতীয় স্বাধীনতা সংগ্ৰামীসকলক অত্যাচাৰ-নিৰ্যাতন কৰিবলৈ নতুন নতুন নাৰকীয় উপায় ভাবি উলিয়াইছিল। তাৰে দুটা আছিল ঢেকী আৰু ঘানী। ঘানীৰ তেল পেৰিবলৈ ম'হৰ সলনি মানুহক লগোৱা হৈছিল। স্বাধীনতা সংগ্ৰামৰ নেতা কৃষ্ণ শৰ্মাৰ ভাষাত ঃ

*ঘানী ঘুৰোৱা আটাইতকৈ টান কাম। এইটো মানুহৰ কাম নহয়। ইয়াৰ আগতে আমি ঘানী গৰুৱে টনা দেখিছোঁ কিন্তু মানুহে একেৰাহে ৭-৮ ঘণ্টা ঘানী ঘুৰাই তেল পেৰা কথা শুনা নাছিলোঁ। প্ৰথমতে আমি যিকেইজন বিনাশ্ৰমৰ ফাটেকিয়াল আছিলোঁহঁক, সকলোৱে লগ লাগি ঘানীত দিয়া কয়দী কেইজনক সহায় কৰিছিলোঁ। দহ সেৰ সৰিয়হ চেপি তিনি সেৰ তেল উলিয়াই দিব লাগে। এইটো কামে শৰীৰৰ শক্তি টানি নিয়ে। এসপ্তাহ ঘানী ঘৰত যেনে মানুহেই কাম নকৰক কিয় তাৰ শৰীৰ শুকাই ক্ষীণ হৈ যাবই।[১১] এনে এটা ডাঙৰ শাস্তি এই ঘানীশাল জেলত কোনে কিয় সুমুৱাই দিলে ক'ব নোৱাৰি। ৰায়বাবাহাদুৰ দেৱীচৰণ বৰুৱাদেৱে ঘানী আৰু ঢেঁকীত কাম কৰা আমাৰ ৰাজনৈতিক বন্দীবিলাক দেখি ঢেঁকী অসমীয়া মাইকী মানুহে দিয়ে' বুলি কৈছিল আৰু ঘানী ঘুৰোৱা টান বুলি কোৱাত 'ঘানী ঘুৰাই কোনো মানুহ মৰা নাই' বুলি কৈছিল। তেখেতে জেলৰ খাদ্য পৰিস্কাৰ পৰিচ্ছন্ন আৰু ভাল বুলি প্ৰশংসা কৰিছিল হেনো। ... ঘানী আৰু ঢেঁকীৰ সম্পৰ্কে কোৱা কথাই হ'লে আমাৰ মনত বৰ আঘাত দিছিল।[১২]*

কেৱল ঢেঁকী আৰু ঘানীৰ ক্ষেত্ৰতে নহয়, কানিৰ ক্ষেত্ৰতো সৰ্বজানিক সভাৰ নেতৃত্বৰ স্থিতি আছিল জনস্বাৰ্থবিৰোধী। স্বদেশহিতৈষী জগন্নাথ বৰুৱা গ্ৰন্থত (পৃষ্ঠা ১১) উল্লেখ আছে যে বৰুৱাৰ চাহবাগিছাৰ কাৰ্যালয়টোৰ কাম-কাজ আৰম্ভ হৈছিল কানিৰ ৰাকচৰ

---

১০। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস, পৃ ৭৭

১১। কৃষ্ণ শৰ্মাৰ ডায়েৰী, পৃ ৮৯-৯১

১২। ঐ, পৃ ১০০

পৰা সজা মেজ এখনৰ ওপৰৰ পৰা। কথাটোৰ প্ৰতীকী তাৎপৰ্য নথকা নহয়। ব্ৰিটিছ চৰকাৰ আৰু চাহ মালিক শ্ৰেণী, দুয়ো আছিল অসমত কানিৰ প্ৰধান পৃষ্ঠপোষক। ড° হীৰেন গোঁহায়ে দেখুৱাইছে যে অসমীয়া মধ্যশ্ৰেণী সাধাৰণ ভাবে কানি নিষিদ্ধ কৰাৰ পক্ষপাতী হ'লেও জগন্নাথ বৰুৱাৰ দৰে নেতৃবৃন্দই পৰ্যায়ক্ৰমেহে কানি নিষিদ্ধ কৰাৰ কথা কৈছিল।[১৩]

কিন্তু তাতোকৈ অপ্ৰিয় সত্যটো হ'ল পৰ্যায়ক্ৰমেহে কানি নিষিদ্ধ কৰাৰ কথা কোৱাৰ আগতে জগন্নাথ বৰুৱা আৰু দেৱীচৰণ বৰুৱা দুয়ো কানিৰ সপক্ষে থিয় হৈছিল। অসমৰ মুখ্য আয়ুক্তৰ ওচৰত দাখিল কৰা এখন স্মাৰক পত্ৰত তেওঁলোকে পুৰণি কালৰে পৰা, শ-শ বছৰ জুৰি অসমৰ মানুহে কানি খাই আহিছে বুলি গোকাট মিছা কথা লিখিছিল। তাত কোৱা হৈছিল,

***Opium is an invaluable medicine in many disorders of the stomach; it alleviates pain and possesses a power of restoring health. It is useful after 40 years of age in prolonging life and is an undoubted preventive against malaria. The hard working classes in the malarious plains of Assam require some stimulant to keep up their powers. On the whole opium taken in a moderate quantity is beneficial and positively necessary for a large number of the people earning their livelihood by manual labour in the swampy rice fields and in the tea gardens of Assam and of boatmen and others***(গুৰুত্ব আমাৰ)[১৪]

এনেকৈ অনধিকাৰ পূৰ্বক 'মেডিকেল প্ৰেচক্ৰিপশ্যন' জাৰী কৰাতেই ক্ষান্ত নাথাকি সৰ্বজানিক সভাৰ নেতৃত্বই অসমৰ ভূমিসন্তান জনজাতি তথা চাহবাগিছাৰ ঝাড়খণ্ডী-আদিবাসীসকলৰ সম্পৰ্কে চূড়ান্ত মিথ্যাচাৰৰ আশ্ৰয় লৈ উক্ত স্মাৰকপত্ৰত লিখিলেঃ

***Amongst the inhabitants of the province of Assam the aboriginal tribes such as the Kacharis, Mikirs, Tooroongs, Sawdangs, Muttucks, Miris, etc. consume more opium than other races and yet these aboriginal tribes are the strongest and hardiest amongst the population and no degeneration has been observed amongst them. The thousands of Kacharis and coolies from Kamrup and Goalpara districts, who come every year to upper Assam tea gardens for works, use opium for the most part and they are those***

---

১৩। কালবোত আৰু কাণ্ডাৰী, পৃ ৪৭-৪৮

১৪। Sarbojanik Sabha's Memorandum to Royal Commission on Opium, 1893, Royal Commission on Opium **Minutes of Evidence** Vol.III., London, 1894.

***who work hardest and the least liable to illness. They build wretched houses and the sanitation of their lives is never necessary to be looked into. As a rule they don't suffer from diseases***[১৫] (গুৰুত্ব আমাৰ)

চাহ মালিকৰ শ্ৰেণী স্বাৰ্থ তথা উচ্চবৰ্ণৰ সাম্প্ৰদায়িক স্বাৰ্থৰ এই 'মণি কাঞ্চন' সংযোগে যে শ্ৰমজীৱী দলিত-নিপীড়িত মানুহক কানি খুৱাই শুৱাই ৰাখিবলৈ বিচাৰিব, তাত আচৰিত কি? দলিত শ্ৰমজীৱী মানুহৰ প্ৰতি 'জাতীয়' নেতৃত্বৰ এনে মনোভাৱে জাতিগঠন প্ৰক্ৰিয়াত কেনে প্ৰভাৱ পেলাব, সি সহজে অনুমেয়। ড. অমলেন্দু গুহই সেয়ে সঠিক ভাৱেই মন্তব্য কৰিছে যে সৰ্বজানিক সভাৰ নেতৃত্বৰ ৰায়তৰ প্ৰতি সহানুভূতি আছিল মাথি ছালৰ মানহে গভীৰ।[১৬]

আমোদজনকভাৱে আনকি কানিৰ কথা কওঁতেও সৰ্বজানিক সভাৰ নেতৃত্বই ব্ৰিটিছৰ স্বাৰ্থৰ কথা পাহৰি যোৱা নাছিল। কানি নিষিদ্ধ কৰিলে ব্ৰিটিছ চৰকাৰে বছৰি সাত কোটি টকাৰ ৰাজহ হেৰুৱাব বুলি সভাই খেদ প্ৰকাশ কৰিছিল।[১৭] ব্ৰিটিছৰ প্ৰতি এনে অচলা আনুগত্যৰ পুৰস্কাৰো সভা নেতৃত্বই ঠিকেই পাইছিল। ৰায় বাহাদুৰ জগন্নাথ বৰুৱাই লণ্ডনত অষ্টম এডোৱাৰ্ডৰ অভিষেক উৎসৱলৈ অসমৰ একমাত্ৰ প্ৰতিনিধিৰূপে আমন্ত্ৰণ পাইছিল। ইফালে ১৮৯৪ চনত গভৰ্ণৰ জেনেৰেল লৰ্ড এল্‌গিনক সম্বৰ্ধনা জনোৱাৰ পৰা লৰ্ড কাৰ্জনক সম্বৰ্ধনা জনোৱালৈকে সকলো ক্ষেত্ৰতে তৎপৰ হৈ আছিল জগন্নাথ-মাণিকচন্দ্ৰ আদি সৰ্বজানিক নেতৃত্ব। ৰায়বাহাদুৰ দেৱীচৰণ বৰুৱাই আকৌ অসহযোগ আন্দোলনৰ ধামখুমীয়াৰ মাজতে, ১৯২১ চনৰ ২৬ ডিচেম্বৰ তাৰিখে কলকাতাত 'সোণামুখী' জাহাজৰ ওপৰতে প্ৰিন্স অব ৱেলচক ভেট কৰিছিলগৈ।

অৱশ্যে ইয়াৰ অৰ্থ এইটো নহয় যে অসমীয়া সমাজ আৰু জাতিৰ প্ৰতি সৰ্বজানিক সভাৰ কোনো সদৰ্থক ভূমিকা নাছিল। ই সমাজ কল্যাণ আৰু অৰ্থনৈতিক বিকাশৰ বিভিন্ন বিষয়ো উত্থাপন নকৰাকৈ থকা নাছিল। উদাহৰণস্বৰূপে সভাই যোৰহাট নগৰৰ পৰা ককিলামুখ নদীঘাটলৈ দহমাইল দীঘল আলি এটা সাজিবলৈ চৰকাৰক পতিয়ন নিয়াইছিল। জগন্নাথ-মাণিকচন্দ্ৰ যুটীয়ে আকৌ অসম-বংগ ৰেল লাইন পাতিবলৈ চৰকাৰৰ ওচৰত গোহাৰি জনাইছিল। বাট ঘাটৰ উন্নতিৰ প্ৰতিও সৰ্বজানিক সভা সততে সচেষ্ট আছিল। চাৰ বেম্পফিল্ড ফুলাৰৰ 'অসম অসমীয়াৰ বাবে' আঁচনিৰ লগত সংগতি ৰাখি সৰ্বজানিক সভাই অসমীয়াৰ বাবে ৮০% চাকৰি বাকৰি দাবী কৰিছিল। ব্ৰহ্মপুত্ৰৰ পাৰত এটা মথাউৰি সজাৰ দাবীও সভাই তুলিছিল। সভাৰ আন এটা প্ৰিয় বিষয় আছিল অসমত বিশ্ববিদ্যালয় স্থাপন। জগন্নাথ বৰুৱাই আনকি তেনে এখন বিশ্ববিদ্যালয়ৰ বাবে তেওঁৰ সকলো সম্পত্তি দান দিয়াৰো মানস কৰিছিল। অসমীয়া বাতৰি কাকত এখন প্ৰকাশ কৰিবৰ বাবে বৰুৱাই ছপাশাল এটাও পাতিছিল।

---

১৫। Sarbojanik Sabha's Memorandum to Royal Commission on Opium, 1893, Royal Commission on Opium : **Minutes of Evidence**, Vol.III., London, 1894.

১৬। **Planter Raj to Swaraj**, p. 61.

১৭। Ibid, p. 348.

ইমানতেই সীমাবদ্ধ নাথাকি সৰ্বজানিক সভাই মাটিৰ খাজনা বৃদ্ধিৰ প্ৰশ্নত মৃদু প্ৰতিবাদৰ পথো লৈছিল। ১৮৮৬ চনত জাৰি কৰা এই বৰ্দ্ধিত খাজনাৰ নিৰিখৰ ফলত অসমীয়া সত্ৰাধিকাৰ, ভূস্বামী আৰু চাহ-মালিক সকল ক্ষতিগ্ৰস্ত হ'বৰ উপক্ৰম হ'লত তেওঁলোকে সৰ্বজানিক সভাৰ নেতৃত্বতে আবেদন-নিবেদন, আনকি সভা-সমাবেশৰ জৰিয়তে খাজনা কমাবলৈ খাটনি ধৰিলে। গংগাগোবিন্দ ফুকন নামৰ উদীয়মান চাহ মালিকজনৰ সভাপতিত্বত অনুষ্ঠিত তেনে এখন সভাত দিনজয়ৰ সত্ৰাধিকাৰে এহেজাৰ শিষ্যসহ যোগ দিছিল। এই বিষয়ত যোৰহাটত সৰ্বজানিক সভাৰ উদ্যোগত অনুষ্ঠিত এখন সভাত ১০,০০০ তকৈও বেছি ৰাইজ সমাবেশ হৈছিল বুলি ১৮৮৬ চনৰ ৪ জুন তাৰিখে **The Statesman** কাকতত প্ৰকাশ পাইছিল। *'মহাৰাণীৰ শাসন চিৰস্থায়ী কৰিবৰ বাবে ভগৱন্তৰ চৰণত প্ৰাৰ্থনা জনোৱা'* সত্বেও এই সভাত অংশগ্ৰহণকাৰীসকলৰ কিছুমানক আটক কৰা হৈছিল আৰু তেওঁলোকক মোকোলাবলৈ জগন্নাথ বৰুৱাই কলকাতাৰ পৰা উকীল আনি বহু প্ৰবন্ধ কৰিব লগা হৈছিল বুলি নকুল চন্দ্ৰ ভূঞাই লিখিছে।[১৮] ১৮৯২-৯৩ চনতো খাজনা বৃদ্ধিৰ পৰবৰ্তী পৰ্যায়তো সৰ্বজানিক সভাই বিৰোধিতা কৰি প্ৰচাৰ চলাইছিল।[১৯] শৈক্ষিক ক্ষেত্ৰতো কটন কলেজ, বেৰীহোৱাইট মেডিকেল স্কুল প্ৰতিষ্ঠাৰ বিষয়ত জগন্নাথ বৰুৱা আদিয়ে সক্ৰিয় ভূমিকা লৈছিল।

বিশ্ববিদ্যালয় এখন, কটন কলেজ, মেডিকেল স্কুল এই সকলো নিশ্চিতভাৱেই এই জাতিৰ বিকাশৰ বাবে অপৰিহাৰ্য, অতি প্ৰয়োজনীয়। কিন্তু সেইবিলাক দাবী কৰা সময়ত সাৰ্বজনীন সাক্ষৰতাৰ বিষয়টো, অথবা বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ বিষয়াটোৱে সৰ্বজানিক সভাৰ নেতৃত্বৰ মনত এবাৰলৈও ভুমুকি নমৰাটো আচৰিত। আমোদজনকভাৱে পুনাৰ সৰ্বজানিক সভাৰ নেতৃত্বৰ মনতো সাৰ্বজনীন সাক্ষৰতাৰ প্ৰশ্নটো এবাৰো উদয় হোৱা নাছিল। এই সম্পৰ্কে ৰোজালিণ্ড অ' হানলনে লিখিছে,

***There was no issue of more pressing public importance than the education of the mass of illiterate cultivators and labourers who made up the bulk of western Indian society. The Sarvajanik Sabha had done nothing to relieve the plight of these and other classes who were backward in education.***[২০] (গুৰুত্ব আমাৰ)

এই সম্পৰ্কে আমি মাথোঁ ইমানেই ক'ব খোজোঁ যে এটা জাতিৰ গৰিষ্ঠসংখ্যক শ্ৰমিক-কৃষকক নিৰক্ষৰতাৰ অন্ধকাৰৰ পৰা পোহৰলৈ ননাকৈ জাতি এটাৰ সামগ্ৰিক বিকাশ সম্ভৱ নহয়। আনহাতে তেওঁলোকে পোহৰ পালে জাতিটোৰ ভিতৰৰ ক্ষমতাৰ বিন্যাসো বদলি হয়। কিন্তু তাৰ বিপৰীতে সাৰ্বজনীন শিক্ষাৰ বিনিময়ত বিশ্ববিদ্যালয়, কাৰিকৰী প্ৰতিষ্ঠান, চিকিৎসা মহাবিদ্যালয় আদি গঢ়ি তুলিবলৈ গ'লে পিৰামিডটো লুটি খাইহে পৰে।

সৰ্বজানিক সভাৰ নেতৃবৃন্দৰ বহুতৰে আদৰ কায়দা সম্পূৰ্ণ চাহাবী হ'লেও অথবা

১৮। ৰাধাকান্ত সন্দিকৈ ভাণ্ডাৰীয়া, পৃ-১৯
১৯। Planter Raj to Swaraj, p. 51.
২০। Caste, Conflict and Ideology.

সভাৰ কাৰ্যবিৱৰণী বিশুদ্ধ ইংৰাজীত লিখা হ'লেও অসমীয়া ভাৱাবেগ প্ৰকাশত ই পাছহোঁহকা নাছিল কাহানিও। উজানবজাৰৰ নদী-ঘাটত হিন্দুস্তানী ঠিকাদাৰ মুটীয়াৰ প্ৰাধান্য দেখি সৰ্বজানিক নেতা জগন্নাথ বৰুৱাই কৈ উঠিছিল, আন কাম নাপায়েই, মুটীয়াগিৰিও অসমীয়াৰ ভাগ্যত নাই। ডাণ্ডৰ অসমীয়া কোনো ফালেই নাই, আনকি আজিলৈকে অসমীয়াৰ ভিতৰত ডাণ্ডৰ চোৰ বা ডকাইত এজনো নোলাল।[২১]

সৰ্বজানিক সভাই বংগ-বিভাজনৰ বিৰোধিতা কৰিছিল এই ভয়তে জানোচা পূব বংগক অসমৰ লগত জাপি দিয়া হয়। কিন্তু চীফ কমিশ্যনাৰ চাৰ বেম্পফিল্ড ফুলাৰে অসমৰ লগত বংগৰ ডুৱাৰ্চৰ চাহ-বাগিছা এলেকাবোৰ সাঙুৰি দিবলৈ ওলোৱাত সৰ্বজানিক সভাই সমৰ্থন জনাইছিল; কাৰণ তাত ব্ৰিটিছ চৰকাৰ আৰু অসমীয়া চাহ মালিকৰ স্বাৰ্থৰ মিলন ঘটিছিল।

সেই মিলন কোনো ব্যতিক্ৰম নাছিল। সৰ্বজানিক সভা নামৰ অনুষ্ঠানটোৱেই আছিল সামন্তীয় ভূস্বামী তথা চাহ-পুঁজিপতি শ্ৰেণীৰ পৰা উদ্ভূত মধ্যশ্ৰেণীৰ অনুষ্ঠান, যি উক্ত শ্ৰেণীসমূহৰ স্বাৰ্থক এক 'জাতীয়' অথবা সাৰ্বজনীন আৱৰণীৰ মাধ্যমেৰে প্ৰকাশ কৰিছিল। জাতীয় ঐক্যৰ চৰ্ত নিৰূপিত হৈছিল মধ্যবিত্ত শ্ৰেণীস্বাৰ্থৰ হিচাব নিকাচৰ ভিত্তিত।

[চাৰে তিনিদশক পাছত, সৰ্বজানিক সভাৰ পৰৱৰ্তী প্ৰজন্মৰ নেতৃত্বই অৱশ্যে স্বাধীনতা আন্দোলনৰ পৰা আঁতৰি নাথাকি তাত সোৎসাহে গা উজানহে দিছিল। ১৯২১ চনত মোহন দাস কৰমচাঁদ গান্ধীৰ অসম আগমনক আদৰণি জনোৱা সেই নতুন নেতৃত্বৰ ভিতৰত আছিল কৃষ্ণকান্ত ভট্টাচাৰ্য, (দ্বিতীয় পৰ্যায়ৰ আসাম বিলাসিনীৰ সম্পাদক) আৰু উপেন্দ্ৰনাথ বৰুৱা। তেওঁলোকে গান্ধীক স্ব-শাসন আৰু স্বৰাজৰ আন্দোলনত নেতৃত্ব দিবলৈও আহ্বান জনাইছিল।[২২] সেয়া অৱশ্যে আন এক অধ্যায়, আন এক প্ৰসংগ।]

উনৈশ শতিকাৰ আশীৰ দশকৰ সৰ্বজানিক সভাৰ দৰেই ১৮৮৪ চনত গঠিত তেজপুৰ ৰায়ত সভাও উদীয়মান মধ্যবিত্ত শ্ৰেণীটোৰ সংগঠন আছিল। বৃহৎ ব্যৱসায়ী হৰিবিলাস আগৰৱালা, কাঠকলৰ মেনেজাৰ লক্ষ্মীকান্ত বৰকাকতি আৰু অধিবক্তা লম্বোদৰ বৰা আছিল ইয়াৰ প্ৰতিষ্ঠাপক। মাটিৰ খাজনা বৃদ্ধিৰ প্ৰতিবাদ কৰিবলৈ সংগঠিত এই সভাৰ গাঁৱে-ভূঞেও কিছু সমৰ্থন আছিল। ১৮৮৭ চনতেই তেজপুৰ ৰায়ত সভাই গঢ়ি তুলিছিল তেজপুৰ টাউন হল, যিটো অসমত এনেধৰণৰ প্ৰথম সভাঘৰ আছিল। এই সভাই ১৮৮৭ চনৰ মাদ্ৰাজ কংগ্ৰেছলৈ প্ৰতিনিধি পঠোৱা দৰে নগাঁও ৰায়ত সভায়ো ১৮৮৭ চনৰ কংগ্ৰেছ অধিবেশনলৈ প্ৰতিনিধি পঠাইছিল।

ৰায়ত সভাৰ নামত এই সংগঠনবোৰ আছিল প্ৰকৃততে মধ্যশ্ৰেণীৰ সংগঠন, যি মধ্যশ্ৰেণীয়ে ১৮৬০ ৰ দশকৰ কৃষক বিদ্ৰোহবিলাকৰ বিৰোধিতা কৰিছিল, আৰু এতিয়া কৃষক শ্ৰেণীৰ হাতৰ পৰা নেতৃত্ব আৰু উদ্যোগ কাঢ়ি আনিবলৈ তৎপৰ হৈ পৰিছিল। পাছে এই পৰ্যায়ৰ ৰায়ত সভাৰ আয়ুস অচিৰেই টুটি আহিল। কাৰণ এহাতেদি মধ্যশ্ৰেণী ভূস্বামী

---

২১। স্বদেশ হিতৈষী জগন্নাথ বৰুৱা, পৃ-৩৪

২২। বেণুধৰ শৰ্ম্মা ঃ কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত, পৃ ৪-৬

স্বাৰ্থৰ প্ৰাধান্য, আনহাতে প্ৰকৃত কৃষকৰ ঔদাসীন্যই ইয়াক অপ্ৰাসংগিক কৰি পেলালে।

১৯৩০ ৰ দশকত পুনৰ ৰায়ত সভাৰ উত্থান ঘটিল। কিন্তু এইবাৰ সি স্বাধীনতা আন্দোলনৰ বাণীৰে উদ্দীপ্ত। অৱশ্যে এইবাৰো মাটিৰ খাজনাৰ প্ৰশ্নই আছিল তাৰ পুনৰ জন্মৰ নিমিত্ত। গান্ধীয়ে মাটিৰ খাজনা ৫০% হ্ৰাস কৰিবলৈ তোলা দাবীয়ে অসমৰ কৃষকৰ কল্পনাক স্পৰ্শ কৰিছিল। নতুন প্ৰজন্মৰ এই ৰায়ত সভাই মাটিৰ খাজনা হ্ৰাস অথবা ৰেহাই, কৃষিঋণ বিতৰণ, গৰুগাড়ীৰ ওপৰত থকা কৰ বিলুপ্তি আদি দাবী তুলিছিল। তৃণমূল পৰ্যায়ৰ সকলো ৰায়ত সভাৰ যে কিবা ৰাজনৈতিক চিন্তা চৰ্চা আছিল, তেনে নহয়। ভূস্বামী স্বাৰ্থ ইয়াৰ লগত তেতিয়াও জড়িত আছিল। কিন্তু তথাপিও ব্ৰহ্মপুত্ৰ উপত্যকাৰ ৰায়ত সভাবোৰ ক্ৰমে ক্ৰমে কংগ্ৰেছৰ লগত জড়িত হৈ পৰিব ধৰিছিল; এই কথা বিশেষকৈ তেজপুৰ, শিৱসাগৰ আৰু যোৰহাট মহকুমাৰ ৰায়ত সভাবোৰৰ ক্ষেত্ৰত প্ৰযোজ্য আছিল। গমিৰিত ১৩-১৪ জুন, ১৯৩১ চনত অনুষ্ঠিত ছয়দুৱাৰ ৰায়ত সম্মিলনীৰ প্ৰথম অধিবেশনত পীতাম্বৰদেৱ গোস্বামীয়ে সভাপতিত্ব কৰিছিল। ছশ মানুহৰ উপস্থিতিত অনুষ্ঠিত এই অধিবেশনত ভগৎ সিঙৰ প্ৰাণদণ্ডৰ গৰিহণা, কংগ্ৰেছী নেতা ডা. হৰেকৃষ্ণ দাসৰ পেন্সন বন্ধ কৰাৰ বিৰোধিতা, তথা খাজনা বৃদ্ধিৰ বিৰোধিতা কৰি প্ৰস্তাব লোৱা হৈছিল। ১৯৩৩ চনত সদৌ অসম ৰায়ত সভা গঠনৰ জৰিয়তে উক্ত তৃণমূল প্ৰচেষ্টাসমূহক সংহত কৰিব বিচৰা হৈছিল।

দৈনিক বাতৰি কাকতৰ এক সম্পাদকীয়ত উক্ত অধিবেশনৰ বিষয়ে উল্লেখ কৰি নীলমণি ফুকনে লিখিছিল যে অক্লান্ত কংগ্ৰেছ কৰ্মী সৰ্বেশ্বৰ বৰচেতিয়াৰ উদ্যোগত যোৰহাটৰ ওচৰৰ টিলিকিআমত ৰায়ত সভাৰ অধিবেশন বহিছিল। তাত সভাপতিত্ব কৰিছিল নবীন চন্দ্ৰ বৰদলৈয়ে; কিন্তু তাত ব্ৰিটিছ চৰকাৰৰ বিষয়া আৰু ব্ৰিটিছ চাহ মালিকসকলো উপস্থিত আছিল। সেইসকলৰ ভিতৰৰে চাহচোৰা বাগিছাৰ মোকলেগু চাহাবে ৰায়তসকলক বক্তৃতা দি উৎসাহিত কৰাৰ উপৰিও সভা পতাৰ ক্ষেত্ৰতো বিশেষ সহায় কৰিছিল। মোকলেগু চাহাবক অসমীয়া জাতিপ্ৰেমী বুলি আখ্যা দি ফুকনে আৰু লিখিছে, যে প্ৰস্তাৱ পাতি লৈ ৰায়ত সভাই চৰকাৰৰ ওচৰ চাপি গৈ আছে আৰু চৰকাৰৰ পৰা আঁতৰ হোৱাটো কেতিয়াও ৰায়ত সভাৰ নীতি হ'ব নোৱাৰে।[২৩]

নীলমণি ফুকনৰ উক্ত সম্পাদকীয়তে ৰায়ত সভাৰ শ্ৰেণী ভিত্তি, চৰকাৰৰ লগত সহযোগিতা আৰু আবেদন নিবেদনৰ নীতি আৰু ইয়াৰ দাবী দাবাবোৰ বঢ়িয়াকৈ ফুটি উঠিছে। ড° প্ৰফুল্ল মহন্তই সেয়ে সঠিকভাৱে কৈছে যে এনে অনুষ্ঠানবোৰৰ জৰিয়তে মধ্যশ্ৰেণীয়ে খাজনা শোষণত অতীষ্ঠ কৃষকসকলক সহজে সমাবেশিত কৰিব পাৰিছিল। তেওঁ অসমৰ ৰায়ত সভাৰ লগত বংগৰ ইণ্ডিয়ান এচ'চিয়েশ্যনৰো সম্পৰ্ক বিচাৰি পাইছে।[২৪] তেওঁ আৰু লক্ষ্য কৰিছে য'তেই সৰ্বজানিক সভা বা ৰায়ত সভা গঠিত হৈছিল তাতেই ব্ৰিটিছ বিৰোধী কৃষক সংগ্ৰামবোৰে মাৰহে খাইছিল। এই অনুষ্ঠান দুটা নথকা ঠাইবোৰতহে কৃষক সংগ্ৰাম তীব্ৰতৰ হৈছিল। অসমীয়া মধ্যশ্ৰেণীৰ ইতিবাচক ভূমিকাৰ প্ৰতি সততে সপ্ৰশংস দৃষ্টিভংগী

---

২৩। দৈনিক বাতৰিৰ সম্পাদকীয়, ১৫-০৫-১৯৩৯

২৪। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস, পৃ- ১২৯

লোৱা ড. মনোৰমা শৰ্মাই এই কথা স্বীকাৰ কৰি কৈছে যে ৰায়ত সভাসমূহৰ মধ্যবিত্ত নেতৃত্বই *always played a compromising role because it had a stake in the British State, and was therefore, not ready to oppose it to the extent that the peasants were ready to do.*[২৫] অৱশ্যে তথাপিও ড. শৰ্মাই ৰায়ত সভাসমূহক একেবাৰে প্ৰশংসা নকৰাকৈ থাকিব পৰা নাই; 'অৰ্ধ জনজাতীয়' ৰাইজমেলবিলাকতকৈ যেন পশ্চিমীয়া উদাৰ গণতান্ত্ৰিকতাৰে পৰিপূৰ্ণ ৰায়ত সভাবোৰহে শ্ৰেয়, এনে এক দৃষ্টিভংগীৰে তেওঁ কৈছে,

***The Ryot Sabhas led and organised by the newly emerging western educated Assamese elite, were more conducive to the western liberal democratic process than the Raijmels endemic to the semi-tribal peasant societies.***[২৬] (গুৰুত্ব আমাৰ)

যি কি নহওক ৰায়ত সভাৰ এই উচ্চবৰ্ণীয় মধ্যশ্ৰেণীগত ৰাজনীতিয়ে অচিৰেই দেশজোৰা জংগী সংগ্ৰামৰ প্ৰচণ্ড হেঁচাৰ সমুখীন হ'ব। ড. অমলেন্দু গুহই দেখুৱাইছে যে পুৰণি ধৰণৰ ৰায়ত সভাই দ্ৰুত নৱগঠিত, জংগী কিষাণ সভা/সমিতিবোৰক ঠাই এৰি দিব লগা হ'ল। সমাজবাদী আৰু সাম্যবাদী মতাদৰ্শই ছাত্ৰ, শ্ৰমিক, কৃষকক এক বিপ্লৱী মঞ্চত সংগঠিত কৰাত ভূমিকা ল'বলৈ ধৰিলে।[২৭] পাছে স্বাধীনতা সংগ্ৰামী তথা দ্বিতীয় বিশ্বযুদ্ধৰ প্ৰতি কমিউনিষ্টসকলৰ স্থিতিয়ে সমস্যাৰ সৃষ্টি কৰিলে। চি পি আই দলে যেতিয়া চোভিয়েট ইউনিয়নক বচোৱাৰ স্বাৰ্থত ব্ৰিটিছৰ ফলীয়া হ'ল, তেতিয়া সি ভাৰতীয় ৰাইজৰ স্বাধীনতাৰ আকাংক্ষ্যাৰ বিৰুদ্ধে গ'ল। ফলস্বৰূপে কৃষক সভা/কিষাণসভাবোৰো গেঁথেলা মাৰি ৰ'ল। ইফালে কৃষকৰ স্বাৰ্থৰহিত, ভূস্বামীৰ স্বাৰ্থ-বিজড়িত ৰায়ত সভাবোৰো স্বাভাৱিক কাৰণতে আগবাঢ়িব নোৱাৰিলে। কৃষিপ্ৰধান, কৃষক-সংখ্যাগৰিষ্ঠ ৰাজ্য এখনৰ, জাতি এটাৰ প্ৰধান চালিকা শক্তিটোৱেই এনেকৈ বাদ পৰি ৰোৱাত জাতি গঠন প্ৰক্ৰিয়াও হ'ল এচঁহীয়া, এচকুৱা।

ৰায়তসভা (অৰু লগতে সৰ্বজানিক সভা)ই এনেকৈয়ে সংগ্ৰামী কৃষকৰ পৰা নেতৃত্ব আৰু উদ্যোগ কাঢ়ি আনি নিজৰ কুক্ষিগত কৰিলে হয়, কিন্তু মধ্যশ্ৰেণীৰ সেই আধিপত্যই কৃষকসকলক ক্ৰমে ক্ৰমে প্ৰশমিত, নিষ্ক্ৰিয়, আৰু অৱশেষত সমগ্ৰ প্ৰক্ৰিয়াটোৰ পৰাই বিচ্ছিন্ন কৰি পেলালে। জাতিৰ বেদীত, 'জাতীয় সংগঠন'ৰ যুপকাষ্ঠত এনেকৈয়ে বলি গ'ল স্বয়ং জাতিৰ ধৰণী ধৰা কৃষকৰ স্বাৰ্থ।

## আসাম এচ'চিয়েশ্যন : প্ৰথম উপত্যকাজোৰা নৱম জাতীয়তাবাদী মঞ্চ

সৰ্বজানিক সভা আৰু ৰায়তসভাৰ প্ৰভাৱ একো একোটা খণ্ডত সীমাবদ্ধ থকাৰ

২৫। Social and Economic Change in Assam : Middle Class Hegemony, p. 107.
২৬। Ibid, p. 102.
২৭। Planter Raj to Swaraj, p. 237.

বিপৰীতে ৰাজ্যজুৰি (অৰ্থাৎ ব্ৰহ্মপুত্ৰ উপত্যকাজুৰি) প্ৰভাৱ পেলোৱা অসমীয়া মধ্যশ্ৰেণীৰ প্ৰথম সংগঠনটো আছিল নিঃসন্দেহে আসাম এচ'চিয়েশ্যন। সেই নামেৰে দুই ভিন্ ভিন সময়ত দুটা সংগঠন সক্ৰিয় হৈ আছিল বুলি জনা যায়; অথবা একেটা সংগঠনৰে সেয়া দুটা পৰ্যায় বুলিও ক'ব পাৰি। দুয়োটাৰে নামৰ বাহিৰেও মতাদৰ্শগত-ৰাজনৈতিক সাদৃশ্যৰ বাবেই আমি ইটোক সিটোৰ ধাৰাবাহিকতা বুলি গণ্য কৰিছোঁ। উনৈশ শতিকাৰ শেহ/কুৰি শতিকাৰ প্ৰথমছোৱাত সক্ৰিয় হৈ থকা অসমীয়া মধ্যশ্ৰেণীৰ এই সামাজিক-ৰাজনৈতিক সংগঠন দুটাই অসমীয়া জাতীয়তাবাদৰ এক প্ৰাথমিক ৰূপ ডাঙি ধৰিছিল।

ড. অমলেন্দু গুহই উনৈশ শতিকাৰ কৃষক বিদ্ৰোহৰ পটভূমিত ১৮৮২ চনত শিৱসাগৰক কেন্দ্ৰ কৰি আসাম এচ'চিয়েশ্যনৰ জন্ম হোৱা বুলি কৈছে। ই অসমৰ চীফ কমিশ্যনাৰৰ পৰা আচাম লেণ্ড টেনিয়'ৰ বিলৰ কপি এটা বিচাৰিছিল বিলখনৰ ওপৰত মন্তব্য দিয়াৰ বাবে। বিলখনৰ বিষয়ে শিৱসাগৰীয়া ৰাইজৰ উদ্বেগৰ কথা কলকাতাৰ কাকততো প্ৰকাশ পাইছিল বুলি তেওঁ লিখিছে।(২৮)

১৮৮২ চনৰ ৭ মাৰ্চ তাৰিখৰ **The Statesman** কাকতত তেনেধৰণৰ এটা বাতৰি প্ৰকাশ পোৱাৰ কথা যতীন্দ্ৰ নাথ গোস্বামীয়েও জনাইছে। হেমচন্দ্ৰ বৰুৱা-সম্পাদিত আসাম নিউচ আৰু সুৰেন্দ্ৰ নাথ বেনাৰ্জী সম্পাদিত **The Bengali** (যথাক্ৰমে ২৩ জুলাই, ১৮৮২ আৰু ১৫ ডিচেম্বৰ, ১৮৮২ সংখ্যাত প্ৰকাশিত) বাতৰিতো শিৱসাগৰবাসীয়ে দীননাথ বেজবৰুৱাক সভাপতি, গংগাগোবিন্দ ফুকনক অবৈতনিক সম্পাদক, অক্ষয় কুমাৰ ঘোষ আৰু মহেন্দ্ৰ নাথ বেনাৰ্জীক অবৈতনিক যুটীয়া সম্পাদকৰূপে লৈ অসমবাসীৰ দুখ দুৰ্গতি মোচনাৰ্থে আসাম এচ'চিয়েশ্যন গঠনৰ কথা প্ৰকাশ পাইছিল।(২৯)

বেণুধৰ শৰ্মাৰ মতে আকৌ আসাম এচ'চিয়েশ্যনৰ জন্ম হৈছিল আৰু আগতে, ১৮৬৭ চনতে। সেইখন আসাম এচ'চিয়েশ্যনৰ জন্ম হয় গুৱাহাটীৰ গভৰ্ণমেন্ট ইংলিচ স্কুলত, ব্ৰিটিছ-ছত্ৰছায়াধীন আহোম ৰজা কন্দৰ্পেশ্বৰ সিংহৰ সভাপতিত্বত বহা এখন বিশাল ৰাজহুৱা সভাত। গংগাগোবিন্দ ফুকন ইয়াৰ অবৈতনিক সম্পাদক, বাবু কুলদানন্দ মুখাৰ্জী উপসভাপতি আছিল। এইখন এচ'চিয়েশ্যনৰে পৰৱৰ্তী অধিৱেশন ১৮৮০ চনত শিৱসাগৰত হয় বুলিও শৰ্মাই লিখিছে।(৩০) এইছোৱা সময়ত আসাম এচ'চিয়েশ্যনত ভালকেইজন বাঙালী ভদ্ৰলোকৰ নেতৃত্বই ইয়াক জাতীয় মঞ্চতকৈও মধ্যবিত্ত-ভূস্বামীৰ শ্ৰেণীমঞ্চ বুলিহে ধাৰণা জন্মায়।

ড° অমলেন্দু গুহই আসাম এচ'চিয়েশ্যনৰ দুয়োটা পৰ্বৰ মাজত ধাৰাবাহিকতা সাব্যস্ত কৰি ১৯০৩ চনৰ পুনৰ গঠনৰ কথা উল্লেখ কৰিছে। সেই বছৰত বহল ভিত্তিত প্ৰতিষ্ঠিত সংগঠনটোৰ বিষয়ববীয়া নিৰ্বাচিত হয় ক্ৰমে গৌৰীপুৰৰ ৰজা প্ৰভাতচন্দ্ৰ বৰুৱা (সভাপতি), জগন্নাথ বৰুৱা (উপ-সভাপতি) আৰু মাণিকচন্দ্ৰ বৰুৱা (সম্পাদক)। কমলাকান্ত ভট্টাচাৰ্য, ৰাধানাথ চাংকাকতি আদিও ইয়াৰ স'তে জড়িত হৈ পৰে। ১৯০৫ চনৰ এপ্ৰিলত ডিব্ৰুগড়ত,

---

২৮। **Planter Raj to Swaraj**, p. 63.

২৯। স্বদেশ হিতৈষী জগন্নাথ বৰুৱা, পৃ-৩৩

৩০। আৱাহন, ৫ম বছৰ ১ম সংখ্যা

ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱাৰ সভাপতিত্বত এই এচ'চিয়েশ্যনৰ প্ৰথম অধিবেশন অনুষ্ঠিত হয়, য'ত সাংবিধানিক এক সংগ্ৰামৰ সূচনা হ'য়।(৩১)

আসাম এচ'চিয়েশ্যনৰ জন্মক চাৰ ডেঞ্জিল ইবেটচন নামৰ ব্ৰিটিছ চিভিল চাৰ্ভেন্টজনৰ অসম আগমনৰ লগত সংযুক্ত কৰিছে ড. প্ৰফুল্ল মহন্তই। উল্লেখযোগ্য যে চাৰ ইবেটচন ভাইচৰয়ৰ ভূমি আৰু ৰাজহ বিষয়ক তদন্ত সমিতিৰো সদস্য। অসমৰ কৃষক বিদ্ৰোহ পৰৱৰ্তী পৰিস্থিতিৰ উমান ল'বলৈ পঠোৱা এই ইবেটচন চাহাবক আদৰণি জনোৱাৰ সুযোগ ল'বলৈকে মাণিক চন্দ্ৰ বৰুৱাই আসাম এচ'চিয়েশ্যন গঠন কৰা বুলি একাধিক প্ৰধান ব্যক্তিয়ে কৈছে।(৩২) এই কথাই আমাক চেৰেংকৈ মনত পেলায় ১৮৮৫ চনত এলেন অক্টোভিয়ান হিউম নামৰ আন এজন ব্ৰিটিছ চিভিল চাৰ্ভেন্টৰ আগমনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ জন্মৰ কাহিনীলৈ। মন কৰিবলগীয়া যে ১৯১৭ চনত অসম সাহিত্য সভাৰ জন্মলগ্নতো উপস্থিত আছিল আন এজন ব্ৰিটিছ বিষয়া কৰ্ণেল পি আৰ টি গৰ্ডন চাহাব। শীৰ্ষ ব্ৰিটিছ বিষয়াৰ অনুমতি সাপেক্ষে গঠিত অসমীয়া মধ্যশ্ৰেণীৰ প্ৰথম সামাজিক ৰাজনৈতিক সংগঠনৰ লক্ষ্মণ ৰেখা এনেকৈয়ে অংকিত হৈছিল তাৰ জন্মলগ্নতে - ব্ৰিটিছ প্ৰণীত সংবিধানেই আছিল সেই লক্ষ্মণৰেখাৰ চৌসীমা।

অসমৰ প্ৰথম মুখ্যমন্ত্ৰী তথা অসমীয়া জাতীয়তাবাদৰ এজন ৰূপকাৰ গোপীনাথ বৰদলৈয়ে আকৌ আসাম এচ'চিয়েশ্যনৰ জন্মৰ আঁৰত আঞ্চলিক আকাংক্ষাই কাম কৰা বুলি মন্তব্য কৰিছে। তেওঁৰ মতে আসাম এচচিয়েশ্যনৰ প্ৰধান উদ্দেশ্য আছিল অসমীয়া মানুহৰ বাবে চাকৰি বিচাৰি চৰকাৰক আৰ্জি জনোৱা।(৩৩)

এচ'চিয়েশ্যনৰ পৰৱৰ্তী অধিবেশন বহে ১৯০৭ চনত ধুবুৰীত। সেই অধিবেশনত অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ মুখপাত্ৰ সদৃশ মাণিক চন্দ্ৰ বৰুৱাক মাহে এশ টকা বেতনেৰে সৈতে স্থায়ী সম্পাদক নিযুক্তি দিয়া হয়। ইয়াৰ পৰৱৰ্তী ১৯০৮-১৩ সময়ছোৱাৰ বিষয়ে বিশেষ একো জনা নাযায়। ১৯১৪ চনৰ অধিবেশন অনুষ্ঠিত হয় যোৰহাটত, ৰায়বাহাদুৰ ফণীধৰ চলিহাৰ সভাপতিত্বত। সেইবাৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল ৰায়বাহাদুৰ দেৱীচৰণ বৰুৱা। ১৯১৫ চনত মাণিক চন্দ্ৰ বৰুৱাৰ মৃত্যুৰ পাছত ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা এচ'চিয়েশ্যনৰ প্ৰধান সম্পাদক নিযুক্ত হয় ঃ কাৰ্যালয় স্থানান্তৰিত হয় গোলাঘাটলৈ।

১৯১৫ চনৰ ডিব্ৰুগড় অধিবেশনত সভাপতিত্ব কৰে নবীনচন্দ্ৰ বৰদলৈয়ে। ১৯১৬ চনৰ গুৱাহাটী অধিবেশনৰ সভাপতি আছিল গংগা গোবিন্দ ফুকন, যাৰ কথা আমি ইতিমধ্যে উল্লেখ কৰি আহিছোঁ। ১৯১৭ চনৰ শিৱসাগৰ অধিবেশনতো প্ৰবীণ সাহিত্যিক সত্যনাথ বৰাই সভাপতিত্ব কৰে আৰু ইয়াত যথাক্ৰমে নবীনচন্দ্ৰ বৰদলৈ আৰু চন্দ্ৰনাথ শৰ্মা প্ৰধান সম্পাদক আৰু সহকাৰী সম্পাদক নিৰ্বাচিত হয়। ১৯১৮ চনৰ গোৱালপাৰা অধিবেশনত সভাপতিত্ব কৰে তৰুণৰাম ফুকনে। সেই অধিবেশনতে প্ৰধান সম্পাদকৰূপে তৰুণৰাম ফুকন, আৰু

---

৩১। Planter Raj to Swaraj, p. 63-4.

৩২। কুমুদেশ্বৰ বৰঠাকুৰ, সোণাপতি দেৱশৰ্মা আৰু মহীচন্দ্ৰ বৰা ঃ 'মাণিক', স্বদেশ হিতৈষী জগন্নাথ বৰুৱা, পৃ- ৪২ ত উদ্ধৃত।

৩৩। তৰুণৰাম ফুকন আৰু তেখেতৰ সম্বন্ধে মই কি জানো, পৃ- ২৫

কামাখ্যাৰাম বৰুৱা আৰু চন্দ্ৰনাথ শৰ্মাক সহকাৰী সম্পাদকৰূপে নিৰ্বাচিত কৰা হয়। কিন্তু এইখিনি সময়তে এচ'চিয়েশ্যনৰ ভিতৰুৱা দ্বন্দ্বৰ বাবে প্ৰথমতে ঘনশ্যাম বৰুৱা আৰু তাৰ পাছতে তৰুণৰাম ফুকন আৰু কামাখ্যা ৰাম বৰুৱায়ো পদত্যাগ কৰে। প্ৰকৃততে এয়া আছিল সংগঠনটোৰ ভিতৰৰ নৰমপন্থী আৰু (তুলনামূলকভাৱে) কঠিন পন্থীসকলৰে সংঘাত। এইবাৰ খালী হোৱা পদকিটা দিয়া হয় ক্ৰমে নবীন চন্দ্ৰ বৰদলৈ আৰু কালী প্ৰসাদ বৰুৱাক।

বৰপেটাত অনুষ্ঠিত পৰবৰ্তী অধিবেশনত সভাপতিত্ব কৰে পদ্মনাথ গোহাঞিবৰুৱাই। ১৯১৯ চনৰ এই অধিবেশনক যতীন্দ্ৰনাথ গোস্বামীয়ে সংগঠনটোৰ ষষ্ঠদশ অধিবেশন আখ্যা দিছে। ১৯২০ চনৰ চেপ্টেম্বৰত গুৱাহাটীত অনুষ্ঠিত এখন বিশেষ অধিবেশনত কংগ্ৰেছৰ আন্দোলনত যোগ দিয়াৰ বিষয়ে আলোচনা কৰা হয়। একে বছৰৰে ডিচেম্বৰত অনুষ্ঠিত সংগঠনটোৰ সপ্তদশ অধিবেশনত সভাপতিত্ব কৰে চাহ-মালিক প্ৰসন্ন কুমাৰ বৰুৱাই। চন্দ্ৰনাথ শৰ্মাই ৰোগশয্যাৰ পৰাই অভ্যৰ্থনা সমিতিৰ নেতৃত্ব দিয়ে। এই অধিবেশনতে ভাৰতীয় জাতীয় কংগ্ৰেছৰ লগত এচ'চিয়েশ্যনৰ চামিলকৰণৰ সিদ্ধান্ত লোৱা হয়। সেই চামিলকৰণ কাৰ্যকৰী হোৱাৰ আগতে অন্তিম বাৰৰ বাবে, ১৯২১ চনত যোৰহাটত বহা এচ'চিয়েশ্যনৰ অধিবেশনত সভাপতিত্ব কৰে মুক্তিযোদ্ধা, নেপালী নেতা ছবিলাল উপাধ্যায়ে।

এইছোৱা সময়তে আসাম এচ'চিয়েশ্যনে মধ্যবিত্ত শ্ৰেণীস্বাৰ্থ-সম্বলিত বিভিন্ন দাবী উত্থাপন কৰে আৰু সিবিলাকক বিচক্ষণতাৰে অসমীয়া জাতীয় স্বাৰ্থৰ সৈতে সংযুক্ত কৰে। সৰ্বজানিক সভা আৰু ৰায়ত সভাৰ দৰে আসাম এচ'চিয়েশ্যনেও চাহ-মালিক, ভূস্বামী আদিকে ধৰি সমাজৰ বিভিন্ন অংশক ক্ষতিগ্ৰস্ত কৰা মাটিৰ ৰাজহ বৃদ্ধিৰ বিৰুদ্ধে স্থিতি লৈছিল, সেইবোৰ দাবীৰ সমৰ্থনত সমবেত কৰিছিল সহস্ৰজনক। কিন্তু কানিৰ ক্ষেত্ৰত আসাম এচ'চিয়েশ্যনৰ স্থিতি আছিল সৰ্বজানিক সভাতকৈ অন্ততঃ বেছি প্ৰগতিশীল। সভাই শব্দৰ কাৰচাজি কৰি পৰোক্ষভাৱে কানিৰ পোষকতা কৰাৰ বিপৰীতে এচ'চিয়েশ্যনৰ বিপ্লৱী অংশই দৃঢ়ভাৱে কানিৰ বিৰোধিতা কৰিছিল। এই বিৰোধিতাৰ নেতৃত্ব দিছিল বিপ্লৱী চন্দ্ৰনাথ শৰ্মাই। এচ'চিয়েশ্যনৰ নেতা ৰায়বাহাদুৰ ফণীধৰ চলিহাই আনকি অসম বিধান পৰিষদতো কানিৰ বিৰুদ্ধে গৰ্জি উঠি কানিৰ সম্পূৰ্ণ নিষিদ্ধকৰণ দাবী কৰিছিল। কানিৰ পৰা আৰ্জিত ধনক তেওঁ *'কলংকিত ধন'* আখ্যা দিয়াত অধ্যক্ষৰ আসনৰ পৰা চীফ কমিশ্যনাৰ বীট্‌চন বেলে চলিহাক প্ৰত্যাহ্বান জনাইছিল, চৰকাৰী বিষয়া তথা পেন্সনাৰ হিচাপে তেওঁ গ্ৰহণ কৰা তেনে *'কলংকিত ধন'* ঘুৰাই দিবলৈ। সেই কথা আমি এই গ্ৰন্থৰে দ্বিতীয় অধ্যায়ত ইতিমধ্যে বিতংকৈ উল্লেখ কৰিছোঁ। ইয়াত যোগ দিব খুজিছোঁ এই কথাহে যে, সেয়া ফণীধৰ চলিহাৰ অকলশৰীয়া স্থিতি নাছিল। কাৰণ চাৰ বীটচন বেলৰ এই অপমানজনক উক্তিৰ বিৰুদ্ধে, তাতোকৈ প্ৰবলতৰ ভাৱে কানিৰ বিৰুদ্ধে অসমীয়া যুৱসমাজক জগাই তুলিলে চন্দ্ৰনাথ শৰ্মাই। তেওঁ আসাম এচ'চিয়েশ্যনৰ সভা মাতি বে'লচাহাবক বাৰুকৈ গৰিহণা দিলে। এই প্ৰতিবাদেৰে অনুপ্ৰাণিত হৈহে ফণীধৰ চলিহায়ো বিধান পৰিষদৰ পৰা পদত্যাগ কৰিছিল। সেয়া আছিল অসমৰ প্ৰথম ৰাজনৈতিক পদত্যাগ।[৩৪]

---

৩৪। ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য সম্পাদিত *চন্দ্ৰনাথ শৰ্মাত* প্ৰকাশিত 'বিপ্লৱী চন্দ্ৰনাথ' প্ৰবন্ধ।

কানিৰ বিৰুদ্ধে প্ৰতিবাদ ফণীধৰ চলিহাৰ পৰিয়ালৰে কুলধৰ চলিহায়ো কৰিছিল। কিন্তু ব্ৰিটিছে যেতিয়া তেওঁলোকক সোঁৱৰাই দিছিল যে তেওঁলোকৰ গুৰু, স্বয়ং দক্ষিণপাট সত্ৰাধিকাৰে কানিৰ সমৰ্থন কৰে, তেতিয়া চলিহাদ্বয়ৰ মুখৰ মাত হেৰাইছিল।[৩৫] এনেকৈয়ে অসমীয়া সমাজত কানিক কেন্দ্ৰ কৰি মেৰুবিভাজন স্পষ্ট হৈ পৰিছিল। দক্ষিণপাট সত্ৰ, সৰ্বজানিক সভাৰ দৰে অনুষ্ঠানে কানিৰ পোষকতা কৰা সময়ত আসাম এচ'চিয়েশ্যনৰ নবীন নেতা চন্দ্ৰনাথ শৰ্মাৰ নেতৃত্বত সূচনা হৈছিল কানি-বিৰোধিতাৰ। সংকীৰ্ণ সামন্তীয় পুঁজিপতি শ্ৰেণীস্বাৰ্থৰ বিপৰীতে উত্থাপিত হৈছিল জনকল্যাণৰ জ্বলন্ত প্ৰশ্ন; যি প্ৰশ্নক আওকাণ কৰি, লাখ-বিলাখ নিপীড়িত শ্ৰমজীৱীক কানিৰ জালত শুৱাই ৰাখি জাতি গঠন আছিল অসম্ভৱ।

এচ'চিয়েশ্যনৰ অবিসম্বাদী নেতা মাণিকচন্দ্ৰ বৰুৱায়ো কেতবোৰ জনকল্যাণমূলক বিষয় উত্থাপন কৰিছিল। তাৰ ভিতৰত আছিল যাতায়ত, পৰিবহন, ল'কেল বৰ্ডৰ আইনী স্বীকৃতি, ৰেলৱে'ৰ সম্প্ৰসাৰণ, প্ৰথম শ্ৰেণীৰ কলেজৰূপে কটন কলেজৰ বিকাশ, মাটিৰ পট্টা প্ৰদান, অসমৰ উন্নয়নৰ বাবে অধিক পুঁজি প্ৰদান আদি প্ৰসংগ।[৩৬] এইবোৰ অসমীয়া মধ্যশ্ৰেণীৰ আঞ্চলিক/অৰ্থনৈতিক দাবী; কিন্তু ইয়াৰ বাহিৰেও প্ৰত্যক্ষভাৱে জাতীয় চৰিত্ৰৰ দাবীও আছিল। উদাহৰণস্বৰূপে প্ৰধান সম্পাদক মাণিকচন্দ্ৰ বৰুৱা, ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা, লোহিত চন্দ্ৰ নায়ক, কমলাকান্ত দাস, ৰামচন্দ্ৰ দাস আদিৰ দ্বাৰা স্বাক্ষৰিত এচ'চিয়েশ্যনৰ স্মাৰকপত্ৰ এখনত অসমক পৃথক কমিশ্যনাৰৰ তললৈ, পৃথক (চিভিল) চাৰ্ভিচসহ নিৰলৈ আৰু বিধান পৰিষদত এজন অসমীয়াৰ বাবে আসন সংৰক্ষণ ৰাখিবলৈ দাবী জনোৱা হৈছিল।[৩৭] সেইদৰে ১৯০৪ চনৰ ২৭ ফেব্ৰুৱাৰীত মাণিক চন্দ্ৰ বৰুৱাই চৰকাৰী চাকৰিৰ ৮০% থলুৱাপ্ৰাৰ্থীৰ বাবে সংৰক্ষিত কৰাৰ চৰ্তসাপেক্ষে অসম আৰু পূব বংগৰ চামিলকৰণত সমৰ্থন জনাইছিল। অসমীয়া মধ্যশ্ৰেণীৰ দাবী এনেকৈ মূৰ্ত হৈছিল জাতীয়তাবাদৰ ধ্বনিৰ মাধ্যমত।

এচ'চিয়েশ্যনে উত্থাপন কৰা আন এটা বিষয় আছিল গ্ৰেজিং টেক্স অৰ্থাৎ গৰু-ম'হ চৰোৱাৰ বাবদ কৰ। গাঁৱৰ ৰাজহুৱা চৰণীয়া পথাৰত শ শ বছৰ জুৰি ৰাইজে মুকলিকৈ গৰু-ম'হ চৰাই অহাৰ বিপৰীতে হঠাৎ ব্ৰিটিছ চৰকাৰে প্ৰতিটো গৰু ম'হৰ ওপৰত কৰ জাৰী কৰে। ১৯১৯-২০ চনত ১,২৫,০০০ টা গৰু-ম'হৰ বিপৰীতে ২,৭৭,০০০.০০ টকা ৰাজহ সংগ্ৰহ হয়। এইখিনি জন্তুৰ বেছি ভাগেই আছিল ৬৩১৯ জন পেশাদাৰ গো-পালকৰ, যাৰ আকৌ গৰিষ্ঠ সংখ্যকেই আছিল নেপালী সম্প্ৰদায়ৰ।[৩৮]

গ্ৰেজিং টেক্সৰ প্ৰসংগটোৱে ৰাইজক উত্তেজিত কৰি তুলিলে। ১৯০৩ চনৰ জুলাইতে এনে ৰাজহ বৃদ্ধিৰ প্ৰতিবাদ কৰি গোলাঘাটৰ ৩০ টা মৌজাৰ ৰাইজে চীফ কমিশ্যনাৰলৈ প্ৰতিবাদ পত্ৰ পঠাইছিল। আসাম এচ'চিয়েশ্যনে পশুপালক সকলৰ হৈ থিয় দিলে। প্ৰতিবাদ হ'ল ব্যাপক আৰু দীৰ্ঘস্থায়ী। ড° অমলেন্দু গুহই ইয়াৰ কাৰণ ব্যাখ্যা কৰি কৈছে যে প্ৰকৃততে উক্ত পশুবিলাকৰ বৃজনসংখ্যকেই আছিল ধনী খেতিয়ক আৰু অনুপস্থিত ভূস্বামীৰ (ab

৩৫। এই গ্ৰন্থৰ 'সত্ৰ' অধ্যায় চাওক।
৩৬। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস, পৃ- ১৬০
৩৭। **Political History of Assam**, Vol.I., p. 201
৩৮। **Planter Raj to Swaraj**, p. 93.

sentee landlords) মালিকানাধীন, আৰু সেয়ে সেই শ্ৰেণীৰ মানুহে এই কৰ বৃদ্ধিৰ সৰব বিৰোধিতা কৰিছিল। সেই শ্ৰেণীৰ সমৰ্থনৰ বলতহে আসাম এচ'চিয়েশ্যনে ১৯১৪-২০ চনৰ সময়ছোৱাত এই কৰৰ বিৰুদ্ধে ধাৰাবাহিক আন্দোলন সংগঠিত কৰিব পাৰিছিল। এই প্ৰশ্নই বিধান পৰিষদৰ মজিয়াতো বাৰম্বাৰ খলকনি তুলিছিল। পশুপালক সকলৰ মাজত দুখীয়া খেতিয়ক আৰু নেপালী বৃত্তিধাৰী পালক থাকিলেও এচ'চিয়েশ্যনে মূলতঃ চহকী আৰু মজলীয়া কৃষককহে সংগঠিত কৰিছিল।

ত্যাগবীৰ হেম বৰুৱাৰ মতে এনেবোৰ কাৰ্যকলাপৰ জৰিয়তে আসাম এচ'চিয়েশ্যনে অসমীয়াৰ মুক্তি বিচৰা নাছিল; ই অসমবাসীৰ সমুখত ভৱিষ্যতৰ এক উজ্জ্বল, বৰ্ণাঢ্য ছবিও তুলি ধৰিব পৰা নাছিল। ফলস্বৰূপে কাম অথবা কথা একোৱেই ই অসমীয়া গাওঁবাসীক উদ্বুদ্ধ কৰিব পৰা নাছিল।[৩৯] এচ'চিয়েশ্যনে তোলা তেনেবিধৰ দাবীৰ ভিতৰত আছিল অসমত বিশ্ববিদ্যালয় আৰু উচ্চ ন্যায়ালয় স্থাপন। আধুনিক জাতি এটাৰ বাবে এইবোৰ নিশ্চয় অপৰিহাৰ্য অনুষ্ঠান। তথাপিও সমাজৰ সকলো অংশৰ বাবে এইবোৰ দাবী সমানে জৰুৰী নহয় কাহানিও। এনেবোৰ দাবীৰ প্ৰতি সঁহাৰিও সেয়েহে শ্ৰেণী অনুসৰি ভিন্ন হ'বলৈ বাধ্য। কোৱা বাহুল্য এচ'চিয়েশ্যনৰ দাবীৰ প্ৰতি উষ্ণতম সঁহাৰি আহিছিল অসমীয়া উদীয়মান মধ্যশ্ৰেণী, চাহ মালিক আৰু সত্ৰাধিকাৰ সামন্ত প্ৰভুসকলৰ পৰা।

এচ'চিয়েশ্যনৰ নেতৃবৃন্দৰ শ্ৰেণীভিত্তিতে সেই শ্ৰেণীস্বাৰ্থ নিহিত আছিল। উদাহৰণস্বৰূপে এচ'চিয়েশ্যনৰ উদ্যোক্তা গংগাগোবিন্দ ফুকন, মাণিকচন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা আদি আছিল ব্ৰিটিছ সহযোগী চাহ মালিক। এচ'চিয়েশ্যনৰ আন নেতৃবৃন্দৰ ভিতৰত আছিল চাহ-মালিক তথা ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা, চাহ মালিক তথা ৰায়বাহাদুৰ ফণীধৰ চলিহা, চাহ-মালিক প্ৰসন্ন কুমাৰ বৰুৱা, চাহ-মালিক নবীন চন্দ্ৰ বৰদলৈ, বেৰিষ্টাৰ তৰুণৰাম ফুকন আদি। ১৯১৭ চনৰ কংগ্ৰেছ অধিবেশনলৈ প্ৰেৰিত এচ'চিয়েশ্যনৰ প্ৰতিনিধিসকলৰ ভিতৰত আছিল অধিবক্তা, চাহ-মালিক, চাহ-পৰিচালক, ব্যৱসায়ী, ভূস্বামী আদি।

এই মধ্যশ্ৰেণী, অথবা ইয়াৰ সংগঠন আসাম এচ'চিয়েশ্যন, এটাৰ গাঁথনিও একাত্ম ধৰণৰ নাছিল। বৰং তাত নিহিত আছিল কেতবোৰ মৌলিক সংঘাত। সেইবোৰ সংঘাত আছিল ব্ৰিটিছানুগত আৰু ব্ৰিটিছ-বিৰোধীৰ মাজৰ সংঘাত, উচ্চমধ্যবিত্ত আৰু নিম্নমধ্যবিত্তৰ মাজৰ সংঘাত, উগ্ৰ-জাতীয়তাবাদী আৰু সুস্থ জাতীয়তাবাদীৰ মাজৰ সংঘাত। এই দ্বন্দ্ব সমূহৰ সৰলীকৰণ কৰিলে এনেকৈ ক'ব পাৰি যে উচ্চমধ্যশ্ৰেণী আছিল বেছি ব্ৰিটিছানুগত আৰু বেছি উগ্ৰজাতীয়তাবাদী। তাৰ বিপৰীতে নিম্নমধ্যশ্ৰেণীৰ মাজত ব্ৰিটিছ বিৰোধিতা তীব্ৰ আছিল। তেওঁলোকে উগ্ৰজাতীয়তাবাদৰ বিপৰীতে সুস্থ জাতীয়তাবাদৰ প্ৰতিহে বেছিকৈ আকৃষ্ট হৈছিল।

অৱশ্যে ইয়াৰ বাবে প্ৰধান কৃতিত্ব চন্দ্ৰনাথ শৰ্মাৰ বিপ্লৱী নেতৃত্বৰ। দৰং জিলাৰ এক দৰিদ্ৰ ব্ৰাহ্মণ পৰিয়ালৰ সন্তান চন্দ্ৰনাথে শৈশৱৰ পৰা দাৰিদ্ৰৰ জ্বালা বাৰুকৈ বুজিছিল। কাৰণ আঠবিধা মাটিৰ মালিক তেওঁৰ দেউতাকে ম'হ চৰাই ভাতমুঠি মোকলাইছিল। এই ক্ষেত্ৰত ড. বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ মন্তব্য প্ৰণিধানযোগ্য। তেওঁ লিখিছে ঃ যে চন্দ্ৰনাথ শৰ্মাই

৩৯। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস, পৃ-১৫১

নিজে নিম্ন মধ্যবিত্তৰ ঘৰৰ পৰা আহিছিল বাবেই দুখীয়াৰ দুখ বুজিছিল। অসহযোগ আন্দোলনৰ বাবে তেওঁ শক্তি গোটাইছিল সেইসকলৰ পৰাই।[৪০]

ড. ভট্টাচাৰ্য আশ্চৰ্যান্বিত হৈছে এই ভাবি যে কেনেকৈ এজন কপৰ্দকশূন্য, নিশকতীয়া দেহাৰ মানুহে সাম্ৰাজ্যবাদৰ কবলৰ পৰা দেশৰ মুক্তিৰ বাবে শেষ ৰক্তবিন্দু পৰ্যন্ত উজাৰ কৰি দিবলৈ প্ৰেৰণা পাইছিল। সেয়েহে ভট্টাচাৰ্যই তেওঁক 'ইতিহাসৰ সচেতন বাহক' আখ্যা দিছে।[৪১]

চন্দ্ৰনাথৰ নিৰহ নিপানী, সৰল জীৱন যাপনে তেওঁৰ শত্ৰু-মিত্ৰ সকলোৰে শ্ৰদ্ধা উদ্ৰেক কৰিছিল। বিশিষ্ট মুক্তিযোদ্ধা বিজয় চন্দ্ৰ ভাগৱতীয়ে লিখি গৈছে যে ৰাজহুৱা জীৱনক বাদ দি চন্দ্ৰনাথৰ কোনো ব্যক্তিগত জীৱন নাছিল। স্বাধীনতা আন্দোলনৰ সময়ত তেওঁৰ ঘৰটো হৈ পৰিছিল মুক্তি যোদ্ধাসকলৰ ঘাঁটি স্বৰূপ। কাষলতিৰ তলত বিছনাৰ নুৰাটো সুমুৱাই শৰ্মাই তহলি ফুৰিছিল মহকুমাটোৰ ইমূৰৰ পৰা সিমূৰলৈ। আন্দোলনৰ কৰ্মীসকলে তেওঁলোকৰ নেতা তেওঁলোকতকৈ বেছি সুবিধাপ্ৰাপ্ত বুলি অভিযোগ কৰাৰ কোনো থলেই নাছিল কাৰণ শৰ্মাই সদায় অসীম কষ্ট স্বীকাৰ কৰি সকলোতকৈ আগে-আগে বাট বুলিছিল। ড. হীৰেন গোঁহায়েও দেশ, জাতি তথা অসমীয়া সমাজৰ হকে চন্দ্ৰনাথৰ হাড়ভঙা পৰিশ্ৰমৰ কথা সশ্ৰদ্ধে উল্লেখ কৰিছে।[৪২] এই কঠোৰ পৰিশ্ৰমকালীন চন্দ্ৰনাথ আক্ৰান্ত হয় যক্ষ্মাত- যিটো তেতিয়া আছিল দুৰাৰোগ্য। সেই ৰোগৰ পৰিণতিত মাথো বত্ৰিশ বছৰৰ ভৰ ডেকা বয়সতে চন্দ্ৰনাথৰ মৃত্যু হয়। অসমীয়া জাতি তথা সমাজৰ হকে চন্দ্ৰনাথ শৰ্মাৰ দৰে কেইজনমান দুৰন্ত তৰুণৰ পাহাৰ প্ৰমাণ ত্যাগ আৰু সাগৰ সংকাশ নিষ্ঠাৰ কথা মনত পৰিলেও শ্ৰদ্ধাত মূৰ দোঁ খাই যায়।

ভাৰতৰ স্বাধীনতাৰ দাবীত যুঁজি থকা সময়তো চন্দ্ৰনাথে অসমৰ স্বাৰ্থৰ কথা জলাঞ্জলি দিয়া নাছিল। অৱশ্যে তাৰ বাবে তেওঁ উগ্ৰজাতীয়তাবাদীতো পৰিণত হোৱা নাছিল। সেয়েহে অসম ছাত্ৰ সন্মিলনৰ সভাপতিৰ ভাষণতে আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰয়ে কৈ উঠিছিল, '*I hope that worthy sons of Assam would follow Sjt Chandranath Sharma*'।[৪৩] অৱশ্যে অসমৰ গণ্যমাণ্য লোক সকলৰ বহুতেই শৰ্মাক অনুসৰণ কৰাতো নাছিলেই, একাংশই তেওঁক বিৰোধিতাহে কৰিছিল প্ৰচণ্ডভাৱে। লক্ষ্মীনাথ বেজবৰুৱাৰ দৰে প্ৰবীণ সাহিত্যিকেও 'ঢোকাৰাম শৰ্মা', 'সৰুজনা পিট' আদি আখ্যা দি শৰ্মাক পেংলাইহে কৰিছিল।

চন্দ্ৰনাথৰ যোগ্য অনুগামী লক্ষ্মীধৰ শৰ্মা (১৮৯৯-১৯৩৪) ও আহিছিল এটি নিম্নমধ্যবিত্ত পৰিয়ালৰ পৰা। তেওঁৰ পৰিয়ালৰ সদস্যসকল আছিল হয় চাহবাগিছাৰ কেৰাণী, নহয় যজমানী ব্ৰাহ্মণ। অসম ছাত্ৰ সন্মিলনৰ কাৰ্যকৰী সদস্য এইজন লক্ষ্মীধৰ শৰ্মাই কাৰ্বি, ডফলা, মিচিঙকে ধৰি নিপীড়িত মানুহখিনিৰ মাজৰ পৰা কানি বৰবিহ আঁতৰাবলৈ অহোপুৰুষাৰ্থ কৰিছিল; কাৰণ তেওঁৰ চকুত ভাঁহি আছিল এক বহল জাতিৰ ছবি। চন্দ্ৰনাথৰ দৰেই লক্ষ্মীনাথো

---

৪০। ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য সম্পাদিত **কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা**, পৃ- ৮১

৪১। ঐ, পৃ-৮৯

৪২। **কালস্ৰোত আৰু কাণ্ডাৰী**, পৃ-৫৬

৪৩। **ভাৰণমালা**, পৃ-৬৫

আছিল ধৰ্মনিৰপেক্ষ; তাতোকৈ ডাঙৰ কথা তেওঁ পৰম্পৰাগত ধৰ্মৰো বিৰোধী আছিল। কলকাতাত থকা সময়ত লক্ষ্মীধৰে যুক্তি আগবঢ়াইছিল যে '*ধৰ্ম বৰ্তমান জগতত অচল পদাৰ্থ, তাক দূৰ নকৰিলে সমাজৰ কল্যাণ নহয়।*' তেওঁ হিন্দু মুছলীম ঐক্যৰ দৃঢ় সমৰ্থক আছিল। অস্পৃশ্যতাৰ ঘোৰ বিৰোধী লক্ষ্মীধৰৰ আদিবাসীৰ প্ৰতি সহানুভূতিৰ মূৰ্ত প্ৰকাশ দেখা যায় উৰিষ্যাৰ চাওতাল ছোৱালীবিলাকৰ প্ৰতি তেওঁৰ প্ৰশংসাত।[৪৪] অস্পৃশ্যতাৰ বিৰোধিতা কৰিবলৈ গৈ লক্ষ্মীধৰে আনকি কৈবৰ্তলোকৰ শেষকৃত্য নিজৰ হাতেৰে সম্পন্ন কৰাৰ সৎসাহসো দেখুৱাইছিল। তেওঁ আছিল বিধবা পুনৰ বিবাহৰ সমৰ্থক আৰু শিশুবিবাহৰ বিৰোধী। দুৰ্ভাগ্যজনক ভাৱে তেওঁৰ সতীৰ্থ চন্দ্ৰনাথৰ দৰেই এইজন বিপ্লৱী তৰুণৰো যক্ষ্মাৰোগত আক্ৰান্ত হৈ করুণ মৃত্যু ঘটে ৩৩ বছৰীয়া ভৰ ডেকা বয়সতে। এনেকৈয়ে চন্দ্ৰনাথ-লক্ষ্মীধৰ-হেমচন্দ্ৰ আদিয়ে আসাম এচ'চিয়েশ্যনৰ ভিতৰৰ প্ৰগতিবাদী ধাৰাটোৰ প্ৰতিনিধিত্ব কৰিছিল। এওঁলোকেই যে অসম ছাত্ৰ সন্মিলনৰ প্ৰগতিশীল প্ৰৱণতাটোৰো নেতৃত্ব দিবগৈ তাৰ প্ৰমাণ আমি অচিৰেই পাম।

নিম্নমধ্যবিত্ত শ্ৰেণীৰ পৰা অহা এই তৰুণ প্ৰগতিশীলসকলে কেনেকৈ অসমীয়া জাতিগঠন প্ৰক্ৰিয়াক ত্বৰান্বিত কৰি তুলিছিল, তাৰ বহু উদাহৰণ আছে। লক্ষ্মীধৰ শৰ্মাৰ 'চিৰাজ' গল্প তাৰে এটা নমুনা। হিন্দু-মুছলীম ঐক্যৰ হৃদয়পৰশা আহ্বানপূৰ্ণ এই গল্পৰ আধাৰত ৰচিত 'চিৰাজ' আধুনিক অসমৰ অন্যতম জনপ্ৰিয় নাটকো। লক্ষ্মীধৰৰ 'পৰাজয়' গল্পতো কংগ্ৰেছ-নেতৃত্বৰ কঠোৰ সমালোচনা সহকাৰে ঝাড়খণ্ডী-আদিবাসী চাহ-শ্ৰমিক সকলৰ ওপৰত ব্ৰিটিছ চাহ- মালিক পৰিচালকৰ নিৰ্দয় শোষণৰ বিৰোধিতা কৰা হৈছে। তেওঁ ঘোষণা কৰিছে যে কংগ্ৰেছ মধ্যবিত্ত আৰু চহকীৰ সংগঠন। তাত কুলী-শ্ৰমিকৰ হৈ মাত মাতোতা কেও নাই বুলিলেও হয়।[৪৫] এইজন লক্ষ্মীধৰেই গান্ধী আৰু কংগ্ৰেছৰ চাহ-মালিক-পন্থী স্থিতিৰ ফলত পাছলৈ কেনেকৈ চাহশ্ৰমিকৰ আন্দোলন প্ৰশমিত কৰাত নিয়োজিত হৈ পৰিল, সেয়া অন্য এক অধ্যায়(সেই বিষয়ে আমি এই গ্ৰন্থৰ সপ্তম অধ্যায়ত আলোচনা কৰিছোঁ)।

চন্দ্ৰনাথ আছিল আপোচহীনভাৱেই জাতি-বৰ্ণবাদবিৰোধী। অসহযোগ আন্দোলনৰ সময়ত তেজপুৰৰ মাধৱ দেৱালয়ৰ ওচৰত অনুষ্ঠিত এখন ৰাজহুৱা সভাত তেওঁ ঘোষণা কৰিছিল, '*ৰাইজসকল, ইংৰাজ আমাৰ দেশৰ শত্ৰু নহয়, শত্ৰু হৈছে আমাৰ গোসাঁই মহন্তসকল, শত্ৰু হৈছে আমাৰ উচ্চাভিলাষী জাত্যাভিমানী ব্ৰাহ্মণসকল। আমি ধ্বংস কৰিব লাগিব এওঁলোকৰ উচ্চ অভিমান।*[৪৬]' তেওঁ আৰু তেওঁৰ সতীৰ্থসকলে জাত-পাত বিভক্ত অসমীয়া সমাজত সহভোজনৰ সূচনা কৰিছিল। চন্দ্ৰনাথ আছিল প্ৰকৃতাৰ্থত ধৰ্মনিৰপেক্ষ। উৰিষ্যাৰ পুৰীৰ পৰা জনৈক দুৰ্গানাথ বৰুৱালৈ লিখা এখন চিঠিত তেওঁ মোহনদাস কৰমচাঁদ গান্ধীৰ ধৰ্মীয় অত্যুৎসাহৰ (Zealotry) বিধ্বংসী সমালোচনা কৰিছিল। ২২-০২-১৯২২ ত লিখিত উক্ত চিঠিত তেওঁ লিখিছিলঃ

---

৪৪। দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা ৰচনাৱলী, প্ৰথম খণ্ড, পৃ- ২৩

৪৫। ঐ, দ্বিতীয় খণ্ড

৪৬। অমিয়কুমাৰ দাস ঃ '*বিপ্লৱী চন্দ্ৰনাথ*', ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য সম্পাদিত কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা, পৃ- ৬

*যোৱা নবেম্বৰৰ পৰা মহাত্মা গান্ধীৰ ধৰ্মৰোগ (Religious mania) হৈছে। তেতিয়াৰে পৰাই মই কংগ্ৰেছৰ বৰ্তমান কাৰ্য সন্দেহ আৰু ভয়ৰ চকুৰে চাই আহিছোঁ। বৰ্দলীৰ প্ৰস্তাববিলাকে আমাৰ জাতীয় গ্লানি আৰু অপযশ আনিলে। মহাত্মা গান্ধীয়েও স্বীকাৰ কৰিছে, যে সেই প্ৰস্তাববোৰ ৰাজনীতি হিচাপে অজ্ঞতা আৰু যুক্তিহীনতাৰ পৰিচায়ক কিন্তু ধৰ্মৰ বিবেচনাত যুক্তিযুক্ত (Politically unwise and unsound but religiously sound)। কংগ্ৰেছ ধৰ্ম সম্বন্ধীয় সভা নহয়। সেই কথা মহাত্মা গান্ধীয়ে ভালকৈ জানে। ... গতিকে এই কংগ্ৰেছৰ আসনখন মহাত্মা গান্ধীয়ে কেনেকৈ আৰু কি মন্ত্ৰেৰে নিচেই কম সময়ৰ ভিতৰতে ধৰ্মৰ বেদী কৰি তুলিব খুজিছে, ক'ব নোৱাৰোঁ। যদি অসহযোগ আন্দোলন সম্পূৰ্ণ আধ্যাত্মিক আৰু ধৰ্মবিহিত আন্দোলনেই হয়, তেওঁ সেইকথা গুৰিতে প্ৰকাশ কৰা নাছিল কিয় ? ... মই যোৱা ৫-৬ বছৰ মহাত্মাৰ কাৰ্য আৰু উপদেশ অনুসৰণ কৰি আহিছোঁ। ... কিন্তু কোনো দেশ বা ঠাইৰ প্ৰতিনিধিস্বৰূপে মই তেখেতৰ বৰ্তমান প্ৰস্তাববোৰ সমৰ্থন কৰিব নোৱাৰোঁ।*[৪৭](গুৰুত্ব আমাৰ)

এয়া নিঃসন্দেহে বহুধৰ্ম, বহুপন্থাত বিশ্বাসী বহল জাতিগঠনৰ বাবে অপৰিহাৰ্য এক ধৰ্মনিৰপেক্ষ দৃষ্টিভংগী। লগতে এয়া কংগ্ৰেছ নেতৃত্বৰ ধৰ্মীয় উচটনি-সুৰসুৰণিসম্পন্ন ৰাজনীতিৰ প্ৰতিও এক সমালোচনা। কোৱা বাহুল্য, কংগ্ৰেছৰ সিদিনাৰ নৰম হিন্দুত্বৰ গৰ্ভৰ পৰাই আজি সংঘ পৰিয়ালৰ চৰম হিন্দুত্বই পুলি পোখা মেলি উঠিছে। গোঁজেই গছ হৈছে সাম্প্ৰদায়িক ফেচিবাদ। আনন্দৰ কথা যে সাম্প্ৰদায়িক উত্তেজনাই সমগ্ৰ দেশ আবৰি ধৰি ঠায়ে ঠায়ে গণহত্যাকাণ্ডও ঘটোৱাৰ সময়ত চন্দ্ৰনাথ শৰ্মাৰ দৰে ধৰ্মনিৰপেক্ষতাবাদীৰ সৌজন্যতে অসম সেই ৰক্তবন্যাত উটি ভাঁহি নোযোৱাকৈ ৰক্ষা পৰিল।

উদাৰ গণতান্ত্ৰিকতাৰ এই জুৰ বতাহছাটিয়ে আসাম এচ'চিয়েশ্যনকো স্পৰ্শ নকৰাকৈ থকা নাছিল। বিশিষ্ট মুক্তিযোদ্ধা কৃষ্ণ নাথ শৰ্মাই তেওঁৰ ডায়েৰীত কাজিৰঙাত ঘটা এটা বিশেষ ঘটনাৰ কথা উল্লেখ কৰিছে। সেইমতে কাজিৰঙাৰ গঁড় বচোৱাৰ নামত বহু বছৰ জুৰি তাত বাস কৰি অহা নেপালীসকলক অমানবীয় ভাৱে উচ্ছেদ কৰা হৈছিল। এই ঘটনাৰ তীব্ৰ বিৰোধিতা কৰিছিল আসাম এচ'চিয়েশ্যনে। তাৎপৰ্যপূৰ্ণভাৱে সেইবছৰ যোৰহাটত অনুষ্ঠিত আসাম এচ'চিয়েশ্যনৰ সভাপতিত্ব যঁচা হৈছিল বিশিষ্ট নেপালী নেতা ছবিলাল উপাধ্যায়ক।[৪৮] বিশিষ্ট নেপালী গৱেষক ড° পুৰুষোত্তম ভাণ্ডাৰীয়ে কাজিৰঙাৰ নেপালীসকলৰ ক্ষেত্ৰত আসাম এচ'চিয়েশ্যনৰ সদৰ্থক দৃষ্টিভংগীৰ শলাগ লৈছে।[৪৯] ড° ভাণ্ডাৰীৰ কথাৰ পৰাই আমি তেনে উদাৰ সমৰ্থক স্থিতিৰ প্ৰত্যক্ষ ইতিবাচক প্ৰভাৱ প্ৰত্যক্ষ কৰোঁ।

১৯১৮চনৰ পহিলা ডিচেম্বৰৰ দিনা ৰিফৰ্ম কমিটিৰ ওচৰত দাখিল কৰা এক স্মাৰকপত্ৰ যোগে আসাম এচ'চিয়েশ্যনে সাম্প্ৰদায়িক প্ৰতিনিধিত্ব বা সংৰক্ষণৰ সম্পৰ্কে নিজৰ স্থিতি স্পষ্ট কৰে। নবীন চন্দ্ৰ বৰদলৈয়ে এচ'চিয়েশ্যনৰ হৈ দাখিল কৰা এই স্মাৰকপত্ৰত

---

৪৭। উক্ত গ্ৰন্থ, পৃ- ১৪৯-১৫১
৪৮। কৃষ্ণ শৰ্মাৰ ডায়েৰী, পৃ-৭৮
৪৯। Freedom Movement and Role of Indian Nepalese, p. 34.

ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাসিন্দা ১৩% মুছলমানৰ বাবে ১৩% আসন সংৰক্ষণৰ পোষকতা কৰা হয় আৰু বৰাক উপত্যকাতো মুছলমানসকলৰ বাবে জনসংখ্যা আনুপাতিক সংৰক্ষণৰ কথা কোৱা হয়।[৫০] সাম্প্ৰদায়িক প্ৰতিনিধিত্বৰ বিৰোধিতা কৰিও মুছলীম সকলৰ বাবে জনসংখ্যা- আনুপাতিক প্ৰতিনিধিত্বৰ যি কথা ইয়াত কোৱা হৈছিল সি নিশ্চয় অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ বাবে শুভবাৰ্তা বহন কৰি আনিছিল। উদাহৰণস্বৰূপে ইয়াত গোৱালপাৰা আৰু ছিলেটৰ জমিদাৰসকলৰ উপৰিও ব্ৰহ্মপুত্ৰ আৰু বৰাক উপত্যকাৰ চাহ-মালিকসকলৰ বাবে এখনকৈ সৰ্বমুঠ চাৰিখন আসন সংৰক্ষিত ৰখাৰ কথা দাবী তোলা হৈছিল। কিন্তু আশ্চৰ্যকৰভাৱে ঝাড়খণ্ডী আদিবাসী লাখ-বিলাখ চাহশ্ৰমিকক এখনো আসন দিয়াৰ কথাটো আসাম এচ'চিয়েশ্যনৰ নেতৃবৃন্দৰ মনেচিত্তেও খেলোৱা নাছিল। অসমৰ আন দলিত-জনজাতি সম্প্ৰদায়বোৰৰ প্ৰসংগতো স্মাৰকপত্ৰত ক'লীয়া আখৰ এটিও নাছিল। চাহ শ্ৰমিকসকলক এচ'চিয়েশ্যনৰ নেতৃত্বই এনেকৈ পাহৰি পেলোৱাৰ কাৰণ বুজিবলৈ অৱশ্যে বিশেষ কঠিন নহয়। এচ'চিয়েশ্যনৰ নেতৃত্বতে আছিল চাহ-মালিকৰ দপ্‌দপনি। আনহাতে মুছলীম-প্ৰশ্নত আপাত উদাৰতাৰ অন্যতম কাৰণ আছিল ইতিমধ্যে প্ৰতিষ্ঠা লাভ কৰা অভিবাসী মুছলীম নেতৃত্বৰ লগতে ঐক্যবদ্ধ হোৱাৰ তাগিদা। কাৰণ যিয়েই নহওক লাগিলে এচ'চিয়েশ্যনৰ মুছলীম নীতিয়ে আত্মীকৰণৰ বাট মুকলি কৰিছিল; কিন্তু জনজাতি-আদিবাসী নীতিয়ে আকৌ সেই বাটতে হেঙাৰ পুতিছিল।

জাত-পাতৰ বিৰুদ্ধে এচ'চিয়েশ্যনৰ প্ৰগতিশীল অংশটোৱে অৱশ্যে বলিষ্ঠ ভূমিকা লৈছিল। লক্ষ্মীধৰ শৰ্মাই ব্ৰাহ্মণ্যবাদী বাধা নিষেধক বুঢ়া আঙুলি দেখুৱাই তথাকথিত নিম্নবৰ্ণৰ ঘৰে ঘৰে খোৱা-বোৱা কৰিছিল। বেলেগ বেলেগ জাতৰ মানুহে খোৱা কলপাত তেওঁ নিজ হাতে ধুইছিল, পেলাইছিল। বিহালী দিনজয় সত্ৰত লক্ষ্মীধৰে আনকি সত্ৰৰ ডেকাসকলকো তেনে 'অশুচি' কামলৈ উদগাইছিল।[৫১] লক্ষ্মীধৰৰ সতীৰ্থ তথা আত্মীয় জীৱন বৰুৱাই লিখামতে এইজন বিপ্লৱী তৰুণে আনকি সমাজৰ হৰ্তা-কৰ্তাসকলক ভ্ৰূকুটি দেখুৱাই দলিতৰ ঘৰত 'পকা জলপানো' গ্ৰহণ কৰিছিলগৈ। বিশ্বনাথৰ প্ৰাচীন ব্ৰাহ্মণ বংশৰ এই সন্তানটিৰ কাণ্ডত গোড়া উচ্চবৰ্ণমহল থৰে থৰে কঁপি উঠিছিল।[৫২] সৌভাগ্যৰ কথা, যে সেই লৌহপ্ৰাকাৰত কঁপনি উঠিছিল, কিন্তু দুৰ্ভাগ্য এয়ে যে চন্দ্ৰনাথ-লক্ষ্মীধৰৰ শক্তিশালী উত্তৰসূৰী বাহিনী এটা নাথাকিল, যি সেই কঁপনিক ভূমিকম্পলৈ ৰূপান্তৰ কৰিব পাৰে।

উদাৰতাৰ তেনে এক অনুকৰণীয় উদাহৰণত চন্দ্ৰনাথে কংগ্ৰেছৰ পাণ্ডু অধিবেশনত ইচ্ছাকৃতভাৱেই অ-ব্ৰাহ্মণ ৰান্ধনী নিয়োগ কৰিছিল। অথচ ইচ্ছা কৰা হ'লেই তেওঁ ব্ৰাহ্মণ ৰান্ধনী পাব পাৰিলেহেঁতেন।[৫৩] এই খিনিতে উল্লেখযোগ্য যে জাতি-বৰ্ণবিৰোধী চেতনা তেওঁৰ মাজত তীব্ৰ হৈ অহাৰ লগে লগে চন্দ্ৰনাথে ব্ৰাহ্মণ সমাজৰ সম্পাদক পদৰ পৰাও ইস্তফা

---

৫০। Political History of Assam, Vol.I., p. 265.

৫১। জীৱন বৰুৱা ঃ দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা, পৃ-২৪

৫২। ঐ, পৃ-৮৪

৫৩। পুষ্পলতা দাসৰ প্ৰবন্ধ, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য সম্পাদিত কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা, পৃ-৩৫

দিয়ে।

আন বহু সমসাময়িক নেতাই অসমীয়া ভাষাৰ উপভাষিক বিবাদত লিপ্ত হোৱাৰ বিপৰীতে চন্দ্ৰনাথে কেনেকৈ উজনি আৰু নামনিৰ উপভাষাসমূহৰ সমন্বয়ৰ দূৰদৰ্শী চিন্তা কৰিছিল সেই সম্পৰ্কে আমি এই গ্ৰন্থৰ অসম সাহিত্য সভা সংক্ৰান্ত অধ্যায়ত বিতংকৈ দেখুৱাইছোঁ। লক্ষ্মীধৰৰ লেখনীত আকৌ পুৰুষ-নাৰীৰ সমতাৰ প্ৰতি এক নিভাঁজ বিশ্বাস ফুটি উঠিছিল ঃ *'পুৰুষ আৰু নাৰীৰ এটা স্বতন্ত্ৰীয়া সত্তা হ'ব নোৱাৰে। দুয়ো দুয়োৰে পৰিপূৰক। জাতিৰ জীৱনীশক্তি তিৰোতাৰ ওপৰত একৰকম নিৰ্ভৰ কৰে।*[৫৪] আজিৰ তাৰিখত এইষাৰ কথা সহজেই কৈ পেলাব পাৰি। কিন্তু আজিৰ পৰা আশী বছৰৰ আগৰ পুৰুষপ্ৰধান সমাজ এখনত এইষাৰ কথাকে কোৱা সিমান সহজ নাছিল। চন্দ্ৰনাথ-লক্ষ্মীধৰসকলৰ মনত নাৰী পুৰুষৰ এই সমতাৰ সংবাদৰ কিন্তু উন্মেষ ঘটাইছিল স্বাধীনতা সংগ্ৰামে।

এইখিনিতে এটা কথা স্পষ্ট কৰি লোৱা প্ৰয়োজন। সেয়া হ'ল এই তৰুণ বিপ্লৱীকেইজন কেৱল আসাম এচ'চিয়েশ্যনৰ লগত জড়িত নাছিল । তেওঁলোক আছিল অসম ছাত্ৰ সম্মিলনৰো চালিকা শক্তি। প্ৰকৃততে ছাত্ৰ সম্মিলনহে আছিল তেওঁলোকৰ প্ৰধান কৰ্মক্ষেত্ৰ। তাৰ বিপৰীতে আসাম এচ'চিয়েশ্যনত তেওঁলোকে পলমকৈহে প্ৰভাৱ পেলাব পাৰিছিল। তাতোকৈ ডাঙৰ কথা, আসাম এচ'চিয়েশ্যনৰ প্ৰবীণ, সংৰক্ষণশীল নেতৃত্বৰ লগত বিতৰ্কত লিপ্ত নোহোৱাকৈ তৰুণসকলে তাত একো কথাই ৰজাব পৰা নাছিল।

লক্ষ্মীনাথ বেজবৰুৱাই চন্দ্ৰনাথক 'ঢোকাৰাম শৰ্মা', 'সৰু জনা পিট' আদি বুলি পেংলাই কৰাৰ কথা আমি আগতেই কৈ আহিছোঁ। আনকি ১৯২০ ৰ দশকতো গংগাগোবিন্দ ফুকন, ঘনশ্যাম বৰুৱা, চন্দ্ৰধৰ বৰুৱা, আৰু আনকি নবীন চন্দ্ৰ বৰদলৈ আৰু তৰুণ ৰাম ফুকনে অসহযোগ আন্দোলনত আসাম এচ'চিয়েশ্যনৰ অংশ গ্ৰহণৰ বিৰোধিতা কৰিছিল। অৱশ্যে নবীন শক্তিৰ ওচৰত প্ৰবীণ চামে লাহে লাহে হাৰ মানিবলৈ আৰম্ভ কৰিছিল।

ড° অমলেন্দু গুহয়ো বিধান পৰিষদৰ ভিতৰে-বাহিৰে এচ'চিয়েশ্যন নেতৃত্বৰ ব্ৰিটিছ সহযোগী ভূমিকাৰ কথা উল্লেখ কৰিছে।[৫৫] এনে ভূমিকাৰ বাবেই এচ'চিয়েশ্যনৰ ১৯১৬ চনৰ অধিবেশনৰ সভা পাতি গংগাগোবিন্দ ফুকনৰ ভাষণৰ প্ৰতিবাদ জনাইছিল সংগঠনটোৰ চৰমপন্থী অংশই। উপেন্দ্ৰ নাথ বৰুৱাই শিক্ষাবিষয়ক ভাষণ দিব নোৱাৰি থমকি ৰৈছিল। ঘনশ্যাম বৰুৱাই ডেকাচামৰ হাব-ভাবত খেদ প্ৰকাশ কৰিব লগা হৈছিল। বহুদিন ইংলেণ্ডত থকাৰ অভিজ্ঞতা থকা সত্বেও নৰমপন্থী হোৱাৰ বাবেই তৰুণৰাম ফুকনক নাকচ কৰি তুলনামূলকভাৱে কাঢ়া নবীন চন্দ্ৰ বৰদলৈক এচ'চিয়েশ্যনৰ প্ৰতিনিধিৰূপে লণ্ডনলৈ পঠোৱা হৈছিল। অসমৰ স্বাৰ্থক মন্টেগ' আয়োগৰ সমুখত সাব্যস্ত কৰিবৰ বাবেই এই প্ৰতিনিধি দলক লণ্ডনলৈ পঠোৱা হৈছিল। ঔপনিবেশিক আমোলৰ সীমাবদ্ধতাৰ মাজতো এই ঘটনাই অসমীয়া মানসক বেচ আত্মবিশ্বাস যোগাইছিল। তেতিয়াৰ লণ্ডন-প্ৰবাসী এজন অসমীয়াই কৈ উঠিছিল যে লণ্ডনত আসাম এচ'চিয়েশ্যনৰ সঁজাতী দলে দিয়া বক্তৃতাই অসমীয়া যে এটা পাছপৰা

৫৪। উৎস ঃ অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস, পৃ-২১০

৫৫। Planter Raj to Swaraj, p. 80.

জাতি, সেই ভুল ধাৰণাটো ভাঙিলে।[৫৬] কোৱা বাহুল্য, বিলাতত ৰৰঘৰত অসমৰ কণ্ঠ প্ৰথমবাৰলৈ ধ্বনিত হোৱাৰ এই ঘটনাও সংগঠিত কৰিছিল চন্দ্ৰনাথ শৰ্মাই। তেওঁ অকলশৰে ৮,০০০ টকা সংগ্ৰহ কৰি দলটোৰ লণ্ডন যাত্ৰা সম্ভৱ কৰি তুলিছিল।

ইয়াৰ সমানে সমানে এচ'চিয়েশ্যনৰ সংৰক্ষণশীল নেতৃত্বৰ ব্ৰিটিছানুগত্য অব্যাহত আছিল। মাণিক চন্দ্ৰ বৰুৱাই ক্ৰমে ১৯০২ আৰু ১৯১১ চনত সম্ৰাট সপ্তম এডোৱাৰ্ড আৰু পঞ্চম জৰ্জৰ অভিষেক উৎসৱত যোগ দিছিলগৈ। দ্বিতীয়বাৰত তেওঁ সম্ৰাট-সাম্ৰাজ্ঞীৰ আগত আঁঠু লৈ অসমৰ ৰাইজৰ হৈ আনুগত্য প্ৰকাশৰ সুযোগ পাইছিল।[৫৭] পৰৱৰ্তীকালতো ভাৰতৰ ভাইচৰয় তথা গভৰ্ণৰ জেনেৰেলৰ আগত দিয়া স্মাৰক পত্ৰত এচ'চিয়েশ্যনে কৈছিল ঃ

*We beg to take this opportunity to assure you on behalf of our association, and through it to the Assamese people our profound loyalty and devotion to the throne, and our unflinching determination to stand by the Empire in the great struggle in which it is involved'* [৫৮] মন কৰিব লগীয়া যে, আনকি তৰুণৰাম ফুকন আৰু নবীন চন্দ্ৰ বৰদলৈও উক্ত স্মাৰক পত্ৰৰ স্বাক্ষৰকাৰী আছিল। ফুকন-বৰদলৈ যুটীয়ে আনকি উক্ত '*Great struggle*' অৰ্থাৎ প্ৰথম বিশ্বযুদ্ধত ব্ৰিটিছ যুদ্ধ পুঁজিলৈও ধন সংগ্ৰহ কৰি যুঁৰিছিল। প্ৰকৃততে চন্দ্ৰনাথ শৰ্মাৰ দৃঢ়তাৰে তেওঁলোকে স্বাধীনতা ৰণত জঁপিয়াই পৰাই নাছিল। পৰিস্থিতিৰ হেঁচা আৰু চন্দ্ৰনাথৰ দৰে নেতাৰ ঠেলাইহে তেওঁলোকক আন্দোলনৰ নেতৃত্ব ল'বলৈ আগবঢ়াই দিছিল।

সময়ৰ লগে লগে অৱশ্যে এচ'চিয়েশ্যনত তৰুণ তেজৰে জয় জয়কাৰ সাব্যস্ত হ'ল। গান্ধীৰ ভাষিক নীতিয়েও আসাম এচ'চিয়েশ্যনৰ ডেকা কৰ্মী সকলক কংগ্ৰেছৰ কাম চাপি যাবলৈ অনুপ্ৰাণিত কৰিলে। সেই নীতিত অসমীয়াৰ দৰে সৰু ভাষিক সত্তাবিলাকৰ বিকাশৰ থল আছিল বুলি ডেকা কৰ্মীসকলে বিশ্বাস কৰিছিল। তথাপিও এইখিনিতে এটা কথা লক্ষ্যণীয়, স্বাধীনতা আন্দোলনৰ সৰ্বভাৰতীয় সোঁত উটি ভাঁহি যোৱাৰ সময়তো অসমীয়া কৰ্মী সকলৰ মনত অসমীয়া ভাষা-সংস্কৃতি-জাতীয়তাবাদৰ প্ৰশ্নবোৰে ক্ৰিয়া কৰি আছিল আৰু সেইবোৰ ক্ষেত্ৰত সময়ত ন্যায় প্ৰদান কৰাৰ প্ৰতিশ্ৰুতিৰেহে তেওঁলোকক কংগ্ৰেছত চামিল কৰিব পৰা গৈছিল। এচ'চিয়েশ্যনৰ তেজপুৰ অধিবেশনত সূচনা হোৱা কংগ্ৰেছৰে চামিলকৰণ প্ৰক্ৰিয়া সম্পূৰ্ণ হয় ১৯২০ চনত।

চমুকৈ ক'বলৈ গ'লে আসাম এচ'চিয়েশ্যন আছিল উদীয়মান অসমীয়া মধ্যশ্ৰেণীৰ সংগঠন। চাহ-মালিক, চাহ-পৰিচালক, চৰকাৰী আমোলা আৰু কেৰাণী, সত্ৰাধিকাৰ, ভূস্বামী আৰু বুদ্ধিজীৱীৰে গঠিত এই শ্ৰেণীটো ইয়াৰ অস্তিত্ব আৰু বিকাশৰ বাবে ব্ৰিটিছ চৰকাৰৰ ওপৰত সম্পূৰ্ণৰূপে নিৰ্ভৰশীল আছিল। সেয়েহে উক্ত শ্ৰেণীৰ সংগঠন হৈ আসাম

---

৫৬। লণ্ডনৰ পৰা বিদ্যানন্দ দুৱৰাৰ চিঠি ; বেণুধৰ শৰ্মা ঃ অৰ্ঘাৱলী, পৃ- ১৩৬

৫৭। পদ্মনাথ গোহাঞি বৰুৱা ঃ জীৱনী সংগ্ৰহ, পৃ- ৮২

৫৮। স্বদেশ হিতৈষী জগন্নাথ বৰুৱা, পৃ- ৪

এচ'চিয়েশ্যনেও প্ৰথম অৱস্থাত ব্ৰিটিছ চৰকাৰৰ বিৰোধিতা কৰিব নোৱাৰিছিল। তাৰ সলনি উচ্চবৰ্ণ-মধ্যশ্ৰেণীৰ দাবী-দাবাবোৰকে লৈয়ে ব্যস্ত আছিল যিবোৰে নিম্নবৰ্ণৰ ৰাইজক শত্ৰুত পৰিণত নকৰিলেও, উলাহি কৰিছিল। আসাম এচ'চিয়েশ্যনৰ মঞ্চত অসম ছাত্ৰ সন্মিলনৰ নেতৃত্বৰ অভ্যুদয়ৰ লগে লগেহে পৰিস্থিতিৰ পৰিবৰ্তন ঘটে। সেয়েহে জাতিগঠন প্ৰক্ৰিয়াত আসাম এচ'চিয়েশ্যনৰ ইতিবাচক ভূমিকাৰ প্ৰসংগটো অসম ছাত্ৰ সন্মিলনৰ নেতৃত্বৰ সদৃশ ভূমিকাৰ লগত এৰাব নোৱাৰাকৈ সাঙোৰ খাই আছে। কাৰণ এটা সময়ত এচ'চিয়েশ্যন নেতৃত্ব প্ৰায় সম্পূৰ্ণৰূপেই সন্মিলনৰ নেতৃত্বৰ দখললৈ যায়গৈ।

আসাম এচ'চিয়েশ্যন আছিল কেতবোৰ পৰস্পৰবিৰোধী দ্বন্দ্বৰ সমষ্টি; যথা (১) অৰ্থনৈতিক প্ৰশ্ন বনাম জাতীয় প্ৰশ্ন (২) ভাৰতীয় জাতীয়তাবাদ বনাম অসমীয়া জাতীয়তাবাদ (৩) সাংবিধানিক বৈধতাবাদী নৰম পন্থা বনাম বিদ্ৰোহী আন্দোলনমুখী কঠোৰপন্থা, (৪) উচ্চশ্ৰেণী- উচ্চবৰ্ণ পন্থী নেতৃত্ব বনাম নিম্নশ্ৰেণীৰ উদাৰপন্থী নেতৃত্ব। প্ৰকৃতাৰ্থত আসাম এচ'চিয়েশ্যন আছিল এই বহুমুখী দ্বন্দ্ববোৰৰে প্ৰকাশ আৰু বিকাশৰ ধাৰাবিৱৰণী। সিবোৰৰ মীমাংসাই জাতি গঠন প্ৰক্ৰিয়াত পেলোৱা প্ৰভাৱৰ ধাৰাবাহিকতা আমি দেখিবলৈ পাম অসম ছাত্ৰ সন্মিলনৰ মাজেদিও।

## অসম ছাত্ৰ সন্মিলনঃ জাতীয়তাবাদৰ বিপ্লৱী বিকাশ

সময়সূচীৰ ফালৰ পৰাও অসম ছাত্ৰ সন্মিলনৰ জন্ম এটা মন কৰিবলগীয়া ঘটনা। ৰুছ বিপ্লৱৰ এবছৰ আৰু চীনৰ ৪মে' আন্দোলনৰ তিনি বছৰ আগতেই, অৰ্থাৎ ১৯১৬ চনতে ইয়াৰ জন্ম হোৱাটো-এটা গৌৰৱৰ বিষয়, (আনকি সৰ্বভাৰতীয় ক্ষেত্ৰতো অসম ছাত্ৰ সন্মিলন আছিল দ্বিতীয় ছাত্ৰ সংগঠন। সেইবিষয়ে আমি পাছত পুনৰ আলোচনা কৰিম।) প্ৰকৃততে প্ৰথম বিশ্বযুদ্ধৰ আগৰ আৰু পাছৰ বছৰকিটা আন্তৰ্জাতিকভাৱেই অশান্ত, ঝঞ্ঝা বিক্ষুব্ধ আছিল। সমাজৰ এটা অন্যতম অগ্ৰণী তথা সচেতন অংশৰূপে ছাত্ৰসমাজ স্বাভাৱিকতেই এই পৃথিৱী কঁপোৱা পৰিবৰ্তনবিলাকৰ সমুখৰ শাৰীত আছিল। সমসাময়িক ভাৱে চীনৰ ছাত্ৰসকলৰ জাগৰণৰ সম্পৰ্কে মাও-জে-ডুঙে কোৱা এষাৰ কথা এইখিনিতে প্ৰনিধানযোগ্য। মাৱে কৈছিল,

*বিশবছৰৰ আগৰ চাৰি মে'ৰ আন্দোলনটোৱে সাম্ৰাজ্যবাদ-সামন্তবাদ বিৰোধী চীনৰ বুৰ্জোৱা-গণতান্ত্ৰিক বিপ্লৱৰ এক নতুন অধ্যায়ৰ সূচনা কৰিছিল। চাৰি মে'ৰ আন্দোলনৰ পৰা উদ্ভূত সাংস্কৃতিক সংস্কাৰ আন্দোলন আছিল সেই বিপ্লৱৰে অন্যতম বহিৰ্প্ৰকাশ। সেই বিপ্লৱৰ ভিতৰতে এটা শক্তিশালী শিবিৰ গঢ় লৈ উঠিছিল। এই শিবিৰত আছিল শ্ৰমিক শ্ৰেণী, ছাত্ৰসমাজ আৰু নতুন বুৰ্জোৱাজি সকল। চাৰি মে'ৰ আন্দোলনৰ সময়ত লাখ-বিলাখ ছাত্ৰই সাহসী ভূমিকা লৈছিল। সেই দিশৰ পৰা এই আন্দোলন ১৯১১ চনৰ বিপ্লৱতকৈ এখোজ আগলৈ গৈছিল।*[৫৯](অনুবাদ আমাৰ)

অসমৰ ছাত্ৰসমাজো ঠিক এনে সময়তে, অথবা তাতোকৈ আগতেই স্বাধীনতাৰ

---

৫৯। Selected Works of Mao Tse Tung, Vol.II., p.237.

বিউগুল বজাবলৈ সদলবলে ওলাই আহিছিল। তেওঁলোকে জন্ম দিছিল অসম ছাত্ৰ সন্মিলনৰ। কাৰণ তেওঁলোকে দেখিছিল, অসম এচ'চিয়েশ্যনৰ নৰমপন্থীসকলৰ পৰা বিশেষ একো আশাও কৰিব নোৱাৰি, তেওঁলোকক সতৰ্কাই তাৰ পৰা হুটাবও নোৱাৰি।

অসম এচ'চিয়েশ্যনৰ আবেদন নিবেদন, কাকুতি-মিনতিৰ ৰাজনীতিৰ বিপৰীতে অসম ছাত্ৰ সন্মিলনে এক জংগী অৱস্থান লৈছিল। কেশৱনাৰায়ণ দত্তই লিখিছে যে স্বদেশী আন্দোলন, এনি বেচান্তৰ আন্দোলন, গোপালকৃষ্ণ গোখলে, লোকমান্য তিলক আদিৰ ভাৰতীয় জাতীয়তাবাদ তথা বিশ্বৰ ঘটনাপ্ৰবাহ সম্পৰ্কে উদ্দীপনাময় ভাষণ আদিয়ে দেশৰ নবীন প্ৰজন্মক আলোড়িত কৰি তুলিছিল। পাছে তাক কেন্দ্ৰ কৰি দেশজুৰি ছাত্ৰ আন্দোলন গঢ় লৈ উঠিবলৈ নৌপাওঁতেই অসমত জন্ম পাইছিল অসম ছাত্ৰ সন্মিলনে, গঢ় লৈছিল ছাত্ৰ আন্দোলনে।(৬০)

উল্লেখযোগ্য যে অসম ছাত্ৰ সন্মিলনৰ আগতে ভাৰতবৰ্ষত মাত্ৰ বিহাৰ ছাত্ৰ সন্মিলনখনহে গঠিত হৈছিল। অমিয় কুমাৰ দাসে লিখিছে যে অসম ছাত্ৰ সন্মিলনে বিহাৰ ছাত্ৰ সন্মিলনৰ পৰা প্ৰেৰণা পাইছিল।(৬১) সন্মিলনীৰ ইতিবৃত্তকাৰ মোহন চন্দ্ৰ মহন্তয়ো তেতিয়াৰ কলকাতাৰ বিহাৰী ছাত্ৰ সকলৰ মাজত বিহাৰ ছাত্ৰ সন্মিলনলৈ প্ৰতিনিধি পঠাবলৈ উথপ থপ লগা ঘটনাৰ পৰাই কলকাতাপ্ৰবাসী অসমীয়া ছাত্ৰ সকলেও প্ৰেৰণা লভি অসম ছাত্ৰ সন্মিলন জন্ম দিয়াৰ কথা উল্লেখ কৰিছে। Assamese Students Literary Club অৰ সদস্য সেইসকল অসমীয়া তৰুণে তেতিয়াৰ পৰাই প্ৰাদেশিক ছাত্ৰ সংগঠন এটা জন্ম দিয়াৰ কথা ভাবিবলৈ লয়।(৬২) আনহাতে অসম ছাত্ৰ সন্মিলনৰ সংবিধানখন পৰ্যন্ত বিহাৰ ছাত্ৰ সন্মিলনৰ আৰ্হিত প্ৰস্তুত বুলি জনা যায়।(৬৩)

আনহাতে ১৯১২ চনত গুৱাহাটীৰ কামাখ্যাত অনুষ্ঠিত উত্তৰবংগীয় সাহিত্য সন্মিলনৰ পৰাও অসমীয়া ছাত্ৰসকলে প্ৰেৰণা লভে। চন্দ্ৰনাথ শৰ্মা আৰু তেওঁৰ সহযোগী কেইজনমানেও অসমীয়াসকলৰ মাজত তেনে এটা সংগঠন খোলাৰ কথা ভাবি আছিল। তেনেতে ১৯১৫ চনত বৰ্দ্ধমানৰ মহাৰাজাৰ আমন্ত্ৰণক্ৰমে বৰ্দ্ধমানত বংগীয় সাহিত্য সন্মিলন অনুষ্ঠিত হয়। সেই সন্মিলনত উপস্থিত থকা চন্দ্ৰনাথ শৰ্মা, সৰ্বেশ্বৰ শৰ্মা কটকী, হৰমোহন দাস আদি অসমীয়া ডেকা সকলো অসমত তেনে এটা সংগঠন গঠনৰ বাবে প্ৰতিজ্ঞাবদ্ধ হয়। কটন কলেজৰ অধ্যাপক মহামহোপাধ্যায় পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদো বৰ্দ্ধমান সন্মিলনলৈ গৈছিল। তেওঁ অসমীয়া ছাত্ৰসকলক অসমলৈ ঘুৰি আহি তেনে এক সংগঠন গঠনৰ বাবে বাংলাভাষাতে কৈ উৎসাহিত কৰিছিল।(৬৪)

সেয়েহে অসম ছাত্ৰ সন্মিলনৰ প্ৰথমতে নাম আছিল 'অসমীয়া ছাত্ৰৰ সাহিত্য সন্মিলন'হে। পাছে সংগঠনটোৰ প্ৰতিষ্ঠা সন্মিলনতে সংগঠনটোৰ লক্ষ্য উদ্দেশ্য সম্পৰ্কে প্ৰবল বিতৰ্কৰ সূচনা হৈছিল। সিদ্ধান্ত লোৱা হৈছিল, ছাত্ৰসকলৰ কাম কাজ কেৱল সাহিত্যৰ ক্ষেত্ৰতে

---

৬০। **Landmarks of the Freedom struggle in Assam**, p.48.

৬১। **কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা**, পৃ-৩

৬২। আৰু ৬৩। **ভাৰণমালা**, পৃ- ২৭৭-২৭৯

৬৪। **ভাৰণমালা**, পৃ- ২৭৬

সীমাবদ্ধ নাৰাখিবলৈ। ইফালে চন্দ্ৰনাথ শৰ্মাই ১৯২০ চনৰ ২৫-২৬ ডিচেম্বৰত নাগপুৰত বহা সৰ্বভাৰতীয় মহাবিদ্যালয় ছাত্ৰ সন্মিলনতো উপস্থিত হৈছিলগৈ। সেই সন্মিলনে অসহযোগ আন্দোলনত যোগ দিবলৈ, আৰু চৰকাৰী তথা চৰকাৰী সাহায্যপ্ৰাপ্ত মহাবিদ্যালয়বিলাক জৰুৰী আৰু চৰ্ত বিহীনভাৱে বৰ্জনৰ আহবান জনাইছিল। নাগপুৰ সন্মিলনৰ প্ৰতিধ্বনি কটন কলেজৰ চৌহদতো আচাৰ খাই পৰিছিলহি। শ্ৰেণী বৰ্জনৰ সেই আহ্বানৰ অৱশ্যে ঘোৰতৰ বিৰোধিতা কৰিছিল তৰুণৰাম ফুকন, কুলধৰ চলিহা, নবীন চন্দ্ৰ বৰদলৈ আদিয়ে।(৬৫)

সৰ্বভাৰতীয় স্বাধীনতা আন্দোলনৰ প্ৰভাৱত আৰু সৰ্বভাৰতীয় ছাত্ৰ আন্দোলনৰ অগ্ৰদূতৰূপে গঢ় লৈ উঠিব খোজা অসমৰ ছাত্ৰ আন্দোলনৰ অন্তৰায়ৰূপে থিয় দিছিল এনেকৈয়ে জ্যেষ্ঠ এচামেই। উদাহৰণস্বৰূপে সন্মিলনৰ প্ৰথম অধিবেশনৰ সভাপতি সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই সংগঠনটোৰ 'ৰাজনৈতিকীকৰণ'ৰ বিৰোধিতা কৰি সভাপতিৰ অভিভাষণতে কৈ উঠিছিল ঃ

*সকলোৱে দেখিছে যে বংগদেশৰ স্কুল কলেজৰ কিছুমান ছাত্ৰৰ ভিতৰত ৰাজবিদ্ৰোহ, ডকাইতি, নৰহত্যা ইত্যাদি ভীষণ চিন্তা আৰু কাৰ্যই ঠাই লৈছে। ঈশ্বৰক ধন্যবাদ যে আমাৰ অসমত আমাৰ অসমীয়া ছাত্ৰ সকলৰ ভিতৰত সেই সৰ্বনশীয়া পাপ প্ৰৱেশ কৰা নাই।* (৬৬)

বেজবৰুৱাই ধৰ্মীয়, আধ্যাত্মিক শিক্ষাৰ ওপৰত জোৰ দিছিল। ধৰ্মৰ প্ৰতি তেওঁৰ এই অত্যুৎসাহৰ কাৰণ আছিল যেন তেন প্ৰকাৰেন ৰাজনীতিৰ সংস্পৰ্শ এৰাই চলা, যাতে ব্ৰিটিছ চৰকাৰৰ অপ্ৰিয়ভাজন হ'ব নালাগে। কোৱা বাহুল্য যে পৰাধীন এখন দেশত ৰাজনৈতিক স্বাধীনতা অবিহনে, ৰাজনৈতিক সংগ্ৰাম অবিহনে ভাষা সাহিত্যৰো উন্নতি অসম্ভৱ।

আমোদজনকভাৱে আন এজন ব্ৰিটিছ অনুগত বিশিষ্ট ব্যক্তি পদ্মনাথ গোহাঞি বৰুৱাই আকৌ সন্মিলনৰ ১৯১৮ চনৰ অধিবেশনত প্ৰদত্ত সভাপতিৰ অভিভাষণত ৰাজনীতি চৰ্চা কৰিব লাগেহে বুলি কৈছিল। অৱশ্যে ৰাজনীতি বোলোঁতে গোহাঞিবৰুৱাই ব্ৰিটিছানুগত্যৰ ৰাজনীতিহে বুজাইছিল। ৰাজনৈতিক বিদ্ৰোহক তেওঁ ডকাইতি আদি অপৰাধৰ লগতহে ৰিজাইছিল।(৬৭)

সন্মিলনৰ ১৯৩০ চনৰ অধিবেশনৰ সভাপতি কৃষ্ণকান্ত সন্দিকৈয়ে শান্ত-সমাহিত কিন্তু দৃঢ়কণ্ঠেৰে কৈছিল ঃ

*পাৰিপাৰ্শ্বিক অৱস্থাৰ পৰা ছাত্ৰ সমাজ বিচ্ছিন্ন হৈ থাকিব নোৱাৰে। দেশত যিবিলাক ৰাজনৈতিক আৰু সামাজিক আন্দোলন হৈছে, তাৰপৰা কলেজৰ ছাত্ৰক একেবাৰে আঁতৰাই ৰাখিব নোৱাৰি। ৰাজনৈতিক আন্দোলনৰ ধুমধামত ছাত্ৰই সম্পূৰ্ণভাৱে যোগ দি অৱশ্যে পঢ়া শুনা কৰিব নোৱাৰে, কিন্তু আজিকালি ভাৰতৰ অনেক ঠাইত ছাত্ৰক আন্দোলনৰ অলপ সংশ্ৰৱত অহা দেখিলেই কৰ্তৃপক্ষ চক্ খাই উঠে আৰু অপমানজনক চৰ্তেৰে ছাত্ৰক বশ কৰিব খোজে। ইয়াৰ ফলত দুয়ো পক্ষৰ সংঘৰ্ষ অৱশ্যম্ভাৱী। শৃংখলাৰ নামত জাতীয় মৰ্যাদা আৰু আত্মসন্মান*

---

৬৫। Political History of Assam, Vol.II., p. 17.

৬৬। ভাষণমালা, পৃ- ১৫

৬৭। ঐ, পৃ- ৪৯

*ত্যাগ কৰা উচিত নহয়।*(৬৮)

সন্মিলনৰ অৰাজনৈতিকতাৰ তত্ত্ব অৱশ্যে স্বাধীনতা আন্দোলন তুংগত উঠাৰ লগে লগে ফুৎকাৰ উৰি যায়। উদাহৰণস্বৰূপে তৰুণৰাম ফুকনে ছাত্ৰৰ শ্ৰেণীবৰ্জনৰ বিৰোধিতা কৰিও একেটা ভাষণতে ক'ব লগা হয় যে ছাত্ৰ সকলে স্বাধীনতা আন্দোলনত যোগতো দিব লাগিবই, দৰকাৰ হ'লে তাৰ বাবে জীৱনো দিব লাগিব।(৬৯)

দুই পথৰ দ্বন্দ্ব পাছে অব্যাহত থাকিল। তৰুণৰাম ফুকন, ৰোহিণী চৌধুৰীহঁতে গুৱাহাটীৰ ছাত্ৰক ধৰ্মঘটৰ বিৰুদ্ধে বুজনি দিলে।(৭০) ফুকন, বৰদলৈ আৰু কুলধৰ চলিহা আনকি আইন অমান্য আন্দোলনৰ সময়তো নিমাতে থাকিল। আসাম এচ'চিয়েশ্যনৰ নেতৃত্বৰ বিপৰীতে গৈয়েই ছাত্ৰ সন্মিলনে চন্দ্ৰনাথ শৰ্মাৰ নেতৃত্বত শ্ৰেণীবৰ্জন আন্দোলন সফল কৰিলে। এই কথা লিখিছে স্বয়ং ত্যাগবীৰ হেম বৰুৱাই।(৭১)

আসাম এচ'চিয়েশ্যনৰ নেতৃবৃন্দৰ পৰা পোৱা তীব্ৰ বিৰোধিতাৰ বিষয়ে চন্দ্ৰনাথ শৰ্মাই নিজৰ দিনলিপিত এনেকৈ লিখি থৈ গৈছেঃ

*৩ জানুৱাৰী(১৯২১) সোমবাৰ ঃ ৩ বজাৰ পৰা কাৰ্জন হলত ছাত্ৰসকলক লৈ বিৰাট সভা (তৰুণৰাম) ফুকনৰ চেঁচাপানী ঢলা বাক্যবাণ। গৌৰী তালুকদাৰ আৰু নিধিৰাম দাসৰ নিৰুৎসাহকাৰী বক্তৃতা।*

*৪ জানুৱাৰী (১৯২১) মংগলবাৰ ঃ আকৌ ছাত্ৰসকলকলৈ সভা কৰোঁ। প্ৰায় ৬০-৭০ জন ছাত্ৰই কলেজ এৰিব খোজে। কিন্তু (নবীনচন্দ্ৰ) বৰদলৈ আহি পাই ভয়ানক ভয় খুৱাই নিৰুৎসাহ কৰি দিয়াত ১০-১১ জনেহে এৰিলে।*(৭২)

জ্যেষ্ঠ কনিষ্ঠৰ এই যুঁজখন প্ৰকৃততে আছিল আদৰ্শৰ যুঁজ, ব্ৰিটিছানুগত্যৰ বিৰুদ্ধে বিদ্ৰোহৰ যুঁজ। দেশপ্ৰেমৰ ওপৰত জ্যেষ্ঠসকলৰ একচেতিয়া অধিকাৰক প্ৰত্যাহবান জনাই চন্দ্ৰনাথ শৰ্মাই কৈ উঠিছিল ঃ কেৱল জ্যেষ্ঠসকলৰহে মাতৃপূজাৰ অধিকাৰ আছে, ভদ্ৰলোকসকলহে দেশপ্ৰেমিক হ'ব পাৰে, ডেকাসকলৰ, ছাত্ৰসকলৰ তেনে অধিকাৰ নাই, সেইকথাত তেওঁ দুখিত।

এয়া নিঃসন্দেহে সংৰক্ষণশীলতাৰ বিৰুদ্ধে বিদ্ৰোহী যুৱকণ্ঠ। অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ বাবেই এই সংঘাতৰ মীমাংসা জৰুৰী আছিল। চন্দ্ৰনাথৰ দৰে ডেকাহঁতৰ অবিৰাম বুজনি আৰু প্ৰচণ্ড হেঁচাতহে বৰদলৈ, ফুকন আদিয়ে স্বাধীনতা আন্দোলনৰ ধামখুমীয়াত ভৰি দিয়েহি। মন কৰিবলগীয়া যে নবীন চন্দ্ৰ বৰদলৈয়ে প্ৰথম বিশ্বযুদ্ধৰ সময়ত 'বেংগল লাইট হৰ্চ' বাহিনীত ভৰ্তি হৈছিল, তেওঁৰ নিজৰ ভাষাতে,*'to defend my home and die fighting for the glorious British Empire'*(৭৩) বৰদলৈৰ পিতৃ মাধৱচন্দ্ৰই ১৮৯৩-

---

৬৮। ঐ, পৃষ্ঠা

৬৯। *অসম ছাত্ৰ সন্মিলনৰ সভাপতিৰ অভিভাষণ*ঃ **তৰুণৰাম ফুকন ৰচনাৱলী**, পৃ- ১২৭-৮

৭০। **অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস**, পৃ- ১৭৬

৭১। ঐ, পৃ- ১৭০

৭২। **কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা**, পৃ- ২১৬

৭৩। **Planter Raj to Swaraj**, p. 117.

৯৪ চনৰ ৰাইজমেলবোৰ ব্ৰিটিছৰ বিশ্বস্ত বিষয়াৰূপে দমন কৰিবলৈ গৈ কুখ্যাতি আৰ্জিছিল। এইজন ৰায়বাহাদুৰ মাধৱচন্দ্ৰই ৰয়েল অ'পিয়াম কমিশ্যনৰ সমুখত কানিৰ সপক্ষে সাক্ষ্য দিছিল। তেনে এটা পটভূমিৰ পৰা অহা নবীনচন্দ্ৰক স্বাধীনতা আন্দোলনৰ পক্ষে জয় কৰি অনাটো মুখৰ কথা নাছিল।

ছাত্ৰ সন্মিলনৰ হেঁচাতে একে অভিজাত পটভূমিৰ পৰা অহা তৰুণৰাম ফুকনেও মত আৰু পক্ষ সলাবলৈ বাধ্য হৈছিল। বৰদলৈ-চলিহা-ফুকনৰ দৰে প্ৰবীণ অভিজাত সকলৰ ওপৰত হেঁচা প্ৰয়োগতে ক্ষান্ত নাথাকি চন্দ্ৰনাথ শৰ্মা-অমিয়কুমাৰ দাস-হেমচন্দ্ৰ বৰুৱা আদিৰে গঠিত ছাত্ৰ সন্মিলনৰ নেতৃত্বই এজাক বিদ্ৰোহী তৰুণৰ জন্ম দিছিল। তেওঁলোকৰ ভিতৰত আছিল লক্ষ্মীধৰ শৰ্মা, ৰোহিণীকান্ত হাতীবৰুৱা, বিমলাকান্ত বৰুৱা, বেণুধৰ শৰ্মা, সুৰেশ চন্দ্ৰ ভট্টাচাৰ্য, কেদাৰ নাথ গোস্বামী, শ্ৰীমান প্ৰফুল্ল গোস্বামী, বিশ্বদেৱ শৰ্মা, সৰ্বেশ্বৰ বৰচেতিয়া, হৰকান্ত দাস, কনক চেতিয়া, কামালুদ্দিন আহমদ, তিলক শৰ্মা আদি।

এইছোৱা সময়ত অসমীয়া মধ্যশ্ৰেণীক স্পৰ্শ কৰা মন্থৰ হ'লেও বিপ্লৱী বতাহজাকৰ উমান পাব পাৰি এই খিনি কথাৰ পৰাই ঃ অসম ছাত্ৰ সন্মিলনৰ ১৯১৭ চনৰ যোৰহাট অধিবেশনৰ বাবে ঠাই দিছিল ব্ৰিটিছ চৰকাৰে।[৭৪] সেই অধিবেশনত অসম উপত্যকাৰ ব্ৰিটিছ আয়ুক্ত কৰ্ণেল গৰ্ডন চাহাবে সভাপতিত্ব কৰি অসমীয়া ছাত্ৰসকলক অসমীয়া চাহ মালিকসকলৰ আৰ্হি ল'বলৈ আহবান জনায়।[৭৫] তাৰ জৰিয়তে তেওঁ এই বাণী বিলাব বিচাৰিছিল যে ব্ৰিটিছ সাম্ৰাজ্যবাদ বহতীয়া পুঁজিবাদৰ বিৰোধী নহয়। সেই সময়ত অসমীয়া মধ্যশ্ৰেণীও তেনে বাণী শুনিবলৈ উদগ্ৰীৱ হৈ আছিল। ছাত্ৰ সন্মিলনৰ ১৯১৯ চনৰতেজপুৰ অধিবেশনত 'স্বদেশী হোৱা, স্বদেশী কিনা'ৰ আহ্বান আহিলেও জালিয়ানৱালাবাগৰ জঘন্য গণহত্যাকাণ্ড আৰু কুখ্যাত ৰাওলাৎ আইনৰ বিৰোধিতা ই কৰিব পৰা নাছিল। তাৰ পৰা এক দশক মানৰ পাছত ১৯৩০ চনৰ গুৱাহাটী অধিবেশনত, অমিয় কুমাৰ দাসৰ সভাপতিত্বতহে ই কানিংহাম চাৰ্কুলাৰৰ বিৰোধিতা কৰি, শ্ৰেণী বৰ্জনৰ সিদ্ধান্ত ল'ব পাৰিছিল।

অধ্যাপক হুমায়ুন কবীৰৰ সভাপতিত্বত অনুষ্ঠিত সন্মিলনৰ ১৯৩৯ চনৰ অধিবেশনত সংগঠনটোৰ কৰ্মসূচী-সংবিধান মৌলিক ভাৱে সলনি কৰি ইয়াক 'অল ইণ্ডিয়া ষ্টুডেন্টচ্ ফেডাৰেশ্যন'ৰ অন্তৰ্ভুক্ত কৰি লোৱা হয়। এই সংগঠনটো আছিল চি পি আই দলৰ ছাত্ৰ শাখা। দুৰ্ভাগ্যক্ৰমে চি পি আই মাৰ্কা আন্তৰ্জাতিকতাবাদৰ প্ৰকোপত অচিৰেই ছাত্ৰ সন্মিলনৰ অসমীয়া জাতীয় চৰিত্ৰৰ অৱলুপ্তি ঘটিল; আনহে নালাগে চি পি আইৰ ৰাজনৈতিক সুবিধাবাদৰ বলিশালত ভাৰতীয় জাতীয়তাবাদো বলি গ'ল।

পৰৱৰ্তীকালত 'ঐতিহাসিক ভুল' বুলি বৰ্ণিত এক পদক্ষেপ যোগে চিপি আই দলে হঠাৎ দ্বিতীয় বিশ্বযুদ্ধত ব্ৰিটিছক সমৰ্থন জনাবলৈ ধৰে। অথচ ইমানদিনে ই ব্ৰিটিছৰ বিৰোধিতা কৰি আছিল। ড° অমলেন্দু গুহই লিখিছে যে (১৯৪১ চনৰ) আগষ্টৰ আন্দোলনটোক চি পি আয়ে বিৰোধিতা কৰি যুক্তি দৰ্শায় যে যিহেতু আন্তৰ্জাতিক শ্ৰমিক শ্ৰেণী আন্দোলনৰ অগ্ৰণী

---

৭৪। হেৰম্বপ্ৰসাদ বৰুৱা স্মৃতিগ্ৰন্থত কৃষ্ণকান্ত সন্দিকৈৰ প্ৰবন্ধ, পৃ- ৪২

৭৫। ভাষণমালা, পৃ-৩১

শক্তি চোভিয়েট সমাজতান্ত্রিক ৰাষ্ট্র ১৯৪১ চনৰ ২২ জুনৰ পৰা আক্ৰান্ত হৈছে, সেয়েহে সাম্ৰাজ্যবাদী যুদ্ধখন জনযুদ্ধত পৰিণত হৈছে। সেয়েহে ভাৰতীয় জনগণৰ কৰ্তব্য হৈছে চোভিয়েটৰ বন্ধু ব্রিটিছৰ বিৰুদ্ধে সংগ্রাম পৰিত্যাগ কৰা।[৭৬] চি পি আইৰ দৃষ্টিভংগীৰ এই পৰিবৰ্তনৰ পুৰস্কাৰ স্বৰূপে ব্রিটিছেও দলটোৰ ওপৰত ১৯৪২ চনৰ জুলাইৰ পৰা নিষেধাজ্ঞা তুলি ল'লে।

বৃহৎ ভাৰতীয় তথা অসমীয়া জাতীয়তাবাদক জলাঞ্জলি দি 'আন্তৰ্জাতিকতা'ক সাবটি ল'বলৈ যোৱাৰ ফলত অসম ছাত্ৰ সন্মিলন বাৰুকৈ ক্ষতিগ্ৰস্ত হ'ল। ১৯৪২ চনৰ মে' মাহত ই দুটা ভাগত বিভক্ত হ'ল আৰু ইয়াৰ পূৰ্বৰ তেজ-মেজাজ হেৰুৱাই পেলালে। দিক্‌ভ্ৰান্ত, দিশহাৰা এই গোট দুটাৰ এটা কংগ্ৰেছৰ আৰু আনটো চি পি আইৰ দলীয় সংগঠনলৈ পৰ্যবসিত হ'ল।

তথাপিও সংগঠনটোৰ তিনি দশক জোৰা ইতিহাস গুৰুত্ববিহীন নহয়। এই গ্ৰন্থৰ ষষ্ঠ অধ্যায়ত জাতীয় সংস্কৃতিৰ নিৰ্মাণৰ সম্পৰ্কে আলোচনা কৰোঁতে আমি দেখুৱাম কেনেকৈ অসম ছাত্ৰ সন্মিলনে বীৰ পূজাৰ এক ধাৰাৰ সূচনা কৰিছিল আৰু তাৰ পৰিণতি কেনে হৈছিল। ইয়াত মাথো ইমানকে কৈ ৰাখোঁ যে বীৰ পূজাৰ সেই ঐতিহ্য অসমীয়া মধ্যশ্ৰেণীৰ এক সচেতন শ্ৰেণীগত সিদ্ধান্ত আছিল, যাৰ ৰূপায়ন হৈছিল ছাত্ৰ সন্মিলনৰ মাধ্যমেৰে। অসমীয়া জাতিৰ সমুখত এনেকৈয়ে ই ডাঙি ধৰিছিল অনুকৰণীয় আৰ্হি। ই নিৰ্মাণ অথবা পুনৰনিৰ্মাণ কৰিছিল ইতিহাসো। ই প্ৰক্ষেপণ কৰা বহু জনগোষ্ঠীয়, ধৰ্মনিৰপেক্ষ তাৰকামণ্ডলীয়ে অসমীয়াৰ জাতীয় জীৱন পোহৰাই তুলিছিল, ক্ষিপ্ৰতৰ হৈছিল জাতি গঠন প্ৰক্ৰিয়া।

সেইবোৰ আলোচনা পাছলৈ থৈ আমি ইয়াত মাত্ৰ প্ৰাসংগিক তথ্য এটা উল্লেখ কৰিব বিচাৰিছোঁ। সেয়া হ'ল লাচিত, চিলাৰায় আৰু জয়মতীৰ বীৰ পূজাৰ সিদ্ধান্তটো আদিতে গ্ৰহণ কৰা হৈছিল সন্মিলনৰ ১৯২৩ চনৰ অধিবেশনত। সেই অধিবেশনতে অপ্ৰকাশিত অসমীয়া গীত, পদ, সাঁথৰ আদি সংগ্ৰহ আৰু প্ৰকাশ কৰিবলৈও সিদ্ধান্ত লোৱা হৈছিল। লক্ষ্যণীয়ভাৱে ছাত্ৰ সন্মিলনৰ বাছনিত উঠা বীৰ-বীৰাংগনা সকলৰ ভিতৰত মণিৰাম-পিয়লিৰ দৰে ব্ৰিটিছ-বিৰোধী বীৰ শ্বহীদসকল নাছিল। এই কথা আঙুলিয়াই দিছে ড° প্ৰফুল্ল মহন্তই। অৱশ্যে'২৩ চনৰ উক্ত সিদ্ধান্তৰ পাছৰ বছৰতে সন্মিলনৰ ১৯২৪ চনৰ অধিবেশনৰ স্মৃতিগ্ৰন্থত বেণুধৰ শৰ্মাই লিখা 'সাতাৱন ছাল' শীৰ্ষক প্ৰবন্ধত মণিৰাম দেৱানক সোঁৱৰা হৈছিল। আৰু ১৯৩১ চনৰ পৰা ৰাজ্যজুৰি মণিৰাম দেৱানৰ তিথিও পালন হ'বলৈ ধৰিছিল। এইছোৱা সময়তে ছাত্ৰ সন্মিলনৰ বিপ্লৱীকৰণৰ প্ৰক্ৰিয়াও ক্ষিপ্ৰ হৈছিল।

স্বাধীনতা আন্দোলনে জাতি-বৰ্ণ-ধৰ্ম আদিৰ ক্ষেত্ৰত প্ৰচলিত সামাজিক সংকীৰ্ণতা শিথিল কৰাৰ ক্ষেত্ৰত উল্লেখযোগ্য অৱদান আগবঢ়াইছিল। সন্মিলনৰ সভাপতিসকলৰ তালিকাতো সেই উদাৰ মনৰ প্ৰতিফলন ঘটিছে। সন্মিলনৰ প্ৰথম চৌদ্ধজন সভাপতিৰ ভিতৰত কেইজনমান ব্ৰিটিছ আছিল। তেওঁলোকক বাদ দিলে বাকীসকলৰ ভিতৰত এজন আছিল মাৰাঠী (ড° ডি. আৰ. ভাণ্ডাৰকাৰ), এজন বাঙালী (আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰয়), এজন উড়িয়া (চাৰ দেৱপ্ৰসাদ সৰ্বাধিকাৰী) আৰু দুজন খাচী (ৰেভাৰেণ্ড জেমচ্ জয়মোহন নিকলচ্ ৰয়

৭৬। Planter Raj to Swaraj, p. 277.

আৰু আৰ. আৰ. থমাচ)। কলকাতা বিশ্ববিদ্যালয়ৰ অধ্যাপক চালাউদ্দিন খোদাবক্স আৰু অধ্যাপক হুমায়ুন কবীৰেও বিভিন্ন সময়ত সন্মিলনৰ সভাপতিৰ আসন শুৱাইছিল। ১৯১৬-১৯২৯ চনৰ পৰ্যায়টোৰ ছজন অসমীয়া সভাপতিৰ ভিতৰত দুজন আছিল আহোম, বাকীকিজন বৰ্ণহিন্দু। মন কৰিবলগীয়া যে আন এক অসমীয়া জাতীয় সংগঠন, অসম সাহিত্য সভাৰ সভাপতিসকলৰ জনগোষ্ঠীগত বিন্যাসৰ লগত ছাত্ৰ সন্মিলনৰ সভাপতিসকলৰ জনগাঁথনিগত বিন্যাসৰ প্ৰভূত পাৰ্থক্য আছিল। (সাহিত্য সভা সংক্ৰান্তীয় অধ্যায়ত আমি দেখুৱাইছোঁ যে সভাৰ ৬৪ জন সভাপতিৰ ভিতৰত এজন বড়ো, তিনিজন আহোম, তিনিজন মুছলীম আৰু এজন অনুসূচিত জাতিৰ লোকৰ বিপৰীতে ৭৫% আছিল অসমীয়া বৰ্ণহিন্দু। অভিবাসী-মুছলীম বা ঝাড়খণ্ডী আদিবাসী নাছিলেই।) তাৰ বিপৰীতে অসম ছাত্ৰ সন্মিলনৰ উদাৰ দৃষ্টিভংগী জাতিগঠনৰ বাবেও অধিক সহায়ক আছিল।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰতিস্থাপক উপাচাৰ্য কৃষ্ণকান্ত সন্দিকৈ আছিল অসম ছাত্ৰ সন্মিলনৰো অন্যতম সভাপতি। এটা অতি অভিজাত চাহ মালিক পৰিয়ালৰ পৰা অহা সত্বেও, অথবা তেওঁ নিজে অসমৰ এজন শীৰ্ষস্থানীয়া বিদ্বান হোৱা সত্বেও, আৰু তেওঁৰ পিতৃ অসমৰ জাতীয় জীৱনলৈ ভালেকিটা মহত্বপূৰ্ণ দান দিওঁতা হ'লেও সন্দিকৈয়ে যেনেকৈ তেওঁৰ শিক্ষকৰ জাতিগত আক্ৰমণৰ পৰা হাত সাৰিব পৰা নাছিল বুলি শুনা যায়, [৭৭] ঠিক তেনেকৈ তেওঁৰ দেউতাক দানবীৰ ৰাধাকান্ত সন্দিকৈয়েও সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ বক্ৰোক্তিৰ পৰা হাত সাৰিব পৰা নাছিল।[৭৮] বোধহয় সেইবোৰ কাৰকেও সন্দিকৈক সন্মিলনৰ সভাপতিৰ ভাষণত জাত পাতৰ বিপক্ষে এনেকৈ ক'বলৈ উদগাইছিল : *ভণ্ডামিৰ ওপৰত কোনো ৰাষ্ট্ৰ জীৱন প্ৰতিষ্ঠিত হ'ব নোৱাৰে। ইয়াৰ বাহিৰেও বৰ্তমান জাতি-বিদ্বেষৰ পৰা ভাৰতবৰ্ষৰ কিমান আৰ্থিক হানি হৈছে আপোনালোকে ভাবি চাব।*[৭৯]

সন্দিকৈয়ে ভাৰতৰ বৰ্ণাশ্ৰম প্ৰথাৰো বিৰোধিতা কৰিছিল।

অসম ছাত্ৰ সন্মিলনৰ সপ্তদশ অধিবেশনৰ সভাপতি গড়মূৰৰ সত্ৰাধিকাৰ পীতাম্বৰ দেৱগোস্বামীক অধিবেশনথলীলৈ আগবঢ়াই নিয়া হৈছিল কৈৱৰ্ত সম্প্ৰদায়ৰ এযোৱা গায়ন-বায়নেৰে। এয়া নিশ্চয় চন্দ্ৰনাথ-লক্ষ্মীধৰৰ উদাৰ দৃষ্টিভংগীৰে ধাৰাবাহিকতা। উদাৰ গণতন্ত্ৰী পীতাম্বৰ দেৱ গোস্বামীয়েও সভাপতিৰ অভিভাষণতে ভাৰতৰ পৰাধীনতাৰ প্ৰধান কাৰণ হিচাপে ব্ৰাহ্মণ্যবাদক চিনাক্ত কৰিছিল। হিন্দু ছাত্ৰসকলক জাতি বৰ্ণ আচৰণ কৰাৰ বাবে সমালোচনা কৰি তেওঁ যুৱসমাজক সমাজ সংস্কাৰ আন্দোলনৰ নেতৃত্ব বহন কৰাৰ বাবে আহ্বান জনাইছিল। অসমীয়া জাতিৰ অনৈক্যৰ বাবে ব্ৰাহ্মণসকলক দায়ী কৰি তেওঁ কৈছিল যে সিসকলে সমাজৰ স্বাৰ্থক অবহেলা কৰিছে। তেওঁ ছাত্ৰসকলক বিলাসিতা পৰিত্যাগ কৰি, বিলাতী আঁতৰ, বিলাতী পোছাক আদিৰ মোহ এৰি পৰিশ্ৰমী হ'বলৈ আৰু মাক-দেউতাকৰ শ্ৰমৰ মৰ্যাদা দিবলৈ আহ্বান জনাইছিল। ছাত্ৰসকলক হিন্দু / মুছলীম বুলি বেলেগ বেলেগ ছাত্ৰাবাসত ৰখাৰ বিৰোধিতা

---

৭৭। আব্দুছ ছাত্তাৰ : কৃষ্ণকান্ত সন্দিকৈ

৭৮। এই গ্ৰন্থৰ সাহিত্য সভা অধ্যায় চাওক

৭৯। ভাষণমালা, পৃ- ২৩৯

কৰা সত্ৰাধিকাৰজনে জাতি-বৰ্ণবাদ আৰু অস্পৃশ্যতাৰ বিৰুদ্ধেও বক্তব্য আগবঢ়াইছিল।[৮০]

মন কৰিবলগীয়া যে অসমত সেই সময়ত ভাষিক উগ্ৰজাতীয়তাবাদৰ প্ৰাধান্য চলি থকা সত্ত্বেও অসম ছাত্ৰ সন্মিলনৰ মঞ্চত বাঙালী বিদ্বেষৰ প্ৰাধান্য দেখা নগৈছিল। পদ্মনাথ গোহাঞি বৰুৱাৰ সভাপতিৰ অভিভাষণত 'শত্ৰু'ৰ কবলৰ পৰা (শত্ৰু বোলোঁতে বাঙালী কেৰাণী-মহৰীৰ কথাই বুজোৱা হৈছিল) অসমীয়া ভাষাক ৰচোৱাৰ কথা কোৱা হ'লেও সন্মিলন অসমীয়া-বাঙালী ঐক্যৰ প্ৰতীকহে হৈ উঠিছিল।

ড. অমলেন্দু গুহই অসম ছাত্ৰ সন্মিলনে আন কথাৰ লগতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভাষিক-আঞ্চলিক সত্তাৰ সন্ধান আৰু নিম্নতৰ পৰ্যায়ত বাঙালীৰ বদলি অসমীয়াৰ দ্বাৰা শাসিত হোৱাৰ আকাংক্ষ্যাৰ প্ৰতিনিধিত্ব কৰিছিল বুলি কৈছে।[৮১] ভাষিক সত্তাৰ এই সন্ধানেই চন্দ্ৰনাথ শৰ্মাক শিকাইছিল সাহিত্যকো জাতীয় আন্দোলনৰ অংশৰূপে গণ্য কৰিবলৈ। অসমীয়া ভাষা-সাহিত্যৰ সৰ্বাত্মক বিকাশৰ বাবে নিষ্ঠাৰে কাম কৰা সময়তো চন্দ্ৰনাথৰ্হঁত কিন্তু বাঙালী বিদ্বেষত উদ্বাউল হোৱা নাছিল। অথচ ভাষিক জাতীয়তাবাদ তেওঁলোকৰো কোনোগুণে কম নাছিল। সেয়েহে তেওঁলোকৰ উদাৰ দৃষ্টিভংগীয়ে আচাৰ্য প্ৰফুল্ল চন্দ্ৰ ৰয়ৰ দৰে ব্যক্তিকো আকৰ্ষিত কৰিব পাৰিছিল। অসম ছাত্ৰ সন্মিলনৰ ১৯১৯ চনৰ অভিবেশনৰ সভাপতিৰূপে দিয়া এক ঐতিহাসিক ভাষণত আচাৰ্য ৰয়ে কয় ঃ

*It should naturally thrill your hearts with pride that the great apostles of Vaisnavism in Assam, namely Shankardeva and his worthy disciple Madhavdeva both being Kayasthas who preceded Chaitanya, wrote their classical works in verse at a time when Bengali had not produced a Kirtivasa or a Kashiram Dasa, nor a prose literature worth the name. The prose Gita of Bhattadeva composed in the sixteenth century is unique of its kind. Since I penned these lines, I had an opportunity of coming across an excellent edition of this book* **(Katha Gita)**, *which we owe to the patriotism and scholarship of Pandit Hemachandra Goswami.* ***It is an invaluable treasure. Assamese prose literature developed to a stage in the far distant sixteenth century which no other literature of the world reached except the writings of Hooker and Latimer of England***

সেইসময়ত অসমত তোলপাৰ লগোৱা অসমীয়া-বাঙালী বিৰোধৰ বিষয়ে কবলৈ গৈ আচাৰ্য ৰয়ে মন্তব্য দিছিল ঃ

***There has been a cotroversy for long about the independence and identity of Assamese language. This is ex-***

---

৮০। V.Venkat Rao · **A Century of Government and Politics in N.E. India**, Vol V

৮১। **Planter Raj to Swaraj**, p 335.

***tremely foolish. This is due , I hold, to the provincial patriotism and national conceit of the Bengalees living in Assam. Assamese literature developed to a standard in the sixteenth century which the Bengalee literature had reached only in the time of Iswar Chandra and Bankim Chandra***"[৮২] কোনো অসমীয়া পণ্ডিতে যদি বাংলা সাহিত্যইহে অসমীয়াৰ পৰা ধাৰ কৰিছে বুলি ন-দি কয়, তেন্তে সেই দাবী প্ৰত্যাখ্যান কৰা কঠিন হ'ব বুলি স্বীকাৰ কৰি আচাৰ্য ৰয়ে কয় যে তেওঁৰ সেই স্থিতি কেৱল বাঙালীসকলৰ এজন প্ৰতিনিধি হিচাপেই নহয়, বংগ সাহিত্য সম্মেলনৰ প্ৰাক্তন সভাপতি হিচাপেও।

আচাৰ্য ৰয়ৰ মৰ্যাদাৰ এজন অগ্ৰগণী বাঙালীৰ, (যি আছিল এজন বিশিষ্ট বিজ্ঞানীও) এই স্থিতিয়ে অসমীয়া ভাষা সাহিত্যক যথাযোগ্য স্বীকৃতি দিছিল। বাঙালী উগ্ৰজাতীয়তাবাদৰ বিৰুদ্ধে তেওঁৰ কঠোৰ স্থিতিয়ে এহাতে অসমীয়া বাঙালী ঐক্যক সুদৃঢ় কৰিছিল আৰু আনহাতে অসমীয়া জাতি গঠন প্ৰক্ৰিয়াকো সহায় কৰিছিল। অৱশ্যে অসম সাহিত্য সভাৰ দৰে অনুষ্ঠানৰ উগ্ৰজাতীয়তাবাদে তেনে প্ৰক্ৰিয়াত আঘাত হানি গৈছিল। যি কি নহওক আচাৰ্য ৰয়ক নিমন্ত্ৰণ কৰাৰ বাবে লোৱা অসম ছাত্ৰ সন্মিলনৰ সঠিক সিদ্ধান্তৰ পৰিণতিও সদৰ্থক দিশতে।

মন কৰিবলগীয়া যে অসমীয়া-বাঙালী ঐক্যত জোৰ দিয়াৰ সমান্তৰালভাৱে আচাৰ্য ৰয়ে মাৰোৱাৰী শোষণকাৰীহঁতৰ বিৰুদ্ধেও ক্ষোভ উগাৰিছিল। তেওঁ সোঁৱৰাই দিছিল যে ১৮৩৫ চনতেই মাৰোৱাৰী সকলে শদিয়া পৰ্যন্ত গৈ বেহা-বেপাৰত জড়িত হৈছিলগৈ। মাৰোৱাৰীয়ে অসমৰ আমদানি-ৰপ্তানি সকলো ব্যৱসায়ৰ ওপৰত একচেতিয়া আধিপত্য প্ৰতিস্থা কৰাৰ বিপৰীতে অসমীয়া যুৱকসকলে হা-হুতাশ কাঢ়ি কেৰাণী-মহৰীৰ চাকৰিৰ আশাতে দিন কটাব লগা হোৱাত দুখ প্ৰকাশ কৰি আচাৰ্য জনে কয় যে বাঙালীসকলৰ অৱস্থাও তথৈবচ।[৮৩] সংযোগবশতেই হওক বা আন কিবা কাকতালীয়ভাৱেই হওক, এইছোৱা সময়তে অসমীয়া বিপ্লৱী যুৱ-নেতা চন্দ্ৰনাথ শৰ্মাও মাৰোৱাৰী ব্যৱসায়ীসকলৰ ওপৰত বিৰক্ত আৰু ক্ষুব্ধ হৈ উঠিছিল। তেওঁৰ ব্যক্তিগত দিনপঞ্জীত তেওঁ লিখা কথাএষাৰৰ পৰাই শৰ্মাৰ মনোভাৱ ফুটি উঠে ঃ ২৮ জুন, ১৯২১ তাৰিখে সমগ্ৰ দিন স্বাধীনতা আন্দোলনৰ পুঁজিলৈ দান-বৰঙণি সংগ্ৰহৰ বাবে ওলাই কেএগ্ৰা মাৰোৱাৰীৰ ব্যৱহাৰত গভীৰ আঘাত পোৱাৰ কথা তেওঁ উল্লেখ কৰিছে।[৮৪]

অসম ছাত্ৰ সন্মিলনৰ ডিব্ৰুগড় অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আলোক চন্দ্ৰ ৰাজখোৱাই তেওঁৰ অভিভাষণতো (১৯২৬) উল্লেখ কৰিছিল কেনেকৈ মাৰোৱাৰী সুদখোৰ মহাজনৰ ধাৰৰ ফান্দত পৰি অসমীয়া খেতিয়কসকল সৰ্বস্বান্ত হ'ব লগা হৈছে। এই মহাশোষণৰ পৰা মাতৃভূমিক মুক্ত কৰাৰ বাবে তেওঁ ছাত্ৰসমাজক মুকলি আহ্বান জনাইছিল। [৮৫]

---

৮২। **ভাষণমালা**, পৃ-৬২-৬৩
৮৩। **ঐ**, পৃ-৬০
৮৪। **কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা**, পৃ- ২৪৫-৪৬
৮৫। **ভাষণমালা**, পৃ-২৭১

তাৰ ঠিক বিপৰীতে অসম সাহিত্য সভা, অসম সংৰক্ষণী সভা আদি আন এলানি 'জাতীয়' সংগঠনৰ নেতা নীলমণি ফুকনে মাৰোৱাৰীৰ পক্ষে, কিন্তু বাঙালীৰ বিপক্ষে থিয় দিছিল। তেওঁৰ উগ্ৰজাতিদাম্ভিক কায়দাত ফুকনে ঘোষণা কৰিছিল যে অসমীয়াৰ মাৰোৱাৰীৰ লগত কোনো সংঘাত নাই। অসমীয়াক হঁহা শিক্ষিত বাঙালী ভাইসকলৰ বাহিৰে আন কোনো বহিৰাগতৰ লগত অসমীয়াই সংঘাতত লিপ্ত হ'ব নালাগে।[৮৬]

অসমীয়া-বাঙালী আৰু অসমীয়া-মাৰোৱাৰী সম্পৰ্কৰ বিষয়ত এই দুই ভিন্ মতামতে অসমীয়া জাতীয়তাবাদী শিবিৰৰ ভিতৰৰ মতপাৰ্থক্যকে সূচায়। এই সংপৃক্ত-সম্পৰ্কবোৰ সাধাৰণীকৰণ কৰিব খুজিলে দেখা যায় যে ব্ৰিটিছৰ প্ৰতি যি বেছি অনুগত, সি মাৰোৱাৰী স্বাৰ্থৰ প্ৰতিও সিমানে দৰদী, অথচ বাঙালীৰ সিমানে বিৰোধী। তাৰ বিপৰীতে সাম্ৰাজ্যবাদ বিৰোধী অসমীয়াই উগ্ৰজাতীয়তাবাদী বাঙালী বিৰোধিতাৰ পৰা সচেতনভাৱে আঁতৰি আছিল। কিন্তু ব্ৰিটিছ সহযোগী মাৰোৱাৰীসকলৰ প্ৰতি তেওঁলোকৰ খং লুকাই থকা নাছিল। উল্লেখযোগ্য যে মাৰোৱাৰীসকলৰ মাজত ব্ৰিটিছানুগত্য তথা সহযোগিতাৰ দৃষ্টান্ত আছিল বেছিয়েই।

অসম ছাত্ৰ সন্মিলনৰ ১৯২১ চনৰ গুৱাহাটী অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি দৈৱ চন্দ্ৰ তালুকদাৰে তেওঁৰ ভাষণত কৈছিল যে প্ৰকৃত জাতীয়তাবাদত হিংসা, ঈৰ্ষা, বিদ্বেষ আৰু সংকীৰ্ণতাৰ কোনো স্থান নাই। জাতীয়তাবাদৰ লগতে আন্তৰ্জাতিকতাবাদৰ সমন্বয় সাধন কৰাৰ প্ৰচেষ্টাৰে তেওঁ নিজৰ স্বকীয় বৈশিষ্ট্য বাহাল ৰাখি বিশ্বৰ বিকাশৰ বাবেও কাম কৰি যাবলৈ আহ্বান জনাইছিল।[৮৭] সেইদৰে ছাত্ৰ সন্মিলনৰ ১৯২৩ চনৰ নগাওঁ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি তথা মুক্তিযোদ্ধা (পাছলৈ কংগ্ৰেছী মন্ত্ৰী) মতিৰাম বৰাই তেওঁৰ ভাষণত আন্তঃৰাজ্যিক প্ৰব্ৰজনৰ বিষয়টো উত্থাপন কৰে। ১৯২৬ চনৰ ডিব্ৰুগড় অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আলোকচন্দ্ৰ ৰাজখোৱায়ো তেনে প্ৰব্ৰজনৰ বিৰোধিতা কৰিছিল। এনেবোৰ বিষয়ে যে সন্মিলনৰ নেতৃবৃন্দক উদ্বিগ্ন কৰি ৰাখিছিল, সেয়া স্পষ্ট। ভাষাৰ প্ৰশ্নতো আছিল প্ৰচুৰ উদ্বিগ্নতা। ডিব্ৰুগড় অধিবেশনৰ পঞ্চম প্ৰস্তাৱত মানৰ আক্ৰমণৰ সময়ত পলাই গৈ শিলচৰৰ ওচৰত বাস কৰা অসমীয়া মানুহখিনিক অসমীয়া ভাষাতে শিক্ষা দিয়াৰ দাবী কৰা হৈছিল। ষষ্ঠ প্ৰস্তাৱটোত আকৌ মণিপুৰৰ মহাৰজা, খাচী নেতৃবৃন্দ আৰু অসম সাহিত্য সভাক মণিপুৰ আৰু খাচী পাহাৰত অসমীয়া প্ৰবৰ্তন কৰাৰ আহ্বান জনোৱা হৈছিল। তেনে কৰিবলৈ গৈ পাহাৰত অসমীয়াৰ বিৰুদ্ধে হ'ব পৰা ক্ষোভৰ সম্পৰ্কে সন্মিলনৰ নেতৃবন্দ সজাগ নাছিল যেন লাগে।

অৱশ্যে সন্মিলনৰ কেন্দ্ৰীয় সমিতিত চুবুৰীয়া ৰাজ্য কিখনৰ, বিশেষকৈ মণিপুৰৰ ছাত্ৰ প্ৰতিনিধিক অন্তৰ্ভুক্ত কৰি লোৱাৰ প্ৰচেষ্টা চলোৱা হৈছিল। সেয়া অৱশ্যে হৈ উঠাগৈ নাছিল। পাছলৈ মণিপুৰ ৰাজ্য ছাত্ৰ সন্মিলন আৰু শ্বিলং ছাত্ৰ সন্মিলন তথা অসম ছাত্ৰ সন্মিলনক চামিল কৰি All Assam Students Confederation গঢ়ি তোলা হৈছিল, য'ত বাঁওপন্থী ছাত্ৰসকলৰ উদ্যোগেই আছিল বেছি। তদুপৰি ১৯২৬ চনৰ অধিবেশনত খাচী নেতা

৮৬। দৈনিক বাতৰিৰ সম্পাদকীয়, ২২-১১-১৯৩৫।
৮৭। ভাষণমালা, পৃ- ২৬৫-৬৬

ৰেভাৰেণ্ড জেমচ জয় মোহন নিকলচ ৰয়ক সভাপতিৰ সন্মান যচা হৈছিল; ১৯২৭ চনৰ অধিবেশনত গোৱা হৈছিল খাচী সমবেত সংগীত। নিকলচ ৰয়ক চিনাকি কৰি দিওঁতে কোৱা হৈছিল যে তেওঁ বহিৰাগত নহয়; বৰং এজন সন্মানিত অসমীয়া। অসমীয়াৰ উন্নতিৰ হকে, বিশেষকৈ কানি নিবাৰণৰ হকে নিকলচ ৰয়ৰ ভূমিকা অবিহনে অসমীয়া জাতি নিশ্চিহ্ন হ'লহেঁতেন বুলি জনজাতীয় নেতাজনক ৰাজহুৱা স্বীকৃতি দিয়া হৈছিল সেই দিনা।(৮৮) এনেবোৰ সৎপ্ৰচেষ্টাৰ প্ৰতিক্ৰিয়াও সদৰ্থক হৈছিল।

ইয়াত আমি চন্দ্ৰনাথ- লক্ষ্মীধৰৰ জাতি-বৰ্ণবাদ বিৰোধী উদাৰ সামাজিক নীতিৰ সম্পৰ্কে বিতংকৈ আলচ কৰিব নোখোজোঁ। কাৰণ আসাম এচ'চিয়েশ্যন সংক্ৰান্তত সেই বিষয়ে আমি ইতিমধ্যে দেখুৱাইছোঁ। সেই উদাৰ নীতিৰ পৰা অসমীয়া জাতি গঠন প্ৰক্ৰিয়াই কেনেকৈ বল পাইছিল সেইসম্পৰ্কে চন্দ্ৰনাথ শৰ্মাৰ নিজা দিনলিপিৰ পৰা দুটামান উদাহৰণহে মাথো দি থ'ব খোজোঁ। যথা ঃ ... *২০/২/১৯২১ ত মাছখোৱা পথাৰত ৫০০০ জনৰ সভা ... ধুবী, নাপিত, মুচী, ঝাডুদাৰ আদিয়ে মদ-কানি এৰিবলৈ প্ৰতিজ্ঞা কৰে .... ২২/২/১৯২১ ঃ ২,৫০০ মানুহৰ জনসভাত ঝাড়ুদাৰ, মুচী, চমাৰ আদিয়ে মদ এৰে, দোকানীয়ে চিগাৰেট জ্বলাই দিয়ে .... ২৭/২/১৯২১ ঃ অসমীয়া-বঙালী মুখীয়ালসকলৰ উপস্থিতিত সভা ... ২৮/২/১৯২১ ঃ ৪,০০০ মানুহৰ সভা, য'ত ৭৫ বছৰীয়া বাঙালী বৃদ্ধ এজনেও যোগ দিয়ে ...১৫/৩/১৯২১ ঃ বিশ্বনাথ চাৰিআলিত অসমীয়া, বাঙালী নেপালী মিলি ১৫০০ ৰ সমাবেশ ..... কানি/ভাং এৰাৰ প্ৰতিজ্ঞা ...... ১৮/৩/১৯২১ ঃ ভোগৰাম মণ্ডল আৰু বিহালীৰ মৌজাদাৰৰ প্ৰচেষ্টা মটক ল'ৰা এটাৰে একেলগে খোৱা বাবে আমাৰ সকলোকে প্ৰায়শ্চিত্ত কৰাব খোজে .....*(শৰ্মাৰ জাতি-বৰ্ণবাদ বিৰোধী ভাষণ)*.....ৰাংচালী মটক গাঁৱত ৰাত্ৰিযাপন.....নেপালী গুৱালৰ মাজত প্ৰচাৰ....সুত সম্প্ৰদায়ৰ দুখৰ ভু..ব্ৰহ্মাজান মিচিং গাঁৱত...চেঙেলীজানৰ কুলীসকলক চাহাবে বলেৰে ধৰি নিয়াৰ দুখজনক বতৰা.....বঙালী-কছাৰী গাঁৱত ভূমুকি।*(৮৯)

ব্যক্তিগত দিনলিপিৰ পাতে পাতে সিঁচৰিত এই দৰদী কথাবোৰেই ফুটাই তোলে দলিত-মথিতজনৰ প্ৰতি এক আন্তৰিক বেথা; যি সংহত কৰে জাতিগঠন প্ৰক্ৰিয়াটোকে। প্ৰশস্ততৰ হয় জাতীয় পিৰামিডটোৰ ভেটি, উচ্চতৰ হয় চূড়া। ১৯১৭ চনত চন্দ্ৰনাথ শৰ্মাই আৰম্ভণি কৰা 'দুখীয়া ছাত্ৰৰ পুঁজি'ৰ দৰে প্ৰচেষ্টাই আকৌ দৰিদ্ৰ-মেধাবী সকলকো আগবঢ়াই অনাত ব্ৰতী হয়।

অসম ছাত্ৰ সন্মিলনে জাতি গঠনৰ আন এটা দিশতো গুৰুত্ব দিয়া দেখা যায়, যিটো আনবোৰ 'জাতীয়' সংগঠনে অৱহেলা কৰিছিল, সেইটো হ'ল নাৰী শিক্ষাৰ প্ৰসংগ। সন্মিলনৰ ১৯২১ চনৰ অধিবেশনৰ সভাপতি অধ্যাপক আৰ. আৰ. থমাচে পুৰুষ আৰু নাৰীৰ কামৰ পৃথকীকৰণ কৰিও কৈছিল যে পৰ্দাই যদি নাৰীক স্বাভাবিক আনন্দৰ পৰা বঞ্চিত কৰে, তেনেহ'লে সি অপকাৰী। পৰ্দাই যেতিয়া শিক্ষাক বাধা দিয়ে, দেহ আৰু মন পৰশাৰ পৰা বায়ু আৰু পোহৰক বাধা দিয়ে, তেনেহ'লে সি অপকাৰী শিকলী।(৯০)

৮৮। ভাষণমালা, পৃ- ২৬৯
৮৯। কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা, পৃ- ২১৬-২৪৮
৯০। ভাষণমালা,পৃ- ৯৯

অধ্যাপক থমাচৰ সেয়া অকলশৰীয়া অনুভূতি নাছিল। অসম ছাত্ৰ সন্মিলনৰ ১৯১৮ চনৰ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি অমিয় কুমাৰ দাসেও নিজৰ ভাষণত নাৰী-শিক্ষাৰ প্ৰশ্নটো উত্থাপন কৰিছিল। নাৰী শিক্ষাৰ শোচনীয় দশাত লজ্জিত আৰু ক্ষুব্ধ অনুভৱ কৰি তেওঁ কৈছিল ১৮৮১ চনত প্ৰতি এহেজাৰ গৰাকী নাৰীৰ এগৰাকীয়েহে নিজৰ নামটো চহী কৰিব পাৰিছিল। এক দশক পাছত তেনে নাৰীৰ সংখ্যা হ'লগৈ হেজাৰত মাত্ৰ দুগৰাকী। তাৰ পাছৰ দশকত নিজৰ নাম স্বাক্ষৰকাৰী নাৰীৰ সংখ্যা হেজাৰত মাত্ৰ চাৰিলৈ বৃদ্ধি পায় (১৯০১)। আৰু এক দশকৰ পাছত, ১৯১১ চনতো দেখা গ'ল তেনে নাৰী অসমত মাত্ৰ ০.০৬% হে। দাসে এই অৱস্থাৰ পৰিবৰ্তন কামনা কৰিছিল। [৯১]

ছাত্ৰ সন্মিলনৰ সভাপতি - সম্পাদক পদত কোনো নাৰীক দেখা নগ'লেও, অথবা ইয়াৰ ১৯২৭ চনৰ অধিবেশনত প্ৰতিনিধিৰ মাত্ৰ ২.৫৫% হে (১২০ জনৰ ভিতৰত মুঠেই ৩ গৰাকী) নাৰী হ'লেও, নাৰী শিক্ষাৰ হকে নতুন চিন্তাৰ প্ৰভাৱ বাঢ়িবলৈ ল'লে। ইয়াৰ ১৯২৬ চনৰ অধিবেশনত ডিব্ৰুগড়ৰ বেৰীহোৱাইট মেডিকেল স্কুলত অসমীয়া ছাত্ৰীক অন্তৰ্ভুক্তিৰ বাবে অসম মেডিকেল ব'ৰ্ডৰ ওচৰত দাবী জনাই প্ৰস্তাৱ লোৱা হয়। এনেবোৰ পদক্ষেপে জাতিটোৰ আধাখিনি জনসংখ্যা বিশিষ্ট নাৰীৰ শিক্ষাত বৰঙণি যোগায়। নাৰী শিক্ষাৰ বাহিৰেও কানি-নিবাৰণী, ক'লাজ্বৰ আৰু মেলেৰীয়া নিৰ্মূলকৰণ, সাক্ষৰতা অভিযান আদিতো ছাত্ৰ সন্মিলনে ভাগ লৈছিল। কোৱা বাহুল্য যে দুখ-দাৰিদ্ৰ, ৰোগ আৰু ভোকত জৰ্জৰিত সৰ্বসাধাৰণৰ কল্যাণৰ হকে হাতে কামে নলগাকৈ জাতি-গঠন কৰিব নোৱাৰি।

সেইদৰে ১৯২৮ চনৰ অসম ছাত্ৰ সন্মিলনৰ গোলাঘাট অধিবেশনে অসমত বিশ্ববিদ্যালয় স্থাপনৰ দাবী তোলে। সন্মিলনৰ মুখপত্ৰ **মিলনৰ** সপ্তম বছৰ, দ্বিতীয় সংখ্যাত প্ৰকাশ পাইছিল কেনেকৈ তেজপুৰ অধিবেশনতো এই দাবীয়ে প্ৰবল উৎসাহ উদ্দীপনাৰ সঞ্চাৰ কৰিছিল। আলোচনীখনৰ সপ্তম বছৰ তৃতীয় সংখ্যাত **মিলনৰ** সহ-সম্পাদক হৰেন্দ্ৰনাথ শৰ্মাই লিখা 'অসমত বিশ্ববিদ্যালয়' নামৰ প্ৰবন্ধতো সোঁৱৰা হৈছিল কেনেকৈ ১৯১৭ চনত ফণীধৰ চলিহাই অসম বিধান পৰিষদত বিশ্ববিদ্যালয় স্থাপনৰ প্ৰস্তাৱ উত্থাপন কৰাৰ দিনজুৰি অসমত এই দাবী জনপ্ৰিয় হৈ পৰিছে। **আসাম বিলাসিনীৰ** ১৭-০৩-১৯২১ সংখ্যাত প্ৰকাশিত 'জাতীয় বিশ্ববিদ্যালয়ৰ আঁচনি' শীৰ্ষক প্ৰবন্ধত চন্দ্ৰনাথ শৰ্মাই তেনে বিশ্ববিদ্যালয়ৰ এক পৰিকল্পনা ডাঙি ধৰে। এই আঁচনিয়ে বিশ্ববিদ্যালয় আন্দোলনক এক মূৰ্ত ৰূপ প্ৰদান কৰে।

আমি ইতিমধ্যে দেখুৱাই আহিছোঁ কেনেকৈ **মিলন**, তথা অসম ছাত্ৰ সন্মিলনে স্বাধীন ব্যৱসায়-বাণিজ্যক উৎসাহিত কৰিছিল। থলুৱা উদ্যোগ আৰু বৈজ্ঞানিক কৃষিৰ বিকাশৰ বাবে তৎপৰতা দেখুৱাইছিল **মিলনে**। **মিলন** আৰু ছাত্ৰ সন্মিলন দুয়ো আছিল স্পষ্টভাৱে মাৰোৱাৰী বনিয়া-বিৰোধী। আনকি মাৰোৱাৰী-বিৰোধী এক অসমীয়া-বাঙালী ঐক্যৰ সপোন তেওঁলোকে দেখিছিল। **মিলনৰ** পাতে-পাতে ফুটি উঠিছিল জ্ঞান-বিজ্ঞানৰ প্ৰতি অদম্য স্পৃহা, প্ৰগতিৰ নতুন দিগন্ত অভিমুখী অবিৰত যাত্ৰা। অসম ছাত্ৰ সন্মিলন সেয়ে কেৱল ৰাজনৈতিক অগ্ৰদূতেই নাছিল, আছিল উজ্জ্বল-প্ৰোজ্জ্বল আলোকবৰ্তিকাও।

৯১। **ভাষণমালা**,পৃ-২৫৯

## সংৰক্ষিণী সভা আৰু জাতীয় মহাসভা ঃ উগ্ৰজাতীয়তাৰ জয়ধ্বজা

যদি অসম ছাত্ৰ সন্মিলনক বহু পৰিমাণে আৰু আসাম এচ'চিয়েশ্যনক কিছুপৰিমাণে অসমীয়া জাতীয়তাবাদৰ উদাৰ মুখ বুলি ক'ব পাৰি, তেনেহ'লে অসমীয়া সংৰক্ষিণী সভা আৰু অসম জাতীয় মহাসভাক তাৰ কুঞ্চিত উগ্ৰজাতীয়তাবাদী মুখখন বুলি ক'বই লাগিব। এই দুই অনুষ্ঠান, আৰু সিবিলাকৰ মুখপত্ৰ ক্ৰমে **চেতনা** আৰু **ডেকা অসম**, তথা সিবিলাকৰ সহযোগী, নীলমণি ফুকন সম্পাদিত দৈনিক বাতৰি মিলি অসমীয়া জাতীয়তাবাদৰ এক পৃথক ধাৰা গঢ়ি তুলিছিল, যাৰ ৰণধ্বনি আছিল 'অসম অসমীয়া'ৰ।

আসাম এচ'চিয়েশ্যন প্ৰকৃতাৰ্থত নিষ্ক্ৰিয় হৈ যোৱাৰ বিপৰীতে ১৯২৬ চনত অম্বিকাগিৰী ৰায়চৌধুৰীৰ নেতৃত্বত গঠন হয় সংৰক্ষিণী সভা। সভাই অসমত ভূমিপুত্ৰসকলৰ অধিকাৰৰ পোষকতা কৰে। ই ভাৰতৰ স্বৰাজৰ ভিতৰত অসমৰ স্বৰাজৰ বাবেও জেগা বিচাৰে। সংৰক্ষিণী সভাই স্বাধীনতা সংগ্ৰামৰ মাজতো অসমীয়া ভাষা-সংস্কৃতিৰ স্বকীয় বৈশিষ্ট্য ৰক্ষাৰ হকে থিয় দিয়ে। 'অসমৰ স্বাৰ্থ-বিৰোধী' শক্তিসমূহ নিৰ্মূল কৰিবলৈও সভাই সঁকীয়নি শুনাইছিল। এই ক্ষেত্ৰত বিশিষ্ট ৰাজনীতি বিজ্ঞানী ড° গিৰিন ফুকনে এটা বৰ তাৎপৰ্যপূৰ্ণ কথালৈ আঙুলিয়াই দিছে। তেওঁ দেখুৱাইছে যে 'অসম অসমীয়াৰ' এই ধাৰণাটো গঢ় দিছিল ব্ৰিটিছ অসামৰিক সেৱাৰ বিষয়াবৰ্গই নিজে।[৯২] প্ৰসংগতঃ প্ৰনিধানযোগ্য যে সৰ্বজানিক সভা তথা আসাম এচ'চিয়েশ্যনৰ নেতা মাণিকচন্দ্ৰ বৰুৱাই অসম বিধান পৰিষদৰ মজিয়াত দিয়া এক ভাষণত খোলাকৈয়ে কৈছিল যে পূব বংগ আৰু অসমৰ লেফটেনান্ট গবৰ্ণৰ চাৰ বেম্পফিল্ড ফুলাৰে '*emphasized the principles of Assam for the Assamese by officially recording in unambiguous words exclusive rights of the children of the soil in the public services of their country.*'[৯৩] কিন্তু প্ৰশ্ন হৈছে অসমীয়াৰ প্ৰতি বেম্পফিল্ড চাহাবৰ অতনা দৰদৰ ৰহস্য কি? এই বিষয়ে ড° অমলেন্দু গুহই এক বিশ্বাসযোগ্য ব্যাখ্যা আগবঢ়াইছে।

এই পৰ্বৰ ঠিক আগতে বংগৰ বিভাজন ঘটোৱা হয়, যাৰ একমাত্ৰ উদ্দেশ্য আছিল তাৰ বিশাল স্বাধীনতা আন্দোলনক বিভক্ত আৰু দমন কৰা। এইবাৰ অসমক পূব বংগৰ স'তে জাপি দিয়া হ'ল। মাণিক চন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱাৰ দৰে অসমীয়া নেতৃবৃন্দই বংগ বিভাজনৰ আধাৰস্বৰূপ কাৰ্জন আঁচনিৰ প্ৰতি চৰ্তসাপেক্ষ সমৰ্থন আগবঢ়াইছিল। ড° গুহৰ মতে বেম্পফিল্ড ফুলাৰৰ ভূমিকা আছিল বিভাজনকামী। ভ্ৰান্তিৰ বাবেই হওক বা ধূৰ্তালিৰ বাবেই হওক ফুলাৰে বিশ্বাস কৰিছিল যে ব্ৰহ্মপুত্ৰ উপত্যকাৰ মানুহে কোৱা ভাষাটো প্ৰকৃততে বাংলাৰ এক দোৱানহে। কিন্তু তেওঁৰ সময়ৰ আন বহু ব্ৰিটিছ চিভিল চাৰ্ভেন্টৰ দৰে তেঁৱো বাঙালী বাবুসকলক একাষৰীয়া

---

৯২। Assam's Attitude to Federalism, pp.4-5

৯৩। মাণিকচন্দ্ৰ বৰুৱা আৰু তেওঁৰ যুগ, পৃ- ১০৬ (১৯৭৭)

কৰি ভাৰতীয় জাতীয়তাবাদৰ গছজোপাত বাগি কুঠাৰ মাৰিব বিচাৰিছিল। অসমৰ চৰকাৰী চাকৰিত বাঙালীৰ আধিপত্য আৰু অসমীয়া ভাষাৰ শোচনীয় দশাই ফুলাৰ চাহাবৰ সেই আক্ৰমণক হাতিয়াৰ যোগালে।[৯৪] এনেকৈয়ে ফুলাৰ চাহাব হৈ পৰিল অসমীয়া স্বাৰ্থৰ মুখপাত্ৰ। ১৯০৩ চনৰ ১৭ নবেম্বৰত চৰকাৰে ঘোষণা কৰিলে যে চীফ কমিশ্যনাৰৰ আগতীয়া অনুমোদন অবিহনে অসমত অসমৰ বাসিন্দাকহে কেৱল চাকৰি দিয়া হ'ব। ড. গুহৰ মতে ফুলাৰে এহাতে অসমীয়াসকল আৰু আনহাতে বাঙালী মুছলীমসকলক বাঙালী-হিন্দুসকলৰ বিপক্ষে থিয় কৰালে।[৯৫] কোৱা বাহুল্য যে আন কেতবোৰ ব্ৰিটিছ চাহাবে একেসময়তে হয় বাঙালী হিন্দু, নহয় বাঙালী মুছলমানৰ সাম্প্ৰদায়িক স্বাৰ্থৰ পক্ষে থিয় দি পৰস্পৰৰ বিপক্ষে তেওঁলোকক থিয় কৰাইছিল।

এনেকৈয়ে এহাতে ব্ৰিটিছ সাম্ৰাজ্যবাদ আৰু আনহাতে সংকীৰ্ণ জাতীয়তাবাদৰ আন্তঃসম্পৰ্ক পোহৰলৈ আহে। এনে সংকীৰ্ণ জাতীয়তাবাদৰো অৱশ্যে এটা সুনিৰ্দিষ্ট সামাজিক ভিত্তি আছিল। অসমীয়া ঔপনিবেশিক মধ্যবিত্ত শ্ৰেণীৰ জন্ম হয় বাঙালী মধ্যবিত্তৰ জন্মৰ এক শতিকাৰো পাছতহে। পশ্চিমীয়া শিক্ষাত বাঙালী মধ্যবিত্ততকৈ এশবছৰ পাছপৰি থকা অসমীয়া মধ্যবিত্তই চাকৰি-বাকৰিৰ প্ৰতিযোগিতাতো হাৰি থাকে। ফলত সৃষ্টি হয় বাঙালী-বিৰোধিতাৰ, বিদ্বেষৰ, অৱশ্যেই ব্ৰিটিছ পৃষ্ঠপোষকতাত। একাংশ বাঙালীৰ উগ্ৰজাতিদাম্ভিক কাৰ্যকলাপ আৰু দৃষ্টিভংগীয়ে ইয়াত বৰঙণি যোগালে। আমোদজনকভাৱে লক্ষ্যণীয় যে বাঙালী মধ্যবিত্তৰ আগ্ৰাসী উগ্ৰজাতীয়তাবাদৰ আঁৰতো আছিল ব্ৰিটিছ সাম্ৰাজ্যবাদেই। এই সকলে অসমীয়াক কেৱল হেয় প্ৰতিপন্নই কৰা নাছিল, অসমীয়াক চৰকাৰী চাকৰিৰ চৌসীমাৰ পৰাও দূৰত ৰাখিবলৈ অহোপুৰুষাৰ্থ কৰিছিল।

এই পটভূমিত অসমীয়া সংৰক্ষিণী সভাই অসমত পমুৱাৰ সংস্থাপনৰ বিৰোধিতা কৰিছিল আৰু ইয়াক অসমীয়া জাতিসত্তা আৰু সংস্কৃতিৰ প্ৰতি ভাবুকি বুলি গণ্য কৰিছিল। সভাৰ সভাপতি অম্বিকাগিৰী ৰায়চৌধুৰীয়ে ১৯৩৭ চনত অসমলৈ অহা জৱাহৰলাল নেহৰুক দাখিল কৰা এক স্মাৰকপত্ৰত কোৱা হৈছিল যে নিজৰ ৰাজ্যত কটা-কটি মৰা-মৰি কৰা বাঙালী হিন্দু-মুছলমান অসমত ঐক্যবদ্ধ। এই ঐক্য জাতীয় স্বাধীনতাৰ বাবে নহয়, ব্ৰিটিছৰ সহযোগত বাঙালী ৰাজ্য প্ৰতিষ্ঠাৰ বাবেহে। ফলত অসমীয়াৰ সৈতে পমুৱাসকলৰ আত্মীকৰণত বাধা জন্মিছে বুলি কৈ স্মাৰকপত্ৰখনত এইটোও আঙুলিয়াই দিয়া হৈছিল যে আগতে অসমীয়া ভাষা গ্ৰহণ কৰিবলৈ আগবাঢ়ি অহা মৈমনচিঙীয়াসকলক পাছত বাংলা পঢ়িবলৈ বাধ্য কৰা হয়।

১৯৩৫ চনত যেতিয়া Assam Domiciled and Settlers' Association এ অসমৰ সামাজিক অৰ্থনৈতিক ক্ষেত্ৰবিলাকত বাঙালী ডমিচাইল্ড প্ৰবাসীসকলৰ সমমৰ্যাদা দাবী কৰিলে, তেতিয়া তাৰ বিৰুদ্ধে সৰৱ হৈ উঠিল অসমীয়া সংৰক্ষিণী সভা। ইয়াৰ নেতা নীলমণি ফুকনে বাঙালী হিন্দুসকলৰ দাম্ভিক মদগৰ্বীতাৰ বিৰুদ্ধে গৰজি উঠি ক'লে যে

৯৪। **Planter Raj to Swaraj**, p. 73.

৯৫। Ibid, p. 74.

থলুৱাসকলৰ লগত পমুৱাসকলে নিজৰ সাংস্কৃতিক সত্তাৰ সম্পূৰ্ণ বিলয় ঘটাব লাগিব। কোৱা বাহুল্য যে ফুকনৰ দৰে ৰায়চৌধুৰীয়েও বাঙালী হিন্দু-মুছলমানক পৃথক দৃষ্টিৰে চাইছিল। অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত বিভিন্ন সম্প্ৰদায়ৰ স্থান সম্পৰ্কে নীলমণি ফুকনৰ ধাৰণাটো নক্সাবদ্ধ কৰিলে এনেধৰণৰ হ'ব ঃ




কোৱাবাহুল্য এনে তল-ওপৰকৈ সজোৱা স্তৰবিন্যস্ত গাঁথনি এক গণতান্ত্ৰিক জাতিগঠন প্ৰক্ৰিয়াৰ পক্ষে অনুকূল নহয়। সংৰক্ষিণী সভাৰ তুলনামূলক পমুৱা-প্ৰীতিও অৱশ্যে বাহাল নাথাকিল। ১৯৩১ চনত ই পমুৱাৰ প্ৰব্ৰজনৰ বিৰুদ্ধে, আৰু তেনে প্ৰব্ৰজনে অসমৰ জনগাঁথনি তথা হিন্দু-মুছলীম ভাৰসাম্য নষ্ট কৰিছে বুলি স্থিতি ল'লে। এনে প্ৰব্ৰজন বাধা দিয়াৰ বাবেই অসমৰ পৰা চিলেটৰ পৃথকীকৰণৰ দাবীও ই তুলিলে।

সংৰক্ষিণী সভাই পমুৱা-থলুৱাৰ মাজত বিতৰ্কিত লাইন প্ৰথা বাহাল ৰখাৰ দাবী তোলাৰ বিপৰীতে পমুৱা মুছলমানসকলে সেই প্ৰথা বাতিলকৰণৰ দাবী তুলিছিল। মুছলীম মৌলানাৰ পৰা জংগী পমুৱা নেতাত পৰিণত হোৱা মৌলানা আব্দুল হামিদ খান ভাচানীয়ে লাইন প্ৰথাৰ বিৰুদ্ধে জোৰদাৰ আন্দোলন গঢ়ি তুলি ৰাজ্যখনৰ যিকোনো ঠাইত পমুৱাসকলৰ অবাধ গতি তথা বসতিৰ অধিকাৰ দাবী কৰিছিল।[৯৬] দুয়ো উপত্যকাৰ মুছলমানসকলে ব্ৰহ্মপুত্ৰ উপত্যকাৰ পমুৱা-বিৰোধী আন্দোলনটোৰ বিৰোধিতা কৰিছিল। ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰা নিৰ্বাচিত বিধান পৰিষদৰ সদস্য চায়িদুৰ ৰহমানে থলুৱাসকলৰ আপত্তিক আবেগিক আখ্যা দিছিল। ১৯২৭ চনৰ ২৩ জুলাইত বিধান পৰিষদত প্ৰদত্ত এক ভাষণত তেওঁ কৈছিল যে অসমীয়া মুছলমানসকলে সাধাৰণভাৱে পমুৱাসকলক আদৰণি জনায় আৰু আশা কৰে যে তেওঁলোক কালক্ৰমত অসমীয়াকৰণ হ'ব আৰু মুছলমান সকলৰ সংখ্যা বৃদ্ধি কৰিব। তেওঁলোক 'ডমিচাইল্ড' নহয়, আহোম আৰু কলিতাৰ দৰেই অসমীয়া হ'ব বুলিও ৰহমানে কয়।[৯৭] ১৯৩৬

৯৬। Bimal J. Dev & Dilip K. Lahiri : **Assam in the Days of Bhasani and League Politics** (Research paper) 1979.

৯৭। **Assam Legislative Council Proceedings**, Vol.7., 1927,p.1095.

চনৰ ১৬ মাৰ্চত বিধান পৰিষদত দিয়া এক ভাষণত নুৰুদ্দিন আহ্‌মদেও লাইন প্ৰথাৰ বিলুপ্তিৰ দাবী কৰি কয় যে ই পমুৱাসকলৰ অসমীয়া জাতিসত্তাৰ লগত চামিলকৰণত বাধা জন্মাইছে। নগাঁৱৰ অসমীয়া মুছলমান নেতা খানবাহাদুৰ নুৰুদ্দিন আহ্‌মদেও সংৰক্ষিণী সভাৰ সমুখত এক মৌলিক প্ৰশ্ন উত্থাপন কৰি কয়,

***My Hindu friends of Assam valley, in order to prevent them from falling into the hands of the Domiciled and Settlers' Association, have been telling the immigrants that they regard them as Assamese people. But it is no use calling them Assamese without giving them the status of Assamese.*** (৯৮)

এই বিতৰ্কিত লাইন প্ৰথাৰ ধাৰণা প্ৰথমতে উত্থাপিত হৈছিল ১৯১৬ চনত আৰু ১৯২০ চনত ইয়াক আইনীৰূপ দিয়া হৈছিল। ই বিপুল সংখ্যক পমুৱা মেহনতী মানুহক থলুৱা অসমীয়াসকলৰ পৰা বিচ্ছিন্ন কৰি ৰাখিছিল। অৱশ্যে এই সম্পৰ্কে ব্ৰিটিছৰ ব্যাখ্যা আছিল বেলেগ। অসমীয়া সকলক পমুৱা-প্ৰব্ৰজনৰ পৰা বচোৱাৰ বাবেহে এই প্ৰথা প্ৰবৰ্তন কৰা বুলি ব্ৰিটিছে কৈছিল। যি কি নহওক এই লাইনেই দুটা প্ৰধান সম্প্ৰদায়ৰ মাজত বিতৰ্ক আৰু বিৰোধৰ কেন্দ্ৰবিন্দু হৈ পৰিল। এই সংঘাতত কোন পক্ষ শুদ্ধ আছিল, কোন ভুল আছিল তালৈ নগৈ আমি মাথো ইয়াকে ক'ব খোজোঁ যে দুয়ো পক্ষই দুই পৃথক, আনকি পৰস্পৰবিৰোধী পথেৰে যাত্ৰা আৰম্ভ কৰিছিল। অসহিষ্ণুতা আৰু নৰাতংকৰ পৰিণতি ঘটিছিল ব্যাপক সাম্প্ৰদায়িক সংঘৰ্ষত, অপূৰণীয় ক্ষতি হৈছিল অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ।

এই সংঘাতৰ পম খেদিলে আমি সংৰক্ষিণী সভাৰ আত্মীকৰণৰ নীতিত উৰহী গছৰ ওৰ পাওঁগৈ। সংৰক্ষিণী সভা আৰু জাতীয় মহাসভা, দুয়োটাৰে প্ৰতিষ্ঠাপক অম্বিকাগিৰী ৰায়চৌধুৰীয়ে ডাঙিধৰা আঁচনিয়ে অসমীয়া জাতিগঠন প্ৰক্ৰিয়াক থিয়ৈ থিয়ৈ দুভাগ কৰাটো নিশ্চিত আছিল। ৰায়চৌধুৰীয়ে কৈছিল যে প্ৰতিটো জাতিয়ে নিজৰ গৃহভূমি বিচাৰে। বাঙালীয়ে বংগত থাকিব, অসমীয়া অসমত থাকিব। কোনো বঙালীয়ে অসমত ব্যৱসায় বা চাকৰিৰ বাবে আহিলেও তেওঁলোক ইয়াত আলহী হিচাপে থাকিব লাগিব, গৃহস্থ হ'ব নোৱাৰে। তেওঁলোক ইয়াত দ্বিতীয় শ্ৰেণীৰ নাগৰিক হিচাপে থাকিব লাগিব। বংগত উপভোগ কৰা অধিকাৰ তেওঁলোকে ইয়াত নাপায়। এই বিষয়ত কোনো আপোচ নহয়।(৯৯)

এনেকৈয়ে সংৰক্ষণী নেতৃত্বই অসমত দুই শ্ৰেণীৰ নাগৰিকত্বৰ পোষকতা কৰিছিল। ইয়াৰ দ্বাৰা বাঙালীসকলৰ উচ্চাভিলাষী মনোভাৱত ভাটা পৰিব বুলি আশা কৰা হৈছিল যদিও ফল বুমেৰাং হ'ল। বাঙালীসকলতো বাদেই জনজাতিসকলেও নিজৰ ভাষা-সংস্কৃতি জলাঞ্জলি দিবলৈ নাৰাজ হ'ল; 'দ্বিতীয়-শ্ৰেণীৰ নাগৰিকত্ব' বৰণ কৰি লোৱাটো দূৰৰ কথা।

৯৮। Assam Legislative Council Proceedings, (1936) Vol,16., p.340. as.cited in Planter Raj to Swaraj, p.210.

৯৯। অম্বিকাগিৰী ৰায়চৌধুৰী প্ৰসূত সদানন্দ চলিহাৰ প্ৰবন্ধ, পৃ- ১৪৯

কিন্তু তথাপিও সংৰক্ষিণী-নেতৃত্বই তেওঁলোকৰ সেই 'আত্মীকৰণ'ৰ নীতিৰ সম্ভাব্য প্ৰতিক্ৰিয়াৰ বিষয়ত সম্পূৰ্ণ উদাসীন হৈ থাকিল। ১৯৩৭ চনত জবাহৰলাল নেহৰুক দিয়া স্মাৰকপত্ৰত সভাই (১) ব্ৰিটিছৰ আমোলত বহিৰাগতৰ (সেয়া কিন্তু ব্ৰিটিছ নহয়;) শোষণ, (২) চিলেটৰ পৃথকীকৰণ, (৩) লাইন প্ৰথাই উৎসাহিত কৰা মৈমনচিঙীয়া প্ৰব্ৰজন আদি প্ৰশ্নবোৰ পুনৰ দোহাৰিলে।[১০০]

এই খিনিতে উল্লেখযোগ্য যে অসমীয়া সংৰক্ষিণী সভাই অসমীয়াকৰণ প্ৰক্ৰিয়া ত্বৰান্বিত কৰাৰ বাবে বেচৰকাৰী 'ডমিচাইল চাৰ্টিফিকেট' প্ৰদান কৰাৰো প্ৰস্তাব হৈছিল।[১০১] কিন্তু কোন অসমীয়া আৰু কোন অসমীয়া নহয়? সংৰক্ষিণী নেতা, ব্ৰিটিছ- তোষণকাৰী নীলমণি ফুকনে সংৰক্ষিণী সভাৰ ১৯৩২ চনৰ গুৱাহাটী অধিবেশনৰ সভাপতিৰ ভাষণত এই প্ৰশ্নৰ উত্তৰ দি কয় অসমীয়াক মাতৃভাষা বুলি গ্ৰহণ কৰা সকলহে কেৱল অসমীয়া। তেওঁ চুবুৰীয়া পাহাৰীয়া জনজাতিসকলে নিজা ভাষা পৰিত্যাগ কৰি অসমীয়া গ্ৰহণ কৰিব লাগে বুলিও দাবী জনায়। এক অদ্ভুত যুক্তি আগবঢ়াই তেওঁ কয় যে পাহাৰী এলেকা বিলাকৰ প্ৰশাসন যিহেতু অসমৰ পৰা পঠোৱা টকাৰে চলে এতেকে তেওঁলোকে অসমীয়া গ্ৰহণ কৰিব লাগে। হিন্দু মহাসভা বা হিন্দু মিশ্যনে (পাহাৰী জনজাতিসকলক) কেৱল হিন্দুলৈ ধৰ্মান্তৰিত কৰিলেই নহ'ব, তাত স্থায়ী ধৰ্মপ্ৰচাৰকো দিব লাগিব। নঙঠা জাতিৰ মাজত ভগৱানো নঙঠা হৈ পৰে। সেই কাৰণে সেইবোৰ জাতিক মানুহ কৰিব লাগিব। অৰ্থাৎ সংৰক্ষিণী সভাই সিবোৰক অসমীয়া কৰিব লাগিব।[১০২]

এনেকৈয়ে গঢ়ি তোলা হৈছিল এক উগ্ৰজাতীয়তাবাদী প্ৰচাৰধাৰা। প্ৰথমতে ফুকনে ফটোৱা জাৰি কৰিলে যে পাহাৰীয়া জনজাতিসকলে অসমীয়া গ্ৰহণ কৰিব লাগিব আৰু তেওঁলোকৰ মাতৃভাষা পৰিত্যাগ কৰিব লাগিব। তাৰপাছত তেওঁ সিসকলৰ মাজত হিন্দুধৰ্ম প্ৰচাৰৰ পোষকতা কৰিলে। তৃতীয়তে তেওঁ সিসকলক নঙঠা অসভ্য বুলি ক'বলৈ ধৃষ্টতা দেখুৱালে আৰু চতুৰ্থতে তেওঁ সিসকলক শিক্ষা দিয়াৰ কথা ক'লে *'যাতে তেওঁলোক অসমীয়া হ'ব পাৰে'* — (অসমীয়া হোৱাৰ শিক্ষা মানুহ হোৱাৰ শিক্ষাতকৈ বেলেগ তাৰমানে?) এনে নীতিৰ পৰিণতি সম্পৰ্কে আমি পৰবৰ্তী অসম সাহিত্য সভা সম্পৰ্কীয় অধ্যায়ত বিতংকৈ দেখুৱাম বাবে ইয়াত নবহলাওঁ। ফুকনৰ জনজাতি-বিৰোধী আৰু ব্ৰিটিছপন্থী মানসিকতাৰ প্ৰতিফলন আমি দেখোঁ যেতিয়া তেওঁ অদমনীয় পাহাৰী জনজাতিসকলক দমন কৰা বাবে সাধন ৰায়বাহাদুৰ, যাদৱ ৰায়বাহাদুৰ আৰু লাহমন পুলিচ অ'চিৰ ভূয়সী প্ৰশংসা কৰে।[১০৩] ১৯৩২ চনৰ অসমীয়া সংৰক্ষিণী সভাৰ বাৰ্ষিক অধিবেশনৰ সভাপতিৰ অভিভাষণত ৰাজহুৱাভাৱে কোৱা ফুকনৰ উক্ত কথাষাৰে অসমীয়া জাতিগঠন প্ৰক্ৰিয়াত কি মাৰ-ঘাত মাৰিছিল, সেয়া সহজেই অনুমেয়। আচৰিত হ'বলগা একো নাথাকে যেতিয়া এনে উগ্ৰজাতিদাম্ভিক কথা-

১০০। **AICC Papers**, File No. p.4/(1)/22, 1937, NMML as cited in the **Political History of Assam**, Vol.II., p.334.
১০১। **Planter Raj to Swaraj**, p. 213.
১০২। বাঁহী, ডিচেম্বৰ, ১৯৩২
১০৩। সংৰক্ষিণী সভাত ফুকনৰ বক্তৃতা, বাঁহী, জানুৱাৰী, ১৯৩৩

ৰতৰাৰ বাবেই ফুকনে শ্বিলঙত কেপ্টেইন উইলিয়ামচন চাংমাৰ ঘৰত এদল খণ্ডাল জনজাতি-নেতাৰ মুখামুখি হ'ব লগা লয়।[১০৪]

নীলমণি ফুকন কেবল উগ্ৰজাতিদাম্ভিকতাতে ক্ষান্ত থকা নাছিল; তেওঁ ধৰ্মীয় সাম্প্ৰদায়িকতাবাদবো আশ্ৰয় লৈছিল। তেওঁ হিন্দু মহাসভাৰে মুকলি আহ্বান জনাইছিল জনজাতিসকলৰ মাজত হিন্দু ধৰ্ম প্ৰচাৰৰ বাবে। তেওঁ আনকি এইবুলিও ঘোষণা কৰিছিল যে অসমীয়া মুছলমানে অ-হিন্দু আচৰণ কৰা নাই আৰু কৰিবও নোৱাৰে।[১০৫] ইয়াৰ অৰ্থ পৰিস্কাৰঃ অ-হিন্দু আচৰণক ইয়াত অনা-অসমীয়া, আনকি অসমীয়া-বিৰোধী আচৰণৰ লগত সমাৰ্থক কৰা হৈছে।

মন কৰিবলগীয়া যে একেসময়তে ফুকনে ব্ৰিটিছ সাম্ৰাজ্যবাদী শাসকৰ ওচৰত সম্পূৰ্ণ নিৰ্ভৰশীলতাৰ নীতি মানি চলিছিল। জনজাতি বিৰোধী, ধৰ্মান্ধ, উগ্ৰজাতিদাম্ভিক উক্ত অভিভাষণত একেই উশাহতে তেওঁ অসমীয়া জাতিক সংৰক্ষণ কৰিবলৈ ব্ৰিটিছ শাসকৰ ওচৰত সবিনয় নিবেদন জনাই কৈছিল যে চৰকাৰী পৃষ্ঠপোষকতা অবিহনে কোনো জাতিয়ে ইয়াৰ জাতীয় সত্তা বচাই ৰাখিব নোৱাৰে, এতেকে (ব্ৰিটিছ) চৰকাৰেও (অসমীয়া জাতিক বচাবলৈ)[১০৬] বলপ্ৰয়োগ কৰি অসমীয়া জাতি গঠন কৰি দিয়াৰ প্ৰস্তাৱ আগবঢ়াইছিল। এই প্ৰস্তাৱৰ লগত অম্বিকাগিৰীৰ ধাৰণাৰো সংগতি আছিল। সংৰক্ষিণী-দৰ্শনৰ ব্যাখ্যা আগবঢ়াই অম্বিকাগিৰীয়ে কৈছিল যে এজন মানুহৰ দেহৰ ভিন্ ভিন্ অংগবোৰৰ যেনেকৈ ভিন্ ভিন্ স্বাৰ্থ থকাটো অমংগলীয়া তেনেকৈ জাতিৰ ভিতৰত সংখ্যালঘুৰ ভিন্ন স্বাৰ্থ থকাটো বিপজ্জনক। সংৰক্ষিণী-দৰ্শনে জাতিৰ ভিতৰত কোনো সংখ্যালঘু অধিকাৰ মানি নলয় আৰু কোনো ডমিচাইল বা আন সম্প্ৰদায়ৰ অস্তিত্বও স্বীকাৰ নকৰে।[১০৭]

এনেকৈয়ে সংখ্যালঘুৰ অধিকাৰ মানি লোৱাটো দূৰৰে কথা, অসমীয়া জাতিসত্তাৰ ভিতৰত বিভিন্ন নৃগোষ্ঠীবোৰৰ অস্তিত্ব পৰ্যন্ত মানিবলৈ অস্বীকাৰ কৰি সংৰক্ষিণী নেতাসকলে প্ৰকৃততে এটা এক-ভাষিক, এক-সাংস্কৃতিক একাশ্ম জাতিৰ পোষকতা কৰিছিল। কিন্তু বৈচিত্ৰ্য-বৰ্জিত তেনে জাতি বাস্তৱত সম্ভৱ নাছিল। এইটো সঁচা যে জাতি গঠনৰ প্ৰক্ৰিয়াত বৈচিত্ৰ্য ক্ৰমাগত লয় পায়। কিন্তু সেইবুলি জোৰজবৰদস্তি কৰি অসহিষ্ণুতাৰে জাতি 'বনাব'লৈ গ'লে হিতে বিপৰীত হয়। সংৰক্ষিণী নেতৃবৃন্দই আনকি অসমীয়া জাতিক বিলুপ্তিৰ পৰা বচাবৰ বাবে ভাৰতৰ পৰা বিচ্ছিন্নতাৰ কথাও পৰোক্ষভাৱে উল্লেখ কৰিছিল।[১০৮] ভাষিক-আঞ্চলিক ভাবাবেগ থকা সত্ত্বেও অসমীয়া মানুহ অৱশ্যে ইমান দূৰলৈকে যাবলৈ সাজু নাছিল। সেয়েহে নিৰ্বাচনৰ বতৰত সংৰক্ষিণী নেতৃত্বই বাৰম্বাৰ বোন্দাথেকেচা খাইছিল।[১০৯] (নীলমণি ফুকনে

১০৪। ত্ৰৈলোক্যনাথ গোস্বামী ঃ অতীতৰ কথা, গুৱাহাটী, ১৯৯০

১০৫। সংৰক্ষণী সভাত ফুকনৰ বক্তৃতা, বাঁহী, জানুৱাৰী, ১৯৩৩

১০৬। ঐ,

১০৭। অম্বিকাগিৰী আৰু তেওঁৰ জীৱন দৰ্শন।

১০৮। *নেহৰুলৈ স্মাৰকপত্ৰ*, AICC Files p 4(1) - 1937 cited in Planter Raj to Swaraj, p 257

১০৯। ড° অমলেন্দু গুহ ঃ অসমৰ ইতিহাস ঃ অধ্যয়ন আৰু ৰচনা, পৃ-২৩

১৯২৩ চনৰ পৰা তিনিবাৰ প্ৰতিদ্বন্দ্বিতা কৰিও বিধান পৰিষদলৈ নিৰ্বাচিত হ'ব পৰা নাছিল।) অসমীয়া জাতিসত্তাৰ ন্যায্য আঞ্চলিক জাতীয় আশা-আকাংক্ষ্যাক এনেকৈ সংৰক্ষিণী সভাই উগ্ৰজাতীয়তাবাদ-বিচ্ছিন্নতাবাদলৈ অধঃপতিত কৰিছিল। এনে অধঃপতনৰ কাৰণ এহাতে আছিল ব্ৰিটিছানুগত্য আৰু কংগ্ৰেছী কূটনীতি আৰু আনহাতে আছিল ক্ৰমে অম্বিকাগিৰীৰ অন্ধ-আবেগ আৰু নীলমণিৰ সুবিধাবাদ।

অৱশ্যে সংৰক্ষিণী সভাৰ শীঘ্ৰে বিলয় ঘটিল; তাৰ ঠাই ল'লে অসম জাতীয় মহাসভাই। অৱশ্যে ৰাজনৈতিক মতাদৰ্শগত ভাবে ই আছিল সংৰক্ষণী সভাৰে ধাৰাবাহিকতা। মহাসভাই 'অসম অসমীয়াৰ বাবে' ধ্বনি দি চৰকাৰক অসমীয়াৰ স্বাৰ্থৰক্ষা আৰু অসমীয়াক চৰকাৰী ভাষাৰূপে মৰ্যাদা দিবৰ দাবী তুলিছিল। লাইন প্ৰথাৰ সপক্ষে, গ্ৰুপিঙৰ বিৰুদ্ধেও ই সৰব, আপোচহীন আছিল। বিশেষকৈ গ্ৰুপিং-বিৰোধী আন্দোলনৰ জৰিয়তেই মহাসভাই নিজকে সাব্যস্ত কৰিছিল। কোৱা বাহুল্য যে ১৯৪৬ চনৰ মাৰ্চ-জুন মাহত ব্ৰিটিছ কেবিনেটে ভাৰতলৈ পঠোৱা এটা মিশ্যন বা সঁজাতী দলে ভাৰতীয় সকলৈ ক্ষমতাৰ হস্তান্তৰ সম্পৰ্কে ব্যৱস্থাপনা কৰিছিলহি। এই সম্পৰ্কত ভাৰতীয়সকলৰ সৈতে ঐকমতত উপনীত হ'ব নোৱাৰি কেবিনেট মিশ্যনে নিজাৰবীয়াকৈ এক তিনি তৰপীয়া সংঘীয় চৰকাৰৰ আঁচনি ঘোষণা কৰিছিল। সেই গাঁথনিত কেন্দ্ৰীয় চৰকাৰৰ হাতত প্ৰতিৰক্ষা, বৈদেশিক পৰিক্ৰমা আৰু যোগাযোগ, মাত্ৰ এই তিনিটা বিভাগ থাকিব, বাকীবোৰ থাকিব প্ৰাদেশিক চৰকাৰবোৰৰ হাতত। প্ৰাদেশিক চৰকাৰবোৰক তিনিটা মণ্ডল বা 'গ্ৰুপ'ত ভগোৱা হৈছিল। সেই গ্ৰুপ-গঠনকে গ্ৰুপিং আঁচনি নামেৰে জনা যায়। কেন্দ্ৰ চৰকাৰৰ তলত, কিন্তু প্ৰাদেশিক চৰকাৰৰ ওপৰত গ্ৰুপ-পৰ্যায়তো এটা চৰকাৰৰ ব্যৱস্থা এই আঁচনিত আছিল। সেই অনুসৰি অসমক বংগৰ লগত সাঙুৰি দিব খোজা হৈছিল। গ্ৰুপ-চিৰ প্ৰস্তাবিত 'কনষ্টিটুৱেন্ট এচেম্বলী'ৰ গাঁথনি এনে হ'লহেঁতেন ঃ[১১০]

## তালিকা নং ১

| প্ৰদেশ | সাধাৰণ সদস্য | মুছলীম | মুঠ |
|---|---|---|---|
| বংগ | ২৭ | ৩৩ | ৬০ |
| অসম | ০৭ | ০৩ | ১০ |
| মুঠ | ৩৪ | ৩৬ | ৭০ |

সাধাৰণভাৱে সকলো অসমীয়া মানুহে, বিশেষকৈ অসমীয়া হিন্দুসকলে এই আঁচনিৰ বিৰুদ্ধে থিয় দিয়াৰ কাৰণ আছিলঃ (১) হিন্দু-মুছলীম নিৰ্বিশেষে অসমৰ সকলো সদস্য অসমীয়া হ'লেও 'কনষ্টিটুৱেন্ট এচেম্বলী'ৰ মুঠ সদস্যৰ ভিতৰত তেওঁলোক হ'ব মাত্ৰ ১৪.৫%ৰ সংখ্যালঘু; (২) এচেম্বলীত অসমীয়া হিন্দুৰ সংখ্যা হ'ব মাত্ৰ ১০%। এনে পৰিস্থিতিত অসমীয়া সকলে নগণ্য সংখ্যালঘুত পৰিণত হৈ বাংলাভাষীৰ সাগৰত জাহ যাব বুলি যুক্তিসংগত ভাৱেই আশংকা

১১০। **Planter Raj to Swaraj**, p. 310.

কৰিছিল। তেওঁলোকৰ ভাষা-সংস্কৃতি-অস্তিত্ব বিলুপ্তিৰ এই আশংকাক অমূলক বুলি উকৰাই দিয়া কঠিন। ইফালে ইয়াৰ লগত সাঙোৰ খাই আছিল চাকৰি-বাকৰিৰ প্ৰশ্নও। ফলত দপদপাই জ্বলি উঠিছিল অসমীয়া জাতীয়তাবাদৰ জুই, যি আনকি ভাৰতীয় জাতীয়তাবাদক সাময়িক ভাৱে হ'লেও তল পেলাই দিছিল।

এনেকৈয়ে অসমীয়াৰ নতুন বীৰৰ ভাওত অৱতীৰ্ণ হৈছিল অসম জাতীয় মহাসভা। পৰিস্থিতিৰ হেঁচা ইমানেই বেছি আছিল যে অচিৰেই ভাৰতীয় জাতীয় কংগ্ৰেছৰ গোপীনাথ বৰদলৈৰ নেতৃত্বাধীন অসম শাখা, আৰু আনকি ভাৰতৰ কমিউনিষ্ট পাৰ্টিৰ অসম শাখায়ো জাতীয় মহাসভাৰ লগত সুৰ মিলাই সৰৱ হৈ উঠিল। সদৌ অসম ছাত্ৰ সন্থাৰ নেতৃত্বই অসম কংগ্ৰেছলৈ এখন চিঠি লিখি কংগ্ৰেছৰ নিৰ্দেশানুসৰি কাম কৰিবলৈ আমৰণ অনশন কৰিব বুলি ঘোষণা কৰিছিল।[১১১] সেই একে সকামতে তেওঁলোকে কংগ্ৰেছী সঁজাতী দল এটাৰ লগ হৈ দিল্লীত গান্ধী, নেহৰু, পেটেল, আজাদ আদিক লগ কৰিলেগৈ।

কংগ্ৰেছ -জাতীয় মহাসভাৰ এই শঠা-মিতিৰালিৰ ফলত আটাইতকৈ লাভবান হ'ল কংগ্ৰেছ। ১৯৪৬ চনৰ জানুৱাৰীত চিলেটৰ পৃথকীকৰণক নিৰ্বাচনী দাবীৰূপে উত্থাপন কৰি কংগ্ৰেছে জাতীয় মহাসভাৰ নিৰ্বাচনী প্ৰচাৰৰ পালৰ বতাহ কাঢ়ি নিলে। জাতীয় মহাসভা তাতেই চেপেটা লাগিল। ই মাত্ৰ কংগ্ৰেছৰ ভিতৰৰে ' প্ৰেচাৰ-গ্ৰুপ' এটালৈ পৰ্যবসিত হ'ল। কংগ্ৰেছে প্ৰয়োজন সাপেক্ষে অম্বিকাগিৰীক মুছলীম লীগৰ বিপক্ষে বাৰুকৈ ব্যৱহাৰ কৰিলে।

সংৰক্ষিণী সভাৰ দৰেই অসম জাতীয় মহাসভায়ো বহিৰাগতৰ প্ৰব্ৰজন, আঞ্চলিক স্বায়ত্তশাসন, দ্বৈত নাগৰিকত্ব আদি প্ৰশ্নবোৰ উত্থাপন কৰিছিল। প্ৰব্ৰজন সম্পৰ্কে ইয়াৰ স্থিতিটো আছিল আমোদজনক কাৰণ ই সকলো শৰণাৰ্থীৰ অসমাগমনৰ বিৰোধিতা নকৰি কেৱল বাঙালীসকলৰহে বিৰোধিতা কৰিছিল। বংগৰ শৰণাৰ্থীৰ বিপৰীতে ই পাঞ্জাবৰ শৰণাৰ্থীক পছন্দ কৰিছিল।[১১২] একেদৰে, একে সুৰেৰে **The Assam Tribune** কাকতেও পাঞ্জাবৰ শৰণাৰ্থীসকলক অসমলৈ আদৰণি জনাইছিল। সেই কাকতত প্ৰকাশিত এটা প্ৰবন্ধত জনৈক শুকদেৱ গোস্বামীয়ে যুক্তি দৰ্শাইছিল যে অসম যিহেতু সীমান্ত প্ৰদেশ, সেইবাবে ইয়াত শিখ/পঞ্জাবীসকলৰ দৰে সাহসী জাতিৰ মানুহৰহে প্ৰয়োজন; কাৰণ তেনে মানুহেৰেহে এক আত্মৰক্ষী বাহিনী গঢ়ি তোলা সম্ভৱ।[১১৩]

কেৱল পাঞ্জাৱী আদৰণি/আমদানিতে ক্ষান্ত নহৈ একাংশ অসমীয়া নেতৃত্বই বিহাৰী হিন্দু সকলকো অসমত বহুৱাৰ প্ৰস্তাৱ কৰিছিল। এসময়ৰ ভাৰতৰ ৰাষ্ট্ৰপতি বাবু ৰাজেন্দ্ৰপ্ৰসাদে তেওঁৰ আত্ম জীৱনীত লিখিছেই : ***'I sounded the Assamese on the subject and how they welcomed it. .... Some thought it better to have the Hindus of Bihar than the Muslims of Mymensing'***[১১৪]

---

১১১। **Political History of Assam**, Vol.III., p. 353.

১১২। **কেন্দ্ৰীয় মন্ত্ৰী শ্ৰীপ্ৰকাশৰ ওচৰত জাতীয় মহাসভাৰ স্মাৰকপত্ৰ**, ৪-৭-১৯৫১

১১৩। **The Assam Tribune**, 27-05-1949.

১১৪। Rajendra prasad· **Autobiography**, p 259-60.

(গুৰুত্বপ্ৰদান আমাৰ) (এই বিষয়ে আমি এই গ্ৰন্থৰ সপ্তম অধ্যায়ত বিতংকৈ আলোচনা কৰিছোঁ।)

এই আশ্চৰ্যকৰ তথ্যবিলাকে অসমীয়া উগ্ৰজাতীয়তাবাদৰ এক অনালোকিত দিশলৈ আঙুলিয়াই দিয়ে; সেয়া হ'ল ই ধৰ্মীয় সাম্প্ৰদায়িকতাৰ পৰাও সম্পূৰ্ণ মুক্ত নাছিল। নহ'লে ই বাঙালী মুছলমান সকলক প্ৰতিৰোধ কৰিবলৈ পাঞ্জাবী শিখ আৰু বিহাৰী হিন্দুসকলৰ আমদানিৰ পোষকতা নকৰিলেহেঁতেন। অৱশ্যে এইটো এটা বিচ্ছিন্ন ঘটনা নাছিল। ব্ৰিটিছ ষড়যন্ত্ৰ আৰু তাৰ লগত কংগ্ৰেছৰ পৰোক্ষ সহযোগৰ ফলত সেই সময়ত দেশজুৰি সাম্প্ৰদায়িক পৰিস্থিতি সৃষ্টি হৈছিলেই।

অসম জাতীয় মহাসভাই অসমৰ বাবে স্বায়ত্তশাসন, আৰু আনকি সাৰ্বভৌমত্বৰো দাবী কৰিছিল। মহাসভাৰ জংগী অংশ এটাই অতীতত অসম সাৰ্বভৌম আছিল আৰু ভৱিষ্যতেও থকা উচিত বুলি মুকলিকৈ যুক্তি আগবঢ়াইছিল। অসমতকৈ ক্ষুদ্ৰতৰ; কম জনসংখ্যা, কম সম্পদৰ বহু ৰাষ্ট্ৰ পৃথিৱীত আছে বুলি কৈ সাহসী জাতি-জনজাতিবোৰৰ জোৰত অসম সাৰ্বভৌম ৰাষ্ট্ৰ হ'ব পাৰে বুলি দাবী কৰা হৈছিল।[১১৫] জাতীয় মহাসভাই নাগা আত্ম-নিৰ্ধাৰণৰ সংগ্ৰামৰ প্ৰতিও সমৰ্থন জাহিৰ কৰিছিল। মহাসভাৰ প্ৰধান সম্পাদক অম্বিকাগিৰীয়ে নাগা নেশ্যনেল কাউন্সিলৰ সভাপতি টি. আলিবা ইমৃতি আওলৈ দিয়া এক বাৰ্তাত তেনে সমৰ্থন ব্যক্ত হৈছিল। অৱশ্যে নাগা আত্ম নিৰ্ধাৰণ আৰু বিচ্ছিন্নতাৰ সংগ্ৰামৰ প্ৰতি মহাসভাৰ এই সমৰ্থন নীতিগত আৰু অকৃত্ৰিম আছিলনে, ই দিল্লীৰ লগত দৰ-দামৰ দোকানহে আছিল, সতকাই কোৱা টান।

আমাৰ দৃষ্টিত এই 'সাৰ্বভৌমত্ব' আছিল দ্ব্যৰ্থক। অসম জাতীয় মহাসভা ভাৰতৰ পৰা বিচ্ছিন্নতাৰ ক্ষেত্ৰত দৃঢ় আছিলনে নাই সেইটো বিবেচ্য। অৱশ্যে অসমৰ ৰাষ্ট্ৰ যন্ত্ৰৰ ওপৰত অসমীয়া মধ্য শ্ৰেণীৰ আধিপত্য, বিশেষকৈ চাকৰি-বাকৰিৰ দখলৰ ক্ষেত্ৰত ই দৃঢ় আছিল। সেয়া স্বাভাবিক, কাৰণ দুৰ্বল অসমীয়া মধ্যশ্ৰেণীয়ে কেৰাণী মহৰী-শিক্ষকৰ চাকৰি চেৰাই সপোনো দেখিব নোৱাৰিছিল। 'সাৰ্বভৌমত্ব'ৰ অৰ্থ সেয়ে চাকৰি-বাকৰিৰ সাৰ্বভৌম স্বত্বও হ'ব পাৰে।

সংৰক্ষিণী-আন্দোলনক ভালকৈ বুজিবলৈ হ'লে ইয়াৰ দুজন প্ৰধান নেতাৰ জীৱনী আমি জানিব লাগিব। প্ৰথমতে অসমীয়া মধ্যবিত্তৰ এজন নেতা অম্বিকাগিৰীৰ বৰ্ণাঢ্য চৰিত্ৰত আমি আলোকপাত কৰিম। বিজনলাল চৌধুৰীয়ে সঠিকভাৱেই কৈছে যে অম্বিকাগিৰী ৰায়চৌধুৰী হৈছে অসমীয়া মধ্যশ্ৰেণীৰ উত্থান আৰু পতন, ইয়াৰ প্ৰগতি আৰু পশ্চাৎপসৰণ, হাঁহি কান্দোন, বীৰত্ব আৰু কাপুৰুষালিৰ প্ৰতীক।[১১৬]

আমি এই গ্ৰন্থৰ তৃতীয় অধ্যায়তে অম্বিকাগিৰীৰ বিচিত্ৰ চৰিত্ৰৰ আভাস দি আহিছোঁ। অসম উপত্যকাৰ কমিশ্যনাৰ ফুলাৰ চাহাবক মাৰিবলৈ বোমা পোতা এইজন অম্বিকাগিৰী পাছত কেনেকৈ ব্ৰিটিছৰ হৈ প্ৰথম বিশ্বযুদ্ধত যুঁজিবলৈ ওলাইছিল; একালৰ বাঙালী প্ৰেমীজন কেনেকৈ বাঙালী-বিদ্বেষীত পৰিণত হৈছিল; জংগী, স্বাধীনতা সংগ্ৰামীজনে কেনেকৈ পঞ্চম জৰ্জৰ অভিষেকত স্ব-ৰচিত 'জয়দ্ৰথ বধ' নাটক মঞ্চস্থ কৰিছিল আৰু দ্বিতীয় বিশ্বযুদ্ধত ব্ৰিটিছৰ

---

১১৫। Shillong Times, August 7, 1947.

১১৬। জোনাকীৰ আলোড়ণ, পৃ-১৬৬

ফালে ঠিকা ঠুকলি কৰিছিল, তাকো আমি উল্লেখ কৰি আহিছোঁ।

এতিয়া মাথোঁ ইয়াকে যোগ দিব বিচাৰোঁ যে বাঙালী উগ্ৰপন্থী এজনৰ দ্বাৰা অনুপ্ৰাণিত, বাঙালী যুৱতী ইন্দুমতীৰ প্ৰেমত উন্মত্ত অম্বিকাগিৰী বাঙালী-বিদ্বেষী হৈ পৰিল প্ৰেমাস্পদাক বিয়া কৰিবলৈ নেপায়েই। ১৯০৮-১৫ সময়ছোৱাৰ নৈৰাজ্যবাদী সন্ত্ৰাসবাদী কাৰ্যকলাপৰ ওৰ পেলাই ১৯১১ চনত পঞ্চম জৰ্জৰ অভিষেক উপলক্ষ্যে তেওঁ কেনেকৈ নাটক ৰচিছিল সেয়া অম্বিকাগিৰীয়ে নিজেই স্বীকাৰ কৰি গৈছে।[১১৭]

ব্ৰিটিছৰ ওচৰত তেওঁৰ আত্মসমৰ্পণৰ কাহিনী অম্বিকাগিৰীয়ে নিজে এনেকৈ বৰ্ণাইছে *এই সময়তে প্ৰথম মহাযুদ্ধ আহি পৰে। তেতিয়া ভাৰতৰ বৰলাট লৰ্ড হাৰ্ডিঞ্জে মিত্ৰশক্তিৰ পক্ষে যোগ দিবলৈকে ইচ্ছুক ভাৰতীয়ক আহ্বান জনায়। এনাৰ্কিষ্ট আখ্যাৰ হাত সাৰিবলৈকে এই যুদ্ধত যোগ দিবলৈ প্ৰস্তুত আছো বুলি লৰ্ড হাৰ্ডিঞ্জক জনাওঁ। লৰ্ড হাৰ্ডিঞ্জে ধন্যবাদ দি মোলৈ চিঠি লিখে। মই সেই চিঠি বৰপেটাৰ তেতিয়াৰ মহকুমাধিপতি কনকলাল বৰুৱা আৰু পুলিচ অফিচাৰসকলক দেখুৱাই আৰু তাৰ নকল এটা ডিব্ৰুগড়ৰ সেই সময়ৰ টাইমচ্ অব আসাম'ত প্ৰকাশ কৰি দি এনাৰ্কিষ্ট আখ্যাৰ পৰা নিষ্কৃতি লওঁ।*[১১৮] (গুৰুত্ব আমাৰ)

পাছলৈ এইজন অম্বিকাগিৰী গান্ধীবাদী অহিংসপন্থী হৈ পৰে যদিও তেওঁৰ নতুন জাতীয়তাবাদ ব্ৰিটিছ বিৰোধিতাতকৈ বাঙালী বিৰোধিতাতহে ব্ৰতী হয়। অসহযোগৰ সময়ত তেওঁ ত্ৰিশমাহ কাৰাবাস খাটে। কিন্তু তেওঁৰ 'অসম অসমীয়াৰ বাবে' অভিযানটো চাৰ বেম্পফিল্ড ফুলাৰৰ একেটা ধ্বনিৰ দ্বাৰা অনুপ্ৰাণিত বুলি ভবা হয়। মন কৰিবলগীয়া যে এইজন ফুলাৰকে কেইবছৰমান আগতে এইজন অম্বিকাগিৰীয়েই বোমা দি মাৰিবলৈ লৈছিল।

অম্বিকাগিৰী ৰায়চৌধুৰীৰ সম্পৰ্কে তেওঁৰ দৰেই অসম সাহিত্য সভাৰ অন্যতম সভাপতি, বিশিষ্ট কবি তথা জয়ন্তীৰ সম্পাদক ৰঘুনাথ চৌধাৰীয়ে কঠোৰ সমালোচনা কৰি এদল ডেকাক এনেকৈ কৈছিল যে তেওঁলোকে ৰায়চৌধুৰীৰ কথাত পাত্তা দিব নালাগে। শ্ৰোতা পালে উত্তেজনাত চিঞৰ বাখৰ কৰিলে তেওঁৰ নিজলৈকে বেয়া। তেওঁ কোৱাৰ দৰে অসমত কেৱল অসমীয়াক চাকৰি দিলে সমস্যা সমাধান হ'ব জানো? চৌধাৰীয়ে আৰু কৈছিল যে বংগৰ প্ৰধানমন্ত্ৰী চুহৰাবৰ্দিয়ে মুছলমান কাৰণে প্ৰধানমন্ত্ৰী হ'ব পৰা নাই; হৈছে- কাৰণ তেওঁ উদ্যোগ আৰু বাণিজ্য নিয়ন্ত্ৰণ কৰে। মৈমনসিং আৰু ঢাকাৰ মুছলীম খেতিয়ক এজনে সেয়া নিয়ন্ত্ৰণ নকৰে। অসমীয়া সৰু সুৰা দোকানী থাকিলে কি হ'ব, পাইকাৰী ব্যৱসায় জানো আমাৰ হাতত? চাহ বাগিছাৰ কেৰাণীৰ চাকৰিকিটা পালে কি হ'ব, তাৰ মালিকানা জানো আমাৰ হাতত? এইবোৰ প্ৰশ্নৰ উত্তৰ ৰায় চৌধুৰীয়ে দিব নোৱাৰে। তেওঁ সম্পূৰ্ণ উন্মাদ। অসমীয়া, অসমীয়া আৰু অসমীয়া বুলি তেওঁ চিঞৰি ফুৰে, কিন্তু অসমীয়াক বচোৱাৰ উপায় তেওঁৰ হাতত নাই।[১১৯]

---

১১৭। ঐ, পৃ-১৭৫
১১৮। জোনাকীৰ আলোড়ণ, পৃ-১৭৭
১১৯। অম্বিকাগিৰী ৰায়চৌধুৰী, পৃ-১৫৮

আমি দোহাৰিছোঁ যে অম্বিকাগিৰীৰ দৰে ৰঘুনাথ চৌধাৰীও আছিল অসম সাহিত্য সভাৰ অন্যতম সভাপতি, দুয়োৰে ঘৰ আছিল বৰপেটাত, দুয়ো আছিল স্বাধীনতা সংগ্ৰামী, দুয়ো আছিল আলোচনী-সম্পাদক (প্ৰথমজন চেতনা, আৰু ডেকা অসমৰ, দ্বিতীয়জন সুৰভি আৰু জয়ন্তীৰ)। সেয়ে ৰঘুনাথ চৌধাৰীৰ মন্তব্য তাৎপৰ্যপূৰ্ণ। এই বিষয়ে সদানন্দ চলিহাই এনেকৈ কয় যে অসমত কেতবোৰ জংগী উগ্ৰ অসমীয়া আছে বুলি আৰু ৰায়চৌধুৰী তেওঁলোকৰ নেতা বুলি কেন্দ্ৰীয় নেতৃবৰ্গৰ পৰা কিবা আদায়ৰ দৰদাম কৰা হৈছিল।[১২০]

অম্বিকাগিৰী ৰায়চৌধুৰীৰ এই বৰ্ণাঢ্য জীৱনৰেখা অনুসৰণ কৰিলেই সংৰক্ষিণী আন্দোলনৰ গতিধাৰাও আমি বহুলাংশে বুজিব পাৰোঁ। এই আন্দোলনৰ আন এক পুৰোধা নীলমণি ফুকনৰ জীৱন চৰিত বুজিলে আমাৰ ধাৰণা আৰু গভীৰ হ'ব। সেই সম্পৰ্কে আমি পৰৱৰ্তী 'অসম সাহিত্য সভা' সংক্ৰান্তীয় অধ্যায়টোত আলচ কৰিম। এতিয়া সামৰণিত ইয়াকেই ক'ব পাৰোঁ যে আমাৰ বস্তুনিষ্ঠ আৰু সমালোচনাত্মক চৰ্চাৰ অৰ্থ এইটো নহয় যে জাতীয় মহাসভা-সংৰক্ষিণী সভাই উত্থাপন কৰা প্ৰশ্নবোৰে অসমীয়া জনমত বহুলাংশে প্ৰভাৱিত কৰাৰ কথাটো আমি অস্বীকাৰ কৰিম। বহিৰাগত বিৰোধী অসম আন্দোলন (১৯৭৯-৮৩) আৰু সমসাময়িক আলফাৰ 'অসমৰ সাৰ্বভৌমত্ব'ৰ দাবী ভুলেই হওক বা শুদ্ধই হওক, ই আছিল অসমৰ ৰাজনীতিৰ তথা সমাজজীৱনৰ এক শক্তিশালী ধাৰা।

## উপসংহাৰ ঃ

এই অধ্যায়ত আমি অসমীয়া জাতি-গঠন প্ৰক্ৰিয়াৰ লগত জড়িত কেবাটাও মধ্যশ্ৰেণীৰ 'অৰাজনৈতিক'-ৰাজনৈতিক অনুষ্ঠান/সংগঠনৰ কথা আলোচনা কৰিলো। এনে অনুষ্ঠান/সংগঠনবোৰৰ লক্ষ্য-উদ্দেশ্য আছিল দুই ধৰণৰ ঃ (১) মধ্যশ্ৰেণীয়ে নাগৰিক-সমাজ তথা জাতিসত্তাটোক ব্যৱহাৰ কৰি ৰাষ্ট্ৰযন্ত্ৰৰ ওপৰত নিজৰ কৰ্তৃত্ব সাব্যস্ত কৰাৰ বাবেই সিবিলাকক জন্ম দিছিল; (২) যেতিয়া ৰাষ্ট্ৰৰ জৰিয়তে জাতিসত্তাৰ ওপৰত কৰ্তৃত্ব সাব্যস্ত কৰা হৈছিল, তেতিয়া এই বেচৰকাৰী অনুষ্ঠান/সংগঠনবোৰে তাৰ পৰিপূৰক / সহায়ক ভূমিকা পালন কৰিছিল।

এনে অনুষ্ঠান/সংগঠনবোৰক আমি তিনিটা ভাগত শ্ৰেণীবদ্ধ কৰিব পাৰোঁঃ

**১) সৰ্বজানিক সভা- ৰায়ত সভা ঃ** উচ্চ জাতি-বৰ্ণ-উচ্চ শ্ৰেণীৰ সাংবিধানিক-বৈধতা-আইনী লক্ষ্মণৰেখা আবদ্ধ অনুষ্ঠান; বিদেশী শাসকৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰশীল; কাকুতি-মিনতিৰ ৰাজনীতি; কেৱল মধ্যবিত্ত স্বাৰ্থপ্ৰসূত দাবী দাবা; কানিৰ প্ৰসংগত জনবিৰোধী; কৃষক আন্দোলন আৰু স্বাধীনতা আন্দোলন বিৰোধী; জাতীয়তাবাদৰ আদি পৰ্যায়; নিপীড়িত দলিতজনৰ প্ৰতি দৰদবিহীন।

**২) অসমীয়া সংৰক্ষিণী সভা - অসম জাতীয় মহাসভা ঃ** অসমীয়া (ভাষিক) জাতীয়তাবাদৰ উগ্ৰবাদী মুখখন; নেতৃত্ব হয় অন্ধ আবেগিক নহয় সুবিধাবাদী; প্ৰথমতে ব্ৰিটিছ আৰু পাছলৈ কংগ্ৰেছৰ পৃষ্ঠ পোষকতাপ্ৰাপ্ত, 'অসম অসমীয়াৰ', প্ৰব্ৰজন, লাইন প্ৰথা, অসমীয়া

---

১২০। সদানন্দ চলিহা ঃ '*ৰায়চৌধুৰী আৰু তেওঁৰ মধুৰ উন্মাদনা*', অম্বিকাগিৰী ৰায়চৌধুৰী, পৃ- ৪৪-৪৫

ৰাজ্যভাষা আদি লৈ অতিশয় স্পৰ্শকাতৰ; ঔপনিবেশিক সীমাবদ্ধতাৰ ভিতৰত লালিত-পালিত অসমীয়া মধ্যশ্ৰেণীৰ আশা-আশংকাৰ আংশিক প্ৰতিনিধিত্ব।

৩) ক) **আসাম এচ'চিয়েশ্যন :** অসমীয়া মধ্যশ্ৰেণীৰ প্ৰথম ৰাজ্যজোৰা সংগঠন; কাকূতি মিনতিৰ ৰাজনীতিৰ পৰা ক্ৰমাগত প্ৰতিবোধলৈ পৰিবৰ্তন; অসমীয়া জাতীয়তাবাদৰ ভাৰতীয় বৃহত্তৰ জাতীয়তাবাদত বিলয়; কংগ্ৰেছত চামিলকৰণ; এক যুক্তমঞ্চ য'ত মধ্যশ্ৰেণীয়ে বিতৰ্কৰ জৰিয়তে জাতীয় প্ৰশ্নবোৰ মীমাংসা কৰিছিল।

৩) খ) **অসম ছাত্ৰ সন্মিলন :** প্ৰথমাৱস্থাত আসাম এচ'চিয়েশ্যনৰ ছাত্ৰ শাখা সদৃশ; ৰাজনীতিবৰ্জিত; পাছত মুক্তিযুঁজৰ জুইত পোৰ খাই জংগী; প্ৰতিবাদী ৰূপধাৰণ; চন্দ্ৰনাথ - লক্ষ্মীধৰৰ গান্ধীৰ ধৰ্মান্ধতা-বিৰোধিতা; ধৰ্মনিৰপেক্ষ ধাৰা; ওলোটাই আসাম এচ'চিয়েশ্যনৰ ওপৰত প্ৰভাৱ বিস্তাৰ; অসমীয়া জাতীয়তাবাদৰ সবাতোকৈ প্ৰগতিশীল ধাৰা।

অসমীয়া মধ্যশ্ৰেণী- এক ঔদ্যোগিক বুৰ্জোৱাজি নাছিল; অসমত (তথা ভাৰতত) ধ্ৰুপদী পুঁজিবাদো নাছিল কাহানিও। ইয়াত যি পুঁজিবাদ পৰিলক্ষিত হয় সেয়া সাম্ৰাজ্যবাদৰে এক সম্প্ৰসাৰণ; অথচ দেশীয় গাঁথনিটো অৰ্ধ-সামন্তবাদী হৈয়েই ৰৈছে। পুঁজিবাদৰ এনে উপৰুৱা প্ৰভাৱে জাতীয় নিপীড়ণ আৰু জাতি-বৰ্ণগত বিদ্বেষ বিজড়িত শক্তিশালী প্ৰাক্-পুঁজিবাদী অৱশেষবোৰ অবলুপ্ত কৰিব পৰা নাই। ফলত অসমীয়া মধ্যশ্ৰেণীয়ে এক দুঃসাধ্য আৰু বিৰোধপূৰ্ণ সকাম সমাধা কৰিবলগীয়া হৈছিল; ই ৰাজ্যখনৰ প্ৰায় আধাডজন ধৰ্ম, শতাধিক ভাষা আৰু সহস্ৰাধিক জাতি সম্প্ৰদায়ত বিভক্ত মানুহখিনিক এখন জাতীয় পতাকাৰ তলত ঐক্যবদ্ধ কৰিব লগা হৈছিল। তাকে কৰিব নোৱাৰিলে ই ৰাষ্ট্ৰ যন্ত্ৰৰ ওপৰত আপেক্ষিক আধিপত্য প্ৰতিষ্ঠা কৰিব নোৱাৰিব। কাৰণ ৰাজ্যখনৰ ভিতৰতে ই তেনে আধিপত্যৰ বাবে তুলনামূলক ভাৱে শক্তিশালী বাঙালী মধ্যশ্ৰেণীৰ লগত প্ৰবল প্ৰতিযোগিতাত নামিবলগা হৈছিল। আনহাতে সৰ্বভাৰতীয় ৰাষ্ট্ৰযন্ত্ৰত বাঙালী মধ্যশ্ৰেণীৰ উপৰিও আছিল হিন্দী-হিন্দু উত্তৰ ভাৰতীয় গোষ্ঠীটো, কিন্তু উক্ত প্ৰতিদ্বন্দ্বী শিবিৰবোৰৰ বিৰুদ্ধে যুঁজত অসমৰ যিবোৰ জাতি-জনগোষ্ঠী-জনগণক ই ঐক্যবদ্ধ কৰিব লাগে, সেইবোৰকে সি আকৌ শোষণো কৰিব খোজে নিজৰ শ্ৰেণীগত অস্তিত্বৰ বাবেই। তাৰ বাবে স্থূল অৰ্থনৈতিক শোষণ আৰু উদ্বৃত্ত আহৰণ মোক্ষম ব্যৱস্থা নহয়। সেয়েহে অসমীয়া মধ্যশ্ৰেণীয়ে জাতীয়তাবাদৰ কাৰ্যক্ৰম অস্ত্ৰপাত ব্যৱহাৰ কৰি অৰ্থনীতি-বহিৰ্ভূত শোষণ সম্ভৱ কৰি তুলিছিল; অস্ত্ৰপাত অৱশ্যে আছিল দুমুখীয়া। আধুনিক অসমীয়া জাতি-গঠন আৰু ইয়াত বেচৰকাৰী অনুষ্ঠান বিলাকে পালন কৰা ভূমিকাৰ ইতিহাস হৈছে সেই বুমেৰাংপাত ব্যৱহাৰৰে ইতিহাস। এই দুমুখীয়া অস্ত্ৰপাতৰ এপিঠিত যদি 'অৰাজনৈতিকতা'ৰ বাণী খোদাই কৰা আছিল, আনফালে তেনেহ'লে আছিল চিধা-চিধি ৰাজনীতি। মন কৰিবলগীয়া যে, অসমীয়া মধ্য শ্ৰেণীৰ আটাইতকৈ ৰাজনৈতিক সংগঠনবোৰৰ কেতবোৰে (প্ৰকৃষ্ট উদাহৰণ সদৌ অসম ছাত্ৰ সন্থা) আজিও সেই 'অৰাজনৈতিকতা'ৰ আওপুৰণি শ্লোগান বাদ দিব পৰা নাই। অৱশ্যে তেনে সংগঠনৰ বিষয়ে আমি এই গ্ৰন্থৰ দ্বিতীয় খণ্ডতহে বিতংকৈ আলোচনা কৰিম। সামৰণিত ইয়াকেই ক'ব পাৰি যে, যিমান বিচক্ষণভাৱে উক্ত অস্ত্ৰপাত ব্যৱহাৰ কৰা হৈছিল, সিমানে জাতি গঠন প্ৰক্ৰিয়া আগ বাঢ়িছিল; তাৰ বিপৰীতে গোঁৱাৰগোবিন্দ, স্থূল কাৰবাৰত প্ৰক্ৰিয়াটো হৈছিল প্ৰতিহত, প্ৰতিৰুদ্ধ। 

পঞ্চম অধ্যায়

# অসম সাহিত্য সভাঃ ভাষাৰ ৰাজনীতি - ৰাজনীতিৰ ভাষা

***To be or not to be, that is the question ; whether it is nobler in the mind to suffer the slings and arrows of outrageous fortune, or to take arms against a sea of troubles, and by opposing end them.****

১৯১৭ চনটো আছিল এটা একান্তই ৰাজনৈতিক বছৰ। সেই বছৰতে ঘটিছিল পৃথিবী কঁপোৱা ৰুছ বিপ্লৱ। ইতিমধ্যে জুই আৰু ধোঁৱাৰ মাজেৰে সমগ্ৰ বিশ্বই দ্বিতীয় বিশ্বযুদ্ধৰ চূড়ান্ত মুহূৰ্তলৈ অপেক্ষা কৰিছিল। ভাৰতবৰ্ষতো স্বাধীনতাৰ বাবে মানুহৰ আকাংক্ষা লাহে লাহে তীব্ৰ হ'ব ধৰিছিল। ইফালে বিশ্বযুদ্ধই নতুন নতুন সীমান্ত উলংঘন কৰি নতুন নতুন দেশ আৰু নতুন নতুন মানুহ আবিস্কাৰ কৰি নেতিবাচক ভাবে হ'লেও নতুন নতুন দিগন্ত উন্মোচিত কৰিছিল। জে. ভি. ষ্টালিনে ভবিষ্যতবাণী কৰা দৰেই তেতিয়ালৈকে অজ্ঞাত বহু জাতিসত্তা আৰু জনগোষ্ঠীয়ে ইতিহাসৰ মঞ্চত আত্মঘোষণা কৰিবলৈ আৰম্ভ কৰিছিল।

এই ঘটনাবহুল, সংঘৰ্ষজৰ্জৰ, সংঘাতবিদীৰ্ণ সময়ত অসম সাহিত্য সভাই আত্মোৎসৰ্গা কৰিছিল নিৰলে, নিৰ্জনে, নিৰিবিলিকৈ। অসমীয়া জাতি গঢ়াৰ, আৰু তাক সংহত কৰাৰ কাম ই নিজেই কান্ধত তুলি লৈছিল। সাংগঠনিকভাৱেও সেই কাম সমাধা কৰিবলৈ ইয়াৰ সামৰ্থ-সক্ষমতা আছিল বাৰুকৈয়ে।

প্ৰায় তিনি দশকজুৰি বিভিন্ন বিষয়বাবেৰে নেতৃত্ব দি অহা আৰু ইয়াৰ সভাপতিত্বৰ দায়িত্বও বহন কৰা ড. নগেন শইকীয়াই আজিৰ পৰা ২৬ বছৰ আগতেই অসম সাহিত্য সভাৰ লগত ৫০,০০০ মানুহ প্ৰত্যক্ষভাৱে আৰু আন কে'বা লাখো পৰোক্ষভাৱে জড়িত আছিল বুলি দাবী কৰিছিল।(১) অতুল চন্দ্ৰ হাজৰিকায়ো ১৯৭৭ চনতে জনাইছিল যে সভাৰ তেতিয়াই পাঁচ শতাধিক শাখা আছিল। আজি তেনে দাবীৰ ২৬/২৭ বছৰ পাছত সভাৰ শাখাৰ সংখ্যা এক সহস্ৰাধিক আৰু সদস্যৰ সংখ্যা এক লক্ষাধিক হ'লেও আচৰিত হ'বলৈ একো নাথাকিব। সভাৰ একো একোখন অধিবেশনৰ খৰচেই আজিকালি হয় প্ৰায় আধাকোটি টকা। সেয়েহে এই কথা সন্দেহতীত যে অসম সাহিত্য সভা হৈছে অসমৰ সবাতোকৈ সম্পদশালী সামাজিক-

---

* Shakespeare in Hamlet

(১) সাম্প্ৰতিক সামৰিকী, অসম সাহিত্য সভা বিশেষ সংখ্যা, গুৱাহাটী ১৯৭৮, পৃঃ ৬১

সাংস্কৃতিক অনুষ্ঠান। সেয়েহে সভাৰ জাতি গঠনৰ দাবী আমি গুৰুত্বসহকাৰে ল'বই লাগিব। ড. নগেন শইকীয়াই কোৱা এই কথাও আমি মনত ৰাখিব লাগিব যে সভাৰ নেতৃত্ব অবিহনে অসমীয়া ভাষা নেবাচিলেহেঁতেন।[২] সেয়েহে আমি এই অধ্যায়ত অসমীয়া জাতি-গঠন প্ৰক্ৰিয়াত অসম সাহিত্য সভাৰ ভূমিকা সম্পৰ্কে আলোচনা কৰিবলৈ লৈছোঁ।

## অসম সাহিত্য সভাৰ জন্মকথা আৰু ইয়াৰ বুৰঞ্জীৰ ৰূপৰেখা

ভাৰতীয় জাতীয় কংগ্ৰেছ প্ৰতিষ্ঠা কৰিছিল এলেন অক্টেভিয়ান হিউম নামৰ এজন ব্ৰিটিছ চিভিল চাৰ্ভেন্টে। আসাম এচ'চিয়েশ্যনৰ জন্ম দিয়া হৈছিল চাৰ ভেঞ্জিল ইবেটচন নামৰ আন এজন উচ্চপদস্থ ব্ৰিটিছ বিষয়াৰ উপস্থিতিত। অসমীয়া মধ্যশ্ৰেণীৰ সৰ্ববৃহৎ আৰু সৰ্বাগ্ৰগণ্য অনুষ্ঠান অসম সাহিত্য সভাৰ জন্মলগ্নও আন এজন ক্ষমতাশালী ব্ৰিটিছ বিষয়াৰ উপস্থিতি, আৰু আশিস-ধন্য আছিল। কাৰণটো পৰিস্কাৰ ঃ অসমীয়া মধ্যশ্ৰেণীয়ে ব্ৰিটিছ শাসকক সামান্যভাৱেও ক্ষুণ্ণ কৰিবপৰা একো কাম কৰাৰ কথা ভাবিবও নোৱাৰিছিল। সভাৰ প্ৰতিষ্ঠাপক প্ৰধান সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীয়ে সভাৰ জন্ম কথা এনেকৈ বৰ্ণনা কৰিছে ঃ

*আজি কিছুমান বছৰৰ পৰা শিক্ষিত সমাজৰ মাজত এখন সাহিত্য সন্মিলন হ'ব লাগে এনে এটা আকাংক্ষ্যা জাগৰুক হৈছিল। ... এই সময়ত আসাম উপত্যকাৰ প্ৰজাহিতৈষী কমিছনাৰ মাননীয় কৰ্ণেল গৰ্ডন চাহাব বাহাদুৰৰ চেষ্টাত যোৰহাটত আসামৰ শিল্পৰ উন্নতিৰ কাৰণে এখন সভা হৈছিল। এই সভাত আসাম উপত্যকাৰ চৰকাৰী চাকৰি কৰা নকৰা প্ৰায় আটাইখিনি ভাল মানুহ গোট খাইছিল। এই সুযোগকে লৈ যোৰহাট সাহিত্য সভাৰ গৰাকীসকলে তেতিয়া যোৰহাটত উপস্থিত আটাইবিলাক ভদ্ৰলোকক নিমন্ত্ৰণ কৰি এখন ডাঙৰ সাহিত্য সভা পাতে।*[৩]

এইখিনি সময়তে দুৰ্গেশ্বৰ শৰ্মা, দৈবচন্দ্ৰ তালুকদাৰ, অম্বিকাগিৰী ৰায়চৌধুৰী, চন্দ্ৰনাথ শৰ্মা আদিয়েও গুৱাহাটীত এখন অসমীয়া সাহিত্য সন্মিলন পাতিবলৈ চেষ্টা কৰিছিল। এইসকলৰ ভিতৰত দুৰ্গেশ্বৰ শৰ্মা ব্ৰিটিছভক্ত চৰকাৰী কৰ্মচাৰী তথা ৰায়বাহাদুৰ হ'লেও বাকীসকল স্বাধীনতা আন্দোলনৰ ফলীয়াই আছিল। বিশেষকৈ কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা আছিল স্বাধীনতা সংগ্ৰামী। তেওঁ অসমীয়া ভাষাৰ উজনি আৰু নামনিৰ উপভাষাৰ মাজৰ বিবাদ মীমাংসো কৰিবৰ বাবেও এনে এখন ৰাজ্যজোৰা সাহিত্য সভা পাতিবলৈ উদ্যোগী আছিল। আগ-পিছ নুগুণাকৈ ৰাজ্যজোৰা সাহিত্য সভা এখন পাতি দিলে তেনে বিবাদ বাঢ়িহে যাব বুলি আশংকা কৰিছিল সত্যনাথ বৰাৰ দৰে শান্তিকামী জ্যেষ্ঠ সাহিত্যিকেও। অতুল হাজৰিকাই তেনে পৰিস্থিতিৰ মাজতো সাহিত্য সভা এখন পাতিবলৈ চন্দ্ৰনাথ শৰ্মা নেৰা নেপেৰাকৈ লাগি আছিল বুলি জনাইছে। শৰ্মাই এই মৰ্মে ১৯১৪ চনতেই অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ অধিবেশনতো প্ৰস্তাৱ তুলিছিল।[৪] সাম্ৰাজ্যবাদ বিৰোধী অনলস সংগ্ৰামী চন্দ্ৰনাথে অসমীয়া ভাষাৰ এই দুই উপভাষা-ভাষীসকলৰ বিবাদ মীমাংসা নকৰিলে মুক্তিযুঁজত কেণা লাগিব বুলি নিশ্চয় বুজি

(২) সাম্প্ৰতিক সাময়িকী, অসম সাহিত্য সভা বিশেষ সংখ্যা, গুৱাহাটী ১৯৭৮
(৩) শৰৎ চন্দ্ৰ গোস্বামী ৰচনাৱলী, পৃ- ১৪৯
(৪) অসম সাহিত্য সভাৰ ৰূপলেখা, পৃ- ১২-১৩

পাইছিল আৰু সেইবাবেই এই উদ্যোগ লৈছিল। কিন্তু ইয়াৰ অলপ দিনৰ পাছতে চন্দ্ৰনাথৰ অকাল মৃত্যু ঘটিল, অম্বিকাগিৰীৰ জাতীয়তাবাদে ব্ৰিটিছ-বিৰোধিতাৰ পৰা বাঙালী-বিদ্বেষলৈ মোৰ্ট সলালে।

মন কৰিবলগীয়া যে অসম সাহিত্য সভাৰ আন এজন উদ্যোক্তা শৰৎচন্দ্ৰ গোস্বামীও উজনি-নামনি বিবাদৰ দ্বাৰা পীড়িত হৈছিল। তেওঁৰ নিজৰ কথাত ঃ

*বহুদিনৰ কথা। ১৯০৫-০৬ ইং চনৰ কথা। ... উজনিৰ লোকে "ঢেকেৰী" বুলি কামৰূপৰ মাত কথা তাচ্ছিল্য কৰিছিল। সেই সময়তেই 'আসাম বান্ধৱ'ৰ আবিৰ্ভাব হয়। ... বাঁহী আৰু আসাম বান্ধৱৰ মাজত উজনীয়া-নামনীয়ালৈ যি প্ৰচণ্ড তৰ্ক আৰু অনেক সময়ত বীভৎস গালাগালি, বিশেষকৈ স্বৰ্গীয় বেজবৰুৱাৰ ফালৰ পৰা, তাৰ প্ৰতি মোৰ মন বৰ বিৰূপ আছিল। আৰু এনে তৰ্ক আৰু খৰিয়াল আমাৰ ভাষাৰ পক্ষে, উন্নতিৰ পক্ষে হানিজনক বুলি মোৰ বিশ্বাস আছিল। সেই বিশ্বাস এতিয়াও আছে। ফলত ময়ো চাকৰি কৰি 'আসাম বান্ধৱ' চলাবলৈ কেইশমান টকা দিছিলোঁ। ... মোৰ সদায় ইচ্ছা আছিল যে আমি এখন সাহিত্য সভা পাতি অসমীয়া সাহিত্যৰ উন্নতিৰ অৰ্থে সবিশেষ যত্ন কৰোঁ। আৰু উজনীয়া ঢেকেৰী ভাষাৰ বিবাদটো মাৰি যিমান পাৰি তেতিয়াৰ অসমীয়া ভাষাৰ সংকীৰ্ণতা দূৰ কৰোঁ।*[৫]

উজনি-নামনিৰ এই গৃহকন্দলে গোস্বামীক সাহিত্য সভাৰ দৰে মঞ্চ এখন গঠনৰ কাৰণে কেনেকৈ তাগিদা দিছিল সেইকথাও তেওঁ নিজে লিখি গৈছে। কোনো লেখকৰ লেখনীত এটাও অনা-শিৱসাগৰীয়া (তেতিয়াৰ অবিভক্ত শিৱসাগৰ জিলা; য'ত বৰ্তমানৰ শিৱসাগৰ, যোৰহাট আৰু গোলাঘাট জিলাও অন্তৰ্ভুক্ত আছিল)শব্দ সোমালে কেনেকৈ উজনিয়া-শুচিবায়ুগ্ৰস্ত মহল এটাই জকজকাই-দপদপাই উঠিছিল তাৰ বিৱৰণো তেওঁ দিছে ঃ

*অসমীয়া ভাষাৰ সংকীৰ্ণতা ইমান বাঢ়িছিল যে শিৱসাগৰত নোকোৱা শব্দ এটা ব্যৱহাৰ কৰিলেই ভাষা চুৱা হ'ল বুলি কিছুমান উজনীয়া লোকে আটাহ পাৰি ফুৰিছিল। কামৰূপীয়া বা গোৱালপৰীয়া মাত কথাতো বঙলুৱাই। যি বিশিষ্ট ভাষাৰ বহিৰ্ভূত। এনে সংকীৰ্ণতাৰ ফলত নামনি অসমৰ অনেকেই অসমীয়া লিখিবলৈ ভয় কৰিছিল। ... এনে অৱস্থাত কামৰূপত তেতিয়াও কেইজনমান ক্ষমতাসম্পন্ন লোক আছিল, যি ভাবিছিল যে কামৰূপীয়া মানুহে উজনীয়াৰ ইমানবিলাক অত্যাচাৰ আৰু অবিচাৰ (ভাষা বিষয়ত) সহ্য কৰাত কৰি তেওঁলোকে বঙালী ভাষাকে গ্ৰহণ কৰা ভাল।*[৬]

তেওঁলোকেনো তেতিয়ালৈকে মৰোঁ মৰোঁকৈ জীয়াই থকা 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা'ক পুনৰজীৱিত নকৰি নতুনকৈ 'অসম সাহিত্য সভা' গঠন কৰিবলৈ গ'ল কিয়, সেই ব্যাখ্যাও গোস্বামীয়ে দিছে। তেওঁৰ মতে অভাউসা ভাষা বিষয়ত বৰ নিকাপন্থী (Puritan) আছিল। শিৱসাগৰৰ এদা, বেধা, কেনাই শুদ্ধ; কামৰূপৰ আপা-আপী আদি গ্ৰাম্য, সি -তেনেকৈ গণ্য কৰিছিল। সেয়েহে নতুন সভা।[৭]

এই বক্তব্যই এই কথা পৰিস্কাৰ কৰি দিছে যে অসমীয়া ভাষী মূল সমাজখনৰ

(৫)'সাহিত্য সভাৰ কথা,' শৰৎচন্দ্ৰ গোস্বামী ৰচনাৱলী, পৃঃ ১৫০-৫১

(৬)ঐ

(৭)ঐ

মাজতে উপভাষিক দ্বন্দ্বই সেই সময়ত এনে পৰ্যায় পাইছিলগৈ যে তেনে দ্বন্দ্বৰ মীমাংসাৰ বাবে, জাতিটোক ঐক্যবদ্ধ কৰি ৰাখিবৰ বাবে (সাহিত্য সভা গঠনৰ দৰে) এক সংগঠিত প্ৰচেষ্টাৰ প্ৰয়োজন হৈছিল। দ্বিতীয়তে, লক্ষ্মীনাথ বেজবৰুৱা আৰু কালিৰাম মেধিৰ দৰে বিশিষ্ট অসমীয়া সাহিত্যিকো এনে দ্বন্দ্বত বিপৰীত শিবিৰত থিয় হৈছিলগৈ। দুয়ো বিবদমান শিবিৰক একত্ৰিত কৰাৰ কৃতিত্ব অসম সাহিত্য সভাক ভালে পৰিমাণে দিবই লাগিব। মন কৰিবলগীয়া যে বেজবৰুৱা আৰু মেধি দুয়ো কালক্ৰমত সভাৰ সভাপতি হয়গৈ।

কিন্তু সেইবুলি বিবাদবোৰৰ প্ৰকৃত মীমাংসা নৌ হয় এখোন। গোস্বামী নিজেই এই বিবাদৰ বলি হ'ল যেতিয়া তেওঁ নিজেই বিশেষ ভাৱে উদ্যোগ লোৱা চন্দ্ৰকান্ত অভিধানৰ পাতনিৰ পৰা তেওঁৰ নামটোৰেই বাদ পৰিল। গোস্বামীয়ে লিখি থৈ গৈছে কেনেকৈ সৰ্থেবাৰীৰ কোহিৰাম দাসে অভিধানখনৰ কাম প্ৰায় সম্পূৰ্ণ কৰি তুলিছিল (তেওঁ প্ৰায় ৮০% কাম কৰিছিল), কিন্তু, '*সেই সময়তে কামৰূপীয়া উজনীয়া ভেদৰ কাৰণে কোঁহিৰাম বাবুক যোৰহাটৰ পৰা খেদা হ'ল।*'(৮)

এনে দুৰ্বলতা আৰু অসম্পূৰ্ণতাবোৰৰ সত্বেও শৰৎ চন্দ্ৰ গোস্বামী আদি বহুজনৰ একাগ্ৰ চেষ্টাৰ ফলত সভা সবল হৈ উঠিল। ১৯১৭ চনত উজনিয়া উপভাষাৰ স্নায়ুকেন্দ্ৰ স্বৰূপ শিৱসাগৰত ইয়াৰ প্ৰথম অধিবেশন হ'ল যদি ১৯১৮ চনত ইয়াৰ দ্বিতীয় অধিবেশন অনুষ্ঠিত হ'ল গোৱালপাৰাত, যি আছিল গোৱালপৰীয়া উপভাষাৰ প্ৰতীকী কেন্দ্ৰবিন্দু। অধিবেশনৰ এই স্থান নিৰ্বাচনো তাৎপৰ্যপূৰ্ণ আছিল যিহেতু ই গোৱালপাৰাক অসমৰ লগত ৰখাৰ বাবে অসমীয়া নেতৃত্বৰ আকাংক্ষাক সূচাইছিল। গোৱালপাৰা অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল মেছপাৰাৰ জমিদাৰ যতীন্দ্ৰনাৰায়ণ চৌধুৰী; সমিতিৰ দুই উপদেষ্টা আছিল মেছপাৰা জমিদাৰীৰ মেনেজাৰ দুৰ্গেশ্বৰ শৰ্মা আৰু একে জমিদাৰীৰে বন্দবস্তি বিষয়া (Settlement Officer) কালিৰাম মেধি। নামনি-উপভাষা- গোষ্ঠীৰ অন্যতম নেতা মেধি পাছলৈ সভাৰ সভাপতি হোৱাৰ কথা ইতিমধ্যে উনুকিয়াই অহা হৈছে। চন্দ্ৰনাথ শৰ্মা, তৰুণৰাম ফুকন আদিও এই অধিবেশনত উপস্থিত আছিল। অভ্যৰ্থনা সমিতিৰ সভাপতি চৌধুৰীয়ে অসমীয়াত দিয়া অভিভাষণ এক অভিনৱ কথা আছিল কাৰণ গোৱালপাৰা জিলাৰ সভা সমিতিত তেতিয়ালৈকে সকলো আনুষ্ঠানিকতা বাংলাতে চলিছিল আৰু জমিদাৰসকলেই আছিল সেইক্ষেত্ৰত উৎসাহী।

এক দশকৰ ভিতৰতে সভাৰ সৰ্বমুঠ তিনিখন অধিবেশন গোৱালপাৰা জিলাত অনুষ্ঠিত কৰাটোও তাৎপৰ্যপূৰ্ণ। ১৯১৩ চনৰ উক্ত অধিবেশনৰ উপৰিও ১৯২৬ আৰু ১৯২৭ চনত ওপৰাওপৰিকৈ দুখন অধিবেশন ক্ৰমে ধুবুৰী আৰু গোৱালপাৰাত অনুষ্ঠিত হয়। আৱাহনৰ প্ৰকাশক তথা বিশিষ্ট গল্পলেখক নগেন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু লেখক -সত্ৰাধিকাৰ অমৃতভূষণ দেৱ অধিকাৰী, এই দুয়োজন গোৱালপৰীয়াক অসম সাহিত্য সভাৰ সভাপতিৰ পদ যঁচাটোও আছিল গোৱালপাৰা-গোৱালপৰীয়াক অসম-অসমীয়াৰ লগত চামিল কৰাৰ প্ৰক্ৰিয়াৰ, ক'ব লাগিব এক প্ৰশংসনীয় প্ৰচেষ্টাৰ, অংশস্বৰূপ।

---

(৮) '*সাহিত্য সভাৰ কথা,*' শৰৎচন্দ্ৰ গোস্বামী ৰচনাৱলী, পৃঃ ১৭৪

কিন্তু সদায় যে নিৰ্বিবাদে চাউল সিজিছিল এনে নহয়। ১৯১৮ চনৰ অধিৱেশনতে সেই অধিবেশনৰ সভাপতি পদ্মনাথ গোহাঞিবৰুৱাৰ এষাৰ কথাই ঘমঘন্ট লগাই দিছিল। শৰৎ চন্দ্ৰ গোস্বামীৰ ভাষাত ঃ

*কি কাৰণত মনত নাই, কিবা এটা ক্ষুদ্ৰ কথাত (গোহাঞিবৰুৱাৰ) ঠেঁহ লাগি বৰ খং উঠিল। গোৱালপৰীয়া মানুহে আৰু আমিও বৰ বেয়া পালোঁ। গোৱালপাৰা তেতিয়াও সম্পূৰ্ণৰূপে অসমীয়া হোৱা নাই। আমি অতি ভালদৰে সন্মিলন বিলাক শেষ কৰি গোৱালপৰীয়া আৰু তাত থকা বঙালী লোকসকলৰ মাজত এটা ভাল ভাব (impression) এৰি থৈ আহিবলৈ উৎসুক। গোহাঞিবৰুৱাৰ অহমিকাই ইয়াত বাধা দিয়ে যেন দেখিলোঁ।*[৯]

ধুবুৰী অধিবেশনত আকৌ গণ্ডগোল পকাইছিল আন এটা প্ৰসংগই। এই অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল মেছপাৰাৰ জমিদাৰ ৰবীন্দ্ৰ নাৰায়ণ চৌধুৰী, এজন বিশিষ্ট কোচ ৰাজবংশী। আন উদ্যোক্তা সকলৰ ভিতৰত আছিল গোৱালপাৰাৰ আৰক্ষী অধীক্ষক (পাছলৈ সভাৰ সভাপতি) আনন্দ চন্দ্ৰ আগৰৱালা, বিদ্যালয় সমূহৰ উপপৰিদৰ্শক মৌলবী মহম্মদ আলি, বিদ্যালয়-পৰিদৰ্শক তথা সভাৰ প্ৰধান সম্পাদক শৰৎচন্দ্ৰ গোস্বামী আদি। ঘটনাক্ৰমে এওঁলোক কেউজনেই আছিল উচ্চ পদস্থ চৰকাৰী বিষয়া যি অসমীয়া ভাষাৰ প্ৰাধান্য প্ৰতিষ্ঠাৰ বাবে ৰাষ্ট্ৰযন্ত্ৰৰ প্ৰয়োগ কৰিছিল। গোস্বামীয়ে নিজে লিখি গৈছে যে উক্ত অধিবেশনৰ অত্যুৎসাহী উদ্যোক্তা আছিল আৰক্ষী অধীক্ষক আগৰৱালা।[১০]

ইফালে বিদ্যালয় উপপৰিদৰ্শক আলিয়ে নিজে উদ্যোগ লৈ জিলা উপায়ুক্ত ৰায়বাহাদুৰ পাঁচুগোপাল মুখাৰ্জী আৰু ৰায়বাহাদুৰ বিৰাজমোহন দত্ত আদিক অধিবেশনৰ কামত জড়িত কৰি পেলাইছিল। ৰায়বাহাদুৰ দত্ত তথা তেওঁৰ পুত্ৰ ৰায়বাহাদুৰ প্যাৰী মোহন দত্তক অসমীয়াকৰণ কৰি তেওঁলোকৰ সহায়ত ধুবুৰী এলেকাৰ বেছিভাগ বিদ্যালয়তে মৌলবী আলিয়ে ইতিমধ্যে অসমীয়া প্ৰবৰ্তন কৰিছিলেই। গৌৰীপুৰৰ ৰজা তথা আসাম এচ'চিয়েশ্যনৰ অন্যতম পৃষ্ঠপোষক প্ৰভাত চন্দ্ৰ বৰুৱায়ো গোৱালপাৰাত অসমীয়া প্ৰবৰ্তনৰ পোষকতা কৰিছিল। সকলো মিলি গোৱালপাৰাত অসমীয়াৰ পক্ষে অনুকুল আবহাৱা এটা গঢ়ি উঠিছিল। তেনেতে আহিল সভাৰ ১৯২৬ চনৰ অধিবেশন।

গোৱালপাৰাত গোহাঞিবৰুৱাই ঘমঘন্ট লগোৱাদি এইবাৰ জমক উঠিল ধুবুৰী অধিবেশনৰ সভাপতি বেণুধৰ ৰাজখোৱাৰ গাত। যথা ঃ ৰাজখোৱাই বাঙালী লিখকৰ কিবা যুক্তিৰ দোষ দেখুৱাই এটা কথা লিখিছিল। এই কথাত উপস্থিত বাঙালী লোকসকলে অতি বেয়া পালে।[১১] ইয়াৰ প্ৰতিবাদত বাঙালী ভদ্ৰলোক এজনে কথা ক'বলৈ উঠিলত সভাপতি ৰাজখোৱাই ক'বলৈ নিদি বহুৱাই থ'লে।[১২]

ইয়াৰ প্ৰতিবাদকল্পে বেছিভাগ স্থানীয় মানুহেই সভাৰ ৰভা এৰি ওলাই গুছি গ'ল। অৱশেষত সভা নেতৃত্বৰ গালে হুঁচ আহিল। ই ৰাজখোৱাক পতিয়ন নিয়ালে তেওঁৰ অনাহুত

(৯) শৰৎ চন্দ্ৰ গোস্বামী ৰচনাৱলী, পৃঃ ১৫৯
(১০) ঐ, পৃঃ ১৭৮
(১১) ঐ, পৃঃ ১৭৮-৭৯
(১২) অতুল চন্দ্ৰ হাজৰিকাঃ অসম সাহিত্য সভাৰ ৰূপলেখা, পৃঃ ৪৯

মন্তব্যৰ বাবে পাছদিনা দুখ প্ৰকাশ কৰিবলৈ। সেইমতে এটা লিখিত বিবৃতিৰ খচৰাও যুগুতোৱা হ'ল। সভা নেতৃত্বৰ বাহিৰেও অপূৰ্ব কুমাৰ ঘোষ, (পাছলৈ ৰায়বাহাদুৰ), ৰায়বাহাদুৰ বিৰাজমোহন দত্ত আদিও এই খচৰা বিবৃতিত সন্তুষ্ট হ'ল। কিন্তু পাছদিনা বিবৃতিটো পঢ়ি দিবলৈ গৈ ৰাজখোৱাই পুনৰ ইবোৰ-সিবোৰ গালে আৰু প্ৰৰোচনাপূৰ্ণ মন্তব্য দিলে। বাঙালীসকলে নিজকে জাপানীসকলৰ লগত তুলনা কৰাৰ সম্পৰ্কে ইতিকিং কৰি ৰাজখোৱাই ক'লে জাপানী আৰু বাঙালী দুয়ো জাতিয়ে মাছ খায় বুলিয়েই বাঙালী জাপানী হ'ব নোৱাৰে; কাৰণ তেনেহ'লে মেকুৰী আৰু বাঙালী দুয়ো মাছ খায় বাবে বাঙালী মেকুৰী হ'ব লাগিব।

সভাৰ ৰভা সেইদিনা খাকী উৰ্দিপিন্ধা পুলিচ কনিষ্টবলেৰে পৰিপূৰ্ণ আছিল। এক অভূতপূৰ্ব পুলিচী বন্দবস্তৰ অংশৰূপে পুলিচ চুপাৰ আনন্দ চন্দ্ৰ আগৰৱালাও সেই দিনা তাত হাজিৰ আছিল আপাদমস্তক পুলিচ পোছাকত। 'গণ্ডগোল'ৰ আশংকাতে কৰা হৈছিল তেনে ব্যাপক 'বন্দোবস্ত'। শৰৎ চন্দ্ৰ গোস্বামীয়ে পাছত স্বীকাৰ কৰিছিল যে বোধকৰোঁ ইমান Uniform Parade নোহোৱা হ'লেই ভাল আছিল।[১৩]

ৰাজখোৱাৰ দ্বিতীয় দিনাৰ মন্তব্যই জ্বলা জুইত পুনৰ ঘিঁউহে ঢালিলে। অসমীয়া, বাঙালী আৰু কোচ-ৰাজবংশী (যিসকলৰ অসমীয়া জাতিসত্তাত চামিলকৰণৰ প্ৰক্ৰিয়া তেতিয়াও অসম্পূৰ্ণ); গোৱালপাৰাৰ এই তিনিটা প্ৰধান সম্প্ৰদায়ৰ সহযোগত পতা অধিবেশনখন হঠাৎ সংঘাত আৰু সংঘৰ্ষৰ কেন্দ্ৰবিন্দু হৈ পৰিল। পুলিচ বন্দবস্ত নাথাকিলেও সেইদিনা কথা বিষম হ'লহেঁতন বুলি শৰৎ চন্দ্ৰ গোস্বামীয়ে আশংকা কৰিছিল।[১৪] ৰাজখোৱাৰ তেনে মন্তব্যৰ প্ৰতিবাদত অভ্যৰ্থনা সমিতিৰ সভাপতি, কোচ-ৰাজবংশী নেতা ৰবীন্দ্ৰনাৰায়ণ চৌধুৰীসহ স্থানীয় অধিকাংশ মানুহেই সভা বৰ্জন কৰি ওলাই গৈ ওচৰতে সমান্তৰালভাৱে আন এখন সভা পাতিলেগৈ। তাৰ পৰিণাম সম্পৰ্কে গোস্বামীৰ স্বীকাৰোক্তি এয়া ঃ '*তাৰ ফল থাকিল বহুদিন প্ৰকৃততে আজিলৈ। ... সাহিত্য সম্মিলনৰ পাছত অসমীয়াৰ বিপক্ষে এটা ডাঙৰ দল হ'ল।*'[১৫]

সেয়েহে গোৱালপাৰাত যে অসমীয়া জাতিসত্তাৰ ভেটি বহল হ'ল, সেয়া সভাৰ কাৰণে বুলি কোৱাতকৈ সভাৰ তেনে অপৰিণামদৰ্শী কাম কাজৰ সত্ত্বেও হোৱা বুলি কোৱাহে ভাল।[১৬] সভাৰ এজনৰ পাছত এজনৰ সভাপতিয়ে এনে স্পৰ্শকাতৰ ঠাইত গৈ স্থূলতম ভাষিক-জাতিদাম্ভিক কথা কোৱাটো কোনো বিচ্ছিন্ন ঘটনা নহয়। বৰং ই সভা-নেতৃত্বই চিৰদিনে লালন-পালন কৰা উগ্ৰজাতিদাম্ভিক মানসিকতাৰহে প্ৰতিফলন। এক সাহিত্যিক-ভাষিক বিষয়ত পুলিচী প্ৰক্ৰিয়াৰ প্ৰয়োগেও এক ৰাষ্ট্ৰবাদী (Statist) দৃষ্টিভংগীকে উদঙাই দিয়ে। আশংকাৰ থল থাকে যে এনে বলপ্ৰয়োগ আৰু উগ্ৰজাতিদম্ভৰ স্থূলতাৰে জাতি গঠনত অথন্তৰহে ঘটিব, সি ত্বৰান্বিত নহ'ব।

সভাৰ কাৰ্যকলাপৰ বিষয়ে ক'বলৈ লওঁতে আমি ইতিমধ্যে কৈ অহা এই কথা

(১৩) শৰৎ চন্দ্ৰ গোস্বামী ৰচনাৱলী, পৃঃ ১৭৯
(১৪) ঐ, পৃঃ ১৭৯
(১৫) ঐ, পৃঃ ১৮০
(১৬) এই গ্ৰন্থৰ অন্তিম অধ্যায়ত আমি গোৱালপাৰাৰ অসমত চামিলকৰণৰ বিষয়ে বিতংকৈ আলোচনা কৰিছো।

দোহাৰিব খুজিছোঁ যে চন্দ্ৰনাথ শৰ্মাৰ করুণ অকাল মৃত্যু আৰু অম্বিকাগিৰী ৰায়চৌধুৰীৰ পথ-পৰিবৰ্তনৰ ফলত ইতিমধ্যেই সাহিত্য সভাই তাৰ সাম্ৰাজ্যবাদ বিৰোধী, দেশপ্ৰেমিক প্ৰাণশক্তি হেৰুৱাই পেলাইছিল; ই আশ্ৰয় লৈছিল ভাষিক জাতীয়তাবাদৰ ছত্ৰছায়াত। কিন্তু মুক্তিযুঁজৰ প্ৰচণ্ড ধুমুহাই সেই ৰঙীণ,থুনুকা ছাতি থৰথৰকৈ জোকাৰি পেলাব ধৰিলে। অতুল চন্দ্ৰ হাজৰিকাই স্বীকাৰ কৰি কৈছে যে ১৯২১-২৩ সময়ছোৱাত সভা 'কমা' অৱস্থাত আছিল। অসহযোগৰ বা-মাৰলীয়ে সভাৰ মুখচ আৰু বেৰ-চাল উৰুৱাই নিব ধৰিছিল।[১৭]

পৰিস্থিতি এনেহে পুতৌলগা হ'লগৈ যে সভাৰ অন্যতম সভাপতি, ব্ৰিটিছ অনুগত পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে শৰৎ চন্দ্ৰ গোস্বামীক ক'বলগা হ'ল যে ৰাইজ সাহিত্য সভাৰ মেল-মিটিংবোৰলৈ নাহিলেও চাহ-মেল পাতিলে নিশ্চয় আহিব। সেয়েহে তেওঁলোকে ব্ৰিটিছ-অনুগত দুই ৰায়বাহাদুৰ দেৱীচৰণ বৰুৱা আৰু কৃষ্ণকুমাৰ বৰুৱা আৰু ১৯৩১-৩২ চনৰ ঘুৰণীয়া মেজ মেললৈ আমন্ত্ৰিত একমাত্ৰ অসমীয়া প্ৰতিনিধি সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাৰে লগ হৈ এলানি চাহ-মেল পাতিবলৈ ল'লে; য'ত নিমন্ত্ৰিতসকলক চাহ, বুট, নাৰিকল, কুঁহিয়াৰ আদি খুউবা হ'ল।[১৮] অসম সাহিত্য সভাৰ পতাকাখন উদ্দীন ৰাখিবলৈ এয়া আছিল এক মৰীয়া প্ৰচেষ্টা। সভাৰ এই শোচনীয় দশাই দেখুৱায় যে স্বাধীনতাৰ আকাংক্ষা-বৰ্জিত ভাবে কেৱল ভাষিক জাতীয়তাবাদৰ ৰাজনীতি কৰাটো কিমান কঠিন; বিশেষকৈ মুক্তিযুঁজৰ দলদোপ-হেন্দোলদোপ সময়ত ই আৰু কঠিন। ইয়াৰ পৰা এইটোও দেখা যায় যে সাহিত্যসভাৰ বৰ্তমানৰ দুৰ্বলতা/ সীমাবদ্ধতাবোৰৰ বেছিভাগেই ইয়াৰ প্ৰগতিশীল সামাজিক-ৰাজনৈতিক কৰ্মসূচীৰ অভাৱৰ পৰাই উদ্ভূত। এই একেটা কথা অসমীয়া জাতিসত্তাৰ ক্ষেত্ৰতো প্ৰযোজ্য; কাৰণ মানুহে শূন্যত ভাষা-সাহিত্য চৰ্চা নকৰে। জাতীয় কৰ্মসূচী নথকা পৰাধীন দেশ এখনত জাতীয় ভাষা সাহিত্যও গেথেলা মাৰি থাকিবলৈ বাধ্য।

এনে মুমূৰ্ষু পৰিস্থিতিৰ পৰা সভাক বচাবলৈ আগবাঢ়ি আহিল দানবীৰ ৰাধাকান্ত সন্দিকৈ। আহোম সম্প্ৰদায়ৰ এই নামজাদা চাহ-মালিক জনে সভালৈ ত্ৰিশহেজাৰ টকাৰ বিপুল দান আগবঢ়ালে। সভাৰ মুখ্য কাৰ্যালয়ৰূপে যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ নিৰ্মাণ, চন্দ্ৰকান্ত অভিধান আৰু ইন্দ্ৰকান্ত বুৰঞ্জীৰ প্ৰকাশৰ বাবে আগবঢ়োৱা এই ত্ৰিশহেজাৰ টকাৰ প্ৰকৃত মূল্য ১৯৭৭ চনত তিনি লাখ টকা হ'ব বুলি অতুল চন্দ্ৰ হাজৰিকাই হিচাব কৰিছিল। এই পুঁজিৰ পৰা হোৱা পৌনঃপুনিক আয়বোৰো অসমীয়া ভাষা সাহিত্যৰ বিকাশৰ বাবেই ব্যয় কৰিবলৈ দিয়া হৈছিল। সন্দিকৈয়ে ১৯২৩ চনৰ চেপ্টেম্বৰ মাহত অকাল মৃত্যু ঘটা তেওঁৰ দুই ডেকা পুত্ৰ চন্দ্ৰকান্ত আৰু ইন্দ্ৰকান্তৰ স্মৃতি যুগমীয়া কৰিবলৈ এই দান প্ৰদান কৰিছিল। অৰ্থাৎ চন্দ্ৰকান্ত-ইন্দ্ৰকান্তৰ অকাল মৃত্যুৱে পৰোক্ষভাৱে সাহিত্য সভাক নতুন জীৱন দিছিল।[১৯] নৱজীৱনপ্ৰাপ্ত সভাই শীঘ্ৰে এক কৰ্ম-আঁচনি যুগুতালে আৰু পঞ্জীকৰণ কৰালে। ১৯২৪ চনত ঘোষিত সেই কৰ্মআঁচনি অনুসৰি সভাৰ লক্ষ্য-উদ্দেশ্য হৈছেঃ অসমীয়া ভাষা সাহিত্যৰ সৰ্বাত্মক বিকাশ; এক সামগ্ৰিক অভিধান আৰু ব্যাকৰণ সংকলন আৰু প্ৰকাশ; পুৰণি পুথি পাঁজী,

(১৭) অসম সাহিত্য সভাৰ ৰূপলেখা, পৃঃ ৩০-৩১

(১৮) ঐ, পৃঃ ৩২

(১৯) শৰৎ চন্দ্ৰ গোস্বামী ৰচনাৱলী (পৃঃ ১৬৭)ত সন্দিকৈ ভাতৃদ্বয়ৰ মৃত্যুৰ পৰা হোৱা 'লাভ'ৰ উল্লেখ আছে।

বুৰঞ্জী, বৰগীত, লোকগীত আদিৰ উদ্ধাৰ, সংগ্ৰহ আৰু প্ৰকাশ; অসমীয়া সাহিত্যৰ দুৰ্বল দিশবোৰৰ বিকাশ, অভাৱী সাহিত্যিকলৈ সহায়, তেওঁলোকৰ গ্ৰন্থ প্ৰকাশ, অসমীয়া সুৰেৰে গ্ৰামফ'ন ৰেকৰ্ড প্ৰস্তুতকৰণ ইত্যাদি।[20]

পাছত, ১৯২৫ চনত, চন্দ্ৰকান্ত সন্দিকৈ ভৱনটো অসম সাহিত্য সভাৰ মুখ্য কাৰ্যালয়ৰূপে ব্ৰিটিছ গভৰ্ণৰ জেনেৰেল চাৰ জন কাৰে উদ্বোধন কৰাৰ পাছত সভাই নিজৰ কৰ্তব্য এনেকৈ নিৰ্ধাৰণ কৰে ঃ (১) এটা প্ৰেছ স্থাপন, (২) এটা ৰিচাৰ্চ লাইব্ৰেৰী পাতি অন্ততঃ তিনিজন ৰিচাৰ্চ স্কলাৰৰ হতুৱাই ভাষা, সাহিত্য, বুৰঞ্জী, ধৰ্মৰ বিষয়ে গৱেষণা কৰা আৰু (৩) কমলাদেৱী শিশু সাহিত্য, নবদেৱ গ্ৰন্থাৱলী আদিৰ দৰে বিজ্ঞান, দৰ্শন, জীৱনী, ভ্ৰমণ কাহিনী, গল্প আদি বিষয়ত গ্ৰন্থ প্ৰণয়ন, অনুবাদ আৰু প্ৰকাশ।[21]

এই স্ব-ঘোষিত, স্ব-গৃহীত কৰ্মআঁচনি পৰিপূৰণত সভা কিমানদূৰ সফল সক্ষম হ'ল, তাক আমি অচিৰেই দেখিবলৈ পাম। এতিয়া সদ্যহতে এইষাৰ কথাৰেই মোখনি মাৰি থওঁ যে চন্দ্ৰকান্ত অভিধানৰ এটা সংস্কৰণ ওলোৱাৰ (১৯৩২) পাছত পৰবৰ্তী সংস্কৰণ আৰু নোলাল; বৰ্তমানে ১৯৮৬ চনত ওলোৱা সংস্কৰণটোৰ প্ৰকাশক গুৱাহাটী বিশ্ববিদ্যালয়হে। ইন্দ্ৰকান্ত বুৰঞ্জীৰ নামত কলীয়া আখৰ এডুখৰিও ছপা হৈ নোলাল; প্ৰতিশ্ৰুত ব্যাকৰণখন নোলাল, প্ৰাচীন সাহিত্য প্ৰকাশ নাপালে, গ্ৰমোফোন ৰেকৰ্ডো তৈয়াৰ নহ'ল, সাহিত্যিকে সাহায্য নাপালে, ছপাশাল প্ৰতিষ্ঠা নহ'ল, গৱেষণাগাৰৰ পুথিভঁৰাল নহ'ল (শেহতীয়াকৈ প্ৰাচ্যতত্ত্ব গৱেষণা সংক্ৰান্তীয় ভেকোভাওনাখিনি বাদ দিলে), বৈজ্ঞানিক-দাৰ্শনিক গ্ৰন্থলানি প্ৰকাশ নাপালে। গতিকে 'অসমীয়া ভাষা সাহিত্যৰ সৰ্বাত্মক বিকাশ'ৰ বাবে সভাই স্ব-ঘোষিত কৰ্তব্য কিমান সমাপন কৰিলে সেয়া সহজেই অনুমেয়।

তাৰমানে এইটো নহয় যে সভাই একোৱেই কৰা নাছিল। আন সকলো ভাষা আৰু জাতিৰ বিপৰীতে অসমীয়া ভাষা আৰু জাতিৰ প্ৰাধান্য প্ৰতিষ্ঠাৰ ৰাজনৈতিক কামটো ই নিষ্ঠাসহকাৰেই কৰিছিল। তদুপৰি ই প্ৰকাশ কৰিছিল শত শত কিতাপ পত্ৰ। ১৯৯১ চনত প্ৰকাশিত ইয়াৰ গ্ৰন্থপঞ্জীৰ বিশ্লেষণ কৰিলে দেখা যায় তাত ৩৬৪ খন কিতাপৰ উল্লেখ আছে। তাৰে অধিকাংশই সভাৰ সভাপতি/প্ৰধান সম্পাদক আদি ঘাই বিষয়ববীয়া সকলে লিখা/সম্পাদনা কৰা। উদাহৰণ স্বৰূপে সেই তালিকাত ড. মহেশ্বৰ নেওগৰ ২৭ খন, যতীন্দ্ৰনাথ গোস্বামীৰ ২৪ খন, হৰি প্ৰসাদ নেওগ আৰু ড. নগেন শইকীয়া দুয়োৰে ১৪ খনকৈ, আৰু অতুল চন্দ্ৰ হাজৰিকাৰ ৯ খন কিতাপ অন্তৰ্ভুক্ত। এই ৩৬৪ খন কিতাপৰে ৪২ খন জীৱনী আৰু স্মৃতিগ্ৰন্থ, ১৭ খন ৰচনাৱলী, ২৩ খন সাধুকথা, ১৮ খন অনুদিত পুথি। সভাই জনজাতীয় জীৱন, ভাষা আৰু সংস্কৃতিৰ বিষয়ে ৩৭ খন কিতাপ প্ৰকাশ কৰিলেও তাৰে ১৩ খনৰে লেখক হৈছে অসমীয়াভাষী ব্যক্তি। কিতাপবোৰৰ আয়তনৰ এটা বুজ সিবিলাকৰ বিক্ৰীমূল্যৰ পৰাই পাব পাৰি ঃ সেয়া ০.৬০ টকাৰ পৰা ৬.০০ টকা পৰ্যন্ত। ১৯৯০-৯১ সময় ছোৱাত প্ৰকাশিত ৪১ খন কিতাপৰ ভিতৰত মাত্ৰ ৫ খনহে জনজাতি, ঝাড়খণ্ডী আদিবাসী আদি (তথা

---

(২০) অতুল চন্দ্ৰ হাজৰিকাঃ অসম সাহিত্য সভাৰ ৰূপলেখা, পৃঃ ৩৫

(২১) শৰৎচন্দ্ৰ গোস্বামী ৰচনাৱলী, পৃঃ ১৭২

কথিত চাহ জনগোষ্ঠী) নিম্ন বৰ্গৰ মানুহৰ বিষয়ে। আনকি জ্ঞান-বিজ্ঞানৰ কিতাপো নগণ্য। সাধুকথাৰ কিতাপকিখন সচিত্ৰ নহয়, এতেকে শিশুৰ বাবে অনাকৰ্ষণীয়। সভাই ইংৰাজীত ২১ খন আৰু হিন্দীত ৩ খন কিতাপ প্ৰকাশ কৰিলেও কোনো জনজাতীয়/অসমীয়াভিন্ন থলুৱা ভাষাৰ কিতাপ উলিৱা নাই (জনজাতীয় সকলক অসমীয়া শিকাবৰ বাবে উলিৱা পুথিকিখন বাদ দিলে) .... ইয়াৰ পৰা এই কথা স্পষ্ট যে এইখন 'অসম' সাহিত্য সভা নহয়; 'অসমীয়া' সাহিত্য সভাহে। তিনিদশক জুৰি সভাৰ নেতৃত্ব বহন কৰা ড. নগেন শইকীয়াই ১৯৭৮ চনত কৈছিল যে তেতিয়ালৈকে সভাই প্ৰকাশ কৰা ১৫০ খন কিতাপৰ এক তৃতীয়াংশই জনজাতীয় জীৱন আৰু সংস্কৃতি বিষয়ক আছিল।[২২] ড° শইকীয়াৰ এই তথ্য অসত্য তথা অতিৰঞ্জিত। কাৰণ আনকি ১৯৯১ চনলৈকে সভাই ৪০৫ খনৰ ভিতৰত মাত্ৰ ৪০ খনহে, অৰ্থাৎ এক তৃতীয়াংশ নহয়, এক দশমাংশতকৈও কমহে তেনে বিষয়ক গ্ৰন্থ প্ৰকাশ কৰিছিল। আৰু ষাঠিপইচীয়া-ছুটকীয়াবোৰক 'গ্ৰন্থ' বুলি কোৱা যায় নে নাই, সেই প্ৰশ্নটো আছেই।

আনহাতে সভাৰ মুখপত্ৰ **অসম সাহিত্য সভা পত্ৰিকাখনো** দশকৰ পাছত দশক জুৰি অত্যন্ত অনিয়মীয়াকৈ প্ৰকাশ পাই আহিছে আৰু ইয়াৰ প্ৰচালনো অতিশয় সীমিত। ই আমাক মনত পেলাই দিয়ে সভাৰ ২৭,০০০ সদস্যৰ ১০০০ এহে বাতৰি কাকত পঢ়ে বুলি **সাদিনীয়া নৱযুগত** তাহানিতে প্ৰকাশ পোৱা তথ্যটিলৈ।[২৩] বাতৰিকাকতৰে যদি সেই দশা, মননশীল গ্ৰন্থৰ দশা বা কেনে হ'ব, সেয়া সহজেই অনুমেয়।

সভাৰ সময়-আনুক্ৰমিক বিকাশৰ বিষয়ে ক'বলৈ গ'লে চাহ-মালিক, সত্ৰাধিকাৰ আৰু ব্ৰিটিছ প্ৰভুসকলৰ বদান্য আৰ্থিক বৰঙণি সত্ত্বেও [২৪] পঞ্চাশৰ দশকৰ প্ৰথমছোৱালৈকে সাহিত্য-সভাই গা কৰি উঠিব পৰা নাছিল। স্বাধীনতা সংগ্ৰামৰ ঝঞ্ঝাবিক্ষুব্ধ দিনবোৰত সভাৰ অৱস্থা কেনে আছিল, অতুল চন্দ্ৰ হাজৰিকাৰ কৰ্তৃত্বশীল বিৱৰণীতে তাৰ ৰেঙণি স্পষ্ট। তেওঁ লিখিছে যে সভাৰ ১৯৪০ চনৰ যোৰহাট অধিবেশনত খোৱা-কামোৰা, হাই-কাজিয়া ধুমুহাৰ গতিৰে চলিছিল। তেনে সংঘাতৰ তদন্তৰ বাবে দুজন অৱসৰপ্ৰাপ্ত ন্যায়াধীশ আৰু এজন অধিবক্তাক লৈ এক তদন্ত সমিতি গঠন কৰিবলগীয়া হৈছিল।[২৫] তথাপিও আনকি ১৯৪৪ চনতো ভাঙণৰ ভূতে হাঁহি মাৰিছিল, কাজিয়া বাঢ়িছিল, আনকি সমান্তৰাল সভা গঢ়াৰো চেষ্টা চলিছিল।[২৬]

---

(২২) **সাম্প্ৰতিক সাময়িকী**, ফেব্ৰুৱাৰী-মাৰ্চ, ১৯৭৮, পৃঃ ৬১

(২৩) **সাদিনীয়া নৱযুগ**, ১৮-০১-১৯৬৭, শেহতীয়াকৈ **অসম সাহিত্য সভা পত্ৰিকা** প্ৰকাশ কৰে এক দিল্লীবাসী মাৰোৱাৰী ব্যৱসায়ীয়ে।

(২৪) ৰাধাকান্ত সন্দিকৈৰ নগদ ৩০,০০০/- টকাৰ বাহিৰেও দক্ষিণপাট আৰু মাহাৰাৰ সত্ৰাধিকাৰৰ ক্ৰমে ৫,০০০/ আৰু২,০০০/-টকা, ব্ৰিটিছ গভৰ্ণৰ চাৰ জন কাৰৰ ৪,০০০/-টকা। এই সকলো সংগৃহীত হয় ১৯২৩-২৫ চনত, অৰ্থাৎ অসহযোগ আন্দোলনৰ ঠিক পাছতে।

(২৫) **অসম সাহিত্য সভাৰ ৰূপলেখা**, পৃঃ ৭৪-৭৫

(২৬) ঐ, পৃঃ ৭৯

সুৰভি আৰু জয়ন্তীৰ সম্পাদক, তথা অসম সাহিত্য সভাৰো অন্যতম সভাপতি (১৯৩৬) ৰঘুনাথ চৌধাৰীয়ে পৰিস্থিতিটো বৰ্ণনা কৰি সাহিত্য সভাৰ অধিবেশন অনিয়মিত আৰু অনিশ্চিত হৈ পৰাত উদ্বেগ প্ৰকাশ কৰিছিল। আগতে বছৰি হোৱা এই অধিবেশন চাৰি বছৰৰ মূৰত পাতিবলৈও কাৰো গৰজ পৰা নাছিল এইছোৱা সময়ত।[২৭]

এইটো মন কৰিবলগীয়া যে সভাৰ আটাইতকৈ দীৰ্ঘকালীন সভাপতি হৈ থকা (মুঠতে ছুবছৰজুৰি) 'বাগ্মীবৰ' নীলমণি ফুকনেও তেওঁৰ জংগীপমা তথা 'অসম অসমীয়াৰ' ৰণধ্বনিৰেও সভাক এই 'ৰিপভান উইংকেল' সুলভ [২৮] কালনিদ্ৰাৰ পৰা জগাব পৰা নাছিল। আনকি অম্বিকাগিৰী ৰায়চৌধুৰীয়েও তেওঁৰ চৰম জাতীয়তাবাদী বাক্‌বিস্ফোৰণেৰেও সভাৰ ১৯৫০ চনৰ মাৰ্ঘেৰিটা অধিবেশনক চৰম ব্যৰ্থতাৰ পৰা ৰচাব নোৱাৰিলে। সেই অধিবেশনত অভিলেখসংখ্যক কম প্ৰতিনিধি গোট খালে; মুঠেই ১২ নে১৩ জন! হতাশাগ্ৰস্ত হৈ ৰায়চৌধুৰীয়ে সাহিত্য সভাৰ কলিজাত সোমোৱা বিষাক্ত বীজাণুটোৰ পৰা সভাক মুক্ত কৰিবলৈ ভগৱানক প্ৰাৰ্থনা জনালে।[২৯] অৱশ্যে ৰায়চৌধুৰীয়ে নাজানিছিল অথবা নজনাৰ ভাও ধৰিছিল যে সেই বিষাক্ত বীজাণু আৰু আন একো নহয়; সেয়া হৈছে স্বাধীনতা আন্দোলনৰ আলোড়নকাৰী ঘটনাপ্ৰবাহৰ প্ৰতি অমাৰ্জনীয় অৱহেলা। সভাৰ নেতৃবৃন্দৰ বুজন একাংশৰ এনে নীৰৱতাই ইয়াৰ ভেটি উছন তুলিবই খুজিছিল।[৩০]

ড° কবীন্দ্ৰ নাথ ফুকনে সঠিকভাৱেই আঙুলিয়াই দিছে যে দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত সভাই গ্ৰহণ কৰা সাম্ৰাজ্যবাদ - সহযোগী স্থিতিয়ে সময়ত বুমেৰাং হৈ সভাৰে পৰালি পেলাব খুজিছিল। তেওঁ ব্যাখ্যা আগবঢ়াই কৈছে যে সাম্ৰাজ্যবাদৰ প্ৰতি অসমীয়া মধ্যশ্ৰেণীয়ে গ্ৰহণ কৰা মেৰুদণ্ডহীন মনোভাৱেই চল্লিশৰ দশকত ইয়াৰ চৰম দুৰ্দশাৰ বাবে দায়ী।[৩১] সেয়েহে ক'ব পাৰি স্বাধীনতা আন্দোলনৰ সময়ত সভাৰ দুৰ্দশা আশ্চৰ্যকৰ কথা নহয়; আশ্চৰ্যকৰ কথা হ'ল স্বাধীনতা আন্দোলনৰ সত্বেও ই কেলঢোপ কেলঢোপকৈ হ'লেও বাচি থকাটোহে। অৱশ্যে তাৰ বাবে সভাই নতুন পৃষ্ঠপোষকৰ বাবে অপেক্ষা কৰিব লগা হ'ল। (ৰাজহাড়ৰ সমস্যা থাকিলে পৃষ্ঠ-পোষক অপৰিহাৰ্য!)

নতুন পৃষ্ঠপোষক পোৱা গ'ল শ্বিলঙত, 'স্বাধীন' অসমৰ ৰাজধানীত; কংগ্ৰেছ দলে এইবাৰ সাহিত্য সভাক ধনে-জনে-মনে সৰ্বাত্মক সহযোগৰ সিদ্ধান্ত ল'লে। সেয়েহে শ্বিলং অধিবেশনত কংগ্ৰেছী মন্ত্ৰীসভা উপস্থিত হ'লহি সদলবলে। কংগ্ৰেছী মন্ত্ৰী-বিধায়কসকলৰ ঘৰৰ দুৱাৰ খোল খাই গ'ল সাহিত্য সভাৰ প্ৰতিনিধিসকলৰ বাবে। অতুল চন্দ্ৰ হাজৰিকাৰ

---

(২৭) 'সুৰভি'ৰ সম্পাদকীয়, ভাদ, ১৮৬৮ শক (১৯৪৬ চন)

(২৮) ৱাশ্বিংটন আৰ্ভিঙৰ নায়ক ৰিপ ভান উইংকেলো ঠিক বিশ বছৰ শুইছিল।

(২৯) ৰায়চৌধুৰীৰ বিবৃতি, অসম সাহিত্য সভাৰ ৰূপলেখা, পৃঃ ৮৭-৮

(৩০) এইবোৰ অতুল চন্দ্ৰ হাজৰিকাৰে শব্দ (উক্ত গ্ৰন্থ) পৃঃ ৮৩-৯৫

(৩১) অসমীয়া সাহিত্যৰ বুৰঞ্জী, ষষ্ঠ খণ্ড, পৃঃ ২৭-২৮

মতে ৰাজ্যপাল আৰু মুখ্যমন্ত্ৰীকে ধৰি অসমৰ প্ৰায় সকলো ক্ষমতাধিষ্ঠিত ৰাজনীতিবিদেই শ্বিলঙত সভাৰ ছোঁ ঘৰত সোমায়। শ্বিলং অধিবেশনত উদাৰভাৱে প্ৰাপ্ত চৰকাৰী পৃষ্ঠপোষকতাৰ শলাগ ল'বলৈ যাওঁতেই এই কথাও উন্মোচিত হৈছে কেনেকৈ ব্ৰিটিছ-যুগত সভাই কংগ্ৰেছৰ বিৰুদ্ধে (তথা স্বাধীনতা সংগ্ৰামৰ বিৰুদ্ধে) লৈ অহা নীতিৰ অৱসান ঘটিল কংগ্ৰেছ শাসনত বহিছে বুলি খাটাংকৈ গম পোৱাৰ পাছতে।

কংগ্ৰেছৰ এই পৃষ্ঠপোষকতাই যে কেৱল বিত্তীয় বৰঙণিৰেহে সাহিত্য সভাক সজীৱ কৰি তুলিলে এনে নহয়; ই সভাৰ এক গুৰুতৰ তাত্ত্বিক সমস্যাৰো সমাধান সাধিলে। সেই সমস্যা আছিল এই যে বিদেশী ভাষা কোৱা বিদেশী শাসকৰ পদসেৱা কৰি জাতীয় ভাষা-সাহিত্যৰ কথা কোৱাটো দেখাতেই বিসংগতিপূৰ্ণ আৰু স্ব-বিৰোধমূলক আছিল। কিন্তু কংগ্ৰেছ-সাহিত্য সভাৰ হলি-গলিত তেনে তাত্ত্বিক স্ব-বিৰোধ আপাততঃ নাছিল। অচিৰেই সভা হৈ পৰিল কংগ্ৰেছৰ সাংস্কৃতিক শাখা সদৃশ; কংগ্ৰেছৰ হৈ তাৰ সূক্ষ্ম ৰাজনৈতিক-সাংস্কৃতিক কামবোৰ ই কান্ধপাতি ল'লে - কংগ্ৰেছৰ দায়িত্বত থাকিলে দৈনন্দিন ৰাজনৈতিক কামবোৰ।

পৰৱৰ্তী পৃষ্ঠাকিটাত আমি অসম সাহিত্য সভাৰ নেতৃত্বৰ শ্ৰেণী তথা জাতি-বৰ্ণগত বিন্যাসৰ বিশ্লেষণ কৰিম আৰু তাৰ পাছত দেখুৱাম কেনেকৈ ব্ৰিটিছ-পৃষ্ঠপোষকতাপ্ৰাপ্ত অনুষ্ঠান এটাৰ পৰা কংগ্ৰেছ-পৃষ্ঠপোষকতাপ্ৰাপ্ত অনুষ্ঠান এটালৈ সাহিত্য সভাৰ বিবৰ্তন ঘটিল। মধ্যশ্ৰেণীৰ স্বাৰ্থত, সেই শ্ৰেণীৰ নেতৃত্বত চলিত অসমীয়া জাতিগঠন প্ৰক্ৰিয়াত সাহিত্য সভা আৰু তাৰ নীতি-কৰ্মৰ ভূমিকা তথা তাৰ প্ৰতিক্ৰিয়াৰ বিষয়েও আমি আলচ কৰিম।

## সভা নেতৃত্বৰ সামাজিক-অৰ্থনৈতিক পটভূমি ঃ বিশ্লেষণ

সভাৰ সংগঠনত সভাপতি আৰু প্ৰধান সম্পাদক পদ দুটা, সেইটো ক্ৰমত, শক্তিশালী পদ। সভাপতি পদটো আজি কেইবছৰমানৰ আগলৈকে বছৰেকীয়া আছিল (একমাত্ৰ নীলমণি ফুকনে এই পদ ছবছৰ জুৰি দখলত ৰাখিছিল; আনহাতে ত্ৰৈলোক্যনাথ গোস্বামী আৰু সীতানাথ ব্ৰহ্মচৌধুৰী দুবছৰকৈ সভাপতি আছিল।) প্ৰধান সম্পাদকৰ পদটো সাধাৰণতে তাতকৈ দীঘলীয়া সময়ৰ বাবে এজনৰ দায়িত্বত থাকে। উদাহৰণ স্বৰূপে ড° নগেন শইকীয়া প্ৰায় একদশক জুৰি প্ৰধান সম্পাদকৰ দায়িত্বত থকাৰ উপৰিও দুবাৰকৈ সভাপতিও আছিল। সেইদৰে গোহাঞিবৰুৱা, চন্দ্ৰধৰ বৰুৱা, ডিম্বেশ্বৰ নেওগ, অতুল চন্দ্ৰ হাজৰিকা, বিনন্দ চন্দ্ৰ বৰুৱা, যতীন্দ্ৰ নাথ গোস্বামী, ড° মহেশ্বৰ নেওগ, চৈয়দ আব্দুল মালিক আদিয়ে প্ৰধান সম্পাদক তথা সভাপতিৰো পদ শুৱাইছিল ঃ সেয়েহে আমি ইয়াত সভাপতি পদ আৰু পদবীধাৰী সকলৰ সম্পৰ্কেহে বিশ্লেষণ আগবঢ়াইছোঁ। তলৰ তালিকাত সভাপতিসকলৰ নাম, সভাপতিত্ব কৰা অধিবেশনৰ স্থান, চন আৰু সভাপতিসকলৰ শ্ৰেণী- পটভূমি তথা ব্ৰিটিছ চৰকাৰৰ লগত সম্পৰ্ক উনুকিওৱা হৈছে ঃ

| ক্ৰম | চন | স্থান | সভাপতিৰ নাম | বৃত্তি/পদবী |
|---|---|---|---|---|
| ১ | ১৯১৭ | শিৱসাগৰ | পদ্মনাথ গোহাঞিবৰুৱা | ৰায়বাহাদুৰ, চৰকাৰী বিষয়া, বিধান পৰিষদৰ সদস্য, সাহিত্যিক পেঞ্চনাৰ। |
| ২ | ১৯১৮ | গোৱালপাৰা | চন্দ্ৰধৰ বৰুৱা | চাহ-মালিক, উকীল, ঘুৰণীয়া মেজমেললৈ অসমৰ প্ৰতিনিধি। |
| ৩ | ১৯১৯ | বৰপেটা | কালিৰাম মেধি | উপায়ুক্ত, 'ৰাৰ বিস্ক ইন্সিউৰেঞ্চ'ৰ বিশেষ বিষয়া। |
| ৪ | ১৯২০ | তেজপুৰ | হেমচন্দ্ৰ গোস্বামী | চৰকাৰী বিষয়া, সত্ৰীয়া পটভূমি। |
| ৫ | ১৯২৩ | যোৰহাট | অমৃতভূষণ দেৱঅধিকাৰী | শিক্ষক, সত্ৰাধিকাৰ। |
| ৬ | ১৯২৪ | ডিব্ৰুগড় | কনকলাল বৰুৱা | ৰায়বাহাদুৰ, মন্ত্ৰী, সাংসদ, চৰকাৰী বিষয়া। |
| ৭ | ১৯২৪ | গুৱাহাটী | লক্ষ্মীনাথ বেজবৰুৱা | সদাগৰ, ব্ৰিটিছ নিযুক্ত অবৈতনিক দণ্ডাধীশ। |
| ৮ | ১৯২৫ | নগাঁও | ৰজনীকান্ত বৰদলৈ | চাহ-মালিক, উপায়ুক্ত। |
| ৯ | ১৯২৬ | ধুবুৰী | বেণুধৰ ৰাজখোৱা | উপায়ুক্ত। |
| ১০ | ১৯২৭ | গোৱালপাৰা | তৰুণৰাম ফুকন | বিধায়ক, উকীল, কংগ্ৰেছ/স্বৰাজ পাৰ্টিৰ নেতা। |
| ১১ | ১৯২৯ | যোৰহাট | কমলাকান্ত ভট্টাচাৰ্য | ব্যৱসায়ী। |
| ১২ | ১৯৩০ | গোলাঘাট | মফিজুদ্দিন আহমদ হাজৰিকা | চৰকাৰী বিষয়া। |
| ১৩ | ১৯৩১ | শিৱসাগৰ | নগেন্দ্ৰনাৰায়ণ চৌধুৰী | জমিদাৰ। |
| ১৪ | ১৯৩৩ | উঃ লখিমপুৰ | জ্ঞানদাভিৰাম বৰুৱা | বেৰিষ্টাৰ, ই.এ.চি, চৰকাৰী বিষয়া, অধ্যক্ষ। |
| ১৫ | ১৯৩৪ | মঙ্গলদৈ | আনন্দ চন্দ্ৰ আগৰৱালা | ৰায়বাহাদুৰ, চাহ-মালিক, আৰক্ষী অধীক্ষক। |
| ১৬ | ১৯৩৬ | তেজপুৰ | ৰঘুনাথ চৌধাৰী | মুক্তিযোদ্ধা, আলোচনী সম্পাদক। |
| ১৭. | ১৯৩৭ | গুৱাহাটী | কৃষ্ণকান্ত সন্দিকৈ | উপাচাৰ্য, অধ্যক্ষ, চাহ-মালিক। |
| ১৮ | ১৯৪০ | যোৰহাট | ড.ময়িদুল ইছলাম বৰা | বিশ্ববিদ্যালয়ৰ অধ্যাপক। |
| ১৯ | ১৯৪৪ | শিৱসাগৰ | নীলমণি ফুকন | চাহমালিক, কাকত-সম্পাদক, ব্ৰিটিছপন্থী/কংগ্ৰেছী ৰাজনীতিক। |
| ২০ | ১৯৪৭ | ডিব্ৰুগড় | • | • |
| ২১ | ১৯৫০ | মাৰ্ঘেৰিটা | অম্বিকাগিৰী ৰায়চৌধুৰী | দোদুল্যমান মুক্তিযোদ্ধা, কাকত সম্পাদক। |
| ২২ | ১৯৫২ | শ্বিলং | ড. সূৰ্য্যকুমাৰ ভূঞা | ৰায়চাহাব, উপাচাৰ্য, ব্ৰিটিছ ৱাৰ ফ্ৰন্টৰ মুখ্য সংগঠক। |
| ২৩ | ১৯৫৪ | যোৰহাট | নলিনীবালা দেৱী | বৃত্তিধাৰী নহয়, পদ্মশ্ৰী। |

| ক্ৰম | চন | স্থান | সভাপতিৰ নাম | বৃত্তি/পদবী |
|---|---|---|---|---|
| ২৪ | ১৯৫৫ | গুৱাহাটী | যতীন্দ্ৰনাথ দুৱৰা | কলেজ অধ্যাপক। |
| ২৫ | ১৯৫৬ | ধুবুৰী | বেণুধৰ শৰ্মা | কংগ্ৰেছী, ৰাৰ ফ্ৰন্টৰ কৰ্মচাৰী। |
| ২৬ | ১৯৫৮ | তিনিচুকীয়া | পদ্মধৰ চলিহা | কলেজ অধ্যক্ষ, দণ্ডাধীশ। |
| ২৭ | ১৯৫৯ | নগাঁও | অতুল চন্দ্ৰ হাজৰিকা | কলেজ অধ্যাপক। |
| ২৮ | ১৯৬০ | পলাশবাৰী | ত্ৰৈলোক্য নাথ গোস্বামী | কলেজ অধ্যক্ষ। |
| ২৯ | ১৯৬১ | গোৱালপাৰা | " | " |
| ৩০ | ১৯৬৩ | নাজিৰা | ৰত্নকান্ত বৰকাকতি | মৌজাদাৰ। |
| ৩১ | ১৯৬৪ | ডিগবৈ | মিত্ৰদেৱ মহন্ত | শিক্ষক, সত্ৰাধিকাৰ। |
| ৩২ | ১৯৬৫ | নলবাৰী | ডিম্বেশ্বৰ নেওগ | নৰ্মাল স্কুলৰ অধীক্ষক। |
| ৩৩ | ১৯৬৬ | উঃ লখিমপুৰ | বিনন্দ চন্দ্ৰ বৰুৱা | প্ৰধানশিক্ষক। |
| ৩৪ | ১৯৬৭ | ডিব্ৰুগড় | নকুল চন্দ্ৰ ভূঞা | চাহ বাগিছাৰ মেনেজাৰ। |
| ৩৫ | ১৯৬৮ | তেজপুৰ | জ্ঞাননাথ বৰা | উকীল। |
| ৩৬ | ১৯৬৯ | বৰপেটা | আনন্দ চন্দ্ৰ বৰুৱা | চৰকাৰী কৰ্মকাৰী, ব্ৰিটিছ ৰাৰ ফ্ৰন্টৰ সাংস্কৃতিক সংগঠক। |
| ৩৭ | ১৯৭০ | ধিং | উপেন্দ্ৰ চন্দ্ৰ লেখাৰু | চৰকাৰী কলেজ অধ্যাপক। |
| ৩৮ | ১৯৭১ | মাকুম | তীৰ্থনাথ শৰ্মা | কলেজ অধ্যক্ষ, বিশ্বহিন্দু পৰিষদৰ কৰ্মকৰ্তা। |
| ৩৯ | ১৯৭২ | ধুবুৰী | হেম বৰুৱা | ৰাজনীতিবিদ (চচিয়েলিষ্ট), সাংসদ। |
| ৪০ | ১৯৭৩ | ৰঙিয়া | গিৰিধৰ শৰ্মা | কলেজ অধ্যক্ষ, আৰ. এচ. এচ. নেতা। |
| ৪১ | ১৯৭৪ | মঙলদৈ | ড. মহেশ্বৰ নেওগ | বিশ্ববিদ্যালয় অধ্যাপক। |
| ৪২ | ১৯৭৫ | তিতাবৰ | ড. সত্যেন্দ্ৰনাথ শৰ্মা | বিশ্ববিদ্যালয় অধ্যাপক। |
| ৪৩ | ১৯৭৬ | টিহু | যজ্ঞেশ্বৰ শৰ্মা | কলেজ অধ্যক্ষ। |
| ৪৪ | ১৯৭৭ | অভয়াপুৰী | চৈয়দ আব্দুল মালিক | অধ্যাপক, ৰাজনীতিক, পাছলৈ কংগ্ৰেছ সাংসদ। |
| ৪৫ | ১৯৭৮ | গোলাঘাট | প্ৰসন্নলাল চৌধুৰী | শিক্ষক, ব্ৰিটিছ ৰাৰ ফ্ৰন্ট কৰ্মচাৰী। |
| ৪৬ | ১৯৭৯ | গুৱালকুছি | অতুল চন্দ্ৰ বৰুৱা | দণ্ডাধীশ, এ চি এচ । |
| ৪৭ | ১৯৮০ | বহা | যতীন্দ্ৰনাথ গোস্বামী | কলেজ অধ্যাপক। |

| ক্ৰম | চন | স্থান | সভাপতিৰ নাম | বৃত্তি/পদবী |
|---|---|---|---|---|
| ৪৮ | ১৯৮১ | ডিফু | সীতানাথ ব্ৰহ্মচৌধুৰী | ৰাজনীতিক। |
| ৪৯ | ১৯৮৩ | তিনিচুকীয়া | „ | |
| ৫০ | ১৯৮৩ | বঙাইগাঁও | ড. বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য | অধ্যাপক। |
| ৫১ | ১৯৮৫ | বিহপুৰীয়া | যোগেশ দাস | অধ্যাপক। |
| ৫২ | ১৯৮৬ | কামপুৰ | বীৰেন বৰকটকী | কলেজ অধ্যক্ষ। |
| ৫৩ | ১৯৮৭ | পাঠশালা | ড. মহেন্দ্ৰ বৰা | বিশ্ববিদ্যালয় অধ্যাপক। |
| ৫৪ | ১৯৮৮ | হাইলাকান্দি | কীৰ্তিনাথ হাজৰিকা | 'দৈনিক অসম'ৰ সম্পাদক। |
| ৫৫ | ১৯৮৯ | ডুমডুমা | মহিম বৰা | অধ্যাপক। |
| ৫৬ | ১৯৯০ | বিশ্বনাথ চাৰি- | নৱকান্ত বৰুৱা | কলেজ উপাধ্যক্ষ। |
| ৫৭ | ১৯৯১ | দুধনৈ | ড. নিৰ্মলপ্ৰভা বৰদলৈ | বিশ্ববিদ্যালয় অধ্যাপক। |
| ৫৮ | ১৯৯২ | গোৰেশ্বৰ | লক্ষ্যধৰ চৌধুৰী | উকীল, জনতা পাৰ্টিৰ মন্ত্ৰী। |
| ৫৯ | ১৯৯৩ | শিৱসাগৰ | ড. ভূপেন হাজৰিকা | 'দাদা চাহাব ফাল্কে' বঁটাবিজয়ী, পেশাদাৰ গায়ক। |
| ৬০ | ১৯৯৪ | মৰিগাঁও | ড. লীলা গগৈ | বিশ্ববিদ্যালয় অধ্যাপক। |
| ৬১ | ১৯৯৫ | সৰ্থেবাৰী | হিতেশ ডেকা | শিক্ষক। |
| ৬২ | ১৯৯৬ | বোকাখাত | ড. লক্ষ্মীনন্দন বৰা | বিশ্ববিদ্যালয় অধ্যাপক। |
| ৬৩ | ১৯৯৭ | বিলাসীপাৰা | ড. নগেন শইকীয়া | বিশ্ববিদ্যালয় অধ্যাপক, অগপ দলৰ ৰাজ্যসভা সদস্য। |
| ৬৪ | ১৯৯৯ | হাজো | চন্দ্ৰপ্ৰসাদ শইকীয়া | বাতৰিকাকতৰ সম্পাদক। |
| ৬৫ | ২০০১ | ডিব্ৰুগড় | হোমেন বৰগোহাঞি | বাতৰিকাকতৰ সম্পাদক। |
| ৬৬ | ২০০৩ | লখিমপুৰ | ড° বীৰেন্দ্ৰনাথ দত্ত | বিশ্ববিদ্যালয়ৰ অধ্যাপক। |
| ৬৭ | ২০০৫ | ছিপাঝাৰ | কনকসেন ডেকা | বাতৰিকাকতৰ সম্পাদক। |
| ৬৮ | ২০০৭ | চাপৰ | | |

এই তালিকাখনত আমি ইচ্ছা কৰিয়েই আমাৰ গৱেষণাৰ সময়সীমা (১৯৬০ চন) চেৰাই গৈ আজিৰ তাৰিখলৈকে আগবাঢ়ি আহিছোঁ মূলতঃ এইটো দেখুৱাবৰ বাবেই যে '৬০ চনৰ আগৰ কথা বাৰ্তা চিন্তা-চৰ্চাবোৰ তাৰ প্ৰায় আধা শতিকাৰ পাছতো বাহাল আছে, সলনি হোৱা নাই বিশেষ। ওপৰৰ তালিকাখন বিশ্লেষণ কৰিলে আমি দেখা পাম সভাপতিসবৰ ভিতৰত তিনিজন ৰায়বাহাদুৰ, এজন ৰায়চাহাব, চাৰিজন ব্ৰিটিছ ৱাৰ ফ্ৰন্টৰ কাৰ্যকৰ্তা, চাৰিজন চাহ মালিক, এজন জমিদাৰ, চাৰিজন সত্ৰাধিকাৰ/সত্ৰীয়া পটভূমিৰ ব্যক্তি, এজন চাহ বাগিছাৰ মেনেজাৰ, তিনিজন উপায়ুক্ত, এজন পুলিচ অধীক্ষক, ছজন কলেজ-অধ্যক্ষ, দুজন সদাগৰ, তিনিজন উকীল, দুজন উপাচাৰ্য, পাঁচজন চৰকাৰী বিষয়া, নজন শিক্ষক, এজন মৌজাদাৰ আৰু কে'বাজনো বাতৰিকাকতৰ সম্পাদক। ৰাজনৈতিক ব্যক্তি কিজনৰ ভিতৰত দুজন আছিল মন্ত্ৰী তথা সাংসদ (তাৰে এজন ব্ৰিটিছ মনোনীত), তদুপৰি আছিল কংগ্ৰেছ, চচিয়েলিষ্ট তথা অসম গণ পৰিষদৰ এজনকৈ সাংসদ, ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ আৰু বিশ্ব হিন্দু পৰিষদৰ দৰে সাম্প্ৰদায়িক সংগঠনৰ দুজন নেতা আৰু আন কে'বাজনো পেশাদাৰ ৰাজনৈতিক নেতা। চমুকৈ ক'বলৈ গ'লে সাহিত্য সভাৰ সভাপতিসকলক বছা হৈছিল চাহমালিকৰ পৰা উপায়ুক্ত হৈ, সত্ৰাধিকাৰলৈকে, বিশ্ববিদ্যালয়ৰ পৰা কলেজ অধ্যাপকলৈকে এনে ধৰণৰ উচ্চ বিত্ত, মধ্যবিত্তৰ মাজৰ পৰা; আনকি নিম্নবিত্তৰ ঠাঁয়ো তাত কমেইহে আছিল।

জনগোষ্ঠীগত বিচাৰৰ পৰা ক'বলৈ গ'লে অসমৰ জনসংখ্যাৰ প্ৰায় ৫০% গঠন কৰা দুই সুবিপুল সম্প্ৰদায়, পঞ্চাশ লাখতকৈও বেছি ঝাড়খণ্ডী/আদিবাসী আৰু প্ৰায় সমসংখ্যক অভিবাসী মুছলীমৰ বাবে কেৱল অসম সাহিত্য সভাৰ সভাপতিসকলৰ মাজতেই নহয়, আনকি উপসভাপতি/প্ৰধান সম্পাদকসকলৰ ভিতৰতো অন্ততঃ প্ৰথম আশী বছৰত স্থান ওলোৱা নাছিল। আজিও নাই বুলিয়েই ক'ব পাৰি। এইছোৱা সময়ৰ ভিতৰত কেৱল দুজন জনজাতি, তিনিজন মুছলীম আৰু তিনিজন আহোমেহে সাহিত্য সভাৰ সভাপতি পদৰ বাবে যোগ্য বুলি বিবেচিত হৈছে। মহিলা সভানেত্ৰীৰ সংখ্যা মাথো দুই হৈয়ে ৰৈছে। অসমীয়াৰ বাহিৰেও অন্যভাষা-ভাষী থলুৱা জনজাতিৰ পৰা সভাপতি পোৱা গৈছে মাত্ৰ এজন- সীতা নাথ ব্ৰহ্মচৌধুৰী। তাৰ বিপৰীতে সভাপতিসকলৰ ৭৫% ই হৈছে অসমীয়া বৰ্ণহিন্দু; অসমৰ জনসংখ্যাৰ যিসকল মুঠেই ১৩%। সভাৰ সভাপতিৰ নেতৃত্বদায়ী পদত অধিস্থিতসকলৰ জনগোষ্ঠী আৰু লিংগভিত্তিক বিশ্লেষণ কৰিলে এনেধৰণৰ ছবি এখনহে ফুটি উঠে ঃ

| সম্প্ৰদায় | ৰাজ্যখনৰ জনসংখ্যাৰ ভিতৰত সম্প্ৰদায়টোৰ শতাংশ | সভাপতিৰ পদত সম্প্ৰদায়টোৰ শতাংশ |
|---|---|---|
| চাহ-বাগিছাৰ আদিবাসী আৰু চৰ অঞ্চলৰ অভিবাসী মুছলমান একেলগে | ৫০% | ০% |
| অনুসূচিত জাতি | ৭.৫% | ১.৫% |
| অনুঃ জনজাতি | ১২.৫% | ৩ % |

| | | |
|---|---|---|
| অসমীয়া মুছলমান | জনা নাযায় | ৫% |
| নাৰী | ৫০% | ৩% |
| বৰ্ণহিন্দু | ১৩% | ৭৫% |
| অন্যান্য | জনা নাযায় | অৱশিষ্ট |

এই মোটামুটি ধৰণৰ পাৰিসাংখ্যিক ছবিখনে সাহিত্য সভাৰ ভিতৰৰ ক্ষমতাৰ বিন্যাসকে উদঙাই দিয়ে। কোনোবাই বৰ্ণহিন্দু ব্যতিৰেকে আন জনগোষ্ঠীৰ মাজত সাহিত্যৰ প্ৰতিভা কম বুলি ঠেকচিণ্ডা যুক্তি দেখুৱাব পাৰে। কিন্তু তেনে জনগোষ্ঠী তথা অসমীয়া নাৰীৰ মাজত অজস্ৰ অবহেলিত সাহিত্য প্ৰতিভা থকাৰ সাক্ষ্য আছে। তথাপিও যদি সেইবোৰ অনাবিষ্কৃত অবহেলিত থাকি যায় তেনেহ'লে সেই দোষে সাহিত্য সভাকো নোছোৱাকৈ নাথাকে।

## ব্ৰিটিছ অনুগত, ক্ষমাপ্ৰাৰ্থী শ্ৰেণীটো

*.......... I have just written a note to Ratneswar Babu telling him how much we had all enjoyed the various convocation entertainments you had provided. The fireworks and theatre were so particualarly good that I feel we ought to thank you specially for your share of the work. Would you please tell your colleagues in the sub-committees how pleased we and all your guests from the north have been.* (৩২)

- Sd. R. Frilled 14-12-1911

ওপৰৰ চিঠিখন লিখা হৈছিল (অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক প্ৰধান সম্পাদক) শৰৎ চন্দ্ৰ গোস্বামীলৈ; লিখিছিল মঙলদৈৰ ব্ৰিটিছ মহকুমাধিপতি আৰ ফ্ৰিলড চাহাবে। উপলক্ষ্যটো আছিল ইংলেণ্ডত সম্ৰাট পঞ্চম জৰ্জৰ অভিষেক। তাকে কেন্দ্ৰ কৰি দিল্লীকে ধৰি দেশৰ বিভিন্ন ঠাইত দৰবাৰ পতা হৈছিল। গোস্বামীয়ে মঙলদৈত শিক্ষা বিভাগত কাম কৰি থকা সময়ত তেনেদৰে আনন্দ উৎসৱ আয়োজন কৰাত আগ-ভাগ লৈছিল। সেই আনন্দ উৎসৱ চাবলৈ ভিতৰুৱা গাঁৱৰ পৰা ৰাইজ ভাঙি-ভোঁহৰি আহিছিল। ব্ৰিটিছ প্ৰভুসকলো প্ৰীত-প্ৰসন্ন হৈছিল। ওপৰৰ চিঠিখনে তাৰে স্বাক্ষৰ বহন কৰিছে।

বিশিষ্টা লেখিকা নিৰুপমা বৰগোহাঞিয়ে তেওঁৰ সাহিত্য অকাডেমী বঁটাপ্ৰাপ্ত ঐতিহাসিক উপন্যাস অভিযাত্ৰীত শৰৎচন্দ্ৰ গোস্বামীৰ ব্ৰিটিছ আনুগত্যৰ সম্পৰ্কে এনেকৈ লিখিছে ঃ

*আন এজন মানুহৰ কথা মনত পৰিলেও (চন্দ্ৰপ্ৰভা শইকীয়া) খঙত উত্তেজিত হৈ পৰে। সেইজন হ'ল শিক্ষা বিভাগৰ পৰিদৰ্শক শৰৎ চন্দ্ৰ গোস্বামী .. (তেওঁ) ব্ৰিটিছ চৰকাৰৰ*

(৩২) শৰৎ চন্দ্ৰ গোস্বামীৰ চমু জীৱনী

*যি আনুগত্য দেখুৱালে সেই কথাৰ স্মৰণত চন্দ্ৰ শ্ৰাদ্ধৰ কামৰ মাজতো খণ্ডত উত্তেজিত হৈ পৰিল।*

ছাত্ৰসকলৰ ওপৰত পুলিচী অত্যাচাৰ সহিব নোৱাৰিয়েই বৰপেটা গভৰ্ণমেণ্ট হাইস্কুলৰ প্ৰধান শিক্ষক যাদব চন্দ্ৰ দাসে তেওঁৰ পদৰ পৰা ইস্তফা দিছিল। তেওঁ পাছত বৰপেটাৰ প্ৰথম বে-চৰকাৰী বিদ্যালয়খন গঢ়ি তুলিছিলগৈ। বৰগোহাঞিয়ে সেয়ে লিখিছে কেনেকৈ চন্দ্ৰ প্ৰভাই গোস্বামীক সুধিছিল '*আপুনি জানেনে, আপোনাৰ এনে ধৰণৰ শিক্ষাক ল'ৰাবোৰে ঘৃণা কৰে।*'(৩৩)

সেয়েহে আচৰিত হ'ব লগা একো নাথাকে যেতিয়া সাহিত্য সভাৰ জন্মলগ্নত ব্ৰিটিছ চীফ কমিশ্যনাৰ কৰ্ণেল পি. আৰ. টি. গৰ্ডন চাহাবক সেইজন গোস্বামীয়ে ৰঙা শৰাই দি আবাহন কৰে আৰু গৰ্ডন চাহাবেও আমন্ত্ৰণ ৰক্ষা কৰি সভাক তেওঁৰ পদ ধূলা-ধন্য কৰে। সন্দেহবাদী সকলে অৱশ্যে স্বাধীনতা সংগ্ৰামৰ সম্পৰ্কত সভাৰ স্বৰ্গীয় নীৰৱতা আৰু সভাৰ প্ৰতি ব্ৰিটিছৰ বুজন অৰ্থৰ টোপোলাৰ মাজতো সম্বন্ধ বিচাৰিব খোজে। কোৱা বাহুল্য ব্ৰিটিছৰ প্ৰতি অচলা আনুগত্যৰ বিনিময়ত সভালৈ বুজন চৰকাৰী অনুদান আদায়ত প্ৰতিষ্ঠাপক প্ৰধান সম্পাদক গোস্বামীয়েই প্ৰধান ভূমিকা লৈছিল।

এই ক্ষেত্ৰত গোস্বামী অৱশ্যে অকণো অকলশৰীয়া নাছিল। সভাৰ প্ৰথম সভাপতি গোহাঞিবৰুৱাও ব্ৰিটিছৰ দাসত্ব স্বীকাৰত অকণো পৰাঙ্মুখ নাছিল। তেওঁ আছিল ৰায়চাহাব, ৰায়বাহাদুৰ, প্ৰথম অসমীয়া সাহিত্যিক-পেঞ্চনাৰ (যাৰ পেঞ্চনৰ সিদ্ধান্ত হৈছিল খোদ লণ্ডনত), আৰু আনকি বিধান পৰিষদৰ মনোনীত সদস্য। এতেকে মান-মৰ্যাদাবোৰৰ উপৰিও গোহাঞিবৰুৱাই দুটাকৈ আৰ্থিক অনুদান পেঞ্চনৰ ৰূপত ব্ৰিটিছৰ পৰা পাই আহিছিল।

১৯১৯ চনৰ আসাম এচ'চিয়েশ্যনৰ সভাপতিৰ অভিভাষণত এইজন গোহাঞিবৰুৱাই কৈছিলঃ

আমাৰ বিশেষ আনন্দ এয়ে যে, এই কালান্তক মহাৰণৰ সামৰণিত ***আমাৰ পক্ষৰেই জয় আৰু আমাৰেই গৌৰৱ লাভ হ'ল।.... আমাৰ ভাৰতবৰ্ষত শান্তি উৎসৱ বিৰাট আয়োজনেৰে পতা হৈছিল।.... আজি তাৰ সুখ সোঁৱৰণীৰ সোণামুৱা ছেগত, আহক, আমি ৰাজভক্ত অসমীয়া প্ৰজাই উৰ্দ্ধবাহু হৈ উবুৰিয়াই আমাৰ ৰজা, ৰাণী আৰু ৰাজপৰিয়াললৈ আন্তৰিক প্ৰীতিভক্তি জনাওঁ আৰু ঈশ্বৰৰ চৰণত সিবিলাকৰ দীৰ্ঘজীৱন আৰু জয় যুগুতি কামনা কৰোঁহক।***(৩৪) (গুৰুত্ব আমাৰ)

*গোহাঞিবৰুৱাই উষাৰ পাতত বেজবৰুৱাৰ 'এংলো ইণ্ডিয়ান' নামৰ লেখনী এটা* প্ৰকাশ কৰাৰ বাবেও ৰাজহুৱাভাৱে দুখপ্ৰকাশ কৰিছিল। তেওঁ প্ৰবন্ধটো প্ৰত্যাহাৰ কৰিও লৈছিল। এই ঘটনাটোৱে গোহাঞিবৰুৱাৰ বিশেষভাৱে কুখ্যাতি কৰিছিল কাৰণ ইয়াকে কেন্দ্ৰ কৰি বেজবৰুৱাই তেওঁক মোক্ষম আঘাত হানিছিল। এই অধ্যায়তে আমি দেখুৱাইছোঁ কেনেকৈ বেজবৰুৱাই 'ভোকেন্দ্ৰ বৰুৱা'ৰ উপাখ্যানৰ জৰিয়তে গোহাঞিবৰুৱাক ব্যংগ কৰিছিল- কাল্পনিক ভোকেন্দ্ৰ বৰুৱাক মৰাণ সম্প্ৰদায়ৰ নেতা (গোহাঞিবৰুৱা আহোম

(৩৩) **অভিযাত্ৰী**, গুৱাহাটী, ১৯৯৬, পৃঃ ২২৬

(৩৪) বিজনলাল চৌধুৰীৰ **জোনাকীৰ আলোড়ন**, পৃঃ ৯২ৰ পৰা উদ্ধৃত

সম্প্ৰদায়ৰ নেতা আছিল, কিন্তু তেওঁলোকৰ বংশটোক মৰাণ বৰুৱাৰ ঘৰ বুলি কোৱা হৈছিল), ব্ৰিটিছৰ চোৰাংচোৱা আদি বুলি উপলুঙা ক'ৰাৰ জৰিয়তে এইপাত শেল হনা হৈছিল।[৩৫]

পাছে ব্ৰিটিছ আনুগত্যৰ প্ৰশ্নত বেজবৰুৱাৰ আনক ব্যংগ কৰাৰ নৈতিক অধিকাৰ আছে নে নাই তাক লৈও প্ৰশ্ন উঠিব পাৰে। কাৰণ প্ৰথম বিশ্বযুদ্ধৰ সময়ত অসমীয়াসকলক ব্ৰিটিছৰ হৈ লাচিতৰ দৰে যুঁজিবলৈ তেঁৱেঁইতো আহ্বান জনাইছিল।[৩৬] বিজনলাল চৌধুৰীয়েও দেখুৱাইছে কেনেকৈ 'স্বাধীন' ব্যবসায়ী বেজবৰুৱাই সততে ব্ৰিটিছৰ ভৰিত তেল ঘঁহিব লাগিছিল আৰু তেওঁলোকক সন্তুষ্ট কৰিবলৈ বহু তললৈ নামিব লাগিছিল।

বেজবৰুৱাযে বিদেশী ব্ৰিটিছৰ প্ৰতি আনুগত্য প্ৰকাশত কাতোকৈ কম নাছিল, তাৰ সাক্ষ্যও তলত দিয়া তথ্যটোৰ পৰাই পোৱা যায়। বাঁহীৰ প্ৰথম বছৰ অষ্টম সংখ্যাত (১৮৩২ শক, ১৯১০ চন), বেজবৰুৱাই এনেকুৱাই এটা box news প্ৰকাশ কৰিছিলঃ

> **আমাৰ ৰজা ভাৰতেশ্বৰ সম্ৰাট সপ্তম এডবাৰ্ড আৰু ইহজগতত নাই**
>
> মে' মাহৰ ৬ তাৰিখ, শুকুৰবাৰে ৰাতি ১১-৪৫ মিনিটত তেখেত ঢুকাল। ৰজাৰো ৰজা সম্ৰাটৰো সম্ৰাট সপ্তম এড্‌বাৰ্ডক হেৰুৱাই আজি সসাগৰা পৃথিৱীৰ লোক শোকত মগন। আমাৰ নতুন ৰজা সম্ৰাট পঞ্চম জৰ্জ। আমি অতি আনন্দেৰে তেওঁৰ প্ৰতি আমাৰ ৰাজভক্তি দেখুৱাওঁ। বিশ্ব ব্ৰহ্মাণ্ডৰ পৰমেশ্বৰে তেওঁক দীৰ্ঘায়ু কৰক, আমাৰ এই প্ৰাৰ্থনা।

সভাৰ দ্বিতীয় সভাপতি তথা চাহ-মালিক চন্দ্ৰধৰ বৰুৱায়ো তেওঁৰ সভাপতিৰ অভিভাষণত ব্ৰিটিছৰ প্ৰতি এনেকৈ প্ৰশংসা বৰ্ষণ কৰিছিলঃ

*এই পৃথিৱীব্যাপী মহাৰণে মনুষ্যসমাজৰ নথৈ অনিষ্ট কৰিলে। ... কিন্তু ব্ৰিটিছ সাম্ৰাজ্যৰ এই ৰণে এহাতে অশেষ হানি কৰিলে যদিও ইহাতে বহুত উপকাৰো নকৰাকৈ থকা নাই। .. পৃথিৱীত যেন সোনকালে আকৌ শান্তিয়ে নিৰ্বিবাদে বিৰাজ কৰে আৰু সেই শান্তিকে অনন্ত কালৰ কাৰণে ৰক্ষা কৰিবলৈ জগদীশ্বৰে ব্ৰিটিছ সাম্ৰাজ্যক যোত্ৰবান কৰে- এই সাহিত্য সভাৰ সকলো সভ্যৰে এয়ে নিশ্চয় একান্ত বাঞ্ছা; কাৰণ সাহিত্যই গা কৰিবলৈ হ'লে শান্তিৰ শীতল ছাঁৰ একান্ত প্ৰয়োজন।*[৩৭]

আচৰিত হ'ব লগা নাথাকে যেতিয়া এনে আনুগত্যৰ বাবেই তেওঁ ১৯৩০-৩১ চনত লণ্ডনত বহা ঘূৰণীয়া মেজমেললৈ অসমৰ একমাত্ৰ প্ৰতিনিধি ৰূপে আমন্ত্ৰিত হয়। মন কৰিবলগীয়া যে স্বাধীনতা ৰণৰ মাজভাগতে, কংগ্ৰেছৰ বিৰোধিতা চেৰাই, আহোম নেতৃবৃন্দক নেওচি বৰুৱাই ঘূৰণীয়া মেজমেলত উপস্থিত হৈছিলগৈ। দ্বিতীয় ঘূৰণীয়া মেজমেলত হেষ্টিংচ মহানগৰৰ ব্ৰিটিছ মেয়ৰজনে বৰুৱাৰ সন্মানাৰ্থে এক ভোজমেল পাতিছিল। ৰাজ্য পৰিষদ তথা অসম বিধান পৰিষদলৈও বৰুৱা মনোনীত হৈছিল অসমৰ চাহ মালিকৰ প্ৰতিনিধি হিচাপে।[৩৮] অৱশ্যে বৰুৱাই ঘূৰণীয়া মেজমেলত মুক্তি যুঁজৰ বিৰুদ্ধে একো কোৱা নাছিল, সেয়া তাৎপৰ্যপূৰ্ণ। তেতিয়াৰ মধ্যপন্থী ৰাজনীতি তেনেকুৱাই আছিল, নিৰপেক্ষ; স্বাধীনতাৰ সপক্ষে বিপক্ষে বিশেষ একো ক'ব লগা নাথাকে।

---

(৩৫) বেজবৰুৱা গ্ৰন্থাৱলী, প্ৰথম খণ্ড, পৃঃ ৭১৮

(৩৬) এই গ্ৰন্থৰ 'জাতীয় সংস্কৃতিৰ নিৰ্মান' অধ্যায়ৰ 'বীৰ পূজা' অংশটো চাওক।

(৩৭) চন্দ্ৰধৰ বৰুৱা ৰচনাৱলী, পৃষ্ঠা ৪৫৪

(৩৮) ঐ, পৃষ্ঠা ২২ আৰু ডিম্বেশ্বৰ দয়াল শৰ্মা ঃ সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা

সভাৰ আন সভাপতিসকলৰ স্থিতি তথা দৃষ্টিও তেনেকুৱাই আছিল। হেমচন্দ্ৰ গোস্বামী আৰু মফিজুদ্দিন আহমদ হাজৰিকা আছিল ব্ৰিটিছ চৰকাৰৰ নিষ্ঠাবান কৰ্মচাৰী, তেওঁলোকৰ বাবে চৰকাৰ বিৰোধিতা আছিল আকাশ কুসুম। আন এজন সভাপতি জ্ঞানদাভিৰাম বৰুৱা আছিল চৰকাৰী অতিৰিক্ত সহকাৰী আয়ুক্ত তথা চৰকাৰী আইন কলেজৰ অধ্যক্ষ। সেয়েহে 'মোৰ নিজৰ অসম' কবিতাত তেওঁ উচ্ছসিত কণ্ঠে ব্ৰিটিছৰ জয়গান গাব পাৰিছিল।

সভাৰ আন এক সভাপতি কনকলাল বৰুৱাক[৩৯] ব্ৰিটিছ চৰকাৰে ৰায়বাহাদুৰ উপাধিৰে সন্মানিত কৰিছিল। তদুপৰি তেওঁ এক দশকৰ বাবে ( ১৯২৯-৩৯) ব্ৰিটিছ চৰকাৰৰ অধীনত মন্ত্ৰী ৰূপে মনোনীত হৈছিল। বিধানসভাত তেওঁ 'বাণিজ্য আৰু উদ্যোগ সমষ্টি'ৰ পৰা প্ৰতিনিধিত্ব কৰিছিল। স্বাভাৱিকতে বৰুৱা আছিল জীৱনজুৰি বিশ্বস্ত ব্ৰিটিছ ভকত। তেওঁ এজন সাংসদ (ৰাজ্যসভাৰ সদস্য) আৰু সঞ্চালক পৰ্যায়ৰ চৰকাৰী বিষয়া আছিল।

ৰজনীকান্ত বৰদলৈ, বেণুধৰ ৰাজখোৱা আৰু কালিৰাম মেধি, সাহিত্য সভাৰ এই তিনিওজন সভাপতি আকৌ আছিল ব্ৰিটিছ চৰকাৰৰ উপায়ুক্ত। বৰদলৈ চাহ মালিকো আছিল। তেওঁ আৰু মেধি সত্ৰ পটভূমিৰ পৰা আহিছিল। ব্ৰিটিছক ক্ষুণ্ণ কৰিব পৰা কোনো কথা তেওঁলোকৰ মুখত নুফুটিছিল। তেওঁলোকৰ লেখনীতো সেয়ে মুক্তি যুঁজৰ কোনো প্ৰতিধ্বনি নাই।

আনন্দচন্দ্ৰ আগৰৱালা ইমানেই সফল পুলিচ অধীক্ষক আছিল যে পৰম প্ৰসন্ন ব্ৰিটিছ চৰকাৰে তেওঁক ৰায়বাহাদুৰ খিতাপ দিছিল। সেয়া আছিল আন্দোলন দমনৰ পুৰস্কাৰ। মজাৰ কথা যে সাহিত্য সভাৰ এইজন সভাপতিয়ে আন এজন সভাপতি ৰঘুনাথ চৌধাৰীক আন্দোলনত যোগ দিয়া বাবে গ্ৰেপ্তাৰ কৰিছিল।

কনকলাল বৰুৱাৰ দৰে বুৰঞ্জীচৰ্চা কৰা ড° সূৰ্য কুমাৰ ভূঞাই আকৌ তেওঁৰ আনুগত্যৰ বাবে ব্ৰিটিছ চৰকাৰৰ পৰা ৰায়চাহাব খিতাপ পাইছিল। তেওঁ ব্ৰিটিছৰ কুখ্যাত ৱাৰফ্ৰণ্টৰো মুখ্যসংগঠক / সঞ্চালক আছিল। অৱশ্যে আমাৰ দেশৰ শোষণ লুণ্ঠনকাৰী ব্ৰিটিছ সাম্ৰাজ্যবাদৰ লগত প্ৰত্যক্ষ সহযোগৰ ক্ষেত্ৰত ড° ভূঞা অকলশৰীয়া নাছিল। বেণুধৰ শৰ্মাৰ মতে ড° ভূঞাই সদায় ব্ৰিটিছ চৰকাৰক সমৰ্থন কৰিছিল। তেওঁ প্ৰতি জিলাতে ব্ৰিটিছ ৱাৰ ফ্ৰন্ট গঢ়ি তুলিছিল। বেণুধৰ শৰ্মাক তেওঁ মাহে ১০০০ টকা দৰ্মহাত শিৱসাগৰ মহকুমাত ৱাৰ ফ্ৰণ্টৰ সংগঠক নিযুক্তি দিছিল। একেদৰে ড° ভূঞাই বৰপেটাত প্ৰসন্নলাল চৌধুৰী আৰু নগাঁৱত কমলানন্দ ভট্টাচাৰ্যক নিযুক্তি দিছিল।[৪০]

আমোদজনক কথা যে কমলানন্দ ভট্টাচাৰ্যৰ বাহিৰে বেণুধৰ শৰ্মাৰ স্বীকাৰোক্তিত উল্লেখিত কেউজন ব্যক্তিয়েই আছিল অসম সাহিত্য সভাৰ সভাপতি। সভাৰ আন এজন সভাপতি আনন্দচন্দ্ৰ বৰুৱায়ো ব্ৰিটিছ ৱাৰ ফ্ৰণ্টৰ সাংস্কৃতিক বিভাগৰ হৈ (বৰ্তমান পাকিস্তানৰ

(৩৯) জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী : পৃষ্ঠা ৩০৬

(৪০) ডেউকা, জুন-জুলাই ১৯৯৩ সংখ্যাত প্ৰকাশিত 'স্বাধীনতা আন্দোলনত *অসমীয়া বুদ্ধিজীৱীৰ ভূমিকা*' প্ৰবন্ধৰ ( লেখক ড° ৰমেশ কলিতা) পৰা উদ্ধৃত

অন্তৰ্গত) কৰাচীত কাৰ্যনিৰ্বাহ কৰিছিলগৈ। অন্যতম সভাপতি কালিৰাম মেধিও আছিল 'ৰাব ৰিস্ক ইন্সিউৰেঞ্চ'ৰ বিশেষ বিষয়া।

সভাৰ আন এক সভাপতি নীলমণি ফুকন ১৯৩৫ চনলৈকে স্বাধীনতা সংগ্ৰামৰ প্ৰচণ্ড বিৰোধী আছিল।[৪১] ড° হীৰেন গোঁহায়েও মন্তব্য কৰিছে যে স্বাধীনতা সংগ্ৰামৰ বিৰোধিতা কৰোঁতে নীলমণি ফুকন চাহ মালিকৰ স্বাৰ্থৰ দ্বাৰা পৰিচালিত হৈছিল।[৪২] এই কথা সভাৰেই অন্যতম সভাপতি অতুল চন্দ্ৰ হাজৰিকায়ো খোলাখুলিকৈয়ে স্বীকাৰ কৰিছে।[৪৩]

এইক্ষেত্ৰত ঐকমত পোষণ কৰি ড০ অমলেন্দু গুহই কৈছে-

***Nilamoni Phukan, an elected member, generally voted with the government on all vital political issues, he said in the same budget session next day........ 'I donot consider British occupation as necessary evil, nor the sole outcome of merchant adventures. This connection has come to stay for the good of both Englishmen and Indians.'*** [৪৪]

... এই গ্ৰন্থৰ পাতে পাতে এই কথা প্ৰমাণিত হৈছে যে বিদেশী সাম্ৰাজ্যবাদী শাসকৰ প্ৰতি এনে প্ৰশ্নাতীত আনুগত্যই অতিকৈ পশ্চাদপদ আৰু প্ৰতিক্ৰিয়াশীল উগ্ৰজাতিদম্ভৰ জন্ম দিয়ে, যি আকৌ (অসমীয়া) জাতিগঠন প্ৰক্ৰিয়াটোকে আঘাত হানে।

নীলমণি ফুকন অৱশ্যে অসম সাহিত্য সভাৰ সভাপতি হোৱা একমাত্ৰ চাহ মালিক নাছিল। চন্দ্ৰধৰ বৰুৱা, আনন্দচন্দ্ৰ আগৰৱালা, ৰজনীকান্ত বৰদলৈ, কৃষ্ণকান্ত সন্দিকৈ আদিও চাহ মালিক আছিল। আন এজন সভাপতি নকুল চন্দ্ৰ ভূঞা আছিল ব্ৰিটিছ বাগিছাৰ জ্যেষ্ঠ পৰিচালক। ইফালে লক্ষ্মীনাথ বেজবৰুৱাৰ দেউতাক দীননাথ বেজবৰুৱা আৰু গোহাঞি বৰুৱাৰ ভনীজোঁৱায়েক ৰাধাকান্ত সন্দিকৈ, হেমচন্দ্ৰ গোস্বামীৰ ভায়েক, জোঁৱায়েক আদিৰো চাহ বাগিছা আছিল। এই অসমীয়া চাহ মালিকসকল তেওঁলোকৰ চাহ বেচিবৰ বাবে সম্পূৰ্ণৰূপে ব্ৰিটিছ চাহ মালিকৰ ওপৰত নিৰ্ভৰশীল আছিল। আনকি বস্তুতৰে নিজৰ কাৰখানাও নাছিল। তাহানিৰ কথা বাদ দিলেও আজিৰ তাৰিখতো সমগ্ৰ পৃথিৱীৰ চাহৰ বজাৰৰ প্ৰায় ৯০ শতাংশ নিয়ন্ত্ৰণ কৰে ইউনিলিভাৰ বোলা এক ব্ৰিটিছ বহুজাতিকে। এনেবোৰ কাৰণতে অসমীয়া চাহমালিকসকল আৰু তেওঁলোকৰ ভিতৰৰে অসম সাহিত্য সভাৰ সভাপতি চাহমালিক সকলৰো ব্ৰিটিছ নিৰ্ভৰতা আছিল নিৰংকুশ। (অসমীয়া চাহ মালিকৰ সম্পৰ্কে বিতং আলোচনাৰ বাবে এই গ্ৰন্থৰ অন্তিম অধ্যায় চাওক।)

চৰকাৰী চাকৰিয়াল হিচাপেই হওক, ৰাজনীতিবিদ হিচাপেই হওক, 'স্বাধীন' পুঁজিপতি হিচাপেই হওক, অসমীয়া পেটিবুৰ্জোৱাবাজি / প্ৰটবুৰ্জোৱাবাজি / মধ্যশ্ৰেণীৰ

---

(৪১) **জেউকা, জুন-জুলাই, ১৯৯৩, উল্লেখিত প্ৰবন্ধ**

(৪২) ***'বুদ্ধিজীৱীৰ ভূমিকা আৰু দায়িত্ব'***, **জেউকা, জুন-জুলাই, ১৯৯৩**

(৪৩) ***'বাগীৱৰ ফুকনৰ উপাখ্যান'***, **প্ৰকাশ, আগষ্ট চেপ্টেম্বৰ, ১৯৮০**

(৪৪) **Planter Raj to Swaraj, PP 150-1**

নেতৃবৃন্দৰ ব্ৰিটিছৰ লগত থকা এনে ঘনিষ্ঠ সম্পৰ্কই সভাৰ মঞ্চত ব্ৰিটিছ বিষয়াবৃন্দৰ বাৰম্বাৰ শাৰীৰিক উপস্থিতি নিশ্চিত কৰি তুলিছিল। গৰ্ডন চাহাবে সভাৰ জন্মলগ্নক আশিস ধন্য কৰি যোৱাৰ পাছত গভৰ্ণৰ চাৰ জন কাৰে চন্দ্ৰকান্ত সন্দিকৈ ভৱন উদ্বোধন কৰিলে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ কমিশ্যনাৰ হিগিনচ চাহাবে ১৯৩৭ চনৰ গুৱাহাটী অধিবেশন শুৱনি কৰিলে, উড্‌চাহাবে ১৯১৭ চনৰ শিৱসাগৰ অধিবেশনৰ অভ্যৰ্থনা সমিতিক শকতি যোগালে।....

এনেবোৰ পটভূমিৰ পৰা চালে সভাৰ ৬৪ জন সভাপতিৰ মাত্ৰ সাতজনহে শাৰীৰিকভাৱে স্বাধীনতা আন্দোলনত যোগ দিয়া কথাত আচৰিত হ'ব লগা একো নাথাকে। সেই সাতজন আছিল তৰুণৰাম ফুকন, নীলমণি ফুকন, বেণুধৰ শৰ্মা, লক্ষ্যধৰ চৌধুৰী, হেম বৰুৱা, বীৰেন বৰকটকী আৰু অম্বিকাগিৰী ৰায়চৌধুৰী। তাৰে অন্ততঃ তিনিজন ইমানেই দোদুল্যমান আছিল যে তেওঁলোক স্বাধীনতা সংগ্ৰামতে আছিল নে ব্ৰিটিছ শিবিৰতে আছিল, বুজাই মস্কিল আছিল। উদাহৰণস্বৰূপে নীলমণি ফুকন বহুসময়লৈকে স্বাধীনতা সংগ্ৰামৰ বিৰোধী আছিল। একেবাৰে শেহ পৰ্যায়তহে তেওঁ আন্দোলনৰ ফলীয়া হৈছিল। বেণুধৰ শৰ্মাই ব্ৰিটিছ ৱাৰ ফ্ৰণ্টত যোগ দি নিজৰ ভাবমূৰ্তি হানি কৰিছিল। আনকি তৰুণৰাম ফুকনো সদায় ব্ৰিটিছবিৰোধী নাছিল। পৰৱৰ্তী কালৰ কংগ্ৰেছ চৰকাৰৰ চৰকাৰী বুৰঞ্জী অনুসৰিয়েই,

*..... He expressed his profound satisfaction that the people of Assam had been able to make such contribution to the war and that many Assamese youngmen had been fighting shoulder to shoulder with their counterparts in other states in the warfront. To secure best possible results in recruitment he suggested to the government to entrust the task to officers of responsibility and to open up a training centre in Assam for the Indian defence forces.*(৪৫)

অম্বিকাগিৰী ৰায়চৌধুৰীৰ অস্থিৰ ৰাজনীতিৰ কথা আমি অন্যত্ৰ উল্লেখ কৰিছোঁৱেই। তেনে দোদুল্যমান অস্থিৰতাৰে আৰু যি কৰিব পৰা যাওঁক, অন্ততঃ সাম্ৰাজ্যবাদ বিৰোধী নিষ্ঠাবান সংগ্ৰাম কৰিব পৰা নাযায়। সভাৰ কৰ্ণধাৰসকলৰ বিদেশী শত্ৰুৰ লগত এনে সনাপিতিকা, লেটিপেটিবোৰক তেওঁলোকৰ ব্যক্তিগত ব্যাপাৰ বুলি উলাই কৰিব দিব নোৱাৰি, নোৱাৰি উৰাই দিব।

## অৰাজনৈতিক অসম সাহিত্য সভাৰ বিদেশী ব্ৰিটিছ পীৰিতি

অসম সাহিত্য সভা অসমৰ বৃহত্তম অৰাজনৈতিক সংগঠন বুলি কোৱা হয়। কিন্তু তথ্যই বেলেগ কথাহে কয়। ব্ৰিটিছ বিষয়াৰ উপস্থিতিত জন্ম লভা অসম সাহিত্য সভাৰ প্ৰথম কে'বাবছৰৰ অধিবেশনবোৰ অসম এচ'চিয়েশ্যনৰ অধিবেশনৰ সৈতে একেলগে, একেই ঠাইতে হৈছিল। ১৯২০ চনৰ আসাম এচ'চিয়েশ্যনৰ কংগ্ৰেছৰ লগত চামিলকৰণৰ

(৪৫) Political History of Assam, Vol I p.222

পাছতহে এই প্ৰক্ৰিয়াৰ অৱসান ঘটে। অতুলচন্দ্ৰ হাজৰিকাৰ ভাষাত (এই চামিল কৰণৰ ফলত) সভাই আঁউজিৱলৈ এটা ডাঙৰ গাৰু হেৰুৱালে কাৰণ ই ৰাজনৈতিক নেতৃত্বৰ পৰামৰ্শৰ পৰা বঞ্চিত হ'ল। [৪৬]

এই তথাকথিত অৰাজনৈতিকতাৰ সূত্ৰ অনুসৰিয়েই সভাই স্বাধীনতা আন্দোলনৰ ক্ষেত্ৰতো 'শুচিতা' আৰু 'চুৱা যোৱা'ৰ(Purity -pollution) ব্ৰাহ্মণ্য নীতি মানি চলিছিল। ইফালে অসহযোগ আন্দোলনে লাহে লাহে প্ৰবল ৰূপ ধৰিব লাগিছিল। সেই আন্দোলনৰ পৰা সম্পূৰ্ণ বিচ্ছিন্নতাৰ বাবে সভাই বাৰুকৈয়ে পস্তাব লগা হ'ল। ১৯২১ চনত অসহযোগৰ উত্তেজনাত কোনেও সাহিত্যৰ নামেই নুশুনা হ'ল।[৪৭] ১৯২১ আৰু '২২ চনত সভাৰ অধিবেশনেই পাতিব পৰা নগ'ল।[৪৮]

দেশপ্ৰেমিক জাতীয়তাবাদী সেই মহা-গণ-আন্দোলনৰ পৰা আঁতৰি থকাৰ বাবে সভাক ব্ৰিটিছ শাসকে যথাযোগ্যভাৱে পুৰস্কৃত কৰিছিল। গোস্বামীয়ে জনাইছে যে তেতিয়াৰ ব্ৰিটিছ উপায়ুক্তই সভাৰ বাবে তৎক্ষনাৎ মাটি দিলে।[৪৯] চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ যেতিয়া নিৰ্মাণ সম্পূৰ্ণ হ'ল, তেতিয়া তাক উদ্বোধন কৰিবলৈ দাতা ৰাধাকান্ত সন্দিকৈক মতা নহ'ল, মতা হ'ল ব্ৰিটিছ গভৰ্ণৰ চাৰ জন কাৰক। [৫০] চাহ-মালিক, ভূস্বামী, সত্ৰাধিকাৰ আদিৰ উপৰিও বিদেশী চৰকাৰখনে যে সাহিত্য সভাক নিয়মীয়াকৈ ধনৰ যোগান ধৰিছিল, সেই কথাও গোস্বামীৰ কথাৰ পৰাই ওলাই পৰিছে। সেইসকল দাতাৰ ভিতৰত আছিল চাৰ জন কাৰ, ডেনেহী চাহাৰ আদি।

যদিও আমি ক'ব নোখোজোঁ যে সকলোবোৰ ব্ৰিটিছ চৰকাৰৰ অনুদানকেই প্ৰত্যাখ্যান কৰিব লাগে (উদাহৰণস্বৰূপে বিদ্যালয়, পথ আদিৰ বাবে অহা অনুদান প্ৰত্যাখ্যান কৰাৰ প্ৰশ্ন নুঠে; কাৰণ সেইবোৰ দয়া নহয়, ৰাইজৰ অধিকাৰহে), তথাপি ক'বই লাগিব যে আনবোৰ অনুদান আৰু সাহিত্য সভাক দিয়া অনুদানৰ গতি প্ৰকৃতি হুবহু একে নহয়। সভাৰ ৰাজনৈতিক ব্যৱহাৰ্যতা বুজি শুনিয়েই ব্ৰিটিছ চৰকাৰে এনে অনুদান প্ৰদান কৰিছিল ৰাজনৈতিক কাৰণতেই। ফলত স্বাধীনতা আন্দোলনৰ ধামখুমীয়াৰ পৰা অসমীয়া মধ্যবিত্তৰ এক সৰৱ অংশ সচেতনভাৱেই সুদূৰত বৈছিল।

গোস্বামীৰ ভাষাতে ***'এই প্ৰকাৰে ডেৰ ঘন্টামান ডেনেহী চাহাবৰ লগত কথা বতৰা পাতি সাহিত্যসভাৰ উপযোগিতা, তাক গ্ৰেন্ট দিলে কি ৰাজনৈতিক লাভ হয় ইত্যাদি বিষয়ে বুজাবলগীয়া হ'ল । শেষত হুপাৱলৈ বুলি তেওঁ হুশটকা দিবলৈ গাত ল'লে। এই হুমশ গ্ৰান্ট কিছু দিনলৈ চলিল।'*** [৫১]

## ব্ৰিটিছৰ প্ৰস্থান, কংগ্ৰেছৰ প্ৰৱেশ, ৰাজনীতিৰ ৰমৰমা

অতুল চন্দ্ৰ হাজৰিকাই কয় যে সভাৰ শ্বিলং অধিবেশনত প্ৰথমবাৰৰ বাবে (কংগ্ৰেছী) মুখ্যমন্ত্ৰী - ৰাজ্যপালৰ আগমন ঘটে। এয়া যেন নৰনাৰায়ণ- চিলাৰায় আমোলৰ

---

(৪৬) অসম সাহিত্য সভাৰ ৰূপলেখা, পৃষ্ঠা ২৮-২৯
(৪৭) শৰৎচন্দ্ৰ গোস্বামী ৰচনাৱলী, পৃষ্ঠা ১৬৩
(৪৮) অসম সাহিত্য সভাৰ ৰূপলেখা, পৃষ্ঠা ৩০
(৪৯) শৰৎচন্দ্ৰ গোস্বামী ৰচনাৱলী, পৃষ্ঠা ১৬৬
(৫০) ঐ, পৃষ্ঠা ১৭৩
(৫১) ঐ, পৃষ্ঠা ১৮৩

সোণালী দিনবোৰহে।[৫২] তেওঁ আৰু টিপ্পনী কাটে যে 'বিষ্ণু' প্ৰসন্ন হোৱাৰ লগে-লগে সকলোৱে 'মতি' উদাৰ হ'ল।[৫৩]

ৰাজনীতিৰ পৰিভাষাত ক'বলৈ গ'লে এই কথাৰ অৰ্থ হ'ল মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি সভাৰ প্ৰতি সন্তুষ্ট হোৱা বাবে ৰাজহমন্ত্ৰী মতিৰাম বৰায়ো দুয়োহাতে সভাক সহায় কৰিছিল। ৰাজ্যপাল জয়ৰামদাস দৌলতৰামেও পাছপৰি নাথাকি সভাৰ অধিবেশনৰ প্ৰদৰ্শনীখনকে উদ্বোধন কৰিছিলহি। আনকি শ্বিলং অধিবেশনত গঠিত সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতিখনতো শ্ৰীমান প্ৰফুল্ল গোস্বামী (কংগ্ৰেছী সাংসদ), প্ৰফুল্ল চন্দ্ৰ বৰুৱা (কংগ্ৰেছী প্ৰাক্তন সাংসদ) আৰু শৰৎচন্দ্ৰ সিংহ (অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি তথা পাছলৈ মুখ্যমন্ত্ৰী) এই তিনিজন বিশিষ্ট কংগ্ৰেছী নেতাক অন্তৰ্ভুক্ত কৰা হৈছিল।

এইখিনিয়েই যেনিবা যথেষ্ট নহয়হে, তেনে ভাৱত, অসম প্ৰদেশ কংগ্ৰেছে ১৫ আগষ্ট, ১৯৫৮ চনত অনুষ্ঠিত এটা অনুষ্ঠানত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতিসকলক সম্বৰ্ধনা জনাইছিল। কংগ্ৰেছ সভাপতি মহেন্দ্ৰমোহন চৌধুৰী আৰু মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই এই সভা পতাত আগভাগ লৈছিল। এইদৰেই পঞ্চাশৰ দশকৰ পৰা ১৯৭৭-৭৮ চনলৈ, অৰ্থাৎ জনতা প্ৰবাহত কংগ্ৰেছ চৰকাৰৰ পতন নঘটালৈকে সভাক কংগ্ৰেছে পদে পদে পৃষ্ঠপোষকতা আগবঢ়াইছিল। '৭৭-'৭৮ চনত দিল্লী আৰু দিছপুৰ, কেন্দ্ৰ আৰু ৰাজ্য উভয়তে কংগ্ৰেছ চৰকাৰৰ পতন আৰু জনতা পাৰ্টিৰ ক্ষমতা দখলেহে এই ঘনিষ্ঠ প্ৰেমময় সম্পৰ্কত বিঘিনি ঘটায়। তাৰ আগতে, ১৯৬২ চনৰ গোৱালপাৰা অধিবেশন উদ্বোধন কৰিছিল বিশিষ্ট কংগ্ৰেছ নেতা খগেন্দ্ৰনাথ নাথে। ১৯৬৪ চনৰ ডিগবৈ অধিবেশন উদ্বোধন কৰিছিল ৰাজ্যপাল বিষ্ণু সহায়ে। আন এক বিশিষ্ট কংগ্ৰেছ নেতা অমিয় কুমাৰ দাসে ১৯৬৬ চনৰ উঃ লখিমপুৰ অধিবেশনৰ প্ৰদৰ্শনী উদ্বোধন কৰিছিল। ১৯৬৯ আৰু ১৯৭১ চনৰ ক্ৰমে বৰপেটা আৰু মাকুম দুয়োখন অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল কংগ্ৰেছী মুখ্যমন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰী। আন এজন কংগ্ৰেছী মুখ্যমন্ত্ৰী শৰৎচন্দ্ৰ সিংহই আকৌ সভাৰ ৰঙিয়া, মঙলদৈ, তিতাবৰ, টিহু আৰু অভয়াপুৰী অধিবেশনত (ক্ৰমে ১৯৭৩, ১৯৭৪,১৯৭৫,১৯৭৬ আৰু ১৯৭৭ চনত অনুষ্ঠিত) উদ্বোধক, মুখ্য অতিথি আদি বিভিন্ন ভূমিকা পালন কৰিছিল। এইবোৰ অধিবেশনত হৰেন্দ্ৰনাথ তালুকদাৰ, ডাঃ ভূমিধৰ বৰ্মন, প্ৰেমধাৰ্শু থুংগন আদি জ্যেষ্ঠ কংগ্ৰেছী নেতৃবৃন্দকো আগস্থান দিয়া হৈছিল।

পাছে সেইবোৰ ১৯৭৭ চনৰ আগৰ কথা। '৭৭ চনত যেতিয়া দিল্লীয়ে-দিচপুৰে জনতা ঢৌ বলিল, তেতিয়া সাহিত্য সভায়ো সেই ঢৌতে খৰ মাৰিবলৈ পাছ নুহুহঁকিল। ৰং সলালে সভাই। ১৯৭৯ আৰু ১৯৮০ চনত ক্ৰমে শুৱালকুছি আৰু ৰহাত অনুষ্ঠিত সভাৰ অধিবেশনত এইবাৰ পদধূলা দিলে ক্ৰমে জনতা পাৰ্টিৰ মন্ত্ৰীদ্বয় লক্ষ্যধৰ চৌধুৰী আৰু দুলাল চন্দ্ৰ বৰুৱাই অভ্যৰ্থনা সমিতিৰ সভাপতি হিচাপে। কিন্তু জনতা পাৰ্টিৰ চৰকাৰ যিমান ক্ষণস্থায়ী হ'ল - সাহিত্য সভা-জনতা নেতৃত্বৰ প্ৰেমো সিমানেই সাময়িক উন্মাদনা হৈ ৰ'ল। ১৯৮২ চনৰ ডিফু অধিবেশনত দেখা গ'ল কংগ্ৰেছ (সমাজবাদী) ৰ ছত্ৰসিং টেৰণক অভ্যৰ্থনা সমিতিৰ সভাপতি হিচাপে। ১৯৮৫ আৰু ১৯৮৬ চনৰ বিহপুৰীয়া আৰু কামপুৰ অধিবেশনত আমি মহানন্দ বৰা আৰু বিজয় ভাগৱতী নামৰ বিশিষ্ট ৰাজনৈতিক নেতা

---

(৫২) অসম সাহিত্য সভাৰ ৰূপলেখা, পৃষ্ঠা ৯৮

(৫৩) ঐ

দুজনে সভা শুৱনি কৰা দেখা পালো। কামপুৰ অধিবেশনত অগপৰ তৰুণ মুখ্যমন্ত্ৰী প্ৰফুল্ল কুমাৰ মহন্তক মুখ্য অতিথিৰ ৰূপত দেখা গ'ল। ১৯৮৮ চনৰ হাইলাকান্দি অধিবেশনত আকৌ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ বাব ল'লে অগপ মন্ত্ৰী চহিদুল আলম চৌধুৰীয়ে।

সেয়েহে ১৯৯৩ চনৰ শিৱসাগৰ অধিবেশনলৈ তেতিয়াৰ কংগ্ৰেছী মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াক নিমন্ত্ৰণ কৰাৰ কথা ওলালত একাংশ বাতৰিকাকত আৰু বুদ্ধিজীৱীয়ে যেতিয়া সেয়া ৰাজনৈতিক কাম বুলি বিৰোধিতা কৰিছিল, তেতিয়া পৰিস্থিতিটো অতিশয় আমোদজনক আৰু উপভোগ্য হৈ উঠিছিল। কাৰণ সাহিত্য সভাৰ লগত ৰাজনৈতিকৰ ঘনিষ্ঠ সংশ্ৰৱৰ উদাহৰণ আমি ওপৰত দেখাব দিছোঁহক। ইয়াত এইখাৰ ক'লেই যথেষ্ট হ'ব যে আনহে নেলাগে এই একেজন হিতেশ্বৰ শইকীয়াকে এই একেখন সাহিত্য সভাই ১৯৭৫ চনৰ তিতাবৰ অধিবেশনৰ সাংস্কৃতিক অধিবেশনত সভাপতিত্ব কৰিবলৈ ৰঙা ঠেঙা পাৰি মাতি নিছিল। শইকীয়া আছিল তেতিয়া কংগ্ৰেছৰ চৰকাৰৰ গৃহমন্ত্ৰী।

এইবোৰ তথ্যৰ পৰা পানী নসৰকাকৈ প্ৰমাণ হয় যে সাহিত্য সভাই ৰাজনীতি-ৰাজনীতিবিদৰ লগত সদায় নিবিড়তম সম্পৰ্ক ৰক্ষা কৰি চলিছিল। সেয়েহে অতুল চন্দ্ৰ হাজৰিকাই আসাম এচ'চিয়েশ্যনৰ বিলুপ্তিৰ লগে লগে সাহিত্য সভাই হেলান দিয়া ডাঙৰ গাৰুটো গ'ল বুলি সন্তাপ কৰাৰ প্ৰয়োজনেই নাছিল। সাহিত্য সভাক আঁউজিবলৈ সুগোল, সুকোমল গাৰুৰ যোগান ধৰিবলৈ আগুবাই আহিছিল ৰাজনৈতিকৰ দল। এইক্ষেত্ৰত সাহিত্য সভাৰ চৰ্ত মাথো এটা আছিল; তেওঁলোক হ'ব লাগিব ৰজাঘৰীয়া ৰাজনীতিবিদ। ৰাজনীতিবিদৰ অংকশায়ী হোৱাৰ ইয়াৰ প্ৰৱণতাটো আজি এনেকৈ দেখুৱাব পাৰোঁঃ ব্ৰিটিছ-কংগ্ৰেছ- জনতা-কংগ্ৰেছ-অগপ-কংগ্ৰেছ-অগপ-কংগ্ৰেছ ....। কথাষাৰ এনেকৈও ক'ব পাৰি যে অসমত কোন দলে ৰাজত্ব কৰি আছে, কোনোবাই যদি নাজানে, সাহিত্য সভাৰ অধিবেশনলৈ গ'লেই হ'ল।

সাহিত্যসভাত সম্বৰ্ধিত হোৱা আন ৰজাঘৰীয়া ৰাজনীতিবিদসকল আছিল - কংগ্ৰেছী মুখ্যমন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰী (তিনিবাৰ), ৰাষ্ট্ৰপতি ফখৰুদ্দিন আলি আহমদ, পঞ্জাৱৰ মুখ্যমন্ত্ৰী কৃপাল সিং নাৰাং আদি বহুজন। শেহত সাহিত্য সভাৰ অৰাজনৈতিকতা সম্পৰ্কে ইমানেই কৈ মোখনি মাৰিব পাৰি যে সাহিত্য সভা কোনো বিশেষ ৰাজনৈতিক দলৰ সাংস্কৃতিক শাখা নাছিল; বৰং ৰাজনৈতিক পৃষ্ঠপোষকতা গ্ৰহণৰ ক্ষেত্ৰত ই আছিল 'দল-নিৰপেক্ষ'। মাথো সাম্ৰাজ্যবাদ সামন্তবাদ বিৰোধী কোনো ধৰণৰ গণ সংগ্ৰামত অংশ নল'বলৈ আৰু আপদে বিপদে ৰজাঘৰৰ সপক্ষে থিয় হ'বলৈ ই আছিল সংকল্পবদ্ধ।

## জাতিগঠন প্ৰক্ৰিয়াৰ অন্তৰায় জাতি বৰ্ণবাদী প্ৰমূল্য

লক্ষ্মীনাথ বেজবৰুৱাক আধুনিক সময়ৰ এজন সৰ্বাগ্ৰগণ্য অসমীয়া বুদ্ধিজীৱী বুলি ধৰা হয়, যাৰ বৰঙণিৰে অসমীয়া জাতীয়তাবাদৰ সাহিত্যিক বুনিয়াদ মজবুত হৈ উঠে। অসম, অসমীয়া ভাষা আৰু অসমীয়া জাতিৰ প্ৰতি বেজবৰুৱাৰ ভালপোৱা সন্দেহাতীত আছিল। তেওঁ দেশপ্ৰেমিক আৰু জাতীয়তাবাদীও নিশ্চয় আছিল। কিন্তু সাম্প্ৰতিক গবেষণাই পোহৰলৈ অনা বেজবৰুৱাৰ ব্যক্তিত্বৰ কেতবোৰ অনালোকিত/স্বল্পালোকিত দিশে দেখুৱায় যে তেওঁৰ সংকীৰ্ণতাবাদী, জাতি-বৰ্ণবাদী মানসিকতাই বহুসময়ত বেজবৰুৱাৰ দেশপ্ৰেম আৰু জাতীয়তাবাদক পৰাজিতও কৰিছিল। বেজবৰুৱাৰ পূৰ্বপুৰুষ কলিবৰক জয়ধ্বজ

সিংহ স্বৰ্গদেৱে ৪০০০ বিঘা মাটি দান দিছিল; এই সামন্তীয় পটভূমি আৰু তেওঁৰ ধৰ্মীয় বিশ্বাসে বেজবৰুৱাৰ মনত গভীৰ চাপ পেলাইছিল। জীৱনৰ দীৰ্ঘএছোৱা বংগ আৰু উৰিষ্যাত কটালেও, বাঙালী সাংস্কৃতিক পৰিবেশত বিচৰণ কৰিলেও বেজবৰুৱা উদগ্ৰীৱ আছিল ভাষা, সাহিত্য আৰু ধৰ্মৰ আধাৰত অসমীয়াৰ স্বকীয়তা প্ৰমাণ কৰিবলৈ।

ড° হীৰেন গোহাঁয়ে ছুটি গল্পসমূহৰ মাজেৰে ফুটি উঠা বেজবৰুৱাৰ জটিল মনস্তত্বৰ বিষয়ে মনোজ্ঞ বিশ্লেষণ আগবঢ়াইছে। তেওঁৰ মতে *'মলক গুইন গুইন'*ৰ দৰে গল্পত বেজবৰুৱাই ব্ৰিটিছ চাহাবৰ ভাৰতীয় অনুকৰণকাৰীহঁতৰ গেলাগপৰ স্বৰূপ উদঙাই দিছে, আনহাতে ধৰ্মধ্বজ ফয়চলা নবিচৰ দৰে গল্পত তেওঁ আচাৰ-অনুষ্ঠানৰ সংৰক্ষণশীলতাৰ আঁৰত লুকাই থকা জাত-পাতৰ অমানৱীয় অহংকাৰৰ কলিজাতে আঘাত হানিছে।[৫৪]

ড° গোহাঁয়ে আৰু দেখুৱাইছে যে বেজবৰুৱাই ক্ষয়িষ্ণু সামন্তীয় বান্ধোনৰ বিৰুদ্ধেও প্ৰতিবাদ কৰিছে। 'ফাতেমা বিবি' আৰু 'সেউতী'ৰ দৰে গল্পত বেজবৰুৱাই বিদ্বেষপূৰ্ণ, মতান্ধ জনমতৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছে। 'ভেমপুৰীয়া মৌজাদাৰ'ৰ দৰে গল্পত তেওঁ মৌজাদাৰৰ গংগাটোপ ফুটাই দিছে, আন এটা গল্পত পলৰীয়া চাকৰ চাকৰণী এহালৰ প্ৰেমৰ সমৰ্থনত থিয় দিছে। কিন্তু সেই গল্পৰ প্ৰগতিশীলতাক বেজবৰুৱাই নিজেই 'ভোমকেৰোলা'ৰ দৰে গল্পত চুৰীবিদ্ধ কৰিছে। 'মালতী' গল্পতো লেখকৰ খং ৰাজকীয় সামন্তীয় নিপীড়নৰ বিৰুদ্ধে নহয়, বৰং বৰ্ণহিন্দুসকলক আহোমে অপবিত্ৰ কৰিছে বুলিহে তেওঁ অভিযোগ কৰিছে। ড° গোঁহায়ে সেয়ে দেখুৱাইছে কেনেকৈ বেজবৰুৱাই জাতি বংশগত ভেম, উচ্চাভিমকাৰ বিৰুদ্ধে যুঁজ দিলেও কেতিয়াবা নিজেও তাৰ ফান্দত পৰিছিল। আনহাতে বেজবৰুৱাৰ 'মৈদাম'গল্পত আহোম শাসনৰ বিৰুদ্ধে খং আৰু ক্ষোভৰ যি উদ্গীৰণ ঘটিছে তাক শিক্ষিত মননৰ মৰ্যাদাবোধ আৰু স্বাধীনতাৰ প্ৰতি আকাংক্ষ্যাৰ প্ৰতিফলন বুলি ড° গোঁহায়ে কৈছে। সেই গল্পত আহোম বিৰোধী সাম্প্ৰদায়িকতাতকৈ মানৱতাবাদহে প্ৰবল বুলিও কোৱা হৈছে।

ড° গোহাঁইৰ কথাৰ লগত এই ক্ষেত্ৰত সম্পূৰ্ণৰূপে একমত হোৱা টান। উদাহৰণস্বৰূপে *'মলক গুইন গুইন'* গল্পটোৰ কথাই কওঁঃ এই গল্পত বগা চাহাবৰ অনুকৰণ কৰা ক'লা চাহাবক ব্যংগ কৰাক লৈ সাধাৰণভাৱে আপত্তি কৰিবলগীয়াতো নায়েই , সি আদৰণীয়হে। কিন্তু যেতিয়া জনা যায় যে উক্ত 'মলক গুইন গুইন'জন আৰু কোনো নহয় উদীয়মান আহোম আমোলা-চাহ মালিক ৰাধাকান্ত সন্দিকৈহে, তেতিয়া চকখাই উঠিবলগা হয়। গল্পটোৰ নায়ক মলক গুইন গুইনৰ কাল্পনিক গাওঁ আৰু ৰাধাকান্ত সন্দিকৈৰ প্ৰকৃত গাওঁখনৰ নাম একেই, চেতিয়া গাঁও। কাল্পনিক নায়কৰ ভায়েকৰ নাম আৰু সন্দিকৈৰ ভায়েকৰ সঁচা নামো প্ৰায় একেটাই। পূৰ্ণ/পুনা।[৫৫] এইটো সঁচা যে সন্দিকৈ খুবেই ব্ৰিটিছভক্ত আছিল। পাছে বেজবৰুৱা নিজে একা? অন্ততঃ এটা কথা স্বীকাৰ কৰিবই লাগিব যে অসমীয়া জাতীয় অনুষ্ঠানবোৰৰ প্ৰতি সন্দিকৈয়ে বহু উদাৰ বৰঙণি আগবঢ়াইছিল। তেওঁ

---

(৫৪) *অসমীয়া সাহিত্যৰ যুগ পৰিবৰ্তন*, সাহিত্য আৰু চেতনা, পৃ-৭৯

আছিল অসম সাহিত্য সভাৰ মুখ্য কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনৰ দাতা, ৰাধাকান্ত সন্দিকৈ ছোৱালী কলেজৰ দাতা, যিখনৰ প্ৰতিষ্ঠাৰ বাবে সন্দিকৈয়ে ৭০,০০০ টকাৰ দান আগবঢ়াইছিল। তদুপৰি সন্দিকৈয়ে দ্বিতীয়খন অসমীয়া অভিধান চন্দ্ৰকান্ত অভিধান প্ৰকাশৰ বাবেও (১৯৩৩) ধন দিছিল; অসমত ইতিহাস আৰু পুৰাতাত্ত্বিক অধ্যয়ন বিভাগ (Department of Historical and Antiquarian Studies) প্ৰতিষ্ঠাৰ বাবে নাৰায়ণী সন্দিকৈ ভৱনৰ হকেও তেঁৱেই বিত্ত যোগান দিছিল। সন্দিকৈয়ে সাহিত্য চৰ্চাতো হাত দিছিল। 'মূলাগাভৰু' নামৰ ১৯২৪ চনত প্ৰকাশিত ২০০ পৃষ্ঠাৰ পাঁচ অংকৰ এই নাটকখনত মোগল বিৰোধী অসমীয়া বীৰাংগনা মূলা গাভৰুৰ বীৰত্বৰ কাহিনী বৰ্ণনা কৰা হৈছে। সন্দিকৈৰ মতে জাতীয় জীৱন নিৰ্মাণৰ বাবেই তেওঁ তেনে নাটকৰ প্ৰয়োজন অনুভৱ কৰিছিল।[৫৬]

এইবোৰ দান বৰঙণিৰ বলেৰে সন্দিকৈয়ে যে তেওঁৰ ব্ৰিটিছানুগত্যৰ অভিযোগৰ পৰা অব্যাহতি পাব, এনে নহয়, কিন্তু অসমীয়া ভাষা-সাহিত্য-জাতিৰ প্ৰতি অন্ততঃ সন্দিকৈৰ অনুৰাগ আছিল। তৎসত্ত্বেও সন্দিকৈক এনে নিম্নৰুচিৰ আক্ৰমণ হানি বেজবৰুৱাই সমগ্ৰ পৰিস্থিতিটো সাম্প্ৰদায়িকীকৰণৰ ফালে ঠেলি দিলে। তাৰ লগতে যেতিয়া সত্ৰাধিকাৰসকলৰ আহোম বিৰোধী প্ৰচাৰ যোগ হ'ল তেতিয়া আমি আবিস্কাৰ কৰিলো অন্য এজন ৰাধাকান্ত সন্দিকৈক। অসম সাহিত্য সভা ভৱনৰ দাতাজন এইবাৰ আহোম এচচিয়েশ্যনৰ নেতাত পৰিণত হ'ল।

সন্দিকৈৰ পাছত বেজবৰুৱাই লক্ষ্য হিচাপে বাচি ল'লে অসম সাহিত্য সভাৰ প্ৰথম সভাপতি, আসাম এচচিয়েশ্যনৰ অন্যতম সভাপতি, বিজুলী, উষা আৰু অসম বন্তিৰ সম্পাদক, বহু গ্ৰন্থৰ প্ৰণেতা পদ্মনাথ গোহাঞিবৰুৱাক। গোহাঞিবৰুৱাও যে বিশ্বস্ত ব্ৰিটিছ অনুগত আছিল তাত ধনিষ্ঠামানো সন্দেহ নাই; তেনেকৈয়ে তেওঁ ৰায়বাহাদুৰো হৈছিল। কিন্তু কথা হ'ল যে সেই ক্ষেত্ৰত বেজবৰুৱাও কোনো গুণে কম নাছিল। সেয়েহে গোহাঞিবৰুৱাক সেই লৈ নিষ্ঠুৰতম, নিকৃষ্টতম ব্যংগৰ বলি কৰাৰ নৈতিক অধিকাৰ তেওঁৰ নাছিল। কিন্তু অসম সাহিত্য সভাৰ এজন সভাপতি অতুল চন্দ্ৰ হাজৰিকাই খোলোচাকৈ দেখুৱাৰ দৰেই[৫৭] সভাৰ অন্যতম সভাপতি বেজবৰুৱাই প্ৰথম সভাপতি গোহাঞিবৰুৱাক একেবাৰে বুকুৰে পিঠিয়ে শালিলে। তেওঁৰ 'ভোকেন্দ্ৰ বৰুৱা' নামৰ উপাখ্যানত তেওঁ গোহাঞি বৰুৱাক তেওঁৰ আহোম সম্প্ৰদায় সমন্বিতে আঘাত হানিলে। এই উপাখ্যানে অসমত তীব্ৰ জাতি বৰ্ণগত বিদ্বেষ ঘৃণাৰ সূচনা কৰিলে। উল্লেখযোগ্য যে এই উপাখ্যানৰ নায়ক মৰাণ সম্প্ৰদায়ৰ নীহকুলীয়া অৰ্ধশিক্ষিত ম'হৰখীয়া ল'ৰা এটিৰ ওপৰলৈ উঠাৰ ব্যৰ্থ প্ৰচেষ্টাক লৈ তিৰ্যক কটাক্ষ কৰা হৈছে। ল'ৰাটিয়ে আঁহতলে বাহঁতলে ঘূৰি চোৰাংচোৱা ৰিপুৱাৰ কাম কৰি; 'কাব্য' কৰি সুবিধা কৰিব নোৱাৰি শেষত জাতিগত সংগঠন 'মৰাণ

---

(৫৫) *'মলক গুইন গুইন'* বেজবৰুৱাৰ গ্ৰন্থাৱলী, খণ্ড-১, পৃ-৫৯৯ ; লগতে চাওক বঞ্জিত কুমাৰ দেব গোস্বামীৰ *'ঔপনিবেশিক আমোলত অসমীয়া বুদ্ধিজীৱী : হেমচন্দ্ৰ বৰুৱা,* আধুনিকতাৰ অগ্ৰদূত হেমচন্দ্ৰ বৰুৱা, পৃ- ৪২

(৫৬) ৰাধাকান্ত সন্দিকৈ ভাণ্ডাৰীয়া, পৃ-৩২

(৫৭) ড° দিলীপ কুমাৰ দত্ত : নীলাৰ সুবতি ভাঙি, পৃ-১০৪-১০৫

সভা' কৰি মুখাফুটা হোৱা বুলি দেখুৱা হৈছে। উপাখ্যানটিত প্ৰকৃততে আহোমৰ মৰাণ বৰুৱাৰ ঘৰৰ গোহাঞিবৰুৱাই উচ্চ শিক্ষা লাভ কৰিব নোৱাৰা, (নোৱাৰি?) সাহিত্য চৰ্চা কৰা, আহোম সভা কৰা আদি কথাবোৰকে আওপকীয়াকৈ খোঁচ মৰা হৈছিল। তাৰে গইনা লৈ গোহাঞিবৰুৱাক ব্ৰিটিছৰ চোৰাংচোৱা পৰ্যন্ত সজোৱা হৈছিল। তেওঁৰ উৰ্বৰ কল্পনাৰে বেজবৰুৱাই ভোকেন্দ্ৰ বৰুৱাই (অৰ্থাৎ গোহাঞি বৰুৱাই) মৰাণ সভা (অৰ্থাৎ আহোম সভা)ৰ পুঁজিলৈ দান বৰঙণি বিচৰাৰ দৃশ্য এটাৰ ৰসাল বৰ্ণনা কৰিছিল য'ত এগৰাকী বয়সীয়াল মৰাণ মহিলাই দানৰ থগীত কিবা এটা ভাবস্তিৰে আগবঢ়োৱাৰ কথা উল্লেখ আছিল। ভোকেন্দ্ৰ বৰুৱাই বোলে দূৰৰ পৰা তাক দেখিয়েই উচ্চভাষাত তাৰ প্ৰশংসা কৰি ৰাইজক তেনে দৃষ্টান্ত অনুসৰণ কৰিবলৈ উদাত্ত আহ্বান জনাইছিল; কিন্তু প্ৰকৃততে সেয়া ভোকেন্দ্ৰ বৰুৱাই কোৱাৰ দৰে বুঢ়ীগৰাকীৰ হাতৰ সোণৰ আঙুঠি এটা নাছিল; আছিল ভোকোন্দা বুঢ়ী ওকণি এজনী। কোৱা বাহুল্য যে এনে নিৰ্মম মৰ্মভেদী শেলত কেৱল যে আহোম সম্প্ৰদায় বা মৰাণ সম্প্ৰদায়েই আহত হয় এনে নহয়, গুৰুতৰ ভাৱে সমগ্ৰ জাতিগঠন প্ৰক্ৰিয়াটোৱেই ক্ষতিগ্ৰস্ত হয়।

এইখিনিতে উল্লেখ কৰিবলগীয়া এটা কথা হ'ল এই যে গোহাঞি বৰুৱা আহোম সভাৰ প্ৰতিষ্ঠাপক আৰু ৰাধাকান্ত সন্দিকৈ (ব্যক্তিগত সম্পৰ্কত গোহাঞিবৰুৱাৰ ভনীজোৱায়েক) আহোম সভাৰ অন্যতম মুখ্য পৃষ্ঠপোষক আছিল। ছশবছৰ জুৰি অসমত ৰাজত্ব কৰা আহোম সম্প্ৰদায়টো চাকৰি বাকৰিৰ ক্ষেত্ৰত বৰ্ণহিন্দুসকলৰ প্ৰধান প্ৰতিদ্বন্দ্বী আছিল। সেয়েহে বেজবৰুৱা-গোহাঞিবৰুৱাৰ এই দ্বন্দ্বত ব্যক্তিগত খিয়লাখিয়লি মিহলি হৈ থাকিলেও তাৰ যে এটা শ্ৰেণী-জনগোষ্ঠীগত দিশো আছিল, সেয়া খাটাং। জাতিটোৰ আটাইতকৈ অগ্ৰণী নেতৃবৃন্দই যেতিয়া সাম্প্ৰদায়িক নেতাৰ নিচিনাকৈ আচৰণ কৰে তেতিয়া জাতি গঢ়া উজু হৈ নাথাকে।

*'ভোমকেৰোলা'* নামৰ আন এক গল্পত বেজবৰুৱাই এজন তজবজীয়া, উদ্যোগী যুবকক দেখুৱাইছে যাক নদীয়াল নামৰ তথাকথিত নিম্নবৰ্ণৰ বুলি কোৱা হৈছে । জাত-পাতৰ অমানবীয় ব্যৱস্থাৰ পৰা হাত সাৰিবলৈ যুৱকে নিজকে ব্ৰাহ্মণ বুলি চিনাকি দি পঢ়া-শুনা কৰিবলৈ সক্ষম হৈছিল। সেই ফাকিৰে গইনা লৈ তেওঁ এক ব্ৰাহ্মণৰ দুই জীয়ৰীক বিয়া কৰাইছিল। পাছে তেওঁ ঘৈণীয়েকহঁতক বৰ অত্যাচাৰ কৰিছিল। এক ঘৈণীয়েকে নাটকীয়ভাৱে গম পালে যে তেওঁৰ গিৰীয়েক নদীয়াল। এক নাৱৰীয়াই শিকাই দিয়ামতে *'ভোমকেৰোলা তোৰ নাও / বটাকুছিত তোৰ গাঁও/ যদি মাৰ ভেদ ভোহাবি পেলাওঁ'* বুলি মন্ত্ৰ মতাৰ লগে লগে নায়ক সঁচাকৈয়ে জঁই পৰি গ'ল। ঘৈণীয়েকেও সঁচাকথা গম পাই সেই নিশাই ভনীয়েক-সতিনীয়েকৰ সৈতে থকা ঘৰটোকে জ্বলাই দি আত্মহত্যা কৰিলে। এই অমানবীয় পৰিণতিয়ে বেজবৰুৱাৰ মানৱতাবাদী প্ৰচাৰত কালিমা সানিছে; নিম্নবৰ্গৰ লগত বিয়াৰ (মাৰধৰৰ নহয় কিন্তু) প্ৰায়শ্চিত্ত কৰিবলৈ এনে নিকৰুণ আত্মহত্যাৰ জয়গান গাই তেওঁ জানো আমাক এক হৃদয়হীন সামন্তীয় আদৰ্শৰে দীক্ষিত কৰিব খোজা নাই?

এইখিনিতে ক্ষীণ এটি আশাৰ ৰেঙণি দেখাৰ থল আছে এই বুলিয়েই যে বেজবৰুৱাই *'ভোমকেৰোলা'* গল্পটো প্ৰকাশ পাইছিল ১৯১৩ চনত আৰু নদীয়াল কৈৱৰ্ত

সকলৰ সপক্ষে তেওঁৰ এটি শক্তিশালী লেখনী প্ৰকাশ পাইছিল বাঁহী আলোচনীত ১৯১৬ চনত (সপ্তম বছৰ, দ্বাদশ সংখ্যা, ১৮৩৮শক)। আউনীআটী সত্ৰৰ কাঢ়া সমালোচনা কৰি লেখা এই লেখনীক যদি তেওঁৰ পৰিবৰ্তিত বক্তব্য বুলি ধৰা হয়, তেতিয়া হ'লেও অৱশ্যে প্ৰশ্ন থাকে, তেওঁ '*ডোমকেৰোলা*' ৰ প্ৰতিক্ৰিয়াশীল বক্তব্য নসলালে কিয়?

জাতি বৰ্ণবাদৰ সম্পৰ্কত বেজবৰুৱাৰ স্থিতি আছিল অতিশয় জটিল আৰু প্ৰায়েই স্ব-বিৰোধী। ১৯১৬ চনত নদীয়াল/কৈৱৰ্ত সকলৰ সপক্ষে তেওঁ জাৰী কৰা বিবৃতি তেওঁৰ এই বক্তব্যৰ লগতো সংগতিপূৰ্ণ। সেই বিবৃতিত বেজবৰুৱাই কৈছিল যে, প্ৰতিজন শিক্ষিত আৰু বিবেকবান হিন্দুৱে কৈৱৰ্তসকলৰ প্ৰতি আন হিন্দুৱে কৰা অপমানত নিজৰ শিৰ নত কৰিব লাগিব। আমি যদি এটা শক্তিশালী অসমীয়া জাতি গঢ়িব খোজোঁ, তেনেহ'লে আমাৰ পূৰ্বপুৰুষে কৈৱৰ্তসকলৰ ওচৰত কৰা অপৰাধৰ বাবে ক্ষমা খুজি তেওঁলোকক সাৱতি ল'ব লাগিব বুলিও বেজবৰুৱাই কয়।(৫৮)

বেজবৰুৱাৰ এই হৃদয় পৰিবৰ্তন সঁচাই আদৰণীয়। এনে পৰিবৰ্তনে জাতিগঠনতো নিশ্চয় সদৰ্থক বৰঙণি যোগাব। কিন্তু কৈৱৰ্ত দৰদৰ সৈতে সমসাময়িকভাৱে বেজবৰুৱাৰ আহোম বিদ্বেষ বাহাল থকাটো লক্ষ্যণীয়। আহোম সম্প্ৰদায়ৰ বুৰঞ্জীবিদ হিতেশ্বৰ বৰবৰুৱাই কৈৱৰ্তসকলৰ সম্পৰ্কে 'ডোম' নদীয়াল আদি অৱমাননাকৰ শব্দ ব্যৱহাৰ কৰাত বেজবৰুৱাই সঠিকভাৱে প্ৰতিবাদ কৰিছে। কিন্তু তাৰ বাবে তেওঁ কলমৰ একে খোঁচতে সকলো আহোমকে সমানে দায়ী কৰিছে। কৈৱৰ্তকে ধৰি সকলো নিম্নবৰ্ণৰ শোচনীয় দশাৰ বাবে সৰ্বসাধাৰণ আহোমক তেওঁ তেওঁৰ স্বভাৱসুলভ শাণিত ব্যংগৰে আক্ৰমণ কৰিছে।(৫৯)

ড° প্ৰফুল্লদত্ত গোস্বামীয়ে সেয়েহে মন্তব্য কৰিছে যে যেতিয়াই পাছপৰা শ্ৰেণী বা গাঁৱলীয়া পটভূমিৰ পৰা কোনো উদ্যোগী বা ভাগ্যবান ডেকাল'ৰাই উঠি আহি ভদ্ৰলোকৰ পৰ্যায় পায়, চৰম আখেজেৰে বেজবৰুৱা তেওঁৰ ওপৰত জাঁপিয়াই পৰে।(৬০)

গোহাঞিবৰুৱাই পাছে বেজবৰুৱাৰ নিম্নখাপৰ আক্ৰমণবোৰ মৰ্যাদাসহকাৰেই গ্ৰহণ কৰিছিল; তেওঁ বেজবৰুৱাৰ পৰ্যায়লৈ নমাও নাছিল, সিজনৰ দৰে প্ৰৰোচনাপূৰ্ণ ভাষাও ব্যৱহাৰ কৰা নাছিল। তথাপি গোহাঞিবৰুৱাই এক গহীন বিধৰ দ্বন্দ্বত ভুগিছিল।সেয়া আছিল তেওঁৰ জনগোষ্ঠীগত আৰু জাতীয় পৰিচয়ৰ মাজৰ দ্বন্দ্ব।

অসম সাহিত্য সভাৰ সভাপতি হোৱাৰ উপৰিও গোহাঞিবৰুৱাই আসাম এচচিয়েশ্যন, অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা, অসম শিক্ষক সন্মিলনী আদিবো নেতৃত্ব দিছিল। বাঁহী আদি আলোচনীলৈ নিয়মিত লেখাৰ উপৰিও তেওঁ বিজুলী, উষা আৰু অসম বন্তিৰ সম্পাদনা কৰিছিল আৰু লাহৰী, ভানুমতী, জয়মতী, গদাধৰ, সাধনী, লাচিত বৰফুকন আদি বহুসংখ্যক নাটক / উপন্যাস লিখিছিল। নিঃসন্দেহে আধুনিক অসমীয়া জাতীয় সাহিত্যৰ গোহাঞিবৰুৱা আছিল অন্যতম স্থপতি।

কিন্তু লক্ষ্যণীয় ভাৱে এইখিনি কৰাৰ লগতে সমসাময়িক ভাৱে গোহাঞিবৰুৱা জনগোষ্ঠীগত সংগঠনতো জড়িত আছিল। সঁচা কথা ক'বলৈ গ'লে ১৮৯৩ চনতে তেঁৱেই

---

(৫৮) '*কাহুদি আৰু খাবলি*' বাঁহী, ২ বছৰ, ৩য় সংখ্যা আহাৰ ১৮৫৪ শক

(৫৯) '*কাহুদি আৰু খাবলি*' বাঁহী, ২১ বছৰ, ৩য় সংখ্যা, আহাৰ, ১৮৫৪ শক (১৯৩২ চন)

(৬০) সাহিত্য সংস্কৃতিৰ ইতিহাস

আহোম সভা সংগঠিত কৰিছিল।

জনগোষ্ঠীগত আৰু জাতীয় সংগঠনৰ প্ৰতি গোহাঞিবৰুৱাৰ সমৰ্থনৰ অনুপাত কেনে আছিল? তেওঁ নিজে সেই প্ৰশ্নৰ উত্তৰ এনেকৈ দিছে : *'আহোম এচোচিয়েচন প্ৰতিষ্ঠাত মোৰ দু-অনীয়া সমৰ্থনৰ বল নিয়োজিত হ'ল। বাকী চৈধ্যঅনীয়া সহযোগিতা অসম এচোচিয়েচনৰ লগত থাকিল।'* (৬১)

অৰ্থাৎ গণিতৰ হিচাবত হিচাব কৰিবলৈ গ'লে তেওঁৰ জনগোষ্ঠীগত : জাতীয় পৰিচয়ৰ প্ৰতি আনুগত্য আছিল ১:৭। আনহাতে গোহাঞিবৰুৱাৰ মতে আনৰ দৃষ্টিত তেওঁৰ ২৫ শতাংশ আনুগত্য আছিল নিজা সম্প্ৰদায়ৰ প্ৰতি আৰু ৭৫ শতাংশ অসমীয়া জাতিৰ প্ৰতি। এইখিনিতে উল্লেখযোগ্য যে গোহাঞিবৰুৱা ১৮৯৩ চনৰ পৰা সুদীৰ্ঘ চাৰিদশক জুৰি আহোম সভাৰ প্ৰধান সম্পাদক আছিল। ১৯৪১ চনত তেওঁ তাৰ স্থায়ী সভাপতি হয়।(৬২)

গোহাঞিবৰুৱাই নিজেও স্বীকাৰ কৰিছে এই দুই ক্ষেত্ৰত তেওঁৰ সামাজিক ভূমিকাৰ মাজত তেওঁ কেনেকৈ দীৰ্ণ বিদীৰ্ণ হৈছিল। কাৰণ ভূমিকা দুটা মাজে মাজে সংঘাতপূৰ্ণ হৈ উঠিছিল। তেওঁৰ আসাম এচ'চিয়েশ্যনৰ সভাপতিৰ অভিভাষণতে সেই সংঘাতৰ প্ৰতিফলন ঘটিছে। (৬৩)

গোহাঞিবৰুৱাই যদিও তেওঁৰ ওপৰা-ওপৰি সামাজিক ভূমিকাবিলাক পালনত ভালেখিনি ভাৰসাম্য বজাই ৰাখিব পাৰিছিল, তথাপি তেওঁৰ সমালোচকৰ অভাৱ নাছিল (আসাম বিলাসিনীৰ সমালোচনাৰ কথা ইতিমধ্যে উল্লেখ কৰিছোঁৱেই।) এনে সমালোচনাবিলাকে অসমীয়া মধ্যশ্ৰেণীৰ মাজত থকা তুলনামূলক ভাৱে পাছপৰা সম্প্ৰদায়ৰ কোনো ব্যক্তিয়ে জাতীয় পৰিচয়ৰ সমান্তৰালভাৱে নিজা জনগোষ্ঠীয় পৰিচয় অটুত ৰাখিব বিচাৰিলে প্ৰবলভাৱে গৰজি উঠিছিল। তেনে সমালোচকসকলে বুজাই নাছিল যে তেওঁলোকৰ অত্যুৎসাহৰ জৰিয়তে তেওঁলোকে সেইসকলক লোক আৰু সেইবোৰ সম্প্ৰদায়ক দূৰলৈহে ঠেলি দিছে। এনে মনোভাৱৰ ফলতেই সংশ্লিষ্ট সম্প্ৰদায়বোৰে আহোম সভা, বড়ো মহাসন্মিলন, মিচিং বাঃনী কৌবাং আদি সামাজিক ৰাজনৈতিক সংগঠন গঠন কৰিবলৈ লয়। সেইবোৰৰ কথা বাদ দিলেও বান-অক-পাপলিক ম্যুং তাই (পূৰ্বাঞ্চল তাই সাহিত্য সভা), বেবাক ৰাভা ক্ৰৌৰাং ৰুঞ্চুম (ৰাভা সাহিত্য সভা), মিচিং আগম কৌবাং (মিচিং সাহিত্য সভা), বড়ো সাহিত্য সভা, তিৱা মাথনলাই তণ্ত্ৰা (তিৱা সাহিত্য সভা) দেউৰী সাহিত্য সভা আদি সাহিত্য-অনুষ্ঠানবোৰৰ জন্মৰ বাবে যে অসম সাহিত্য সভাও ভালে পৰিমাণে দায়ী, তাত কোনো সন্দেহ নাই। এই অনুষ্ঠানবোৰ দশকৰ পাছত দশক জুৰি বৰ্তি থকাৰ উপৰিও সিবিলাকে নিজা নিজা সম্প্ৰদায়বোৰক ব্যাপক আকাৰে সমাবেশিত কৰিব পাৰিছে : তাৰ পৰাও বিষয়টোৰ গুৰুত্ব বুজা যায়।

অসম সাহিত্য সভাৰ কেতবোৰ উগ্ৰজাতীয়তাবাদী কাৰ্যকলাপৰ পৰাও

---

(৬১) মোৰ সোঁৱৰণী, পৃ- ৪৭-৪৮

(৬২) দেৱব্ৰত শৰ্মা : অসম সাহিত্য সভাই বিবোৰ প্ৰশ্নৰ উত্তৰ দিব লাগিব, পৃ- ১৬-১৭

(৬৩) গোহাঞি বৰুৱা ৰচনাৱলী, পৃ- ৯০৩-৪

জনজাতিসকল অসমীয়া সামাজিক-সাংস্কৃতিক জীৱনৰ পৰা বিচ্ছিন্ন হৈ পৰে। উদাহৰণস্বৰূপে অসমীয়া ভাষাৰ দঁতাল হাতীত উঠি পৰ্বতে-কন্দৰে অসমীয়া ভাষা সংস্কৃতি বিয়পাবলৈ নীলমণি ফুকনে জনোৱা আহ্বানক পাহাৰীয়া জনজাতিসকলে সহজ ভাবে ল'ব পৰা নাছিল। অসমীয়া জাতিসত্তাই অসমৰ উপজাতীয় সত্তাক সংশয়াচ্ছন্ন কৰি তোলাত লেখত ল'বলগীয়া ভূমিকা লৈছিল ১৯৪৪ চনৰ সভাপতি নীলমণি ফুকনৰ ভাষণে।[৬৪]

ফুকনৰ উগ্ৰজাতীয়তাবাদী হুংকাৰৰ প্ৰতি পাহাৰীয়া জনজাতিসকলৰ প্ৰতিক্ৰিয়া সম্পৰ্কে সাক্ষ্য আগবঢ়াইছে অসম সাহিত্য সভাৰেই আন এজন সভাপতি ত্ৰৈলোক্য নাথ গোস্বামীয়ে (১৯৬০,১৯৬১)। ১৯৬০ চনত গোস্বামীয়ে অসম সাহিত্য সভাৰ সঁজাতী দল এটাৰ সদস্য হিচাপে নীলমণি ফুকন আৰু যতীন গোস্বামী আদিৰে সৈতে শ্বিলঙলৈ গৈছিল। তেওঁলোকৰ উদ্দেশ্য আছিল অসমীয়া ভাষা প্ৰচাৰ কৰা। শ্বিলঙত তেওঁলোকে প্ৰথমে কংগ্ৰেছী মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাক লগ কৰিলে। চলিহাই তেওঁলোকক অসমীয়া ভাষাৰ প্ৰয়োজনীয়তা সম্পৰ্কে জনজাতি নেতৃত্বক পতিয়ন নিয়াবলৈ ক'লে। সেইমতে দলটোৱে গৈ 'সৰ্বদলীয় পাৰ্বত্য নেতা সন্মিলন'ৰ নেতা কেপ্তেইন উইলিয়ামচন চাংমাক (পাছলৈ মেঘালয়ৰ মুখ্যমন্ত্ৰী) লগ কৰিলে। চাংমাৰ ঘৰত কি ঘটিল, সেই সম্পৰ্কে গোস্বামীৰ মুখতেই শুনক :

*চাংমাৰ ঘৰত কেইবাজনো পাৰ্বত্য নেতা আলোচনাত ব্যস্ত হৈ আছিল। আমি গৈ পোৱাত আলোচনা বন্ধ হ'ল। চাংমাই আমি যোৱাৰ কাৰণ সুধিলত আমাৰ মাজৰ পৰা ফুকনে আৰম্ভ কৰিলে। কিন্তু ফুকনৰ কথা শেষ নৌহওঁতেই চাংমা গৰ্জি উঠিল। বিধান সভাৰ সদস্য হোৱাৰ পাছতেই এবাৰ বিধানসভাৰ মজিয়াত ফুকনে কৈছিল যে অসম ৰাজ্যখন অসমীয়াৰ। এই কথাকে লৈ চাংমাই ফুকনক আক্ৰমণ কৰি ক'লে যে অসমীয়া জাতিৰ নেতা এজনে এনে মনোভাব পোষণ কৰিলে তেওঁলোকে অৰ্থাৎ পাৰ্বত্য জাতিৰ লোকসকলে অসমীয়া মানুহক বিশ্বাস কৰে কেনেকৈ? ফুকনেও কথাৰ প্ৰতিবাদ নকৰাকৈ নাথাকিল। ফলত যি উদ্দেশ্যে পাৰ্বত্য নেতাসকলক লগ ধৰিবলৈ গৈছিলো তাৰ প্ৰতি সহানুভূতি নাপালো।*[৬৫]

জনজাতীয় পটভূমিৰ পৰা অহা অসমৰ এজন বিশিষ্ট মননশীল লেখক ইন্দিবৰ দেউৰীয়ে (ঘটনাক্ৰমে তেওঁ অসমৰ প্ৰাক্ ১৯৪৭ পৰ্যায়ৰ বিশিষ্ট জনজাতীয় নেতা ভীমবৰ দেউৰীৰো পুত্ৰ) সঠিকভাৱেই মন্তব্য কৰিছে যে বাগ্মীবৰ নীলমণি ফুকনকে ধৰি কোনো এজন অসমীয়া বিধান পৰিষদৰ সদস্যই বঞ্চিত পাছপৰা সম্প্ৰদায়বোৰৰ হকে পৰিষদত এবাৰ কথাও কোৱা নাছিল।[৬৬]

এনে বৰ ককাই সুলভ ঔদাসীন্য আৰু অৱহেলাই অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত কেনেকৈ আঘাত হানিছিল, তাৰ আৰু প্ৰমাণ আমি এয়া দিছোঁ।

১৯৬০ চনৰ আগতে অসমীয়া অথবা ইয়াৰ একোটা জনজাতীয়-মিশ্ৰিত ৰূপ উত্তৰপূৱ সীমান্ত অঞ্চল (বৰ্তমান অৰুণাচল) আৰু নাগা পাহাৰত প্ৰচলিত আছিল। অসমীয়া সমগ্ৰ

---

(৬৪) *'চল্লিশ দশকৰ অসমীয়া সাহিত্য : সামাজিক আৰু বৌদ্ধিক পটভূমি'* : অসমীয়া সাহিত্যৰ বুৰঞ্জী, ষষ্ঠ খণ্ড, পৃ- ২৯

(৬৫) অতীতৰ কথা, পৃ- ১৬৪-৫

(৬৬) *'অসমৰ জনগোষ্ঠীয় প্ৰশ্ন আৰু স্বায়ত্তশাসন'*, ভেউকা, এপ্ৰিল-মে' ১৯৮৬

উত্তৰ-পূৰ্বাঞ্চলৰে যোগাযোগৰ মাধ্যমৰূপেও গঢ় লৈ উঠিব ধৰিছিল। মোককচাঙৰ জনৈক মাচুং আৰে 'সৌমাৰজ্যোতি' নামৰ তিনিচুকীয়াৰ পৰা প্ৰকাশিত আলোচনীত (মহাপুৰুষ সংখ্যা, ভাদ,১৯৫০চন) ভঙা-ভঙা অসমীয়া অথবা নাগামিজত এই কবিতাটো লিখিছিলঃ '*বা ৰে বা হোমাৰজুতি - অহমৰ আলুচনিখন/ চাই ৰং পালো কাগজখনক/মোৰ ভাল লাগিল মন/ মই নগা জাতি / মই অহমীয়া / মই সদায় পৰিম অহমীয়া/ ল'ৰাক পৰাম অহম ভাচা'*। সম্পাদকলৈ লিখা চিঠিত তেওঁ লগতে লিখিছিল ঃ '*হম্পাদক - মোৰ এইটো ছেপাই কৰি দিবা - মোলৈ মককচাং পঠাবা। হেআ মই দিছো। ভাল লাগিছে।*'

সেইবাবেই ড. হাটনে তেওঁৰ বিখ্যাত **The Sema Nagas** গ্ৰন্থত এনেকৈ লিখিব লগা হৈছিল ঃ '*Indeed, the Assamese language, as used in the Naga Hills is peculiarly well adapted for the reproduction of Naga idioms and as a vehicle of interpretation it makes a far better lingua franca for the Hills than Hindustani or English would; substitution of which for Assamese has been occasionally suggested.*'

ড. ডব্লিউ চি. স্মিথৰ মতামতো সদৃশ ঃ

*In the neighbouring tribe of the Nagas the Assamese language is used freely and this no doubt is largely due to the fact that they raised cotton which is sold to the traders in Assam. In this way their contact with the Assamese have been numerous. As of these contacts, increasing number of Assamese terms are creeping into the language.* **(The Ao Nagas)**

ফ্যুৰাৰ হেইমেনডৰ্ফ চাহাবেও নেফা (উঃ পূঃ সীমান্ত অঞ্চল)ৰ জনজাতিসকলৰ বহিৰ্জগতৰ লগত সম্পৰ্কৰ বাবে নেফাত অসমীয়া শিক্ষাৰ ওপৰত গুৰুত্ব দিছিল। ভাৰতবৰ্ষৰ বাতৰিকাকতৰ পঞ্জীয়কৰ ১৯৮০ চনৰ প্ৰতিবেদনতো নেফামিজক অৰুণাচলৰ সংযোগী ভাষা বুলি কোৱা হৈছিল। আনহাতে ড. নগেন শইকীয়াই তেওঁৰ **অগ্নিগৰ্ভা অসম** কিতাপত লিখিছে যে আনকি মায়ান্মাৰৰ সীমান্তৰ ভিতৰত বাস কৰা চল্লিশ খন কন্যাক নাগা গাঁৱতো অসমীয়া (নে নাগামিজ?) কোৱা হয়।

কে. এচ. সিং. আৰু এ. মনোহৰণৰ দ্বাৰা সম্পাদিত **Languages and Scripts** গ্ৰন্থত দেখুৱা হৈছে যে আংগামী, আও, চাখেচাং, চাং, কাবুই, খিয়মনিউমগানচ্, কন্যাক, ফম, পচুৰী, ৰেংমা, চাংতাম, ৰেংমা, য়িমচুংগাৰ, জেলিয়াং আদিয়ে নাগামিজ কয় তদুপৰি চেমা, কন্যাক, কাবুই, জেমি আদিয়ে অসমীয়াও কয়। অৰুণাচলত আদি সকলৰ বিভিন্ন উপ-জনজাতিয়ে নেফামিজ জানে। তদুপৰি কমকাৰ, মিলং, মিন্যং, পালিলিব', পাংগি, পাবি, তাংগাগাম, অকা আদিয়ে অসমীয়াও জানে। আপাতানি, বাগুই, হিল মিৰি, খামিয়াং, খোৱা বুগুন, মিজি, মিচিং, মিচিমি, মন্পা, চেৰদুকপেন, তাগিন, তাংচা আদিৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য।

অবশ্যে দিল্লীৰ চৰকাৰৰ দ্বাৰা অনুসৃত হিন্দী উগ্ৰজাতীয়তাবাদী নীতিয়ে নাগালেণ্ড, অৰুণাচলৰ পৰা নাগামিজ- নেফামিজক উচ্ছেদ কৰি হিন্দীক প্ৰতিষ্ঠা কৰাটোও সঁচা। কিন্তু তথাপিও এই কথাও অনস্বীকাৰ্য যে সৌ সিদিনালৈকে সমগ্ৰ উত্তৰ পূৰ্বাঞ্চল জুৰি বিয়পি পৰা একমাত্ৰ ভাষা আছিল অসমীয়া। উদাহৰণস্বৰূপে ৰাকাই-বই নামৰ মৈতৈ-মণিপুৰী আলোচনী খনৰ সম্পাদক ড. লাইৰেম সিং নিংথৌজৌৱে আৱাহন আলোচনীত (ফাগুন, ১৯৩৩ চন) লিখা এই চিঠিখনলৈ আঙুলিয়াব পাৰি। ইয়াত কোৱা হৈছিলঃ

*My heart swells with pride to think of the past glories of Manipuri nation and their relationship with the Assamese. I sincerely desire that the two nations should not be separated from each other by raising a high wall in the shape of the difference of language. To further this cause we are soon publishing a dictionary of three languages - Assamese, Manipuri and English, and I believe that the Assamese language will be much more popular when this dictionary will be out.*

পাছে এইটোও মনত ৰাখিবলগীয়া যে অসমীয়া ভাষাৰ এই সমৃদ্ধিত অসম সাহিত্য সভাৰ প্ৰায় কোনো বৰঙণিয়েই নাছিল। ক'হিমা সাহিত্য সভাৰ অন্যতম প্ৰতিষ্ঠাপক হৰিপ্ৰসাদ গোৰ্খাৰায়ে কৈছিল যে অসমীয়া ভাষাৰ সম্প্ৰসাৰণৰ বিৰাট সম্ভাবনা থকা সত্বেও সি সম্ভৱ নহৈছিল। (৬৭)

কিন্তু একে উশাহতে তেওঁ এইটোও কৈছিল যে অসমীয়া নেতৃত্ব তাৰ বাবে প্ৰয়োজনীয় কষ্ট কৰিবলৈ সাজু নাছিল। ক'হিমা সাহিত্য সভাই যে এই ক্ষেত্ৰত অসম সাহিত্য সভাৰ পৰা কোনো সহায় পোৱা নাছিল, সেইকথা ক'হিমা সাহিত্য সভাৰ অন্যতম বিষয়ববীয়া নাৰায়ণ চন্দ্ৰ বৰাৰ লেখনীতে ওলাই পৰিছে। তেওঁ লিখিছে যে নাগালেণ্ডৰ সাহিত্য সভাৰ কৰ্মীসকলে তেওঁলোকৰ সমস্যাৰ কথা বৰ্ণাই থকা সভা এখনত অসম সাহিত্য সভাৰ সভাপতিজনে বাৰুকৈ এঘুমতি মাৰি লৈছিল।(৬৮)

অসম সাহিত্য সভাই ব্যাপকভাবে সমৰ্থন-প্ৰচাৰ চলোৱা অসম ৰাজ্য ভাষা আইন (১৯৬০) অসমীয়া ভাষাৰ সম্প্ৰসাৰণ, আৰু স্বতস্ফূৰ্তভাৱে গৃহীত হোৱাৰ প্ৰক্ৰিয়াৰ ওপৰত বজ্ৰাঘাত হৈ আহিল। নগাপাহাৰ, লুচাই পাহাৰ, খাচী-জয়ন্তীয়া পাহাৰ, গাৰোপাহাৰ আৰু নেফা এখনৰ পাছত এখনকৈ অসমৰ পৰা ওলাই গ'ল। অসমীয়া ভাষী এলেকা বাৰুকৈ কমি আহিল; জাতি বহলোৱাৰো ভিকাচন ভাগিল।

এই দীঘলীয়া প্ৰক্ৰিয়াত জনজাতীয় মানসৰ ওপৰত প্ৰভাৱ পেলোৱা আৰু তাক দূৰলৈ ঠেলি দিয়া আৰু কেতবোৰ ঘটনা এইছোৱা সময়ত ঘটিছিল য'ত অসম সাহিত্য সভাও পৰোক্ষ বা প্ৰত্যক্ষভাৱে জড়িত আছিল। উদাহৰণস্বৰূপে বড়ো ভাষাৰ বাবে ৰোমান লিপিৰ আন্দোলনটোৰ কথাই ক'ব পাৰি। ১৯৭৪ চনত সংগঠিত এই আন্দোলনটোৰ ১৫ জন

(৬৭) ক'হিমা সাহিত্য সভাৰ শতবাৰ্ষিকীৰ স্মৃতিগ্ৰন্থ, In Memorium 1994
(৬৮) Ibid

অংশগ্ৰহণকাৰীক শৰৎ চন্দ্ৰ সিংহৰ নেতৃত্বাধীন কংগ্ৰেছী চৰকাৰটোৱে গুলিয়াই হত্যা কৰিছিল। সাহিত্য সভাই ৰোমান লিপিৰ আন্দোলনটোৰ দোৰ্ঘোৰ বিৰোধিতাতে ক্ষান্ত নহৈ উক্ত গণহত্যাৰ বাবে দায়ী শৰৎ চন্দ্ৰ সিংহক সম্বৰ্ধনাহে জনালে। একেদৰে কাৰ্বিসকলৰ ৰোমান লিপিৰ দাবীৰ ই বিৰোধিতা কৰিলে; কিন্তু ডিফুত সভাৰ অধিবেশন এখন পাতিবলৈও ৰাজী নহ'ল। ১৯৬৪ চনৰ ১০ জুনত নৱযুগ আলোচনীত প্ৰকাশিত এখন চিঠিত কাৰ্বি আংলঙৰ (তেতিয়াৰ মিকিৰ পাহাৰ জিলা) অসমীয়া প্ৰেমী মানুহখিনিয়ে অভিযোগ কৰিছিল যে সভাই বাৰম্বাৰ ডিফুত অধিবেশন পাতিবলৈ প্ৰত্যাখ্যান কৰাটো ট্ৰেজিক।[৬৯] ধেমাজি, হাফলঙতো সভাৰ অধিবেশন হ'বৰ নৌ এথোন।

একে কথা শ্বিলং অধিবেশনৰ ক্ষেত্ৰতো খাটে। বিশিষ্ট জাতীয়তাবাদী মাৰ্ক্সবাদী তাত্ত্বিক ড° উদয়ন মিশ্ৰই কৈছে ১৯৫৩ চনৰ যি শ্বিলং অধিবেশনে সাহিত্য সভাক পুনৰ জীৱন দিছিল, সেইখন আছিল সম্পূৰ্ণৰূপে অসমীয়া কাৰবাৰ। শ্বিলং খাচী এলেকা হ'লেও স্থানীয় মানুহৰ কোনো সহযোগ তাত বিচৰা হোৱা নাছিল।

আনহাতে আৰম্ভণিৰ পৰ্যায়তে প্ৰতিষ্ঠাপক প্ৰধান সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীৰ এক বিতৰ্কিত বক্তব্যয়ো বড়ো -কছাৰীসকলক ব্যাপকভাৱে ক্ষুণ্ণ আৰু ক্ষুব্ধ কৰি তুলিছিল। গোস্বামীয়ে ডিমাপুৰৰ প্ৰাচীন কছাৰী স্থাপত্যবোৰ কছাৰী ৰজাই সজা নহয়, তাত আন কিবা (অৰ্থাৎ অনা-বড়ো-কছাৰী) প্ৰভাৱহে থকা বুলি ইংগিত দিছিল। বড়ো কছাৰী সন্মিলনে গোস্বামীৰ এই কল্পনাৰ প্ৰবলভাৱে প্ৰতিবাদ কৰিছিল কাৰণ ডিমাপুৰৰ স্থাপত্যৰাজিৰ লগত তেওঁলোকৰ আবেগিক সম্পৰ্ক আছিল।[৭০]

ওপৰে ওপৰে চালে এইবোৰ বিচ্ছিন্ন তথ্য বা ঘটনা যেন লাগিব পাৰে; কিন্তু গভীৰভাৱে চালে এইবোৰ ঘটনা-পৰিঘটনাই জাতি গঠন প্ৰক্ৰিয়াক ব্যাহত কৰাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। কোনোবাই হয়তো এই বিলাক কাৰোবাৰ অসচেতন ব্যক্তিগত চিন্তা-কাৰ্য বুলি ব্যাখ্যা দিব বিচাৰিব, কিন্তু সভাৰ মধ্যশ্ৰেণী-নেতৃত্বই সেই সকলোবোৰৰ দায়সৰা টান হ'ব।

## সভাৰ ভাষিক নীতিঃ এক পৰ্যালোচনা

ৰাষ্ট্ৰ ভাষা, ৰাজ্য ভাষা আৰু সহযোগী ভাষাৰ প্ৰশ্নবোৰ অৰ্থাৎ ভাষাৰ আনুষ্ঠানিক মৰ্যাদাৰ প্ৰশ্নটো এক ৰাজনৈতিক প্ৰশ্ন। পাছে কিছু লোকে সদায় ইয়াত এক অ-ৰাজনৈতিক ৰহণ সানি আত্ম প্ৰতাৰণা কৰিব বিচাৰে। অসম সাহিত্য সভাই অসমীয়াক বাধ্যতামূলক ৰাজ্যিক ভাষা কৰাৰ আন্দোলনত সদায় নেতৃত্ব দি আহিলেও ভাৰতৰ ৰাষ্ট্ৰভাষা কি হ'ব লাগে, অথবা অসমৰ থলুৱা-জনজাতীয় ভাষাবোৰৰ ক্ষেত্ৰত ইয়াৰ নীতি কি, সেই সম্পৰ্কে সুস্পষ্ট নীতি-মালা ঘোষণা কৰা নাই। সভাৰ মঞ্চত উচ্চাৰিত সভাপতিসকলৰ বক্তব্যও এই ক্ষেত্ৰত স্ব-

---

(৬৯) চিঠিখন লিখিছিল যোৰহাটৰ নগেন ৰাজকোঁৱৰে। কামৰূপৰ মহেশ দাস, ডেনগাঁৱৰ (কাৰ্বিআংলং) কুতুব আহমদ আৰু সমৰ সিং বাতায়ো সদৃশ চিঠি লিখিছিল।

(৭০) শৰৎচন্দ্ৰ গোস্বামী ৰচনাৱলী, (আত্মজৈৱনিক অংশ)

বিৰোধিতাৰে পৰিপূৰ্ণ।

উদাহৰণস্বৰূপে সভাৰ অন্যতম সভাপতি আনন্দ চন্দ্ৰ বৰুৱাই ইয়াৰ ১৯৬৯ চনৰ অধিবেশনত এনেদৰে কৈছিল,

*আমাৰ ৰাষ্ট্ৰতো যদি হিন্দীয়েই উমৈহতীয়া ভাষা হয়, তেন্তে সকলো আঞ্চলিক সাহিত্যৰ লগতে ভাৰতবৰ্ষৰ সংহতি সাধনৰ এটি সোণালী পথ ওলাব। এইবাবে হিন্দী বিৰোধিতা কৰা উচিত নহয়।*(৭১)

আমোদজনক ভাবে, বৰুৱাৰ ঠিক আগৰজন সভাপতি জ্ঞাননাথ বৰাই (১৯৬৮) হিন্দীক ৰাষ্ট্ৰভাষা কৰাৰ বিৰোধিতা কৰিছিল। তাৰ সলনি তেওঁ মৃত-ভাষা সংস্কৃতক ৰাষ্ট্ৰভাষা কৰাৰ উদ্ভট প্ৰস্তাৱো আগবঢ়াইছিল। মৃতভাষা হিব্ৰু যদি আধুনিক ইজৰাইলৰ ৰাষ্ট্ৰভাষা হ'ব পাৰে, তেন্তে মৃতভাষা সংস্কৃত ভাৰতৰ ৰাষ্ট্ৰভাষা হ'ব নোৱাৰে কিয়; তেনেকুৱাই আছিল বৰাৰ যুক্তি। সেই সময়ত অসমত হিন্দীৰ সপক্ষে আৰু বিপক্ষে দুটা শিবিৰ আছিল। বৰাই হিন্দীৰ দৰেই সংস্কৃত ভাষাও প্ৰচাৰ কৰাৰ পোষকতা কৰিছিল।

বৰাতকৈ একদশক আগতে ১৯৫৮ চনৰ অধিবেশনৰ সভাপতি পদ্মধৰ চলিহায়ো হিন্দী জাপি দিয়াৰ বিৰোধিতা কৰি তেওঁৰ অভিভাষণত ইংৰাজীক সমান্তৰালভাৱে বাহাল ৰখাৰ পোষকতা কৰিছিল।(৭২)

অতুল চন্দ্ৰ হাজৰিকাই তেওঁৰ অভিভাষণত উল্লেখ কৰিছিল যে ১৯৫৮ চনৰ তিনিচুকীয়া অধিবেশনত চাহমজদুৰ সকলৰ বাবে হিন্দী মাধ্যম প্ৰবৰ্তনৰ বিৰোধিতা কৰি, লগতে কাৰ্বি, ডিমাছা আৰু নাগা অনাতাৰ কাৰ্যসূচীৰ প্ৰবৰ্তনৰো বিৰোধিতা কৰি এটা প্ৰস্তাৱ লোৱা হৈছিল।(৭৩) তেওঁ দুখ প্ৰকাশ কৰি কৈছিল যে এটা বিদেশী ভাষা আৰু উত্তৰ ভাৰতীয় হিন্দীয়ে উঃপূঃ সীমান্ত অঞ্চলৰ পৰা অসমীয়াক চিৰ-নিৰ্বাসন দিলে।(৭৪)

হাজৰিকাই অসমীয়া আৰু আন জনজাতীয় ভাষাৰ বাবে হিন্দী (অৰ্থাৎ দেৱনাগৰী) লিপিৰ প্ৰবৰ্তনৰ বিৰোধিতা কৰি লগতে উদঙাই দিছিল যে কংগ্ৰেছী নেতৃবৃন্দই সভাৰ মঞ্চত সুযোগ পালেই অসমীয়া ৰাইজক পৰামৰ্শ দি আহিছে যাউতিযুগীয়া অসমীয়া লিপিটো বিসৰ্জন দি হিন্দীভাষাৰ দেৱনাগৰী লিপি আকোঁৱালি ল'বলৈ। তেওঁ হিন্দী সম্ৰাজ্যবাদে অসমক খণ্ড বিখণ্ড কৰাৰ অভিযোগো তুলিছিল।(৭৫)

আনহাতে প্ৰায় সকলো সাহিত্য সভাৰ বুদ্ধিজীৱীয়ে মাৰ্কিন বেপ্টিষ্ট মিশ্যনেৰীসকলক 'অসমীয়া ভাষাৰ পুনৰজীৱন দিয়াৰ বাবে' প্ৰশংসা কৰাৰ বিপৰীতে আনন্দ চন্দ্ৰ বৰুৱাই বেলেগ কথা কৈছিল। তেওঁৰ মতে মিশ্যনেৰীসকলৰ উদ্দেশ্য আছিল খ্ৰীষ্টিয়ান ৰাজ্য প্ৰতিষ্ঠা।(৭৬)

মন কৰিবলগীয়া যে অসমীয়া প্ৰচাৰত মিশ্যনেৰীৰ মতলব ঠিকেই বুজি পোৱা বৰুৱাই কিন্তু হিন্দী জাপি দিয়াৰ বিৰোধিতা কৰিবলৈ ব্যৰ্থ হৈছে। তাৰ বিপৰীতে জ্ঞাননাথ

---

(৭১) অসম সাহিত্য সভাৰ ভাষণাৱলী, তৃতীয় খণ্ড, পৃ-৪২৯
(৭২) ঐ, তৃতীয় খণ্ড পৃ-৩১
(৭৩) ঐ, পৃ-৮৩
(৭৪) অসম সাহিত্য সভাৰ ৰূপলেখা
(৭৫) অসম সাহিত্য সভাৰ ভাষণাৱলী, তৃতীয় খণ্ড, পৃ- ১১৪-১১৫
(৭৬) ঐ, তৃতীয় খণ্ড, পৃ- ৪১৭

ৰবাই হিন্দী বিৰোধিতা কৰি সংস্কৃতক উৰ্দ্ধত তুলিছে। কিন্তু তেওঁলোক কোনেও সপোনতো ভাবিব পৰা নাছিল যে অসমীয়াও ভাৰতৰ অন্যতম ৰাষ্ট্ৰভাষা হ'ব পাৰে- এটা মাত্ৰ ৰাষ্ট্ৰভাষাৰ সলনি ভাৰতত কে'বাটাও ৰাষ্ট্ৰভাষা সমান্তৰাল ভাৱে থাকিব পাৰে, চুইজাৰলেণ্ডৰ দৰেই। তেওঁলোকে এইটোও উপলব্ধি কৰিব পৰা নাছিল যে বহু ভাষাৰ ওপৰত এক ভাষাৰ আধিপত্যই সংখ্যালঘিষ্ঠ অভিজাত গোষ্ঠী এটাৰ হাতত ক্ষমতাৰ কেন্দ্ৰীকৰণ সূচায়।

সাহিত্য সভাৰ অন্যতম সভাপতি তীৰ্থনাথ শৰ্মা (১৯৭১) যে বিশ্বহিন্দু পৰিষদৰ বিষয়ববীয়া আছিল সেইটো আমি আগতে দেখুৱাই আহিছোঁ। তেওঁ কেৱল হিন্দু নাছিল, হিন্দু হিন্দী, হিন্দুস্তানৰ স্বপ্নদ্ৰষ্টা শৰ্মাই ৰাষ্ট্ৰভাষা ৰূপে হিন্দী পোষকতা কৰিছিল। কোনোবাই অৱশ্যে ক'ব পাৰে যে তেতিয়াৰ দিনত হিন্দীৰ আধিপত্যকাৰী ভূমিকা সম্পৰ্কে ধাৰণা কৰা সম্ভৱ নাছিল। কিন্তু এয়া ভুল কথা, কাৰণ তামিলসকলকে ধৰি দক্ষিণ ভাৰতীয়সকলে স্বাধীনতা আন্দোলনৰ সময়তে বাধ্যতামূলক হিন্দীৰ ধাৰণাৰ বিৰোধিতা কৰিছিল। অসমীয়া মধ্যশ্ৰেণী অথবা অসম সাহিত্য সভাৰ দৰে ভাষা-সৰ্বস্ব ৰাজনীতিৰ প্ৰবক্তা অনুষ্ঠানে এটা সুস্পষ্ট ভাষিক নীতি আজিও অৱলম্বন কৰিব নোৱাৰাটো আশ্চৰ্যজনক তথা দুৰ্ভাগ্যজনক। ফলত এহাতে ইংৰাজী আজিও বিশ্ববিদ্যালয় পৰ্যায়ৰ শিক্ষাৰ মাধ্যম হৈ ৰ'ল, হিন্দী হ'ল বাধ্যতামূলক ৰাষ্ট্ৰভাষা, জনজাতীয় ভাষাবোৰৰ বিৰোধিতা কৰিবলৈ গৈ অসমীয়া নিজেই হ'ল বৰ্জিত, প্ৰত্যাখ্যিত।

সেয়েহে আমি ক'ব বিচাৰোঁ যে ভাষা হৈছে প্ৰধানতঃ এক ৰাজনৈতিক প্ৰশ্ন। এটা ভাষাই উপভোগ কৰা মৰ্যাদা সংশ্লিষ্ট ভাষাভাষী গোষ্ঠীটোৱে উপভোগ কৰা অৰ্থনৈতিক আৰু ৰাজনৈতিক ক্ষমতাৰ সমানুপাতিক। ভাৰতবৰ্ষত বৰ্তমানে এক পাঁচ তৰপীয়া ভাষিক স্তৰ বিন্যাস বিৰাজ কৰিছে। আমাৰ দৃষ্টিত সেই স্তৰ বিন্যাস এনেধৰণৰঃ



এই স্তৰবিন্যাসত অসমীয়াৰ স্থান তৃতীয় খাপতহে। এই স্তৰ বিন্যাস ৰাজনৈতিক ক্ষমতাৰ গাঁথনিৰ লগতো সামঞ্জস্যপূৰ্ণ কাৰণ ইয়াৰ শীৰ্ষত থকা ইংৰাজী হৈছে আমাৰ ৰাষ্ট্ৰক্ষমতাত ঔপনিবেশিক প্ৰভাৱৰ প্ৰতীক। আজি ভাৰত যিমানে অৰ্ধ উপনিবেশৰ পৰা নয়া-উপনিবেশৰ ফাললৈ গতি কৰিছে, ইং-মাৰ্কিন সাম্ৰাজ্যবাদ আৰু বিদেশী বহুজাতিক কোম্পানী- বিশ্ববেংক-আই এম এফৰ নিয়ন্ত্ৰণলৈ গৈছে, সিমানে ইংৰাজীৰ স্থিতি মজবুত হৈছে। এই বিন্যাসত হিন্দীয়ে উপভোগ কৰা স্থান একেদৰে ভাৰতবৰ্ষৰ ৰাষ্ট্ৰক্ষমতাত উত্তৰ ভাৰতৰ হিন্দী হিন্দু গোষ্ঠীয়ে উপভোগ কৰা স্থানৰ সমানুপাতিক। অসমীয়া, বাংলাৰ দৰে আঞ্চলিক প্ৰট'বুৰ্জোৱাজিৰ পৃষ্ঠপোষকতাপ্ৰাপ্ত ভাষাবোৰ এই জখলাৰ ঠিক মাজভাগত অৱস্থিত। সেয়েহে অসমীয়াই দুটা কাম কৰিব পাৰে। হয় ই নিম্নতৰ অৱস্থানত থকা ভাষাবোৰৰ লগলাগি উচ্চতৰ অৱস্থানত থকাবোৰক প্ৰত্যাহ্বান জনাব পাৰে, নহয় সেইবোৰৰ লগত আপোচ কৰি নিম্নতৰবোৰৰ অধিকাৰ হৰণৰ অংশীদাৰ হৈ অৱশেষত নিজকো বিপন্ন কৰিব পাৰে।

হিন্দী (আৰু লগতে ইংৰাজী)ৰ আধিপত্যৰ প্ৰত্যাহ্বান জনোৱাৰ প্ৰশ্নটো এই বাবেই প্ৰাসংগিক যিহেতু এই আধিপত্যই অসমীয়াকে ধৰি আন ভাষাবোৰৰ বিকাশক বাধাগ্ৰস্ত কৰিছে। হিন্দীৰ বিকাশৰ বাবে বছৰি যিমান টকা খৰচ কৰা হয়, তাৰ ১ শতাংশও আনবোৰ ভাৰতীয় ভাষাৰ বাবে খৰচ কৰা নহয়। ইয়াৰ ফলত হিন্দী নিজেও ক্ষতিগ্ৰস্ত হৈছে। কাৰণ ই আনবোৰ ভাষাৰ লগত সম-মৰ্যাদাৰ ভিত্তিত আন্তঃ বিনিময় কৰিব পৰা নাই। দাক্ষিণাত্যত হিন্দীৰ বিৰুদ্ধে এক প্ৰবল প্ৰতিৰোধ পৰিলক্ষিত হয়; উত্তৰ পূবতো হিন্দী বিৰোধিতা নথকা নহয়। অৱশ্যে অসমীয়া মধ্য শ্ৰেণীয়ে হিন্দী-ইংৰাজীৰ এই আধিপত্যকাৰী অৱস্থানক প্ৰত্যাহ্বান জনোৱাৰ বিপৰীতে সততে ব্যস্ত থাকে বড়ো, নেপালী, চাওতালী, চাদ্ৰী আদি ভাষা বিলাকৰ দমন আৰু বঞ্চনাতহে।

ইফালে অতি-বিশেষ- ভাষা ইংৰাজীয়ে বিশ্ববিদ্যালয় পৰ্যায়তহে নালাগে প্ৰাক্-প্ৰাথমিক পৰ্যায়ৰ পৰাই অসমীয়াক উচ্ছেদ কৰাৰ অভিযানত ব্ৰতী হৈছে। গোলকীকৰণ-ব্যক্তিগতকৰণৰ পৰিণতিত চৰকাৰী-ৰাজহুৱা খণ্ডৰ শিক্ষানুষ্ঠানবোৰৰ অৱনতিৰ সমান্তৰালভাৱে ব্যক্তিগত খণ্ডৰ ইংৰাজী মাধ্যমৰ অসংখ্য বিদ্যালয় খালে-বামে কাঠফুলাৰ দৰে গজি উঠিছে। মহানগৰ, নগৰৰ পৰা মফস্বল এলেকালৈকে পৰিব্যাপ্ত এনে বিদ্যালয়বিলাকত শিক্ষাৰ মাধ্যম ইংৰাজী (কেতবোৰত লগে লগে হিন্দীও আছে)। যদিও ১৯৬০ চনৰ অসম ৰাজ্য ভাষা আইনৰ অন্যতম কাৰিকৰ আছিল অসম সাহিত্য সভা, যদিও ১৯৭২ চনৰ মাধ্যম আন্দোলনৰ অন্যতম নেতৃত্বদায়ী সংগঠন আছিল অসম সাহিত্য সভা, তথাপি শিক্ষাৰ মাধ্যম সম্পৰ্কত ইয়াৰ বৰ্তমান স্থিতি নিচেই নিশকতীয়া আৰু নীতিহীন। স্মৰণযোগ্য যে ১৯৭২ চনৰ মাধ্যম আন্দোলনৰ সময়ত অসম চৰকাৰে দহবছৰৰ ভিতৰত বিশ্ববিদ্যালয় পৰ্যায়লৈকে অসমীয়া মাধ্যম প্ৰয়োগ কৰাৰ প্ৰতিশ্ৰুতি দিছিল। আজি ১৯৭২ চনৰ পৰা ১০ বছৰ নহয়, ৩২ বছৰ পাৰ হৈ গ'ল কিন্তু অসমীয়া মাধ্যম কাৰ্যকৰী নহ'ল;

নিমাতে-নিতালে ৰ'ল সদৌ অসম ছাত্ৰ সন্থা-অসম সাহিত্য সভাৰ নেতৃবৃন্দ। কেৱল সিমানেই নহয়, ভূৰখা মহলে ক'ব খোজে যে তেতিয়াৰ সদৌ অসম ছাত্ৰ সন্থা আৰু তেতিয়াৰ /এতিয়াৰ অসম সাহিত্য সভাৰ নেতৃবৃন্দৰ সৰহসংখ্যকৰে সন্তান-সন্ততি ইংৰাজী মাধ্যমত পঢ়ে। কিমথিকমিতি!

এই ইংৰাজী প্ৰীতিৰ প্ৰকৃত কাৰণ অসমীয়া মধ্যশ্ৰেণীৰ চাকৰি- নিৰ্ভৰতা। কি চৰকাৰী চাকৰি, কি ব্যক্তিগত কোম্পানীৰ চাকৰি, সকলোতেই তজবজীয়া ইংৰাজী কোৱা অপৰিহাৰ্য। তদুপৰি ভাৰতীয় প্ৰশাসনিক সেৱাৰ দৰে পৰীক্ষাবোৰত অৱতীৰ্ণ হ'বলৈও ইংৰাজীৰ অতি প্ৰয়োজন বুলি অসমীয়া মধ্যবিত্তই সততে যুক্তি দৰ্শায়। তেনে কৰোঁতে তেওঁলোকে পাহৰি যায় যে আই এ এচৰ দৰে পৰীক্ষাত ইংৰাজী হিন্দী দুয়োটাই মাধ্যম আৰু সেয়ে হিন্দী মাতৃভাষাৰ পৰীক্ষাৰ্থীসকলে ইয়াত স্বাভাৱিকতেই সুবিধাজনক অৱস্থানত থাকে। অসম সাহিত্য সভাৰ দৰে অনুষ্ঠানে মধ্য শ্ৰেণীৰ স্বাৰ্থৰ প্ৰতিনিধিত্ব কৰিও সৰ্বভাৰতীয় পৰীক্ষাসমূহত অসমীয়াৰ দৰে আঞ্চলিক ভাষাও মাধ্যম হ'ব লাগে বুলি কাহানিও সাহসেৰে দাবী তুলিব নোৱাৰাটো আশ্চৰ্যজনক। ফলস্বৰূপে ইংৰাজী-কথকী অভিজাত শ্ৰেণী আৰু হিন্দীভাষী উত্তৰ ভাৰতীয় লবীটোৰ পৰা সৰকাই আই এ এচ- আই পি এচৰ দুই এখন আসন ল'ব পাৰিলেই অসমীয়া মধ্যশ্ৰেণীৰ মন থৌকিবাথৌ হয়, হিয়া ৰাইজাই কৰে। সৰ্বভাৰতীয় প্ৰতিযোগিতাত অৱতীৰ্ণ হোৱাৰ দোহাই দি অসমীয়া মধ্য শ্ৰেণীয়ে তেওঁলোকৰ সন্তান-সন্ততিক হেলাৰঙে পাহৰাই পেলায় মাতৃভাষাৰ কথা। অসমীয়া শিকাৰ সেই ফেৰা দায়িত্ব গাঁৱলীয়-বাগানীয়া-চৰুৱা-পমুৱাসৱক গতাই তেওঁলোক আজৰি হয়। আৰু সেয়ে আজিৰ তাৰিখত পৱিত্ৰ আন্তৰিকতাৰে অসমীয়া শিকা বৃহত্তম সম্প্ৰদায় দুটা হ'ল বাগানীয়া ঝাড়খণ্ডী আদিবাসী আৰু চৰুৱা-পমুৱা অভিবাসী মুছলীমসকল।

হিন্দীয়ে অসমীয়াৰ প্ৰতি ভাবুকি সৃষ্টি কৰিছে আন এক প্ৰকাৰেও। সস্তীয়া, বজৰুৱা হিন্দী বোলছবি, চিডি, কেচেট আদিয়ে অসমীয়া সংস্কৃতি আকাশ ছানি পেলাইছে। এক বিকৃত ভাষা প্ৰয়োগ কৰাৰ উপৰিও এইবোৰে অসমীয়া মূল্যবোধৰে স্খলন ঘটাইছে। অসমীয়া ভাষিক-সাহিত্যিক ক্ষেত্ৰত হিন্দী-ইংৰাজী (অথবা হিংৰাজী)ৰ এই যুগপৎ আক্ৰমণৰ নীৰৱ সাক্ষী হৈ বৈছে অসম সাহিত্য সভা।

মন কৰিবলগীয়া যে হিন্দী-ইংৰাজীৰ আধিপত্যৰ বিৰোধিতা কৰাৰ সাহস গোটাব নোৱাৰিলেও অসম সাহিত্য সভাই অসমৰ দলিত নিপীড়িত মানুহৰ মুখৰ ভাষাবোৰৰ ওপৰত অসমীয়াৰ প্ৰাধান্যৰ বাবে উঠি-পৰি লাগি আহিছে। ১৯৭৪ চনত বড়ো ভাষাৰ বাবে ৰোমান লিপিৰ দাবীত হোৱা আন্দোলনৰ ১৫ জন আন্দোলনকাৰীক শৰৎ চন্দ্ৰ সিংহৰ কংগ্ৰেছী চৰকাৰে গুলিয়াই হত্যা কৰাৰ প্ৰতি সাহিত্য সভাৰ কেৱল নীৰৱ সমৰ্থনেই নাছিল, সেই গণহত্যাকাণ্ডৰ আগৰ বছৰ আৰু তাৰ ঠিক পাছৰ দুয়োটা বছৰতে সভাই শৰৎ চন্দ্ৰ সিংহক মুখ্য অতিথিৰূপে সম্বৰ্ধনা জনাইছিল।[৭৭]

---

(৭৭) দেবব্ৰত শৰ্মা : *'অসম সাহিত্য সভা কোন পক্ষত?'* সাৰ্বভৌম অসম আৰু অন্যান্য প্ৰসংগ, পৃষ্ঠা ৭

সাহিত্য সভাৰ সম্বৰ্ধনাৰে শৰৎ চন্দ্ৰ সিংহ হয়তো সন্মানিত হ'ল, শৰৎ চন্দ্ৰ সিংহৰ বদান্যতাৰে সাহিত্য সভা হয়তো সমৃদ্ধ হ'ল কিন্তু বড়োসকল অপমানিত হ'ল, অসমীয়া জাতি দুখীয়া হ'ল।

## অসম সাহিত্য সভা আৰু ভাষিক জাতীয়তাবাদৰ ৰাজনীতি

মিত্ৰদেৱ মহন্তই লিখা অসম সাহিত্য সভা সংগীতৰ প্ৰথম শাৰীটো হৈছে 'চিৰ চেনেহী মোৰ ভাষা জননী'। এই শাৰীটোৰেই সাহিত্য সভা অনুসৃত ভাষিক জাতীয়তাবাদৰ ৰণনীতি সূচায়। লক্ষ্মীনাথ বেজবৰুৱা ৰচিত 'অ' মোৰ আপোনাৰ দেশ' শীৰ্ষক অসম সংগীতটোতো মাতৃভাষাই যথোচিত গুৰুত্ব পাইছে। ভাষাৰ প্ৰতি এই গুৰুত্ব কোনো বিচ্ছিন্ন ঘটনা নাছিল। ই অসমীয়া মধ্যবিত্তৰ সুচিন্তিত ৰাজনীতিৰে অংশ আছিল। সাম্ৰাজ্যবাদৰ লগত যিকোনো সংঘাত সযত্নে এৰাই চলা মধ্যবিত্তই ভাষাক এক আবেগিক মাধ্যম ৰূপে বাছি লৈছিল, যাক ব্যৱহাৰ কৰি জাতিটোৰ ৰাইজখনক আবেগিকভাৱে সমাবেশিত কৰিব পৰা যায়। ভাষাক জাতীয়তাবাদৰ মাধ্যম ৰূপে বাছনি কৰাৰ কেতবোৰ ঐতিহাসিক কাৰণো আছিল নিশ্চয়।

অসমৰ নিৰ্দিষ্ট ঐতিহাসিক পটভূমিতে সেই কাৰণ লুকাই আছিল। মায়ামৰীয়া বিদ্ৰোহ আৰু মানৰ আক্ৰমণে অসমক ৰিক্ত কৰি এৰি থৈ যোৱাৰ পাছত য়াণ্ডাবু সন্ধিয়ে ৰাজ্যখনক তুলি দিছিল বগা বঙালৰ হাতত। সেই জৰৌবৌৱা পৰিস্থিতিতে চৰকাৰী ভাষাৰূপে জাপি দিয়া হৈছিল অসমীয়াৰ ঠাইত বাংলা। সেই পৰিস্থিতিত হলীৰাম ঢেকীয়াল ফুকন, যজ্ঞেৰাম খাৰঘৰীয়া ফুকন, মণিৰাম দেৱান, যদুৰাম বৰুৱা আদি অসমীয়া অভিজাতসকলেও সমাচাৰ দৰ্পণ, সমাচাৰ চন্দ্ৰিকাৰ দৰে বাংলা পত্ৰিকাৰ গ্ৰাহক-পাঠক হৈছিল। হলীৰাম ঢেকীয়াল ফুকনে তেওঁৰ আসাম বুৰঞ্জীখন লিখিছিল বাংলাত, মণিৰাম দেৱানে বুৰঞ্জি বিবেকৰত্ন লিখিছিল বাংলা মিশ্ৰিত ভাষাত। ডিম্বেশ্বৰ নেওগৰ মতে বাংলাক চৰকাৰী ভাষা ৰূপে জাপি দিয়া অন্যায়ৰ বিৰুদ্ধে এজনো অসমীয়াই কেএগ আঙুলি এটাও তোলা নাছিল। (৭৮)

লক্ষ্যণীয় ভাৱে অসমীয়া বিশিষ্ট সাহিত্যিসকলৰ বেছিভাগে প্ৰথম লিখা-মেলা কৰিছিল বাংলাত। আনন্দৰাম ঢেকীয়াল ফুকনে অসমীয়াত প্ৰবন্ধ পাতি লিখিলেও 'আইন ও ব্যৱস্থা' নামৰ তেওঁৰ বিখ্যাত গ্ৰন্থখন বাংলাত লিখা হৈছিল। আনন্দৰামৰ সমসাময়িক হেমচন্দ্ৰ বৰুৱাই 'সোণাৰ চাঁদ ডেকাবৰুৱা' ছদ্মনামেৰে বাংলাত সাহিত্য চৰ্চা কৰিছিল; আনকি উক্ত 'সোণাৰচাঁদ' নামটোও তেওঁৰ 'হেমচন্দ্ৰ' নামটোৰ বাংলা অনুবাদহে আছিল। আনহে নালাগে, স্বয়ং লক্ষ্মীনাথ বেজবৰুৱায়ো 'শ্ৰীযুত ৰংগলাল চট্টোপাধ্যায়' ছদ্মনামেৰে বাংলাত লিখা-মেলা কৰিছিল; পদ্মনাথ গোহাঞিবৰুৱায়ো তেওঁৰ প্ৰথম কবিতাটো বাংলাত লিখাৰ কথা স্বীকাৰ কৰিছে। এনে এক পটভূমিৰ পৰা ওলাই আহি অসমীয়াক চৰকাৰী ভাষা ৰূপে প্ৰতিষ্ঠা কৰালৈকে জাতিটোৰ বাবে ভালেখিনি অগ্ৰগতি বুলিয়েই ক'ব লাগিব। দৰাচলতে যি জাতিৰ ভাষাই ৰাষ্ট্ৰীয় পৃষ্ঠপোষকতা লাভ নকৰে, তেনে এক জাতি আধুনিক অৰ্থত পূৰ্ণ বিকশিত হোৱাটো

---

(৭৮) নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী, পৃষ্ঠা ২২৭

কঠিন। ১৮৭১-২ চনত চৰকাৰী ভাষাৰূপে অসমীয়াৰ প্ৰতিষ্ঠা জাতিটোৰ বাবে যেনেকৈ গুৰুত্বপূৰ্ণ আছিল, তেনেকৈয়ে ই ভাষিক জাতীয়তাবাদৰ ৰাজনীতিৰো প্ৰাৰম্ভ বিন্দু আছিল।

আদি-ছোৱাৰ সেই অসমীয়া ভাষিক জাতীয়তাবাদ আছিল ইতিবাচক সদৰ্থক; আনৰ বিৰোধিতা কৰাতকৈ নিজক সাব্যস্ত কৰাত ই ঘাই গুৰুত্ব দিছিল। কিন্তু ৰাজনৈতিক জাতীয়তাবাদৰ বিধি অনুসৰি ইয়াৰ কোনো শত্ৰু থাকিবই লাগিব, প্ৰকৃত শত্ৰু নাথাকিলেও কাল্পনিক শত্ৰু ই সৃজি ল'ব লাগিব। যিহেতু নবজাতক অসমীয়া মধ্যশ্ৰেণীয়ে অসমত বাংলাভাষা জাপি দিয়াৰ বাবে প্ৰকৃততে দায়ী ব্ৰিটিছ সাম্ৰাজ্যবাদক শত্ৰুৰূপে চিনাক্ত কৰাৰ সাহস দেখুৱাব নোৱাৰে, গতিকে ই শত্ৰু বাচি ল'লে বাঙালী কেৰাণী মহৰীমহলক। তেওঁলোকে বোলে 'মহান' ব্ৰিটিছক ভুলপথে পৰিচালিত কৰি অসমত বাংলা প্ৰবৰ্তন কৰালে।

ইতিমধ্যে দেখুৱাই অহা হৈছে যে অসম সাহিত্য সভাই সেই ভাষিক জাতীয়তাবাদক আনুষ্ঠানিক ৰূপ দিছিল, যাৰ প্ৰায়ে অবনতি ঘটিছিল ভাষিক-উগ্ৰজাতীয়তাবাদলৈ। এই ধাৰাৰ অন্যতম প্ৰবৰ্তক লক্ষ্মীনাথ বেজবৰুৱাই লিখিছিল যে ব্ৰিটিছে এই ক্ষেত্ৰত আশংকা হ্ৰাস কৰিলেও বাঙালী আমোলা মহৰীহঁতে অসমীয়াৰ বিৰুদ্ধে ব্ৰিটিছ বিষয়াৰ কাণত বিহ ঢালিয়ে আছিল।[৭৯]

সভাৰ চতুৰ্থজন সভাপতি, পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়েও বাঙালী সকলক আক্ৰমণ কৰি এনেকৈ কৈছিল ঃ

*দেশত খাবলৈ নোপোৱা আপোন-পেটীয়া, ঢাকা, ৰংপুৰ আদি অঞ্চলৰ, কুলাৰ আগত উৰি যোৱা পতানৰ নিচিনা খেৰেচ বঙালীহে তাত কাম বিচাৰি গৈছিল। অসমীয়া ভাষা আদালতৰ ভাষা থাকিলে সিহঁতে কাম কৰিবলৈ টান পাব, সেইবাবেই সিহঁতে ইংৰাজ হাকিম বিলাকক বুজাবলৈ লাগিল অসমীয়া এটা বেলেগ ভাষা নহয়, বঙালী ভাষাৰে চহা অৱস্থা মাথোন।*[৮০]

সভাৰ প্ৰথমজন সভাপতি পদ্মনাথ গোহাঞি বৰুৱাৰ মতামতো আছিল সদৃশ। তেওঁ কৈছিল ঃ

*বৃটিছ ৰাজে দয়া কৰি - অসমীয়া সাহিত্য সজীৱ আৰু সতেজ ৰাখিবলৈ যত্নৰ ক্ৰুটী কৰা নাছিল; গবৰ্ণমেণ্টে বিবিধ ব্যৱস্থাৰে সৈতে ইয়াৰ উন্নতি বিধান কৰাৰ উপৰি ইয়াক ৰাজভাষা (court language) কৰি ইয়াৰ শ্ৰীবৃদ্ধিলৈ বাট সুগম কৰি দিলে। কিন্তু এনেতে এদল স্বাৰ্থপৰ অসমপ্ৰবাসী বঙালীয়ে অসমীয়া ভাষা আৰু সাহিত্যৰ উদগতিৰ আগত ভেটা মাৰি ধৰিলে।*[৮১]

ভাষাক লৈ এনে ভাবপীড়া (*obsession*) সাহিত্য সভাৰ প্ৰায় প্ৰতিজন সভাপতিৰ ক্ষেত্ৰতে পৰিলক্ষিত হয় (সেই বিষয়লৈ আমি পাছত যাম)। ড° হীৰেন গোহাঁয়ে বাংলা জাপি দিয়াৰ এই ঘটনাক অসমীয়া মধ্যশ্ৰেণীৰ অন্তৰ্নিহিত দুৰ্বলতাৰ পৰিণতি বুলি ব্যাখ্যা কৰিছে।[৮২] তেওঁ এই বুলিও ইংগিত দিছে যে ব্ৰিটিছে প্ৰশাসনিক সুবিধাৰ বাবেহে

(৭৯) ড° প্ৰফুল্ল দত্ত গোস্বামীৰ ঃ সাহিত্য, সংস্কৃতি আৰু ইতিহাস গ্ৰন্থৰ পৰা উদ্ধৃত।
(৮০) হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী, পৃষ্ঠা ১৩২
(৮১) গোহাঞি বৰুৱা ৰচনাৱলী, পৃষ্ঠা ৮৮৪-৮৫
(৮২) সাহিত্য আৰু চেতনা, পৃষ্ঠা ৩৫

বাংলা জাপি দিছিল। প্রসেনজিৎ চৌধুৰীয়ে মন্তব্য দিছে যে নব-বিজিত, অৰাজক অসমত নতুন এটা প্ৰশাসন আৰু এক অনভিজ্ঞ থলুৱা আমোলাতন্ত্ৰ এক নতুন ভাষাৰ জৰিয়তে পৰিচালনা কৰাটো অসুবিধাজনক তথা অৰ্থনৈতিক ভাৱে ক্ষতিকৰ আছিল। সেয়েহে ধূৰ্ত ব্ৰিটিছে ইতিমধ্যে শিক্ষা দি উলিৱা বাঙালী আমোলাসকলকে নিজৰ বিশ্বস্ত সহযোগী ৰূপে অসমতো ব্যৱহাৰ কৰিছিল। তদুপৰি অসমত বাংলা জাপি দিয়াৰ আঁৰত ব্ৰিটিছৰ কুখ্যাত বিভাজন কৰা আৰু শাসন কৰাৰ নীতিয়েই ক্ৰিয়া কৰিছিল বুলিও চৌধুৰীয়ে কৈছে।[৮৩]

অসম সাহিত্য সভাৰ নেতৃত্ব যে ব্ৰিটিছৰ চক্ৰান্তৰ চিকাৰ হৈছিল, সেইকথা এজনৰ পাছত সিজনকৈ প্ৰতিজন সভাপতিৰ অভিভাষণতে ফুটি উঠিছে। বাহিৰৰ পৰা ব্ৰিটিছৰ প্ৰৰোচনাৰ প্ৰসংগ বাদ দিলেও অসমীয়া মধ্যশ্ৰেণীৰ মনোজগতৰ ভিতৰতে দুটা কথাই ক্ৰিয়া কৰিছিল। প্ৰথমতঃ এই শ্ৰেণীটোৱে নিজৰ অন্তৰ্নিহিত শ্ৰেণীগত দুৰ্বলতাৰ বাবেই জংগী সাম্ৰাজ্যবাদ-বিৰোধী, সামন্তবাদ-বিৰোধী সংগ্ৰামত ভাগ ল'ব পৰা নাছিল. তাৰ কাৰণ এই শ্ৰেণীটো তাৰ অস্তিত্ব আৰু বিকাশৰ বাবে ব্ৰিটিছৰ ওপৰত সম্পূৰ্ণৰূপে নিৰ্ভৰশীল আছিল। তদুপৰি বিদেশী সাম্ৰাজ্যবাদক প্ৰত্যাহ্বান জনাব পৰাকৈ এক জাতীয় পুঁজিবাদ গঢ় দিয়াৰ ক্ষমতাও ইয়াৰ নাছিল। যি কি নহওক, এই শ্ৰেণীটোযে সম্পূৰ্ণৰূপে নিজৰ মাতৃভূমি, মাতৃভাষাৰ প্ৰতি ভালপোৱাবিহীন আছিল, তেনে নহয়। দেশ আৰু ভাষা-সংস্কৃতিৰ প্ৰতি প্ৰেমৰ এটাই প্ৰকাশ ইয়াৰ সাধ্যৰ ভিতৰত আছিল- সেয়া আছিল ভাষিক জাতীয়তাবাদ।

দ্বিতীয়তে, অসমীয়াসকলক উদ্যোগী আৰু উচ্চাকাংক্ষী বাঙালী মধ্যশ্ৰেণীয়ে চাকৰিৰ বজাৰত বৰ ঠেকত পেলাইছিল। ব্ৰিটিছসকল অসমলৈ অহাৰ প্ৰায় এক শতিকা আগতেই বংগলৈ আহিছিল। সেয়েহে বাঙালী মধ্যশ্ৰেণীয়ে প্ৰায় এক শতিকা আগৰ পৰা পশ্চিমীয়া শিক্ষাৰ সুযোগ পাইছিল; যিয়ে অসমীয়া মধ্যশ্ৰেণীতকৈ ইয়াক সুবিধাপ্ৰাপ্ত অৱস্থান প্ৰদান কৰিছিল। বাঙালীসকলৰ লগত এই তীব্ৰ প্ৰতিযোগিতাই অসমীয়াসকলক ভাষিক জাতীয়তাবাদৰ পতাকাখন তুলি ল'বলৈ বাধ্য কৰিছিল।

ভাষাই এহাতে অসমীয়া ভাষীসকলক আবেগিকভাৱে ঐক্যবদ্ধ কৰিছিল, আনহাতে ইয়াৰ কেতবোৰ নিজস্ব সমস্যাও আছিল। ভাষা যিহেতু এটা মূলতঃ ৰাজনৈতিক প্ৰশ্ন, সেয়েহে এটা ভাষাৰ প্ৰাধান্য প্ৰতিষ্ঠা কৰিবলৈ যাওঁতে তাৰ প্ৰতিকূল প্ৰতিক্ৰিয়াও আহি পৰে। যদিও অসমীয়াভাষী এখন সমাজ এখন এক-ভাষিক সমাজ হিচাপে যোৱা প্ৰায় আঠশ বছৰ ধৰি গঢ়ি উঠিছে, তথাপি আজিৰ তাৰিখতো একক অসমীয়া ভাষীসকলৰ প্ৰকৃত জনসংখ্যা অসমৰ মুঠ জনসংখ্যাৰ এক তৃতীয়াংশৰ বেছি নহয় আৰু ১৯৬০ চনৰ পূৰ্বৰ যিখন অসমত পাহাৰীয়া জিলাবোৰো সোমাই আছিল, তাততো একক-অসমীয়া ভাষীসকল এক চতুৰ্থাংশতকৈ বেছি নাছিল। যদিও ভাষা জাতি-গঠনৰ এক আহিলা, তথাপি অসমৰ দৰে বহুভাষিক পৰিস্থিতিত ই বুমেৰাং হোৱাৰ আশংকা থাকি যায়। কাৰণ ভাষিক জাতীয়তাবাদ-উগ্ৰজাতীয়তাবাদৰ পাৰ্থক্য অতি সূক্ষ্ম।

সচেতনভাৱেই হওক বা অসচেতন ভাৱেই হওক, অসম সাহিত্য সভাই এই সূক্ষ্ম

---

(৮৩) বাস্তৱ নে বিভ্ৰম, পৃষ্ঠা ৫

সীমাৰেখাডাল সততে লংঘন কৰা দেখা যায়। ফলত সভাৰ উগ্ৰজাতীয়তাবাদী স্থিতিয়ে আন জনগোষ্ঠীবোৰক দূৰলৈ ঠেলি দিয়ে। কাৰণ এনে জনগোষ্ঠীবোৰৰ নিজা ভাষা-উপভাষা আছিল বা আছে আৰু তেওঁলোকে অসমীয়া এক ভাষী সমাজখনৰ লগত আত্মীকৰণ-সংহতি অথবা সমন্বয়ৰ বিভিন্ন পৰ্যায়ত আছে। সভাৰ ভাষিক- নীতিৰ প্ৰভাৱ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ ওপৰত কেনেকৈ পৰিছে চোৱা হওক।

'বাঙালী কেৰাণী-মহৰীৰ চক্ৰান্ত'ৰ বিৰোধিতা কৰাৰ উপৰিও সাহিত্য সভাৰ পৰৱৰ্তী সভাপতিসকলে সমগ্ৰ উত্তৰ পূবতে অসমীয়া ভাষাৰ (অৰ্থাৎ অসমীয়া মধ্যশ্ৰেণীৰ) আধিপত্য প্ৰতিষ্ঠাৰ কথা ক'বলৈ ধৰিছিল। এই ক্ষেত্ৰত সবাতোকৈ উগ্ৰ আছিল নীলমণি ফুকন, যি সাহিত্য সভাৰ সভাপতিৰ অভিভাষণতে এনেকৈ ৰণধ্বনি দিছিল ঃ

*আজি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ অসমীয়া হিন্দু মুছলমানৰ প্ৰাণৰ কথা হৈছে অসমীয়া সংস্কৃতি অসমীয়া ভাষা সাহিত্য, শিল্পকলা কেৱল ৰক্ষা কৰাই নহয়, তাক বিস্তাৰ কৰি পূৰ্ব গৌৰৱৰ ওপৰতো সোণৰ কলচী তোলা, অসমীয়া ভাষাৰ দঁতাল হাতীত উঠি এই সংস্কৃতিৰ অভিযান অসমৰ পৰ্বতে-কন্দৰে হাবিয়ে-বননিয়ে চলাব লাগিব।*(৮৪)

সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চল অথবা তথাকথিত বৃহত্তৰ অসমত অসমীয়া বাধ্যতামূলক কৰাৰ বাবেও তেওঁ উদাত্ত আহ্বান জনাইছিল। ফুকনৰ এনেবোৰ কথাৰ পৰিণতি আমি আগতে দেখুৱাই আহিছোঁ।

ফুকনৰ পৰৱৰ্তী সভাপতি অম্বিকাগিৰী ৰায়চৌধুৰীয়েও ব্ৰিটিছ সাম্ৰাজ্যবাদতকৈ বাঙালীসকল বৃহত্তৰ শত্ৰু বুলি তেওঁৰ সভাপতিৰ অভিভাষণতে ঘোষণা কৰিছিল। এক জ্বালাময়ী ভাষণত তেওঁ ভাৰতৰ সকলো জাতিসত্তাকে বিলীন হৈ গৈ হিন্দীক একমাত্ৰ ৰাষ্ট্ৰভাষা ৰূপে গ্ৰহণৰ, অথবা প্ৰতিখন ৰাজ্যত (যেনে অসমত) এটা মাত্ৰ ভাষাক কেন্দ্ৰ কৰি মাত্ৰ এখনকৈ জাতি-ৰাজ্য গঠনৰ আহ্বান জনাইছিল।(৮৫) ১৯৫০ চনত এক অনাতাৰ ভাষণ যোগে তেওঁ ভৈয়ামৰ মানুহক পাহাৰৰ জনজাতিৰে একাত্ম হ'বলৈ আৰু উচ্চাত্মিকা মনোভাব বাদ দিবলৈ আহ্বান জনাইছিল।(৮৬) কিন্তু আন এবাৰ জনজাতিসকলে বাঙালীৰ প্ৰৰোচনাতহে নিজ নিজ ভাষাৰ দাবী তুলিছে বুলি কৈ জনজাতিসকলক অপমান কৰিছিল।(৮৭)

১৯৫৮ চনৰ অধিবেশনৰ সভাপতি পদ্মধৰ চলিহায়ো এজন প্ৰকৃত অসমীয়া হ'বলৈ হ'লে অসমীয়া ক'ব লাগিব বুলি চৰ্ত আৰোপ কৰিছিল। তাই, বড়ো আৰু আন জনজাতীয় ভাষা-ভাষীসকল, যিসকলে নিজৰ ভাষাৰ বাবে আন্দোলন কৰিছিল, সেইসকলৰ ক্ষেত্ৰতো তেওঁ এই চৰ্ত আৰোপ কৰিছিল যে অসমীয়া, আৰু কেৱল অসমীয়াই হ'ব লাগিব তেওঁলোকৰ মাতৃভাষা।

পৰৱৰ্তী অধিবেশনৰ সভাপতি অতুল চন্দ্ৰ হাজৰিকা এই ক্ষেত্ৰত তুলনামূলকভাৱে উদাৰ আছিল। তেওঁ কৈছিল বিহুৰ দৰে সাংস্কৃতিক উৎসৱবোৰ পালন কৰাৰ উপৰিও *'অসমীয়া*

---

(৮৪) অসম সাহিত্য সভাৰ ভাষণাৱলী, দ্বিতীয় খণ্ড, পৃষ্ঠা ১১৯-৩৯

(৮৫) ঐ, পৃষ্ঠা ১৫৬

(৮৬) অনিল ৰায়চৌধুৰীৰ *'জাতি গঠনত অসমীয়া ভাষা, সংকট আৰু সীমাবদ্ধতা'* [ড° ৰমেশ কলিতা সম্পাদিত প্ৰবন্ধ সংহিতা (১৯৯২)ৰ পৰা উদ্ধৃত]

(৮৭) ঐ

*ডেকা গাভৰুসকলে অন্ততঃ এটা চুবুৰীয়া বা থলুৱা জনজাতি ভাষা শিকিব লাগে। অসমীয়া পণ্ডিতসকলে সেইবোৰৰ আলোচনা গৱেষণা চলাব লাগে। তেতিয়াহ'লে জনজাতিসকল আৰু আমাৰ মাজত পাৰস্পৰিক ভাবৰ আদান প্ৰদানৰ মাজেদি বন্ধুত্বৰ ভাব সৃষ্টি হ'ব। তেওঁলোকেও অসমীয়া ভাষা শিকিবলৈ আগ্ৰহ কৰিব লাগিব।*(৮৮)

১৯৬০ চনৰ অধিবেশনৰ সভাপতি ত্ৰৈলোক্য নাথ গোস্বামীও চিৰাচৰিত বিষোদ্গাৰৰ পৰা বিৰত নাছিল। তেওঁ ভাষা আন্দোলন-পৰৱৰ্তী কেতবোৰ নিজা উপলব্ধি নিজৰ অভিভাষণত যোগ দি কৈছিল,

*অসম বহু ভাষী ৰাজ্য বুলি কোৱা যেনেকৈ অসংগত, দ্বিভাষী বোলাটোও তেনেকৈ অসংগত।*(৮৯)

অসমীয়া ৰাজ্য ভাষাৰ দাবীটো অসমীয়া সকলৰ ন্যায্য দাবী বুলি বৰ্ণনা কৰি তেওঁ অসমীয়াৰ প্ৰতি জনজাতিসকলৰ বিৰোধিতাৰ আঁৰত ন্যস্তস্বাৰ্থ জড়িত থকা বুলি অভিযোগ কৰিছিল।(৯০)

১৯৬৩ চনৰ অধিবেশনৰ সভাপতি ৰত্নকান্ত বৰকাকতিয়ে জনজাতীয়সকলৰ নিজা ভাষা আৰু ৰোমান লিপিৰ দাবীক খ্ৰীষ্টিয়ান মিশ্যনেৰী-প্ৰৰোচিত বুলি আখ্যা দিছিল; এনেকৈয়ে তেওঁ জনজাতিসকলে নিজেও যে চিন্তা-ভাৱনা কৰিব পাৰে তাকেই নুই কৰিছিল। ৰোমান লিপিৰ সলনি জনজাতিসকলৰ বাবে অসমীয়া লিপি প্ৰবৰ্তনৰ 'পবিত্ৰ কাৰ্য্য' সমাপন কৰিবৰ বাবে তেওঁ সকলো অসমীয়াকে মুকলি আহ্বান জনাইছিল।(৯১) কিন্তু তাকে কৰিবলৈ যাওঁতে তেওঁ পাহৰি গৈছিল যে জনজাতিসকলৰ নিজৰ লিপি বাছি লোৱাৰ অধিকাৰ তেওঁ কাঢ়ি ল'ব বিচাৰিছে। মৌজাদাৰ বৰকাকতিয়ে এইটোও পাহৰি গৈছিল যে অসমীয়া ভাষাৰ আধুনিক সময়ত আত্মসাব্যস্তকৰণো কিছুপৰিমাণে মিশ্যনেৰী-অনুপ্ৰাণিত আছিল।

১৯৬৪ চনৰ অধিবেশনৰ সভাপতি, উদাৰ সত্ৰাধিকাৰ মিত্ৰদেৱ মহন্তয়ো বড়ো আৰু কাৰ্বিসকলক অসমীয়া লিপি মানি ল'বলৈ আহ্বান জনাইছিল। ধাৰণা হয় যে তেতিয়ালৈকে অসম সাহিত্য সভাৰ নেতৃবৃন্দই কেইটামান কথা উপলব্ধি কৰা নাছিল। যেনে, লিপিয়ে দুটা জাতি বা দুখন ৰাইজক একত্ৰিত নকৰিবও পাৰে। ব্ৰিটিছ আৰু আমেৰিকান সকলে একেটা ভাষা কয়, একেটা লিপিকে লিখে, একেটা ধৰ্মকে আচৰণ কৰে। তথাপিও মাৰ্কিনসকলে দীঘলীয়া সংগ্ৰাম কৰিহে ইংলেণ্ডৰ পৰা স্বাধীন হৈছিল। দূৰণিবটীয়া কথা বাদ দিলেও সাহিত্য সভাৰ নেতৃবৃন্দই অন্ততঃ এইটো কথা পাহৰি যাব নালাগিছিল যে অসমীয়া আৰু বাংলা দুয়োটা ভাষাৰ লিপি প্ৰায় একে হোৱা সত্ত্বেও দুয়োটা ভাষা-ভাষীসকলৰ তেতিয়া অহিনকুল সম্বন্ধ। সেয়েহে জনজাতিসকলক জোৰকৈ অসমীয়া লিপি গ্ৰহণ কৰালেই অসমীয়া জাতি গঠন প্ৰক্ৰিয়া মজবুত নহয়। কিন্তু, তাতোকৈ মূল্যবান প্ৰশ্নটো হ'ল, জনজাতিসকলৰ বা পৃথিৱীৰ যিকোনো ভাষা-ভাষী গোষ্ঠীৰ তেওঁলোকৰ নিজা ভাষাৰ লিপিটো বাছি লোৱাৰ মৌলিক

---

(৮৮) **অসম সাহিত্য সভাৰ ভাষণাৱলী**, খণ্ড-৩, পৃ-৩৩
(৮৯) ঐ, পৃ-৬
(৯০) ঐ, পৃ-১৩৮
(৯১) ঐ, পৃ-২৩

অধিকাৰ নাই নে?

১৯৬৫ চনৰ সভাপতি ডিম্বেশ্বৰ নেওগে নগা-পাহাৰত অসমীয়া ভাষাই লোৱা ভূমিকাৰ ভূয়সী প্ৰশংসা কৰিছিল। তেওঁ কৈছিল যে অসমীয়া অবিহনে নগা পাহাৰৰ পৰিস্থিতি 'বেবেলৰ টাবাৰ'টোৰ নিচিনাই হ'লহেঁতেন। সেয়েহে তেওঁ অসমীয়াক একমাত্ৰ ৰাজ্য ভাষা বুলি ঘোষণা কৰিবলৈ হোঁহকা পিছলা কৰাসকলক 'অকৃতজ্ঞ' বুলি চাব মাৰি দিছিল।(৯২)

১৯৬৬ চনৰ সভাপতি বিনন্দ চন্দ্ৰ বৰুৱাই অসমীয়া আৰু পাহাৰী জনজাতিসকলৰ মাজত বিভাজন আনিবলৈ চলা এক 'বহিঃ ষড়যন্ত্ৰৰ' ৰ কথা কৈছিল। জনজাতিসকলক নিজৰ ফলীয়া কৰিবলৈ সকলো বৈধ উপায় অসমীয়াসকলে অবলম্বন কৰিব বুলি ঘোষণা কৰি তেওঁ এই বুলিও যুক্তি দৰ্শাইছিল যে জনজাতিসকলে নিজৰ ভালৰ বাবেই অসমীয়া শিকা উচিত। লগতে তেওঁ এই বুলিও সঁকীয়াই দিছিল যে অসমীয়াকৰণ নহ'লে প্ৰান্তিক জনগোষ্ঠীবোৰ নিজৰ ন্যায্য প্ৰাপ্যৰ পৰা বঞ্চিত হ'ব।(৯৩)

৩৪ তম্ অধিবেশনৰ সভাপতি নকুল চন্দ্ৰ ভূঞা আকৌ বৰ অসমৰ বাবে আগ্ৰহী আছিল,

*অসম বৃহত্তৰ অৰ্থত সদায় নগালেণ্ড, নেফা, ত্ৰিপুৰা, মণিপুৰ আদিক লৈয়ে গঠিত হ'ব।*(৯৪)

পাছে ভূঞাই অসমীয়া যুৱকসকলক পাহাৰলৈ গৈ, জনজাতীয় ভাষা শিকি, তেওঁলোকক সংস্কৃতিৰে, (ধৰ্মেৰে নহয়) একত্ৰিত কৰিবলৈও আহ্বান জনাইছিল।

স্বাধীন অসমৰ প্ৰবক্তা তথা সাহিত্য সভাৰ ১৯৬৮ চনৰ সভাপতি জ্ঞাননাথ বৰাই ঘোষণা কৰিছিল যে,

*আমি অসমীয়া প্ৰচাৰ কৰিবলৈ সাজু হ'ব লাগিব। আমি নগা পাহাৰত প্ৰচাৰ কৰিম, আমি খাচীয়া জয়ন্তীয়াত প্ৰচাৰ কৰিম, আমি গাৰো পৰ্বতত প্ৰচাৰ কৰিম, আমি মিকিৰ পৰ্বতত প্ৰচাৰ কৰিম, আমি মিজোসকলৰ মাজত প্ৰচাৰ কৰিম। ইয়াতেই আমাৰ প্ৰচাৰ কাৰ্যৰ অন্ত নপৰে। আমাৰ প্ৰাচীন কামৰূপৰ অংগ কোচবিহাৰতো প্ৰচাৰ কৰিম। বংগভাষা আৰু হিন্দীভাষা অসমৰ য'তে ত'তে অবাধে প্ৰচাৰ কৰিব পাৰিবা, কিন্তু অসমীয়া ভাষা নোৱাৰিবা - এনে কথা কেতিয়াও হ'ব নিদিওঁ।*(৯৫)

বৰাই ১৯৬০ চনৰ অসম ৰাজ্য ভাষা আইনখন সম্পূৰ্ণ সমৰ্থন কৰিছিল।

এইদৰে ভাষাৰ প্ৰশ্নত ধাৰাবাহিক ভাৱে চলা ৰাজনৈতিক প্ৰচাৰ অভিযান শীৰ্ষবিন্দুত উপনীত হ'ল অসম ৰাজ্যভাষা আইন, ১৯৬০ ৰ মাজেৰে। তাৰ আগৰ কেইবাবছৰ জুৰি সভাৰ অধিবেশনত তেনে এখন আইন দাবী কৰি বাৰম্বাৰ প্ৰস্তাৱ লোৱা হৈছিল। এই ক্ষেত্ৰত প্ৰথম প্ৰস্তাৱটো গ্ৰহণ কৰা হৈছিল ১৯৫০ চনৰ মাৰ্চ মাহত। ১৯৫০ চনৰ ১৬ জুলাইত অসম জুৰি ৰাজ্যভাষা দিৱস পালন কৰা হৈছিল প্ৰবল উৎসাহ উদ্দীপনাৰে। সভাই ১৯৫৫ চনত

(৯২) অসম সাহিত্য সভাৰ ভাষণাৱলী, তৃতীয় খণ্ড, পৃষ্ঠা ২৮৩
(৯৩) ঐ, পৃষ্ঠা ৩১৬
(৯৪) ঐ, পৃষ্ঠা ৩১৬
(৯৫) ঐ, চতুৰ্থ খণ্ড পৃষ্ঠা ৩১৬

ভাৰত চৰকাৰৰ চৰকাৰী ভাষা আয়োগক স্মাৰকপত্ৰ প্ৰদান কৰিছিল, য'ত ১৯৬০ চনটো চৰমসীমা ৰূপে বান্ধি দিয়া হৈছিল। সভাৰ সঁজাতী দল একোটাই একেটা দাবীকে লৈ ১-৫-১৯৫৯, ১৪-৫-১৯৫৯ আৰু ৭-১১-১৯৫৯ তাৰিখে অসমৰ মুখ্যমন্ত্ৰীক লগ ধৰি হেঁচা প্ৰয়োগ কৰিছিল। ১৯৫৯ চনৰ ১২ চেপ্টেম্বৰ তাৰিখে 'ভাষা দিৱস' পালন কৰাৰ উপৰিও সাহিত্য সভাই ৰাজ্যিক ভাষা অসমীয়া নামৰ এখন কিতাপ প্ৰকাশ কৰি মন্ত্ৰীসভাৰ সদস্য, অধ্যক্ষ, উপাধ্যক্ষ, বিধায়ক আদিৰ মাজত বিলি কৰিছিল। ১৯৬০ চনৰ ১১ মাৰ্চত ই পুনৰ 'ৰাজ্য ভাষা দাবী দিৱস' পালন কৰি বিভিন্ন ঠাইত সভা-সমিতি পাতিছিল। তদুপৰি ৰাজ্যিক ভাষাৰ সমৰ্থনত **Assam State Language** নামৰ কিতাপ এখনো প্ৰকাশৰ সিদ্ধান্ত লৈছিল। সভাৰ এটা সঁজাতী দলে ১৯-০৭-১৯৬০ তাৰিখে প্ৰধানমন্ত্ৰী নেহৰুক লগ ধৰি এই মৰ্মে স্মাৰকপত্ৰ দিয়ে। ১৫-০৮-৬০ তাৰিখে আন এটা কেন্দ্ৰীয় দলকো স্মাৰকপত্ৰ দিয়া হয়। ই মুখ্যমন্ত্ৰী, বিত্তমন্ত্ৰী আৰু সৰ্বদলীয় পাৰ্বত্য সম্মিলন (APHLC)ৰ নেতৃবৃন্দকো লগ ধৰে। ৪-৫ অক্টোবৰ, ১৯৬০ ত অনুষ্ঠিত এখন সৰ্বদলীয় সম্মিলনত উপস্থিত হৈ সাহিত্য সভা নেতৃত্বই অসমীয়াক একমাত্ৰ চৰকাৰী ভাষা কৰাৰ দাবী তোলে।

এনে প্ৰচাণ্ড প্ৰচ্চাপ সত্বেও মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই কে'বাটাও কাৰণত হোঁহকা-পিছলা কৰি আছিল। এজন বিচক্ষণ ৰাজনীতিবিদ ৰূপে তেওঁ জানিছিল, অসমীয়াক একমাত্ৰ ৰাজ্যিক ভাষাৰূপে ঘোষণা কৰাৰ পৰিণতি কি হ'ব পাৰে। কাৰণ তাৰ ফলত কেবল সোচ্চাৰ বাঙালীসকলেই নহয়, সকলো জনজাতি, প্ৰান্তিক তথা অভিবাসী জনগোষ্ঠীয়েই জাঙুৰ খাই উঠিব পাৰে। দ্বিতীয়তে, গৃহসমষ্টি (শিৱসাগৰ জিলাৰ) আমগুৰিত পৰাজয় বৰণ কৰাৰ পাছত চলিহাই বৰাক উপত্যকাৰ বদৰপুৰ সমষ্টিৰ পৰা নিৰ্বাচিত হৈছিল। তাকে কৰিবলৈ যাওঁতে তেওঁ বৰাক উপত্যকাৰ বাঙালী মুছলমান সম্প্ৰদায়ৰ শক্তিশালী কংগ্ৰেছী নেতা মইনুল হক চৌধুৰীৰ শৰণাপন্ন হ'ব লগা হৈছিল। সেয়েহে অসমীয়া বাধ্যতামূলক কৰাৰ সিদ্ধান্ত ল'বলৈ গৈ নিজৰ সমষ্টিটোকে হেৰুৱাই ৰাজনৈতিক হাৰাকিৰি কৰাৰ চখ চলিহাৰ নাছিল। তথাপিও চলিহা যে অৱশেষত অসম ৰাজ্য ভাষা আইন প্ৰণয়ন কৰিবলৈ বাধ্য হ'ল, তাৰ প্ৰধান কাৰণ হ'ল সাহিত্য সভাৰ প্ৰবল হেঁচা। অনিবাৰ্যভাৱেই এই আইনৰ বিৰুদ্ধে ইমান প্ৰবল প্ৰতিক্ৰিয়া হ'ল যে বৰ্তমানৰ উত্তৰ-কাছাৰ আৰু কাৰ্বিআংলঙৰ বাহিৰে কেউখন পাহাৰীয়া জিলাই অসমৰ পৰা ভাঙি গুছি হ'ল। আনকি অৱশিষ্ট অসমৰ সমগ্ৰ সামাজিক আৰু ৰাজনৈতিক জীৱনতো গভীৰ বিভাজনৰ সৃষ্টি গ'ল। অসমীয়া এক ভাষী সমাজখন অভূতপূৰ্ব ভাৱে বিচ্ছিন্ন হৈ পৰিল কাৰণ প্ৰান্তিক দ্বি-ভাষিক জনগোষ্ঠীবোৰ ইয়াৰ বিপক্ষে মাৰ বান্ধি থিয় হ'ল। চমুকৈ ক'বলৈ গ'লে ১৯৬০ চনৰ আইনখন অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ ওপৰত এক মাৰঘাত হ'ল।

চোভিয়েট ইউনিয়নত চৰকাৰী ভাষাৰ সম্পৰ্কে আলোচনা কৰোঁতে ভি.আই. লেনিনে এখন তথাকথিত উদাৰতাবাদী বাতৰি কাকতৰ এই কথাখিনিৰ উদ্ধৃতি দিছিল, '*Even those who oppose Russification, would hardly be likely to deny that in*

*a country as huge as Russia there be one single official language and that this language can be only Russian.'*

লেনিনে এই যুক্তিক ফুৎকাৰে উৰুৱাই দি কৈছিল : *'Logic turned inside out! Tiny Switzerland has not lost anything, but has gained from having not one single official language, but three- German, French and Italian... **If Italians in Switzerland often speak French in their common parliament, they donot do so because they are menaced by some savage police law (there are none such in Switzerland), but because the civilized citizens of a democratic state themselves prefer a language that is understood by a majority. The French language doesnot instil hatred in Italians because it is the language of a free civilized nation, a language that is not imposed by disgusting police measures.**'* (৯৬) (গুৰুত্বপ্ৰদান আমাৰ)

ইয়াৰ বিপৰীতে অসম সাহিত্য সভা নেতৃত্বৰ অনা-অসমীয়া ভাষীসকলক স্বেচ্ছাৰে অসমীয়া গ্ৰহণ কৰিবলৈ দিয়াৰ ধৈৰ্য নাছিল। মধ্যশ্ৰেণী সুলভ অধৈৰ্যতাৰে ই ৰাষ্ট্ৰযন্ত্ৰক ব্যৱহাৰ কৰি অসমীয়াক একমাত্ৰ চৰকাৰী ভাষা কৰিবলৈ উঠিপৰি লাগিছিল। ভাষা কোওবাৰ বাবে পুলিচ প্ৰয়োগতো ইয়াৰ আপত্তি নাছিল সিমান। কাৰণ সভাই ভাষিক আধিপত্যকে মধ্যবিত্তৰ শ্ৰেণীগত আধিপত্যৰ সমাৰ্থক বুলিয়েই বিবেচনা কৰিছিল।

'চৰকাৰী ভাবে শুদ্ধ ভাষা' বা 'সংযোগী ভাষা'ই ৰাজনৈতিকভাৱে আন ভাষাবোৰক দমন কৰে কেনেকৈ? মননশীল লেখিকা - গৱেষিকা সাধনা চাক্সেনাই এই প্ৰশ্নৰ উত্তৰৰ সন্ধান এনেদৰে কৰিছে...

***The myth and value system that only the 'officially correct' languages are worth learning and that it can only be done through a formal process is conditioning of the mind** that all of us grow up with. We also grow up with a sense of inevitability that we need to have a link language to deal with the diversity. While not contesting or rejecting the issue of link language or languages per se, **I would strongly state that the link language has so far meant subjugation and suppression of other linguistic groups and nationalities**. This has been an unstated precondition so far which is totally unacceptable. Along with this is the deeply ingrained ideological package of the righteousness of the status accorded to **official languages** justified in terms of either its 'exalted' cultural history or 'purity of*

---

(৯৬) Critical Remarks on the National Question, pp 8-9

*its form or for the mythical reason that it is the language of the vast majority and hence the only possible link for communication. Culturally we are conditioned that speaking in so called 'impure' or dialect forms is undesirable because of being a sign of backwardness.*(৯৭)

সেয়েহে আমি পুনৰ দোহাৰিব খুজিছোঁ যে ভাষা কেৱল এটা ভাষিক প্ৰশ্নই নহয়, ই এটা ৰাজনৈতিক তথা মতাদৰ্শগত প্ৰশ্নও। গ্ৰামশ্চিৰ ভাষাত ক'বলৈ গ'লে ই মধ্যশ্ৰেণীৰ আধিপত্য প্ৰতিষ্ঠাৰ লগত জড়িত প্ৰশ্নও। দলিত-নিপীড়িত মানুহৰ মুখৰ মাত হৰণ কৰি তাৰ ঠাইত মধ্য শ্ৰেণীৰ তথাকথিত সু-সংস্কৃত ভাষা আৰু লিখিতৰ পৰা কথিত-ৰূপে নিপীড়িতজনক ভোগায় হীনমন্যতাত, নিৰংকুশ হয় মধ্যশ্ৰেণীৰ প্ৰাধান্য। এই আলোচনাৰ সামৰণি আমি এটা প্ৰশ্নৰেই মাৰিব খোজোঁ ঃ অসম সাহিত্য সভাৰ উদ্দেশ্য জাতিগঠন (আৰু তাৰ যোগেদি মধ্য শ্ৰেণীৰ স্বাৰ্থপূৰণ) আছিল, নে মধ্যবিত্তৰ শ্ৰেণীস্বাৰ্থক অগ্ৰাধিকাৰ দিওঁতে জাতি গঢ়া-ভঙাতে ই পিঠি দি চলিছিল ?

## ধৰ্মধৰ্মাচৰণ আৰু জাতিগঠন

মানৱ সমাজত ইতিহাসৰ এটা পৰ্যায়ত ধৰ্মই গুৰুত্বপূৰ্ণ স্থান দখল কৰি অহাটো অনস্বীকাৰ্য। অনা-উৎপাদনশীল, চিকাৰী, খাদ্যসংগ্ৰহকাৰী জনজাতীয় প্ৰাক্‌শ্ৰেণী সমাজবোৰ ভাঙি তাৰ ঠাইত শ্ৰেণীবিভক্ত কিন্তু উৎপাদনশীল সমাজ প্ৰতিষ্ঠাত ধৰ্মবো অৰিহণা আছিল ভালেখিনি। এচিয়া মহাদেশৰ দীঘ-বাণি জুৰি, আনকি ইউৰোপো স্পৰ্শ কৰাকৈ বৌদ্ধ ধৰ্মৰ বিস্তাৰৰ আঁৰত আছিল তেনে এক শ্ৰেণীবিভক্ত কিন্তু উৎপাদনশীল সমাজৰ বাণী। তেনে সমাজ আছিল এক ঐতিহাসিক অগ্ৰগতি। এতিয়া এই কথাও পোহৰলৈ আহিছে যে বৌদ্ধ ধৰ্মৰ বহুপ্ৰচাৰকেই আছিল বণিক। একেদৰে পৰৱৰ্তী এক সময়ত কেথলিক খ্ৰীষ্টিয়ান ধৰ্মই ইউৰোপত সামন্তবাদক সংহত কৰিছিল ; কিন্তু তাৰো পাছত ই ইউৰোপত পুঁজিবাদৰ প্ৰতিবন্ধক হৈ পৰিল। ফলস্বৰূপে ইংলেণ্ড তথা আন ইউৰোপীয় দেশত পুঁজিবাদে যেতিয়া জন্ম ল'লে তেতিয়া ই এহাতে সামন্তবাদৰ গৰ্ভ বিদাৰিব লগা হ'ল আৰু আনহাতে সামন্তবাদৰ অনুকূল কেথলিক ধৰ্মবিশ্বাসৰ বিপৰীতে পিউৰিটানইজম, প্ৰটেষ্টাণ্টিজম, প্ৰেচবাইটেৰিয়ানিজম, কেলভিনিজম আদি ধৰ্মীয় আন্দোলনসমূহো সময়ামযিকভাৱে, সমান্তৰালকৈ গঢ় লৈ উঠিল। ধৰ্ম আৰু আৰ্থ-সামাজিক পৰিবৰ্তনৰ মাজৰ এই দ্বান্দ্বিক সম্পৰ্কৰ আভাস মেক্স ৱেবাৰ (**The Protestant Ethic and the Spirit of Capitalism, The Sociology of Religion** আদি গ্ৰন্থ দ্ৰষ্টব্য), খ্ৰীষ্টফাৰ হিল (**The English Revolution, Puritanism and Revolution** আদি গ্ৰন্থ দ্ৰষ্টব্য) আদি সমাজতাত্ত্বিকসকলে বহলাই দিছে।

সহস্ৰ-স্তৰত বিন্যস্ত ভাৰতীয় জাতি-বৰ্ণ ব্যৱস্থা হিন্দু ধৰ্মৰ দ্বাৰা সমৰ্থিত আৰু তাৰ

(৯৭) *Language and the Nationality Question* in Symphony of Freedom, p- 289

লগত সম্পৃক্ত। সেয়েহে হিন্দু ধৰ্ম সামন্তীয় শোষণৰ এক ব্ৰহ্মাস্ত্ৰ আৰু সেইবাবেই এই দেশত দেশীয় পুঁজিবাদৰ বিকাশ বাধাগ্ৰস্ত হৈ ৰৈছে। আজি এই জাতি-বৰ্ণ ভিত্তিক মতাদৰ্শই সকলো ধৰণৰ সামাজিক অৰ্থনৈতিক, সাংস্কৃতিক আৰু বৈজ্ঞানিক প্ৰগতিৰ পথ বন্ধ কৰি ৰাখিছে। ই আনকি দেশৰ ভাষিক জাতীয়তাবাদৰ বিকাশতো বাধা দিছে। এনে পটভূমিতেই আমি সাহিত্য সভাৰ নেতৃবৃন্দৰ চিন্তা-চৰ্চাত ধৰ্মাচৰণৰ প্ৰভাৱৰ সম্পৰ্কে আলোচনা কৰিবলৈ লৈছোঁ। তেনে কৰিবলৈ যাওঁতে অসম সাহিত্য সভাৰ সভাপতিসকলৰ অভিভাষণ, তেওঁলোকৰ জীৱনী, বিবৃতি ইত্যাদি তথ্যৰ ওপৰত নিৰ্ভৰ কৰি তেওঁলোকে ধৰ্মীয় বিষয়বস্তু লৈ কিমান শক্তি আৰু সময় বিনিয়োগ কৰিছিল, তাকো পৰীক্ষা কৰি যাম।

প্ৰথমতে আমি সাহিত্য সভাৰ প্ৰথম বাইশজন সভাপতিৰ গ্ৰন্থপঞ্জীখনত চকু ফুৰাওঁ। প্ৰথম সভাপতি পদ্মনাথ গোহাঞিবৰুৱাৰ ৰচনাৱলীখনৰ ৯৫০ পৃষ্ঠাৰ ভিতৰত ৪০% পৃষ্ঠাই দখল কৰিছে শ্ৰীকৃষ্ণ নামৰ ধৰ্মীয় পুথিখনে। আন এজন সভাপতি, মহাপুৰুষীয়া বৈষ্ণৱ পন্থাৰ কালিৰাম মেধিয়ে শংকৰদেৱ আৰু তেওঁৰ পন্থাৰ বিষয়ে বিস্তৰ লেখা-মেলা কৰিছিল। শংকৰদেৱৰ বাহিৰেও চৈতন্য, ৰামৰায়, মথুৰাদাস বুঢ়া আতা আদিৰ বিষয়েও তেওঁ লিখিছিল। চতুৰ্থজন সভাপতি হেমচন্দ্ৰ গোস্বামীয়ে 'কথাগীতা','কামৰত্ন তন্ত্ৰ' আদি সম্পাদনা কৰিছিল। কনকলাল বৰুৱাই 'মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম' নামৰ এক দৰ্শনমূলক গ্ৰন্থ লিখিছিল। লক্ষ্মীনাথ বেজবৰুৱাই শংকৰদেৱ আৰু মাধৱদেৱৰ ব্যক্তিত্বক কেন্দ্ৰ কৰি বিপুল পৰিমাণৰ ধৰ্মীয় সাহিত্য ৰচনা কৰিছিল কাৰণ এক 'জাতীয়' ধৰ্ম গঢ়ি তুলিবলৈ তেওঁ উদগ্ৰীৱ হৈছিল। তেওঁৰ ধৰ্মীয় / ধৰ্মীয়বিষয়ক লেখনীৰ ভিতৰত আছে শ্ৰীশংকৰদেৱ, মহাপুৰুষ শ্ৰীশংকৰদেৱ শ্ৰীমাধৱদেৱ, তত্বকথা, শ্ৰীকৃষ্ণকথা, ৰাসলীলা তত্ব, **The Religion of Love and Devotion** ইত্যাদি গ্ৰন্থবোৰ। শংকৰদেৱ, চৈতন্যদেৱ, দামোদৰদেৱ আদিৰ আন্তঃসম্পৰ্ক, সিবিলাকৰ ধৰ্ম /পন্থা সম্পৰ্কীয় বিষয়বোৰ লৈ বহু বিতৰ্কতো তেওঁ লিপ্ত হৈছিল।

সভাৰ আন এজন সভাপতি ৰজনীকান্ত বৰদলৈয়ে দেৱ দামোদৰ, হিন্দু ধৰ্ম আদি ধৰ্মবিষয়ক গ্ৰন্থ লিখাৰ উপৰি তাম্ৰেশ্বৰী মন্দিৰৰ দৰে ধৰ্মীয় বিতৰ্কিত বিষয়ক লৈ উপন্যাসো লিখিছিল। বেণুধৰ ৰাজখোৱাই গুণমালা, বিপ্ৰ দামোদৰ, **The Holy Namghosa** আদি সংকলন কৰিছিল। ইয়াৰ লগত যোগ দিয়ক তৰুণৰাম ফুকনৰ স্তুতিমালা, নীলমণি ফুকনৰ মহাপুৰুষীয়া ধৰ্ম আৰু ড° সূৰ্যকুমাৰ ভূঞাৰ হৰি হৰধৰ আতা ইত্যাদি। তাৰ বাহিৰে আছে অতুল চন্দ্ৰ হাজৰিকাৰ কথা দশম। হাজৰিকাৰ পৰৱৰ্তী সভাপতি ডিম্বেশ্বৰ নেওগেতো যাইকৈ ধৰ্মীয় বিষয়ত লিখা-মেলা কৰিছিল যাৰ ভিতৰত আছিল বৈষ্ণৱ ধৰ্মৰ আভিওৰি, বৈষ্ণৱ ধৰ্মৰ কৰ্মবিস্তাৰ, বৈষ্ণৱ ধৰ্মৰ ভক্তি তত্ব, জগংগুৰু শংকৰদেৱ আৰু **The Founder of Mahapurushiasm** ইত্যাদি। উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৱে আৰু ড° বাণীকান্ত কাকতিৰ সম্পাদিত **Aspects of Early Assamese Literature** গ্ৰন্থলৈ *'Assamese Version of Ramayana', 'Assamese Version of the Mahabharata', 'Relegion in Assam Throughout the Ages', 'Concept of Jiva According to Shri Shankardeva',*

'Remniscences of the Life of Sri Shankardeva' আদি প্ৰবন্ধ লিখিছিল। বিভিন্ন ধৰ্মীয় বিষয়ত তেওঁ বাংলাতো এলানি প্ৰবন্ধ লিখিছিল। তেওঁৰ দ্বাৰা সম্পাদিত /অনুদিত অন্যান্য গ্ৰন্থৰ ভিতৰত আছে নিমি নৱসিদ্ধ সংবাদ, ভাগৱতৰ আদিকথা, কথাগুৰুচৰিত, শ্ৰীশ্ৰীৰামকৃষ্ণৰ উপদেশ, ধৰ্মপদ ভক্তিবিবেক আদি। তেওঁৰ পৰৱৰ্তী সভাপতি তথা বিশ্বহিন্দু পৰিষদৰ নেতা তীৰ্থনাথ শৰ্মাই আউনীআটী সত্ৰৰ বুৰঞ্জী লিখাৰ বাহিৰেও ভক্তিপদ্ম ৰচনা কৰিছিল আৰু নামঘোষা, উপনিষদ অষ্টম, চান্দোগ্য উপনিষদ সম্পাদনা কৰিছিল।

একেই পৰম্পৰাৰ লগত সংগতি ৰাখি সভাৰ আন এজন সভাপতি ড° মহেশ্বৰ নেওগে ৰচনা /সম্পাদনা কৰা ধৰ্মসংক্ৰান্তীয় গ্ৰন্থবোৰ ভিতৰত আছিল ভক্তিপ্ৰদীপ, শ্ৰীশ্ৰী শংকৰদেৱ, কীৰ্তনঘোষা, নামঘোষা, নৰ-কুশৰ যুদ্ধ, ভাগৱত কথা, কৃষ্ণ স্তোত্ৰ, ভক্তি ৰত্নাকৰ, গুৰু চৰিত কথা, শ্ৰীমন্ত শংকৰ, Shankardeva and his Predecesors, Shankardeva ইত্যাদি। আন এজন সভাপতি ড° সত্যেন্দ্ৰনাথ শৰ্মাই সেইদৰে ৰামায়ণৰ ইতিবৃত্ত, গীতাকথা, মনসা কাব্য, মাধৱদেৱ, The Neo Vaisnavite Movement and the Satra Institution of Assam, বেদান্ত আৰু বৈষ্ণৱ ধৰ্ম সম্প্ৰদায় ইত্যাদি সম্পাদনা অথবা ৰচনা কৰিছিল। ধৰ্মীয় বিষয়ত এনে অতি-আৱিষ্টতা সাহিত্য সভাৰ পৰৱৰ্তী সভাপতিসকলৰ বহুতৰ মাজতো পৰিলক্ষিত হয়। তেওঁলোকৰ বহুতেই ধৰ্মমুক্ত সামাজিক, ঐতিহাসিক, বৈজ্ঞানিক বিষয়তকৈ ধৰ্মীয় বিষয়ক অগ্ৰাধিকাৰ দিয়াও দেখা যায়। প্ৰথমছোৱাৰ সভাপতিসকলৰ ভিতৰত কেৱল চন্দ্ৰধৰ বৰুৱা আৰু ময়িদুল ইছলাম বৰাইহে কোনো ধৰ্মীয় গ্ৰন্থ লিখাৰ কথা জনা নাযায়।

সাহিত্য সভাৰ সভাপতিসকলৰ এনে ধৰ্মীয় আৱিষ্টতা তেওঁলোকৰ সভাপতিৰ অভিভাষণ বিলাকত সন্চালনিকৈ ব্যৱহৃত হিন্দু ধৰ্মীয় শব্দবাজিতো ফুটি উঠে। এইবাৰ আমি সভাৰ ২৬ তমৰ পৰা ৩৭ তম পৰ্যন্ত (১৯৫৮-১৯) সভাপতিসকলৰ অভিভাষণৰ পৰা উদ্ধৃতি দিমহক। (৯৮) উদাহৰণস্বৰূপে ১৯৫৮ চনৰ ২৬ তম অধিৱেশনৰ সভাপতি পদ্মধৰ চলিহাই তেওঁৰ অভিভাষণ আৰম্ভ কৰিছিল এই সংস্কৃত শ্লোকটোৰে ঃ

*যস্মাৎ সৰ্বমিদং প্ৰপঞ্চৰচিতং মায়া জগজ্জায়তে/ যং ধ্যাত্বা মুনয়ঃ প্ৰপঞ্চৰহিতং বিন্দতি মোক্ষং ধ্ৰুবং/তং বন্দে পুৰুষোত্তমং হি অমলং নিত্যং বিভুং নিশ্চলম্।*

তেওঁ সাহিত্য সভাক 'মহাযজ্ঞ' আৰু নিজকে তাৰ 'পুৰোহিত' বুলি বৰ্ণনা কৰিছিল। ত্ৰিশতম অধিৱেশনৰ সভাপতি বত্নকান্ত বৰকাকতিয়েও ভাষণৰ আৰম্ভণিতে

*'যি দেৱতা অগ্নিত, যি পানীত, যি বিশ্বসংসাৰত প্ৰবিষ্ট হৈ আছে, যি ওষধিত, যি বনস্পতিত, সেই দেৱতাক বাৰে বাৰে নমস্কাৰ কৰোঁ '*বুলি হিন্দু শ্লোক গোৱাৰ সময়ত এই কথা পাহৰি গৈছিল যে ইছলামৰ দৰে আন ধৰ্মই জড় বস্তুত দৈৱত্ব আৰোপৰ বিৰোধিতা কৰে। বৰকাকতিৰ ধৰ্মনিষ্ঠা উঠলি উঠিছিল যেতিয়া তেওঁ (জনজাতিসকলৰ মাজত) ৰোমান লিপিৰ সলনি অসমীয়া লিপি প্ৰৱৰ্তন কৰি 'পুৰুষাৰ্থ' কৰিবলৈ আহ্বান জনাইছিল, কাৰণ সেয়া তেওঁৰ মতে 'পুণ্যকৰ্ম'। মন কৰিবলগীয়া যে 'পুৰুষাৰ্থ', 'পুণ্যকৰ্ম' আদি হিন্দু ধৰ্মীয়

---

(৯৮) সংশ্লিষ্ট সকলো উদ্ধৃতি অসম সাহিত্য সভাৰ ভাষণাৱলী, দ্বিতীয় খণ্ডৰ পৰা দিয়া হৈছে

ধাৰণা আৰু শব্দ। বৰকাকতিয়ে সেই ভাষণত আন এটা সংস্কৃত শ্লোক গাই পৰমেশ্বৰক প্ৰাৰ্থনা কৰিছিল অসমীয়াসকলক চীনা আক্ৰমণৰ পৰা বচাবলৈ। তেওঁ ৰ আগতে আন এজন সভাপতি অতুল চন্দ্ৰ হাজৰিকাই তেওঁৰ ভাষণ আৰম্ভ কৰিছিল এই হিন্দু শ্লোকটো গাই ঃ

*যং ব্ৰহ্মাৰ বৰুণেন্দ্ৰ ৰুদ্ৰমৰুতঃ স্তুনন্তি দিব্যৈ স্তবৈঃ / বেদৈঃ সাংগপদোক্ৰমোপনিষদৈ গায়ন্ত যং সামগাঃ/ ধ্যনৱস্থিততদ ছগতেন মনসা পশ্যান্তি যং যোগিনো /যস্যান্তং ন বিদুঃ সুৰাসুৰগনা দেৰায় তস্মৈ নমঃ।*

১৯৬৪ চনৰ সভাৰ অধিবেশনৰ সভাপতি সত্ৰাধিকাৰ মিত্ৰদেৱ মহন্তয়ো হিন্দু শ্লোকবোৰ অভিভাষণতে সলসলীয়াকৈ মাতি গৈছিল। যথা ঃ

*হে সচ্চিদানন্দ ঘন পৰমেশ্বৰ, মোৰ মন আৰু বাণী এক হওক, মায়া দূৰ কৰি তুমি মোৰ আগত প্ৰকট হোৱা আৰু মন বাণী বেদবিষয়ক জ্ঞান লাভ কৰাত মোক সহায় কৰা; যেন দিনে ৰাতিয়ে ব্ৰহ্মবিদ্যাৰ পঠন-চিন্তন কৰিব পাৰোঁ।*

আনন্দ চন্দ্ৰ বৰুৱা আৰু নকুল চন্দ্ৰ ভূঞাৰো (ক্ৰমে ১৯৬০ আৰু ১৯৬৭ চনৰ সভাপতি) একেই পৰম্পৰা অনুসৰণ কৰিছিল। ইয়াৰ পৰা দেখা যায় যে সভাৰ অগ্ৰণী ব্যক্তিসকলে সাহিত্য সভাৰ দৰে 'জাতীয়' মঞ্চ এখনত এটা বিশেষ ধৰ্মৰ ব্যঞ্জনাসম্পন্ন শব্দৰাজি সঞ্চালনিকৈ ব্যৱহাৰ কৰাৰ পৰা হ'ব পৰা বিপদৰ বিষয়ে সচেতন নাছিল। ১৯৬৮ চনৰ সভাপতি জ্ঞাননাথ বৰাই হিন্দু ধৰ্মৰ সৈতে জড়িত 'পবিত্ৰ দেৱভাষা' সংস্কৃতক ভাৰতৰ ৰাষ্ট্ৰভাষা কৰাৰ পৰামৰ্শ দিছিল। ১৯৬৯ চনৰ সভাপতি আনন্দ চন্দ্ৰ বৰুৱাৰ অভিভাষণৰ প্ৰথম তিনিটা অনুচ্ছেদ ধৰ্মীয় প্ৰসংগৰে ভৰি পৰিছিল। ১৯৭০ চনৰ সভাপতি উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৱে তেওঁৰ ভাষণ আৰম্ভ কৰিছিল 'জনতা জনাৰ্দনেয়' বুলি। তেওঁ সাহিত্য সভা নামৰ 'জাতীয় মহাযজ্ঞ' সফল কৰিবলৈ, 'ভগৱন্ত পুৰুষ'ৰ ওচৰত প্ৰাৰ্থনা কৰিছিল। পৰৱৰ্তী সভাপতি তীৰ্থনাথ শৰ্মাই (১৯৭১) আকৌ তেওঁৰ মন 'শিৱসংকল্প যুক্ত' কৰিবলৈ ভগৱানক প্ৰাৰ্থনা কৰিছিল।

ধৰ্মকলৈ এনে অত্যুৎসাহৰ ফলত সাহিত্য সভাৰ সভাপতিসকলৰ মাজতেই কেনেকৈয়ে তিক্ততাপূৰ্ণ বিতৰ্ক লাগি গৈছিল, সেই সম্পৰ্কে আমি এই গ্ৰন্থৰ 'জাতীয় সংস্কৃতিৰ নিৰ্মাণ' সংক্ৰান্তীয় অধ্যায়ত দেখুৱাইছোঁ। বিশ শতিকাৰ দ্বিতীয় দশকত 'বাঁহী আৰু 'প্ৰদীপিকা'ৰ পাতত হোৱা এনে বিতৰ্কই জাতিটোৰ ভেটি বহলোৱা দূৰৰ কথা, তাক বাঁহ ফলাদি ফলাবহে উপক্ৰম হৈছিল। বৈষ্ণৱ ধৰ্মৰ শংকৰদেৱ আৰু দামোদৰদেৱৰ অনুগামী দুটা ফৈদৰ মাজত হোৱা এই প্ৰচণ্ড বিতৰ্কত লক্ষ্মীনাথ বেজবৰুৱা আৰু ড° বাণী কান্ত কাকতিয়ে শংকৰদেৱৰ মহাপুৰুষীয়া পন্থাৰ, আৰু হেমচন্দ্ৰ গোস্বামী আৰু ৰজনীকান্ত বৰদলৈয়ে দামোদৰীয়া পন্থাৰ হৈ বাক-যুদ্ধত অৱতীৰ্ণ হৈছিল। এই তিক্ত বিতৰ্কৰ ফলত কেইবাবছৰলৈ উভয় পক্ষৰ মাতবোলেই নাছিল। কোৱা বাহুল্য বেজবৰুৱা, গোস্বামী আৰু বৰদলৈ তিনিও সাহিত্য সভাৰ সভাপতি আছিল। তেওঁলোকৰে যদি মাত-বোল নোহোৱা অৱস্থা, তেনেহ'লে ধৰ্মীয় বিষয়ে সাধাৰণ ৰাইজৰ মাজত কিমান বিভাজন সৃষ্টি কৰিব পাৰে, সেয়া সহজেই অনুমেয়।

অৱশ্যে ধৰ্মৰ প্ৰতি এনে অত্যুৎসাহৰ কাৰণো আছিল। সেই সময়ৰ অসমীয়া বুদ্ধিজীৱীসকলে সঁচাসচিকৈয়ে ভাবিছিল যে ধৰ্ম জাতিগঠনৰ ক্ষেত্ৰত খুবেই সহায়ক হ'ব পাৰে।

এক ভাৱাদৰ্শগত দিক্‌নিৰ্দেশিকা আৰু চিন্তাৰ সমৰূপতা প্ৰতিষ্ঠাৰ বাবে ধৰ্ম অপৰিহাৰ্য বুলিও তেওঁলোকে ভাবিছিল। সেইবাবেই লক্ষ্মীনাথ বেজবৰুৱাই শংকৰদেৱক 'আবিষ্কাৰ' কৰিছিল আৰু জাতীয় ধৰ্মগুৰুৰ আসনত তেওঁক বহুৱাব খুজিছিল। জাতি-গঠনত ধৰ্মৰ, বিশেষকৈ বৈষ্ণৱ ধৰ্মৰ আৰু তাতোতকৈ শংকৰদেৱৰ অপৰিহাৰ্যতা সম্পৰ্কে সাহিত্য সভাৰ বেছিভাগ সভাপতিৰ ধাৰণা বেজবৰুৱাৰ ধৰণৰে আছিল।

গোহাঞিবৰুৱা বেজবৰুৱাৰ লগত বহুকথাতে অমত হ'লেও জাতীয়তাবাদৰ লগত ধৰ্মক সান-মিহলি কৰাৰ ক্ষেত্ৰত একমত আছিল। নৈষ্ঠিক বৈষ্ণৱ গোহাঞিবৰুৱাই সেয়ে কৈছিল,

*আমাৰ অসমতো সেই যুগতে মহাপুৰুষ শংকৰদেৱে যেতিয়া ভাগৱত মথি জনসাধাৰণৰ ভাষাৰে গঢ়িত অসমীয়া সাহিত্যত ভাগৱতী ধৰ্মৰ গ্ৰন্থ ৰচি প্ৰচাৰ কৰিবলৈ ধৰিলে তেতিয়াৰ পৰা সেই পবিত্ৰ ধৰ্মৰ সঞ্জীৱনী শক্তি লাভ কৰি অসমীয়া পতিত জীৱন আকৌ উদ্ধাৰ হ'ল।*[৯৯]

ডিম্বেশ্বৰ নেওগেও বেজবৰুৱাৰ মতক দৃঢ়ভাৱে সমৰ্থন কৰি কৈছিল, যে বেজবৰুৱাই শংকৰদেৱক আৱিস্কাৰ কৰি আৰু তেওঁৰ দ্বাৰাই অসমৰ ধৰ্মীয়, সামাজিক, সাহিত্যিক নেতৃত্ব দিয়াই অসমৰ পৰম উপকাৰ সাধিলে কাৰণ শংকৰদেৱৰ বিশ্বজনীন নীতিৰে অসমে এতিয়াও সকলো সংকটৰ পৰা ৰক্ষা পাব পাৰে।[১০০]

তেওঁ আৰু কৈছিল, শংকৰদেৱে বিভিন্ন পাহাৰীয়া জনজাতিক ঐক্যবদ্ধ কৰাদি অসম সাহিত্য সভায়ো বহিৰাগতসকলক ওচৰ চপাই আনিব লাগে। তেওঁলোকক অসমীয়াভাষী কৰিব নোৱাৰিলে অচিৰেই অসম বুলিবলৈ বাকী থাকিবগৈ কেৱল সাহিত্য সভাৰ কাৰ্যালয়টোহে, তাত তিলমানো সন্দেহ নাই।[১০১]

সদৃশ মত প্ৰকাশ কৰি অতুল চন্দ্ৰ হাজৰিকাই অসমীয়া মানুহক লেটাৰ পৰা ওলাই আহিবলৈ আৰু শংকৰী অনুষ্ঠানবোৰক গোৱালপাৰা, কাছাড় আদিত মহাপুৰুষৰ বাণী বিলাবলৈ আহবান জনাইছিল ; সেই মহাপুৰুষীয়া ধৰ্মৰ বাণীকেই তেওঁ অসমীয়া জাতিৰো হৃদয়ৰ বাণী বুলি আখ্যা দিছিল। তেনে এক প্ৰসংগতে তেওঁ উমানন্দ মন্দিৰৰ মাটি দান দিয়াৰ বাবে, তথা হিন্দু ধৰ্মৰ পৃষ্ঠপোষকতা কৰা বাবে মোগল সম্ৰাট ঔৰংগজেবক প্ৰশংসা কৰিছিল।[১০২] কথাটো তাৎপৰ্যপূৰ্ণ কাৰণ সেইসময়ত ঔৰংজেবক সাম্প্ৰদায়িক বুলি ধৰা হৈছিল।

হাজৰিকাতকৈ ভালেদিনৰ আগতে সভাৰ আন এজন সভাপতি ৰজনীকান্ত বৰদলৈয়ে এক স্পষ্ট নীতি-নিৰ্দেশনাৰ প্ৰস্তাৱ আগবঢ়াই কৈছিল যে গাঁৱত বাস কৰিবলৈ লোৱা চাহ বাগিচাৰ মজদুৰসকলক অসমীয়া ভাষা শিকাই লৈ অসমীয়াতো কৰিব লাগেই,

---

(৯৯) অসম সাহিত্য সভাৰ ভাষণাৱলী, খণ্ড-১, পৃ-৫
(১০০) ঐ, খণ্ড-৩, পৃ-২৮৪
(১০১) *'অসম সাহিত্য সভাৰ বিষয়ে যৎকিঞ্চিৎ'*, আবাহন, ১২ শ বছৰ ১ ম সংখ্যা সংখ্যা, ১৯৪০ চন
(১০২) অসম সাহিত্য সভাৰ ভাষণাৱলী, খণ্ড-৩, পৃ-৭১-৮৯

পাৰিলে উদাৰ হিন্দুত্বতো দীক্ষিত কৰিব লাগে, আনহাতে পমুৱা মুছলমানসকলক অসমীয়াকৰণ কৰি ল'ব লাগে।[১০৩]

বিশ্ব হিন্দু পৰিষদৰো নেতা, সাহিত্য সভাৰ সভাপতি তীৰ্থনাথ শৰ্মাই ধৰ্ম প্ৰচাৰৰ এক সু-চিন্তিত নক্সা ডাঙি ধৰিছিল। সেইমতে, অসমৰ কাষৰীয়া পাহাৰী জনজাতিসকলৰ মাজত হিন্দুধৰ্মপ্ৰচাৰৰ জৰিয়তে অসমীয়া ভাষা প্ৰচাৰ কৰাউচিত।[১০৪]

সভাৰ আন এজন সভাপতি গিৰিধৰ শৰ্মাও (১৯৭৩) যিহেতু দোৰ্ঘোৰ মুছলীম বিৰোধী সাম্প্ৰদায়িক ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ প্ৰান্তীয় সংঘচালক আছিল,[১০৫] সেয়েহে তেওঁৰ মতামতো তীৰ্থনাথ শৰ্মাৰ সদৃশ আছিল। তেওঁলোক দুজনে সভাৰ মাজত সাম্প্ৰদায়িক ধাৰাটোৰ নেতৃত্ব দিছিল। আমাৰ কেৱল চিন্তা, এনে বক্তব্যৰ প্ৰতি চুবুৰীয়া জনজাতিসকলৰ প্ৰতিক্ৰিয়া কেনে হ'ব ? খ্ৰীষ্টিয়ান আদিবাসীসকলৰ একা ? অসমীয়াক লোকপিয়লত সংখ্যাগুৰুত পৰিণত কৰা পঞ্চাশলাখ পমুৱা মুছলমানেই বা এনে হিন্দুধৰ্ম প্ৰচাৰক কেনেভাৱে ল'লে ? জাতিগঠনৰ লগত ধৰ্মৰ এনে সনা-পিটিকা পৰিহাৰ্য আৰু অপকাৰী নহয়নে ?

সভাৰ আন এজন সভাপতি নকুল চন্দ্ৰ ভূঞাই (১৯৬৭) আকৌ আদিবাসী চাহ-শ্ৰমিকসকলক হিন্দু কৰাৰ উদ্যোগ লৈছিল। তেওঁ কৈছিল যে তেতিয়ালৈকে কোনেও চাহ-মজদুৰসকলক কাষ চপাই অনাৰ উদ্যোগ লোৱা নাই। তেওঁলোকক ওচৰ চপাই আনি আমাৰ নাম, আমাৰ গায়ন বায়ন আৰু ভাওনাৰ সোৱাদ দিব লাগে। অন্ততঃ কেঁচামাহপ্ৰসাদ তেওঁলোকৰ সৈতে একেলগে খোৱাৰ ব্যৱস্থা কৰিব লাগে।[১০৬]

ভূঞাৰ এই উদাৰতাবাদ নিঃসন্দেহে আদৰণীয় ; কিন্তু তথাপি তাত কেইটামান প্ৰশ্ন অনুত্তৰিত থাকি যায়। প্ৰথম কথা ভূঞাই আদিবাসী ধৰ্মান্তৰিতসকলৰ বাবে কেৱল 'কেঁচা মাহপ্ৰসাদ' ৰ কথা কৈছে কিয় ? কাৰণ বৈষ্ণৱ আচাৰ অনুষ্ঠান, ৰীতি-নীতি অনুসৰি কেৱল কেঁচামাহপ্ৰসাদ যঁচাৰ অৰ্থ হৈছে তথাকথিত অস্পৃশ্যসকলকৈ অলপহে ওপৰৰ স্থান দিয়া। আনকি আড্ৰে কেন্টলি নামৰ বিখ্যাত ব্ৰিটিছ গৱেষিকা তথা The Assamese নামৰ কৰ্তৃত্বপূৰ্ণ গৱেষণা গ্ৰন্থখনৰ লেখিকাগৰাকীও 'কেঁচা মাহপ্ৰসাদ' আৰু 'পকা জলপানৰ' পাৰ্থক্য সম্পৰ্কে সচেতন। কেৱল কেঁচা মাহপ্ৰসাদৰ অৰ্থ হৈছে সহভোজন আৰু আন্তঃবিবাহ নিষিদ্ধতা। ভূঞাই আদিবাসীসকলক মেথি আৰু পাঁচনিৰ ওপৰৰ সত্ৰীয়া বিষয়বাব দিয়াৰ কথা কোৱাৰ সাহ দেখুৱা নাছিল। তেওঁৰ উদাৰতা সত্বেও ভূঞাৰ চাহ মালিকৰ স্বাৰ্থৰ বিপৰীতে যোৱাৰ ক্ষমতা নাছিল কাৰণ প্ৰথমতে তেওঁ আছিল ব্ৰিটিছ চাহ-বাগিছা এখনৰ কেৰাণী আৰু পাছলৈ তাৰে মেনেজাৰ। ব্ৰিটিছ চাহ-মালিকে ভূঞা তথা একে বাগিছাৰে তেওঁৰ সহকৰ্মী কমলচন্দ্ৰ গোস্বামীক (যিজন একেসময়তে ওচৰৰ কাথবাপু /সত্ৰৰ সত্ৰাধিকাৰ পৰিয়ালৰ আছিল) বাগিছাত চাহ শ্ৰমিকসকলৰ মাজত (হিন্দু বৈষ্ণৱ) ধৰ্ম প্ৰচাৰৰ বাবে লিখিত অনুমতি দিছিল।

---

(১০৩) অসম সাহিত্য সভাৰ ভাষণাৱলী, খণ্ড-৩, পৃ-৪৪৭

(১০৪) ঐ

(১০৫) আৰ এচ এচ নেতা শ্ৰীকান্ত জোশীৰ প্ৰবন্ধ '*সংঘচালক গিৰিধৰ শৰ্মা*,' কৰ্মযোগী গিৰিধৰ শৰ্মা

(১০৬) চাহবাগিছাৰ অসমীয়া গ্ৰন্থৰ লেখক গোলাপচন্দ্ৰ খাউণ্ডলৈ ভূঞাৰ চিঠি।

এনেকৈ ব্রিটিছৰ অনুমতি সাপেক্ষে প্ৰচাৰিত ধৰ্মতো চাহ শ্ৰমিকসকলক কেঁচা মাহপ্ৰসাদ দলিয়ায়েই কৃতাৰ্থ কৰিব বিচৰাৰ যি চিন্তা, তাক উদাৰতাবাদ বুলি কোনোবাই ক'ব পাৰে ; কিন্তু ঝাড়খণ্ডী চাহ শ্ৰমিকসকলে যে তাত বিশেষ উৎসাহী নহ'ল, পৰবৰ্তী ঘটনা প্ৰবাহেই তাৰ সাক্ষ্য দিয়ে। দলিয়াই দিয়া কেঁচা মাহপ্ৰসাদ আৰু মেথি, পাচনিৰ বাৰ নেওচি তেওঁলোকৰ বহুতে বৰং পীৰ্জাত একেলগে খোৱা-বোৱা কৰি কাদাৰ /পেষ্টৰ হ'বলৈকে ভাল পালে।

ভাষাৰ লগত ধৰ্মক একাকাৰ কৰি দিয়াৰ এনে এটা প্ৰৱণতা থকা সত্ত্বেও অসম সাহিত্য সভাক আমি কিন্তু এটা ধৰ্মীয় সাম্প্ৰদায়িক অনুষ্ঠান বুলি ক'বলৈ নিবিচাৰোঁ। বৰং সভাৰ মজিয়াত এটা লেখত লবল'গীয়া ধৰ্মনিৰপেক্ষ ধাৰাযে সজীৱ হৈ আছিল, সেইটোহে উল্লেখনীয়। লগতে মনকৰিবলগীয়া যে এজন মানুহ একেসময়তে ধৰ্মনিষ্ঠ হৈও আনৰ প্ৰতি ধৰ্মীয় বিদ্বেষৰ পৰা মুক্ত, সামাজিক বিষয়ত ধৰ্মনিৰপেক্ষ হ'ব পাৰে। সভাৰ তৃতীয়জন সভাপতি কালিৰাম মেধি নামৰ ধৰ্মনিষ্ঠ ব্যক্তিজনৰ সভাপতিৰ অভিভাষণতে তেনে ধাৰা সুস্পষ্ট। নিষ্ঠাবান বৈষ্ণৱ মেধিয়ে কৈছিল,

*বৰ্তমানত আমাৰ মুছলমান বন্ধুসকলৰ মাজত স্বদেশপ্ৰেম জাগিছে। নতুন মুছলমান ছাত্ৰসভাৰ নাম শুনি দুই এজনে ভয় খাইছে। আমাৰ বোধে তাৰ জন্মত আশাহে আছে, ভয়ৰ কাৰণ নাই। এই ছাত্ৰসভাই ভৱিষ্যত এটি মহতী শক্তিৰ সৃষ্টি কৰিব বুলি আশা কৰিব পাৰি। তেওঁলোকৰ সম্মিলিত শক্তিৰ পৰাও অসমীয়া সাহিত্যই বিশেষ সহায় আৰু উপকাৰ পাব বুলি আশা কৰিছোঁ। ষোল লক্ষ অসমীয়াৰ প্ৰায় এক চতুৰ্থাংশ মুছলমান। তেওঁলোকক এৰি হিন্দুৱে বা হিন্দুক এৰি তেওঁলোকে উন্নতি পথত আগুৱাব নোৱাৰে। .... আমাৰ ভাষা সংস্কৃতৰ ওচৰত যেনে থকৰা, আৰবী আৰু ফাৰ্চীৰ ওচৰতো তেনে থকৰা। কেৱল মাত্ৰাতহে কম বেছি আছে। আমাৰ ভাষাত যিমান আৰবী আৰু ফাৰ্চীৰ শব্দ আছে ভাৰতৰ বহুত ধৰণৰ ভাষাত সিমান নাই। অসমীয়া ভাষা কেৱল হিন্দুৰ নহয়, মুছলমানৰো সম্পত্তি।* (১০৭)

তেওঁতকৈও আগতে প্ৰথমজন সভাপতি গোহাঞিবৰুৱায়ো ধৰ্মীয় বিষয়ত আচৰিত নিৰপেক্ষতা প্ৰদৰ্শন কৰিছিল। আমি কথাটো এইবাবেই তাৎপৰ্যপূৰ্ণ বুলি বিবেচনা কৰিছিলোঁ যিহেতু এই একেজন গোহাঞিবৰুৱাই শংকৰদেৱৰ প্ৰক্ষেপণৰ জৰিয়তে জাতীয় জীৱনৰ পুনৰুজ্জীৱনৰ পোষকতা কৰিছিল। অথচ একে উশাহতেই তেওঁ এই বুলিও কৈছিল,

*আমাৰ জাতীয় জীৱন পুনৰ টনকিয়াল কৰিবলৈ হ'লে যিমান সোনকালে সম্ভৱ আমাৰ ধৰ্মগ্ৰন্থাদি সংস্কৃতৰ পৰা অসমীয়ালৈ ভাঙি তাক জনসাধাৰণৰ মাজত প্ৰচাৰ কৰিবলৈ আমাৰ জাতীয় চেষ্টা হ'ব লাগে। সেই একে কাৰণ আৰু উদ্দেশ্যেৰেই আৰবী ভাষাৰ পৰাও কোৰাণৰ ভাঙণি ওলাব লাগে। ... ধৰ্মৰ সৈতে ভাষাৰ কোনো সম্পৰ্ক নাই। .... অসমীয়া ভাষাই হৈছে অসমীয়া হিন্দু-মুছলমানৰ হৃদয়স্পৰ্শী মাতৃভাষা।* (১০৮)

এয়া অৱশ্যেই নাস্তিকৰ ধৰ্মনিৰপেক্ষতা নহয়, বৰং এয়া অ-সাম্প্ৰদায়িক ধৰ্মনিষ্ঠা,

---

(১০৭) অসম সাহিত্য সভাৰ ভাষণাৱলী, খণ্ড-৩, পৃ-৪৮-৪৯

(১০৮) ঐ, খণ্ড- ১, পৃ-৫

যি আনৰ ধৰ্মক সন্মান কৰিব জানে। আনহাতে লণ্ডনত ডক্তৰেট ডিগ্ৰীধাৰী প্ৰথম অসমীয়া, তথা অসম সাহিত্য সভাৰ অন্যতম সভাপতি ড০ময়িদুল ইছলাম বৰাই সাহিত্য সভাৰ মঞ্চত পোনপ্ৰথমবাৰৰ বাবে সাম্প্ৰদায়িকতাৰ সমস্যা উত্থাপন কৰিছিল। বোধহয় জন্মসূত্ৰে মুছলমান হোৱা বাবেই তেওঁ সাম্প্ৰদায়িকতাৰ বিষময় ফল সংখ্যাগৰিষ্ঠ সম্প্ৰদায়ৰ সভাপতিসকলতকৈ বেছিকৈ অনুভৱ কৰিছিল। এই গ্ৰন্থৰ 'জাতীয় সংস্কৃতিৰ নিৰ্মাণ' সংক্ৰান্তীয় অধ্যায়টোত আমি দেখুৱাইছোঁ কেনেকৈ সাম্প্ৰদায়িক নায়কবৃন্দৰ প্ৰক্ষেপণৰ ফলত ধৰ্মীয় ভিত্তিক বাঙালী জাতিৰ ভাঙণ ত্বৰান্বিত হ'ল। আমি তাত এইটোও দেখুৱাইছোঁ কেনেকৈ মৃত্যুঞ্জয় বিদ্যালংকাৰৰ দৰে বাঙালী বুদ্ধিজীৱীয়ে মহান দেশপ্ৰেমিক বীৰ চিৰাজউদ্দৌলাক ধৰ্ষণকাৰী বুলি কেলেংকাৰী ৰটি তেওঁক বাঙালী জাতীয় বীৰৰ মৰ্যাদাৰ পৰা বঞ্চিত কৰিছিল। ধৰ্মৰ লগত সম্পৰ্কিত বিষয়বোৰ কিমান স্পৰ্শকাতৰ হ'ব পাৰে, তাৰ উমান আমি ড° বৰাৰ এই প্ৰতিক্ৰিয়াৰ পৰাই পাওঁ। তেওঁ কয় যে তেওঁ শৈশৱত স্কুলৰ পাঠ্যপুথিত পঢ়িছিল যে চিৰাজউদ্দৌলা আছিল অতিশয় নিষ্ঠুৰ আৰু ভাৰতৰ কলংক। তেঁবো তাকে পৰম সত্য বুলি লৈছিল। কিন্তু পৰৱৰ্তী গৱেষণাত প্ৰমাণ হয় যে চিৰাজউদ্দৌলা আছিল এক মহান উদাৰ দেশপ্ৰেমিক বীৰ। ব্ৰিটিছেহে তেওঁক মিছাকৈ কলংকিত কৰিছিল।(১০৯) এনে বিকৃত ব্ৰিটিছ বুৰঞ্জীৰ বিৰুদ্ধে ড° বৰাই এইবুলিও সঁকীয়াই দিয়ে যে পশ্চিমৰ পৰা সাম্প্ৰদায়িকতাৰ প্ৰবল পছোৱা এজাক বলিব লাগিছে। সময়মতে বাধা দিব নোৱাৰিলে ই অসমত সৰ্বনাশ সাধিব। এনেকৈয়ে একাষাৰ কথাৰেই ড° বৰাই সাম্প্ৰদায়িকতা, ইতিহাসচৰ্চা, পাঠ্যপুথি প্ৰণয়ন আদি সাম্প্ৰদায়িকতা বনাম জাতি-গঠনৰ আন্তঃসম্পৰ্কিত এলানি প্ৰশ্ন উত্থাপন কৰিছিল।

ড° বৰাই বিভিন্ন জনগোষ্ঠী তথা ভূমিসন্তান জনজাতিক অসমীয়া জাতিসত্তাৰ ভিতৰত সামৰি লোৱাৰ আহ্বানও জনাইছিল। তেওঁ খোন্দকাৰ চমচেৰ আলি আৰু মৌলৱী দেৱান আব্দুল হেমিদ নামৰ দুজন পমুৱা মুছলমান নেতাৰ কথা উল্লেখ কৰিছিল, যি তেওঁলাকৰ কথিত বাংলা পৰিত্যাগ কৰি অসমীয়া গ্ৰহণ কৰাৰ কথা কৈছিল। তেওঁলোকৰ কথাৰ ওপৰত ভিত্তি কৰি ড° বৰাই এনেদৰে কৈছিল যে এনে বহু প্ৰতিভাবান আৰু উদাৰ মানুহ অভিবাসী মুছলমানসকলৰ মাজত আছে যি অসমীয়া ভাষাক সাৱটি ল'ব বিচাৰে এতেকে অসমীয়া ভাষাৰ ভৱিষ্যতলৈ বিশেষ আশংকাৰ কাৰণ নাই।(১১০)

তেওঁ এনেকৈয়ো ইংগিত দিছিল যে ভাষাৰ ক্ষেত্ৰত বিপদৰ প্ৰকৃত উৎস হৈছে কেতবোৰ ন্যস্তস্বাৰ্থপূৰ্ণ ৰাজনীতিবিদ আৰু অসমত সাময়িকভাৱেহে বাস কৰা কেতবোৰ মানুহহে। তেওঁৰ মতামতত অসমৰ অসমীয়া মুছলমানৰ মনোভাৱ ফুটি উঠিছিল ; কিন্তু সেয়া কেৱল মুছলমান/সংখ্যালঘুৰ স্থিতিয়েই নাছিল, বৰং সেয়া আছিল মৌলিকভাৱে গণতান্ত্ৰিক ধৰ্মনিৰপেক্ষ এক স্থিতি।

১৯৩৬ চনৰ সভাৰ সভাপতি ৰঘুনাথ চৌধাৰীয়েও তেওঁৰ 'কাৰবালাৰ কাহিনী'ত কাৰবালাৰ শ্বহীদসকলৰ প্ৰতি শ্ৰদ্ধা তৰ্পণৰ জৰিয়তে হিন্দু মুছলীম ঐক্যক উৰ্দ্ধত তুলি ধৰি

(১০৯) অসম সাহিত্য সভাৰ ভাষণাৱলী, দ্বিতীয় খণ্ড, পৃ-১১০
(১১০) ঐ, খণ্ড-২, পৃ-৯২

ড° ববাব দবে লোকব আবেগব প্রতি এক সমর্থক সঁহাৰি দিছিল।

কিন্তু নীলমণি ফুকনৰ নীতি-স্থিতি একেবাৰে সুকীয়া আছিল। তেওঁ অসমীয়া মুছলমানক বাঙালী মুছলমানৰ পৰা বেলেগ কৰিছিল আৰু বাঙালী মুছলমানক বাঙালী হিন্দুৰ পৰা। অম্বিকাগিৰী ৰায়চৌধুৰীৰ দৰে ফুকনেও অসমীয়া মুছলমানক জাতিটোৰ সীমা-সুবিধলৈত, বাকীসকলক পৰ্যায়ক্ৰমে আৰু বাজত স্থান দিছিল।

সভাপতিৰ অভিভাষণত তেওঁ অসমীয়াৰ ধৰ্মনিৰপেক্ষতাৰ পৰম্পৰাৰ কথা ঠিকেই কৈছিল ; কিন্তু ঠিক তাৰ পাছৰ অনুচ্ছেদতে তেওঁ এনে এটা প্ৰৰোচনাপূৰ্ণ বিষয় (বৰপেটাৰ মুছলীম সমদল এটাৰ কথা, যি বোলে সাম্প্ৰদায়িক ধ্বনি দিছিল) উত্থাপন কৰিছিল, যে তাক লৈ প্ৰতিক্ৰিয়াৰ আশংকা আছিল। তেওঁ এই বুলিও ঘোষণা কৰিছিল যে 'নেশ্বানেলাইজেশ্যন এক্ট' অনুসৰি কেৱল সেইসকলকহে অসমত ভূমিসম্পত্তি আহৰণৰ অধিকাৰ দিয়া উচিত, যিসকলে অসমীয়া ভাষা গ্ৰহণ কৰে আৰু অসমীয়াৰ অনুভূতিৰ দ্বাৰা অনুপ্ৰাণিত হয়। তাতকৈয়ো স্পষ্টতৰ ভাৱে তেওঁ কৈছিল যে যিসকলে পৃথক জাতিসত্তা, ধৰ্ম বা সম্প্ৰদায়ৰ ভিত্তিত বাস কৰিব বিচাৰে, তেওঁলোকৰ এই দেশত কোনো স্থায়ী অধিকাৰ থকা উচিত নহয়।

চমুকৈ ক'বলৈ গ'লে ফুকনে এনেধৰণৰ এক নিৰ্জাতিকীকৰণৰ (denationalisation) পোষকতা কৰিছিল যিটোৱে আন ভাষা, আন সম্প্ৰদায়, আনকি আন ধৰ্মৰ মানুহকো নিজা গোষ্ঠীগত পৰিচয়, অৰ্থাৎ ভাষা-সংস্কৃতি-ধৰ্ম পৰ্যন্ত জলাঞ্জলি দিবলৈ দাবী কৰিছিল। এনে উগ্ৰজাতিদাম্ভিক নীতিৰ পৰিণতিত অসম ষাঠিৰ দশকৰ পৰা সত্তৰৰ দশকৰ ভিতৰত ভাঙি থান-বান হ'ল। (নবৈৰ দশকত আলফাই যেতিয়া পুনৰ নিৰ্জাতিকীকৰণৰ তত্ত্ব তাৰ ভূতৰ জোলোঙাৰ পৰা উলিয়াইছিল তেতিয়া জনজাতি তথা নিপীড়িত মানুহে পুনৰ কেনেকৈ প্ৰবলভাৱে তাৰ প্ৰতিবোধ কৰিছিল আৰু কেনেকৈ এই নিৰ্জাতিকীকৰণ তত্ত্বই অসমক পুনৰ এক সশস্ত্ৰ গৃহযুদ্ধৰ ফালে ঠেলি দিবলৈ লৈছিল, সেয়া সজীৱ স্মৃতি ; অৱশ্যে সি এই গ্ৰন্থৰ সময়সীমা-বহিৰ্ভূত। আমি সেইবিষয়ে আলোচনা কৰিম এই গ্ৰন্থৰ দ্বিতীয় খণ্ডতহে।)

ফুকনৰ সম-মতাবলম্বী তথা সাহিত্য সভাৰ পৰৱৰ্তী সভাপতি অম্বিকাগিৰী ৰায়চৌধুৰীয়েও অসমীয়া সত্তাৰ ওপৰত ভাষিক তথা ধৰ্মীয় আক্ৰমণ চলিছে বুলি কৈ পাহাৰ-ভৈয়ামৰ মানুহৰ প্ৰতি এক হিষ্টিৰিয়া পূৰ্ণ ভাষণ দিছিল, য'ত তেওঁ কমিউনিষ্ট, পাকিস্তানীষ্ট আৰু বেংগলীষ্ট, এই তিনি শত্ৰুৱে অসমীয়াক দাসত পৰিণত কৰিব খুজিছে বুলি আশংকা তৈয়াৰ কৰিছিল। কোৱা বাহুল্য, দ্বিতীয় দুটা শব্দৰ দ্বাৰা তেওঁ মুছলীম আৰু বাঙালীক বুজাব বিচাৰিছিল। তেওঁ অসম এখন হিন্দু সংখ্যাগৰিষ্ঠ ৰাজ্য আৰু হিন্দু সংখ্যাগৰিষ্ঠই হৈ থাকিব বুলি ঘোষণা কৰিছিল। (ভাষণাৱলী, দ্বিতীয় খণ্ড, পৃ. ১৫৭-১৫৯) এনেকৈয়ে ৰায়চৌধুৰীৰ বিস্ফোৰণে উগ্ৰজাতীয়তাবাদ আৰু সাম্প্ৰদায়িকতাবাদৰ মাজত থকা সূক্ষ্ম বিভাজন ৰেখাডালকে কেৱল মোহাৰি পেলোৱা নাছিল, ই ধৰ্মনিষ্ঠা আৰু ধৰ্মোন্মাদনাৰ মাজৰ পাৰ্থক্যও চেৰাবলৈ ধৰিছিল।।

ফুকন আৰু ৰায়চৌধুৰীৰ ধাৰাটোৰ বাহিৰে আন ধাৰাও আছিল, যি ধৰ্মনিষ্ঠতা সত্ত্বেও ধৰ্মনিৰপেক্ষ আছিল। উদাহৰণস্বৰূপে ১৯৬৭ চনৰ অধিৱেশনৰ সভাপতি নকুল চন্দ্ৰ

ভূঞাই আসাম মুছলমান ছাত্ৰ সন্মিলনৰ ১৯২০ চনত যোৰহাটত অনুষ্ঠিত অধিবেশনত কৈছিল যে মোগল সম্ৰাটসকলে হিন্দু-মুছলীম ঐক্যৰ বাবে অনুকূল পৰিবেশ ৰচনা কৰিছিল। ভূঞাই আনকি এইবুলিও আশাপ্ৰকাশ কৰিছিল যে মুছলমান শাসকসকল জীয়াই থকা হ'লে আনকি হিন্দু-মুছলীমৰ মাজত বৈবাহিক সম্পৰ্কও সম্ভৱ হ'লহেঁতেন। পদ্মনাথ গোহাঞিবৰুৱাৰ দৰে তেওঁ অসমীয়াসকলক পাৰ্চীভাষাৰ কিতাপবোৰ অসমীয়ালৈ অনুবাদ কৰিবলৈ আহ্বান জনাইছিল কাৰণ, সিবিলাকত বহুত মূল্যবান সম্পদ আছে।

ভূঞাৰ আগতে সভাৰ আন এজন সভাপতি কমলাকান্ত ভট্টাচাৰ্যই বাঁহীৰ পাতত (১৭শ বছৰ ৫ম সংখ্যা, ১৮৫০ শক, ১৯২৮ চন) সাম্প্ৰদায়িক-জাতি-বৰ্ণবাদী হিন্দু মহাসভাক বিৰোধিতা কৰি এটা তাৎপৰ্যপূৰ্ণ প্ৰবন্ধ লিখিছিল, যিটোৱে এক ধৰ্মনিৰপেক্ষ ধাৰাকেই শক্তিশালী কৰি তুলিছিল।

প্ৰতিষ্ঠাপক প্ৰধান সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীৰ ব্ৰিটিছানুগত্য বা ডিমাপুৰৰ কছাৰী স্থাপত্য সম্পৰ্কীয় স্থিতি বিতৰ্কিত হ'লেও ধৰ্মনিৰপেক্ষতাৰ প্ৰশ্নত তেওঁৰ ভূমিকা সদৰ্থক আছিল। নিজে চৈতন্য পন্থী বৈষ্ণৱ হ'লেও গোস্বামীয়ে সমসাময়িক পন্থা-গত সংকীৰ্ণতাৰ উৰ্দ্ধত উঠি ঘোষণা কৰিব পাৰিছিল যে চৈতন্য কোনোপধ্যেই শংকৰদেৱৰ গুৰু নাছিল। গোস্বামীৰ এই যুক্তিসংগত স্থিতিয়ে শংকৰদেৱ আৰু চৈতন্য পন্থাৰ দুই যুধ্যমান নেতা লক্ষ্মীনাথ বেজবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীৰ মাজৰ দ্বন্দ্বত অলপ হ'লেও চেঁচাপানী ঢালিছিল।

'বুদ্ধদেৱ' নামৰ নাটক এখনৰ উপৰি গোস্বামীয়ে কে'বাখনো গৱেষণাপত্ৰ লিখি কামৰূপ অনুসন্ধান সমিতিৰ অধিৱেশনবোৰত দাখিল কৰিছিল। গোস্বামীয়ে অসমক বৌদ্ধ ধৰ্ম আৰু সংস্কৃতিৰ এক ঘাই কেন্দ্ৰ বুলি আখ্যা দিছিল। গোস্বামীয়ে আনকি গুৱাহাটীৰ উগ্ৰতাৰা, শুক্ৰেশ্বৰ আৰু জনাৰ্দন মন্দিৰৰ দেৱ -দেৱীসকল হিন্দু নহয়, বৌদ্ধ দেৱ-দেৱীহে বুলি সন্দেহ কৰিছিল।[১১১]

গোস্বামীৰ ধৰ্মনিৰপেক্ষতাৰ প্ৰকৃষ্টতম উদাহৰণ হ'ল ঔৰংজেৱ বাদশ্বাহে উমানন্দ মন্দিৰৰ ভূমিদান দিয়াৰ বিষয়ে লিখা প্ৰবন্ধটো, য'ত তেওঁ লিখিছিল,

*Badshah Ghazi Aurangzeb Saler Khan enjoys the reputation of being a very orthodox and 'fanatic' Moslem. People say that he was a great enemy of Hinduism. But this document proves the contrary.*[১১২]

এই প্ৰবন্ধটো বিশেষভাৱে উল্লেখযোগ্য এই কাৰণেই যিহেতু ঔৰংজেৱক সাধাৰণতেই সাম্প্ৰদায়িক আৰু হিন্দু বিৰোধী বুলি প্ৰচাৰ কৰা হয়। এনে ধৰ্মনিৰপেক্ষ স্থিতি স্বাভাৱিকতেই জাতি-গঠনৰ সহায়ক।

ধৰ্মীয় প্ৰসংগত গোস্বামীৰ উদাৰ চিন্তাৰ আভাস পোৱা যায় আন কেতবোৰ ক্ষেত্ৰতো। বহুতে সমালোচনা কৰা বাতিখোৱা সম্প্ৰদায়ৰ কথা তেওঁ এনেকৈ কয় ঃ

---

(১১১) বাঁহী, ১২শ বছৰ, ২য় সংখ্যা, ১৮৪৩ শক, ১৯২১ চন
(১১২) শৰৎচন্দ্ৰ গোস্বামী ৰচনাৱলী, দ্বিতীয় খণ্ড, পৃষ্ঠা ৪৯৯

*Who could say that the Night worshippers have not a splendid religion of their own or who would even object to their being called the Great Sect ?*

এইদৰে তেওঁ 'The Night Worshippers' শীৰ্ষক এটা প্ৰবন্ধত অসমৰ এই বহু উপেক্ষিত অপমানিত ধৰ্মীয় পন্থাটোৰ বিষয়ে বস্তুনিষ্ঠ আলোচনা আগবঢ়োৱা হৈছে। চমুকৈ ক'বলৈ গ'লে ব্যক্তিগত ধৰ্মনিষ্ঠা সত্বেও গোস্বামীয়ে সাহিত্য সভাৰ বাবে এক মজবুত ধৰ্মনিৰপেক্ষ বুনিয়াদ বনাই গৈছিল।

সাহিত্য সভাৰ নেতৃবৃন্দৰ ধৰ্মীয় মতামতক আমি এতিয়া তিনিটা প্ৰধান ভাগত ভাগ কৰিব পাৰোঁ। ভাগকিটা পানী-নসৰকা নহয়, সেয়েহে ওপৰা-ওপৰি ধৰণৰ। তাৰে এটা ভাগত আমি তীৰ্থনাথ শৰ্মা, গিৰিধৰ শৰ্মাৰ দৰে ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘ-বিশ্বহিন্দু পৰিষদ আদি সাম্প্ৰদায়িক সংগঠনৰ লগত জড়িত উপাদানসমূহ ৰাখিম ঃ তেওঁলোক মতাদৰ্শগতভাৱেই সাম্প্ৰদায়িক আছিল; ব্যক্তিগতভাৱে হয়নে নহয় সেই প্ৰশ্ন ইয়াত অবান্তৰ। আনহাতে নীলমণি ফুকন /অম্বিকাগিৰী ৰায়চৌধুৰীক সেই অৰ্থত সাম্প্ৰদায়িক বুলি ক'ব নোৱাৰিলেও অসম সদায়েই হিন্দু সংখ্যাগৰিষ্ঠ ৰাজ্য হৈ থাকিব লাগিব বুলি অম্বিকাগিৰীৰ বক্তব্য আৰু নীলমণিৰ সদৃশ অভিব্যক্তিয়ে (যি ঘোষণা কৰিছিল আন ধৰ্মৰ মানুহক অসমত মাটি দিয়া নহ'ব) তেওঁলোকক সাম্প্ৰদায়িক মতাদৰ্শৰ নিচেই ওচৰ চপাই আনিছিল।

সাহিত্য সভাৰ আন সভাপতিসকলৰো বেছিভাগেই ধৰ্মনিষ্ঠ, আনকি কেতিয়াবা মৌলবাদী হ'লেও সাম্প্ৰদায়িক নাছিল। তেওঁলোকৰ মাজৰে ৰঘুনাথ চৌধুৰী, কালিৰাম মেধি, নকুল চন্দ্ৰ ভূঞা আদিয়ে ধৰ্ম নিৰপেক্ষ ধাৰণাৰো পৰিচয় দিছিল। সেয়েহে ক'ব পাৰি ধৰ্মনিষ্ঠ গোটটো এফালে সাম্প্ৰদায়িক আৰু আনফালে ধৰ্মনিৰপেক্ষ গোটটোৰ টনা-আজোৰাত পৰিছিল। যিকি নহওক সভা নেতৃত্বৰ সংখ্যাগৰিষ্ঠ অংশই ধৰ্মনিষ্ঠ আৰু /বা ধৰ্মনিৰপেক্ষ আছিল আৰু ক্ষুদ্ৰ একাংশহে খোলাখুলিকৈ সাম্প্ৰদায়িক আছিল। সেইবাবে সাহিত্য সভাৰ ধৰ্মসম্পৰ্কীয় নীতিয়ে অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াত কোনো গুৰুতৰ হানি-বিঘিনি ঘটোৱা নাছিল। অসমীয়া জাতিৰ বাবে সৌভাগ্যৰ কথা যে ধৰ্মক লৈ হোৱা কাজিয়াত বাঙালী আৰু পাঞ্জাবী জাতি একাধিক ৰাজ্য / ৰাষ্ট্ৰত বিভিন্ন হৈ পৰাৰ দৰে পৰিণতি অসমীয়া জাতিৰ নহ'ল।

তথাপিও আত্মসন্তুষ্টিৰ অৱকাশ বেছিনাই। ভাষা-সাহিত্যৰ সম্ভাব্য সাম্প্ৰদায়িকীকৰণৰ সম্পৰ্কত আমি সজাগ থাকিবই লাগিব। সাহিত্য সভাৰ সভাপতিসকলৰ অভিভাষণত হিন্দু ধৰ্মীয় শব্দৰাজিৰ উপস্থিতিলৈ আমি এইবাবেই আঙুলিয়াই দিছোঁ যিহেতু আমাৰ চুবুৰীয়া বংগত বাঙালী হিন্দু বুদ্ধিজীৱীসকলে কৰা তেনে ভুলৰ পৰিণতিতে সূচনা হৈছিল এক প্ৰচণ্ড বিতৰ্কৰ ; আনকি দ্বিখণ্ডিত হৈছিল প্ৰভাৱশালী বাঙালী জাতি।

আমেৰিকা প্ৰবাসী বিশিষ্ট বাঙালী বুদ্ধিজীৱী অধ্যাপক জ্ঞানব্ৰত ভট্টাচাৰ্যই দেখুৱাইছে কেনেকৈ বংগৰ নৱজাগৰণ মুছলীমসকলৰ বাবে এক দ্বৈত আক্ৰমণৰ ৰূপত আহিছিল ঃ

*This Renaissance was a completely Hindu affair. It brought together Bangali culture along with Hindu religious imagery ... The Islamic Bengli language was manufactured as a response to the Sanskritised Bengali of the Hindus.* (১১৩)

ইয়াৰ সুনিৰ্দিষ্ট উদাহৰণ দিবলৈ গৈ অধ্যাপক ভট্টাচাৰ্যই দেখুৱাইছে কেনেকৈ মুছলীমসকল (সভাত) 'পৌৰহিত্য' কৰা শব্দটো গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিছিল। কাৰণ হিন্দু 'পুৰোহিত' শব্দৰ পৰা ওলোৱা এই শব্দটো ধৰ্মনিৰপেক্ষ নহয়; তাৰ সলনি তেওঁলোকে নিৰপেক্ষ 'সভাপতিত্ব' শব্দটোক ব্যৱহাৰ কৰিছিল। একেদৰেই শিক্ষানুষ্ঠানৰ মুৰব্বীৰূপে হিন্দু 'আচাৰ্য' শব্দটো ব্যৱহাৰ কৰিবলৈ তেওঁলোকে নাৰাজ আছিল। তাৰ সলনি তেওঁলোকে বৰং ধৰ্মনিৰপেক্ষ 'অধ্যক্ষ' শব্দটোকে ব্যৱহাৰ কৰিছিল।

কিন্তু মুছলীম প্ৰতিক্ৰিয়া তাতেই থমকি ৰোৱা নাছিল। বাংলাৰ হিন্দু /সংস্কৃতকৰণৰ প্ৰক্ৰিয়াৰ জবাব হিচাপেই তাৰ মুছলীম /আৰবীকৰণো ঘটোৱা হৈছিল। এতিয়া কল্পনা কৰক 'আজিৰ সভাত পৌৰহিত্য কৰে শ্ৰীযুত ................ দেৱে' ৰ বিপৰীতে 'আজিৰ জামাতত ইমামতী কৰে জনাব ................. চাহাবে' ................... অথবা 'এই গুৰুকুলৰ আচাৰ্য শ্ৰীযুত ............ দেৱ'ৰ বিপৰীতে 'এই মাদ্ৰাছাৰ মসতমীম জনাব ................ চাহাব'ক। এনেকৈয়ে বাংলা ভাষা, বাঙালী জাতি বাঁহফলাদি ফালি দুফাল হৈছিল। সেইদৰে ধৰ্মনিৰপেক্ষ হিন্দুস্তানী ভাষাটো ভাঙি হিন্দু-সংস্কৃতীয়া-হিন্দী আৰু ইছলামী-উৰ্দু দুটা ভাষাত পৰিণত কৰা হৈছিল। জবৰদস্ত পাঞ্জাবী জাতিসত্তা হিন্দু-মুছলীম-শিখৰ তিনি সম্প্ৰদায়, দুখন দেশৰ চাৰিখন ৰাজ্যত থানবান হৈছিল (পাকিস্তানৰ পশ্চিম পঞ্জাব, আৰু ভাৰতৰ পাঞ্জাব, হাৰিয়ানা, হিমাচল প্ৰদেশ)। সেয়েহে কৈছোঁ অ-সচেতন, স্বতস্ফূৰ্ত, সৰল ধৰ্মনিৰপেক্ষতাই যথেষ্ট নহয়, আজিৰ জটিল জগতত আধুনিক জাতিগঠনৰ বাবে প্ৰয়োজন সচেতন ধৰ্মনিৰপেক্ষতাও। এই ক্ষেত্ৰত যিকোনো শিথিলতাই সাম্প্ৰদায়িকতাৰ পথ সুগম কৰি জাতিৰ সৰ্বনাশ কৰিব পাৰে।

## সাহিত্য সভাৰ আৰ্থ-সামাজিক কাৰ্যসূচী

বহু চেষ্টা কৰিও সাহিত্য সভাৰ কোনো আৰ্থ-সামাজিক কাৰ্যসূচী বিচাৰি উলিয়াবলৈ আমি সক্ষম নহ'লোঁ। সভাৰ যোৰহাট মুখ্য কাৰ্যালয় তথা গুৰুত্বপূৰ্ণ গুৱাহাটী কাৰ্যালয়ত তেনে কোনো প্ৰাসংগিক দলিল উদ্ধাৰ কৰা সম্ভৱ নহ'ল। অৱশ্যে সভাৰ সভাপতিসকলৰ অভিভাষণ সমূহে পঢ়াত জাতিটোৰ অৰ্থনৈতিক বিকাশৰ প্ৰয়োজনীয়তাৰ সম্পৰ্কে ছেগাচোৰোকা মন্তব্য কিছু পোৱা গ'ল।

উদাহৰণস্বৰূপে লক্ষ্মীনাথ বেজবৰুৱাৰ ভাষণত অসমীয়া যুৱকসকলক ব্যৱসায়-বাণিজ্যত আত্মনিয়োগ কৰিবলৈ আহ্বান জনোৱা কে'বাটাও বাক্য পোৱা গ'ল ; কিন্তু সেইখিনিত উৎসাহৰ অভাৱ। কাৰণ ১৯২৪ চনত সেই ভাষণ দিয়াৰ সময়লৈ বেজবৰুৱাই ইতিমধ্যে 'স্বাধীন' অসমীয়া ব্যৱসায়ী ভোলানাথ বৰুৱাৰ পৰা বিচ্ছিন্ন হৈছে, নিজৰ ব্যৱসায়

(১১৩) *'বাংলাৰ ভাষা, শ্ৰেণী ও সম্প্ৰদায়'* অনীক (খাগড়া, পশ্চিমবংগ), চেপ্টেম্বৰ-আগষ্ট, ১৯৯০

আৰম্ভ কৰিছে আৰু তাত সৰ্বস্বান্ত হৈ ব্ৰিটিছ কোম্পানীত যোগ দিছে। ভোলানাথ বৰুৱাৰ ত্ৰিশকোটি টকা মূল্যৰ ব্যৱসায় ইতিমধ্যে কাফুৰৰ দৰে বতাহত মিলি গৈছে। (বিতং তথ্যৰ বাবে এই গ্ৰন্থৰ অন্তিম অধ্যায় চাওক ।) বেজবৰুৱাৰ উদাত্ত আহ্বানত সেয়েহে প্ৰত্যয়ৰ অভাৱ পৰিলক্ষিত হৈছিল।[১১৪]

আনন্দচন্দ্ৰ আগৰৱালাই অসমত থলুৱা ব্যৱসায়ীৰ অভাৱ আৰু তাৰ ফলত অসমীয়া গাঁৱত মাৰোৱাৰী মহাজনৰ শোষণত দুখ প্ৰকাশ কৰিছিল ; কিন্তু তেঁৱো অৰ্থনৈতিক স্বনিৰ্ভৰশীলতাৰ বাবে কোনো সুনিৰ্দিষ্ট পৰামৰ্শ আগবঢ়োৱা নাছিল। আনকি চন্দ্ৰধৰ বৰুৱায়ো নিজে চাহ-মালিক হৈও অসমত অসমীয়া ব্যৱসায়ী উদ্যোগীৰ অভাৱত খেদ কৰিয়েই সেই প্ৰসংগ সামৰিছিল। ৰঘুনাথ চৌধাৰীয়েও অৰ্থনৈতিক স্বাৱলম্বিতাৰ ওপৰত জোৰ দিছিল। তেওঁ আৰু আগৰৱালাই গাঁৱৰ ৰাইজ আৰু ছাত্ৰসকলৰ উপকাৰৰ হকে চলন্ত পুথি ভঁৰাল গঢ়ি তোলাত গুৰুত্ব দিছিল। মিত্ৰদেৱ মহন্তই চাহ বাগিছাত বিদ্যালয় খোলাৰ কথাত হৰিষ প্ৰকাশ কৰিছিল । চন্দ্ৰধৰ বৰুৱাই আকৌ নাৰী শিক্ষা সমৰ্থন কৰিছিল। ৰজনীকান্ত বৰদলৈয়ে কানি-ভাং আদি মাদকদ্ৰব্যৰ বিলুপ্তি কামনা কৰিছিল।

অভিভাষণবোৰত আন কোনো আৰ্থ-সামাজিক প্ৰসংগ অত্যন্ত বিৰল। তাৰ ভিত্তিত সাহিত্য সভাৰ নেতৃবৃন্দৰ আৰ্থ-সামাজিক ভাবনা সম্পৰ্কে কল্পনা কৰা অতিশয় দুৰূহ। জাতিটোৰ সৰ্বাত্মক বিকাশ সম্পৰ্কে সভাৰ কোনো পৰিকল্পনা বা আনকি ধাৰণাৰ অনুপস্থিতিত আমি ইয়াৰ ভাষা-সাহিত্যৰ ৰাজনীতিতে আলোকপাত কেন্দ্ৰীভূত কৰিবলগীয়া হৈছে।

অসম সাহিত্য সভা নিশ্চিতভাৱে অসমৰ বৃহত্তম, সবাতোকৈ শক্তিশালী আৰু সম্পদশালী আৰ্থ-সামাজিক অনুষ্ঠান। যোৱা প্ৰায় নটা দশকত ৰাজ্যখনৰ প্ৰায় প্ৰতিটো ভাষিক-সাংস্কৃতিক প্ৰসংগতে ই নিজৰ উপস্থিতি সাব্যস্ত কৰিবলৈ সক্ষম হৈছে। প্ৰয়োজন অনুভৱ কৰা প্ৰতিটো ৰাজনৈতিক আন্দোলনতে ই অংশগ্ৰহণ /হস্তক্ষেপ কৰিছে। এই প্ৰক্ৰিয়াত ই সাংগঠনিকভাৱে নিজকে এনেকৈ বিস্তৃত আৰু সংহত কৰিছে যে অসমীয়া জাতীয়তাবাদী আঁচনিত ই এক গুৰুত্বপূৰ্ণ স্থান দখল কৰিছে। ইয়াৰ বাৰ্ষিক অধিবেশনবোৰ পৰিণত হৈছে নিযুত মানুহ গোট খোৱা আৰু কোটি টকা খৰচ হোৱা মহা-কাণ্ডত ; কিন্তু এই মহা-কাণ্ডবোৰে অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ বৰ্তমান স্থিতিত বিশেষ পোহৰ নেপেলায়। সভাৰ মূল সাফল্য হৈছে ইয়াৰ অধিবেশনবোৰত হোৱা বিপুল জনসমাগম আৰু ইয়াৰ ভাষিক জাতীয়তাবাদ -অনুপ্ৰাণিত ভাষা-সাহিত্যৰ চৰ্চা। তদুপৰি মোটামুটিভাৱে এক (ধৰ্মীয়) অ-সাম্প্ৰদায়িক স্থিতি যে ই গ্ৰহণ কৰি আহিছে, তাৰ কৃতিত্বও সভাৰ প্ৰাপ্য।

কিন্তু ইয়াৰ সেই সবলতাবোৰতে অন্তৰ্নিহিত হৈ আছে ইয়াৰ দুৰ্বলতাবোৰো। ইয়াৰ বিপুল গণ-সমৰ্থন বা সহানুভূতিক সভাই কোনো কাৰ্যকৰী শক্তিলৈ ৰূপান্তৰ কৰাত ব্যৰ্থ হৈছে। কেৰালা শস্ত্ৰ সাহিত্য পৰিষদৰ দৰে বেচৰকাৰী স্বেচ্ছাসেৱী অনুষ্ঠানে কেৰালাৰ নিৰক্ষৰতা দূৰীকৰণত, তথা ৰাজ্যখনক ভাৰতৰ এখন সৰ্বাধিক শিক্ষিত ৰাজ্যত পৰিণত কৰাত গুৰুত্বপূৰ্ণ ভূমিকা লৈছে [এই সম্পৰ্কে বিতং তথ্যৰ বাবে এই লেখক আৰু সান্ত্বনা শৰ্মাৰ

(১১৪) অসম সাহিত্য সভাৰ ভাষণাৱলী, খণ্ড-১, পৃষ্ঠা ১৪১

যুটীয়া গ্ৰন্থ 'জাতীয় বিদ্যালয় আন্দোলন আৰু জন শিক্ষা : কেতবোৰ মৌলিক প্ৰশ্ন' (২০০৫) চাওক] ; কিন্তু ইয়াৰ বিপৰীতে অসম সাহিত্য সভাৰ দৰে অনুষ্ঠানে অসমৰ নিৰক্ষৰতা নামৰ ভয়ংকৰ সমস্যাটোৰ ক্ষেত্ৰত হীৰিণ কুটাডালো তীৰিণ কৰা নাই। জনসংখ্যাৰ আধাতকৈ বেছি মানুহ য'ত দৰিদ্ৰ সীমাৰেখাৰ তলত, নিৰক্ষৰতা আৰু অজ্ঞতাৰ অতলান্ত অন্ধকাৰত নিমজ্জিত, তাত বুনিয়াদী শিক্ষাৰ প্ৰতি সভাৰ চৰম অবহেলাই ইয়াৰ সম্ভাব্য আটাইতকৈ ঘাই শিপাডালকে ছিন্ন কৰি দিয়ে। পিৰামিড এটাৰ উচ্চতা তাৰ বুনিয়াদৰ লগত সম্পৰ্কহীন নহয়। ভেটি যিমানে বহলিব, তাৰ চূড়াও সিমানে আকাশলংঘী হ'ব। অসম সাহিত্য সভাই মধ্যবিত্ত শ্ৰেণীৰ ঠেক ভেটিৰ ওপৰত তাৰ যিটো গাঁথনি তুলিছে সেইটো অতিশয় উচ্চ হ'লেও ঠেক ভেটিৰ বাবেই ই থৰক-বৰক হ'ব।

কাৰণ, দুৰ্ভাগ্যজনকভাৱে এই মধ্যশ্ৰেণীটো কেতবোৰ গুৰুতৰ সীমাবদ্ধতাৰ মাজত বন্দী। এই শ্ৰেণীটোৰ জন্মই ঔপনিবেশিক আমোলাৰ গৰ্ভত। কিন্তু আজিলৈকে ই সামন্তীয় ব্যৱস্থাৰ লগত তাৰ নাড়ীবন্ধন ছেদ কৰিবলৈ সক্ষম নহ'ল। সাম্ৰাজ্যবাদকো ই প্ৰত্যাহবান জনাব নোৱাৰিলে। কেৰাণী আৰু শিক্ষকৰ চাকৰি কেইটামানৰ বাবে বাঙালী মধ্যশ্ৰেণীৰ লগত তীব্ৰতম প্ৰতিদ্বন্দ্বিতাত আবদ্ধ অৱস্থাত অসমীয়া মধ্যশ্ৰেণীয়ে আৱিস্কাৰ কৰিলে ভাষিক জাতীয়তাবাদৰ অস্ত্ৰপাত ; কেতিয়াবা কেতিয়াবা সি উগ্ৰজাতীয়তাবাদলৈ অৱনমিত হ'ল। আনহাতে ইয়াৰ সামন্তীয় ঐতিহ্যই ইয়াক এক জাতি-বৰ্ণ-বিভক্ত সমাজৰ স্মৃতিত আচ্ছন্ন কৰি ৰাখিলে ; যি স্মৃতিৰ কিঞ্চিৎ বোমন্থনেও কঢ়িয়াই আনে সমাজৰ গভীৰতৰ বিভাজনৰ আশংকা। সেয়েহে প্ৰশস্ততৰ, গণতান্ত্ৰিক ভিত্তিত অসমীয়া জাতিগঠনৰ কামফেৰা সম্পন্ন কৰিবলৈ হ'লে সাহিত্য সভাই তাৰ মধ্যশ্ৰেণীগত অক্ষিবন্ধনী দলিয়াই পেলাবলৈ লাগিব। তাকে কৰিব পাৰিলে অসমীয়া জাতি হ'ব বৃহত্তৰ আৰু মহত্তৰ, সাহিত্য সভাও হ'ব অধিক গৰিমামণ্ডিত।





## ষষ্ঠ অধ্যায়

# জাতীয় সংস্কৃতিৰ নিৰ্মাণ

## জাতীয় বীৰ বীৰাংগণাৰ প্ৰক্ষেপন, জাতীয় ইতিহাসৰ নিৰ্মাণ, সাংস্কৃতিক প্ৰতীক প্ৰভৃতি

***Whenever I hear the word 'culture', I cork my revolver.****

'*প্ৰাচীনে সেৱা কৰক অৰ্বাচীনক*' (*'Let ancient serve the present'*) এয়া এক চীনা আপ্তবাক্য। বাক্যটো আমাৰ ক্ষেত্ৰতো প্ৰযোজ্য হোৱা উচিত। সময়-ক্ৰমৰ ফালৰ পৰা চালে অতীত মৰিল গ'ল, তাৰ কথা অন্ত হ'ল, এতিয়া বৰ্তমানৰ দপদপনি আৰু ভৱিষ্যত এতিয়াও কালৰ গৰ্ভত। কিন্তু কেতিয়াবা ইয়াৰ অন্যথা হ'ব পাৰে; অতীত ইতিহাসৰ নিৰ্মাণ হ'ব পাৰে বৰ্তমান ৰাজনীতিৰ স্বাৰ্থত। সামন্তীয় মধ্যযুগৰ আহোম-বুৰঞ্জী আৰু ঔপনিবেশিক যুগৰ ব্ৰিটিছ-প্ৰণীত ইতিহাসৰ (যি ভাৰতীয় ইতিহাসক হিন্দু যুগ, মুছলীম যুগ আদিত বিভক্ত কৰিছিল) বিপৰীতে, জাতীয় স্বাধীনতাৰ স্বাৰ্থতে সেয়েহে এদিন প্ৰয়োজন অনুভূত হৈছিল এক জাতীয় ইতিহাসৰ।

কিন্তু তেনে এক জাতীয় ইতিহাসৰ নিৰ্মাণ সহজসাধ্য নাছিল। কাৰণ ইউৰোপীয় জাতিবোৰৰ দৰে ভাৰতীয় নামৰ কোনো এক নিৰ্দিষ্ট জাতি কেতিয়াও নাছিল। ই মাথো আছিল বহু জাতিসত্তা আৰু জনগোষ্ঠীৰ এক শিথিল সমাবেশ। তাৰ অৰ্থ এইটো নহয় যে আমি 'কেম্ব্ৰিজ স্কুল'ৰ[১] মতামত মানি লৈছোঁ। উল্লেখযোগ্য যে উক্ত 'কেম্ব্ৰিজ স্কুলে' ব্ৰিটিছ শাসনৰ সময়ত ভাৰতত বসবাস কৰা অজস্ৰ শ্ৰেণী জাতিসত্তা আৰু জনগোষ্ঠীৰ মাজত কোনো 'উদ্দেশ্যৰ সাদৃশ্য' নাই বুলি ক'ব খুজিছিল। আনকি ব্ৰিটিছৰ বিৰুদ্ধে যুঁজোতেও তেওঁলোকে ভিন্ ভিন্ গোষ্ঠী স্বাৰ্থৰ দ্বাৰা পৰিচালিত হৈহে যুঁজিছিল বুলি উক্ত ধাৰাই ক'ব খুজিছিল। এই যুক্তিয়ে কেৱল সাম্ৰাজ্যবাদকহে শক্তিশালী কৰে আৰু স্বাধীনতা আন্দোলনৰ সাম্ৰাজ্যবাদ বিৰোধী মৰ্মবস্তুতে আঘাত কৰে। তাৰ বিপৰীতে আমি ক'ব খোজোঁ যে ব্ৰিটিছৰ দিনতো আধুনিক অৰ্থৰ 'জাতীয়' ঐক্য নাথাকিলেও ভাৰতত নিশ্চয় এক 'সভ্যতাগত ঐক্য' বিৰাজ কৰিছিল।

জাতীয় ইতিহাসৰ নিৰ্মাণ একাধিক কাৰণত সমস্যাজনিত আছিল। প্ৰথমতঃ ব্ৰিটিছ-

---

* A Nazi leader (সংস্কৃতি সম্পৰ্কে এজাই ফেচিবাদী বুদ্ধিজীৱী)

১। Anil Seal : The Emergence of Indian Nationalism, New Delhi, 1982

অনুপ্ৰাণিত সাম্প্ৰদায়িকতাই ইতিমধ্যে প্ৰাক্‌ঔপনিবেশিক ভাৰতীয় ইতিহাসক হিন্দু-মুছলীম দুই পৃথক ইতিহাসত বিভক্ত কৰিছিল। দ্বিতীয়তঃ আঞ্চলিক/উপ-আঞ্চলিক কেতবোৰ ইতিহাস ইতিমধ্যে আছিলেই বা নতুনকৈ ৰচিত হ'ব ধৰিছিল, যিবোৰে আঞ্চলিক/জাতিসত্তাগত আকাংক্ষা প্ৰতিফলিত কৰিছিল। এইবোৰ আংশিক ইতিহাসক প্ৰস্তাৱিত 'জাতীয়' ইতিহাসখনৰ লগত খাপ খুৱাই ল'ব লগা আছিল। তৃতীয়তে ভাৰতৰ দলিত-অস্পৃশ্য-জনজাতি নিম্নবৰ্গ আদিৰ যি কোটিকোটি জনগণৰ কোনো লিখিত ইতিহাস নায়েই তেওঁলোককো 'জাতীয়' ইতিহাস ৰচনাৰ সময়ত মনত ৰাখিব লগা হৈছিল।

'জাতীয়' আৰু আঞ্চলিক বুৰঞ্জীকাৰ সকলে একেটা লক্ষ্য অভিমুখে দুই বিপৰীত বিন্দুৰ পৰা অগ্ৰসৰ হৈছিল। সৰ্বভাৰতীয় 'জাতীয়' বুৰঞ্জীকাৰে সৰু-সুৰা সাল-সলনি কৰি আঞ্চলিক ইতিহাসক খাপখুৱাই লৈছিল। আনহাতে আঞ্চলিক 'জাতীয়' বুৰঞ্জীকাৰে আঞ্চলিক/জাতিসত্তাগত বিষয় সমূহত প্ৰাধান্য দি তাৰ লগতহে সৰ্বভাৰতীয় ইতিহাসক খাপ খুৱাব বিচাৰিছিল। পাছে এই দুয়ো দলেই এই কথাত একমত আছিল যে ভাৰতৰ অস্পৃশ্য-অদৃশ্য-সৰ্বহাৰা-নিম্নবৰ্গসকলক তেওঁলোকৰ ইতিহাসৰ পৰা বাদ দিব লাগে। কাৰণ ইতিহাসো প্ৰকৃতাৰ্থত ৰাজনীতিয়েই। সৰ্বভাৰতীয় বুৰ্জোৱাজি, আঞ্চলিক বুৰ্জোৱাজি আৰু সৰ্বহাৰা নিম্নবৰ্গ এই তিনিশ্ৰেণীৰ আন্তঃসম্পৰ্ক হৈছে ক্ষমতাৰ আন্তঃসম্পৰ্ক; ইতিহাসৰ পাততে বিবৃত হ'ব সেই ক্ষমতাৰ বিন্যাস; সেয়েহে ইতিহাস ৰচনাৰ এই জৰুৰী তাগিদা।

বুৰঞ্জীকাৰসকলে সমগ্ৰ জাতি/জাতিসত্তাটোক সমাবেশিত কৰিব পৰাকৈ কেতবোৰ সাংস্কৃতিক প্ৰতীক চিহ্ন বাছিব লগা হৈছিল। তেওঁলোকে এদল জাতীয় বীৰ-বীৰাংগণাও বাছি উলিয়াইছিল বীৰ পূজাৰ বাবে। তাকে কৰিবলৈ যাওঁতে ব্ৰিটিছ চৰকাৰে বেয়া নাপাওক, খং নাখাওক, এয়াও আছিল বুৰঞ্জীকাৰৰ মনৰ ভাৱ। সেয়েহে তেওঁলোকে ১৮৫৭ চনৰ প্ৰথম স্বাধীনতা যুদ্ধৰ (তথাকথিত চিপাহী বিদ্ৰোহ) বীৰ বীৰাংগণা বাহাদুৰ শ্বাহ জাফৰ, ঝাঁচীৰ ৰাণী লক্ষ্মীবাঈ, নানা চাহেব, তান্তিয়া টোপী অথবা হাইদৰ আলি, টিপু চুলতান, চিৰাজউদ্দৌলাক উক্ত বীৰ-বীৰাংগণাৰ তালিকাৰ পৰা সাৱধানে আঁতৰাই থৈছিল। তাৰ পৰিবৰ্তে তেওঁলোকে প্ৰক্ষেপন কৰিছিল প্ৰাক্-ব্ৰিটিছ যুগৰ কেতবোৰ বীৰ-বীৰাংগণাক। তাৰ দ্বাৰা তেওঁলোকে এক গুলিত দুই চিকাৰ কৰিব বিচাৰিছিল। মোগল আমোলৰ এই সকল বীৰ-বীৰাংগণাই এহাতেদি (মোগলৰ পৰা) স্বাধীনতা বিচাৰিছিল, আনহাতে তেওঁলোক মাত্ৰ মোগলৰহে বিৰোধিতা কৰিছিল, ব্ৰিটিছৰ নহয়। এতেকে ব্ৰিটিছো 'খুচ' হ'ল, 'জাতীয়' ইতিহাসো ৰক্ষা পৰিল। অসমীয়া বুৰঞ্জীকাৰেনো এই ক্ষেত্ৰত কি কৰিলে, সেয়া আমি ইয়াত আলোচনা কৰিম। বাঙালী আৰু মাৰাঠী অভিজ্ঞতাৰ লগত তাক বিজায়ো চাম।

## জাতীয় গুৰু শংকৰদেৱ :
## জগতগুৰু, জাতিৰ পিতা

শংকৰদেৱ [(১৪৪৯-১৫৬৯ (?)] খ্ৰীষ্টাব্দ) আছিল এক মহান সমাজ সংস্কাৰক তথা ভক্তি আন্দোলনৰ অগ্ৰণী প্ৰচাৰক। মধ্যযুগীয় অসমৰ বিচ্ছিন্নতা ভাঙি তেওঁ ভাৰতীয়

সাহিত্য-সংস্কৃতি-অৰ্থনীতি আৰু ৰাষ্ট্ৰতন্ত্ৰৰ প্ৰবাহ অসমলৈ বোৱাই আনিছিল। এক গাম্ভীৰ্যপূৰ্ণ, সংযত পন্থাৰে তেওঁ জাতি-বৰ্ণবাদৰ প্ৰভাৱক প্ৰশমিত কৰিছিল। আচৰিত নহয় যে এই মহান সাহিত্যিক-সংস্কৃতিবিদ জনক কেতিয়াবা লিউনাৰ্ড'-ডা-ভিঞ্চিৰ সৈতেও তুলনা কৰা হয়। আহোম আৰু কোচসকলে অসমৰ উজনি আৰু নামনিত ইতিমধ্যে প্ৰতিষ্ঠা কৰা সামন্তীয় ব্যৱস্থাৰ ভেটিৰ ওপৰত থিয় হৈ সমাজজীৱনক এক মতাদৰ্শগত সাংস্কৃতিক সংহতি প্ৰদান কৰিছিল শংকৰদেৱে। এনেকৈয়ে তেওঁ পৰস্পৰ-যুদ্ধৰত আহোম-কোচ সমন্বিতে, আন ক্ষুদ্ৰ ক্ষুদ্ৰ ৰজাপোৱালি, জাতি-জনগোষ্ঠীকো সামৰি ভৱিষ্যতৰ এক অসমীয়া জাতিগঠনৰ বাট কাটিছিল। ব্ৰিটিছ যুগৰ অসমীয়া মধ্যশ্ৰেণীয়ে যেতিয়া অসমীয়া জাতিগঠনৰ কামত মতাদৰ্শগত প্ৰেৰণা বিচাৰিলে, তেতিয়া তেওঁলোকে স্বাভাৱিকতেই শংকৰদেৱক আৱিষ্কাৰ কৰিলে।

এই আধুনিক শংকৰদেৱজনক বিচাৰি পোৱা গ'ল কুৰি শতিকাৰ প্ৰথম/দ্বিতীয় দশকত। তেজপুৰৰ খটৰা সত্ৰৰ জনৈক পুৰাৰাম মহন্তই বাঁহী আলোচনীত এক 'গুৰু চৰিত্ৰ' লিখিছিল। বাঁহীৰ দ্বিতীয় বছৰ প্ৰথম সংখ্যাৰ পৰা পঞ্চম বছৰ একাদশ সংখ্যালৈ (১৯১০-১৯১৪) ই ধাৰাবাহিকভাৱে প্ৰকাশ পাইছিল। বাঁহীৰ তেতিয়াৰ সম্পাদক লক্ষ্মীনাথ বেজবৰুৱাই ১৯১১ চনত তেওঁৰ শংকৰদেৱ নামৰ গ্ৰন্থখন প্ৰকাশ কৰে। তেওঁৰ পিতৃ দীননাথ বেজবৰুৱায়ো ১৮৯৩ চনতেই ৰৰচৰিত নামৰ বৈষ্ণৱ মহাপুৰুষসকলৰ জীৱনী গ্ৰন্থখন প্ৰকাশ কৰিছিল। কিন্তু শংকৰদেৱক আধুনিক, জাতীয়তাবাদীৰূপত প্ৰতিষ্ঠাৰ কামটো লক্ষ্মীনাথ বেজবৰুৱাইহে কৰিছিল, দেউতাকে নহয়। তেওঁ ১৯১৪ চনত পুনৰ মহাপুৰুষ শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ প্ৰকাশ কৰি কামটো গজগজীয়া কৰে। ১৯২১ চনত মাদ্ৰাজৰ পৰা প্ৰকাশ পায় ড° বাণীকান্ত কাকতিৰ Shankardeva , ইংৰাজীত। ১৯২৫ চনত হলীৰাম মহন্ত আৰু দুৰ্গাধৰ বৰকটকীয়ে ৰামচৰণ আৰু ভূষণ দ্বিজে লিখা আন দুখন চৰিত পুথি প্ৰকাশ কৰে। আগছোৱাৰ বৈষ্ণৱ গুৰুসকলৰ ঐতিহাসিক জীৱনী সম্বলিত কথাগুৰুচৰিত সংগ্ৰহ কৰে ড. বাণীকান্ত কাকতিয়ে। ১৯৫২ চনত চনত উপেন্দ্ৰনাথ লেখাৰুৰ সম্পাদনাত এইখন প্ৰকাশ হৈ ওলায়। ১৯৪৯ চনত ড. মহেশ্বৰ নেওগৰ শ্ৰীশ্ৰী শংকৰদেৱ খনো প্ৰকাশ পায়। এই সকলো মিলি এক আধুনিক নায়ক ৰূপে শংকৰদেৱ চৰ্চাৰ বাট বহল হয়। শংকৰদেৱ আৰু তেওঁৰ দৰ্শনৰ বিভিন্ন দিশৰ সম্পৰ্কে আলোচনা-সমালোচনাত সূত্ৰধাৰৰ ভূমিকা লয় বেজবৰুৱাৰ বাঁহীয়ে। বেজবৰুৱা তেওঁৰ লক্ষ্য সম্পৰ্কে স্পষ্ট আছিল। ডিম্বেশ্বৰ নেওগে ক'বৰ দৰে বেজবৰুৱাই 'জগৎ-গুৰু' শংকৰদেৱক আৱিষ্কাৰ কৰিছিল; অথবা জগৎ গুৰু নহ'লেও অসমীয়া 'জাতীয়' গুৰুজনাকতো কৰিছিলেই। সেই সময়ৰ প্ৰচলিত ধাৰণা অনুসৰি জাতি এটা কেৱল ভাষা-সাহিত্যৰ ওপৰত নিৰ্ভৰ কৰি বাচি থাকিব নোৱাৰে; তাৰ বাবে ধৰ্ম আৰু সংস্কৃতিও অপৰিহাৰ্য। সেয়েহে 'জাতীয়' ধৰ্ম গঢ়ি তোলাৰ সচেতন প্ৰচেষ্টা চলিছিল।

বেজবৰুৱাই বাঙালীৰ পৰা বেলেগ অসমীয়াৰ স্বকীয় সত্তা প্ৰমাণ কৰিবলৈ গৈ চৈতন্যবো বিৰোধিতা কৰিছিল বাৰে বাৰে। অসমীয়া জাতিৰ প্ৰতিষ্ঠাপক বা পিতৃ-পুৰুষ ৰূপে শংকৰদেৱক আৱিষ্কাৰ কৰাৰ জৰিয়তে বেজবৰুৱাই তেওঁৰ দেশপ্ৰেম তথা জাতীয়তাবাদৰ পৰোক্ষ বহিঃপ্ৰকাশ ঘটাইছিল। সেইজন শংকৰদেৱ আছিল কোনো সমালোচনাৰ উৰ্দ্ধত,

প্ৰশ্নাতীত, বিশুদ্ধ।

জাতিৰ পিতাৰূপে শংকৰদেৱক প্ৰতিষ্ঠা কৰাৰ বাবে বেজবৰুৱাৰ এই প্ৰচেষ্টাক লৈ পাছে সমালোচনা হৈছিল, প্ৰশ্ন উঠিছিল, বিতৰ্কৰ ধুমুহাও নুঠাকৈ নাথাকিছিল। তাৰ বাবে তেওঁ প্ৰথমতে অসমীয়া বৈষ্ণৱসকলৰ (তেওঁলোকৰ সকলোৰে নহ'লেও অন্ততঃ একাংশৰ) গুৰুৰ আসনৰ পৰা চৈতন্যদেৱক গুৰুবাব লগা হৈছিল। চৈতন্য আছিল চুবুৰীয়া বংগৰ এক বৈষ্ণৱ গুৰু। চৈতন্যক অপসাৰণৰ এই যুঁজ খনৰ লগত বেজবৰুৱাই বাংলা ভাষা বিৰোধী যুঁজখনকো একাকাৰ কৰি দিছিল। তেওঁ কৈছিল যে শংকৰদেৱ চৈতন্যদেৱতকৈ ৩৪ বছৰ ডাঙৰ আছিল। শংকৰদেৱ ৩০ বছৰ বয়সত তীৰ্থলৈ যাওঁতে চৈতন্যৰ জন্মই হোৱা নাছিল। সেয়েহে তেওঁৰ প্ৰথম তীৰ্থযাত্ৰাৰ সময়ত শংকৰদেৱে চৈতন্যৰ ওচৰত দীক্ষা লোৱাৰ কথাটোৱেই অবাস্তৱ। অথচ অসমৰ কিছুমান বাঙালীয়ে ফুটনি মাৰে মাধৱদেৱো বাঙালী বুলি।[২]

শংকৰদেৱ-দামোদৰদেৱৰ সম্পৰ্কৰ বিষয়ত বেজবৰুৱাৰ স্থিতিয়েও অসমীয়া জাতি-গঠন প্ৰক্ৰিয়াত প্ৰভাৱ পেলাইছিল। বেজবৰুৱাৰ পৰিয়ালটো ব্ৰাহ্মণ হ'লেও তেওঁলোক আছিল কায়স্থ সত্ৰ কমলাবাৰীৰ অনুগামী। আনহাতে অসমীয়া বৈষ্ণৱবাদৰ দুই দিগ্গজ শংকৰদেৱ আৰু মাধৱদেৱো আছিল জন্মসূত্ৰে কায়স্থ। তথাপি বেজবৰুৱাই কায়স্থ গুৰুসকলৰ প্ৰতি আনুগত্যত অবিচল আছিল। তাৰ বিপৰীতে দামোদৰদেৱৰ অনুগামীসকলে তেওঁলোকৰ গুৰু যে 'কায়স্থ' শংকৰদেৱৰ ওচৰত বহুধৰণে ঋণী, তাকো স্বীকাৰ কৰিব নোখোজে। বেজবৰুৱাই যেতিয়া তথ্যপূৰ্ণভাৱে প্ৰমাণ কৰিলে যে দামোদৰদেৱক চৈতন্যই দীক্ষা দিয়াটো সম্ভৱ নহয়, তেতিয়া দামোদৰপন্থীসকলে দামোদৰৰ গুৰু হিচাপে এজন উৰীয়া বামুনক আমদানি কৰিবলৈকে ভাল পালে।[৩] বেজবৰুৱাই পণ্ডিত ড. বাণীকান্ত কাকতিৰ সহযোগত দামোদৰপন্থী সকলৰ মুখপত্ৰ প্ৰদীপিকাৰ লগত তুমুল বিতৰ্ক চলাই সাব্যস্ত কৰিলে যে চৈতন্য কোনো অসমীয়া বৈষ্ণৱ গুৰুৰ গুৰু নাছিল।

কথাটো পাছে তাতে ওৰ নপৰিল। বাঁহী-প্ৰদীপিকাৰ তিক্ত বিতৰ্কৰ বেশ বহুদিনলৈ থাকি গ'ল। উল্লেখযোগ্য যে এই বিতৰ্কত বাঁহী-শংকৰদেৱ ফৈদৰ নেতৃত্ব দিছিল বেজবৰুৱা আৰু কাকতিয়ে; আনহাতে প্ৰদীপিকা-দামোদৰদেৱ ফৈদৰ নেতৃত্ব দিছিল ৰজনীকান্ত বৰদলৈ আৰু হেমচন্দ্ৰ গোস্বামীয়ে। (কাকতিৰ বাহিৰে বাকী তিনিওজনেই আছিল সাহিত্য সভাৰ সভাপতি) তৰ্কৰ প্ৰকোপত ইপক্ষই সিপক্ষক পাৰেমানে গালি-গালাজ কৰিবলৈও পাছহোঁহকা নাছিল। 'মহাপুৰুষীয়া পাষণ্ড', 'ধৰ্মীবাজ চক্ৰান্তকাৰী' ধৰণৰ শব্দবোৰো খোলাখুলিকৈয়ে ব্যৱহৃত হৈছিল। ধৰ্মীয় পন্থা - উপপন্থা লৈ হোৱা এনে বোকা ছটিৱা-ছটিয়ে জাতি গঠন প্ৰক্ৰিয়া জোৰদাৰ কৰে বুলি ভবা কঠিন।

আনহাতে কায়স্থ/সৎশূদ্ৰ গুৰুসকলৰ প্ৰতি বেজবৰুৱাৰ ভক্তি প্ৰশংসনীয় যদিও নিম্নতৰ বৰ্ণসকলৰ প্ৰতি তেওঁৰ মনোভাৱ সদায় সদয় নহয়। ফৰাচী বিপ্লৱৰ সময়ত ফৰাচী বুৰ্জোৱাজিয়ে সাম্য মৈত্ৰী স্বাধীনতাৰ ধ্বনি দিছিল; কিন্তু তাৰ দ্বাৰা তেওঁলোকে বুজাইছিল

২। বাঁহীৰ সম্পাদকীয়, অষ্টম বছৰ, অষ্টম সংখ্যা, ১৮৩৯ শক (১৯১৭ চন)

৩। Audre Cantlie : The Assamese, p.180

বুৰ্জোৱা শ্ৰেণীৰ মাজত পৰস্পৰ সাম্য-মৈত্ৰী আৰু তেওঁলোকৰ শ্ৰেণীৰ বাবে স্বাধীনতাৰ কথাহে; সৰ্বহাৰাৰ বাবে, সৰ্বহাৰাৰ স'তে সাম্য মৈত্ৰী স্বাধীনতাৰ কথা নহয়। একেদৰে বেজবৰুৱাৰ ব্ৰাহ্মণ-কায়স্থ সমভাৱৰ মনোভাৱে নিপীড়িত জাতি বৰ্ণবোৰক সামৰি লোৱা নাছিল।

এই সম্পৰ্কে মোক্ষম কথাষাৰ কৈছে আমেৰিকাৰ ৰ'ড আইলেণ্ড বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° দিলীপ কুমাৰ দত্তই।[৪] তেওঁৰ মতে বেজবৰুৱাই আনকি তেওঁৰ শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ গ্ৰন্থতো তেওঁৰ জাতি-বৰ্ণবাদ ঢাকি ৰাখিব নোৱাৰিলে। সেই গ্ৰন্থত বেজবৰুৱাই কৈছে যে আহোম ৰজাৰ অত্যাচাৰী-অবিবেকী শাসনে শংকৰদেৱক আহোম ৰাজ্য এৰি নৰনাৰায়ণৰ কোচ ৰাজ্যত আশ্ৰয় ল'বলৈ বাধ্য কৰিছিল।[৫] ড° দত্তই তেওঁৰ নীলাৰ সুৰভি ভাঙি গ্ৰন্থত বিভিন্ন বৈষ্ণৱ গ্ৰন্থৰ উদ্ধৃতিৰে প্ৰমাণ কৰিছে যে শংকৰদেৱে কোচ ৰাজ্য ভ্ৰমণ কৰাৰ ইচ্ছাৰে, স্বেচ্ছাৰে আহোম ৰাজ্য এৰি গৈছিল।

বেজবৰুৱাই অসমৰ বৈষ্ণৱসকলৰে আন একাংশ, কালসংহতিৰ বিষয়েও অশোভনীয় মন্তব্য কৰিছিল। ঘটনাক্ৰমে কালসংহতিৰ শিষ্যসকলৰ ভিতৰত দলিত-জনজাতি-পাছপৰা শ্ৰেণীৰ লোকেই বেছি। বেজবৰুৱাই অনিৰুদ্ধদেৱে তান্ত্ৰিক বা অনাৰ্য উপাদান মিহলি কৰি বৈষ্ণৱ ধৰ্মক ভেজাল কৰা বুলিও অযথা অভিযোগ তুলিছিল।[৬] এনেকৈ বেজবৰুৱাই কেৱল বৈষ্ণৱ ধৰ্ম লৈ নহয়, আনকি পন্থা, উপপন্থাবিলাক লৈ কৰা অতি-তৎপৰতা তথা তিক্ত বিতৰ্কই অনা-বৈষ্ণৱ অসমীয়াকতো দূৰৰ কথা, অনা-মহাপুৰুষীয়া (অৰ্থাৎ প্ৰত্যক্ষ ভাৱে শংকৰ-মাধৱৰ অনুগামী নোহোৱা) সকলকো দূৰলৈ ঠেলি দিয়াৰ উপক্ৰম হৈছিল।

ড. মহেশ্বৰ নেওগে তেওঁৰ শ্ৰীশ্ৰীশংকৰদেৱ (১৯৪৬) নামৰ গ্ৰন্থৰ আৰম্ভণিতে মহাপুৰুষ শংকৰদেৱৰ এখন সমালোচনামূলক জীৱনী লিখাৰ ইচ্ছা প্ৰকাশ কৰিছে। এই কামত তেওঁক আন সকলৰ লগত বিশিষ্ট কংগ্ৰেছ নেতা দেৱকান্ত বৰুৱায়ো উদগণি দিছিল। গ্ৰন্থখনৰ পাতনিও লিখিছিল বৰুৱায়ে। শংকৰদেৱৰ ৰাজনৈতিক প্ৰয়োজনীয়তা তথা উপযোগিতা যে তেওঁ বুজি পাইছিল, তাত সন্দেহ নাই। সেয়েহে বৰুৱাই শংকৰদেৱক 'অসমীয়া সভ্যতা আৰু সংস্কৃতিৰ উৎস' আখ্যা দিছিল। ড° নেওগে শংকৰদেৱক 'অসমীয়া জাতি আৰু ইয়াৰ ভাষা-সংস্কৃতি'ৰ জনক আখ্যা দিছিল।[৭] ড° নেওগে বেজবৰুৱাৰ প্ৰতিও সমালোচনাশীল হৈছিল কাৰণ 'শংকৰদেৱ চৈতন্যদেৱৰ শিষ্য' বোলা বাঙালী অপপ্ৰচাৰৰ বিৰোধিতা কৰিবলৈ গৈ বেজবৰুৱাই 'চৈতন্যদেৱহে শংকৰদেৱৰ শিষ্য' বুলি অতিৰঞ্জনৰ আশ্ৰয় লৈছিল।[৮] এই অসত্য উদ্ঘাটন কৰাৰ উপৰিও ড. নেওগে দেখুৱাইছিল কেনেকৈ শংকৰদেৱ-দামোদৰদেৱক লৈ চলা টনা-আজোৰাৰ্থন ব্ৰাহ্মণ-শূদ্ৰৰ জাতিগত কাজিয়ালৈ অধঃপতিত হৈছিল। শংকৰদেৱৰ 'সামাজিক বিদ্ৰোহ' কবীৰৰ সম-পৰ্যায়ৰ নহয় বুলি স্বীকাৰ কৰি ড° নেওগে কৈছিল যে

---

৪। নীলাৰ সুৰভি ভাঙি, পৃ- ১১৬
৫। বেজবৰুৱা গ্ৰন্থাৱলী, প্ৰথম খণ্ড, পৃ- ২৫২
৬। বাঁহীৰ সম্পাদকীয়, অষ্টম বছৰ, প্ৰথম সংখ্যা, ১৮৩৯ শক ১৯১৭ চন
৭। শ্ৰীশ্ৰীশংকৰদেৱ, পৃ- ২৭ আৰু ৯২
৮। ঐ

শংকৰদেৱে ধৰ্মীয় জীৱনতহে জাত-পাতক আওকাণ কৰিছিল।[৯]

ড° নেওগে পম খেদি খেদি উলিয়াইগৈ যে ১৯২১ চনত বৰপেটাত প্ৰথম শংকৰদেৱৰ জন্মোৎসৱ পতা হয়। (শুৱালকুছিত ১৯২৪ চনত আন এটা তেনে উৎসৱ অনুষ্ঠিত হয়।) ঘটনাক্ৰমে ঠিক সেই বছৰতে কলকাতা তথা অসমৰ কে'বাখনো নগৰত প্ৰথমবাৰৰ বাবে বিহু পালন কৰা হয়। কিন্তু ১৯২১ চনত কেৱল এটা দুটা ঘটনাই ঘটা নাছিল; সেইটো আছিল অসহযোগ আন্দোলনৰো বছৰ। প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষভাৱে উক্ত দুই ঘটনাত তৃতীয়টো ঘটনাৰ প্ৰভাৱ নুই কৰিব নোৱাৰি। সাংস্কৃতিক প্ৰতীক বিকাশৰ এই প্ৰচেষ্টা বহু পৰিমাণে জাতীয় স্বাধীনতাৰ আকাংক্ষাৰ দ্বাৰা প্ৰভাৱিত আছিল বুলি ভাবিলে বোধহয় ভুল কৰা নহ'ব।

পৰৱৰ্তী সময়ত ড. শিৱনাথ বৰ্মনে তেওঁৰ **'শ্ৰীমন্ত শংকৰ দেৱঃ কৃতি আৰু কৃতিত্ব'** (১৯৮৬) গ্ৰন্থৰ জৰিয়তে শংকৰদেৱ সম্পৰ্কে এক মাৰ্ক্সবাদী সমালোচনা আগবঢ়াইছিল। তেওঁ সৰ্বভাৰতীয় ভক্তি আন্দোলনৰ পটভূমিত শংকৰদেৱক বিচাৰ কৰিছিল। জাত-পাত, সমাজত নাৰীৰ অৱস্থান, সামন্তবাদ আৰু ৰাষ্ট্ৰ সম্পৰ্কত শংকৰদেৱৰ অৱস্থান সম্পৰ্কেও ড° বৰ্মনে আলোচনা আগবঢ়াইছে।

ড° বৰ্মনে শংকৰদেৱৰ আন শিষ্য-জীৱনীকাৰসকলৰ দৰেই তেওঁক 'প্ৰকৃত অৰ্থতেই অসমীয়া জাতিৰ জনক', 'অসমীয়া জাতি-গঠন প্ৰক্ৰিয়াৰ প্ৰথম আৰু প্ৰধান হোতা' আখ্যা দিছে। তেওঁৰ বাবে শংকৰদেৱ এনে এক 'সূৰ্যপ্ৰতিম ব্যক্তি', 'যাৰ দীপ্তিৰে দীপ্ত হয় সৰ্বযুগৰ মানৱসমাজ', 'ব্যক্তি হিচাপে শ্ৰীমন্ত শংকৰ প্ৰতিজন অসমীয়াৰে অফুৰন্ত প্ৰেৰণাৰ উৎস হৈ থাকিব চিৰকালৰ বাবে।' ড. বৰ্মনে শংকৰদেৱৰ মাজত 'বৈপ্লৱিক মন, বৈপ্লৱিক আদৰ্শও' বিচাৰি পাইছে। তেওঁ শংকৰদেৱক 'অসমীয়া জাতিৰ উৎকৃষ্টতম নিৰ্যাস, অসমীয়া সাহিত্য-সংস্কৃতিৰ গুৰু' আখ্যাও দিছে।[১০]

ড° বৰ্মনে অৱশ্যে স্বীকাৰ কৰিছে যে ভক্তি আন্দোলনৰ বেছিভাগ নেতাই জাতি-বৰ্ণ সম্পৰ্কে কেৱল উদাসীনহে আছিল, কিন্তু তাৰ নিৰ্মূলীকৰণৰ কাৰণে তেওঁলোকে কাম কৰা নাছিল। চমুকৈ ক'বলৈ গ'লে জাতি-বৰ্ণ সম্পৰ্কে তেওঁলোকৰ স্থিতি আছিল দোদুল্যমান। শংকৰদেৱে নিজেও জাতি-বৰ্ণৰ বিৰোধিতা কৰা নাছিল, বৰং তেওঁ জাতি-বৰ্ণ উলংঘাকাৰীসকলৰ কঠোৰভাৱে নিন্দাহে কৰিছিল। ড° বৰ্মনে এইটোও স্বীকাৰ কৰিছে যে নব-বৈষ্ণৱ ধৰ্মই সমাজৰ অৰ্থনৈতিক অগ্ৰসৰতাত কোনো ধৰণৰ গুৰুত্ব দিয়া নাছিল।[১১]

কিন্তু শংকৰদেৱৰ বৈষ্ণৱ আন্দোলনটোৰ এইখিনি ঐতিহাসিক দুৰ্বলতা সঠিকভাৱে আঙুলিয়াই দিয়াৰ পাছতো ড° বৰ্মনে সিবিলাকৰ আঁৰত থকা বস্তুগত কাৰকবিলাকৰ সম্পৰ্কে গুভীৰ আলোচনাৰ পৰা বিৰত আছে। ওলোটাই 'ঐতিহাসিক প্ৰয়োজন'ৰ অজুহাতত তেওঁ সিবোৰৰ ন্যায্যতাহে প্ৰতিপন্ন কৰিব বিচাৰিছে। আমোদজনকভাৱে শংকৰদেৱ আৰু বৈষ্ণৱ আন্দোলনটোৰ সকলো সীমাবদ্ধতা/দুৰ্বলতা/ব্যৰ্থতা সম্পৰ্কে ড° বৰ্মনৰ একেটাই ধৰা-বন্ধা

৯। শ্ৰীশ্ৰী শংকৰদেৱ, পৃ-৯৮
১০। শ্ৰীমন্তশংকৰদেৱ কৃতি আৰু কৃতিত্ব: পৃ-১৭২-১৮০, ১১৬
১১। ঐ

উত্তৰ। বৈষ্ণৱ নেতৃবৃন্দই ব্ৰাহ্মণ্য আচাৰ-অনুষ্ঠান পালন কৰা সম্পৰ্কে তেওঁৰ ব্যাখ্যাঃ '*এই কথা অৱশ্যে পাহৰা উচিত নহ'ব যে নববৈষ্ণৱ আন্দোলনৰ নেতাসকলৰ মধ্যশ্ৰেণীসুলভ দোদুল্যমানতা মধ্যযুগীয় ভাৰতীয় সমাজত ঐতিহাসিক ভাৱে প্ৰয়োজনীয়েই আছিল। এই ঐতিহাসিক প্ৰয়োজনীয়তাৰ সুন্দৰ ব্যাখ্যা কালিৰাম মেধিয়ে.. দি গৈছে..*' (১২) (গুৰুত্ব আমাৰ)

এই উদ্ধৃতিৰ জৰিয়তে আমি ঐতিহাসিক অনিবাৰ্যতা আৰু ঐতিহাসিক প্ৰয়োজনীয়তাৰ মাজত পাৰ্থক্যৰ সীমাৰেখা টানিব বিচাৰিছোঁ। এইটো সঁচা যে ইতিহাসত যি ঘটি গ'ল তাক আৰু নঘটা কৰা সম্ভৱ নহয়। কিন্তু সেইবুলি যি ঘটি গ'ল তাৰ প্ৰতিটোৱেই ঐতিহাসিকভাৱে প্ৰয়োজনীয় আছিল, এনে নহয়। অসমৰ বৈষ্ণৱ আন্দোলনতকৈ আগৰ পূব-ভাৰতৰ সিদ্ধ আন্দোলনে দেখোন জাতি বৰ্ণবাদক সবলভাৱে প্ৰত্যাহ্বান জনাব পাৰিছিল। আনকি শংকৰদেৱৰ সমসাময়িক কবীৰো জাতি-ধৰ্মৰ পাৰ্থক্যৰ ক্ষেত্ৰত শংকৰদেৱতকৈ অধিক বিপ্লৱী আছিল। ড° বৰ্মনে ঐতিহাসিক প্ৰয়োজনীয়তাৰ দোহাই দিবলৈ যাওঁতে এনে ঐতিহাসিক তথ্যবোৰ উলাই কৰিছে।

ড° বৰ্মনৰ মূল বক্তব্য হৈছে শংকৰদেৱৰ ভাৰতীয়ত্ব। এই ভাৰতীয়-শংকৰদেৱজনক লক্ষ্মীনাথ বেজবৰুৱাৰ দিনৰে পৰা প্ৰক্ষেপিত অসমীয়া-শংকৰদেৱৰ বিপৰীতে থিয় কৰোৱা হৈছে। আমি ইতিমধ্যে কৈয়ে আহিছোঁ যে চুবুৰীয়া বাঙালীসকলতকৈ পৃথক অসমীয়া সাংস্কৃতিক সত্তা তুলি ধৰাৰ তাগিদাতে বেজবৰুৱাই অসমীয়া শংকৰদেৱৰ নির্মাণত গুৰুত্ব দিছিল। তাৰ বিপৰীতে ড° বৰ্মনে তেখেতৰ গ্ৰন্থৰ প্ৰথম অধ্যায়তে যত্নশীল হৈছে '*ভক্তি আন্দোলনৰ সৰ্বভাৰতীয় পটভূমিত শংকৰদেৱক থিয় কৰাই আমাৰ 'অসমীয়া শংকৰগৰাকীৰ মাজৰ পৰা 'ভাৰতীয়' শংকৰদেৱক বিচাৰি উলিয়াবলৈও।*' তেওঁ '*অসম মাতৃৰ প্ৰতি থকা গভীৰ, প্ৰায় অন্ধ প্ৰেম*'ৰ পৰাও অসমীয়া সকলক মুক্ত কৰিব বিচাৰিছে।(১৩) এই কথাষাৰ ৰাজনৈতিকভাৱে খুবেই গুৰুত্বপূৰ্ণ কাৰণ ইয়াৰ দ্বাৰা আশীৰ দশকৰ অসম আন্দোলনক বুজোৱা হৈছে। এই আন্দোলনে অসমীয়া উগ্ৰজাতীয়তাবাদ, আৰু পাছলৈ বিচ্ছিন্নতাবাদক সাৰ-পানী যোগোৱা বুলি বাঁওপন্থী দলবোৰে ইয়াৰ বিৰোধিতা কৰিছিল (পাছলৈ অৱশ্যে প্ৰায়কিটা বাঁও দলৰে স্থিতি সলনি হয়)। সেই পটভূমিতে বাঁও শিবিৰৰ এজন ঘনিষ্ঠ বুদ্ধিজীৱীৰূপে ড° বৰ্মনে 'অসমীয়াত্ব'ৰ ভিত্তি সম্পৰ্কেই তাত্ত্বিক ভাৱে প্ৰশ্ন তুলিছিল। তেওঁৰ ভাৰতীয়-শংকৰদেৱৰ গুৰিকথা তাতেই।

গ্ৰন্থখনৰ পাতে পাতে বাৰে বাৰে ড° বৰ্মনে আমাক সঁকীয়াইছে যে শংকৰদেৱে আমাক ভাৰতীয় হ'বলৈ শিকাই গৈছে। তেওঁৰ ভাষাতঃ '*আদৰ্শ অসমীয়া হৈয়ো, অথবা আদৰ্শ অসমীয়া হোৱা বাবেই তেওঁ নিজকে গণ্য কৰিছিল ভাৰতীয় নাগৰিকৰূপে*'।(১৪) (গুৰুত্ব আমাৰ)। আনহাতে ঠিক তাৰ পাছৰ অনুচ্ছেদতে তেওঁ শংকৰদেৱৰ সময়ত অসম-অসমীয়াৰ অস্তিত্ব নাছিল বুলি কৈছে। তাৰ বিপৰীতে ড° বৰ্মণে পাহৰি গৈছে যে মধ্যযুগত

১২। শ্ৰীমন্তশংকৰদেৱ কৃতি আৰু কৃতিত্ব, পৃ-৮১
১৩। ঐ, পৃ-১২
১৪। ঐ, পৃ-১৩

আধুনিক অৰ্থৰ অসমীয়া জাতি গঢ়ি নুঠিলেও তাৰ ভ্ৰূণ ইতিমধ্যে ৰোপিত হৈছিল। আনহাতে ৰাজনৈতিকভাৱে ঐক্যবদ্ধ ভাৰত-ভাৰতীয় জাতি-ভাৰতীয় ৰাষ্ট্ৰও তেতিয়া নাছিল, শংকৰদেৱো সেই অৰ্থত ভাৰতীয় নাগৰিক হোৱাৰ প্ৰশ্ন নুঠে। নিশ্চিতভাৱেই সৰ্বভাৰতীয় ভক্তি আন্দোলনৰ দ্বাৰা শংকৰদেৱ প্ৰভাৱান্বিত হৈছিল কিন্তু সেইবাবেই তেওঁ 'প্ৰথমতে ভাৰতীয়, দ্বিতীয়তে অসমীয়া' এনে ধাৰণা কৰা অনৈতিহাসিক হ'ব। অসমীয়া-ভাৰতীয় পৰিচিতিৰ এই বিভাজন আধুনিক বিষয়ীগত কল্পনাৰে ভাবি অতীতত আৰোপ কৰা হৈছে। বৰং ড° বৰ্মনৰ এই যুক্তিত তৎকালীন ৰাজনৈতিক হিচাব-নিকাচ জড়িত আছে। শংকৰদেৱে ভাৰতীয় পাঠকক পঢ়ুৱাবলৈহে ব্ৰজাবলীত গীত নাট আদি লিখিছিল, এই যুক্তিটোও ঢোপত নিটিকে।

অৱশেষত আহিল শংকৰদেৱ আৰু তেওঁৰ পন্থাৰ বস্তুনিষ্ঠ অধ্যয়ন সম্বলিত ড° হীৰেন গোঁহাইৰ সাহিত্য অকাডেমী বিজয়ী গ্ৰন্থ **'অসমৰ জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰা'**(১৯৮৭)। ইয়াত অসমীয়া জাতি আৰু ইয়াৰ সংস্কৃতিৰ বাবে মধ্যযুগত মহাপুৰুষীয়া ধৰ্মীয় মতাদৰ্শ আৰু আন্দোলনৰ প্ৰয়োজনীয়তালৈ আঙুলিয়াই দি কৈছে যে এক বৈজ্ঞানিক চৰ্চাইহে শংকৰদেৱক সাম্প্ৰদায়িকতাৰ জলাহত জাহ যোৱাৰ পৰা বচাব পাৰিব। তেওঁ অসমীয়া জাতিৰ বস্তুগত, মতাদৰ্শগত আৰু সাংস্কৃতিক ভিত্তিনিৰ্মাণত শংকৰদেৱ-মাধৱদেৱৰ ভূমিকাৰ সঠিক মূল্যায়নত গুৰুত্ব দিছে।[১৫]

এক ভাৱসাম্যপূৰ্ণ আৰু পুংখানুপুংখ সমালোচনাত্মক অধ্যয়নৰ জৰিয়তে ইয়াত ড° গোঁহায়ে দেখুৱাইছে যে শংকৰদেৱে সম্পূৰ্ণ ৰূপে সামন্তবাদক প্ৰত্যাখ্যান কৰিছিল, আৰু নতুন গণতান্ত্ৰিক সমাজৰ মতাদৰ্শগত আধাৰশিলা স্থাপন কৰিছিল বুলি ক'লে ভুল কৰা হ'ব। তেওঁ শংকৰদেৱৰ গণতান্ত্ৰিক মানৱতা পুনৰুদ্ধাৰ কৰাত গুৰুত্ব দিয়াৰ লগতে একেসময়তে তেওঁৰ ধৰ্মীয় পথৰ ঐতিহাসিক সীমাবদ্ধতা উপলব্ধি কৰিবলৈও আহ্বান জনায়। 'ভাৰতীয়' শংকৰদেৱৰ তত্ত্বৰ বিৰোধিতা কৰি ড° গোঁহায়ে কয় ঃ *'উনবিংশ শতাব্দীত ব্ৰিটিছ আগমনৰ পিছত যি অসমীয়া জাতীয়তাবাদ গঢ় লৈ উঠিল, সেই জাতীয় চেতনাই নিজকে বিশেষভাৱে আৰু নিৰ্দিষ্ট ৰূপে চিনাক্ত কৰিবলৈ গৈ বহুপৰিমাণে শংকৰী ঐতিহ্যৰ আশ্ৰয় লৈছিল। সেই অৰ্থত শংকৰদেৱক অসমীয়া বুলি ক'লে ভুল কৰা নহ'ব।'*[১৬]

কিন্তু শংকৰদেৱক পোনচাতেই/থিতাদহে অসমীয়া বুলি ক'লেও অসমীয়া জাতি/জাতীয়তাবাদৰ উৎপত্তি ব্যুৎপত্তি লৈ বহু জটিল প্ৰশ্নই উত্থাপিত হয়। এইবিষয়ে ড. গোঁহায়ে এনেকৈ কৈছে *'আধুনিক জাতীয়তাবাদৰ বহু উপাদানেই শংকৰ-মাধৱৰ বাবে আচহুৱা হ'লহেঁতেন। বিকৃত জাতীয়তাবাদৰ শুচিবায়ুৰা সংকীৰ্ণতাৰ কথা আমি ক'ব খোজা নাই। কিন্তু আধুনিক জাতীয়তাবাদৰ ৰাজনৈতিক সাৰ্বভৌমত্বৰ আকাংক্ষাও তেওঁলোকৰ আচৰিত যেন লাগিলহেঁতেন। অন্যান্য জাতিৰ লগত প্ৰতিযোগিতা কৰি অসমীয়া জাতিয়ে নিজৰ ৰাজ্যত অখণ্ড প্ৰাধান্য বিস্তাৰ কৰিব লাগে - এনে ধৰণৰ দাবীও তেওঁলোকৰ বাবে দুৰ্বোধ্য হ'লহেঁতেন। কাৰণ ইতিহাসৰ নিয়মমতেই তেওঁলোক আজিৰ যুগৰ জাতীয়তাবাদী নাছিল। কিন্তু তেওঁলোকৰ*

---

১৫। অসমৰ জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰা, পৃ- 'ক'
১৬। ঐ, খণ্ড ২, পৃ-৩

*অৱদান অবিহনে আজিৰ অসমীয়া জাতিয়ে গঢ়লৈ উঠিব নোৱাৰিলেহেঁতেন।*[১৭]

ড° গোঁহায়ে ভৱেন বৰুৱাৰ আৰ্য-শংকৰদেৱৰ ওপৰতো আঘাত হানিছে। ভাৰতীয়-শংকৰদেৱৰ লগত সাদৃশ্য থকা আৰ্য-শংকৰদেৱে 'আহোম-কোচ-চুতীয়া'ক মিলগাই থয়। আৰ্য-ভাৰতীয় শংকৰদেৱ আৰু অসমীয়া শংকৰদেৱৰ মাজৰ এই বিতৰ্কই আমাক শিৱাজী-প্ৰতীকৰ নিয়ন্ত্ৰণৰ বাবে মহাৰাষ্ট্ৰৰ ব্ৰাহ্মণ্যবাদী আৰু দলিত দুই শিবিৰৰ মাজত হোৱা বিতৰ্কলৈ সোঁৱৰাই দিয়ে।

দ্বান্দ্বিক বিচাৰধাৰাৰে ড° গোঁহায়ে দেখুৱাইছে কেনেকৈ বৈষ্ণৱবাদে সামন্তবাদৰ বিকাশৰ প্ৰতি ইতিবাচক বৰঙণি আগবঢ়াইছিল।[১৮] কিন্তু তাৰ অৰ্থ এইটো নহয় যে ধৰ্মীয়/সামাজিক সকলো প্ৰশ্নতে শংকৰদেৱৰ স্থিতি উন্নত আৰু প্ৰগতিশীল আছিল। অৱশ্যে তাৰ দ্বাৰা অসমীয়া জাতীয় জীৱনলৈ শংকৰদেৱৰ স্থিতি অস্বীকাৰ কৰা নাযায়। তেওঁৰ মতে শংকৰদেৱ ব্ৰাহ্মণ্যবাদী নাছিল, কিন্তু তেওঁ জাত-পাতৰ দৃঢ় বিৰোধিতাও কৰা নাছিল। আধ্যাত্মিক জগতত তেওঁ উচ্চজাত নিম্নজাতৰ ব্যৱধান ৰখা নাছিল। শংকৰদেৱৰ সংস্কাৰবাদী চিন্তাত নিহিত মানৱতাবাদী, গণতান্ত্ৰিক উপাদানসমূহ উৰ্দ্ধত তুলি ধৰিও ড° গোঁহায়ে আন যিকোনো মহৎ প্ৰতিভাৰ দৰেই শংকৰদেৱৰো যে স্ববিৰোধ আৰু দ্বন্দ্ব আছে তাকো আঙুলিয়াই দিছে।[১৯]

মন কৰিবলগীয়া যে ড° গোঁহায়ে জ্যোতিপ্ৰসাদকো এই প্ৰসংগক উদ্ধৃত কৰিছে, যি হিন্দু ধৰ্মৰ লেটাৰ পৰা আনকি কৃষ্ণকো মুক্ত কৰাৰ কথা কৈছিল। ড° গোঁহায়ে তেনে এক ধৰ্মমুক্ত দৃষ্টিভংগীৰেই দেখুৱাইছে কেনেকৈ মহাপুৰুষীয়া শংকৰী পৰম্পৰা অসমীয়া জাতীয় জীৱনৰ এক কেন্দ্ৰীয় ধাৰাত পৰিণত হৈছে আৰু কেনেকৈ ই জাতীয় ঐক্যৰ বাট মুকলি কৰিছে। কিন্তু একে উশাহতে তেওঁ এইটোও আঙুলিয়াই দিছে যে অসমীয়া বৈষ্ণৱবাদক সামন্তীয় বান্ধোনে বান্ধি ৰাখিছে। তেওঁৰ মতে জনতাৰ মুক্তিৰ বাবে এক নতুন আন্দোলনৰ প্ৰেৰণা অতীতৰ পৰা নাহে, আহিব নতুন সামাজিক দ্বন্দ্বৰ পৰাহে।[২০]

আমাৰ বাবে শংকৰদেৱ এক বহুমাত্ৰিক ব্যক্তিত্ব, যাৰ বৃহত্তম বৰঙণি আছিল কিছু পৰিমাণে হ'লেও ভাৰতীয় জাতি-বৰ্ণবাদৰ শিকলি ঢিলাৰ পৰা সামাজিক উদাৰতা। উজনিত আহোম আৰু নামনিত কোচসকলৰ একীভূত ৰাজনৈতিক প্ৰশাসনৰ অধীনত ইতিমধ্যেই কিছুপৰিমাণে সমসত্তা লাভ কৰা অসমীয়া সমাজখনক শংকৰদেৱেই বহু প্ৰয়োজনীয় মতাদৰ্শগত দিশা প্ৰদান কৰিছিল। তেওঁ মধ্যযুগৰ অসমৰ মহত্তম সাংস্কৃতিক সাহিত্যিক ব্যক্তিত্বও আছিল।

তেওঁৰ এই মহত্বত মুগ্ধ হৈ তেওঁৰ সীমাবদ্ধতাখিনি সম্পৰ্কে আমি অন্ধ হোৱা অনুচিত। শংকৰদেৱৰ কোনো অৰ্থনৈতিক কৰ্মসূচী নাছিল। প্ৰত্যক্ষভাৱে জাতি-বৰ্ণবাদক বিৰোধিতা নকৰাৰ ফলত ই তেওঁৰ আন্দোলনৰ ভিতৰতো অনুপ্ৰৱেশ কৰিছিল। তেওঁ নিজে ক্ষমতা-বৈভৱ বৰ্জন কৰিলেও তেওঁৰ উত্তৰাধিকাৰীসকলে সত্ৰৰ ৰূপত একোখন ধৰ্মীয় সাম্ৰাজ্য গঢ়ি তুলিছিল। তেওঁৰ উদাৰতা আৰু মানৱতাখিনি এতিয়াও প্ৰাসংগিক হৈ থাকিলেও তাক লৈ

১৭। অসমীয়া জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰা, খণ্ড ১, পৃ-ক-খ
১৮। ঐ, খণ্ড ২, পৃ-১৪
১৯। ঐ, খণ্ড ২, পৃ-৪৮
২০। ঐ, পৃ-৯৫

কৰা অত্যুৎসাহৰ ফল বিষময়ে হ'ব পাৰে। কাৰণ ৰাজ্যখনৰ মুঠ জনসংখ্যাৰ এক তৃতীয়াংশতকৈ বেছি লোক আজিও অসমীয়া বৈষ্ণৱ নহয়, তদুপৰি সকলো অসমীয়া বৈষ্ণৱেই মহাপুৰুষীয়া/শংকৰী নহয়। সত্ৰ অনুষ্ঠানে এতিয়া আৰু শংকৰদেৱৰ কৰ্মসূচী পালন কৰিব নোৱাৰে, সেই কথা আমি এই গ্ৰন্থৰ 'সত্ৰ' অধ্যায়ত ইতিমধ্যে প্ৰমাণ কৰিছোঁ। কাৰণ সত্ৰবোৰ ইতিমধ্যে জীৱাশ্ম (fossil) সদৃশ হৈ পৰিছে। তদুপৰি এতিয়া ধৰ্মনিষ্ঠাৰ স্থান লৈছে সাম্প্ৰদায়িকতাই। শংকৰদেৱ অৱশ্যেই প্ৰাসংগিক হৈ থাকিব, কিন্তু তেওঁৰ সাংস্কৃতিক, সমাজ সংস্কাৰক দিশটোত কম গুৰুত্ব দি মূলতঃ ধৰ্মীয় দিশটোত আমি বেছি গুৰুত্ব দিম; নে মূলতঃ সমাজ-সংস্কাৰক-সাংস্কৃতিক দিশটোত গুৰুত্ব দি ধৰ্মীয় দিশটোত তুলনামূলক কম গুৰুত্ব দিম সেইটোহে বিবেচ্য।...

....শংকৰদেৱৰ এই প্ৰক্ষেপন আছিল ধৰ্মীয়-সাংস্কৃতিক দিশত। কিন্তু আধুনিক জাতি এটাৰ বাবে ৰাজনৈতিক/জাতীয় বীৰ বীৰাংগণা এদলৰো প্ৰয়োজন হয়, যাক কেন্দ্ৰ কৰি গঢ়ি উঠে বীৰ পূজাৰ পৰম্পৰা। ভাৰতৰ আন ৰাজ্যত তেনে বীৰ-পূজাৰ উদাহৰণ সম্পৰ্কে আমি চালি-জাৰি চাওঁ আহকঃ

## ৭৫% আম্বেদকাৰ, ১৩% শিৱাজী!

জোতিবা ফুলে আছিল মহান ব্ৰাহ্মণ্যবাদ-বিৰোধী নেতা তথা সমাজ-সংস্কাৰক। তেওঁ আৰু তেওঁৰ সমাজ-বিপ্লৱী সহ-যোদ্ধাসকলে মহাৰাষ্ট্ৰীয়ান নিম্নবৰ্ণৰ বাবে এক সমূহীয়া পৰিচিতি তুলি ধৰিছিল। এই 'পৰিচিতি' আৱিস্কাৰ কৰিবলৈ গৈ তেওঁলোকে মহাৰাষ্ট্ৰৰ যোদ্ধা আৰু কৃষক-পৰম্প্ৰৰাবোৰৰ পৰাই প্ৰতীক বাচি লৈছিল। সেই প্ৰতীকবোৰক তেওঁলোকে কৰি তুলিছিল আৰু অৰ্থপূৰ্ণ, আৰু ব্যঞ্জনাময়। বীৰ-বীৰাংগনা, ধৰ্মীয় আচাৰ-অনুষ্ঠান আৰু জনপ্ৰিয় সংস্কৃতিৰ আন উপাদানবোৰ ব্যৱহাৰ কৰি নিজা 'পৰিচিতি' (identity) গঢ়ি তোলাৰ ক্ষেত্ৰত নিম্নবৰ্ণৰ বিপ্লৱীসকলে এক বিৰল বিচক্ষণতা প্ৰদৰ্শন কৰিছিল। এই প্ৰতীকসমূহ নিয়ন্ত্ৰণক লৈ দলিত বুদ্ধিজীৱীসকলৰ লগত জাতীয়তাবাদী বুদ্ধিজীৱীসকলৰ বেচ সংঘাতেই হৈছিল। অনা-ব্ৰাহ্মণ আন্দোলনে উক্ত প্ৰতীকবোৰ ব্যৱহাৰ কৰাৰ ফলত জাতীয়তাবাদী আন্দোলনে এহাতেদি এটা ডাঙৰ গণভিত্তি হেৰুৱালে, আনহাতে ই বঞ্চিত হ'ল মহাৰাষ্ট্ৰৰ সাংস্কৃতিক প্ৰতীকবোৰৰ একচেতিয়া নিয়ন্ত্ৰণৰ সুবিধাৰ পৰা।[২১]

তাত হাৰ নামানি বাল গংগাধৰ তিলকে ১৮৯৫ চনত পুনেত এটা পুঁজি গঠন কৰি শিৱাজীৰ স্মৃতিস্তম্ভ প্ৰতিষ্ঠা কৰে। পাছে তিলকৰ শিৱাজীজন আছিল মূলতঃ হিন্দু-শিৱাজী। ব্ৰাহ্মণসকলে এনেকৈ শিৱাজীক তেওঁলোকৰ পৰা কাঢ়ি নিব ধৰাত নাৰায়ণৰাও লোখাণ্ডেৰ দৰে ব্ৰাহ্মণ বিৰোধী নেতৃবৃন্দ প্ৰবল প্ৰত্যাহ্বানৰ মুখামুখি হৈছিল।

কিন্তু শিৱাজীৰ প্ৰকৃত আৱিস্কাৰক আছিল জোতিবা ফুলেহে। তেওঁ ১৮৬৯ চনতে পোৱাদা : ছত্ৰপতি শিৱাজীৰাজে ভোচলে যান্চা নামৰ গ্ৰন্থৰ জৰিয়তে শিৱাজীক প্ৰথম

---

২১। Rosalind O' Hanlon : **Caste, Conflict and Ideology**, Cambridge, 1985

প্ৰতিষ্ঠা কৰে। তাৰ একত্ৰিশ বছৰ পাছতহে মহাদেৱ গোবিন্দ ৰাণাডে'ৰ অধিক বিখ্যাত Rise of the Maratha Power (১৯০০ চন) গ্ৰন্থখন প্ৰকাশ পায়। ১৮৭৩ চনত প্ৰকাশিত গুলামগিৰি গ্ৰন্থৰ জৰিয়তে ফুলেই শূদ্ৰসকলক সঁকীয়াই দি কয় যে ব্ৰাহ্মণসকলে শিৱাজীক কাঢ়ি নি ব্ৰাহ্মণ-ভক্ত ধৰ্মীয়-দেশপ্ৰেমৰ প্ৰতীক সজাব বিচাৰিছে। তেওঁক ব্ৰাহ্মণৰ প্ৰতি বাধ্য, বিশ্বস্ত, ব্ৰাহ্মণ-ৰক্ষক 'সৎশূদ্ৰ'ত পৰিণত কৰিবলৈও চেষ্টা চলিছে। তাৰ বিপৰীতে ফুলেৰ শিৱাজীজন আছিল বজা বলিৰ দিনৰ পৰা চলি অহা অনা-ব্ৰাহ্মণ পৰম্পৰাৰ ধাৰাবাহিকতা। তেওঁৰ শিৱাজী আছিল সাধাৰণ মানুহৰ ৰক্ষাকৰ্তা আৰু কুনবি, মালী, মাংগ, মাহাৰ আৰু ভংগ-ক্ষত্ৰিয়সকলৰ প্ৰতি উপকাৰী।

১৮৯৫ চনত 'দীনবন্ধু' নামৰ মাৰাঠী আলোচনীখনত 'শিৱাজীক ব্যৱহাৰ কৰাৰ ব্ৰাহ্মণ প্ৰচেষ্টা'ৰ বিৰুদ্ধে এলানি প্ৰবন্ধ আৰু চিঠি ওলাল। আলোচনীখনৰ ১৪ জুলাই, ১৮৯৫ সংখ্যাত শিৱাজীৰ স্মৃতিস্তম্ভ গঢ়াত একমত প্ৰকাশ কৰিলেও তেনে কৰাত পুনেৰ চক্ৰটোৰ মতলব সম্পৰ্কে সন্দেহ প্ৰকাশ কৰি কোৱা হ'ল যে শিৱাজীৰ নামত শিৱলিংগ এটা প্ৰতিষ্ঠা কৰি ধূপ-দীপ জ্বলাই নাম-কীৰ্তন কৰিলেই শিৱাজীৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধা নিবেদন কৰা নুবুজায়। শিৱাজীক দেৱতাত পৰিণত কৰাৰ ব্ৰাহ্মণ-প্ৰচেষ্টাৰ বিপক্ষে দীনবন্ধুৱে দ্ব্যৰ্থহীনভাৱে ক'লে '*There should be no hint of religion.*'। ইফালে তিলক বৈদ্যৰ একনাথ আন্নাজি যোশীয়ে ইতিমধ্যেই শিৱাজীক হিন্দু অৱতাৰ বুলি পূজা-অৰ্চনা কৰিবলৈ আৰম্ভ কৰিছে।

মাৰাঠী জাতীয় পৰিচিতিৰ প্ৰতি ফুলেৰ স্থিতি দ্ব্যৰ্থবোধক আছিল কাৰণ তাত অস্পৃশ্য/নিম্নবৰ্গ জাতি সম্প্ৰদায়ৰ বাবে সম্মানজনক স্থান নাছিল। এহাতেদি তেওঁ অতীতৰ পুনৰ ব্যাখ্যা, অৰ্থপূৰ্ণ প্ৰতীকৰ যোগান ধৰি সেই পৰিচিতিৰ মতাদৰ্শগত সমল যোগাইছিল আনহাতে উচ্চবৰ্ণৰ অভিজাতসকলৰ স্বাৰ্থত সেই পৰিচিতি ব্যৱহৃত হ'লে তাৰ বিৰোধিতাও কৰিছিল।

তিলক-বৈদ্যৰ ব্ৰাহ্মণ্যবাদী, সাম্প্ৰদায়িক শিৱাজীৰ ভাবমূৰ্তি একনাথ আন্নাজি যোশীৰ The Advice Given to Maharaj Shibaji by Dadoji Kondadev (1879) গ্ৰন্থৰ জৰিয়তেই প্ৰধানকৈ গঢ়ি তোলা হৈছিল। তিলকে শিৱাজীতে ক্ষান্ত নহৈ শিৱাজীৰ ইষ্টদেৱতা গণেশ আৰু ভৱানীৰ পূজাও জনপ্ৰিয় কৰিব খুজিছিল। তেওঁ আনকি ৰাণাডে'ই হিন্দু-সমাজত চলাব খোজা সংস্কাৰবো বিৰোধিতা কৰিছিল। ৰাণাডে'ই স্বাধীনতা সংগ্ৰামখন বহলোৱাৰ স্বাৰ্থতে নিম্ন-বৰ্ণৰ নৰ-নাৰীৰ বাবে সমাজ-সংস্কাৰৰ প্ৰয়োজন অনুভৱ কৰিছিল। কিন্তু তিলকে প্ৰস্তাবিত 'সমাজ সংস্কাৰৰ জাতীয় অভিবৰ্তন' খনৰেই বিৰোধিতা কৰিছিল। তেওঁ উক্ত অভিবৰ্তন ভণ্ডুল কৰাৰ কামতেই লাগি গৈছিল। প্ৰতিবাদ সভা পাতি, সংস্কাৰকসকলৰ ভাবুকি দি, অন্ধবিশ্বাস-কুসংস্কাৰক উদগনি দি তেওঁ যেন-তেন-প্ৰকাৰেন সংস্কাৰক প্ৰতিহত কৰিব বিচাৰিছিল। সঁচাকৈয়ে এই বিৰোধিতাৰ বাবে অভিবৰ্তনখন পাতিবই পৰা নগ'ল (১৮৯৫ চন)। তিলকৰ এই স্থিতিত পাৰেমানে মদৎ যোগাইছিল চৰম সংৰক্ষণশীল গুজৰাটী-মাৰোৱাৰী বণিয়া গোষ্ঠী আৰু কেতবোৰ ধৰ্মোন্মাদে।[২২]

---

২২। অমলেশ ত্ৰিপাঠী : ভাৰতৰ মুক্তি সংগ্ৰামত চৰম পন্থী পৰ্ব।

এনেকৈয়ে সাম্প্ৰদায়িক, জাতি-বৰ্ণবাদী, আনকি ন্যূনতম সমাজ সংস্কাৰ বিৰোধী এক মতাদৰ্শৰ ভিত্তিত থিয় কৰোৱা হৈছিল শিৱাজীক। ফলস্বৰূপে হিন্দু সংখ্যাগৰিষ্ঠতা সত্ত্বেও মাৰাঠী জাতি ঐক্যবদ্ধ হ'ব নোৱাৰিলে। দলিতসকলে নিজৰ পৃথক সত্তা ঘোষণা কৰিলে। প্ৰতিমূৰ্তিৰ যুঁজত শোচনীয়ভাৱে পৰাজিত হ'ল শিৱাজী। উলম্বভাৱে বিভক্ত মাৰাঠী জাতিসত্তাৰ দুটা অংশৰ হৈ প্ৰতিমূৰ্তিৰ প্ৰতীকী যুঁজ আজি চৰমত উঠিছে। শেহতীয়া এটা হিচাব অনুসৰি মহাৰাষ্ট্ৰত আজি ড° আম্বেদকাৰৰ ৪৬৮৭ টা মূৰ্তিৰ বিপৰীতে শিৱাজীৰ মূৰ্তিৰ সংখ্যা মাত্ৰ ১৩০২ টা। কিন্তু শিৱাজীৰ স্থান দ্বিতীয়ও নহয়; কে'বাহেজাৰো প্ৰতিমূৰ্তি সহ দ্বিতীয় স্থানত আছে গৌতম বুদ্ধহে।[২৩] সেয়েহে আজিৰ মহাৰাষ্ট্ৰত সৰ্বমুঠ ৯,৯৫৫ টা মূৰ্তিৰ ভিতৰত মাত্ৰ ১৩% হে শিৱাজীৰ, ৭৫% হৈছে ড. আম্বেদকাৰ-বুদ্ধ যুগলৰ। গোটেই কথাটো খুৱই প্ৰতীকধৰ্মী যেন শুনালেও ই অন্ততঃ বীৰ-বীৰাংগণাৰ প্ৰতীকক কেন্দ্ৰ কৰি ঘটা সামাজিক ভাঙন-গঢ়ন সম্পৰ্কে এক মূৰ্ত ধাৰণা দিবলৈ যথেষ্ট। শেহতীয়াভাৱে (প্ৰাক্তন) বিজেপি মন্ত্ৰী অৰুণ শ্বৌৰীয়ে তেওঁৰ **The Worshipping of False Gods** গ্ৰন্থত ড. আম্বেদকাৰৰ প্ৰতিমূৰ্তি-প্ৰতিচ্ছবিৰোৰতো আঘাত হনালৈ চাই বীৰপূজাৰ প্ৰতীকী প্ৰাসংগিকতা সহজে অনুমান কৰিব পাৰি। আনকি এই গ্ৰন্থৰ ছপা চলি থকা অৱস্থাতো আজি ২০০৬ চনৰ ডিচেম্বৰৰ প্ৰথম সপ্তাহতো আম্বেদকাৰৰ মূৰ্তিধ্বংসক কেন্দ্ৰ কৰি সমগ্ৰ মহাৰাষ্ট্ৰ দলিত প্ৰতিবাদেৰে উত্তাল হৈয়ে আছে।

## বংগলৈ শিৱাজী আমদানি

লক্ষ্যণীয়ভাৱে বাঙালী জাতীয়তাবাদে মহাৰাষ্ট্ৰৰ পৰা বহুকথা ধাৰ কৰিছিল। উদাহৰণস্বৰূপে ৰমেশচন্দ্ৰ দত্তই তেওঁৰ মহাৰাষ্ট্ৰ জীৱন প্ৰভাত (১৮৭৮) গ্ৰন্থ প্ৰকাশ কৰিছিল ফুলেৰ শিৱাজী-জীৱনীৰ পাছতে, কিন্তু তিলকৰখনৰ আগতে। ইতিমধ্যে তিলকৰ প্ৰচেষ্টাৰ ফলত ভাৰতৰ আন ঠাইৰ লগতে বংগতো শিৱাজী উৎসৱ পতা হ'ব ধৰিছিল। শিৱাজীৰ ইষ্টদেৱী ভৱানীক লৈ লিখা বংকিমচন্দ্ৰৰ ভৱানীমন্দিৰ আৰু একে লেখকৰে আনন্দমঠে (১৮৮২) এক গভীৰ ধৰ্মীয় ব্যঞ্জনাময় জাতীয়তাবাদৰ সূচনা কৰিছিল। সেইসময়তে ৰবি ঠাকুৰে লিখিছিল 'শিৱাজী উৎসৱ' বোলা কবিতাটো। (পাছে শিৱাজী উৎসৱৰ অংশৰূপে ভৱানীৰ পূজা কৰিলে অনা-হিন্দুসকল আঁতৰি যাব পাৰে বুলিও ৰবীন্দ্ৰনাথে আঙুলিয়াই দিছিল।[২৪] এইখিনি সময়তে অৰবিন্দৰ 'ভৱানীমন্দিৰো' (১৯০৫) প্ৰকাশ পাইছিল। ইফালে ৰবীন্দ্ৰনাথৰ ভতিজী সৰলা দেৱীয়ে মহাৰাষ্ট্ৰৰ পৰা ঘুৰি আহি বংগত 'শিৱাজী উৎসৱ' প্ৰবৰ্তন কৰাৰ উপৰিও 'বীৰাষ্টমী' পুনৰপ্ৰচলন কৰিছিল আৰু প্ৰতাপাদিত্য আৰু উদয়াদিত্যৰ বীৰ-বন্দনা আৰম্ভ কৰিছিল।

বাঙালী অভিজাত/মধ্যবিত্ত শ্ৰেণীটোৱে এনেকৈয়ে বীৰৰ সন্ধানত মহাৰাষ্ট্ৰৰ উপৰিও পাঞ্জাব, ৰাজস্থান আদিও পাইছিলগৈ। 'পদ্মিনী উপাখ্যান' (১৮৫৮) নামৰ প্ৰথম (আধুনিক)

---

২৩। The Telegraph, 20-07-1997.

২৪। Sushobhan Sarkar :**Bengal Renaissence and other Essays**, p. 62.

বাংলা কাব্যখনৰ নায়িকা আছিল ৰাজস্থানৰ ৰাণী পদ্মিনী, যি আলাউদ্দিন খিলিজীৰ বিবাহ প্ৰস্তাৱৰ পৰা বাচিবলৈ স্বেচ্ছাৰে 'সতী' যায়। সেই সময়তে ৰাজস্থানৰ ৰাণাপ্ৰতাপ সিংহ আৰু পাঞ্জাবৰ মহাৰাজা ৰঞ্জিৎ সিঙক বংগৰো জাতীয় বীৰ ৰূপে প্ৰক্ষেপ কৰাৰ কথাও সক্ৰিয়ভাৱে বিবেচনা কৰা হৈছিল। দেশৰ ইমূৰৰ পৰা সিমূৰলৈ বীৰ বিচাৰি এনেকৈ তহিলং লগাওতে বাঙালী মধ্যবিত্তৰ মনত কিন্তু এবাৰো চিৰাজউদ্দৌলা, মিৰ কাচিম, তিতুমিৰ বা সিধু-কানুৰ নামবোৰ খেলোৱা নাছিল। অথচ এওঁলোক সকলোৱেই আছিল বেংগল প্ৰেচিডেন্সীৰে ব্ৰিটিছ-বিৰোধী শ্বহীদ, যাক অতি সহজে জাতীয় বীৰৰূপে স্বীকৃতি দিব পৰা গ'লহেঁতেন। ১৯০০ চনত শ্বহীদী বৰণ কৰা বীৰসা মুণ্ডাৰ স্মৃতিও তেতিয়া খুবেই সতেজ হৈ আছিল। তৎসত্বেও এওঁলোকৰ কাকোৱেই জাতীয় বীৰ হিচাপে পছন্দ কৰা নহ'ল। ওলোটাই মৃত্যুঞ্জয় বিদ্যালংকাৰে চিৰাজউদ্দৌলাক ধৰ্ষণকাৰী বুলিহে চিত্ৰায়িত কৰিলে।[২৫] আমদানিকৃত বীৰৰ প্ৰতি বাঙালী মধ্যবিত্তৰ এই অত্যুৎসাহৰ কাৰণ এই নহয় যে তেওঁলোক নিজৰ পৰম্পৰা আৰু ইতিহাস সম্পৰ্কে অজ্ঞ আছিল। বৰং তাৰ বিপৰীতটোহে সত্য। প্ৰকৃততে তেওঁলোক পৰিচালিত হৈছিল বাঙালী-উচ্চবৰ্ণ জমিদাৰহঁতৰ শ্ৰেণীস্বাৰ্থৰে, যাৰ দৃষ্টিত মুছলীম নিম্নবৰ্ণ-জনজাতি আছিল কেৱল আধিয়াৰ, কেৱল খেতমজুৰ। এহাতে ব্ৰিটিছ সাম্ৰাজ্যবাদ আৰু আনহাতে মাৰোৱাৰী বণিয়াৰ সাহায্যপুষ্ট এই বাঙালী শ্ৰেণীটোৱে জাতীয় ইতিহাস আৰু তাৰ লগত সম্পৃক্ত সাংস্কৃতিক প্ৰতীক ৰাজিব পৰা এই নিম্নবৰ্গ-নিম্নবৰ্ণৰ যিকোনো প্ৰসংগ মচি পেলাবলৈ চেষ্টা কৰিছিল। তেওঁলোকক ঐতিহাসিক-সাংস্কৃতিক ভাৱে দমাই ৰাখিব পাৰিলে শোষণো হ'ব অধিক গভীৰ আৰু উদ্বৃত্তও হ'ব আকাশলঙ্ঘী-এয়াই আছিল জমিদাৰ মধ্য শ্ৰেণীৰ হিচাব-নিকাচ। কিন্তু সেই আঁচনিৰ ফল বিষময় হ'ল।

'স্বদেশ বান্ধৱ' গোষ্ঠীৰ অশ্বিনী কুমাৰ দত্তৰ বাহিৰে আন হিন্দু নেতাসকলে স্বাধীনতা সংগ্ৰামত মুছলমানসকলক সমাবেশিত কৰিব নোৱাৰিলে। নমঃশূদ্ৰ সকলক সংগঠিত কৰিবৰ বাবে অম্বিকাচৰণ মজুমদাৰে চলোৱা প্ৰচেষ্টাকো উচ্চবৰ্ণ বাঙালীয়ে ঠাট্টা-মস্কৰা কৰিলে।[২৬] গোপাল হালদাৰে দেখুৱাইছে যে এনেবোৰ কাৰণতে মুছলীমসকলে বাঙালী সংস্কৃতিক হিন্দু সংস্কৃতি বুলিহে গণ্য কৰিবলৈ ল'লে।[২৭] বাঙালী জাতীয়তাবাদৰ ভেটি হৈ পৰিল নিচেই থুনুকা।

যিসকল চৰমপন্থীয়ে ৰক্তপায়ী কালী গোঁসানীৰ উপাসনা কৰি স্বাধীনতাৰ মন্ত্ৰ গাইছিল তেওঁলোকে নিজৰ জীৱন বলিদান দিলেও মুছলমানসকলক ওচৰ চপাব পৰা নাছিল। আনকি বাঙালী নিম্নবৰ্ণ, চুবুৰীয়া জনজাতি আৰু আন পাছপৰা জনগোষ্ঠীবোৰো উচ্চবৰ্ণৰ ইতিহাস-সাংস্কৃতিক প্ৰতীক আৰু আমদানিকৃত বীৰ-বীৰাংগণাবোৰৰ প্ৰতি আগ্ৰহী নাছিল।

মহাৰাষ্ট্ৰৰ বিপুল হিন্দু সংখ্যাগৰিষ্ঠতাৰ বিপৰীতে বংগত মুছলীমসকল আছিল

---

২৫। Partha Chatterjee : The Nation and its Fragments.
২৬। অমলেশ ত্ৰিপাঠী : ভাৰতৰ মুক্তি সংগ্ৰামত চৰম পন্থী পৰ্ব।
২৭। গোপাল হালদাৰৰ শ্ৰেষ্ঠ প্ৰবন্ধ, পৃ- ১০৯

জনসংখ্যাৰ ঠিক আধা (৫০.১৬%)। সেয়েহে উচ্চবৰ্ণৰ সাংস্কৃতিক প্ৰতীকবোৰৰ চৌপাশে মুছলীমহে নালাগে বাঙালী নিম্নবৰ্ণ হিন্দুৱেও গোট-পিট নোখোৱাত স্বাধীনতা আন্দোলনৰ গণভিত্তি সংকুচিত হৈ পৰে। ১৯১৭ চনলৈকে বংগ-বিহাৰত চৰমপন্থী কাম-কাজৰ বাবে শাস্তিপ্ৰাপ্ত ১৮৬ জন ব্যক্তিৰ ভিতৰ ১৬৫ জনেই আছিল প্ৰথম দুটা জাতৰ। কেৱল সিমানেই নহয়, বাঙালী জাতিসত্তা অচিৰেই এক উল্লম্ব বিভাজনৰ সমুখীন হ'ল। এক অবিভক্ত জাতিসত্তাৰ পৰা জন্ম হ'ল আন এক জাতিসত্তা- আনকি গঠন হ'ল আন এক জাতিৰাষ্ট্ৰ। কৰুণভাৱে পৰাজিত হ'ল বাঙালী জাতীয়তাবাদ,পৰাজিত হ'ল আমদানিকৃত বীৰ বীৰাংগনাৰ দল।

## দুখন বিশ্বযুদ্ধত লাচিত বৰফুকন!

বাঙালী আৰু মাৰাঠী মধ্যশ্ৰেণীৰ খোজত খোজ মিলাই অসমীয়া মধ্যশ্ৰেণীয়েও অচিৰেই এদল জাতীয় বীৰ বীৰাংগনা বাচি ল'লে। কিন্তু বাঙালী মধ্যশ্ৰেণীৰ দৰে বীৰ-বীৰাংগণা আমদানি কৰাৰ ভুলটো অসমীয়া মধ্যশ্ৰেণীয়ে নকৰিলে। তাৰ সলনি তেওঁলোকে বাছি ল'লে অসমৰ মাটি পানীৰ লগত সম্পৰ্ক থকা কেতবোৰ থলুৱা বীৰ বীৰাংগনাকে। ১৯২৩ চনত অসম ছাত্ৰ সন্মিলনত গৃহীত এক সিদ্ধান্ত অনুসৰি লাচিত, চিলাৰায় আৰু জয়মতী উৎসৱ প্ৰবৰ্তনৰ জৰিয়তে বীৰ-পূজাৰ এক পৰম্পৰা প্ৰচলন কৰা হয়। ছাত্ৰ সন্মিলনৰ নেতৃত্বই এই ক্ষেত্ৰত মহাৰাষ্ট্ৰৰ শিৱাজী উৎসৱৰ ধাৰণাক অনুসৰণ কৰিলেও তাক অনুকৰণ কৰা নাছিল। মন কৰিব লগীয়া যে এনে কৰোঁতে মণিৰাম-পিয়লিক বাছনি কৰা নহ'ল - অথচ এই দুজন ব্ৰিটিছ বিৰোধী শ্বহীদৰ স্মৃতি তেতিয়াও সতেজ হৈ আছিল - বাছি লোৱা হ'ল প্ৰাক্ ব্ৰিটিছ যুগৰ কেইজনমান বীৰ বীৰাংগনাক, যাৰ চৰ্চাই ব্ৰিটিছক ক্ষুণ্ণ নকৰে।[২৮]

অসম ছাত্ৰ সন্মিলনৰ বীৰৰ তালিকাৰ প্ৰথমতে আছিল লাচিত বৰফুকনৰ নামটো। মধ্যযুগৰ অসমীয়া এই সেনাপতিজনে অসম আক্ৰমণকাৰী ঔৰংজেবৰ সৈন্যবাহিনীক পৰাজিত কৰিছিল। মন কৰিবলগীয়া যে ড° সূৰ্য কুমাৰ ভূঞাই ১৯৩৫ চনত মহাৰাষ্ট্ৰৰ পুনাত অনুষ্ঠিত 'ইণ্ডিয়ান হিষ্ট্ৰী কংগ্ৰেছ'ত লাচিতৰ কথা কওঁতে শিৱাজীৰ উদাহৰণৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল। আনকি তেওঁৰ **Lachit Barphukan and his Times** (1946) কিতাপখনৰ নামটো পৰ্যন্ত চাৰ যদুনাথ চৰকাৰৰ **Shivaji and his Times** (1920) কিতাপখনৰ সৈতে একে। চৰকাৰ আছিল এজন 'নাইট', ড° ভূঞা প্ৰথমতে ৰায়বাহাদুৰ আৰু পাছত পদ্মশ্ৰী, তদুপৰি তেওঁ আছিল ব্ৰিটিছ ৱাৰ ফ্ৰন্টৰ মুখ্য সংগঠক/সঞ্চালক। ব্ৰিটিছ যাবলৈ লোৱাত ব্ৰিটিছ -বিশ্বস্ত ভূঞা পৰিণত হ'ল জাতীয়তাবাদীত। পৰিস্থিতিৰ চাপত পৰিহে যে তেওঁ মত সলালে সেয়া তেওঁ নিজেই **Anglo-Assamese Relations (1771-1826)** গ্ৰন্থৰ পাতনিত স্বীকাৰ কৰিছে। ইয়াৰ পাছত ড° ভূঞাই লাচিত বৰফুকনক চীনা যুদ্ধতো ব্যৱহাৰ কৰিলে। ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে দেখুৱাইছে যে ড° ভূঞাৰ 'শৰাইঘাটৰ সুবচনী' (১৯৬৩) খন ভাৰত চীন যুদ্ধৰ প্ৰতি লক্ষ্য ৰাখি লিখা হৈছিল।[২৯]

অৱশ্যে ৰাজনৈতিক উদ্দেশ্যৰে জাতীয় বীৰ-বীৰাংগনাক ড. ভূঞাই প্ৰথম ব্যৱহাৰ

---

২৮। অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস, পৃ- ১৭০-১

২৯। জীৱনী সংগ্ৰহ, পৃ- ২৮৪

কৰা নাছিল। তেওঁৰ আগতেও লক্ষ্মীনাথ বেজবৰুৱাই লাচিত বৰফুকনক নায়ক কৰি চক্ৰধ্বজসিংহ (১৯১৫) নাটকখন লিখিছিল প্ৰথম বিশ্বযুদ্ধৰ ধামখুমীয়াত। তেওঁ লিখিছিল যে (ব্ৰিটিছ) চৰকাৰে যুদ্ধত যোগ দিবলৈ যি আহ্বান জনাইছে, তাৰ প্ৰতি অসমীয়াই উৎসাহেৰে সঁহাৰি জনোৱা উচিত। লাচিতৰ দেশৰ সৈনিকসকলৰ অসীম দায়িত্ব আছে। অসমৰ ভাল পৰিয়ালবিলাকৰ ঘৰৰ ডেকাৰে (ব্ৰিটিছৰ) দুটা কোম্পানী সৈন্য গঠন হ'ব লাগে।[৩০] ইয়াৰ পৰা দেখা যায় যে ব্ৰিটিছ সাম্ৰাজ্যবাদৰ হকে অসমীয়া যুৱকক আত্মবলিদান দিয়াৰ আহ্বানেৰে লাচিতক ব্যৱহাৰ কৰা হৈছিল।

পদ্মনাথ গোহাঞিবৰুৱাৰ লাচিতজ্ঞান অলপ বেলেগ আছিল। গোহাঞিবৰুৱাই 'লাচিত বৰফুকন' নামৰ নাটকখন লিখিছিল ১৮৯৪ চনতে। দেখদেখকৈয়ে স্বাধীনতা আন্দোলনৰ লগত তাৰ একো সম্পৰ্ক নাছিল। মন কৰিবলগীয়া যে সৰ্বেশ্বৰ শৰ্মা বৰুৱা আৰু হেমচন্দ্ৰ গোস্বামীয়ে (দুয়োজনেই বৰ্ণহিন্দু) বুৰঞ্জীৰ পাতৰ পৰা লাচিতক 'আবিষ্কাৰ' কৰি গোহাঞিবৰুৱাক উক্ত নাটক লিখিবলৈ প্ৰবৃত্ত কৰোৱাইছিল। গোহাঞিবৰুৱাই নাটকখন উছৰ্গাও কৰিছে গোস্বামীৰ প্ৰতি। গোহাঞিবৰুৱাৰ গদাধৰ খনো গোস্বামী-অনুপ্ৰাণিত আছিল। জয়মতী আৰু লাচিত দুয়োৰে 'আবিষ্কাৰক' সকল (ৰত্নেশ্বৰ মহন্ত, সৰ্বেশ্বৰ শৰ্মা বৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী) যে বৰ্ণহিন্দু আছিল আৰু তেওঁলোকে লাচিত-জয়মতীক জনপ্ৰিয়কৰণৰ কামটো যে গোহাঞিবৰুৱাৰ জৰিয়তে কৰাইছিল, কথাটো তাৎপৰ্যপূৰ্ণ।

গোহাঞিবৰুৱাই অৱশ্যে তেওঁৰ আত্মজীৱনীত[৩১] লিখিছে যে লাচিত বৰফুকনখন তেওঁ স্বাধীনতা আন্দোলনৰ পটভূমিত লিখিছিল। কিন্তু কথাটো বিশ্বাসযোগ্য নহয় কাৰণ ১৮৯৪ চনত অসমত স্বাধীনতা আন্দোলনৰ কোনো পৰিবেশ নাছিল আৰু গোহাঞি বৰুৱাও কেতিয়াও আন্দোলনটোৰ লগত জড়িত নাছিল। নাটকখনৰ পাতনিত তেওঁ 'স্বজাতি' আৰু 'স্বজ্ঞাতি'ৰ কল্যাণৰ হকে লাচিত বৰফুকনৰ দেশপ্ৰেম সম্পৰ্কে প্ৰচাৰ কৰাৰ কথা কৈছে। 'স্বজাতি' মানে তেওঁ ইয়াত অসমীয়া জাতি আৰু 'স্বজ্ঞাতি' মানে নিজৰ আহোম সম্প্ৰদায়ক বুজাইছে। ১৮৯৪ চনতে লিখিলেও কিতাপখন প্ৰকাশ পাইছিল ১৯৪২ চনতহে। নাটকখনৰ পাতনিত তেওঁ কৈছে যে ৰাইজ আৰু চৰকাৰ দুয়োপক্ষই নাটকখন প্ৰকাশ কৰাবলৈ অত্যাগ্ৰহী আছিল। ৰাইজে বাৰু দেশপ্ৰেমৰ দ্বাৰা উদ্বুদ্ধ হৈয়ে কিতাপখনৰ প্ৰতি অত্যাগ্ৰহী হৈছিল, কিন্তু চৰকাৰৰ, ব্ৰিটিছ চৰকাৰৰ সেই একেখন কিতাপৰ প্ৰতি এনে অত্যাগ্ৰহৰ কাৰণ কি আছিল? নিশ্চিত ভাৱেই লাচিতৰ দোহাই দি ব্ৰিটিছৰ হৈ দ্বিতীয় বিশ্বযুদ্ধত জীৱন আহুতি দিবলৈ অসমীয়া যুৱকক উদ্দীপ্ত কৰা?

পৰৱৰ্তী কালত যাঠিৰ দশকত অসমীয়া উগ্ৰজাতীয়তাবাদীসকলে লাচিতৰ নাম ভাঙিয়েই 'লাচিত সেনা' গঠন কৰিলে। এয়া আছিল মহাৰাষ্ট্ৰৰ বৰ্ণবাদী সাম্প্ৰদায়িকতাবাদীসকলে শিৱাজীৰ নাম ভাঙি গঠন কৰা 'শিৱসেনা'ৰে (বৰ্তমানে বিজেপি সহযোগী ৰাজনৈতিক দল) অনুকৰণ। অলপতে, ১৯৭৯-৮৩ চনৰ বিদেশী বিতাড়ন আন্দোলনৰ সময়ত পুনৰ লাচিত বৰফুকন-

---

৩০। বাঁহীৰ সম্পাদকীয়, অষ্টম সংখ্যা, ১৮৩৭ শক ১৯১৭ চন

৩১। মোৰ সোঁৱৰণী, পৃ- ১৯৯

মূলাগাভৰুৰ স্মৃতি উদ্ৰেক কৰিবলৈ প্ৰচেষ্টা চলোৱা হৈছিল। আনকি শেহতীয়াকৈ এনেকৈয়ে লাচিতৰ বীৰপূজা প্ৰায় একশতিকা জুৰি চলিব লাগিছে; বিভিন্ন সময়ত বিভিন্ন উদ্দেশ্যত ব্যৱহৃত হ'ব লাগিছে বীৰজনা। এক অৰ্থত লাচিতে দেশপ্ৰেমৰ পৰা জাতীয়তাবাদ পৰ্যন্ত অসমীয়াৰ ৰাজনীতিৰ বিৱৰ্তনকে সূচাইছে। ড° হীৰেন গোঁহায়ে সেয়ে লাচিত বৰফুকন আধুনিক অৰ্থত জাতীয়তাবাদী আছিল জানো বুলি প্ৰশ্ন কৰি এই প্ৰশ্নত আবেগিক নহৈ বস্তুনিষ্ঠ হ'বলৈ আহ্বান জনাইছে।[৩২] ই. জে. হব্‌চবাউমেও আঙুলিয়াই দিছে যে '*The original, revolutionary popular idea of patriotism was state-based rather that nationalist*'[৩৩]। কিন্তু সাধাৰণতেই জাতীয় বীৰ-বীৰাংগণাসকলক বাছনি কৰা হয় ঐতিহাসিক বস্তুনিষ্ঠতাৰ ভিত্তিত নহয়, ৰাজনৈতিক প্ৰয়োজনৰ ভিত্তিতহে। সেই সকল বীৰ-বীৰাংগনা আদিতে 'জাতীয়' নহ'ব পাৰে, জাতীয়তাবাদেহে তেওঁলোকক 'জাতীয়কৰণ' কৰে।

## 'জয়মতীক মাৰিলে মায়ামৰীয়াই!'

জয়মতীক আবিস্কাৰ কৰে সত্ৰীয়া পটভূমিৰ পৰা অহা তৰুণ সাহিত্যিক ৰত্নেশ্বৰ মহন্তই (১৮৬৪-১৮৯৩)। এই গ্ৰন্থৰ তৃতীয় অধ্যায়ত আমি মহন্তৰ পৰিচয় আৰু তেওঁৰ জনজাতি-বিদ্বেষী, নাৰী বিদ্বেষী দৃষ্টিভংগীৰ উমান পাই আহিছোঁ। আউনীআটী সত্ৰৰ ঠেঙুলি বলিয়াগৰু সত্ৰৰ অধিকাৰৰ পুত্ৰ ৰত্নেশ্বৰ মহন্তৰ দৃষ্টিভংগী আৰু মানসিক গাঁথনিৰ প্ৰমাণ আৰু পোৱা যায় কমলাকান্ত ভট্টাচাৰ্যৰ সৈতে হোৱা তেওঁৰ বিতৰ্কত। ভট্টাচাৰ্যই যেতিয়া সমাজসংস্কাৰৰ মন লৈ সত্ৰ-অনুষ্ঠানৰ কাঢ়া-সমালোচনা কৰিলে,[৩৪] মহন্তই তেতিয়া সংৰক্ষণশীল মন এটা লৈ সত্ৰৰ সপক্ষে তৰ্ক জুৰিলে[৩৫]। ব্ৰিটিছৰ তলত হিচাব-নবিচৰ কাম কৰা মহন্তৰ ৰচনাৱলীততো ব্ৰিটিছৰ বিৰুদ্ধে ক'লীয়া আখৰ এটিও নায়েই, ওলোটাই ব্ৰিটিছ-বিৰোধী শ্বহীদ পিয়লি বৰফুকনৰ সম্পৰ্কে মন্তব্যহে আছে ঃ

*নতুনকৈ পৰাধীন হোৱাত স্বাধীনতাৰ তপত তেজ কেটোপামানৰ দপ্‌দপনিতে এওঁ আৰু কে'জনমানৰ লগ লৈ ইংৰাজক খেদিবলৈ কাৰবাৰ কৰিছিল। খৰিকা বাৰীৰে পৰ্বত হেঁচুকিবলৈ চাইছিল।*[৩৬]

পিয়লি-মণিৰামৰ বীৰত্ব আৰু দেশপ্ৰেম স্বীকাৰ কৰিও মহন্তই ব্ৰিটিছৰ প্ৰতি অন্ধ-অন্ন-আনুগত্যত অবিচল আছিল।

নাৰীৰ প্ৰতি মহন্তৰ দৃষ্টিভংগী আছিল কেৱল সামন্তীয়েই নহয়, ব্ৰাহ্মণ্যবাদীও। তেওঁ শিশুবিবাহ সমৰ্থন কৰিছিল, যুৱক-যুৱতীৰ মাজত মিলা-মিছা অসমীয়া সমাজে যিমানদূৰলৈকে সমৰ্থন কৰে, তাৰো বিৰোধিতা কৰিছিল। তেওঁ আনকি চৰম নাৰী বিদ্বেষী মনুকো সমৰ্থন

৩২। বেণুধৰ শৰ্ম্মা ৰচনাৱলীৰ পাতনি, দ্বিতীয় খণ্ড
৩৩। Nation and Nationalism, p. 87.
৩৪। কমলাকান্ত ভট্টাচাৰ্য ৰচনাৱলী, পৃ- ২০-২৮
৩৫। ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী, পৃ- ২৮৮
৩৬। ঐ, পৃ- ৬৬

কৰিছিল। মহন্তই অসমীয়া নাৰীৰ আৰ্হি হিচাপে সীতা আৰু সাবিত্ৰীক তুলি ধৰিছিল। তেওঁ সীতা-সাবিত্ৰী সুলভ এগৰাকী অসমীয়া নাৰীৰো সন্ধানত আছিল। নিজৰ স্বামীৰ বাবে প্ৰাণ বিসৰ্জন দিয়া আহোম ৰাজকুমাৰী জয়মতীক পাই মহন্তৰ সন্ধানৰ ওৰ পৰিল।

কিন্তু ৰত্নেশ্বৰ মহন্তৰ জয়মতী এগৰাকী নহয়, তিনিগৰাকী। এই তিনিওগৰাকী জয়মতীৰ স্বামীও বেলেগ বেলেগ। আনকি তেওঁলোকৰ হত্যাকাৰীও ভিন্ ভিন্। উদাহৰণস্বৰূপে প্ৰকাশৰ ক্ৰম অনুসৰি প্ৰথমগৰাকী জয়মতীৰ স্বামীৰ নাম মহন্তৰ সংশ্লিষ্ট কবিতাটোত উল্লেখ নাছিল। অৱশ্যে 'ৰংগমতী' নামৰ উক্ত কবিতাটোৰ তলত টীকাত কোৱা হৈছিল যে আহোম স্বৰ্গদেউ গদাধৰ সিংহৰ পত্নী জয়মতীৰ গৌৰৱণত সেইটো লিখা হৈছিল। ইয়াত জয়মতীৰ হত্যাকাৰী বুলি চিনাক্ত কৰা হৈছিল মায়ামৰীয়া মৰাণ-মটকসকলক। তেওঁলোকক চণ্ডাল, অসুৰ, পাপী, ভূত, মদপী, অজ্ঞান, নৰাধম, ৰাক্ষস, পাপিষ্ঠ, দস্যুপতি, দুৰন্ত, নিৰ্দয়, দুৰাচাৰ, প্ৰেত ইত্যাদি আখ্যা দিয়া হৈছিল।[৩৭]

মহন্তৰ দ্বিতীয়গৰাকী জয়মতী আৰু গদাধৰ সিংহৰ পত্নী হৈ থকা নাছিল। এইবাৰ তেওঁ পৰিণত হৈছিল গদাধৰ সিংহৰে নাতি লক্ষ্মীসিংহৰ পত্নীত। পাছে জয়মতীৰ ওপৰত অত্যাচাৰী আৰু তেওঁৰ হত্যাকাৰী এইবাৰো একেই থাকিল- সেয়া হ'ল মায়ামৰীয়া-মৰাণ-মটকসকল।[৩৮] ক'ৰপৰা এইবোৰ তথ্য পালে তাক সদৰী নকৰি মহন্তই এইবাৰো মায়ামৰীয়াসকলৰ ওপৰত পাৰে মানে গালি-গালাজ কৰিবলৈ নেৰিলে। তেওঁৰ এই কটূক্তিপূৰ্ণ কুৎসাৰটনা আৰু বিষোদগাৰৰ ফলত অসমীয়া জাতি-গঠন প্ৰক্ৰিয়া ক্ষতিগ্ৰস্ত হোৱা অনিবাৰ্য আছিল।

ৰত্নেশ্বৰ মহন্তৰ তৃতীয়গৰাকী জয়মতীও আছিল পৃথক। এইবাৰ জয়মতীৰ স্বামী হোৱাৰ দায়িত্ব পুনৰ গদাধৰ সিংহকে দিয়া হ'ল; অত্যাচাৰী তথা হত্যাকাৰীৰ ভূমিকাত অৱতীৰ্ণ হ'ল স্বয়ং ল'ৰা ৰজা চুলিকফা। এনেকৈ তিনিওগৰাকী জয়মতীৰ স্বামী তথা হত্যাকাৰী সাল-সলনি হৈ থাকিলেও তিনিওটা কাহিনীতে এটা কথা একেই থাকিলঃ সেয়া হ'ল জয়মতীৰ সতীত্ব আৰু যন্ত্ৰণাৰ মাজেৰে তেওঁৰ মৃত্যুৰ মহত্ত্ব। তাৰ পৰা দেখা যায় যে ৰত্নেশ্বৰ মহন্তই প্ৰথমতেই সিদ্ধান্ত লৈ লৈছিল এগৰাকী হিন্দু সতী প্ৰক্ষেপণৰ বাবে; যিগৰাকী হ'ব অসমীয়া নাৰীৰ আৰ্হি। তাৰপাছত তেওঁৰ সেই পূৰ্ব সিদ্ধান্তৰ লগত খাপ খুৱাবলৈহে তেওঁ কাহিনী/চৰিত্ৰ বিচাৰি ফুৰিছিল।

অসমীয়া মধ্যশ্ৰেণীয়ে সাউৎকৈ এই সংকেত গ্ৰহণ কৰিলে। এনে ঐতিহাসিক ব্যক্তিত্ব/প্ৰতীকবোৰ অধিগ্ৰহণ কৰি সেইবোৰ নিজৰ মূল্যবোধেৰে সজাবলৈ তেওঁলোকৰ উৎসাহৰ অভাৱ নাছিল। ইয়াৰ ফলত তেওঁলোকৰ একাধিক উদ্দেশ্য সাধন হৈছিল। যেনেঃ (১) ইয়াৰ জৰিয়তে ব্ৰিটিছক ক্ষুণ্ণ নকৰাকৈও দেশপ্ৰেমিক হ'ব পৰা গৈছিল, (সেয়েহে জংগী মূলাগাভৰু আদিক বাছি ন'লৈ শান্ত-শিষ্ট জয়মতীক বাছি লোৱা হৈছিল), (২) জয়মতীৰ এই আবেগিক উপস্থাপনে সাধাৰণভাৱে সদৌ ৰাইজ আৰু বিশেষভাৱে নাৰীসমাজক অভিভূত

---

৩৭। '*ৰংগমতী*', ৰত্নেশ্বৰ মহন্তৰ ৰচনাৱলী, পৃ- ৭৩

৩৮। '*মোৱামৰীয়া বিদ্ৰোহ*', ৰত্নেশ্বৰ মহন্ত ৰচনাৱলী, পৃ- ২৭৫

কৰিছিল। (৩) জয়মতীক জাতীয় বীৰাংগণাৰ মৰ্যাদা দি বৰ্ণহিন্দুসকলে একেসময়তে আহোম তথা আন নিম্নবৰ্ণৰ ওপৰত মতাদৰ্শগত আধিপত্য প্ৰতিষ্ঠা কৰিছিল।

ৰত্নেশ্বৰ মহন্তৰ 'হিন্দু' জয়মতী, 'সতী' জয়মতীগৰাকীতকৈ, পদ্মনাথ গোহাঞিবৰুৱাৰ জয়মতী (১৯০০চন) আছিল পৃথকধৰণৰ। গোহাঞিবৰুৱাৰ বাবে জয়মতী নামটোও নতুন নাছিল। ৰত্নেশ্বৰ মহন্তই জয়মতীক আবিস্কাৰ কৰাৰ বহু আগতেই ১৮৭০ ৰ দশকতে গোহাঞিবৰুৱাৰ পৰিয়ালৰ হাতী এজনীৰ নাম দিয়া হৈছিল জয়মতী। গোহাঞিবৰুৱাই 'ছাত্ৰকালৰে পৰাই' জয়মতীৰ বিষয়ে নাটক এখন লিখাৰ কামনা পুহি ৰাখিছিল বুলি উক্ত নাটকৰ আগকথাত জনাইছে। নাটকখনৰ প্ৰথম শব্দটোৱেই আছিল 'আহোম'। তাৰ পৰা আমি বুজাব বিচাৰিছোঁ যে গোহাঞিবৰুৱাৰ জয়মতীগৰাকী আছিল প্ৰথমতে এগৰাকী আহোম ৰমণী আৰু দ্বিতীয়তঃ এগৰাকী অসমীয়া নাৰী। দৰাচলতে আহোম আৰু অসমীয়া এই দুয়োটা শব্দই সাল-সলনিকৈ নাটকখনৰ উধৰ পৰা মূধলৈকে ব্যৱহাৰ হৈ থাকে। গোহাঞিবৰুৱাই ১৮৯৩ চনত আহোম সভা গঠন কৰে আৰু ১৯৪১ চনলৈকে তাৰ প্ৰধান সম্পাদক পদত থাকে। ১৯১৪ চনত শিৱসাগৰ জয়দ'লৰ কাষত প্ৰথমবাৰৰ বাবে পালিত হয় জয়মতী উৎসৱ। স্বাভাৱিকতে অসমীয়া মধ্যবিত্ত সমাজখনৰ লগত ঐক্য বজাই ৰাখিও নিজা আহোম সমাজখনক সংগঠিত কৰাৰ ক্ষেত্ৰত জয়মতী গোহাঞিবৰুৱাৰ বাবে সহায়ক হৈ উঠে।

বেজবৰুৱাও পাছপৰি থকা ভকত নাছিল। সেয়েহে ১৯১৫ চনত তেঁৱো জয়মতী নামৰ এখন নাটক লিখি উলিয়ায়। তাৰ পাঁচ বছৰ পাছত ড. সূৰ্যকুমাৰ ভূঞাই লিখি উলিয়ায় তেওঁৰ জয়মতী উপাখ্যান (১৯২০)। এনেকৈয়ে জয়মতী জনপ্ৰিয় হৈ উঠি জাতীয় বীৰাংগনা ৰূপে প্ৰতিষ্ঠিত হোৱাৰ সময়তে তেওঁৰ বিৰুদ্ধে মোক্ষম আঘাত আহিল বেণুধৰ শৰ্মাৰ পৰা। শৰ্মাৰ মণিদীপ আলোচনীত লিখা ( যথাক্ৰমে ১৯৬৬ চনৰ দ্বাদশ সংখ্যা আৰু ১৯৬৭ চনৰ প্ৰথম দ্বিতীয় আৰু তৃতীয় সংখ্যা) 'ৰাজকুমাৰী জয়মতীঃ ইতিহাসৰ মৰণোত্তৰ পৰীক্ষা' বিষয়ক এলানি ধাৰাবাহিক প্ৰবন্ধই প্ৰভূত তিক্ততাৰ সৃষ্টি কৰে। জনৈক বিমলাকান্ত বৰুৱা, অধ্যাপক নোমল গগৈ, অসম সাহিত্য সভাৰ একালৰ সভাপতি ড° লীলা গগৈ আদিয়ে জয়মতীক জীয়াই ৰাখিবৰ বাবে এই বিতৰ্কত ভাগ লয়। শৰ্মাৰ আক্ৰমণে আহোম-বৰ্ণহিন্দু দ্বন্দ্বও বঢ়াই তোলে। সেইকথা তেওঁ নিজেও স্বীকাৰ কৰি গৈছে।[৩৯]

শৰ্মাৰ পাছত লক্ষ্মীনাথ তামুলীয়ে জয়মতীক আক্ৰমণ কৰি বতাহ গৰম কৰি ৰাখে।[৪০] তেওঁ জয়মতীক কাল্পনিক বুলি আখ্যা দিয়ে। আহোম সম্প্ৰদায়ৰ সঁহাৰিও হয় অনুৰূপ খঙাল। ই আমাক মনত পেলাই দিয়ে মহাৰাষ্ট্ৰত ড. আম্বেদকাৰৰ মূৰ্তিৰ ওপৰত হোৱা আক্ৰমণলৈ। ড° আম্বেদকাৰৰ মূৰ্তি ভঙাটো তাত দলিতৰ ওপৰত আক্ৰমণৰ সমাৰ্থক। অসমতো জয়মতীক আক্ৰমণৰ আঁৰত সাম্প্ৰদায়িক তাগিদা থকাৰ কথা নুই কৰিব নোৱাৰি। বিমলাপ্ৰসাদ চলিহা মুখ্যমন্ত্ৰী হৈ থকা সময়ত (১৯৫৭-৭১) অসম পুলিচৰ দুটা এলচেচিয়ান কুকুৰৰ নাম

৩৯। শৰ্মাই নিজে লিখিছে যে তেওঁ আহোম কটকী সকলক অকৰা বুলি কোৱা বাবে আৰু আৰ্য সভ্যতাই আহোমক উটাই নিনিয়া হ'লে অসমৰ অৱস্থা অষ্ট্ৰেলিয়া আৰু হনলুলুৰ নিচিনা হ'লহেঁতেন বুলি মন্তব্য কৰা বাবে আহোমসকল জাঁকি উঠিছিল ঃ বেণুধৰ শৰ্ম্মা ৰচনাৱলী, প্ৰথম খণ্ড, পঞ্চম অধ্যায়

৪০। প্ৰকাশ, চেপ্তেম্বৰ, নৱেম্বৰ ১৯৮৩

'লাচিত' আৰু 'জয়মতী' দিয়াটোৰ আন কোনোধৰণে ব্যাখ্যা দিয়া নাযায়। মনকৰিবলগীয়া যে ১৯৫৭ চনৰ বিধান সভা নিৰ্বাচনত চলিহাই আহোম জনগোষ্ঠীগত একতাৰ ফলত আৰচিপি আই প্ৰাৰ্থী খগেন বৰবৰুৱাৰ হাতত আমগুৰি সমষ্টিত পৰাজিত হ'বলগা হৈছিল। চলিহাই বৰাক উপত্যকাৰ বদৰপুৰৰ পৰা এক উপ-নিৰ্বাচনত জিকি আহিহে মুখ্যমন্ত্ৰীত্ব বাহাল ৰাখিব পাৰিছিল। আমগুৰিৰ পৰাজয়ৰ পোতক তুলিবলৈকে এলচেচিয়ানৰ নাম লাচিত/জয়মতী ৰখা হয় নিৰ্বাচনৰ ঠিক পাছতে; অন্ততঃ এয়াই অভিযোগ।

বিশিষ্ট বাঙালী পণ্ডিত ড. সুনীতি কুমাৰ চেটাৰ্জীয়েও জয়মতীক '*A country woman worthy of Sita and Savitri, ideal Hindu wives of ancient story*'[৪১ক] বুলি ক'লেও জ্যোতিপ্ৰসাদ আগৰৱালাৰ এই সম্পৰ্কে মতামত আছিল সম্পূৰ্ণ বৈপ্লৱিক। তেওঁ জয়মতীক এগৰাকী প্ৰকৃত জাতীয় বীৰাংগণা ৰূপে প্ৰক্ষেপিত কৰিছিল। এই প্ৰগতিশীল শিল্পীজনে জয়মতীৰ বিষয়ে তেওঁৰ বোলছবিখনৰ নামটো ইংৰাজীত 'Princess Goymati or Satyagrahi' বুলিহে দিছিল। তেওঁৰ বাবে জয়মতী আছিল ৰাষ্ট্ৰৰ বৰ্বৰ নিপীড়ণৰ বিৰুদ্ধে গান্ধীবাদী নিষ্ক্ৰিয় প্ৰতিৰোধৰ প্ৰতীক; কিন্তু তেওঁ সক্ৰিয় প্ৰতিৰোধৰ ধাৰণাৰো বিৰোধী নাছিল। সেয়েহে তেওঁ বোলছবিখনত সক্ৰিয় শাৰীৰিক প্ৰতিৰোধৰ দৃশ্য এটাও সুমাই দিছিল। জয়মতীৰ ওপৰত অত্যাচাৰ দেখি থকা এগৰাকী কুঁজী বুঢ়ীয়ে হঠাৎ জাঁকি উঠি অত্যাচাৰীহঁতক প্ৰহাৰ কৰিবলৈ ধৰিছিল। 'শ্যুটিঙ'ৰ ভিতৰত হঠাতে আহি পৰা এই ঘটনাটোৰ দৃশ্যগ্ৰহণ কৰিছিল জ্যোতিপ্ৰসাদে।[৪১খ] তদুপৰি তেওঁ যিহেতু অসমৰ স্থানীয় কোনো জাতি-বৰ্ণৰ মানুহ নাছিল, সেয়েহে তাক লৈ কাজিয়াত জড়িত হ'বলৈও তেওঁৰ কোনো গৰজ নাছিল। জ্যোতিপ্ৰসাদৰ জয়মতী সেয়েহে আছিল পূৰ্বৰ কেউগৰাকী জয়মতীৰ সমন্বিত, আৰু সবাতোকৈ প্ৰগতিশীল ৰূপ।

সামৰণিত কওঁ যে জয়মতী আছিল এক অতি শক্তিশালী সাংস্কৃতিক প্ৰতীক য'ত নিহিত হৈ আছিল একাধিক দ্বন্দ্ব, যেনেঃ (১) হিন্দু সতী, বনাম প্ৰেম আৰু ত্যাগৰ অসমীয়া প্ৰতীক, (২) আহোম গৌৰব বনাম অসমীয়া দেশপ্ৰেম, আৰু (৩) ব্ৰিটিছ-ভক্তবৃন্দৰ দ্বাৰা ব্যৱহৃত নিষ্ক্ৰিয়তাৰ ধাৰণা বনাম ভাৰতীয় জাতীয়তাবাদৰ সক্ৰিয় প্ৰতিৰোধ। অৱশ্যে এয়া কেৱল জয়মতীৰে দ্বন্দ্ব নহয়, অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰে দ্বন্দ্ব।

## চিলাৰায়ঃ নাপলেয়ঁ আৰু শিৱাজীৰ সমকক্ষ

অসম ছাত্ৰ সন্মিলনে ১৯২৩ চনত এক ৰাজনৈতিক প্ৰস্তাৱযোগে বাছনি কৰা জাতীয় বীৰ-বীৰাংগণাসকলৰ ভিতৰত লাচিত, জয়মতীৰ লগতে চিলাৰায়ো আছিল। কোচ ৰজা নৰনাৰায়ণৰ ভাতৃ, যুৱৰাজ তথা সেনাপতি চিলাৰায়ে (১৫১০-১৫৭১ খ্ৰীষ্টাব্দ) পূব ভাৰতৰ এক বিশাল অংশ বিজয় কৰিছিল। আহোমসকলক পৰাজিত কৰাৰ উপৰিও চিলাৰায়ে কছাৰী, খাচী-জয়ন্তীয়া, চিলেট, মণিপুৰ, ত্ৰিপুৰা, ডিমৰীয়া আদিও জয় কৰিছিল। ফলত কোচ

৪১ক। The Place of Assam in the History and Civilisation of India, p 47.

৪১খ। প্ৰকাশ, জানুৱাৰী, সংখ্যাত পৰশুৰাম বৰুৱাৰ লেখনী।

ৰাজ্য উত্তৰ পূৰ্বাঞ্চলৰ এক বিৰাট অংশৰ উপৰিও বৰ্তমানৰ পশ্চিমবংগ, বাংলাদেশ আৰু নেপালৰ একাংশলৈকো বহলিছিল। ৰায়বাহাদুৰ কনকলাল বৰুৱাই আবুল ফজলৰ আকবৰনামাৰ উদ্ধৃতি দি কৈছে যে কোচৰাজ্যৰ পশ্চিম সীমাত আছিল ত্ৰিহুৎ, দক্ষিণ পশ্চিমত আছিল বৰ্তমান বাংলাদেশৰ ৰংপুৰ আৰু মৈমনসিং, দক্ষিণপূবত ই গুৱাহাটী পাৰ হৈ মায়ং আৰু ডিমৰুৱালৈকে সামৰি লৈছিল।[৪২]

এই বিৰাট সম্প্ৰসাৰণৰ কৃতিত্ব মূলতঃ চিলাৰায়ৰ। কিন্তু চিলাৰায় কেৱল এক সামৰিক বীৰেই নাছিল। তেওঁ আছিল এক নতুন সভ্যতা-সংস্কৃতিৰো বাৰ্তাবাহক। আন এজন বিশিষ্ট বুৰঞ্জীবিদ ড° সূৰ্যকুমাৰ ভূঞাই আঙুলিয়াই দিছে যে কামাখ্যা মন্দিৰ আৰু শংকৰদেৱৰ সাহিত্য-সংস্কৃতি-ধৰ্ম হৈছে অসমীয়া জাতিৰ প্ৰতি নৰনাৰায়ণ-চিলাৰায়ৰ বৰঙণি; কামাখ্যা মন্দিৰ আৰু শংকৰদেৱৰ বাবেই অসম-অসমীয়াক ভাৰত-ভাৰতীয়ই চিনি পায়।[৪৩] অৱশ্যে ইয়াৰ বাহিৰেও চিলাৰায়ৰ আন ঐতিহাসিক ভূমিকা আছিল; তেওঁ ক্ষুদ্ৰ ক্ষুদ্ৰ আত্ম-মগ্ন জনজাতি ৰাজ্যবোৰ ভাঙি সমগ্ৰ উত্তৰ পূৰ্বাঞ্চল জুৰি এক সামন্তীয় ব্যৱস্থাৰ ভেটি স্থাপন কৰিছিল। বিশ্ববিখ্যাত ইতিহাসবিদ আৰ্ণল্ড টয়নবীয়ে সেয়ে বিশ্বৰ তিনিজন দিগ্বীজয়ী বীৰৰ ভিতৰত নাপলেয়ঁ ব'নাপাৰ্টে আৰু ছত্ৰপতি শিবাজীৰ লগতে চিলাৰায় দেৱানকো অন্তৰ্ভুক্ত কৰিছিল।[৪৪]

এনে এজন বীৰক অসমীয়াৰ জাতীয় বীৰৰ তালিকাত অন্তৰ্ভুক্ত কৰাটো অতি উপযুক্ত কথা হৈছিল। অসম ছাত্ৰ সন্মিলনৰ এই সচেতন সিদ্ধান্ত আৰু এটা কাৰণে তাৎপৰ্যপূৰ্ণ আছিল। চিলাৰায় আৰু লাচিত এনে দুই সম্প্ৰদায়ৰ ব্যক্তি তথা এনে দুখন ৰাজ্যৰ সেনাপতি আছিল, যাৰ মাজত বহু সময়ত যুদ্ধ চলিছিল। মৃত্যুৰ কে'বা শতিকাৰ পাছত তেওঁলোকক একেখন মঞ্চতে সম-মৰ্যাদাৰে স্থান দিয়াটোৱে অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত ইতিবাচক প্ৰভাৱ পেলাইছিল।

পাছে অসম ছাত্ৰ সন্মিলনৰ এই সঠিক সিদ্ধান্ত সত্ত্বেও লাচিত আৰু জয়মতীৰ সমানে চিলাৰায়ক প্ৰক্ষেপণ কৰাৰ ব্যৱস্থা লোৱা নহ'ল। মধ্যযুগৰ ইতিহাসৰ নিৰ্জীৱ পাতৰ পৰা চিলাৰায়ৰ চৰিত্ৰক তুলি আনি আধুনিক ৰূপদানৰ ব্যৱস্থা কৰিবলৈ অগ্ৰণী অসমীয়া বুদ্ধিজীৱীসকলে কিয় উৎসাহ নেদেখুৱালে, বুজা টান। ৰাজমোহন নাথ নামৰ বৰাক উপত্যকাৰ বাঙালী অভিযন্তাজনেহে চিলাৰায়ৰ বিষয়ে প্ৰথম কিতাপখন লিখি উলিয়ালে। অতুল চন্দ্ৰ হাজৰিকাৰ মতে ১৯৮৩ চনলৈকে প্ৰকাশিত চিলাৰায় সম্পৰ্কীয় সেইখনেই একমাত্ৰ প্ৰামাণ্য ঐতিহাসিক পুথি।[৪৫] (অৱশ্যে মাজৰ সময়খিনিত দণ্ডিনাথ কলিতা আৰু মিত্ৰদেৱ মহন্তই চিলাৰায় আৰু নৰনাৰায়ণ নামেৰে দুখন নাটক লিখিছিল; হাজৰিকায়ো তেওঁৰ ছাত্ৰকালতে চিলাৰায় নামেৰে নাটক এখন লিখিছিল।) অসমীয়া বুদ্ধিজীৱীৰ এই চিলাৰায়-অৱহেলাৰ সম্ভাব্য দুটা কাৰণ হাজৰিকাই উনুকিয়াইছে। প্ৰথমতঃ আহোম বুৰঞ্জীৰ তুলনাত কোচ বুৰঞ্জী পাবলৈ টান। দ্বিতীয়তঃ গুণাভিৰাম বৰুৱা, ড° সূৰ্যকুমাৰ ভূঞা, বেণুধৰ শৰ্মা, হিতেশ্বৰ বৰবৰুৱা,

---

৪২। Early History of Kamrupa, p. 20.
৪৩। উৎস ঃ সংগ্ৰামসিংহ চিলাৰায়, পৃ-২১
৪৪। ঐ, পৃ-৩
৪৫। অতুল চন্দ্ৰ হাজৰিকাৰ পাতনি, ঐ

ড° পদ্মেশ্বৰ গগৈ আৰু ড° লীলা গগৈ (শেহৰ তিনিজনে জন্মসূত্ৰে আহোম সম্প্ৰদায়ৰ) আদি বুৰঞ্জীবিদসকলে প্ৰধানকৈ আহোম বুৰঞ্জীতে মনোযোগ দিছিল।

আন এটা সম্ভাব্য তৃতীয় কাৰণ হৈছে যে সেইসময়ত কোচ সম্প্ৰদায়ৰ মাজৰ পৰা এনে বুদ্ধিজীৱী/বুৰঞ্জীবিদ বেছিকৈ ওলোৱা নাছিল যি সকলে নিজা বীৰ এজনক জাতীয় বীৰৰূপে তুলি ধৰিব পাৰে। তদুপৰি আহোম সভা ১৮৯৩ চনতে গঠিত হোৱাৰ বিপৰীতে কোচ ৰাজবংশী সংগঠন ১৯১২ চনতহে গঠিত হৈছিল। কোচসকলে নিজৰ স্বকীয় সত্তা সাব্যস্ত কৰিবলৈ আৰু বহু বছৰ লাগিছিল। সেয়েহে চিলাৰায়ক জাতীয় বীৰৰূপে তুলি ধৰাৰ তাগিদা জনগোষ্ঠীটোৰ নেতৃত্বই হয়তো সিমান তীব্ৰভাৱে অনুভৱ কৰা নাছিল।

তাৰ বহু দশকৰ পাছত, ১৯৮০ চনতহে অসম সাহিত্য সভাই এজন বিশিষ্ট কোচ লেখকক চিলাৰায়ৰ ঐতিহাসিক জীৱনী এখন লিখাৰ দায়িত্ব দিয়ে। ঘটনাক্ৰমে সেইসময়ত অসমৰ বিদেশী খেদা আন্দোলনটো তুংগত আছিল। আন্দোলনটোত ৰাজ্যখনৰ বৃহত্তম অসমীয়া ভাষী জনগোষ্ঠী, পঞ্চাশ লাখ জনসংখ্যাবিশিষ্ট কোচৰাজবংশীসকলক সদলবলে সমাবেশিত কৰাৰ ৰাজনৈতিক প্ৰয়োজনে দেখা দিছিল। সেয়েহে অসম সাহিত্য সভাৰ তেতিয়াৰ প্ৰধান সম্পাদক ড° নগেন শইকীয়াই সভাৰেই প্ৰবীণ সদস্য তথা কোচ বুৰঞ্জীবিদ অম্বিকাচৰণ চৌধুৰীক উক্ত জীৱনী লেখাৰ দায়িত্ব দিয়ে। চৌধুৰীয়ে এক-ডেৰমাহৰ ভিতৰত সেই কাম সম্পূৰ্ণও কৰে। সভাৰ ১৯৮১ চনৰ ডিফু অধিৱেশনৰ আগে আগে কিতাপখন প্ৰকাশ হ'ব লগা আছিল। কিন্তু সিফালে আন্দোলনৰ গতিবেগ কমি অহাৰ লগে লগে সভায়ো কিতাপখনৰ প্ৰতি আগ্ৰহ হেৰুৱালে। ফলত লেখকে বৈ বৈ আমনি লাগি অৱশেষত ১৯৮৩ চনত নিজেই কিতাপখন প্ৰকাশ কৰিব লগা হয়। তেওঁ কিতাপখন 'অসম আন্দোলনৰ শ্বহীদসকলৰ স্মৃতিত' উছৰ্গা কৰিলে। মন কৰিবলগীয়া যে আন্দোলনটোৰ সৰ্বাধিক সংখ্যক শ্বহীদ আছিল উক্ত সম্প্ৰদায়টোৰে। কিতাপখনৰ পাতনিত লেখকে নিজেই অসম আন্দোলনৰ পটভূমিত চিলাৰায়ৰ প্ৰাসংগিকতা সাব্যস্ত কৰিব বিচাৰিছে।[৪৬]

লক্ষ্যণীয়ভাৱে অসম ছাত্ৰ সন্মিলনে বাছনি কৰা এই তিনিগৰাকী জাতীয় বীৰ-বীৰাংগনাৰ মাজত এজনো ব্ৰিটিছ বিৰোধী নাছিল; অথবা কোৱা উচিত তেওঁলোক প্ৰাক্-ব্ৰিটিছ যুগৰ মানুহ আছিল। ব্ৰিটিছ-বিৰোধী জাতীয় চেতনা জগাই তুলিবলৈ তেওঁলোক যথেষ্ট নাছিল। সেয়েহে পৰৱৰ্তী কালত মণিৰাম দেৱানক কেন্দ্ৰ কৰি বীৰ-বন্দনা, উৎসৱ আদি গঢ়ি তোলা হ'ল। এই ক্ষেত্ৰত বিশেষ ভূমিকা লৈছিল বেণুধৰ শৰ্মাই। এজন সামন্তীয় অভিজাতৰ পৰা দেৱান পৰিণত হৈছিল পুঁজিপতিত। জীৱনৰ আগছোৱাত তেওঁ ব্ৰিটিছৰ প্ৰতি গভীৰভাৱে অনুগত আছিল আৰু সেই বাটেৰেই প্ৰচুৰ ধনসম্পত্তি আৰ্জিছিল। তেওঁ নিজ বলেৰে এক জাতীয় পুঁজিপতি হোৱাৰ সপোন দেখিছিল; গমকে পোৱা নাছিল যে ব্ৰিটিছ সাম্ৰাজ্যবাদে সেই ধৃষ্টতা বৰদাস্ত নকৰে। গম যেতিয়া পালে, তেতিয়া তেওঁ বিদ্ৰোহীৰ শাৰীত থিয় হ'ব লগা হ'ল। 'চিপাহীবিদ্ৰোহ'ত অগ্নিস্নান কৰি দেৱানে সৰ্বভাৰতীয় বিদ্ৰোহীবৃন্দৰে সম্পৰ্ক স্থাপন কৰিলে। সামন্ত অভিজাতৰ পৰা পুঁজিপতি হৈ বিদ্ৰোহীত পৰিণত হোৱা এই বৰ্ণাঢ্য চৰিত্ৰ

৪৬। সংগ্ৰামসিংহ চিলাৰায়

স্ববিবোধ আৰু দ্বন্দ্বৰেও ভৰপূৰ আছিল। মণিৰামৰ বীৰপূজাৰ প্ৰৱৰ্তক, তথা তেওঁৰে সৈতে একেই দক্ষিণপাট সত্ৰৰ শিষ্য বেণুধৰ শৰ্মাই মণিৰাম দেৱানৰ লগত নিজক এনেকৈ একাত্ম কৰি পেলাইছিল যে শৰ্মাৰ মৃত্যুও ঘটে মণিৰাম দেৱানৰ মৃত্যুতিথিতে। শৰ্মাই বোলে মৃত্যুৰ আগমুহূৰ্ত্ততো 'মোৰ জীৱন, মণিৰাম দেৱান' বুলি কৈ কৈ চিপ টানিছিল। দেৱানৰ দৰে শৰ্মাও আছিল স্বাধীনতা সংগ্ৰামী আৰু বুৰঞ্জীকাৰ। দেৱান যেনেকৈ এসময়ত ব্ৰিটিছ-অনুগত আছিল শৰ্মাইও তেনেকৈ ব্ৰিটিছ ৰাৰ ফ্ৰন্টত যোগ দিছিল। শৰ্মাৰ মণিৰাম দেৱানজন আছিল মূলতঃ এক দ্বিধাবিভক্ত চৰিত্ৰ, যি এহাতে সামন্তীয় মূল তথা ব্ৰিটিছানুগত্য আৰু আনহাতে স্বাধীনতাৰ আকাংক্ষাৰ দ্বন্দ্বত ভোগা অসমীয়া মধ্যশ্ৰেণীৰেই প্ৰতিনিধিত্ব কৰিছিল।

এইসকলৰ উপৰিও চুতীয়াসকলৰ সতী সাধনী, কৈৱৰ্ত সকলৰ ৰাধিকা শান্তি, ডিমাছাসকলৰ তুলাৰাম সেনাপতি, মৰাণ মটকসকলৰ ৰাধা-ৰুক্মিণী, মৈইতৈইসকলৰ টিকেন্দ্ৰজিৎ, ৰাভাসকলৰ পৰশুৰাম আদিকো পৰিপূৰক জাতীয় বীৰ-বীৰাংগণা ৰূপে তুলি ধৰা হৈছিল। তেওঁলোকে নিজ নিজ সম্প্ৰদায়ৰ কল্পনা জগাই তুলি তেওঁলোকক ঐক্যবদ্ধ কৰিবলৈও সক্ষম হৈছিল। যিসকলে এই চৰিত্ৰবোৰ তুলি ধৰিছিল, তেওঁলোক সাধাৰণতে আছিল আন সম্প্ৰদায়ৰ। উদাহৰণস্বৰূপে নামনি অসমৰ দৈৱচন্দ্ৰ তালুকদাৰ আৰু আহোম-সম্প্ৰদায়ৰ ক্ষেত্ৰধৰ বৰগোঁহায়ে মায়ামৰীয়া বিদ্ৰোহৰ দুই নেত্ৰী ৰাধা-ৰুক্মিণীক প্ৰতিষ্ঠা কৰিছিল। অৱশ্যে এনেকৈ কৰোঁতে ঐতিহাসিক চৰিত্ৰসমূহক পৰস্পৰ বিৰোধী ধৰণেও তুলি ধৰা হৈছিল। উদাহৰণস্বৰূপে চাকৰিৰ বাবে বাঙালীৰ লগত প্ৰতিযোগিতাত অৱতীৰ্ণ অসমীয়া মধ্য শ্ৰেণীয়ে ৰুদ্ৰসিংহক 'অসমীয়া বীৰ' বুলি তুলি ধৰাৰ বিপৰীতে বাঙালী পণ্ডিত সুনীতি কুমাৰ চট্টোপাধ্যায়ে আকৌ ৰুদ্ৰসিংহক দিল্লীৰ মুছলীম শাসকৰ বিৰুদ্ধে হিন্দু-বীৰ বুলিহে চিত্ৰায়িত কৰিছিল। এনেকৈয়ে তেওঁ অসমীয়া আৰু বাঙালীসকলক-ঐক্যবদ্ধ কৰিবলৈ যাওঁতে উমৈহতীয়া শত্ৰু কল্পনা কৰি লৈছিল। অৱশ্যে শত্ৰু নাথাকিলে কল্পনা কৰি লোৱাটোৱেই বীৰ-পূজা-সংস্কৃতিৰ নিয়ম।

সামৰণিত ক'ব পাৰি যে অসমীয়া মধ্যশ্ৰেণী আৰু ইয়াৰ সহযোগী সামাজিক সাংস্কৃতিক সংগঠন তথা কাকত-আলোচনীবোৰে জাতি-গঠনৰ লক্ষ্য লৈয়ে সচেতনভাৱে জাতীয় বীৰ-পূজাৰ এক পৰম্পৰা গঢ়ি তুলিছিল। এই ঐতিহাসিকভাৱে বিকশিত সাংস্কৃতিক প্ৰতীকবোৰৰ আৱিস্কৰণ, প্ৰক্ষেপন আৰু কাৰ্যকৰীকৰণ আছিল এক জাতীয়-ৰাজনৈতিক কৰ্ম। মধ্যশ্ৰেণীটোক এইবোৰ প্ৰতীকৰ প্ৰয়োজন আছিল নিম্নোক্ত কাৰণবোৰত ঃ

প্ৰথম, অসমীয়া মধ্যশ্ৰেণীয়ে অসম তথা অসমীয়া মানুহ/ভাষা/সংস্কৃতিক ভাল পাইছিল। কিন্তু জাতীয় স্বাধীনতা অবিহনে পৰাধীন দেশ এখনত তেনে ভালপোৱা অৰ্থহীন হৈ পৰে। উক্ত প্ৰতীকবোৰৰ আৱিস্কাৰেৰে, বীৰপূজাৰ মাধ্যমেৰে সেই ভালপোৱাক অৰ্থ দিব বিচাৰিছিল মধ্যশ্ৰেণীয়ে। আওপকীয়া এনে দেশপ্ৰেমৰে বহিঃপ্ৰকাশ আছিল বিছৰ আনুষ্ঠানিকীকৰণো। ঔপনিবেশিক শাসনে আনি দিয়া হীনমন্যতাৰ ক্ষতিপূৰণ কৰিবৰ বাবেই লক্ষ্মীনাথ বেজবৰুৱাই 'জগৎ গুৰু' শংকৰদেৱক, হেমচন্দ্ৰ গোস্বামীয়ে 'মহাবীৰ' লাচিত বৰফুকনক, আৰু ৰত্নেশ্বৰ মহন্তই 'মহাসতী' জয়মতীক আৱিস্কাৰ কৰিছিল। ডিম্বেশ্বৰ নেওগে

এই আবিস্কাৰক জাতীয় হীনমন্যতাৰ ক্ষতিপূৰণ কৰি নতুন ভেটিত অসমীয়া জাতিক প্ৰতিষ্ঠাৰ প্ৰচেষ্টা বুলি কৈছিল।(৪৭)

নিৰ্বাচিত বীৰ-বীৰাংগনাসকল বিভিন্ন জাতি-বৰ্ণৰ হোৱা বাবে, শিৱাজীৰ দৰে তেওঁলোক সাম্প্ৰদায়িকতাৰ প্ৰতীক নোহোৱা বাবে এইবিলাক অসমীয়া জাতিসত্তাক সংহত কৰাৰ ক্ষেত্ৰত ভালেখিনি সহায়ক হ'ল। চুবুৰীয়া বংগত অনুষ্ঠিত 'হিন্দু মেলা'ৰ দৰে উৎসৱে বাঙালী জাতিক বাঁহ ফলাদি ফলাৰ বিপৰীতে অসমত অনুষ্ঠিত 'লাচিত মেলা'ই অসাম্প্ৰদায়িক চৰিত্ৰ অক্ষুণ্ণ ৰখাটো তাৎপৰ্যপূৰ্ণ। তথাপিও এই বীৰ-বীৰাংগনাসকলৰ (অৰ্থাৎ তেওঁলোকৰ প্ৰতীকৰ) ভালেখিনি অন্তৰ্নিহিত দুৰ্বলতাও আছিল। যেনেঃ (১) এই সকলৰ কোনো (পৰৱৰ্তীকালত সংযোজিত মণিৰাম দেৱানক বাদ দি) ব্ৰিটিছ-বিৰোধী নাছিল, সেয়েহে জাতীয় স্বাধীনতাৰ আধুনিক আন্দোলনত প্ৰেৰণা দিবৰ বাবে তেওঁলোকৰ প্ৰেৰণা পৰ্যাপ্ত নাছিল। (২) লাচিত, জয়মতী আৰু চিলাৰায়ে অসমীয়া ভাষী শাহটোক সংহত কৰিব পাৰিলেও ঝাড়খণ্ডী আদিবাসী, অভিবাসী মুছলমান, আনকি বিভিন্ন জনজাতিকো তেওঁলোকে উদ্দীপ্ত কৰিব নোৱাৰে।

## বীৰপূজাৰ নতুন ধাৰা

এইখিনিতে বীৰপূজাৰ বিকল্প ধাৰা এটাৰ প্ৰসংগও আহি পৰে। ভাৰতীয় গণনাট্য সংঘৰ অসম শাখাই উ তিৰৎ সিং (খাচী), কিয়াংনাবা(জয়ন্তীয়া), টিকেন্দ্ৰজিৎ (মৈইতেই) আৰু বাংকুৰু চাওৰা (শিৱসাগৰ জিলাৰ আদিবাসী চাহ-শ্ৰমিক) আদি ব্ৰিটিছ-বিৰোধী শ্বহীদবৃন্দৰে গঠিত এক নতুন বীৰ পৰম্পৰা গঢ়ি তোলে।(৪৮) বিভিন্ন ধৰণৰ সাংস্কৃতিক ৰূপ তথা মাধ্যম ব্যৱহাৰ কৰি ই সেইসকল বীৰক জনপ্ৰিয় কৰি তুলিছিল। চি পি আই দলৰ সাংগঠনিক সংকীৰ্ণতাবাদৰ বাবে গণনাট্য সংঘৰ উক্ত প্ৰচেষ্টা সম্পূৰ্ণৰূপে সাফল্যমণ্ডিত নহ'ল যদিও অসমীয়া জাতিগঠন প্ৰক্ৰিয়াত তাৰ ইতিবাচক প্ৰভাৱ আজিও ৰৈ গ'ল।

কথাটো গুৰুত্বপূৰ্ণ যিহেতু বিংশ শতিকাৰ তৃতীয় দশক মানৰ পৰাই অসমীয়া জাতি গঠন প্ৰক্ৰিয়াই কেতবোৰ গুৰুতৰ সমস্যাৰ সমুখীন হয়। অসম ছাত্ৰ সন্মিলন আদিয়ে বীৰ-প্ৰক্ষেপনৰ কামটো তাৰ আগতেই সমাধা কৰিছিল। কিন্তু তাৰ পৰৱৰ্তী কালত ভাৰতৰ আন প্ৰদেশৰ পৰা লাখ বিলাখ মানুহে অসমলৈ প্ৰব্ৰজন কৰিলে। তদুপৰি বহু থলুৱা জনগোষ্ঠীয়ে অসমীয়া জাতিসত্তাৰ বিপৰীতে নিজৰ অস্তিত্ব এইছোৱা সময়ত ঘোষণা কৰিছে। এতেকে পুৰণি প্ৰতীকবোৰে আগৰ প্ৰাসংগিকতা হেৰুৱাইছে। উদাহৰণস্বৰূপে লাচিতৰ নামে আৰু অভিবাসী মুছলমান, আদিবাসী ঝাড়খণ্ডী, আনকি জনজাতিসকলকো আকৃষ্ট কৰিব নোৱাৰে। ওলোটাই লাচিতৰ জংগীৰূপে তেওঁলোকক ভয় খুৱাবহে পাৰে।

সেয়েহে বীৰ-বীৰাংগনাৰ তালিকাখন বহলোৱা সম্পৰ্কে বিবেচনাৰ প্ৰয়োজন। এসময়ৰ দুই পৰস্পৰ যুধ্যমান ৰাজ্যৰ সেনাপতি লাচিত আৰু চিলাৰায় যদি একেটা অসমীয়া জাতিৰ জাতীয় বীৰ হ'ব পাৰে তেনেহ'লে সত্ৰাধিকাৰ পীতাম্বৰ দেৱ গোস্বামীৰে সৈতে মৌলানা

৪৭। অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ, ১৯৬৫ চন

৪৮। সাম্প্ৰতিক সাময়িকী (১৯৭৯)ত হেমাংগ বিশ্বাসৰ প্ৰবন্ধ

আব্দুল হামিদ খান ভাচানীক লৈ এখন আধুনিক তালিকা হ'ব নোৱাৰে কয়? চেমচন সিং ইংতি, কমলা মিৰি, ৰবৰ লালুং, বাহু কৈৱৰ্ত, মুংৰী মেম, দয়াল পানিকা, বাহাদুৰ গাঁওবুঢ়া, ভ্ৰমৰচন্দ্ৰ শইকীয়া, দলবীৰ সিং লোহাৰ, ৰূপনাথ ব্ৰহ্ম, কুশল কোঁৱৰ আৰু অৱশ্যেই বিষ্ণু ৰাভা আৰু জ্যোতিপ্ৰসাদ আগৰৱালাক সামৰিয়েই সেই নতুন তালিকাখন গঢ়ি উঠিব লাগিব। নমস্যসকলৰ প্ৰতীকী তালিকাত এইসকলৰ অন্তৰ্ভুক্তিয়ে সকলো সংশ্লিষ্ট সম্প্ৰদায়লৈ উদাৰতাবাদ, গণতন্ত্ৰ আৰু সাংস্কৃতিক সমতাৰ সঠিক বাণীকে কঢ়িয়াই নিব। তাকে কৰিব নোৱাৰিলে পুৰণি বীৰৰ তালিকাৰে নতুন দিনৰ জাতি গঠনৰ কাম নিসিজিব।

## জাতীয় উৎসৱ বিহু ঃ এটি কোটিটকীয়া সম্পদ

সাংস্কৃতিক ক্ষেত্ৰত অসমীয়া মধ্যশ্ৰেণীৰ বৃহত্তম সাফল্য নিশ্চয় 'ইতৰ মানুহৰ অশ্লীল নাচ-গানৰ উৎসৱ'ৰ পৰা এক মৰ্যাদাপূৰ্ণ জাতীয় উৎসৱৰ মৰ্যাদালৈ বিহুৰ বিবৰ্তন। বিহুক ঠিক উদ্ভাৱন বুলিও ক'ব নোৱাৰি; বৰং ই এক 'আবিস্কাৰ'হে। অসমৰ বিভিন্ন জনগোষ্ঠীয়ে স্মৰণাতীত কালৰ পৰা এক কৃষি উৎসৱৰূপে বিহু পালন কৰি আহিছে। কিন্তু সেই বিহু আছিল এক জীৱন-চৰ্যা, অৱচেতন এক সাংস্কৃতিক প্ৰকাশ। বছৰৰ ঋতু পৰিবৰ্তনৰ দৰেই সি আছিল স্বাভাৱিক আৰু নৈসৰ্গিক। তদুপৰি অসমৰ (বিশেষকৈ উজনি অসমৰ) বিভিন্ন প্ৰান্তত উদযাপিত বিহুৰ কোনো সমৰূপতা নাছিল; নাছিল একক সময়সূচীও। সেয়েহে এটা জাতীয় উৎসৱৰূপে, অথবা একমাত্ৰ জাতীয় উৎসৱৰূপে বিহুৰ বিকাশ আছিল অসমীয়া মধ্যশ্ৰেণীৰ এক সচেতন ৰাজনৈতিক সিদ্ধান্ত। ই মধ্যশ্ৰেণীটোৰ জাতিগঠন সংক্ৰান্তীয় সবাতোকৈ বিচক্ষণ সিদ্ধান্তও আছিল। আজি বিহু অসমীয়া জাতিসত্তা আৰু ইয়াৰ জাতীয় পৰিচিতিৰ লগত ইমানেই অভিন্ন যে বিহুক বাদ দি অসমীয়াক কল্পনাই কৰিব নোৱাৰি। কিন্তু বিহুৰ অৱস্থান সদায় এনে নাছিল। এটা দিন আছিল যেতিয়া অসমীয়া উচ্চবৰ্ণ অভিজাতসকল আছিল দোৰ্ঘোৰ বিহু-বিৰোধী। তেওঁলোকৰে উদাৰ অংশ এটাই উক্ত বিহু-বিৰোধী অংশটোৰ বিৰুদ্ধে প্ৰবল বিতৰ্ক চলাব লগা হৈছিল। দীঘলীয়া বিতৰ্কৰ অন্ততহে বিহুৱে বিজয় লাভ কৰিছিল।

আগছোৱাৰ অসমীয়া অভিজাতসকলৰ অন্যতম হলীৰাম ঢেকীয়াল ফুকনে(১৮০২-১৮৩৮) বিহুৰ প্ৰবল বিৰোধিতা কৰি তেওঁ 'আসাম বুৰঞ্জী'ত লিখিছিল(পৃ- ১০১)ঃ

*বিহুৰ গান একটা হইয়া থাকে তাহাতে সাধাৰণ লোকেৰ স্ত্ৰীলোক ও লম্পট পুৰুষসকল একত্ৰ হইয়া জুগুপৎচিত নৃত্যগীত কৰিয়া থাকে।*

হলীৰামৰ এই বিহু-বিদ্বেষ এক ব্যক্তিগত ব্যাপাৰ নাছিল। অসমীয়া জাতীয়তাবাদৰ পিতৃ-পুৰুষ বুলি অভিহিত আনন্দৰাম ঢেকীয়াল ফুকনৰো(১৮৯২-১৮৫৯) বিহুৰ প্ৰতি অকণো ভাল ভাব নাছিল। আনন্দৰামৰ জীৱনীকাৰ গুণাভিৰাম বৰুৱাই লিখিছে,

*অশ্লীলতা তেওঁ বৰ ঘৃণা কৰিছিল। বৈশাখৰ বিহুত নগাঁওৰ স্থানে স্থানে অশ্লীল নৃত্যগীত হৈছিল সেইসকলক তেওঁ নিবাৰণ কৰালে আৰু এইৰূপ কাৰ্য যে অনিষ্টজনক তাক তেওঁ সকলোকে বুজাই দিছিল।*[৪৯]

৪৯। ডেউকা, জুলাই-আগষ্ট, ১৯৯৩ত প্ৰকাশিত প্ৰবন্ধৰ পৰা উদ্ধৃত

উদয়াদিত্য ভৰালীয়ে আঙুলিয়াই দিছে যে তেনেকৈ কওঁতে গুণাভিৰামে বিহু সম্পৰ্কে কেৱল আনন্দৰামৰ স্থিতিকে বুজোৱা নাই; আওপকীয়াকৈ নিজৰ স্থিতিও স্পষ্ট কৰি দিছে। ভৰালীয়ে কৈছেঃ

*আনন্দৰামৰ দিনৰ কথা বাদেই, আনকি গুণাভিৰামৰ দিনতো বিহুৱ দৰে উৎসৱে অসমীয়া মধ্যবিত্তৰ মাজত সন্মান তেনেদৰে পোৱা নাছিল। জাতীয় উৎসৱ আদিক লৈয়েই সৃষ্টি হয় জাতীয় সংস্কৃতিৰ আৰু জাতীয় সংস্কৃতিক কেন্দ্ৰ কৰিয়েই আটিল হৈ আহে জাতীয় জীৱন। এইবোৰৰ অনুপস্থিতি অপৈণত জাতিগঠন প্ৰক্ৰিয়াৰ পৰিচায়ক।*[৫০]

ৰত্নেশ্বৰ মহন্তৰ স্থিতিও আছিল বিহুৰ প্ৰতি বিদ্বেষ-বিৰক্ত। তেওঁ কৈছিল,

*গাৱোঁহঁত অসভ্য ..... আমাৰ সভ্য কটিৰে ভায়েক ভনীয়েকক ঢোল কোবাই নচোৱাকে ভাল দেখে। ভায়েকৰ আগত ভনীয়েকে নিলাজ গীত গোৱাকো শলাগে, সৰ্বসাধাৰণৰ আগত বিহু, হাটত বিহু গীত গাই উৎকৎ বিকটৰূপে চিয়ঁৰি চিয়ঁৰি টকা কোবাই অশ্লীল অংগীভংগী কৰি নচাকো অনেক ভদ্ৰসন্তানে হাবিয়াস কৰি চাবলৈ যায়। কিন্তু অসভ্য পৰ্বতীয়া গাৱো আৰু হানাইঁতৰ এনে নহয়।*[৫১]

বিহু-বিৰোধীসকলৰ কেবাটাও কথাত মিল আছিল। তেওঁলোক সকলো বৰ্ণহিন্দু আছিল। তেওঁলোক সকলো ব্ৰিটিছৰ বিশ্বস্ত কৰ্মচাৰী আছিল। ৰত্নেশ্বৰ মহন্তক বাদ দিলে বাকী কেউজনেই আঢ্যৱন্ত-অভিজাত আছিল, হলীৰাম ঢেকীয়াল ফুকনে পুৰীৰ জগন্নাথ মন্দিৰলৈ এটা সোণৰ ভৃংগাৰ দান দিছিল। অসমৰ ব্ৰিটিছ কমিশ্যনাৰ কৰ্ণেল হুপকিন্সনে আনন্দৰাম ঢেকীয়াল ফুকনক বংগৰ ৰাজা ৰামমোহন ৰায়ৰ লগত তুলনা কৰিছিল অৰু সিজনতকৈ শ্ৰেষ্ঠহে বুলিছিল।[৫২]

অসম সাহিত্য সভাৰ দুজন সভাপতি ক্ৰমে হেমচন্দ্ৰ গোস্বামী আৰু কমলাকান্ত ভট্টাচাৰ্যও বিহু-বিৰোধী আছিল। তেওঁলোকে হয়তো বিধৱা বিবাহৰ সমৰ্থন কৰিছিল, জাত-পাত আৰু কানিৰ বিৰোধিতা কৰিছিল, কিন্তু অসমীয়া সংস্কৃতিৰ এটা আৰ্হি তেওঁলোকৰ সমুখত মূৰ্ত হৈ উঠা নাছিল। সেয়েহে কমলাকান্ত ভট্টাচাৰ্যই ভয় কৰিছিল জানোচা 'বিহুৰ গীতবোৰ বৰ নিলাজ অভং' শুনি সতীৰ মতিভ্ৰম হয়। তেওঁ নিলাজ (বিহু) গীতৰ ঠাইত বীৰ-গীত গাবলৈহে আহ্বান জানাইছিল।[৫৩] মন কৰিবলগীয়া যে অসমীয়া ভাষা-সাহিত্যৰ কামত একাণপতীয়াকৈ আত্মনিয়োগ কৰা এইসকল ব্যক্তিৰ কিন্তু অসমীয়া জাতীয় সংস্কৃতি সম্পৰ্কে কোনো আঁচনি বা চিন্তা নাছিল। সংস্কৃতি সম্পৰ্কে তেওঁলোকৰ ধাৰণা আছিল হয় বাংলা সংস্কৃতি-কেন্দ্ৰিক, নহয় ব্ৰাহ্মণ্য/সত্ৰীয়া সংস্কৃতি কেন্দ্ৰিক।

সত্ৰই যে বিহুক গুৰুত্ব দিয়া নাছিল সেইবিষয়ে আমি এই গ্ৰন্থৰ 'সত্ৰ' অধ্যায়ত বিতংকৈ দেখুৱাই আহিছোঁ। কেনেকৈ সত্ৰাধিকাৰ এজনৰ শ্ৰাদ্ধত এক লাখ মানুহক অভ্যৰ্থনা

---

৫০। ডেউকা, জুলাই-আগষ্ট, ১৯৯৩

৫১। '*গাৱো বৃত্তান্ত*', আসাম বন্ধু, পৃ-৫২৮-২৯

৫২। জীৱনী সংগ্ৰহ, পৃ-১৬

৫৩। কমলাকান্ত ভট্টাচাৰ্য ৰচনাৱলী, পৃ-৩৫৬

কৰা আউনীআটী সত্ৰত বিহুৰ স্থান নগণ্য আছিল, লক্ষ্মীপূজা আৰু হোলী পালন কৰা দক্ষিণপাট সত্ৰতো বিহুক গুৰুত্ব দিয়া নহৈছিল, সেয়াও আমি দেখুৱাই আহিছোঁ। বিহুৰ নামত সত্ৰসমূহত নিৰ্জীৱ হিন্দু আচাৰ-অনুষ্ঠানসমূহহে বাচি আছিলগৈ।

এনে পটভূমিত অত্যন্ত দূৰদৰ্শিতা আৰু বিচক্ষণতা দেখুৱাই অসমীয়া মধ্যশ্ৰেণীয়ে বিহুৰ সপক্ষে থিয় হয়। বিহুক প্ৰতিষ্ঠা কৰিবৰ বাবে এক পুংখাণুপুংখ ৰাজনৈতিক বৌদ্ধিক বিতৰ্কৰ প্ৰয়োজন হৈছিল কিয়নো অসমীয়া অভিজাত শ্ৰেণীৰ অৱহেলাৰ ফলত উনৈশ শতিকাৰ চতুৰ্থৰ পৰা অষ্টম দশকৰ ভিতৰত বিহু আৰু তাৰ সমগোত্ৰীয় গীত-মাতবোৰ বিপন্ন হোৱাৰ আশংকাই দেখা দিছিল। এনে সময়তে বিহুৰ ঢোলটো কান্ধত আঁৰি চৌদিশ ৰজনজনাই দিবলৈ চোতালত প্ৰৱেশ কৰিলে লক্ষ্মীনাথ বেজবৰুৱাই।

তেওঁৰ স্বভাৱসুলভ তীব্ৰ ব্যংগৰে বেজবৰুৱাই যুঁজখন পোনচাতেই 'শত্ৰু' শিবিৰৰ ভিতৰলৈকে লৈ গ'ল। কৃপাবৰ বৰবৰুৱাৰ ৰূপ লৈ তেওঁ বিহু-বিৰোধী সকলক এনেকৈ কটাক্ষ হানিলে ঃ

*বৰবৰুৱাৰ চ'তৰ বিহুৰ নাচোন এপাক নাচিবৰ মন গৈছে; কিন্তু সাহ নাই 'দুখীয়া মানুহ কিনা'। নচাৰ বিপক্ষে এটা ডাঙৰ বিপদ এই যে বিহুনাচৰ থেকেৰা এফুলা কেনেবাকৈ ৰুচিগ্ৰস্তসকলৰ এঁৱা গাখীৰত পৰিব লাগিলে সি ততালিকে কুৰুচি ফাটিব আৰু ফাটিলেই সৰ্বনাশ। ফাটিলেই ধুম আৱাজ।*[৫৪]

আনহাতে 'বৰবৰুৱাৰ বিহু নাম' বোলা ৰচনাখনত বেজবৰুৱাই সুদৰ্শন শৰ্মা নামৰ শুচিবায়ুগ্ৰস্ত ভদ্ৰলোক এজনক বিহু-বিৰোধিতাৰ বাবে ঠাট্টা কৰিছে। 'বিহু' বোলা আন এখন ৰচনাত বৰবৰুৱাৰ দুগৰাকী ঘৈণীৰ মাজত বিহুক লৈ লগা কাজিয়াত সৰু গৰাকীয়ে বৰ গৰাকীক কৈছে -যে নগৰীয়া মানুহেই অসমক প্ৰতিনিধিত্ব নকৰে। তেওঁলোক সংখ্যাতো নগণ্য। তাৰ বিপৰীতে গাঁৱৰ ৰাইজে বিহুত স্বতস্ফূৰ্ত আনন্দ উপভোগ কৰে। নগৰীয়াবোৰে তাৰো বিৰোধিতা কৰিছে।[৫৫] সচা কথা ক'বলৈ গ'লে এই সৰুঘৈণীৰ যোগেৰেই বেজবৰুৱাই অসমীয়া সম্ভ্ৰান্ত ভদ্ৰলোকৰ উন্নাসিকতাত মাধমাৰ শোধাইছে।

বিহুৰ সপক্ষে এই প্ৰচাৰ যিমানেই প্ৰৱল হ'বলৈ ধৰিলে সিমানে আন দ্বন্দ্ব-বিৰোধ তল পেলাই অসমীয়া বুদ্ধিজীৱী সকলৰ সংখ্যাগৰিষ্ঠ অংশ বিহু-শিবিৰত গোট-পিট খাবলৈ ধৰিলে। মহাপুৰুষীয়া-দামোদৰীয়া বিতৰ্কত বেজবৰুৱাৰ ঘোৰ-বিৰোধী ৰজনীকান্ত বৰদলৈও বিহু বনাম দুৰ্গাপূজা বিতৰ্কত বেজবৰুৱাৰ কাষতে থিয় দিলেহি। সেয়েহে আমি ধৰ্মৰ বিপৰীতে সংস্কৃতিৰ একীকৰণৰ ক্ষমতা সম্পৰ্কে সদায় জোৰ দি আহিছোঁ। ধৰ্মই ভাগ কৰাৰ বিপৰীতে সংস্কৃতিয়ে একগোট কৰে।

বিহুৰ বৰ্দ্ধিত প্ৰভাৱ বুজিবলৈ জ্ঞানদাভিৰাম বৰুৱাৰ স্থিতি বুজা প্ৰয়োজন। দেউতাক গুণাভিৰামৰ বিহু সম্পৰ্কে সমালোচনামূলক স্থিতিৰ বিপৰীতে পুতেক জ্ঞানদাভিৰামে (অসম সাহিত্য সভাৰ ১৯৩৩ চনৰ অধিৱেশনৰ সভাপতি) উচ্ছসিত কণ্ঠেৰে কৈ উঠিছিল যে পৃথিৱীৰ

---

৫৪। '*বৰবৰুৱাৰ গাত চ'তৰ বিহু*' বেজবৰুৱা গ্ৰন্থাৱলী,দ্বিতীয় খণ্ড।

৫৫। বাঁহী, অষ্টম সংখ্যা, ১৮৫৩ শক, ১৯৩১ চন

য'তেই নাথাকক কিয় প্ৰতিজন অসমীয়াই 'বিহু' শব্দটো শুনিলেই উত্ৰাৱল হয়, বুঢ়া ডেকা হয়।[৫৬]

গুণাভিৰামৰ পৰা জ্ঞানদাভিৰামলৈ এই স্থিতি পৰিবৰ্তন কেৱল এক স্বাভাৱিক, প্ৰজন্মগত পৰিবৰ্তনেই নহয়, ই বিহু সম্পৰ্কত অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ স্থিতি সলনিৰো ইংগিত বহন কৰিছে।

অসম সাহিত্য সভাৰ ১৯৬৫ চনৰ অধিৱেশনৰ সভাপতি ডিম্বেশ্বৰ নেওগে বিহুৰ এই সম্ভাৱনা উপলব্ধি কৰিয়েই কৈছিল যে অসমীয়া জাতিৰ সৰ্বাংগীন সাংস্কৃতিক বিকাশৰ একমাত্ৰ কীৰ্তিস্তম্ভ হৈছে বিহু। একমাত্ৰ বিহুৰ জৰিয়তেহে সকলো ধৰ্ম-সম্প্ৰদায়ৰ থলুৱা-বিদেশী সকলোকে গোটাই মহান অসমীয়া জাতি গঠন সম্ভৱ।[৫৭] সদৃশ মতামত পোষণ কৰি অতুল চন্দ্ৰ হাজৰিকায়ো সাহিত্য সভাৰ ১৯৫৯ চনৰ সভাপতিৰ অভিভাষণত কৈছিল ঃ

*আজি কেইবছৰমানৰ পৰা অসমৰ বহুত ঠাইত ৰাজহুৱাভাৱে বিহু উৎসৱ পালন কৰা হ'ব ধৰিছে সাংস্কৃতিক উৎসৱ হিচাপে। নতুন যুগৰ নতুন বিহুতলীক উদ্দেশ্য কৰি আমি ক'ব পাৰোঁ ঃ মিকিৰ কছাৰী বড়ো/আবৰ মিছিমি গাৰো/খাচীয়া, জয়ন্তীয়া, মিৰি, নগা/ জনমে-মৰণে মোৰ সতে লগা-ভগা আহাঁ আহাঁ আহাঁ/আমাৰ এই বিহুতলী যাউতিযুগীয়া/সকলোৰে উমৈহতীয়া।*[৫৮]

অসম সাহিত্য সভাৰ এজনৰ পাছত এজন সভাপতিয়ে এনেকৈ বিহুৰ সপক্ষে সৰৱ সোৎসাহী হৈ উঠাটো কোনো বিচ্ছিন্ন ঘটনা নাছিল। ই অসমীয়া জাতীয় সংস্কৃতিৰ বিকাশত বিহুৰ কেন্দ্ৰীয় ভূমিকাকে সূচাইছিল। আনকি যিসকলে বিদেশী সাম্ৰাজ্যবাদৰ কবলৰ পৰা জাতীয় মুক্তিৰ সপোন দেখাৰ সাহস কৰা নাছিল, তেওঁলোকেও বিহুকেন্দ্ৰিক জাতীয় সংস্কৃতিৰ সোপান ৰচিছিল। সেইসকলৰ ভিতৰত ড° সূৰ্যকুমাৰ ভূঞা, নকুল চন্দ্ৰ ভূঞা আদি অন্যতম আছিল। ব'হাগী নামৰ বিহুগীতৰ সংকলনটিৰ সংকলক নকুলচন্দ্ৰ ভূঞাই বিহুক দেশপ্ৰেম প্ৰকাশৰ আওপকীয়া উপায় আখ্যা দিছিল।

সঁচা কথা ক'বলৈ গ'লে ভূঞা এনেকৈ বিহু-বলিয়া হৈ পৰিছিল যে শয়নে-সপোনে তেওঁ বিহুৰেই চৰ্চা কৰিবলৈ ধৰিছিল। ১৯২০ চনতেই তেওঁ যুগুতাই উলিয়াইছিল উক্ত ব'হাগী নামৰ গ্ৰন্থখন য'ত ২৯৪ টা বিহুগীত সংকলিত হৈছিল। অৱশ্যে গ্ৰন্থখন প্ৰকাশ পাইছিল ১৯২৪ চনতহে। প্ৰকাশত সেই বিলম্ব ঘটাৰ অন্যতম কাৰণ আছিল একাংশ অসমীয়া মধ্যবিত্তৰ বিহু-বিৰোধী স্থিতিৰ পৰা ওপজা বাধা। পাছে প্ৰকাশৰ লগে ল'গে ব'হাগীয়ে সকলোকে বিহু-বলিয়া কৰিহে এৰিলে। অসমীয়া বাতৰি কাকতৰ অধিকাংশই ইয়ালৈ উমাল সঁহাৰি জনালে। পদ্মনাথ গোহাঞিবৰুৱাৰ অসম বন্তিয়ে ক'লে যে ভূঞাৰ প্ৰতিটো বিহুগীতৰ মূল্য একলাখ টকা, এতেকে ব'হাগী সংকলনটোৰ দাম ২,৯৪,০০,০০০ টকা হোৱা উচিত।[৫৯]

---

৫৬। জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী

৫৭। '*বিহু অসমীয়া ৰীতিনে সংস্কৃতি*', আমাৰ প্ৰতিনিধি, জুন ১৯৬৪

৫৮। অসম সাহিত্য সভাৰ ভাষণাৱলী।

৫৯। অসম বন্তি, ৯ বহাগ, ১৮৪৫ শক ১৯২৩ চন।

**ৰ'হাগীয়ে অসমীয়াৰ হিয়া এনেকৈ খৌকি বাখৌ লগালে যে ইয়াৰ তিনিটা সংস্কৰণ চকুৰ পচাৰতে বিক্ৰী হৈ শেষ হ'ল। আনকি ব্ৰিটিছ পন্থী, চাহ-মালিকৰ মুখপত্ৰস্বৰূপ, নীলমণি ফুকন সম্পাদিত দৈনিক বাতৰিয়েও বাৰবছৰ পলমকৈ হ'লেও কিতাপখনৰ শলাগ ল'ব লগা হ'ল।**[৬০] ভূএাই এইক্ষেত্ৰত লক্ষ্মীনাথ বেজবৰুৱা, হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰকুমাৰ আগৰৱালা, যতীন দুৱৰা, ড° বিৰিঞ্চিকুমাৰ বৰুৱা, বেণুধৰ শৰ্মা আদিৰ পৰা প্ৰেৰণা পোৱাৰ কথা উল্লেখ কৰিছে। অম্বিকাগিৰী ৰায়চৌধুৰী, তৰুণৰাম ফুকন, হেমচন্দ্ৰ বৰুৱা আদিয়েও স্বাধীনতা আন্দোলনৰ পটভূমিতে বিহুৰ প্ৰাসংগিকতা উপলব্ধি কৰিছিল।

তথাপিও বিহু নিষ্কণ্টক হোৱা নাছিল; যুঁজিবলৈ বাকী আছিল আৰু এখন যুঁজ। দুৰ্গাপূজা অসমৰ জাতীয় উৎসৱ হোৱাৰ সম্ভাৱনা মূৰ্ত হৈ উঠিছিল। বাঙালী সাংস্কৃতিক আৰ্হিৰ প্ৰতি অনুৰক্ত অসমীয়া অভিজাতবৰ্গৰ একাংশই ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত **আসাম বান্ধৱ** আলোচনীৰ জৰিয়তে দুৰ্গাপূজাৰ হৈ এই ওকালতি আৰম্ভ কৰিছিল। বিহুপন্থীসকলৰ দৰে দুৰ্গাপূজা পন্থীসকলৰো সামাজিক ভিত্তি একেটাই আছিল। **আসাম বান্ধৱৰ** প্ৰকাশক আছিল আদিতে বৰপেটাৰ পৰা অহা চাহ-মালিক গংগাৰাম চৌধুৰী। ইয়াৰ আৰ্হি আছিল ঢাকাৰ পৰা প্ৰকাশিত কালীপ্ৰসন্ন ঘোষ সম্পাদিত বাংলাপত্ৰিকা **বান্ধৱ** (এই বিষয়ে সবিশেষ এই গ্ৰন্থৰ তৃতীয় অধ্যায়ত আলোচিত হৈছে)।

'আসাম বান্ধৱে' দুৰ্গাপূজাক জাতীয় উৎসৱৰূপে প্ৰতিষ্ঠা কৰিবলৈ উঠি-পৰি লগাৰ বিপৰীতে দৃঢ়ভাৱে বিহুৰ পক্ষে থিয় হৈ 'আলোচনী' নামৰ আলোচনীয়ে লিখিলে, বিহু দুৰ্গাপূজাতকৈ পুৰণি, আৰু মুছলমানসকলে দুৰ্গাপূজা নকৰে, মহাপুৰুষীয়াসকলেও দুৰ্গাপূজাত যোগ নিদিয়ে; কিন্তু দুৰ্গাপূজাতকৈ বিহুলৈ মুছলমানসকলৰো ধাউতি বেছি।[৬১] সেই বিষয়ে আমি এই গ্ৰন্থৰ তৃতীয় অধ্যায়ত ইতিমধ্যে বিতংকৈ দেখুৱাই আহিছোঁ।

ইয়াৰ পৰা এই কথা স্পষ্ট হয় যে (১) দুৰ্গাপূজাৰ পক্ষে **আসাম বান্ধৱক** কেন্দ্ৰ **কৰি, আৰু বিহুৰ পক্ষে বাঁহী, আলোচনী, টাইমচ অৱ আচাম, অসম বন্তি আদিক কেন্দ্ৰ কৰি অসমীয়া বুদ্ধিজীৱীসকল দুই শিবিৰত বিভক্ত হৈছিল (২) এইক্ষেত্ৰত 'আলোচনী'ৰ যুক্তি আছিল ধৰ্মনিৰপেক্ষ। ই যুক্তি দৰ্শাইছিল যে সকলো ধৰ্মৰ লোকে পালন কৰিব নোৱাৰা উৎসৱ অসমৰ জাতীয় উৎসৱ হ'ব নোৱাৰে। দুৰ্গাপূজাও অসমৰ মুছলীমসকলকে ধৰি আন ধৰ্মীসকলে পালন নকৰে, এতেকে ই কদাপিও অসমীয়া জাতীয় উৎসৱ হ'ব নোৱাৰে। স্বীকাৰ কৰিবই লাগিব, স্বাধীনতা সংগ্ৰামো সমগ্ৰ দেশজুৰি শক্তিশালী হ'বলৈ পোৱাৰ আগতেই গৃহীত এনে স্থিতি আছিল এক আশ্চৰ্যকৰ গণতান্ত্ৰিক স্থিতি।**

**এনেকৈয়ে অৱশেষত সুদীৰ্ঘ বিতৰ্কৰ অন্তত এক সুচিন্তিত ৰাজনৈতিক সিদ্ধান্তত উপনীত হৈছিল অসমীয়া মধ্যশ্ৰেণীৰ নেতৃবৃন্দ। অসমীয়াৰ জাতীয় উৎসৱ হিচাপে বিহুৰ এই প্ৰতিষ্ঠা অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ অন্যতম বিজয় স্তম্ভ। কাৰণ কোনো ব্ৰাহ্মণ্যবাদী উৎসৱে অসমৰ ব্যাপক জড়বাদী-প্ৰকৃতিপূজক জনজাতি সমাজ, ইছলাম বা আন ধৰ্মবিশ্বাসীসকলক,**

---

৬০। **দৈনিক বাতৰি**, ১৯ বহাগ, ১৮৫৮ শক ১৯৩৬ চন ঃ প্ৰকাশৰ ১২বছৰ পাচত।

৬১। **আলোচনীৰ** সম্পাদকীয়, অষ্টম বছৰ, নৱম সংখ্যা, ১৮৩৯ শক, ১৯১৭ চন

আনকি বৈষ্ণৱসকলবো হৃদয় স্পৰ্শ কৰি তেওঁলোকক ব্যাপক ভাবে সমাবেশিত কৰিব নোৱাৰিলেহেঁতেন। অসমৰ জনজাতীয় জীৱনধাৰা আৰু সংখ্যাগৰিষ্ঠৰ কৃষিজীৱী চৰিত্ৰই দাবী কৰিছিল যে অসমৰ জাতীয় উৎসবো হ'ব লাগিব লোক-উৎসৱ, কৃষি-উৎসৱ আৰু সামাজিক-সমতা সম্বলিত উৎসৱ। একমাত্ৰ বিহুৱেহে এই সকলো মাপকাঠি পূৰাব পাৰে।

সেয়েহে প্ৰফুল্লদত্ত গোস্বামী নামৰ বিশিষ্ট সমাজ-গৱেষকজনে সঠিক ভাবেই কৈছিল, ***'Modern nationalism, which grew up as a world phenomenon after the American and French Revolution, found some interest in the folklore of the common people and at present, the national state doesnot quite ignore customs, songs, tales and language, as these can be utilized to foster its strength. In Assam too, political leaders have tended to see some meaning in their very dear Bihu'....***[৬২]

বিহুৰ গণ-আবেদন আৰু প্ৰগতিশীলতা বিশিষ্ট গণশিল্পী হেমাংগ বিশ্বাসৰ কথাতো স্পষ্ট। জন্মসূত্ৰে বাঙালী হৈও অসমৰ গণ সাংস্কৃতিক আন্দোলনৰ বাবে জীৱন উছৰ্গা কৰা বিশ্বাসে কৈছিল ঃ

*যি নাই অসমত, সি নাই বিহুগীতত। অসম আৰু অসমীয়া জনমানসৰ নিৰ্ভুল দাপোণ এই বিহু।... ধৰ্মপ্ৰভাবমুক্ত ইহজাগতিকতা আৰু শ্ৰমশীল জীৱনৰ প্ৰতি অসীম মমতা- এয়াই হ'ল বিহুৰ দৰ্শন। ... শাৰদীয় উৎসৱ, দীপান্বিতা, ফাকুৱা- এই সকলোবোৰ ৰূপান্তৰিত হৈছে হিন্দুসকলৰ উৎসৱত, জাতীয় উৎসৱৰ মৰ্যাদা ইবোৰে হেৰুৱাইছে। ... বৰ্ণহিন্দু সমাজৰ বিধি নিষেধ আৰু বৈষম্যৰ বিৰুদ্ধে প্ৰতিবাদেই হ'ল বিহুৰ প্ৰধান উপজীব্য। ... দুখৰ বিষয় ভাৰতৰ আটাইবোৰ উৎসৱেই সাম্প্ৰদায়িক। বসন্ত উৎসৱ ৰূপান্তৰিত হৈছে হোলী বা চৈতন্য উৎসৱ ইত্যাদিলৈ। শাৰদীয় উৎসৱ পৰিণত হৈছে দুৰ্গোৎসৱ আদিলৈ। কাৰবালাৰ কাহিনীমূলক মহৰম হ'ল মুছলমান সম্প্ৰদায়ৰ। কিন্তু বিহুৱে তাৰ মাজতো ইয়াৰ ধৰ্মনিৰপেক্ষ প্ৰকৃতি অক্ষুণ্ণ ৰাখিছে। এয়া বিহুৰ গৌৰৱ, অসমীয়া জনগণৰ গৌৰৱ।* [৬৩] (গুৰুত্ব আমাৰ)

বিশ্বাসৰ এই বক্তব্য কে'বাটাও কাৰণত গুৰুত্বপূৰ্ণ। প্ৰথমতঃ তেওঁ নিজে আছিল এজন সাংস্কৃতিক-চিন্তাবিদ তথা গণশিল্পী, দ্বিতীয়তঃ তেওঁ আছিল সংকীৰ্ণ পাৰ্টিবাজীৰ উৰ্দ্ধলৈ উঠিব পৰা এজন বাওঁপন্থী, তৃতীয়তঃ জন্মসূত্ৰে বাঙালী কাৰণে বাঙালী মনটো তেওঁৰ ভালকৈ জনা আছিল। তেওঁৰ দৰে জ্যোতিপ্ৰসাদ আগৰৱালায়ো বিহুৰ পোষকতা কৰিছিল আৰু নিজৰ কে'বাখনো কথাছবিৰ গীতত বিহু গীতৰ সুৰ জুৰিছিল। তেনেকৈয়ে কথাছবি-মাধ্যমৰ জৰিয়তেও বিহুৰ জনপ্ৰিয়তা বাঢ়িছিল।

অসমীয়া মধ্যশ্ৰেণীয়ে নগৰীয়া মঞ্চৰ তীব্ৰ আলোকসম্পাতৰ তললৈ নি বিহুক ৰাজনৈতিক পৃষ্ঠপোষকতা যচাৰ প্ৰক্ৰিয়া এটাও হেন সময়তে আৰম্ভ হয়। আজি সি বৈদ্যুতিক

---

৬২। The Springtime Bihu of Assam

৬৩। অসম আৰু বংগৰ লোকসংগীত সমীক্ষা, পৃ- ১ আৰু ২৭

মাধ্যমৰ চমক, অনাতাঁৰ আৰু বাতৰিকাকতৰ প্ৰচাৰৰ ৰমকজমক উপভোগ কৰিছে। কিন্তু বিহুৰ এই মঞ্চগমন, নগৰীকৰণ আৰু মৰ্যাদা প্ৰাপ্তিৰ প্ৰক্ৰিয়াৰ পম খেদিলে আমি ১৯২১ চনলৈকে উভতি যাব লাগিব। সেই বছৰটোতে নগাঁও, যোৰহাট আৰু জামুগুৰি এই তিনিখন নগৰমুখী ঠাইৰ মঞ্চত সৰ্বপ্ৰথমবাৰৰ বাবে বিহু পালন কৰা হয়। মন কৰিবলগীয়া যে ঠিক সেইবছৰটোতে কলকাতাত থকা অসমীয়া ছাত্ৰসকলেও মাঘবিহু পালন কৰে। ঘটনাক্ৰমে ১৯২১ চনটো আছিল অসহযোগ আন্দোলনৰো বছৰ। সেয়েহে বিহুৰ এই আনুষ্ঠানিকীকৰণ তথা মৰ্যাদা-প্ৰাপ্তিৰ আঁৰত সাম্ৰাজ্যবাদ বিৰোধী জাতীয় স্বাধীনতাৰ সংগ্ৰামৰ প্ৰেৰণা থকাৰ কথাটো অস্বীকাৰ কৰিব নোৱাৰি। ১৯৩৫ চনত বিহু গৈ শ্বিলং পাহাৰ উঠেগৈ; আনহাতে গুৱাহাটীতো বিহু পালিত হয় যোৱা শতিকাৰ চল্লিশৰ দশকৰ পৰাই।

বিহু নামৰ একালৰ লোক-উৎসবটোৱে জাতীয় উৎসৱৰ ৰূপ লৈ এনেকৈ ৰবঁদেচিলাৰ গতিবে অসম টৌৱাই যোৱাৰ ফলত উজনি-নামনি বিহুৰ এনাজৰীৰে বান্ধ খায়। The North East Times নামৰ ইংৰাজী দৈনিকৰ প্ৰাক্তন সম্পাদক ড° ক্ষিৰেন ৰয়ে লিখিছে যে অবিভক্ত গোৱালপাৰা জিলাত বিহুৰ প্ৰভাৱ উনৈশ শ শতিকাৰ দশকতহে পৰে। তেওঁ আৰু জনায় যে কুৰি শতিকাৰ নৱম দশমত তেওঁৰ মাটিয়া নামৰ গাঁওখনতো বিহু গীত-নৃত্য জনা এদল যুৱক-যুৱতী ওলায়।[৬৪]

তাতোকৈ তাৎপৰ্যপূৰ্ণ তথা আনন্দদায়ক কথা হৈছে কিছু দিনৰ আগলৈকে বাংলাভাষাৰ মৈমনচিঙীয়া, চিলেটী আদি উপভাষা কোৱা অভিবাসী মুছলীমসকলৰ মাজতো বিহু জনপ্ৰিয় হ'ব ধৰিছে। বৰপেটা জিলাৰ কয়াকুছি, মন্দিয়া, আলোপতি চৰ আৰু লখিমপুৰ জিলাৰ ইছলামপুৰ, পাভ-যুৱনগৰ আদি অভিবাসী মুছলমান বসতিপ্ৰধান ঠাইত আজিকালি বিহু উদযাপন কৰা হয়। কুজাৰপীঠ বিহু সম্মিলনৰ স্মৃতিগ্ৰন্থত সেয়েহে বিহুৰ ধৰ্ম নিৰপেক্ষ আৰু উদাৰ চৰিত্ৰই অসমৰ জাতীয় জীৱন সমৃদ্ধ কৰা আৰু হিন্দু মুছলীম ঐক্য সুদৃঢ় কৰাৰ কথা কোৱা হৈছে। ইয়াত বিহুক জাতীয় সংহতিৰ উৎসৱত পৰিণত কৰাৰ আশা কৰা হৈছে। একেখন স্মৃতিগ্ৰন্থতে উক্ত বিহু সম্মিলনৰ সম্পাদক ফজল আলি আহমদে কৈছে যে একাংশ লোকে বিহুক ধৰ্মীয় ৰূপ দিবলৈ চেষ্টা কৰিলেও ইয়াৰ এক সাৰ্বজনীন আবেদন আছে। স্মৃতিগ্ৰন্থখনৰ সম্পাদকদ্বয় এফ. এ. আহমেদ আৰু ৰফিকুল ইছলামে আশা প্ৰকাশ কৰিছে যে বিহুৱে আমাক সাম্ৰাজ্যবাদ আৰু সাম্প্ৰদায়িকতাবাদৰ বিৰুদ্ধে যুঁজিবলৈ প্ৰেৰণা যোগাব।[৬৫]

অভিবাসী মুছলমানসকলৰ দৰেই অসমৰ আন এক সুবৃহৎ সম্প্ৰদায় ঝাড়খণ্ডী আদিবাসী-চাহশ্ৰমিক সকলেও বিহু ভাল পায়। নকুল চন্দ্ৰ ভূঞাই বিহু আৰু হুচৰি সম্প্ৰদায়টোৰ মাজত অতিশয় জনপ্ৰিয় বুলি ইতিমধ্যেই কৈ যোৱাৰ উপৰিও ভি. আই. কে. সাৰীনে এই জনগোষ্ঠীটোৰ বিষয়ে ক'বলৈ গৈ কয়ঃ '*Many of these tribals now observe. Assamese Hindu rituals, especially the Bihu festivals, that are so central to Assamese cultural life*'[৬৬] অৱশ্যে ঝাড়খণ্ডী আদিবাসীসকলৰ

৬৪। মৌচাক, বিহু সংখ্যা, ১৯৯২ চন

৬৫। কুজাৰপীঠ বিহু সম্মিলনৰ স্মৃতিগ্ৰন্থ, বৰপেটা, চতুৰ্থ বছৰ, ১৯৯৭

৬৬। India's North East in Flames, p. 59.

মাজত বিহু ব্যাপকৰূপত গৃহীত হ'বৰ নৌ এখোন। তাৰ বাবে তেওঁলোকক নিজগাই থোৱা অসমীয়া উগ্ৰজাতিদম্ভই প্ৰধানতঃ দায়ী।

জনজাতিসকলৰ মাজতো বিহুৰ গ্ৰহণযোগ্যতাৰ কথালৈ আঙুলিয়াই দিছে জনজাতীয় পটভূমিৰ পৰা অহা বিশিষ্ট বুদ্ধিজীৱী মেদিনী চৌধুৰীয়ে। তেওঁ জোৰ দি কৈছে যে বিহুৰ অনাৰ্য, জনজাতীয় উপাদানবোৰৰ বাবেই অসমীয়া সংস্কৃতিৰ আন সকলো প্ৰতীকৰ তুলনাত বিহুৰেই জনজাতিসকলৰ ওচৰত সবাতোকৈ গ্ৰহণযোগ্য।

এয়াই চমুকৈ বিহুৰ বিবৰ্তনৰ বুৰঞ্জী। 'ইতৰ মানুহৰ অশ্লীল নাচ-গানৰ উৎসৱ'ৰ পৰা এনেকৈয়ে ই পৰিণত হ'ল একমাত্ৰ জনপ্ৰিয় জাতীয় উৎসৱত। উজনি অসমৰ পৰা গৈ বিহুৱে নামনি অসমো চৌৰাই পেলালে। হিন্দুৰ মাজৰ পৰা গৈ সাৱটি ল'লে মুছলমানক, আনকি বাঙালী মুছলমানক। আটাইতকৈ জংগী জনজাতিসকলবো কিজানি বিহুৰ বিৰুদ্ধে এষাৰো ক'ব লগা নাথাকিব। কিন্তু, এইসম্পৰ্কে কেতবোৰ 'কিন্তু' নথকা নহয়। নাগৰিক সমাজ (civil society)ৰ সম্পদ বিহু এতিয়া আঞ্চলিক (প্ৰট') বুৰ্জোৱাজি পৰিচালিত ৰাষ্ট্ৰৰ দখলত। বিহুৰ নগৰীকৰণৰ ফলত ই গাঁৱৰ ৰাইজৰ পৰা বিচ্ছিন্ন হৈ পৰাৰ আশংকাই দেখা দিছে। কাৰণ নগৰীকৰণে বাণিজ্যিকীকৰণ আৰু বিকৃতিৰ বাটো মুকলি কৰে। বৰ্তমানে ই ৰাজনৈতিক নেতা আৰু মাৰোৱাৰী-বণিয়াৰ কৃপাধন্য কোটি টকীয়া 'কাণ্ড'ত পৰিণত হৈছে। নগদ ধন অথবা সোণৰ বিপুল পুৰস্কাৰৰ লোভত 'বিহুকুঁৱৰী' অথবা 'বিহুৰাণী', 'বিহুসাম্ৰাজ্ঞী' হ'বলৈ গাঁৱৰ জীয়ৰীহঁত নগৰলৈ হিলদ'ল ভাঙি নগৰলৈ ওলাই অহাৰ অৱস্থা এয়া। তাতোকৈ চমৎকাৰ কথা এই যে আজি মাটিৰ লগত, শইচৰ লগত, মানুহৰ লগত কোনো সম্পৰ্ক নথকা নগৰীয়া উচ্চ বিত্ত-মধ্যবিত্তৰ জীয়ৰী-বোৱাৰীয়েও বৃত্তিধাৰী প্ৰশিক্ষক আনি, ড্ৰয়িংৰূমৰ ৰিহাৰ্চেল কৰি মাৰোৱাৰী বণিয়াই উপহাৰ দিয়া লাখটকীয়া পুৰস্কাৰ লৈ 'বিহুৰাণী', 'বিহুসাম্ৰাজ্ঞী'ৰ মুকুট পিন্ধিছেগৈ। ড° ভূপেন হাজৰিকাৰ দৰে একালৰ গণশিল্পীয়ে (আজিৰ গেৰুৱা নিৰ্বাচনপ্ৰাৰ্থী) বিহুসন্মিলনত এৰাতি গোৱাৰ বাবদ গণি গণি আদায় লৈছে লাখৰ হিচাবত টকা। তাৰ বিপৰীতে গাঁওবোৰ নিজম পৰি আহিছে। অভাৱ অনাটনে বিহুৰ হৰিষ হৰিছে।

তথাপিও বিহু বিহুৱেই; এতিয়াও ই স্ব-মহিমা হেৰুৱা নাই সম্পূৰ্ণ। নগৰীকৰণ, বাণিজ্যিকীকৰণ আৰু ধৰ্মীয়কৰণৰ পৰা উদ্ভূত বিপদবোৰৰ সম্পৰ্কে সতৰ্ক থাকিলে এতিয়াও ই আমাক শক্তি আৰু প্ৰেৰণা যোগাব পাৰে। অসমীয়া জাতিসত্তাৰ ভিতৰে বাহিৰে থকা বিভিন্ন জনগোষ্ঠীক ওচৰ চপাই আনিব পৰা আবেদনো ই ৰাখে। চমুকৈ ক'বলৈ গ'লে বিহু অসমীয়া জাতিসত্তাৰ বৃহত্তম শক্তি।

## অসমীয়া জাতীয় সংগীত

## 'বন্দে মাতৰম', 'জনগণ' বনাম 'অ' মোৰ আপোনাৰ দেশ'

আমি ইতিমধ্যে এই অধ্যায়তে দেখুৱাই আহিছোঁ কেনেকৈ বংকিম চন্দ্ৰৰ 'আনন্দমঠ' উপন্যাসে সাধাৰণভাৱে ভাৰতীয় সমাজ আৰু বিশেষভাৱে বাঙালী সমাজত সাম্প্ৰদায়িক

বিভাজনৰ পৰিবেশ ৰচনাত ৰৰঙণি যোগাইছিল। 'আনন্দমঠ'ৰ প্ৰথম খচৰাটো যে ধৰ্মনিৰপেক্ষ আৰু ব্ৰিটিছ-বিৰোধী আছিল, আৰু তেওঁ যে ব্ৰিটিছৰ হেঁচাত পৰি পাছত ভাষ্য সলাইছিল, সেয়া আন এক প্ৰসংগ। কিন্তু স্বাধীনতা আন্দোলনৰ সময়ত 'বন্দে মাতৰমে' যেতিয়া চৌদিশ ৰজনজনাবলৈ লাগিল, ইকবালৰ 'সাৰে জাহাঁচে আচ্ছা হিন্দুস্তাঁ হমাৰা' তেতিয়া তল পৰিল। বংকিমচন্দ্ৰৰ 'বন্দে মাতৰম্' সংস্কৃত, হিন্দু আৰু সংকীৰ্ণ আৱাহন হোৱাৰ বিপৰীতে ইকবালৰ 'সাৰে জাহাঁচে আচ্ছা' আছিল এক উৰ্দু-হিন্দুস্তানী ধৰ্মনিৰপেক্ষ ৰচনা।

যদিও স্বাধীনতা আন্দোলনৰ সময়ত 'বন্দেমাতৰম্' অসমতো জনপ্ৰিয় হৈছিল, অসমীয়া মধ্যশ্ৰেণীৰ নেতা-বুদ্ধিজীৱীসকল ইয়াকলৈ সিমান উৎসাহী নাছিল। কেৱল এটা ভাৰতীয় জাতীয় সংগীত নহয়, তেওঁলোকে এটা অসমীয়া জাতীয় সংগীতো বিচাৰিছিল। সেয়েহে লক্ষ্মীনাথ বেজবৰুৱাই মাতৃভাষা আৰু মাতৃভূমিৰ প্ৰতি আৱেগিক ভালপোৱা প্ৰকাশি এটি গীত লিখি উলিয়ায়। প্ৰত্যাশিত ধৰণেই ইয়াত চলমান স্বাধীনতা সংগ্ৰামৰ কোনো উল্লেখ, আৰু স্বাধীনতাৰ কোনো আকাংক্ষ্যা মূৰ্ত হৈ উঠা নাই। তথাপিও ই অসমীয়াৰ জাতীয় সংগীত।

বিজনলাল চৌধুৰীয়ে দেখুৱাইছে যে বেজবৰুৱাই আৰম্ভণিৰ পৰা 'বন্দে মাতৰম'ৰ বিৰোধিতা কৰিছিল আৰু ইয়াৰ এই বিৰোধিতাৰ প্ৰধান কাৰণ আছিল বেজবৰুৱাই উক্ত গীতটোক এটা বাংলা গীত বুলিহে গণ্য কৰিছিল। সেয়েহে তাৰ বিপৰীতে অসমীয়া ভাষাত গুৰুত্ব দি তেওঁ 'অ' মোৰ আপোনাৰ দেশ'টো লিখি উলিয়াইছিল। (আশ্চৰ্যকৰভাৱে চৌধুৰীয়ে 'বন্দেমাতৰম'ৰ সাম্প্ৰদায়িক দিশটোৰ সম্পৰ্কে কোনো উল্লেখ কৰা নাই।)[৬৭]

বেজবৰুৱাৰ 'অ' মোৰ আপোনাৰ দেশ' গীতটো অসম ছাত্ৰ সন্মিলনে অনতিপলমে (১৯২৮ চনত) অসমীয়া জাতীয় সংগীতৰূপে গ্ৰহণ কৰে। অৰ্থাৎ জাতীয় বীৰ-বীৰাংগনা সংক্ৰান্তীয় সিদ্ধান্তৰ দৰেই জাতীয় সংগীত সংক্ৰান্তীয় সিদ্ধান্তটোও অসমীয়া মধ্য শ্ৰেণীৰ এক সচেতন, সাংগঠনিক সিদ্ধান্ত আছিল। ছাত্ৰ সন্মিলনৰ যিখন অধিবেশনত উক্ত সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল, তাত 'অ' মোৰ আপোনাৰ দেশ' গাই উঠিয়েই অন্ততঃ 'বন্দেমাতৰম্' শব্দ দুটাকে উচ্চাৰণ কৰা হৈছিল। কিন্তু ছাত্ৰ সন্মিলনৰ পৰৱৰ্তী অধিবেশন বিলাকত সেই শব্দ দুটাও আৰু উচ্চাৰিত নোহোৱা হ'ল।[৬৮] 'অ' মোৰ আপোনাৰ দেশ' আশাতীতভাৱে জনপ্ৰিয় হ'ল। সকলো ৰাজহুৱা সভা-সমিতিৰ আগে পাছে 'অ' মোৰ আপোনাৰ দেশ' নাগালে নচলা হ'ল। ই. জে. হবচ্‌বাউমেও অষ্ট্ৰিয়াৰ জাতীয় সংগীতৰূপে নতুনকৈ লিখিত গীত এটাৰ জাতীয়-ৰাজনৈতিক ব্যৱহাৰৰ কথা উল্লেখ কৰিছিল। তেওঁ ১৯২০ ৰ দশকৰ মাজছোৱাত অষ্ট্ৰিয়াৰ প্ৰাথমিক বিদ্যালয়বোৰত 'নতুন জাতীয় সংগীত'ৰ নামত ৰাজনৈতিক ভাৱে উদ্ভূত গীত এটা প্ৰচলন কৰাৰ বিফল প্ৰচেষ্টাৰ বিষয়ে লিখিছে। উল্লেখযোগ্য যে উক্ত গীতটোৰ জৰিয়তে শিশুসকলক পতিয়ন নিয়াবলৈ চেষ্টা কৰা হৈছিল যে অষ্ট্ৰিয়াৰ এটা বিশেষ অংশ প্ৰকৃততে জাৰ্মানীৰহে অন্তৰ্ভুক্ত।[৬৯]

---

৬৭। জোনাকীৰ আলোড়ন, পৃ-৮৭

৬৮। ভাষণমালা, পৃ- ২৯৩-২৯৬

৬৯। Nations and Nationalism Since 1780, p. 92.

অসমীয়াসকলৰ বাবেও জাতীয় সংগীতৰ বিষয়টো কিমান স্পৰ্শকাতৰ, তাৰ উমান এই ঘটনাটোৰ পৰাই পোৱা যায়ঃ বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰ বিৰচিত 'জন গণ মন' নামৰ ৰাষ্ট্ৰীয় সংগীতটোৰে অসমত প্ৰবল বিৰোধিতাৰ সমুখীন হ'ল কাৰণ তাত পঞ্জাব, সিন্ধু, গুজৰাট মাৰাঠা, দ্ৰাবিড়, উৎকল, বংগ আদি বহু ঠাইৰ উল্লেখ থকাৰ বিপৰীতে অসম নামটোৰে উল্লেখ নাই। ইয়াৰে প্ৰতিবাদকল্পে স্থানীয় শিল্পীসকলে ১৯৪৮ চনৰ ১ জুলাইত আকাশবাণীৰ শ্বিলং আৰু গুৱাহাটী কেন্দ্ৰৰ উদ্বোধনী অনুষ্ঠানকে বৰ্জন কৰিছিল।[৭০]

জাতীয় সংগীতক লৈ অসমীয়াৰ এই স্পৰ্শকাতৰতা এতিয়াও বাহাল আছে। শেহতীয়াকৈ অসমীয়া জাতীয় সংগীতৰ মাত্ৰ এটা শব্দক কেন্দ্ৰ কৰি চলা বিতৰ্কটো 'অসমবাণী'ত আৰম্ভ হ'লেও 'প্ৰান্তিক', 'আজিৰ অসম', 'দৈনিক অসম' আদিলৈও বিয়পি পৰে আৰু ইয়াত বহুসংখ্যক অসমীয়া লেখক-বুদ্ধিজীৱীয়ে যোগ দিয়ে। বিতৰ্কৰ পাতনি তৰি ফণীন্দ্ৰ কুমাৰ দেৱ চৌধুৰীয়ে কয় যে বেজবৰুৱাই বংকিমচন্দ্ৰৰ দ্বাৰা প্ৰভাৱিত হৈ তেওঁৰ দৰেই মাতৃভাষাক বুজাবলৈ 'সুজলা' শব্দটো গীতটোত ব্যৱহাৰ কৰিছিল। এই কথা সৰহসংখ্যকৰ বাবেই গ্ৰহণযোগ্য নহ'ল। তেওঁলোকৰ মতে বাংলাৰ পৰা স্বতন্ত্ৰ পৰিচিতি গঢ়ি তুলিবলৈ উদ্‌গ্ৰীৱ বেজবৰুৱাই মাতৃভূমিক (অসমক) বুজাবলৈ ব্যৱহাৰ কৰা শব্দটো 'সুজলা' নাছিল আছিল 'শুৱলা'হে।[৭১] এই বিতৰ্ক উক্ত আলোচনীকিখনত ফেব্ৰুৱাৰী-মে' ১৯৯৭ সময়ছোৱাত চলিছিল।

এনেকৈয়ে 'বন্দেমাতৰম'ৰ বিৰোধিতা কৰি, 'জন গণ মন' বৰ্জন কৰি অসমীয়াই 'অ' মোৰ আপোনাৰ দেশ'ৰ স্বকীয়তা ঘোষণা কৰিছিল। জাতীয় সংগীত হৈ পৰিছিল জাতীয় পৰিচিতিৰ উপাদান।

## পাণৰ সপক্ষে, তামোলৰ বিপক্ষে

কথাটো হাস্যকৰ যেন লাগিলেও উদয়াদিত্য ভৰালীয়ে এটা গুৰুত্বপূৰ্ণ ঘটনা উদঙাই দিছে। একালৰ অভিজাত অসমীয়া হলীৰাম ঢেকীয়াল ফুকনে বিহুক 'ইতৰ মানুহৰ অশ্লীল নাচ-গানৰ উৎসৱ' বোলাই নহয়, অসমীয়া মানুহে তামোল খোৱাৰ কথাটোও তেওঁৰ অসহ্য আছিল। কোৱা বাহুল্য যে অসমীয়া মানুহে স্মৰণাতীত কালৰে পৰা তামোল-পাণ-চূণ-ধপাত খোৱাৰ অভ্যাসত মজি আছিছে। এই অভ্যাসটো তেওঁলোকে শিকিছে খাটী চুবুৰীয়াসকলৰ পৰা। অসমীয়া তথা চুবুৰীয়া জনজাতিসকলৰ এই অভ্যাসটো মালয়ালীৰ বাদে আন কোনো ভাৰতীয় জাতিৰ আছে বুলি জনা নাযায়। বাঙালী আৰু উত্তৰ ভাৰতীয়সকলে পাণত বিভিন্ন ধৰণৰ মছলাৰে সৈতে শুকান চুপাৰীহে খায়। অসমীয়াসকলৰ এই তামোলতী স্বভাৱে আনকি লণ্ডনৰ বিশিষ্টা গৱেষিকা আদ্ৰে কেন্টলিৰো দৃষ্টি আকৰ্ষণ কৰিছিল। সেই কথা কেণ্টলিয়ে তেওঁৰ **The Assamese** নামৰ গৱেষণা গ্ৰন্থতো উল্লেখ কৰিছে। হলীৰাম ঢেকীয়াল ফুকনে অসমীয়াৰ তামোল খোৱাক অতি লেতেৰা অভ্যাস বুলি ক'লেও বাঙালীৰ পাণখোৱাৰ বিৰোধিতা কৰা নাছিল। সৌভাগ্য ক্ৰমে তেনে হীনমন্যতাৰ আজি অৱসান ঘটিছে।

---

৭০। The Assam Tribune, 2nd July, 1978.

৭১। ১৯৯৭ চনৰ ফেব্ৰুৱাৰী-মাৰ্চ সময়ৰ অসম বাণী, প্ৰান্তিক, আজিৰ অসম ইত্যাদি চাওক।

## জাপি, শৰাই, গামোছাঃ সাংস্কৃতিক প্ৰতীক

জাপি, শৰাই আৰু গামোছাই অসমীয়াৰ সাংস্কৃতিক প্ৰতীকৰাজিক সম্পূৰ্ণতা দিছে। মন কৰিবলগীয়া যে খেতিয়কসকলে বৰষুণৰ পৰা বাচিবলৈ ব্যৱহাৰ কৰা জাপিটো আছিল এক অতিশয় প্ৰয়োজনীয় আহিলাহে। জ্যোতিপ্ৰসাদ আগৰৱালাই সৰ্বপ্ৰথম তেওঁৰ জয়মতী (১৯৩৫) বোলছবিত খেতিয়কৰ এই অপৰিহাৰ্য জাপিটোকে চ'ৰাঘৰ-শুৱনিকৈ সজাই উলিয়াইছিল আৰু ব্যাপক ভাবে ব্যৱহাৰ কৰিছিল। তেওঁ জয়মতীত ইমানকৈ জাপি ব্যৱহাৰ কৰিছিল যে মানুহে ইয়াক 'জাপিমতী'হে বুলিছিল। শৰাইখনো আধুনিক অৰ্থপ্ৰাপ্ত হৈছিল জ্যোতিপ্ৰসাদৰ জৰিয়তেই। একান্তই জাতীয় পোছাকৰ অংশ হিচাপে সকলো ৰাজহুৱা সভাই সমিতিয়ে গামোছা পিন্ধা আৰু পিন্ধোৱাৰ কাৰবাৰটোও সম্পূৰ্ণ নতুন। অন্ততঃ গামোছা ঐতিহাসিকভাৱে অসমীয়া মানুহৰ পোছাকৰ অংশ হোৱাৰ কোনো সাক্ষ্য নাই। অথচ আজি গামোছা যেন অসমীয়াৰ অপৰিহাৰ্য পৰিচয় চিহ্ন। ইও নিঃসন্দেহে এক নিৰ্মাণ, এক সাৰ্থক নিৰ্মাণ।

## প্ৰথম অসমীয়া আধুনিক গীত, প্ৰথম অসমীয়া বোলছবি...

এই গ্ৰন্থত আমি ইতিমধ্যে দেখুৱাই আহিছোঁ যে আউনীআটীৰ সত্ৰাধিকাৰ দত্তদেৱ গোস্বামীৰ বাংলা আৰু বিদেশী গীত-মাত আৰু বাদ্যযন্ত্ৰৰ প্ৰতি দুৰ্বলতা আছিল। আউনীআটীৰ শিচ্ হৈও পদ্মনাথ গোহাঞিবৰুৱায়ো সত্ৰাধিকাৰ জনৰ অত্যধিক বাংলা প্ৰীতিক সমালোচনা কৰিবলৈ বাধ্য হৈছিল।

সংগীতজ্ঞ লক্ষ্মীনাথ বৰুৱাই অসমত হিন্দুস্তানী সংগীত প্ৰচাৰ কৰিছিল। যদিও তেওঁ বৈজ্ঞানিক পদ্ধতিত সংগীত চৰ্চাত গুৰুত্ব দিছিল, অসমীয়া সংগীতক আধুনিক ৰূপ দিয়াৰ চেষ্টা তেওঁ কৰা নাছিল। জ্যোতিপ্ৰসাদে আনকি বেজবৰুৱাকো সমালোচনা কৰিছিল, কাৰণ তেওঁ তেওঁৰ নাটকসমূহত জতুৱা ঠাঁচ আদিৰ সঞ্চালনিকৈ প্ৰয়োগ কৰিলেও গীত-মাতৰ ক্ষেত্ৰত হিন্দুস্তানী/বঙলুৱা ঠাঁচৰ পৰা মুক্ত হ'ব পৰা নাছিল।[৭২]

সেয়েহে অসমীয়া গীতত অসমীয়া সুৰাৰোপৰ কামটো জ্যোতিপ্ৰসাদেই সম্পন্ন কৰিবলগা হৈছিল। পাছত তেওঁ কৈছিল যে তেনে কৰোঁতে তেওঁ ১৯২১ চনৰ অসহযোগ আন্দোলনৰ দ্বাৰা প্ৰত্যক্ষভাৱে অনুপ্ৰাণিত হৈছিল। 'গছে গছে পাতি দিলে ফুলৰে শৰাই' নামৰ জ্যোতিপ্ৰসাদৰ বিখ্যাত আৰু জনপ্ৰিয় গীতটোত বিয়া নামৰ সুৰাৰোপ কৰা হৈছিল। এই গীতটোৱে পৰবৰ্তী কালত আধুনিক গীতৰ অসমীয়া সুৰাৰোপৰ বাট মুকলি কৰে।

অৱশ্যে এই কাম জ্যোতিপ্ৰসাদৰ বাবেও সহজ-সাধ্য আছিল। কলিকতীয়া নাটকীয় সুৰ আৰু শাস্ত্ৰীয়/হিন্দুস্তানী সংগীতৰ সুৰত অভ্যস্ত অসমীয়া অভিজাতশ্ৰেণীয়ে অসমীয়া সুৰ পছন্দ নকৰিলে। তেওঁলোকে তেওঁক উপলুঙা, ফিচিঙা-ফিচিঙি কৰিবলৈ লাগিল। তেওঁলোকেনো এনেকুৱা গাঁৱলীয়া গীত গাবনে? তেওঁলোকেনো বিহু নাচিবনে?[৭৩]

---

৭২। জ্যোতিপ্ৰসাদ, পৃ- ২১-২২
৭৩। ঐ, পৃ- ২২

তথাপিও ক'ৰবাত এধানিমান বিজুলীৰ ৰেঙণি আছিল। জ্যোতিপ্ৰসাদে যেতিয়া ১৯২৪ চনত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনত একেটা গীতকে গালে, তেতিয়া সেই অধিবেশনৰ সভাপতি লক্ষ্মীনাথ বেজবৰুৱাৰ উপৰিও হেমচন্দ্ৰ গোস্বামী, যতীন্দ্ৰনাথ দুৱৰাই তেওঁক প্ৰশংসাৰে বুৰাই পেলালে। সেই আনুষ্ঠানিক স্বীকৃতিৰে তেওঁ 'জগত সভা'ত অসমীয়াৰ উপস্থিতি সাব্যস্ত কৰিবলৈ সাজিকাচি ওলাল।

আধুনিক সময়ত জনমানস প্ৰভাবিত আৰু নিয়ন্ত্ৰণ কৰিবৰ বাবে বোলছবি এটা অতি শক্তিশালী মাধ্যম। দৰাচলতে ইয়াত সাহিত্য সংগীত, অভিনয়, ফটোগ্ৰাফি, ছবি, নৃত্য আদি অজস্ৰ কলাৰূপৰ সমন্বয় ঘটে। জ্যোতিপ্ৰসাদৰ সুযোগ্য নেতৃত্বত অসমীয়া মধ্যশ্ৰেণীয়েও এই মাধ্যমৰ গুৰুত্ব ঠিকেই বুজিছিল। 'জয়মতী, the Satyagrahi' ৰ জৰিয়তে জ্যোতিপ্ৰসাদে কেনেকৈ বোলছবিৰ মাধ্যম ব্যৱহাৰ কৰি ব্ৰিটিছ শাসনৰ বিৰুদ্ধে প্ৰতিৰোধৰ, আনকি সক্ৰিয় প্ৰতিৰোধৰ বাণী প্ৰচাৰ কৰিছিল তাক আমি ইতিমধ্যেই দেখুৱাইছোঁ।

কিন্তু সেই কামো সহজ নাছিল। বহু বিৰোধিতাৰ সমুখীন হৈছিল জ্যোতিপ্ৰসাদ। বোলছবিত অসমীয়া গীত, অসমীয়া সুৰ ব্যৱহাৰ কৰিবলৈ গৈ সমালোচনাৰ সমুখীন হোৱাৰ দৰে কাহিনীৰ ওৰ পৰা নাই এতিয়াও। সৌ সিদিনাও জ্ঞানপীঠ-বিজয়ী, অসম সাহিত্য সভাৰ প্ৰক্তন সভাপতি, সাহিত্য অকাডেমীৰ প্ৰাক্তন অধ্যক্ষ ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই এইবুলি প্ৰশ্ন কৰিছিলঃ কেনেকৈ জ্যোতিপ্ৰসাদ আগৰৱালা নৱজাগৰণৰ যুগৰ মধ্যশ্ৰেণীৰ আন কাণ্ডাৰীসকলতকৈ শ্ৰেষ্ঠতৰ হ'ল? তেওঁনো শিল্পকলাৰ আন ক্ষেত্ৰবিলাকলৈ কিটো বৰঙণি যোগাইছিল?[৭৪]

ড° ভট্টাচাৰ্যই জৰুৰীভাৱে জ্যোতিপ্ৰসাদৰ তেনে বৰঙণিৰ প্ৰমাণো দাবী কৰিছিল। পৰমানন্দ মজুমদাৰে এয়া ভট্টাচাৰ্যৰ উগ্ৰ-জাতীয়তাবাদ বুলি ইংগিত দিছে কাৰণ জ্যোতিপ্ৰসাদ জন্মসূত্ৰে অনা-অসমীয়া আছিল।

আমাৰ বাবে কথাটো প্ৰতীক-ধৰ্মী। 'অনা-অসমীয়া' জ্যোতিপ্ৰসাদে অসমীয়া গীত লিখি তাত লোকগীতৰ সুৰাৰোপ কৰা, অসমীয়া বোলছবি নিৰ্মাণ কৰা আদি কথাই অসমীয়া জাতি গঠন প্ৰক্ৰিয়াটোৰে আত্মীকৰণৰ শক্তি সূচায়। তাৰ বিপৰীতে যিসকলে তেওঁক অনাহকত আক্ৰমণ কৰিছে তেওঁলোকে জাতিগঠনৰ কীৰ্তিচিহ্ন এটিতে যেন আঘাত হানিলে।

সামৰণিত কওঁ যে এটা জাতি কেৱল প্ৰাকৃতিক/স্বতস্ফূৰ্ত ভাৱে গঢ়ি নুঠে। এইটো বহুলাংশে এটা সচেতন প্ৰক্ৰিয়াও। আধুনিক সময়ত জাতিগঠনৰ নেতৃত্ব লয় বুৰ্জোৱাজিয়ে। অসমত অৱশ্যে ক্লাচিকেল বুৰ্জোৱাজি পাবলৈ নাই। তাৰ সলনি আছে দালাল বুৰ্জোৱা, পেটি বুৰ্জোৱা, প্ৰট' বুৰ্জোৱা, আনকি সামন্তীয় উপাদানেৰে গঠিত এক মধ্যবিত্ত শ্ৰেণীহে। এই শ্ৰেণীয়েই এক আধুনিক জাতি গঠনৰ কাম কান্ধ পাতি লৈছে। তাকে কৰিবলৈ যাওঁতে এই শ্ৰেণী নিজা শ্ৰেণী-স্বাৰ্থ সম্পৰ্কেও খুবেই সচেতন। সেই স্বাৰ্থ হৈছে জনসমাজৰ ওপৰত ইয়াৰ সম্পূৰ্ণ মতাদৰ্শগত আধিপত্য জাপি দিয়াৰ বাবে ৰাষ্ট্ৰযন্ত্ৰক ব্যৱহাৰ কৰা। অৰ্থনৈতিক শোষণ আৰু অৰ্থনীতি বহিৰ্ভূত দমনৰ বাবে তেনে আধিপত্য অপৰিহাৰ্য।

---

৭৪। নৱযুগ, ২০ জানুৱাৰী, ১৯৬৫

এই ৰাষ্ট্ৰীয় শ্ৰেণীটোৰ কাম সহজসাধ্য নাছিল। এফালেদি ই জাতি গঠনত সমাজৰ নিম্নবৰ্গৰ সদৌটিকে সমাবেশিত কৰিবলগা হৈছিল, আনফালে ই সেইসকলকে আকৌ শোষণ-দমন কৰিয়েই থাকিছিল। এই স্ব-বিৰোধী কামটো সম্পন্ন কৰিবলৈ ই এক জাতীয় ইতিহাস তথা সাংস্কৃতিক প্ৰতীকবাজি নিৰ্মাণ কৰিবলগা হৈছিল, যিবোৰে শ্ৰেণী/গোষ্ঠীগত দ্বন্দ্ববোৰ প্ৰশমন কৰি এক প্ৰকৃত/কাল্পনিক শত্ৰুৰ বিৰুদ্ধে সদৌ জাতিটোকে ঐক্যবদ্ধ কৰিব পাৰে। সেই কামত এই শ্ৰেণীৰ সফলতা/বিফলতা সম্পৰ্কে আমি পৰৱৰ্তী অধ্যায়কিটাত আলোচনা কৰিম। কিন্তু বিদেশী সাম্ৰাজ্যবাদ আৰু ক্ষয়িষ্ণু দেশী সামন্তবাদৰ গহীন বাধা নেওচি জাতি গঠনৰ কামটো খলা-বমা অতিক্ৰমি আগুৱাই নিয়াটোও সমূলি মামুলী কাম নাছিল।

তথাপিও ক'ব লাগিব যে অসমীয়া মধ্যশ্ৰেণী আৰু ইয়াৰ দ্বাৰা পৰিচালিত বেচৰকাৰী সংগঠনসমূহে জাতিগঠনৰ আনুষংগিক ৰূপে কৰিবলৈ লোৱা কামবিলাকৰ ভিতৰত জাতীয় ধৰ্মৰ প্ৰচাৰত ব্যৰ্থ হোৱাৰ বিপৰীতে, আৰু জাতীয় ভাষাৰ প্ৰচাৰত আংশিকভাৱেহে সফল হোৱাৰ বিপৰীতে সাংস্কৃতিক ক্ষেত্ৰত সাফল্য লাভ কৰিছিল। জাতীয় উৎসৱৰূপে বিহুৰ জনপ্ৰিয়তা, জাতীয় বীৰ-বীৰাংগণাসকলৰ প্ৰক্ষেপণ, জাতীয় পৰিচিতিৰ আন অনুষংগবিলাকেৰে সৈতে সাংস্কৃতিক ক্ষেত্ৰত লাভ কৰা হৈছিল বিপুল সাফল্য; এই সাফল্যকে মূলধন কৰি বিচক্ষণতাৰে আগবাঢ়িলে অসমীয়া জাতিৰ বুনিয়াদ হ'ব মজবুত আৰু গজগজীয়া, ক্ষতিপূৰণ হ'ব ধৰ্মপ্ৰচাৰ আৰু ভাষিক প্ৰসাৰত ক্ষেত্ৰত ঘটা ক্ষয়-ক্ষতিৰ। 



## সপ্তম অধ্যায়

# জনগোষ্ঠীগত উত্থান-জাগৰণ : জাতি গঠনত সংঘাত আৰু পুনৰমিলন

*So he built him about*
*With the mixed up crew*
*With the eyes of black*
*And brown and blue*
*And that's the reason*
*You and I have*
*Just one world and*
*Just one the sky.**

নৃগোষ্ঠী বা জনগোষ্ঠী (ethnicity) হৈছে এক আদিম সত্তা, যাৰ অস্তিত্ব আছে স্মৰণাতীত কালৰে পৰা। তাৰ বিপৰীতে জাতি অথবা জাতিসত্তা হৈছে পুঁজিবাদৰ যুগৰ এক আধুনিক ধাৰণা। ই এক পশ্চিমীয়া ধাৰণাও। ইউৰোপৰ দেশবোৰত বুর্জোৱা গণতান্ত্রিক আন্দোলনৰ প্রক্রিয়াত জাতিবোৰ গঠিত হৈছিল। কিন্তু ভাৰতৰ দৰে ঔপনিবেশিক/অর্ধ-ঔপনিবেশিক আৰু সামন্তবাদী/অর্ধসামন্তবাদী দেশত আধুনিক ধৰণৰ জাতি গঠনৰ কামৰ এতিয়াও সামৰণি পৰা নাই।

ভাৰতৰ আন বহু ৰাজ্যৰ দৰেই অসমতো জনগোষ্ঠীগত সত্তাবোৰৰ বিলুপ্তি ঘটা নাই, ঘটিছে ক্ষয়হে। অৱশ্যে জনগোষ্ঠীগত সত্তা আছে বুলি কোৱাৰ অর্থ এইটো নহয় যে অসমীয়া জাতিসত্তাৰ নির্মাণ চলি থকা নাই। আকৌ এইটোও সঁচা যে যোৱা কেইবা শতিকা জুৰি চলি থকা অসমীয়া জাতিসত্তাৰ নির্মাণ প্রক্রিয়া সত্বেও জনগোষ্ঠীবিলাকো বিৰাজ কৰি আছে।

এই অধ্যায়ত আমি দেখা পাম কেনেকৈ জনগোষ্ঠীগত আৰু জাতীয় পৰিচিতি এটাই আনটোৰ ওপৰাওপৰি হয়, আন্তঃক্রিয়া কৰে, কেনেকৈ সিহঁত একে সময়তে ক্ষয়ো যায় আৰু টিকিও থাকে (erosion-retention)। সংস্কৃতকৰণ আৰু পাশ্চাত্যকৰণ, আধুনিকীকৰণ আৰু নগৰীকৰণৰ সামাজিক প্রক্রিয়াবোৰে কেনেকৈ জনগোষ্ঠীবোৰৰ কেন্দ্রাভিমুখী আৰু

---
* Paul Robeson

কেন্দ্ৰ-প্ৰতিমুখী (centripetal, centrifugal) প্ৰৱণতাৰ জন্ম দিয়ে, সিও লক্ষ্যণীয় হ'ব। মন কৰিবলগীয়া যে এনে বহু সামাজিক আন্দোলনৰ সত্বেও একবিংশ শতিকাৰ দুৱাৰডলিত, নতুন সহস্ৰাব্দৰ পদূলিমুখত বৈও জনগোষ্ঠীক বিদায় দিয়াৰ চিন্তা অবান্তৰ হৈ ৰৈছে। বৰং জনগোষ্ঠীগত আন্দোলনে আকাশ ছানি পেলাইছে। বৰদৈচিলাই উৰুৱাই নিনিলে বাৰুকৈ ধুমুহা আহিবও পাৰে।

জনগোষ্ঠীগত সত্তাবিলাকৰ ভিতৰত শ্ৰেণী বা স্তৰৰ গঠনে জনগোষ্ঠীগত আন্দোলনৰ বিকাশত বৰঙণি যোগাইছে নেকি, সেয়াও চাবলগীয়া কথা। অসমীয়া বৰ্ণহিন্দু মধ্যশ্ৰেণী আৰু উক্ত জনগোষ্ঠীবোৰৰ উদীয়মান মধ্যশ্ৰেণী/স্তৰৰ মাজত শ্ৰেণীস্বাৰ্থজড়িত কোনো সংঘাতে ইয়াত ক্ৰিয়া কৰিছে নেকি, তাকো চাব লাগিব। এইখিনিতে মনত ৰাখিব লগা এটা কথা হৈছে, অতীতত জনগোষ্ঠীবিলাকে আত্মীয়তা, গোত্ৰ, ৰক্তসম্বন্ধ আৰু সম্প্ৰদায়গত অনুষ্ঠান/সংগঠন কেতবোৰৰ মাজেৰে কাম কৰিছিল। বৰ্তমানে সেইবিলাকৰ উপৰিও/সলনি সিবিলাকে বিভিন্ন ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক অনুষ্ঠান, কাকত-আলোচনী আদিৰ মাজেৰে কাম কৰে। এইবোৰ আন্তঃক্ৰিয়া, সংঘাত আৰু মিলনৰো মঞ্চ। সেইদৰে বৃহত্তৰ জাতিসত্তা গঠনৰ প্ৰক্ৰিয়াতো একেধৰণৰ এলানি সংগঠন/অনুষ্ঠানৰ বিকাশ ঘটিছে, যিবোৰে নৃগোষ্ঠীবোৰকো প্ৰভাৱিত নকৰাকৈ থকা নাই। এই সম্পৰ্কে বিশদ আলোচনালৈ যোৱাৰ আগতে আমি সংশ্লিষ্ট জনগোষ্ঠীবোৰৰ জনসংখ্যাৰ এটা মোটামুটি ধাৰণা লৈ লওঁহক ঃ

তালিকা নং ১

| | | | |
|---|---|---|---|
| ১ | অনুসূচিত জাতি | | ৭.৫ % |
| ২ | অনুসূচিত জনজাতি পাহাৰৰ | ৫ % ভৈয়ামৰ ৭.৫ % = | ১২.৫ % |
| ৩ | ক * কোঁচ ৰাজবংশী | | ২০ % |
| ৪ | খ * ঝাৰখণ্ডী আদিবাসী | | ২০ % |
| ৫ | * মুছলীম | | ২৫ % |
| ৬ | * অন্যান্য (বৰ্ণহিন্দু আহোম চুতীয়া, মৰাণ-মটক, নাথ-যোগী, নেপালী আদি) | | ১৫ % |
| | | মুঠ | ১০০ % |

(* সকলো শতাংশ আলোচনাৰ সুবিধাৰ বাবে, মোটামুটি ধৰণৰ।)

আগতীয়াকৈ কৈ থ'ব লগা আন এটা কথা হ'ল আলোচনাৰ সুবিধাৰ বাবে এই অধ্যায়টোক আমি কেইবাটাও অংশত ভাগ কৰিছোঁ। বাঙালী, মাৰোৱাৰী আদি সম্প্ৰদায়ৰ

বিষয়ে আমি ইয়াত আলোচনা কৰা নাই কাৰণ তেওঁলোকক আমি পৃথক জাতিসত্তা বুলি গণ্য কৰোঁ, যাৰ সামগ্ৰিকভাৱে অসমীয়া জাতিসত্তাত চামিল হোৱাৰ সম্ভাৱনা আমি এই মুহূৰ্তত নেদেখোঁ। সেইবোৰ সম্প্ৰদায়ৰ পৰা ওলাই অহা হেমাংগ বিশ্বাসসকল, ধীৰেন দত্তসকল, জ্যোতি প্ৰসাদ আগৰৱালাসকল তেওঁলোকৰ নিজা অধিকাৰেৰেই মহান অসমীয়া আছিল, সম্প্ৰদায়গত-সমৰ্থনেৰে নহয়।

আমি ইয়াত প্ৰথমতেই আলোচনা কৰিছোঁ একাংশৰ তিনিটা 'বহিৰাগত' সম্প্ৰদায়ৰ বিষয়ে। তেওঁলোক হ'ল মধ্য-পূব-দক্ষিণ ভাৰতৰ ঝাড়খণ্ডী আদিবাসীসকল, পূববংগৰ মুছলীমসকল আৰু নেপালৰ নেপালীসকল। অসমীয়া জাতিসত্তাৰ অস্তিত্ব আৰু বিকাশৰ বাবে এই তিনিওটা জনগোষ্ঠীৰে আত্মীকৰণ অতিশয় গুৰুত্বপূৰ্ণ। এওঁলোক প্ৰায় ডেৰ শবছৰৰ পূৰ্বতে অসমলৈ আহে/আহিবলৈ ধৰে। এওঁলোকৰ সমবেত জনসংখ্যা অসমৰ জনসংখ্যাৰ প্ৰায় আধা। অসমীয়া ভাষাই অসমত সংখ্যাগৰিষ্ঠৰ ভাষাৰূপে স্বীকৃতি পাবলৈ সক্ষম হৈছে এওঁলোকে নিজক অসমীয়া বুলি লোকপিয়লত চিনাকি দিয়াৰ বাবেহে। তথাপিও এওঁলোকৰ আছে নিজা ভাষা-সংস্কৃতি আৰু স্বকীয় জনগোষ্ঠীগত পৰিচয়। বৰ্তমান পৰিস্থিতিত দুটা ঘটনা ঘটিব পাৰে ঃ ১) হয় অসমীয়া জাতিসত্তাই এই প্ৰায় এককোটি পৰিশ্ৰমী মানুহৰ চামিলকৰণেৰে গতিশীল, প্ৰাণৱন্ত আৰু সমৃদ্ধিশালী হৈ উঠিব, ২) নহয়, অসমীয়া জাতিসত্তা ভাঙি গৈ আধাখিনীয়া হ'ব। অসমীয়া মধ্যশ্ৰেণীৰ দূৰদৰ্শিতা/উদাসীনতাই এই দুটা বিকল্পৰ যিকোনো এটা বাচি ল'ব।

আমি তাৰ পাছত আলোচনা কৰিম অনুসূচিত জনজাতিসকলৰ বিষয়ে। ইতিমধ্যে উল্লেখিত জনগোষ্ঠীবোৰৰ বিপৰীতে অনুঃ জনজাতিসকল অসমৰ ভূমিসন্তান, এই কথা সঁচা। তেওঁলোকৰ বহুতেই সৌ সিদিনালৈকে নিজকে যে অসমীয়া বুলিও চিনাকি দিছিল, সেয়াও সঁচা। সেইসময়ত এনেহে লাগিছিল যেন তেওঁলোকে নিজৰ পৃথক সত্তা বিলুপ্ত কৰি অসমীয়াই হৈ যাব। কিন্তু তাৰ পাছত সকলো গোলমাল হৈ গ'ল। আজি জনজাতিসকলৰ বহুতেই অসম, অসমীয়াৰ পৰা আঁতৰি যাব বিচাৰিছে। তেওঁলোক অসমীয়াৰ মাজলৈ ঘূৰি আহিবনে নাহে সেয়া অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ এক কেন্দ্ৰীয় বিষয়।

অভিবাসী সম্প্ৰদায়সমূহৰ দৰে জনজাতিসকলৰো নিজা ভাষা সংস্কৃতি আছিল। কিন্তু অনুসূচিত জাতি, তাই-আহোম, কোচৰাজবংশী, মৰাণ-মটক, চুতীয়া আদি সম্প্ৰদায়বোৰ অন্ততঃ যোৱা কেইবাশতিকা জুৰি অসমীয়া ভাষী হৈ পৰিছে। তেওঁলোক সকলো, তথা বৰ্ণহিন্দুসকল মিলি অসমীয়া জাতিসত্তাৰ শাহটো গঠন কৰিছে। সেয়েহে তেওঁলোকক বেলেগে বেলেগে আলোচনা কৰাৰ প্ৰসংগ উঠিব নালাগিছিল। কিন্তু সূক্ষ্মভাৱে চালে দেখা যায় যে আনকি শাহটোৰ ভিতৰতো বহু অমীমাংসিত দ্বন্দ্ব-সংঘাত-জটিলতা ৰৈ গৈছে; সেয়েহে আত্মসন্তুষ্টিৰ থল নাই, আত্মবিশ্লেষণৰ অৱকাশহে আছে।

সেয়েহে আমি এতিয়া অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ লগত কম বেছি পৰিমাণে সম্পৰ্কিত সম্প্ৰদায়বোৰৰ বিষয়ে আগতে কোৱাদৰে একাদিক্ৰমে আলোচনা কৰিবলৈ ওলাইছোঁ। তেনে কৰোঁতে আমি ঐতিহাসিক প্ৰেক্ষাপটটো মনত ৰাখিম, আৰু ছেগাচোৰোকাকৈ, টুকুৰা-

টুকুৰকৈ আলোচনা নকৰি এটা সামগ্ৰিক, সামুদায়িক দৃষ্টিভংগীৰে তেনে কৰিম। সচৰাচৰ ব্যৱহৃত ৰাজনৈতিক-অৰ্থনৈতিক মাপকাঠিৰ বাহিৰেও ইয়াত আমি সামাজিক-সাংস্কৃতিক-ধৰ্মীয় আচাৰ আনুষ্ঠানিক শৈক্ষিক আবেগিক .... ইত্যাদি বহুমাত্ৰিক মাপযন্ত্ৰ ব্যৱহাৰ কৰিব খুজিছোঁ।

# 'বহিৰাগত' আদিবাসীসকল ঃ হতভাগ্য মাটিৰ মানুহ

অসমৰ ব্ৰিটিছ চীফ কমিশ্যনাৰ চাৰ হেনৰী কটনে (যাৰ নামত কটন কলেজ) স্বয়ং স্বীকাৰ কৰিছিল যে চাৰিবছৰ কাম কৰাৰ পাছতো চাহবাগিচাৰ কুলীক চুক্তি অনুসৰি মজুৰী বঢ়াই দিয়া নহয়। আনকি চৰকাৰে থিৰ কৰি দিয়া দামত চাউল বা বানচো ৰুগীয়া কুলী বা গৰ্ভৱতী শ্ৰমিকক দিয়া নহয়। আগধন নিলে সেয়া বনাচ বা ৰোগীৰ পথ্যৰ বিপৰীতে, অথবা পাছত পলাই গ'লে ধৰি আনোতে দিব লগা পুৰস্কাৰৰ নামত কাটি লোৱা হয়। সেয়েহে তেওঁলোক বাগিছাৰ কামত হাতে-ভৰিয়ে বান্ধ খাই থাকে। কেতিয়াবা গোটেই বছৰ গেবাৰি খাটিও কেই অনামানহে পায়।[১]

একেদৰে লেফটেণাণ্ট জেনেৰেল চাৰ বেম্পফিল্ড ফুলাৰে অসমৰ নৈৰ ঘাট আৰু ৰে'ল ষ্টেশ্যনবোৰত পলৰীয়া 'কুলী'ৰ সম্পৰ্কে জাননী আঁৰি থোৱা দেখা পাইছিল। তাকে দেখি ফুলাৰ চাহাবৰ মনত পৰিছিল **'আংকল টমচ্ কেবিন'** কিতাপখনলৈ। জাননীবোৰত পলৰীয়া কুলী ধৰি দিব পাৰিলে পুৰস্কাৰ দিয়াৰ কথাও ঘোষণা কৰা হৈছিল। পলৰীয়া তেনে 'কুলী' ধৰিব পাৰিলে আইনমতে পুলিচক গতাই দিয়া নহৈছিল।

এইসকল লোকৰ সম্পৰ্কত আমি ঝাড়খণ্ডী আদিবাসী অভীধাটো ব্যৱহাৰ কৰিছোঁ কিয় ? কাৰণ অসমৰ চাহবাগিছাত কাম কৰিবলৈ অহা লোকসকলৰ অধিকাংশকে অনা হৈছিল পূব-মধ্য ভাৰতৰ ঝাড়খণ্ড সাংস্কৃতিক অঞ্চলৰ পৰা। ঝাড়খণ্ড সাংস্কৃতিক অঞ্চলৰ ভিতৰত বৰ্তমানৰ ঝাড়খণ্ড ৰাজ্যৰ উপৰিও পশ্চিমবংগৰ (অবিভক্ত) মেদিনীপুৰ, বাঁকুড়া, বীৰভূম, পুৰুলিয়া আদি জিলা, উৰিষ্যাৰ চম্বলপুৰ, ময়ুৰভঞ্জ, কিয়নঝাড় আদি, চত্তিশগড় আৰু মধ্যপ্ৰদেশৰ একাংশ আদিও অন্তৰ্ভুক্ত। মহাভাৰততো উল্লেখ থকা এই 'ঝাড়খণ্ড'ৰ সমূহীয়া জন-জীৱন, তাৰ যৌথসংস্কৃতি আদিৰ অলিখিত ইতিহাস অন্ততঃ দুইলাখ বছৰ পুৰণি আৰু লিখিতভাৱেও হেজাৰ বছৰৰ কাহিনী জনা যায়।

ঝাড়খণ্ড আজি ভাৰতৰ অন্যতম অংগৰাজ্য। এতেকে বিহাৰৰ পৰা অহা মানুহক আমি যেনেকৈ বিহাৰী, বংগৰ সকলক বাঙালী, পাঞ্জাবৰ পৰা অহাজনক পাঞ্জাবী, নেপালৰ জনক নেপালী কওঁ, ঠিক তেনেকৈ ঝাড়খণ্ডৰ পৰা অহাসকলক ঝাড়খণ্ডী বুলি কোৱাত কোনো বাধা থাকিব নোৱাৰে। আৰু ঝাড়খণ্ডৰ পৰা অহা এই সকললোক যিহেতু মূলতঃ আদিবাসী আৰু যিহেতু ঝাড়খণ্ডৰ বাহিৰৰ আন ঠাইৰ পৰা অহা লোকো তেওঁলোকৰ লগত চামিল হৈ আছে, এতেকে কেৱল ঝাড়খণ্ডী শব্দই নহয়, 'ঝাড়খণ্ডী আদিবাসী' শব্দইহে

---

(১) Planter Raj to Swaraj, p. 44 ত উদ্ধৃত।

জনগোষ্ঠীটোৰ পূৰ্ণ পৰিচয় এটা ফুটাই তুলিব পাৰে। আনহাতে কেৱল 'আদিবাসী' শব্দটো এই ক্ষেত্ৰত যথেষ্ট নহয়। কাৰণ এইসকল লোক অসমৰ আদিবাসী নহয় ; বড়ো, মিচিং, কাৰ্বি ৰাভা আদি জনজাতিসকলৰ লগত তেওঁলোকৰ পাৰ্থক্য আছে। সেয়েহে ঝাড়খণ্ডী আদিবাসী যুগ্ম-শব্দইহে তেওঁলোকৰ পৰিচয় ফুটাই তুলিব পাৰে। তাই - আহোম, গোৰ্খা-নেপালী, মৰাণ-মটক, নাথ-যোগী, কোচ-ৰাজবংশী আদি বহু জনগোষ্ঠীৰে এনে পৰস্পৰ সম্পৰ্কিত আৰু যুক্ত-যুগ্ম পৰিচয় আছে।

সি যি কি নহওক, কোনো কাৰণতে জনগোষ্ঠীটোৰ বাবে 'চাহ-জনগোষ্ঠী', অথবা অসম সাহিত্য সভাৰ একালৰ সভাপতি ড° মহেন্দ্ৰ বৰাই দিয়া 'চাহপত্তীয়া'ৰ দৰে অভীধা গ্ৰহণযোগ্য নহয়। একেদৰে 'অসম সাহিত্য সভাৰেই আন এজন সভাপতি ড° নগেন শইকীয়াই দিয়া 'সেউজ অসমীয়া' বা চাহ বাগিছাৰ অসমীয়াৰ দৰে আখ্যাটো জনগোষ্ঠীটোৰ নবীন নেতৃত্বই অপমানজনক বুলি প্ৰত্যাখ্যান কৰিছে। মন কৰিবলগীয়া যে এই সকলো অভীধাই জনগোষ্ঠীটোক 'চাহ'ৰ লগত সাঙুৰি, বান্ধি ৰাখিব বিচাৰিছে। অৰ্থাৎ চাহ বাগিছাৰ শ্ৰমৰ লগত তেওঁলোকক বন্দী কৰি ৰাখিব বিচৰা হৈছে তেওঁলোকৰ জাতীয় পৰিচয়ৰ জৰিয়তেও। কিন্তু প্ৰশ্ন হ'ল, চাহ-খেতিৰ লগত জড়িত মানুহক যদি চাহ-জনগোষ্ঠী আখ্যা দিয়া হয়, মূলতঃ ধান খেতি কৰা মানুহক তেনেহ'লে কি আখ্যা দিয়া হ'ব, ধান-জনগোষ্ঠী? তেল-শ্ৰমিকসকলক তেল-জনজাতি, আন কাৰোবাক কঁপাহ-জনজাতি, ধপাত-জনগোষ্ঠী? মূঠৰ ওপৰত এটা চিদাং, খাটাং কথা হ'ল কামৰ নাম, তাকো এটা মনুষ্যত্ব বিনাশী শ্ৰমৰ নামেৰে এটা জনগোষ্ঠীক পৰিচিত কৰোৱাটো অপমান, অপৰাধ। তথ্যগতভাৱে এইক্ষেত্ৰত মনত ৰাখিব লগা আন এটা কথা হ'ল যে জনগোষ্ঠীটোৰ অধিকাংশ লোকেই এতিয়া চাহ-শ্ৰমৰ লগত জড়িত নহয়। প্ৰথম কথা চাহ-শ্ৰমিকতকৈ তথাকথিত প্ৰাক্তন চাহ-শ্ৰমিকৰ সংখ্যা বেছি (প্ৰাক্তন চাহ শ্ৰমিকৰ 'লেবেল'খন আৰু কেই প্ৰজন্ম তেওঁলোকে পিঠিত কঢ়িয়াই ফুৰিব লাগিব? আমিনো নিজকে প্ৰাক্তন হালোৱা, প্ৰাক্তন পুৰোহিতৰ ঘৰৰ সন্তান বুলি নকওঁ কিয়?) তাতোকৈ ডাঙৰ কথা কোকৰাঝাৰ জিলাৰ শ্ৰীৰামপুৰৰ চাওতাল এজেন্সী/ক'লনীৰ লক্ষাধিক লোককে ধৰি নামনি অসমৰ কে'বালক্ষ ঝাড়খণ্ডী আদিবাসীক অসমলৈ চাহ-বাগিছাত কাম কৰিবৰ বাবে অনাই হোৱা নাছিল। সেই জিলাত আজিৰ তাৰিখতো চাহ-বাগান নগণ্য। গতিকে উক্ত লাখ লাখ লোকক চাহ-জনগোষ্ঠী বুলি কোৱাটো চূড়ান্ত ইতিহাস অজ্ঞতাৰ পৰিচায়ক।

সৰ্বোপৰি, এটা জনগোষ্ঠীৰ জাতীয় পৰিচয় কি হ'ব, সেই সম্পৰ্কে সিদ্ধান্ত ল'ব জনগোষ্ঠীটোৱে নিজেই; আনৰ তাত জাপি দিয়াৰ অধিকাৰ নাই। আমি যাক এসময়ত 'মিকিৰ' বুলি কৈছিলো তেওঁলোকে সেই অভীধা দলিয়াই নিজকে 'কাৰ্বি' বুলি ঘোষণা কৰিলে ; আমি মানি ল'ব লগা হ'ল। আমি যাক 'মিৰি' বুলিছিলো, তেওঁলোকে সেই আখ্যা প্ৰত্যাখ্যান কৰি নিজকে 'মিচিং' বুলি ঘোষণা কৰিলে, আমি মানি ল'ব লগা হ'ল। একেদৰে ঝাড়খণ্ডী আদিবাসীসকলৰ নিজৰ জাতীয় পৰিচয় নিৰ্ণয় কৰাৰ অধিকাৰ, সিমানখিনি আত্ম নিৰ্দ্ধাৰণৰ অধিকাৰ আমি মানি ল'বই লাগিব ; এয়া ন্যূনতম গণতান্ত্ৰিক নীতি।

এই দৃষ্টিভংগীৰেই আমি জনগোষ্ঠীটোৰ প্ৰতি অপমানজনকভাৱে ব্যৱহৃত 'লেবাৰ', 'মজদুৰ', 'বঙালী', 'কুলী', 'চাপ্ৰাজজ', 'সেউজ সোণৰ শিল্পী' আদি অযাচিত অলংকাৰবোৰ

নিলগাই থৈ তেওঁলোকৰ মাজত লাহে লাহে জনপ্ৰিয় হৈ অহা 'ঝাড়খণ্ডী আদিবাসী' শব্দ দুটাকে এই গ্ৰন্থত আলোচনাৰ সুবিধাৰ বাবে গ্ৰহণ কৰিছোঁ। ঝাড়খণ্ডৰ লগত এতিয়াও জীৱন্ত সামাজিক-সাংস্কৃতিক, আনকি বহুতৰে ব্যক্তিগত পাৰিবাৰিক সংযোগ থকা, ঝাড়খণ্ডৰ স্মৃতিয়ে বিদ্যুৎতাড়িত কৰা, সিধু, কানহু, বীৰসা মুণ্ডা আদি স্বাধীনতা সংগ্ৰামী শ্বহীদসকলৰ স্মৃতিয়ে অনুপ্ৰাণিত কৰা, মাজতে মেজৰ জয়পাল সিং নিজে অসমলৈ আহি পুনৰ উজ্জীৱিত কৰি যোৱা, 'থিয়ড'ৰ কিস্কু ৰাপাজহঁতে আজিও পৰিপুষ্ট কৰি ৰখা ঝাড়খণ্ডী আদিবাসী এই পৰিচিতিক সাংগঠনিকভাৱে সংহত কৰি আছে ঝাড়খণ্ডী আদিবাসী সংগ্ৰাম পৰিষদ, ঝাড়খণ্ডী আদিবাসী মহিলা মুক্তি সমিতি আদি সংগঠনে। এই পৰিচিতিক লৈ জনগোষ্ঠীটোৰ ভিতৰতে অৱশ্যে তীব্ৰ বিতৰ্ক আছে ; তুলনামূলকভাৱে অসমীয়াকৃত অংশই উক্ত অভীধাৰ তীব্ৰ বিৰোধিতা কৰে। তথাপিও এই প্ৰসংগত গণ-ভোট নোহোৱালৈকে, যুক্তিৰ প্ৰবলতা, ঐতিহাসিকতা আৰু সংখ্যাগৰিষ্ঠৰ মতামত সম্পৰ্কীয় ধাৰণাৰ ওপৰত ভিত্তি কৰিয়েই আমি এই অভীধা বাচি লৈছোঁ।

অসমলৈ প্ৰথম দল ঝাড়খণ্ডী আদিবাসীক অনা হৈছিল গিৰ্মিটীয়া শ্ৰমিক হিচাপে চাহ বাগিছাত কাম কৰিবলৈ।১৮৬৭-৬৮ চনতে অসমৰ ৩৪,৪৩৩ জন চাহ-শ্ৰমিকৰ দুই তৃতীয়াংশই আছিল অসমৰ বাহিৰৰ, অৰ্থাৎ মূলতঃ ঝাড়খণ্ড অঞ্চলৰ। ১৯০১ চনৰ ভিতৰত অসমত মুঠ ভূমিৰ চাৰিভাগৰ এভাগত চাহ খেতি আৰম্ভ হয়। আন এটা হিচাবমতে ১৯৩১ চনত অসমৰ চাহ বাগিছাত মুঠ শ্ৰমিকৰ সংখ্যা হয়গৈ ১০,৬৫,০০০। সেই বছৰত প্ৰাক্তন চাহ শ্ৰমিকৰ সংখ্যা হয়গৈ ৪,৪৫,০০০, যিটো ১৯২১ চনৰ সংখ্যাতকৈ ৮৪,০০০ বেছি। তদুপৰি বৰ্তমান কোকৰাঝাৰ জিলাৰ চাওতাল কলনীত ৫৫,০০০ আৰু সীমান্ত অঞ্চলত ৫,০০০ ঝাড়খণ্ডী আদিবাসী আছিলেই। ফলত ১৯৩১ চনতেই অসমত ঝাড়খণ্ডী আদিবাসীৰ সংখ্যা ১৫,০০,০০০ হয়। সেই বছৰত অসমৰ জনসংখ্যা আছিল ৫৫,৬১,০০০ । এতেকে দেখদেখকৈয়ে সেইবছৰতে ঝাড়খণ্ডী আদিবাসীসকল অসমৰ মুঠ জনসংখ্যাৰ এক চতুৰ্থাংশতকৈও বেছি, প্ৰায় ২৭ শতাংশ আছিল।[২] পৰৱৰ্তী সময়ত এই সংখ্যা আৰু বাঢ়িবহে লাগে (১) অসমৰ বিভাজনৰ ফলত, (২) জনগোষ্ঠীত স্বাভাৱিক বৃদ্ধিৰ বাবে। নহ'লেও আমি তেওঁলোকক ৰাজ্যখনৰ মুঠ জনসংখ্যাৰ এক চতুৰ্থাংশ বুলি ভবাত একো অসুবিধা নাই। আন কাৰকবোৰ বাদ দিলেও জনগোষ্ঠীটোৰ এই বিপুল সংখ্যাই ইয়াৰ অসমীয়া জাতিসত্তাৰ লগত আত্মীকৰণ হোৱা-নোহোৱা প্ৰশ্নটো জৰুৰী কৰি তুলিছে।

কিন্তু সংখ্যাৰেই এটা জনগোষ্ঠীৰ আৰ্থ-সামাজিক মৰ্যাদা জুখিব নোৱাৰি। ঝাড়খণ্ডী আদিবাসীসকল তাৰেই প্ৰমাণ। অসমক এক বিশাল চাহ-বাগিছাত পৰিণত কৰাৰ বুৰ্জোৱা আকাংক্ষাৰে অনুপ্ৰাণিত হৈ ব্ৰিটিছ চাহ মালিকসৱে লাখ লাখ ঝাড়খণ্ডী আদিবাসী লোকক চাহ শ্ৰমিকৰূপে কাম কৰিবলৈ অসমলৈ আমদানি কৰিলে। ব্ৰিটিছ চৰকাৰেও মহোৎসাহে ইয়াত সমৰ্থন যোগালে। কাৰণ অসমৰ হাবিতলীয়া মাটিত চাহ-বাগিছা পাতি লাভ কৰাৰ উপৰিও একেটা গুলিতে ইয়াৰ দ্বাৰা আৰু দুই চিকাৰ হ'ব ; (১) ঝাড়খণ্ডৰ বিদ্ৰোহী

---

(২) সূত্ৰ ঃ Demographay in India, Immigration Report 1930-31, Census Report, 1931 ইত্যাদি

জনজাতিসকলক ছেদেলি-ভেদেলি কৰি তেওঁলোকৰ বুজন একাংশক অসমলৈ লৈ আনিলে বিদ্ৰোহ দুৰ্বল হ'ব, আৰু (২) অসমত তেওঁলোক বহিৰাগত বাবে সতকাই বিদ্ৰোহ কৰিব নোৱাৰিব, আৰু থলুৱা আন সম্প্ৰদায়ৰ লগত তেওঁলোকৰ এক অলংঘনীয় প্ৰাচীৰ গঢ়ি উঠিব।

এহাতে জমিদাৰী মহাজনী শোষণ আৰু আনহাতে ব্ৰিটিছ সাম্ৰাজ্যবাদৰ লুণ্ঠনত থাউনি নোপোৱা ঝাড়খণ্ডী আদিবাসীসকলক এনেকৈ ছিন্নমূল কৰি লৈ অনাৰ বিষয়ে ঝাড়খণ্ডী পণ্ডিত, দিল্লী বিশ্ববিদ্যালয়ৰ অধ্যাপক ভাৰ্জিনিয়াচ খাখাই এনেকৈ লিখিছেঃ

*That just when the British firms were establishing plantation estates in north-east India, tribal peasants from the biggest tribal concentration in India were being pushed off from their zones by an organised system of recruitment that was evolved by the British capitalists in connivance with the British administration. The extent of outmigration from Chotnagpur, which was 3,30,000 in 1891; 2,82,000 in 1901;7,07,000 in 1911 and 9,47,000 in 1921, clearly reflects this.*[৩]

ইয়াৰ পৰা দেখা যায় যে মাত্ৰ ত্ৰিশবছৰৰ ভিতৰতে কেৱল ছোটনাগপুৰৰ পৰাই ২৩,৬৬,০০০ মানুহক চালান দিয়া হৈছিল মূলতঃ অসমলৈ। চালানৰ পদ্ধতি আছিল 'আড়কাঠি' অৰ্থাৎ একধৰণৰ চুক্তি। ইয়াৰ জৰিয়তে আদিবাসীসকলক পৰিবহন ব্যয় আৰু নিৰ্দিষ্ট কৰ্ম পৰিবেশৰ বিনিময়ত চাহ-বাগিছাত কাম কৰোৱাৰ চৰ্ত আছিল। কিন্তু প্ৰকৃততে ঠিকাদাৰইঁতে ভয়, ভাবুকি, প্ৰলোভন, জবৰদস্তি আদিৰেহে তেওঁলোকক 'গিৰ্মিট'ত (agreement) চহী কৰিবলৈ/ টিপচহী দিবলৈ বাধ্য কৰিছিল। অধ্যাপক খাখাই কৈছে যে সেই আদিবাসীসকলৰ পৰিবহন ব্যৱস্থা ইমানেই অমানৱীয় আছিল আৰু (অসমলৈ) আহি পোৱাৰ পাছত তেওঁলোক ইমান বিপুল সংখ্যাত মৃত্যুমুখত পৰিছিল যে ১৮৬১ চনতেই ব্ৰিটিছ চৰকাৰে এই সম্পৰ্কে এক তদন্ত আয়োগ গঠন কৰিবলৈ বাধ্য হৈছিল।

আমি ইয়াত তেনে অমানৱীয় পৰিবহন সম্পৰ্কে স্বয়ং ব্ৰিটিছসকলৰে ভাষ্য তুলি দিছোঁ। ১৯০৪ চনতে প্ৰকাশিত এখন প্ৰতিবেদনত ব্ৰিটিছ চৰকাৰে স্বীকাৰ কৰিব লগা হৈছিল যে পৰিবহনৰ ক্লান্তি আৰু ক্লেশে এই প্ৰব্ৰজনক বাধাগ্ৰস্ত কৰিছিল। অসমৰ ব্ৰিটিছ চীফ কমিশ্যনাৰে ইয়াকো আশা কৰিছিল যে '*before long it will be possible to arrange that sardars and their coolies travel to Assam with the freedom enjoyed by ordinary third class passengers.*[৪] ইয়াৰ পৰা এই কথা স্পষ্ট যে আদিবাসীসকলক জাহাজ-ফেৰীত 'অৰ্ডিনেৰী' তৃতীয় শ্ৰেণীৰ যাত্ৰীৰ স্বাধীনতা বা সুবিধাকণো দিয়া হোৱা নাছিল। বোধহয় আদিবাসীসকল চতুৰ্থ অথবা পঞ্চম শ্ৰেণীৰহে

---

(৩) Viginius Xaxa : *Tribal Migration to Plantation Estates in North East India : Determinants and Consequences* in **Demography of India**, vol XIV, No 1, 1985

(৪) Resolution on Immigrant Labour in Assam for the Year 1903-04, Shilong 1904, p. 2

যাত্ৰী আছিল। এনেও তেওঁলোক ভাৰতীয় সমাজত '**পঞ্চম বৰ্ণ**' ৰূপে পৰিচিত!

আমি অলপতে ব্ৰিটিছ চৰকাৰৰ এসময়ৰ এক গোপন দলিল উদ্ঘাটন কৰিছোঁ। **Report of Cholera on Board the Steamer 'Burma'** শীৰ্ষক এই গোপন দলিলত আদিবাসীসকলক অসমলৈ কঢ়িয়াই অনাৰ ক্ষেত্ৰত ঘটা বীভৎস কাণ্ডৰ বৰ্ণনা আছে। উক্ত 'বাৰ্মা' নামৰ জাহাজখনৰ উপৰিও 'পাঞ্জাৱ', 'চিম্‌লা', 'প্ৰগ্ৰেচ', আদি জাহাজবিলাকত কলেৰা হৈ শ-শ আদিবাসীৰ মৃত্যু ঘটাৰ পাছত ব্ৰিটিছ চৰকাৰে কাঢ়া নিৰ্দেশ জাৰী কৰিবলৈ বাধ্য হৈছিল যে 'কুলী'ৰ সংখ্যা নিৰ্দিষ্ট কৰি দিয়া সীমাৰ ভিতৰত থাকিব লাগিব ... জাহাজ-ষ্টীমাৰৰ ওপৰৰ চালত 'কুলী' নিয়া নচলিব... ষ্টীমাৰ বিলাকত চুলাৰ প্ৰচণ্ড উত্তাপৰ কাষত, ঠেক ঠাইত 'কুলী' নিয়া বন্ধ কৰিব লাগিব; সেয়া মানুহৰ পৰিবহনৰ অনুপযোগী ইত্যাদি ইত্যাদি।

উক্ত প্ৰতিবেদনতে 'বাৰ্মা' নামৰ ষ্টীমাৰখনৰ অস্বাস্থ্যকৰ পৰিবেশৰ সম্পৰ্কে এনেদৰে কোৱা হৈছিলঃ

*কিছুমান ফ্লেটত কুলীসকলক ওপৰ মহলাত ৰখা হয়। তাৰ তক্তাবোৰৰ মাজত ফাঁক থাকে, জুলীয়া পদাৰ্থ তাৰ মাজত বঢ়িয়াকৈ বৈ আহিব পাৰে, আনহাতে তলৰ মহলাত ডাঙৰ ডাঙৰ বইলাৰত খাদ্য ৰন্ধা হয়। বইলাৰতে ভাত কঢ়িয়াই নি গৰমে গৰমে এখন পাতত ঢলা হয়, যিখনত হয়তো অলপ আগতে কলেৰা হৈ থকা আন কুলীয়ে ভাত খাই গৈছে...*[৫]

এনেকৈয়ে আদিবাসীসকলক দলে দলে লাদি নিয়া হৈছিল ষ্টীমাৰৰ উন্মুক্ত ওপৰ মহলাত। ৰ'দ-বৰষুণৰ পৰা ৰক্ষা কৰিবলৈ তেওঁলোকৰ মূৰৰ ওপৰত একো নাছিল। তেওঁলোক বৰষুণত তিতিছিল, ৰ'দত শুকাইছিল। কলেৰা আক্ৰান্ত এনে আদিবাসী সকলে প্ৰায়ে ব্ৰহ্মপুত্ৰত জাপ দি আত্ম হত্যা কৰিছিল। এনে এগৰাকী দুৰ্ভগীয়া ঝাৰখণ্ডী মহিলাই 'বাৰ্মা'নামৰ ষ্টীমাৰখনৰ পৰা ব্ৰহ্মপুত্ৰত জাঁপিয়াই আত্মহত্যা কৰিছিল। যোগেন্দ্ৰ নাৰায়ণ ভূঞাই তেওঁৰ '**মহাকেজখানাৰ খিৰিকিয়েদি**' গ্ৰন্থত দেখুৱাইছে কেনেকৈ কলেৰাত আক্ৰান্ত এনে এজন আদিবাসীক ব্ৰহ্মপুত্ৰৰ পাৰৰ ঘন জংঘলত ষ্টীমাৰৰ পৰা নমাই দিয়া হৈছিল বাকীসকললৈ কলেৰা সোঁচৰা বন্ধ কৰাৰ বাবে। দৰাচলতে ষ্টীমাৰৰ পৰা কৰা আত্মহত্যাৰ সংখ্যা ইমানেই বেছি আছিল যে ব্ৰিটিছ চৰকাৰে এনে ব্যাপক আত্মহত্যা ৰোধ কৰিবৰ বাবে ষ্টীমাৰবিলাকৰ চৌকাষে ওখকৈ ৰেইলিং সজাৰ নিৰ্দেশ দিবলৈ বাধ্য হৈছিল।[৬] তদুপৰি সোঁচৰা বেমাৰত মৃত্যুৰ সংখ্যা আছিল অতি বেছি।

১৮৪১ চনত অসম কোম্পানীয়ে ছোটনাগপুৰৰ পৰা শ্ৰমিক আমদানি কৰিবলৈ ঠিক কৰিছিল। কিন্তু ষ্টীমাৰত কলেৰা সোঁচৰাৰ ফলত আমদানিকৃত ৬৫২ জন আদিবাসীৰ এজনো আহি কোম্পানীৰ বাগিছা নাপালেহি। তেওঁলোকৰ বেছি ভাগেই মৰি-হাজি ঢুকাল, বাকীসকল পলাল। বেংগল চৰকাৰে অসম আৰু কাছাৰলৈ শ্ৰমিক প্ৰব্ৰজনৰ সম্পৰ্কত তদন্ত কৰিবলৈ গঠন কৰি দিয়া সমিতিয়ে এনে জল যাত্ৰাত মৃত্যুৰ হাৰ ৫০ শতাংশ বুলি মন্তব্য

(৫) Report on Cholera on Board the Stramer 'Burma',1872, Govt of Assam

(৬) Ibid

কৰিছিল।[৭]

কিন্তু আদিবাসীসকলৰ যে অকল নৌ যাত্ৰাতে মৃত্যু ঘটিছিল এনে নহয়।

১৮৬৫-৬৭ চনৰ সময়ছোৱাৰ এই তথ্যসমূহে অসম আহি পোৱাৰ পাছত চাহ বাগিছাবোৰতনো কি ঘটিছিল, তাৰ জল্ জল্ পট্ পট্ সাক্ষ্য দিয়ে। ব্ৰিটিছৰ নিজৰ স্বীকাৰোক্তিমতেই ঘিলাধাৰী বাগিছাৰ ২৮২ জন শ্ৰমিকৰ ১১১ জনৰে মৃত্যু ঘটিছিল, তেনেকৈ চৰাইদেউৰ ৩০১ জনৰ ১১০ জনৰ, জয়পুৰৰ ২৭৫ জনৰ ১০৩ জনৰ, প্ৰতাপগড়ৰ ৪১৫ জনৰ ১১৫জনৰ আৰু চেৰাগঙৰ (চিলেট) ২০৩ জনৰ ভিতৰত কমেও ১১৩ জনৰ মৃত্যু ঘটে। এই মৃত্যুৰ হাৰ আছিল ৫৫.৬৬ শতাংশ।[৮] আন এটা তথ্য অনুসৰি ১৮৬৬ চনত ৮৪,৯৯৫ জনৰ ভিতৰত ৩০,০০০ জনৰ মৃত্যু ঘটিছিল।[৯]

চাহ-শ্ৰমিক সকলৰ শোচনীয় জীৱন দশাৰ বিষয়ে এতিয়া একাষাৰ কওঁঃ তেওঁলোকক উশাহ ল'বলৈও ঠাই নথকাকৈ বেৰেক একোটাৰ ভিতৰত ঠেলা-হেঁচাকৈ ভৰাই দিয়া হৈছিল য'ত এজন শ্ৰমিকৰ বাবে ২৪ বৰ্গফুট জেগাও (৬' X ৪') নাছিল। এজন ব্ৰিটিছ আই.চি.এচ. বিষয়াই স্বীকাৰ কৰিছিল যে অসম উপত্যকাত অতিশয় ব্যাপক তেনে লাইন-বেৰেক ব্যৱস্থাক সমৰ্থন কৰিবলৈ কোনো যুক্তিয়েই বিচাৰি পোৱা নাযায়।[১০] আন এজন ব্ৰিটিছ বিষয়াই কৈছিল যে বাগিছাবোৰত প্ৰতি পুৱাই 'কুলী'ৰ হাজিৰা লোৱা হয়, যি কাৰাগাৰৰ হাজিৰালৈ মনত পেলাই দিয়ে।[১১] ব্ৰিটিছ চৰকাৰৰে এখন প্ৰতিবেদনত এই বুলিও কোৱা হৈছিল যে শ্ৰমিকজনে অসুস্থ অনুভৱ কৰিলেও তেওঁক কামলৈ যাবলৈ বাধ্য কৰোৱাৰ অসংখ্য অভিযোগ পোৱা গৈছিল।[১২] ১৯০৬ চনত গঠিত অসম শ্ৰমিক তদন্ত সমিতিয়ে আদিবাসী শ্ৰমিক সকলৰ মাজত জন্মৰ হাৰ বৃদ্ধিত গুৰুত্ব দি কৈছিল ঃ

*জন্মৰ হাৰ বৃদ্ধি ঘটোৱাৰ আৰু শিশুবোৰ শৈশৱতে যাতে অৱহেলিত নহয়, সেইটো চোৱাত সৰ্বাধিক গুৰুত্ব দিব লাগে আৰু সেই বিষয়ে সম্ভাব্য সকলোখিনি কৰিব লাগে। বাহিৰৰ পৰা শ্ৰমিক আমদানি কৰা যিমান কঠিন, বৰ্তমানৰ শ্ৰমিক বাহিনীৰ স্বাস্থ্যৰক্ষা আৰু স্বাভাৱিক সংখ্যা বৃদ্ধিত সিমানেই গুৰুত্ব দিব লাগে।*[১৩]

প্ৰজনন বৃদ্ধিৰ জৰিয়তে শ্ৰমিকৰ সংখ্যা বৃদ্ধিৰ উদ্দেশ্যেৰেই ব্ৰিটিছ চৰকাৰে গৰ্ভপাতো বন্ধ কৰি দিছিল।[১৪] সেয়া যেন গৰু পোৱালি বা মুৰ্গীৰ প্ৰজনন বৃদ্ধিৰ কিবা দিহাহে আছিল। আচৰিত হ'ব লগা নহয় যে চাহ বাগিছাৰ মুঠ শ্ৰমিকৰ ভিতৰত শিশুৰ সংখ্যা আছিল ৩৮. ৪ শতাংশ আৰু নাৰী ৩১ শতাংশ; প্ৰাপ্ত বয়স্ক পুৰুষৰ সংখ্যা আছিল মাত্ৰ ৩০.৬ শতাংশ হে।[১৫]

---

(৭) **The History of Indian Tea Industry, pp 64,267,269**
(৮) Ibid, p. 351
(৯) **Report of 1906 Enquiry Committee into Labour Conditions**
(১০) **The History of Indian Tea Industry, p.363**
(১১) **Report of the Assam Labour Enquiry Committee, 1906**, p. 19
(১২) Ibid
(১৩) Ibid, p. 18
(১৪) Ibid, pp 8-9
(১৫) **Resolution of Immigrant Labour in Assam, 1903-04**, pp. 186

চাহ শ্ৰমিকসকলৰ মজুৰীও আছিল অবিশ্বাস্য ধৰণে কম। পুৰুষৰ গড় মাহেকীয়া মজুৰী আছিল পাঁচ টকা আঠ পইচা, মহিলাৰ মাহেকীয়া মজুৰী তাতোকৈ কম, চাৰি টকা, এক অনা, সাত পইচা।[১৬] সেই সময়তেই ব্ৰহ্মদেশৰ (যিখন এসময়ত ব্ৰিটিছ ভাৰতৰ অন্তৰ্ভুক্ত আছিল) অস্থায়ী শ্ৰমিক একোজনেই মাহে ত্ৰিশটকাকৈ ঘটিছিল।[১৭] অৰ্থাৎ ঝাড়খণ্ডী চাহ শ্ৰমিক এজনে ব্ৰহ্মাৰ শ্ৰমিকৰ ছভাগৰ এভাগহে অথবা তাতোকৈ কমহে পাইছিল। আদিবাসীসকলক আনকি ছটকাৰ বিনিময়তো দাসখতত চহী কৰিবলৈ বাধ্য কৰা হৈছিল।

অধ্যাপক ভাৰ্জিনিয়াচ খাখাই এই সম্পৰ্কত এক অত্যন্ত প্ৰাসংগিক প্ৰশ্ন তুলি কৈছিলঃ

*১৮৬৮চনত গড়কাপ্তানি বিভাগৰ এজন মানুহে মাহে ৭.টকাকৈ মজুৰী পাইছিল। চাহ বাগানত সেই মজুৰী আছিল ৪ টকাৰ পৰা ৫ টকাৰ ভিতৰত আৰু কোনো বাগিছাত ৪ টকাতকৈও কম। পাছত বাগিছা শ্ৰমিকৰ বাবে ন্যূনতম মজুৰী থিৰ কৰিবৰ বাবে বিধিবদ্ধ ব্যৱস্থা কৰা হয়। সেই অনুসৰি পুৰুষৰ বাবে ৫টকা, মহিলাৰ বাবে ৪টকা আৰু ১২বছৰৰ তলৰ শিশুৰ বাবে ৩ টকা মজুৰী ধাৰ্য কৰা হয়। লগতে শ্ৰমিকসকলক মোনে এটকা দৰত চাউল যোগানৰ বিধানো দিয়া হয়। কিন্তু তৎসত্বেও চাহ মালিকসকলে ঠিকা ভিত্তিক বন্দবস্তৰ জৰিয়তে নিৰূপিত দাম কৃত্ৰিমভাবে মোনে ২টকা, ২.৫০ টকা আৰু শেহত ৩টকালৈ বঢ়াই তেওঁলোকে শ্ৰমিকক বেছিকৈ প্ৰকৃত মজুৰী দিয়া যেন দেখুৱায়। সেই সময়ত বাগিছা শ্ৰমিকসকলে কাষৰ কৃষিশ্ৰমিকসকলে পাই থকা মজুৰীৰ আধা মজুৰীহে পাইছিল।...*[১৮]

আৰু আজিৰ তাৰিখত, ২০০৬ চনতো এই কথা সত্য। অসম চৰকাৰৰ নিৰ্দেশত কৃষি-শ্ৰমিকৰ ন্যূনতম মজুৰী দিনে ৬৯ টকাকৈ ধাৰ্য কৰা হৈছে।

এনেকৈ চাহ শ্ৰমিকে কৃষি-শ্ৰমিকৰো আধামান মজুৰীহে পোৱাৰ কাৰণ কি ? এই অতি-শোষণ সম্ভৱ কৰি তোলা হৈছে জাতীয় নিপীড়নৰ ভিত্তিত, অৰ্থনীতি-বহিৰ্ভূত বলপ্ৰয়োগৰ জৰিয়তে। নিজৰ আদি ভূমিৰ পৰা উৎপাটিত, ছিন্নমূল ঝাড়খণ্ডী আদিবাসীসকলক অসমতো স্থানীয় অধিবাসীসকলৰ পৰা বিচ্ছিন্ন কৰি ৰখা হৈছিল। তেওঁলোকৰ জাতীয় জনগোষ্ঠীগত পৰিচয়ক নিশ্চিহ্ন কৰি দিবলৈ বিচৰা হৈছিল। এক ছিন্নমূল, ভাসমান, পৰিচয়বিহীন জনতাক এনেকৈয়ে প্ৰাক্-পুঁজিবাদী পদ্ধতিত কঠোৰতম সাম্ৰাজ্যবাদী শোষণৰ বলি কৰা হৈছিল। ই অসমীয়া জাতি গঠন প্ৰক্ৰিয়াক বাৰুকৈ ব্যাহত কৰিছিল।

চাহ মালিকসকলে পুৰুষ, নাৰী, কিশোৰ আনকি শিশুকে ধৰি শ্ৰমিকৰ পৰিয়ালটোকে কামত লগাব বিচাৰিছিল। প্ৰতিটো অংশৰে মজুৰী ইমান কম কৰি ৰখা হৈছিল যে কেৱল পেটে-ভাতে খাই থকাৰ স্বাৰ্থতে শ্ৰমিকৰ সমগ্ৰ পৰিয়ালটোৱেই বাগিছাত কাম কৰিবলৈ বাধ্য আছিল। মহিলা আৰু শিশু শ্ৰমিকক ন্যূনতম মজুৰীত নিযুক্তিৰ জৰিয়তে উৎপাদন ব্যয় কমোৱা হৈছিল। শিশুবোৰ পঢ়াশালিলৈ যাব নোৱাৰিছিল। মাক সকলে শিশুৰ যত্ন ল'ব নোৱাৰিছিল। এনেকৈ সমগ্ৰ পৰিয়ালটোকে কুঁহিয়াৰ পেৰাদি পেৰাৰ এক অদ্ভুত

---

(১৬) **Resolution of Immigrant Labour in Assam, 1903-04, pp. 186**

(১৭) **Report of the Assam Labour Enquiry Committee, 1906, p. 4**

(১৮) *'Tribal Migration to Plantation Estate in North East India : Determinants and Consequences'* **Demography of India, Vol XIV, No1, 1985, p. 77**

ব্যাখ্যা চাহ মালিক সকলে আগবঢ়াইছিল। সেয়া হ'ল 'পৰিয়ালৰ মজুৰী'; অৰ্থাৎ চাহ শ্ৰমিকসকলে আধা মজুৰী পোৱাৰ ব্যাখ্যা দিয়া হৈছিল এইবুলি যে যিহেতু পৰিয়ালটোৰ সকলোৱেই কাম কৰে এতেকে সকলো মিলি এটা পূৰ্ণ মজুৰীয়েইতো পায়গৈ! পৃথিৱীৰ আন সকলো শ্ৰমিক কৰ্মচাৰীক তিনি একক পৰিয়ালৰ তিনিজন প্ৰাপ্ত বয়স্ক বুলি ধৰি লোৱা হয়; কাৰণ পতি-পত্নীৰ আধা-আধা মজুৰী মিলালেতো এটা সম্পূৰ্ণ মজুৰীয়েই হ'বগৈ! সেয়েহে সমগ্ৰ পৰিয়ালৰ শ্ৰম বাধ্যতামূলক।

চাহ-শ্ৰমিকৰ এনেকৈ আধা কৰ্তন সম্ভৱ কৰি তোলা হৈছিল জাতীয় নিপীড়নৰ জৰিয়তে। ১৯৩১চনৰ লোকপিয়ল আয়ুক্ত চি. এচ. মুলান চাহাবৰ তলৰ উক্তিটোৰ জৰিয়তে তেনে জাতীয় নিপীড়ন স্পষ্ট হৈ পৰে। তেওঁ কৈছিল,

*In Assam a 'coolie' is always a 'coolie' and whether he works on a garden or whether he has left the garden and settled down as an ordinary agriculturalist, his social position is nil.*

আমোদজনকভাৱে মুলান চাহাবৰ অসমলৈ বাঙালী মুছলমানৰ প্ৰব্ৰজন সম্পৰ্কীয় কথা কিষাৰ অসমীয়া মধ্যশ্ৰেণীৰ বাবে বেদবাক্য সদৃশ হ'লেও ঝাড়খণ্ডী আদিবাসী সকলৰ সামাজিক অৱস্থানৰ বিষয়ে তেওঁৰ কথাই কোনো গুৰুত্ব নাপালে। ই আদিবাসীসকলৰ সামাজিক অৱস্থানৰো কোনো সাল-সলনি ঘটাব নোৱাৰিলে। অৱশ্যে মুলান চাহাবেই একমাত্ৰ তেনেকৈ কোৱা মানুহ নাছিল। আন আন ভাৰতীয় পণ্ডিতেও অসমৰ আদিবাসী সকলৰ প্ৰতি আচৰণ কৰা অস্পৃশ্যতা আৰু সামাজিক বিচ্ছিন্নতাৰ কথা কৈ গৈছে।[১৯]

সামাজিক বিচ্ছিন্নতা আৰু জাতীয় নিপীড়নৰ বাহিৰেও আদিবাসী শ্ৰমিকসকলে আইনসম্মত দাসত্ব বৰণ কৰিব লগা হৈছিল। তেওঁলোকৰ জীৱন নিয়ন্ত্ৰিত হৈছিল Workmen's Breach of Contrat Act (Act III of 1850) (শ্ৰমিক চুক্তি উলংঘা আইন) অনুসৰি। এই আইন অনুসৰি চুক্তি উলংঘা কৰিলে শ্ৰমিকৰ শাস্তি, আনকি কাৰাবাস পৰ্যন্ত হ'ব পাৰে। কামত এলাহ, কাম কৰিবলৈ অস্বীকাৰ অথবা কাম এৰি দিয়া এই সকলো আছিল শাস্তিযোগ্য অপৰাধ যাৰ বাবে শ্ৰমিকসকলক চাবুকেৰে কোবোৱা, শাৰীৰিক অত্যাচাৰ কৰা আৰু কাৰাৰুদ্ধ কৰা আদি শাস্তি বিহা হৈছিল।[২০]

এই বে-আইনবোৰ বলবৎ কৰাৰ বাবে এটা নিৰ্দয় পুলিচ যন্ত্ৰ ব্যৱহাৰ কৰাৰ উপৰিও ব্ৰিটিছ চৰকাৰে ইয়াৰ চাহ মালিক জাতি-ভাইহঁতক উৎসাহিত কৰিছিল আইন-কানুন নিজৰ হাতত তুলি ল'বলৈ। আদিবাসী শ্ৰমিকসকলে কামলৈ যাব নুখুজিলে, অথবা সাত দিনতকৈ বেছি কামত অনুপস্থিত থাকিলে তেওঁলোকক চিধা জে'ললৈ পঠাই দিয়া হৈছিল। তদুপৰি

(১৯) R.K. Kar and J.L. Sharma : '*Tea and Ex-Tea Labour in Assam : A Preliminary Apprisal of Social Stratification and Ethnicity*', Paper Presented at NEICSSR Seminar Shillong, 1985

(২০) Viginius Xaxa . *Tribal Migration to Plantation Estates in North East India . Determinants and Consequences* in **Demography of India,** vol XIV, No 1, 1985

চাহ মালিকহঁতক ক্ষমতা দিয়া হৈছিল পলাতক চাহ শ্ৰমিকক পৰোৱানা অবিহনেই গ্ৰেপ্তাৰ কৰিবলৈ।[২১] তদুপৰি শ্ৰমিকসকলক প্ৰায়ে নিৰ্দয়ভাৱে বেতোৱা আৰু চাবুক লগোৱা হৈছিল। উদাহৰণ স্বৰূপে দৰং জিলাত চুৰিৰ অভিযোগত বাগিছা মেনেজাৰে গ্ৰেপ্তাৰ কৰা এজন ল'ৰাৰ মৃত্যুৰ ঘটনালৈকে আঙুলিয়াব পাৰি। ল'ৰাটিৰ মৃতদেহত নিৰ্মম প্ৰহাৰৰ চিন পোৱা গৈছিল।[২২] বাগিছাৰ কাম এৰি যোৱাৰ ৪৬০ টা ঘটনাৰ ৫২ শতাংশতেই শ্ৰমিকসকলক শাস্তি প্ৰদান কৰা হৈছিল।[২৩] পৰিস্থিতিৰ প্ৰহসন ইয়াতেই বুজিব পাৰি যে ১৯০২ চনৰ বছৰটোত শাস্তিপ্ৰাপ্ত শ্ৰমিকসকলক তেওঁলোকৰ অসমাপ্ত চুক্তিৰ ম্যাদ পূৰণ কৰিবলৈ বাগিছালৈ ঘূৰি যোৱাৰ 'সুযোগ' দিয়াতো তেওঁলোকৰ ৫০ শতাংশই তেনে 'সুযোগ' প্ৰত্যাখান কৰি কাৰাগাৰলৈ যোৱাটোকে পছন্দ কৰিছিল![২৪] ইয়াৰ পৰা 'মৌ' আলোচনীয়ে কোৱা এই কথা সম্পূৰ্ণ অসত্য প্ৰমাণিত হয় যে চাহ শ্ৰমিক সকলে নিজৰ মাতৃভূমিলৈ ঘূৰি যোৱাৰ সুযোগ পালেও ঘূৰি নগৈ বাগিছাতে থাকিবলৈহে পছন্দ কৰিছিল।(এই গ্ৰন্থৰ তৃতীয় অধ্যায় চাওক)

ইয়াৰ বহু বছৰ পাছলৈকে চাহ শ্ৰমিকসকলক বেতোৱা আৰু চাবুক মৰা চলি আছিল। তাতকৈও উদ্বেগজনকভাৱে সামৰিক বা আৰক্ষী বাহিনী বৰ্হিভূত বহু লোকক ঝাড়খণ্ডী আদিবাসী লোকক দেখিলেই গ্ৰেপ্তাৰ কৰিবলৈ কৰ্তৃত্ব দিয়া হৈছিল। চাহ বাগিছাৰ নাৰকীয় নিৰ্যাতনৰ পৰা পলাবলৈ গৈ এনে গ্ৰেপ্তাৰৰ কবলত পৰা লোকসকলৰ অৱস্থা কেৰাহীৰ পৰা জঁপিয়াই তপত খোলাত পৰা মাছৰ লেখীয়া হৈছিল। পাহাৰৰ মানুহক এনে পলাতক চাহ শ্ৰমিক ধৰাৰ বাবদ পুৰস্কাৰ দিয়া হৈছিল। সেই পুৰস্কাৰৰ টকা আকৌ কাটি লোৱা হৈছিল সংশ্লিষ্ট শ্ৰমিকজনৰ পাওনা টকাৰ পৰাই।[২৫] ফলত অসমীয়া নাৱৰীয়া, ঘাটৈ, ফেৰীচালকে বাটে-ঘাটে এনেকৈ ঝাৰখণ্ডী আদিবাসী দেখিলেই গ্ৰেপ্তাৰ কৰিবলৈ লাগিল যে ব্ৰিটিছ চৰকাৰে সেই কথা নিজৰ এক প্ৰতিবেদনত স্বীকাৰ কৰিবলগীয়া হ'ল। সেইছোৱা সময়ত এহাতে চাহ-মালিক আৰু আনহাতে গাওঁবাসীৰ সম্পৰ্ক মধুৰ হৈ আছিল।[২৬] অসমীয়া গাওঁবাসীকো ব্ৰিটিছে ব্যাপকভাৱে 'কুলীধৰা অভিযান'ত চামিল কৰিছিল। ব্ৰিটিছ চৰকাৰ আৰু ব্ৰিটিছ চাহ মালিকে চাহ বাগিছা নামৰ গোলাম-ডিপোবোৰৰ পৰা আদিবাসী চাহ শ্ৰমিকসকলৰ পলায়ন অসম্ভৱ কৰি তুলিছিল। (কাষৰীয়া বংগতো বাঙালী ভদ্ৰলোকসকলে সশস্ত্ৰ গ্ৰামৰক্ষী দল লৈ দাসত্বৰ পৰা পলাব খোজা আদিবাসী চাহ শ্ৰমিকক বন্দী কৰি ফুৰিছিল।[২৭] জীয়ন্তে বা মৃতে ধৰা প্ৰতিজন পলাতক শ্ৰমিকৰ বাবে বাঙালী বাবুসকলওে মোটা পুৰস্কাৰ পাইছিল। [২৮] এয়া আছিল অসমীয়া জাতিগঠন প্ৰক্ৰিয়াত চিপ্ৰাং মাৰিবৰ বাবে যথেষ্ট ব্যৱস্থা কাৰণ দুটা সম্প্ৰদায়ৰ

(২১) **The History of Indian Tea Industry,** p 270

(২২) **Resolution of Immigrant Labour in Assam,** 1903-04, p 10

(২৩) Ibid, p.10

(২৪) Ibid, p. 5

(২৫) **The History of Indian Tea Industry,** p 270

(২৬) **Resolution of Immigrant Labour in Assam,** 1903-04, p.11

(২৭) Vasanthi Raman : *Wrthin the Pale : The Tea Worker Class & Ethnicity in the Tea Garden of North East India*

(২৮) Satyesh Bhattacharyya : *Some Little Known Facts of Assamese Chauvinism* in Vaskar Nandy ed. **For A New Democracy**, Assam Special Issue, March-April, 1983

মাজত সন্দেহ ঘৃণা ৰোপণ কৰি দীৰ্ঘকালীন শত্ৰুতাৰ সৃষ্টি কৰিবলৈকে এনে কৰা হৈছিল।

এই শ্ৰমিকসকলক স্থানীয় বাইজৰ পৰা এনেকৈ বিচ্ছিন্ন কৰা হৈছিল যে এসময়ত তেওঁলোকক কাৰেজী ন'টেবে নহয়, ক'ম্পেনী ট'কেনেৰেহে মজুৰী দিয়া হৈছিল। সেই ট'কেনেৰে বাগিছাৰ ভিতৰতে থকা গোলাৰ পৰাহে কিনা-কুটা কৰা সম্ভৱ। তাতে শ্ৰমিকসকলক নিজে কাম কৰা বাগিছাখনৰ বাহিৰত মুকলিভাৱে চলা-ফিৰা কৰাৰ অধিকাৰো দিয়া নহৈছিল। এনে বিচ্ছিন্নতাই অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ লগত তেওঁলোকৰ আত্মীকৰণ বাধাগ্ৰস্ত কৰি তুলিছিল।(২৯)

সঁচাকৈয়ে বিশিষ্ট কংগ্ৰেছী নেতা অমিয় কুমাৰ দাসে ১৯৩৮ আৰু ১৯৩৯ অসম বিধান পৰিষদত 'The Assam Tea Garden Labourers' Freedom of Movement Bill' নামেৰে দুখন বিলো উত্থাপন কৰিছিল।(৩০) অৱশ্যে দাসে অজ্ঞাত কাৰণত দুয়োবাৰেই বিলখন প্ৰত্যাহাৰ কৰি লৈছিল। বিচ্ছিন্নতাৰ মহাপ্ৰাচীৰখন পাছে থিয় হৈয়েই ৰৈছিল।

ঝাড়খণ্ডী আদিবাসী চাহ শ্ৰমিকসকলক কেৱল যে বিচ্ছিন্নতাৰ বলি কৰা হৈছিল এনে নহয়, তেওঁলোকক এখন 'ঘেটো' সুলভ জীৱনলৈও ঠেলি দিয়া হৈছিল। সকলোখৰণৰ সামাজিকীকৰণ প্ৰক্ৰিয়াৰ পৰা বঞ্চিত কৰি তেওঁলোকৰ জীৱনক কৰি তোলা হৈছিল অভিশপ্ত। তেওঁলোকৰ পৰিস্থিতি আফ্ৰিকাৰ নিগ্ৰোসকলতকৈ বিশেষ বেলেগ নাছিল বুলি ব্ৰিটিছসকলৰ নিজা সাক্ষ্যই প্ৰমাণ কৰে।(৩১) আৰু সেই পৰিস্থিতিয়ে আমাক সোঁৱৰাই দিয়ে হেৰিয়েট এলিজাবেথ বীচাৰ ষ্টোৰ **Uncle Tom's Cabin** বা আলেক্স হেলীৰ **Roots** অলৈ।

ঝাড়খণ্ডী আদিবাসীসকলৰ এই জাতীয় নিপীড়নৰ প্ৰভাৱ আন ক্ষেত্ৰতো পৰিল। তেওঁলোক শৈক্ষিক দিশত পিছপৰি ৰ'ল আৰু শৈক্ষিক পশ্চাৎপদতাই জনগোষ্ঠীটোক আৰু পাছুৱাই দিলে। এই ক্ষেত্ৰত চৰকাৰী প্ৰতিবেদনবোৰ চোৱাই যথেষ্ট। ১৯১৭-১৮ চনৰ প্ৰতিবেদন অনুসৰি সেই বছৰত চাহ বাগিছাসমূহত পঢ়াশালিলৈ যাব পৰা বয়সৰ দুই লাখ শিশু থাকিলেও তাৰ মাত্ৰ ২ শতাংশহে বিদ্যালয়লৈ গৈছিল। প্ৰাথমিক শিক্ষা বিভাগৰ ইউৰোপীয়ান সঞ্চালক এজনে সেই বছৰটোৰ প্ৰতিবেদনত কৈছিলঃ

*চাহ বাগিছাত শিক্ষা পাছুৱাইহে গৈছে। ৩,৬১৫ জন ছাত্ৰ-ছাত্ৰী থকা ১৪৯ খন বিদ্যালয়ৰ ঠাইত এতিয়া ২,৮৮৮ জন ছাত্ৰ-ছাত্ৰী থকা ১৪২ খন বিদ্যালয়হে টিকি আছেগৈ। (সেই সকলোবোৰেই কেৱল প্ৰাথমিক বিদ্যালয়হে)। চাহ মালিকসকলে নিজে চলোৱা C-class বিদ্যালয়ৰ সংখ্যাৰে হ্ৰাস ঘটিছে।*(৩২)

১৯৩২ চনত অসম বিধান পৰিষদত প্ৰদত্ত ৰেভাৰেণ্ড তনুৰাম শইকীয়াৰ বক্তৃতাতো

---

(২৯) K. M. Sharma : *'The Assam Question'* in **Economic and Political Weekly**, July, 1980

(৩০) **Political History of Assam**, Vol II, p. 251

(৩১) Evidence Recorded by the Assam Labour Enquiry Committee, 1921-22, p 29

(৩২) DPI of Assam report, 1917-18 (**নবীন চন্দ্ৰ) বৰদলৈ বচনাৱলী, পৃষ্ঠা ৩৭৮ ত উদ্ধৃত**

চাহ বাগিছাসমূহত কেৱল C-class (অৰ্থাৎ অতি নিম্ন মানদণ্ডৰ) বিদ্যালয়হে থকা কথাটো ওলাই পৰিছিল। তাৰ দহ বছৰ পাছত অসম বিধান পৰিষদত বিনোদ কুমাৰ জে. চাৰোৱানৰ বক্তৃতাই এই কথা প্ৰমাণ কৰে যে তেতিয়ালৈকেও *C-class* বিদ্যালয়েই আছিল বাগিছাৰ একমাত্ৰ শিক্ষানুষ্ঠান।(৩৩) আৰু আনকি তেনে বিদ্যালয়ৰ বাবেও চাহ-শ্ৰমিকসকলৰ পৰা কৰ লোৱা হৈছিল বুলি বিধান পৰিষদৰ মজিয়াত অভিযোগ তুলিছিল কংগ্ৰেছী নেতা অমিয় কুমাৰ দাসে।(৩৪) প্ৰথম পঞ্চবাৰ্ষিক পৰিকল্পনাত আদিবাসীসকলৰ কল্যাণৰ বাবে ধাৰ্য কৰা হৈছিল মাত্ৰ ২.৬ লাখ টকা অৰ্থাৎ প্ৰতিজন লোকৰ বাবে গাইপতি দহ পইচাও নহয়। সেয়েহে আচৰিত হ'ব লগা একো নাথাকে যেতিয়া ১৯৫০ চনত জনগোষ্ঠীটোৰ ৫,০০,৪১৬টা বিদ্যালয় যাব পৰা শিশুৰ ভিতৰত মাত্ৰ ২৯,৩৬১ টাহে অৰ্থাৎ ৬ শতাংশহে বিদ্যালয়লৈ গৈছিল।(৩৫) বিশিষ্ট আদিবাসী নেতা সন্তোষ কুমাৰ তপ্নই আৰু জনাইছিল যে ১৯৪৬-৫০ চনৰ সময়ছোৱাত জনগোষ্ঠীটোৰ মাজত মাত্ৰ চাৰিজনহে কলেজ-ছাত্ৰ আছিল; তেওঁলোক আছিল সন্তোষ কুমাৰ তপ্ন, চাইমন সিং হৰ', আনন্দমাছি বাৰ্লা আৰু ভেলেণ্টাইন কেৰ্কেটা। সেই সময়ত সম্প্ৰদায়টোৰ মাজত মধ্য ইংৰাজী আৰু উচ্চ মাধ্যমিক পৰ্যায়ৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা এনেধৰণৰ আছিলঃ যোৰহাট-২৯, ডিব্ৰুগড়-১৫, তিনিচুকীয়া-৭, নাহৰকটীয়া-৩, মৰাণ-১০, শিৱসাগৰ-১৫, গোলাঘাট-২২, তিতাবৰ-৪, নগাঁও-১০, উত্তৰ লখিমপুৰ-১২, তেজপুৰ-৫২, মঙলদৈ-৫, (মুঠ-৫,০০,০০০ শিশু-কিশোৰৰ ভিতৰত মুঠেই১৭৫)। ১৯৫০ চনত চাকৰিত থকা ব্যক্তিসকল আছিল অধ্যাপক প্ৰভুদান মৈইৰিক চাৰোৱান, চিৰিল ৰিচাৰ্ডচ, ড. স্নেহ মাছি বাৰ্লা, হেৰল্ড সন্তোষ বাজৱাই আৰু তিস্তুষী তিগ্গা।(৩৬)

এনে শোচনীয় শৈক্ষিক পশ্চাদপদতাৰ কাৰণে আগতে কোৱা দৰে ৰাজনৈতিক বৈষম্য, অৰ্থনৈতিক শোষণ, সামাজিক বিচ্ছিন্নতা আদি নিশ্চয় দায়ী। কিন্তু তাৰ বাহিৰেও এই ক্ষেত্ৰত এটা প্ৰধান কাৰক হৈছে শিক্ষাৰ মাধ্যমৰ প্ৰশ্নটো। জনগোষ্ঠীটোৰ এজন বিশিষ্ট সাহিত্যিক, সদ্যপ্ৰয়াত নাৰায়ণ ঘাটোৱাৰে দাবী কৰিছিল যে জনগোষ্ঠীটোৰ ছাত্ৰ-ছাত্ৰীসকলক অসমীয়া শিকোৱাৰ দায়িত্ব কেৱল চাদ্ৰী জনা শিক্ষককহে দিব লাগে।(৩৭) এই মতামত অতিশয় গুৰুত্বপূৰ্ণ এই কাৰণেও যে ঘাটোৱাৰ অসম সাহিত্য সভাৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। সাহিত্য সভাৰ লগত জড়িত জনগোষ্ঠীটোৰ আন এজন সাহিত্যিক সুশীল কুৰ্মীয়েও স্বীকাৰ কৰে যে জনগোষ্ঠীটোৰ শিশুবোৰ এক ত্ৰি-ভাষিক পৰিস্থিতিত ডাঙৰ-দীঘল হয়। উদাহৰণস্বৰূপে তেওঁলোকে ঘৰত চাওতালী, মুণ্ডাৰী, কুডুখ আদি ভাষা, বাগিছাত চাদ্ৰী আৰু বিদ্যালয়ত/ঘৰৰ বাহিৰত অসমীয়া ব্যৱহাৰ কৰে।(৩৮) সেয়েহে তেওঁলোকৰ শিক্ষকে চাওতালী, মুণ্ডাৰী আদি

(৩৩) **Assam Legislative Council Debates**, 1942
(৩৪) Ibid, 1938, Vol II, No 18, p 710
(৩৫) সুশীল কুৰ্মী ঃ চাহবাগিছাৰ অসমীয়া সম্প্ৰদায়, পৃষ্ঠা ২৪
(৩৬) সন্তোষ কুমাৰ তপ্ন ঃ *'অসম ছোটনা গপুৰী ছাত্ৰ সন্মিলন'*, শিৰীষ, ১৯৯৫ ডিব্ৰুগড় পৃ. ৫
(৩৭) নাৰায়ণ ঘাটোৱাৰ ঃ *'অসমৰ ভাষিক অস্তিত্ব ৰক্ষাত চাহ মজদুৰৰ ভূমিকা'*, বিশল্যকৰণী, তিনিচুকীয়া, ১৯৯০
(৩৮) সুশীল কুৰ্মী ঃ চাহবাগিছাৰ অসমীয়া সম্প্ৰদায়, যোৰহাট, ১৯৮৩, পৃষ্ঠা ২২

নাজানিলেও অন্ততঃ চাদ্ৰী জনা উচিত। আমোদজনকভাৱে এই মতামত সম্বলিত কুৰ্মীৰ কিতাপখন প্ৰকাশ কৰিছে অসম সাহিত্য সভাই নিজে। যদিও সভাৰ (তেতিয়াৰ) প্ৰধান সম্পাদক(ড°) অমল ৰাজখোৱাই সকলো চাহ-শ্ৰমিক আৰু প্ৰাক্তন চাহ শ্ৰমিকৰ বাবে চাদ্ৰী-চাদানীয়েই যোগাযোগৰ মাধ্যম বুলি স্বীকাৰ কৰিছে, সাহিত্য সভাই এই উপভাষাটোৰ বিকাশৰ বাবে একোৱেই কৰা নাই বুলি ক'ব পাৰি। অথচ ই হ'ব পাৰিলেহেঁতেন ঝাড়খণ্ডী আদিবাসীসকলৰ অসমীয়াকৰণৰ বাবে এক অন্তৰ্বৰ্তী পদক্ষেপ, এক মজবুত সাঁকো। সেয়েহে শেষ বিচাৰত শিক্ষাৰ মাধ্যমৰ প্ৰশ্নটোও এক ৰাজনৈতিক প্ৰশ্ন; ক্ষমতা অথবা ক্ষমতাহীনতাৰ প্ৰশ্ন।

এটা সম্প্ৰদায়ৰ অৰ্থনৈতিক আৰু শৈক্ষিক অনগ্ৰসৰতাৰ আঁৰত গুৰুতৰ সামাজিক ৰাজনৈতিক কাৰক নিহিত থাকে। উদাহৰণস্বৰূপে অসমৰ ঝাড়খণ্ডী আদিবাসীসকল অসমত এক মৌলিক সাংবিধানিক অধিকাৰৰ পৰা বঞ্চিত। সেয়া হৈছে সংৰক্ষণৰ অধিকাৰ। অথচ বিহাৰ, বংগ, মধ্যপ্ৰদেশ, উৰিষ্যা, চত্তিশগড় আৰু ঝাড়খণ্ড আদিত থকা তেওঁলোকৰ স্বজাতীয় ভাই-ভনীসকলেও চল্লিশৰ দশকৰ শেহলৈকে এই অধিকাৰ উপভোগ কৰিছিল। ৩৪,২৭৯ জনীয়া এক নিৰ্বাচকমণ্ডলীৰ বিপৰীতে ৰাজ্যখনৰ মুঠ ১০৮ খন আসনৰ চাৰিখন তেওঁলোকৰ বাবে সংৰক্ষিত আছিল।[৩৯] অৰ্থাৎ সেই তাৰিখলৈকে তেওঁলোকে সংৰক্ষণৰ সুবিধা উপভোগ কৰিছিল। কিন্তু ১৯৫০ চনত শাসক কংগ্ৰেছৰ বৰ্ণ হিন্দুচক্ৰই তেওঁলোকক অনুসূচীৰ পৰা আঁতৰাই দিয়ে। তেতিয়াৰ পৰা এই প্ৰশ্নটো অধ্যয়নৰ বাবে গঠিত কেন্দ্ৰীয় আয়োগ-সমিতিসমূহৰ প্ৰতিখনেই দ্ব্যৰ্থহীনভাৱে জনগোষ্ঠীটোৰ পুনৰ অনুসূচীভুক্তিৰ পোষকতা কৰি আহিছে। কিন্তু কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰসমূহে জনগোষ্ঠীটোৰ পুনৰ অনুসূচীভুক্তিৰ যিকোনো প্ৰচেষ্টাকে সংগঠিতভাৱে প্ৰতিৰোধ কৰি আহিছে। এই বিৰোধিতাত বিৰক্ত হৈ ধেবৰ আয়োগে কৈছিলঃ

*অসম চৰকাৰে স্থানীয় ৰাজনৈতিক চিত্ৰখন আউল লগাৰ যুক্তিত তেওঁলোকৰ মৰ্যাদাৰ যিকোনো পৰিবৰ্তনৰ সদায়েই বিৰোধিতা কৰি আহিছে।*[৪০] একেদৰে ভাৰত চৰকাৰৰ দ্বাৰা গঠিত লাকুৰ আয়োগ আৰু এ.কে.চান্দ সমিতিয়েও (১৯৬৮) দ্ব্যৰ্থহীন ভাষাত এইসকল লোকৰ অনুসূচীকৰণৰ পোষকতা কৰিছিল।[৪১] তৎসত্বেও এইসকলক অনুসূচী বহিৰ্ভূত কৰি ৰখাৰ পৰিণাম তেওঁলোকৰ বাবে ভয়াবহ হ'ল। ড° বাসন্তী ৰমণে সঠিকভাৱে আঙুলিয়াই দিছে যে এই অনুসূচী-বহিষ্কাৰে তেওঁলোকৰ বাবে শিক্ষণ-প্ৰশিক্ষণৰ সুবিধা সংকুচিত কৰিলে, ফলত নতুন আৰু বিবিধ বৃত্তিলৈ তেওঁলোকৰ প্ৰবেশ নিৰুদ্ধ হ'ল। অনুসূচী বহিষ্কৰণৰ ফলত সংৰক্ষণৰ অভাৱত আনুভূমিক আৰু উল্লম্ব, দুয়ো ভাৱেই বৃত্তিগত সচলতা বাধাগ্ৰস্ত হ'ল।[৪২]

অনুসূচী-বহিষ্কৰণ আৰু এটা কাৰণে তাৎপৰ্যপূৰ্ণ। সংৰক্ষণৰ পৰা বঞ্চিতকৰণৰ জৰিয়তে ঝাড়খণ্ডী আদিবাসীসকলক নিৰক্ষৰ, অশিক্ষিত সৰ্বস্বান্ত সস্তীয়া শ্ৰমিকৰ এক সংৰক্ষিত বাহিনী হিচাপে ৰখাৰ উদ্দেশ্য ফলৱতী হ'ল। এইসকলৰ এতিয়া আৰু চাহ বাগিছাৰ বাহিৰে

---

(৩৯) Political History of Assam, Vol II , p.232

(৪০) For a New Democracy, Assam Special Issue, Calcutta, 1983

(৪১) Ibid

(৪২) V. Raman : *Within the Pale : The Tea Worker Class and Ethnicity in the Tea Garden of North East India'*, p. 124

আন ক'লৈও যোৱাৰ বাট নাথাকিল, বিক্ৰী কৰিবৰ বাবে শ্ৰমৰ বাহিৰে আন একো নাথাকিল, সেই শ্ৰমৰো অৰ্ধমূল্য য'ত হৰণ কৰা হ'ল জাতীয় পৰিচিতিৰ অৱদমনৰ জৰিয়তে। ঝাড়খণ্ডী আদিবাসীসকলৰ সাংবিধানিক অধিকাৰ হৰণ কৰা হ'ল আৰু এক অভিনৱ উপায়েৰে। আজি কিছুদিনৰ আগলৈকে তেওঁলোকক স্থানীয় স্ব-শাসনৰ নিকায়বোৰৰ নিৰ্বাচনত ভোট দিবলৈ দিয়া হোৱা নাছিল। চাহ বাগিছাবোৰক সদায় পঞ্চায়ত, পৌৰসভা, নগৰ সমিতি আদিৰ আওঁতাৰ পৰা বাহিৰত ৰখা হৈছিল। আমাৰ গৱেষণাৰ সমগ্ৰ সময়ছোৱা (১৮৭৩-১৯৬০) তেওঁলোক এনেকৈ বঞ্চিত হৈয়ে ৰৈছিল। (কুৰি শতিকাৰ নবৈৰ দশকত মাত্ৰ তেওঁলোকে পঞ্চায়তত ভোটাধিকাৰ পাইছিল। ভোটাধিকাৰহে পাইছিল, সা-সুবিধাবোৰ সম্পূৰ্ণকৈ পাবৰ নৌ এথোন)। বাস্তৱতঃ ইয়াৰ অৰ্থ আছিল ঝাড়খণ্ডী আদিবাসী চাহ শ্ৰমিকসকলক বৃহত্তৰ ৰাজনৈতিক, প্ৰশাসনিক প্ৰক্ৰিয়াটোৰ পৰাই বিচ্ছিন্ন আৰু বঞ্চিত কৰি ৰখা। আজিৰ তাৰিখতো পঞ্চায়তৰ যোগেদি পৰিচালিত NREP, DRDA, TRY, PMRY, SJRY আদি দৰিদ্ৰ দূৰীকৰণ যোজনাবোৰৰ অধিকাংশৰ পৰাই ঝাড়খণ্ডী আদিবাসী সকল বঞ্চিত। এয়া নতুন পদ্ধতিত ঔপনিবেশিক শাসন বাহাল ৰখাৰ বাহিৰে আন একো নহয়। ইয়াৰ জৰিয়তে আদিবাসী ল'ৰা এজনক বেলেগ বৃত্তিলৈ যোৱা বা বেলেগ উপায়েৰে ভাত মোকলোৱাৰ বাট বন্ধ কৰি চাহ-বাগিছাৰ অন্ধকূপলৈকে গঁতিয়াই দিয়া হয়।

অসমীয়া জনজীৱনৰ 'মূলসুঁতি'ত আদিবাসী চামিল কৰিবৰ বাবেনো অসমীয়া মধ্যশ্ৰেণী আৰু ইয়াৰ সাংস্কৃতিক, সাহিত্যিক, ৰাজনৈতিক অনুষ্ঠান/সংগঠনবোৰে কেনে ভূমিকা লৈছিল? সেয়া সহানুভূতি, সহযোগিতাৰে সাদৰি লোৱাৰ দৃষ্টিভংগী আছিলনে, উদাসীন, নিষ্ঠাহীন, নিৰ্বিকাৰ দৃষ্টিভংগী আছিল? বস্তুনিষ্ঠভাবে চাওঁ আহক।

অসমীয়া মধ্যশ্ৰেণীৰ অন্যতম প্ৰথম সংগঠন সৰ্বজানিক সভাই মুকলিকৈয়ে চাহ-শ্ৰমিকসকলক কানি খুউৱাৰ পোষকতা কৰিছিল। সভাৰ এখন স্মাৰকপত্ৰত কোৱা হৈছে ঃ

*অসমৰ মেলেৰীয়া অধ্যুষিত সমতল এলেকাত কঠোৰ পৰিশ্ৰমী শ্ৰেণীবোৰৰ কৰ্মশক্তি অটুত ৰাখিবৰ বাবে কিবা প্ৰকাৰৰ উদ্দীপক (stimulant) দৰকাৰ। উপযুক্ত মাত্ৰাত গ্ৰহণ কৰিলে অসমৰ জলাতক ধান খেতি, চাহ বাগিছা আদিত শাৰীৰিক শ্ৰম কৰা মানুহ, নাৱৰীয়া আদি খেনো খেনোৰ বাবে কানি উপকাৰী আৰু আৱশ্যকীয়।*[৪৩]

এইখিনিতে উল্লেখযোগ্য যে জগন্নাথ বৰুৱা, মহেন্দ্ৰ নাথ ফুকন, মুন্সী ৰহমৎ আলি আদি অসমীয়া চাহ মালিকসকল, অতিৰিক্ত সহকাৰী আয়ুক্ত মাধৱচন্দ্ৰ বৰদলৈ (স্বাধীনতা সংগ্ৰামী তথা চাহ মালিক নবীন চন্দ্ৰ বৰদলৈৰ দেউতাক) আদিয়ে অসমত উক্ত শ্ৰেণীবিলাকৰ বাবে কানি প্ৰচলনৰ পোষকতা কৰিছিল।[৪৪] ড° হীৰেন গোঁহায়ে সঠিক ভাবে আঙুলিয়াই দিছে যে কে'বাজনো অসমীয়া চাহ-মালিক একে সময়তে কানি-বেপাৰীও আছিল।[৪৫]

---

(৪৩) ১৮৮৩ চনত ৰয়েল অ'পিয়াম কমিশ্যনলৈ সৰ্বজানিক সভাৰ স্মাৰকপত্ৰ, উৎস ঃ Planter Raj to Swaraj, p 44 ত উদ্ধৃত।
(৪৪) Minutes of Evdence Royal Opium Commission, 1896
(৪৫) তৰা আৰু যোকা, পৃষ্ঠা ৩৩

আন বে-চৰকাৰী অনুষ্ঠানবোৰেও সৰ্বজানিক সভাৰ এই পৰম্পৰাকে বাহাল ৰাখিছিল। এই ক্ষেত্ৰত অসম সাহিত্য সভাৰ ভূমিকাই আটাইতকৈ দুৰ্ভাগ্যজনক। আমি ইতিমধ্যে দেখুৱাইছোঁ, কেনেকৈ সভাৰ এজনৰ পাছত এজন সভাপতিয়ে জনগোষ্ঠীটোৰ মুৰত 'চাহপতীয়া' 'সেউজ সোণৰ শিল্পী', 'সেউজ অসমীয়া' আদি উপাধিৰ শিলাবৰ্ষণ কৰি গৈছিল। সভাৰ এজন সভাপতি জ্ঞাননাথ বৰাই আন বহুতৰে লগতে চাহ বাগিচাৰ আদিবাসীসকলক অসমত বিদেশী বুলি ঘোষণা কৰিছিল। তেওঁ অভিবাসী মুছলমানসকলক অসমীয়াকৰণ কৰাৰ কথা কৈছিল, ঝাড়খণ্ডী আদিবাসীসকলৰ কথা কোৱা নাছিল। ইয়াত যেন আমি সংৰক্ষিণী নেতা নীলমণি ফুকনৰো প্ৰতিধ্বনি শুনা পাওঁ। উল্লেখযোগ্য যে চাহ-মালিক নীলমণি ফুকনৰো দৃষ্টিভংগী এই ক্ষেত্ৰত একেই আছিল। এই ক্ষেত্ৰত বৰাৰ বক্তব্য আছিল এই যে ব্ৰিটিছ চাহ মালিকে অসমৰ পৰা শোষণ কৰিলেও অসমীয়া মানুহক যিহেতু শোষণ কৰা নাই; চাহ বাগিছাত কাম কৰিবলৈ বিদেশী (অৰ্থাৎ ঝাড়খণ্ডী আদিবাসী চাহশ্ৰমিক) মগাই আনি তেওঁলোকক হে শোষণ কৰিছে, এতেকে তাত অসমীয়াৰ আপত্তি কৰিবলৈ একো নাই।[৪৬]

ইয়াৰ পৰা এটা কথা স্পষ্ট যে অসম সাহিত্য সভাৰ নেতৃত্বৰ অন্ততঃ এটা অংশৰ বাবে শ্বেতাংগ ব্ৰিটিছসকল নিৰক্ষৰ, অৰ্ধভুক্ত, মেহনতী কৃষ্ণকায় ঝাড়খণ্ডী আদিবাসীসকলতকৈ ঘনিষ্ঠ আছিল। মনকৰিবলগীয়া যে জ্ঞাননাথ বৰা সাহিত্য সভাৰ উপৰিও সংৰক্ষিণী আন্দোলনৰ লগতো জড়িত আছিল। তেওঁ সাৰ্বভৌম অসমৰো প্ৰবক্তা আছিল। তাৰপৰা এই কথাও স্পষ্ট হয় যে সেইখন সাৰ্বভৌম অসম সেই সকল দুৰ্ভগীয়া লোকৰ বাবে নহয়, কাৰণ বৰাৰ অসমীয়াৰ সংজ্ঞাৰ পৰা সেইসকল লোক সযতনে বহিৰ্ভূত।

এইবোৰ কথাক পুৰণি কাহিনী বুলি পাহৰি পেলাব পাৰিলেহে ভাল আছিল, কিন্তু মাণিকলাল মাহত্ত নামৰ জনগোষ্ঠীটোৰ নেতা এজনে ১৯৮১ চনতো উদাহৰণ দেখুৱায় যে অসম সাহিত্য সভাৰেই আন এক প্ৰকাশনাত জনগোষ্ঠীটোক বিদেশী বুলি কোৱা হৈছে।[৪৭]

এয়া অসমীয়া (উচ্চ) মধ্যশ্ৰেণী উচ্চবৰ্ণ গোষ্ঠীৰ প্ৰাধান্যকাৰী চিন্তাৰেই প্ৰতিফলন। ১৮৮০ চনতে 'মৌ'ৰ প্ৰকৃত সম্পাদক বলিনাৰায়ণ বৰাই এই দুৰ্ভগীয়া মানুহখিনিৰ বিপক্ষে চলোৱা বিদ্বেষপূৰ্ণ প্ৰচাৰৰ প্ৰমাণ আমি ইতিমধ্যে এই গ্ৰন্থৰ তৃতীয় অধ্যায়ত পায়েই আহিছোঁ। ইয়াত আমি মাথো এটা কথাহে যোগ দিব খোজোঁ ঃ সেয়া হ'ল 'মৌ'ৰ সংগৃহীত সংকলনৰ সম্পাদক (তথা অসম সাহিত্য সভাৰ অন্যতম সভাপতি) ড° সত্যেন্দ্ৰনাথ শৰ্মাই ঝাড়খণ্ডী আদিবাসীসকলৰ প্ৰতি 'মৌ'ৰ দৃষ্টিভংগীক বস্তুনিষ্ঠ বুলি কোৱা কথাটো।[৪৮]

একেই শ্ৰেণী বৰ্ণ স্বাৰ্থৰে পৰিচালিত অসম প্ৰদেশ কংগ্ৰেছো স্বাধীনতা আন্দোলনৰ ঝাড়খণ্ডী আদিবাসী চাহ শ্ৰমিকসকলক ব্যাপকভাৱে সমাবেশিত কৰাত আগ্ৰহী নাছিল। তাৰ বিপৰীতে ঝাড়খণ্ডী আদিবাসী চাহ শ্ৰমিকসকলে নিজাববীয়াকৈ ব্ৰিটিছ চাহ-মালিকৰ বিৰুদ্ধে সংগ্ৰাম কৰিলেও কংগ্ৰেছ নেতৃবৃন্দ আতংকগ্ৰস্তহে হৈ উঠিছিল।

---

(৪৬) অসমত বিদেশী, পৃষ্ঠা ২৩

(৪৭) মাণিকলাল মাহত্ত ঃ *অসম সাহিত্য সভাৰ এখন কিতাপৰ মতে চাহ-মজদুৰ*, নাগৰিক

(৪৮) মৌৰ সংগৃহীত সংকলনৰ সম্পাদকীয়, গুৱাহাটী, ১৯২৩ পৃষ্ঠা ১১৫-২০

১৯২৭ চনত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ আদিবাসী চাহ শ্ৰমিকসকলে সাধাৰণভাৱে ব্ৰিটিছ প্ৰশাসন আৰু বিশেষভাৱে ব্ৰিটিছ চাহ-মালিকৰ বিৰুদ্ধে এলানি জংগী বিক্ষোভত ফাটি পৰিছিল। সোণাজুলি, হেলেম, কছাৰীগাঁও, ধেন্দাই, জিঞ্জিয়া, আমাৰিবাৰী, বামগাঁও আদি বহু বাগিছা এই বিক্ষোভত উত্তাল হৈ উঠিছিল। কিন্তু সকলো ঠাইতে কংগ্ৰেছৰ ভূমিকা আছিল একেটাইঃ জংগী আদিবাসীসকলক শান্ত, সংযত কৰা, তেওঁলোকৰ ব্ৰিটিছ বিৰোধী বিক্ষোভক প্ৰশমিত কৰা। ভালকৈ ক'লে ক'ব লাগিব যে কংগ্ৰেছ আছিল ব্ৰিটিছৰ প্ৰতি নৰম মধ্যস্থতাকাৰী; আৰু বেয়াকৈ ক'লে ক'ব লাগিব যে কংগ্ৰেছ আছিল এইক্ষেত্ৰত ব্ৰিটিছানুগত।

অমিয়কুমাৰ দাসে স্বীকাৰ কৰিছে যে ১৯২১ চনৰ আগতে কংগ্ৰেছে কেতিয়াও চাহ-বাগিছাৰ আদিবাসীসকলৰ মাজত কাম কৰা নাছিল। আনকি ১৯২১ চনতো ই জংগী শ্ৰমিকৰ ক্ষোভৰ পৰা ব্ৰিটিছক বচাবলৈকে হস্তক্ষেপ কৰিছিল। স্থানীয় কংগ্ৰেছ নেতাগণে ব্ৰিটিছ উপায়ুক্তক টেলিগ্ৰাফ কৰি জনাইছিল যে অসহযোগ আন্দোলন চলি থকা সত্ত্বেও তেওঁলোকে এই ক্ষেত্ৰত ব্ৰিটিছৰ লগত সহযোগ কৰিবলৈ প্ৰস্তুত। চাহ-শ্ৰমিকসকলে কিবা অঘটন ঘটায় বুলিয়েই কংগ্ৰেছে এনেকৈ ব্ৰিটিছৰ লগত সহযোগৰ প্ৰস্তাৱ দিছিল। ব্ৰিটিছ উপায়ুক্তয়ো এই প্ৰস্তাৱৰ শলাগ লৈ জনালে *'আপোনালোকে আমাৰ কাম যথেষ্ট আগবঢ়াই থৈছে।'* কংগ্ৰেছৰ নেতৃত্বও 'সহানুভূতিশীল' ব্ৰিটিছ উপায়ুক্তৰ প্ৰশংসাত পঞ্চমুখ হৈ পৰে। তেওঁলোকে উত্তেজিত ঝাড়খণ্ডী জনতাক বুজাই বঢ়াই ঘূৰাই পঠায়। তেতিয়াহে স্বস্তিৰ নিশ্বাস এৰি কংগ্ৰেছ নেতৃত্বই কয়;

*ডি. চি. মিঃ লেইনী আৰু পুলিচ চাহাব মিঃ ক্ৰেয়ুৰ লগত হোৱা কথা-বতৰাৰ পৰা বুজা গ'ল যে তেওঁলোক আমাৰ বাবেও হেনো চিন্তিত হৈ আছিল। আমাক ৰক্ষা কৰিবলৈ গুলি চলাবলগীয়া হ'ব পাৰে বুলি তেওঁলোকৰ হেনো আশংকা হৈছিল। সেইসময়ত ৰাতি প্ৰায় দুটা বাজিছে। .. পুৱালৈ আমি এই উত্তেজিত জনতাক লৈ কি কৰোঁ? আৰু লগতে এওঁলোকে কিবা উৎপাৎ কৰিবনে? অসহযোগ আন্দোলনৰ কৰ্মী হৈ গভৰ্ণমেণ্টৰ লগত আমি সহযোগ কৰিবলৈ আগবাঢ়িছোঁ- এওঁলোকৰ মাজত শান্তি ৰক্ষা কৰাৰ যি দায়িত্ব লোৱা হৈছে, সেই দায়িত্ব আমি কেনেকৈ পালন কৰোঁ? বাৰুদৰ দ'ম এটাৰ ওচৰ চাপোঁতে যি সাৱধানতাৰ প্ৰয়োজন, তেনে বিধৰ সাৱধানতা এই পৰিস্থিতিত প্ৰয়োজন, এনে অনুভূতিয়েই মোৰ মনত আছিল।*[৪৯] (গুৰুত্ব আমাৰ)

কছাৰীগাঁও চাহ বাগিছাতো একে পৰিস্থিতিৰে পুনৰাবৃত্তি ঘটিল। কংগ্ৰেছ নেতৃত্বই ব্ৰিটিছ উপায়ুক্তলৈ তাঁৰ কৰিলেঃ ***Perturbed due to violence, willing to co-operate (অশান্তিজনক পৰিস্থিতিত আমি বেজাৰ পাইছোঁ, সহযোগ কৰিবলৈ বিচাৰিছোঁ)।*** লগে লগে জিলা বৰচাহাবৰ পৰা সঁহাৰি আহিল '**Co-Operation excellent, meet me evening at Tezpur club**'। অমিয় কুমাৰ দাসে আৰু লিখিছে কেনেকৈ কংগ্ৰেছ নেতৃত্বই ব্ৰিটিছ উপায়ুক্ত লেইনীক নিৰ্দোষী বুলি গণ্য কৰিছিল

(৪৯) অমিয় কুমাৰ দাস: **জীৱন স্মৃতি**, গুৱাহাটী, ১৯২৩, পৃষ্ঠা ১১৫-১২০

আৰু চাহ-শ্ৰমিকসকললৈ ভয় কৰিছিল। এনেকৈয়ে য'তেই, আদিবাসী চাহ-শ্ৰমিকসকলৰ মাজত (শোষণ- বিৰোধী) উত্তেজনাই গা কাঁৰ উঠিছিল, ত'তেই কংগ্ৰেছ নেতৃত্বই 'ফায়াৰ ব্ৰিগেডৰ কাম কৰিছিল; শ্ৰমিকৰ বিৰুদ্ধে ব্ৰিটিছৰ পক্ষে কাম কৰিবলৈ যাওঁতে তেওঁলোকে অসহযোগ এৰি পকাপকি (ব্ৰিটিছ) সহযোগীয়েই হৈ পৰিছিল।(৫০) এইখিনিতে মনত ৰাখিবলগীয়া আন এটি কথা হ'ল যে অমিয় কুমাৰ দাস কেৱল এজন কংগ্ৰেছ নেতাই নাছিল; তেওঁ আছিল 'বাঁহী' আৰু 'অসমীয়া'ৰো সম্পাদক; আৰু সেই অৰ্থত অসমীয়া মধ্যশ্ৰেণীৰো এজন মুখপাত্ৰ।

দাসৰ এই স্বীকাৰোক্তি অনন্য নহয়; বৰং ই প্ৰতিনিধিত্বমূলক চৰিত্ৰৰহে। ই আমাক মনত পেলাই দিয়ে আন এজন প্ৰবীণ কংগ্ৰেছী পদ্মনাথ বৰঠাকুৰৰ সদৃশ স্বীকাৰোক্তিলৈ, আভাস দিয়ে এই বিষয়ক কংগ্ৰেছী চিন্তা-চৰ্চাৰ উল্লেখযোগ্য যে এদল বাগিছা শ্ৰমিকে বাগিছাৰ বৰচাহাবৰ কামত ক্ষুব্ধ হৈ কাম বন্ধ কৰি বৰঠাকুৰক নেতৃত্ব দিবলৈ কোৱাত বৰঠাকুৰ ঠেৰেঙা লাগিল। সেই একেই আসাম কোম্পানীৰ চণ্টক বাগিছাত শ্ৰমিকৰ বিক্ষোভত চাহাবহঁত পলাই পত্ৰং দিয়াৰ ঘটনা তেওঁৰ মনত পাৰিল। কিয় এই শ্ৰমিকহঁতৰ মাজত সোমাই মৰিবলৈ আহিছিলো বুলি তেওঁৰ অনুতাপ হ'ল।(৫১)

বৰঠাকুৰৰ এই দশাও তেওঁৰ অকলশৰীয়া অভিজ্ঞতা নাছিল। প্ৰায় সকলো নিষ্ঠাবান কংগ্ৰেছীয়েই এই মহা দোমোজাত ভুগিবলগা হৈছিল। স্বাধীনতা আন্দোলনত ঝাড়খণ্ডী আদিবাসী চাহ শ্ৰমিকসকলক চামিল কৰিব নোখোজাৰ এই প্ৰৱণতাৰ উৎস আছিল স্বয়ং মোহনদাস কৰমচাঁদ গান্ধী। অসমত চাহ বাগিছা থকা এজন ব্ৰিটিছ চাহ-মালিকলৈ দিয়া এক ব্যক্তিগত চিঠিৰ উত্তৰত গান্ধীয়ে অসমৰ বাগিছাত হ'ব পৰা সম্ভাব্য অশান্তিৰ আশংকা দূৰ কৰিবলৈ চেষ্টা কৰিছিল। পাছত **Young India** ত প্ৰকাশ পোৱা এই সম্পৰ্কীয় এক লেখনীত গান্ধীয়ে কৈছিল ঃ

***মই তেওঁক আশ্বস্ত কৰিছিলোঁ যে মই অসমৰ কোনো শ্ৰমিকক কেতিয়াও ধৰ্মঘট কৰিবলৈ কোৱা নাই। মই তাৰ শ্ৰমিক সমস্যাৰ সম্পৰ্কে জানো বুলিও দাবী নকৰোঁ। তদুপৰি তেওঁ জনা উচিত যে আমাৰ অসহযোগ পুঁজি বা পুঁজিবাদৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়। আমাৰ অসহযোগ কেৱল চৰকাৰী প্ৰশাসনৰ ক্ষেত্ৰতে সীমাবদ্ধ।***(৫২)

গান্ধীয়ে সঁচা কথা কোৱা নাছিল। অসমৰ চাহ শ্ৰমিকসকলৰ পুতৌলগা পৰিস্থিতিৰ বিষয়ে তেওঁ যথেষ্ট পৰিমাণে অৱগত আছিল। অমিয় কুমাৰ দাসে নিজেই লিখিছে কেনেকৈ তেওঁ গান্ধীক চাহ বাগিছাৰ জীৱনৰ সম্পৰ্কে পুংখানুপুংখ তথ্যৰ যোগান ধৰিছিল। তেওঁ দৰঙৰ পৰুৱাৰ দৰে বাগিছা পৰিদৰ্শনো কৰিছিল। ত্যাগবীৰ হেম বৰুৱায়ো উল্লেখ কৰিছে কেনেকৈ গান্ধীয়ে তেওঁক অসমৰ চাহ বাগিছা আৰু চাহ শ্ৰমিকৰ বিষয়ে সম্ভাব্য তথ্য সংগ্ৰহৰ

---

(৫০) জীৱন স্মৃতি, পৃষ্ঠা ২২৫-২৩১, ১২৩

(৫১) পদ্মনাথ বৰঠাকুৰ ঃ স্বাধীনতা ৰণৰ সংস্পৰ্শত, ডিব্ৰুগড়, ১৯৬৮ পৃষ্ঠা ৮৩-৮৬ আৰু ৯৬ ঃ ড °অমলেন্দু গুহৰ **Planter Raj to Swaraj** অৰ পৰা উদ্ধৃত, পৃ- ১৩৭

(৫২) Young India,dtd. 29-06-1921, ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমৰ অৱদান, পৃ- ২২

বাবে নিৰ্দেশ দিছিল।[৫৩] সেয়েহে গান্ধীয়ে অসমৰ চাহ শ্ৰমিকৰ অৱস্থা বা সমস্যাৰ বিষয়ে নজনাৰ প্ৰশ্ন নুঠে। তৎসত্ত্বেও আদিবাসী শ্ৰমিকসকলৰ পক্ষে থিয় দিয়াৰ সলনি গান্ধীয়ে ডিব্ৰুগড়ৰ চাহ মেল এখনত উপস্থিত হৈ ব্ৰিটিছ চাহ মালিকসকলকহে প্ৰত্যক্ষভাৱে প্ৰশংসা কৰিছিল। সেই চাহ-মেলৰ আয়োজন কৰিছিল ভাৰতীয় চাহ সন্থাৰ কৰ্ণধাৰসকলে। গান্ধীয়ে তাত ব্ৰিটিছ চাহ মালিকসকলক প্ৰশংসা কৰি কৈছিল *'আপোনালোকে তেওঁলোকক থাকিবলৈ ঘৰ দিছে, চিকিৎসাৰ ব্যৱস্থা কৰিছে, খোৱা পানীৰ দিহা কৰিছে, ক্ৰীচ আদি বহুতো ভাল ব্যৱস্থা কৰিছে...।'* কিন্তু গান্ধীৰ আক্ষেপ আছিল মাথোঁ এটাই, ব্ৰিটিছ মালিকসকলে শ্ৰমিকসকলৰ নৈতিক আৰু আধ্যাত্মিক উন্নতিৰ দিহা কৰা নাই।[৫৪] গান্ধীৰ ডিব্ৰুগড় ভ্ৰমণৰ আন এক তাৎপৰ্যপূৰ্ণ দিশ আছিল এই যে ব্ৰিটিছ পুঁজিৰ এই ঘাটিতো তেওঁ বিলাতী কাপোৰ দাহ কৰা নাছিল।

গান্ধীয়ে ব্ৰিটিছ চাহ-মালিকসকলৰ লগত উক্ত চাহমেল-সভাত যোগ দিলেও চাহ-শ্ৰমিকৰ কোনো সভাত বক্তৃতা দিয়া নাছিল। লগতে এই কথাও ক'ব লাগিব যে ডিব্ৰু-দৰং চাহ বাগিছাৰ প্ৰাক্তন শ্ৰমিক অৰ্জুন ঘাটোৱাৰ কংগ্ৰেছ কৰ্মী হৈছিলগৈ যদিও উক্ত বাগিছাত কোনো সভা-সমিতি পাতিবলৈ, বা তেওঁৰ সহকৰ্মী-শ্ৰমিকসকলক বাগিছাৰ পৰা ওলাই অহাৰ আহ্বান জনাবলৈ কংগ্ৰেছে কেতিয়াও উৎসাহিত কৰা নাছিল।[৫৫]

অমিয় কুমাৰ দাসেও এই কথা নিশ্চিত কৰি কৈছে যে কংগ্ৰেছৰ কৰ্মী তথা বিষয়ববীয়া হিচাপে তেওঁ শ্ৰমিকসকলক বাগিছাৰ পৰা উলিয়াই আন্দোলনত চামিল কৰাবৰ বাবে দলৰ পৰা কোনো নিৰ্দেশ পোৱা নাছিল।[৫৬] মন কৰিবলগীয়া যে এজন ব্ৰিটিছ আই. চি. এচ বিষয়াই পাছত মুকলিকৈয়ে কৈছিল যে আনকি বিয়াল্লিশৰ গণ আন্দোলনৰ বছৰটোতো অসমত (চাহ বাগিছাত) কোনো উল্লেখযোগ্য ধৰ্মঘট ঘটা নাছিল আৰু পৰবৰ্তী তিনিটা বছৰত ঘটা ধৰ্মঘটৰ সংখ্যাও আছিল ক্ৰমে দুটা, এটা আৰু দুটা মাত্ৰ।[৫৭]

প্ৰকৃতাৰ্থত কংগ্ৰেছে চাহ-বাগিছাত প্ৰবেশ কৰে মাত্ৰ ১৯৪৬-৪৭ চনতহে (অৰ্থাৎ ক্ষমতাৰ হস্তান্তৰণ সুনিশ্চিত হৈ পৰোঁতেহে)। তেতিয়াও ই ব্ৰিটিছ চাহমালিক আধিপত্যাধীন ভাৰতীয় চাহ সন্থাৰ পৰা যথাবিহিত অনুমতি সাপেক্ষেহে বাগিছাত প্ৰৱেশ কৰিছিল। ১৯৪৭ চনৰ ২১ জুলাই তাৰিখে প্ৰচাৰিত ভাৰতীয় চাহ সন্থাৰ এক গোপন নিৰ্দেশনামাত (ব্ৰিটিছ) চাহ মালিক আৰু কংগ্ৰেছৰ এই সম্পৰ্ক নগ্নভাৱে ধৰা পাৰে।[৫৮] মন কৰিবলগীয়া যে বাগিছাত কংগ্ৰেছৰ সংগঠনতকৈ চিপি আইৰ সংগঠন তথা আচাম টি লেবাৰাৰ্চ এচ'চিয়েশ্যন (আটলা) হে পুৰণি। আটলাৰ জন্মদাতা আছিল অধ্যাপক প্ৰভুদান মৈইৰিক চাৰোৱান। অসমৰ সমাজ জীৱনৰ সবাতোকৈ দৰিদ্ৰ-দলিত-নিপীড়িত এই অংশটোক স্বাধীনতা সংগ্ৰামত জড়িত কৰোৱাৰ ক্ষেত্ৰত কংগ্ৰেছৰ এই সম্পূৰ্ণ নিৰাসক্তিৰ ৰহস্য ক'ত? প্ৰশ্নটো উত্থাপিত হয় এই বাবেই যিহেতু

(৫৩) জীৱনস্মৃতি, পৃ-২০৪
(৫৪) Planter Raj to Swaraj, p. 138.
৫৫) Ibid, p. 138.
৫৬) Ibid, p.139
৫৭) The History of Indian Tea Industry, p.385
৫৮) Planter Raj to Swaraj, Appendix, p.352

এইখন কংগ্ৰেছে আনকি যৌন-কৰ্মীসকলকো সংগঠিত কৰাৰ চেষ্টা চলাইছিল।[৫৯] সেয়া নিশ্চয় সঠিক পদক্ষেপ আছিল। কিন্তু কংগ্ৰেছ নেতৃবৃন্দই বেজীৰ জলা মনি কুঠাৰৰ জলা নমনাৰ কাৰণ কি আছিল?

প্ৰশ্নটো অতিশয় গুৰুত্বপূৰ্ণ এইবাবেই যিহেতু ঝাড়খণ্ডী আদিবাসী চাহ শ্ৰমিকসকলৰ প্ৰতি কংগ্ৰেছ নেতৃত্বৰ এনে আওহেলাই অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ ক্ষেত্ৰতে এক অপূৰণীয় ক্ষতি সাধিছিল। কাৰণ অসমৰ জনসংখ্যাৰ প্ৰায় এক চতুৰ্থাংশ এই দৰিদ্ৰ দলিত জনগোষ্ঠী-শ্ৰেণীটোৱে অসমৰ অৰ্থনৈতিক সম্পদ সৃষ্টিলৈ প্ৰভূত বৰঙণি যোগাইছিল। তেওঁলোকৰ অবিহনে কোনো আধুনিক অসমীয়া জাতি গঠনৰ প্ৰসংগই অবাস্তৱ। কিন্তু কংগ্ৰেছৰ কেন্দ্ৰীয় নেতৃত্বই ব্ৰিটিছ চাহ মালিকবৃন্দৰ শত্ৰুতা উদ্ৰেক কৰিব বিচৰা নাছিল আৰু সেয়েহে ঝাড়খণ্ডী আদিবাসীসকলক (ৰাজনৈতিক) অস্পৃশ্যৰ দৰে গণ্য কৰি তেওঁলোকৰ স্পৰ্শ-সংসৰ্গ সততে এৰাই চলিছিল। এয়া আছিল এক গুৰুতৰ অক্ষমনীয় ভুল ধাৰণা কাৰণ সাম্ৰাজ্যবাদ বিৰোধী মুক্তিযুঁজৰ চাকনৈয়াৰ মাজত এইসকল লোকক চামিল কৰি ল'লে অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ মৰিসুঁতিতো দোকোলটকা বান আহিলেহেঁতেন; সংহতিয়ে পৰিণতি লভিলেহেঁতেন আত্মীকৰণত। তাৰ বিপৰীতে তেওঁলোকক বিচ্ছিন্ন কৰি ৰাখি ঘেট'সুলভ জীৱন যাপন কৰিবলৈ বাধ্য কৰা হ'ল, তেওঁলোকৰ লগত বৃহত্তৰ সমাজখনৰ সামাজিক-সাংস্কৃতিক যোগাযোগত চেঁচাপানী ঢলা হ'ল। এনে কৰোঁতে ব্ৰিটিছ চাহ-মালিকৰ স্বাৰ্থৰ লগত অৱশ্যেই সাঙোৰ খাইছিল অসমীয়া (প্ৰধানকৈ উচ্চবৰ্ণৰ) চাহ-মালিক, চাহ পৰিচালক, চাহ-বাবুৰ স্বাৰ্থও। সেই সম্পৰ্কে আমি সামৰণি অধ্যায়ত বিতংকৈ আলোচনা কৰিম। তদুপৰি চাহ-মালিক (আৰু তেওঁলোকৰ মাজত কংগ্ৰেছী চাহ-মালিক) সকলৰো এখন বিতংতালিকা যুগুতাইছোঁ আৰু সেইখনো আমি এই গ্ৰন্থৰ পৰিশিষ্টত জুৰি দিম। সেই তালিকায়ো প্ৰমাণ কৰিব যে চাহ বাগিছাৰ আদিবাসীসকলৰ প্ৰতি উদাসীনতাৰ কংগ্ৰেছী নীতি নিৰ্ণয়ত এই সকলৰো শ্ৰেণী স্বাৰ্থ বাৰুকৈ জড়িত আছিল।

গেলাৰ ওপৰত টেঙা ঢালি কংগ্ৰেছে চাহ-বাগিছাৰ ঝাড়খণ্ডী আদিবাসীসকলৰ সাংবিধানিক সংৰক্ষণৰ দাবীও বিৰোধিতা কৰিছিল। আদিবাসীসকলে হৰিজনৰ তালিকাত নিজৰ অন্তৰ্ভুক্তি দাবী কৰিছিল আৰু সেয়েহে হৰিজনসকলৰ বাবে মুঠ সংৰক্ষণ বৃদ্ধিৰো দাবী তুলিছিল। মোহনদাস কৰমচাঁদ গান্ধীয়ে এই দাবী চিধাচিধি প্ৰত্যাখ্যান কৰি কৈছিলঃ

***মই এই কথাত একমত যে তেওঁলোকৰ অন্তৰ্ভুক্তিৰ যুক্তি হৰিজনৰ প্ৰতিনিধিত্ব বৃদ্ধিৰ বাবে ব্যৱহাৰ কৰা অনুচিত। যদিহে হৰিজনৰ সংখ্যাৰ এই হ্ৰাস বা বৃদ্ধি তেওঁলোকৰ প্ৰতিনিধিৰ সংখ্যা নিৰ্ধাৰণৰ বাবে ব্যৱহাৰ কৰা হয়; তেনেহ'লে তাৰ পৰিণতি হ'ব অতিশয় ভয়াবহ।***[৬০] (গুৰুত্ব আমাৰ)

পৰবৰ্তী কংগ্ৰেছীসকলেও তেওঁলোকৰ 'মহাত্মা' গৰাকীয়ে প্ৰতিষ্ঠা কৰা এই পৰম্পৰা অনুসৰিয়ে চাহ বাগিছাৰ আদিবাসীসকলৰ বাবে ন্যূনতম মানৱীয় অধিকাৰৰো বিৰোধিতা

---

৫৯) Political History of Assam, Vol II, p 44

৬০) সোণাধৰ দাস সেনাপতিলৈ মোহনদাস কৰমচাঁদ গান্ধীৰ চিঠি (১০ মে', ১৯৩৪), Cosmogony of Caste and Social Mobility in Assam. p 66

কৰিছিল। ১৯৫০ দশকত ভাৰত চৰকাৰেই নিযুক্তি দিয়া ইউ. এন. ধেবৰ আয়োগে স্পষ্টকৈয়ে কৈছিল ঃ

*স্থানীয় ৰাজনৈতিক চিত্ৰখন গুৰুতৰভাৱে ক্ষতিগ্ৰস্ত কৰাৰ যুক্তিত অসম চৰকাৰে তেওঁলোকৰ মৰ্যাদাৰ কোনো পৰিবৰ্তনৰ সংগতিপূৰ্ণ ভাৱে বিৰোধিতা কৰি আহিছে।*[৬১]

লাকোৰ সমিতিয়েও একেদৰে কৈছিল,

*এইটো বৰ দুৰ্ভাগ্যজনক যে স্বাধীন ভাৰতত উক্ত জনজাতি-সমূহক জনজাতি তালিকাৰ পৰা বহিৰ্ভূত কৰাৰ পাছত অসম চৰকাৰে অনুসূচিত জাতি-জনজাতি হিচাপে তেওঁলোকৰ (পুনৰ) অন্তৰ্ভুক্তিৰ ক্ৰমাগতভাৱে বিৰোধিতা কৰি আহিছে। স্থানীয় ৰাজনৈতিক চিত্ৰখন লণ্ড-ভণ্ড হোৱাৰ যুক্তিতেই এই বিৰোধিতা।*[৬২] (গুৰুত্ব আমাৰ)

১৯৬৬ চনত গঠিত এ.কে. চান্দ সমিতিয়েও উল্লেখ কৰিছিল যে কংগ্ৰেছৰ সমাজকল্যাণ মন্ত্ৰীয়ে ঝাড়খণ্ডী আদিবাসীসকলৰ পুনৰ অনুসূচীভুক্তিৰ বিৰোধিতা কৰিছিল। সমিতিয়ে লক্ষ্য কৰিছিল যে সেইছোৱা সময়ত সেইসকল লোকৰ অৱস্থাৰো কোনো উন্নতি ঘটা নাছিল আৰু তেওঁলোকৰ জনজাতীয় বৈশিষ্ট্য আৰু জীৱন ধাৰাও অক্ষুণ্ণহৈয়ে ৰৈছিল। এই সমিতিৰ প্ৰতিবেদনতো অসম কংগ্ৰেছৰ নেতৃত্বক প্ৰত্যক্ষভাৱে দোষী সাব্যস্ত কৰি কোৱা হৈছিলঃ

*এই জনজাতিবোৰক আনকি ১৯৪৭ চনৰ আগতো অনুসূচিত জনজাতি বুলি স্বীকৃতি দিয়া হৈছিল। কিন্তু ১৯৪৭ চনৰ পাছত এওঁলোকক অনুসূচীৰ পৰা বহিস্কাৰ কৰা হ'ল কোনো নীতিৰ ভিত্তিত নহয়, নিতান্তই ৰাজনৈতিক ভিত্তিত। ইয়াৰ অৰ্থ এয়ে যে চৰকাৰে এইসকল জনজাতি মানুহৰ অজ্ঞতা, পাছপৰা অৱস্থা, আৰু দাৰিদ্ৰকে গভীৰতৰ কৰিব বিচাৰে কেৱল এই বাবেই যে অনুসূচীকৰণে ৰাজ্যখনৰ ৰাজনৈতিক ছবিখন ওলট-পালট কৰি দিব। এই আপত্তি বৈধ নহয় আৰু ই সামাজিক ন্যায় আৰু সমতাৰ নীতিৰ বিৰোধী।*[৬৩]

এইবোৰ সুস্পষ্ট তথ্যই অকাট্যভাৱে প্ৰমাণ কৰে যে এহাতেদি সাম্ৰাজ্যবাদী ব্ৰিটিছৰ লগত আপোচ আৰু আনহাতে অস্পৃশ্যতা, সামাজিক বিচ্ছিন্নতা আৰু বিদ্বেষ বৈষম্যৰ সামন্তীয় ধ্যান ধাৰণা; এই দুয়োটাৰে যুগপৎ প্ৰতিফলন ঘটিছিল অসমীয়া মধ্যশ্ৰেণীৰ একাংশই ঝাড়খণ্ডী আদিবাসী চাহ-শ্ৰমিকসকলক দূৰলৈ ঠেলি দিয়া কাৰ্যত। এনেকৈয়ে জাতীয় স্বাৰ্থৰ বিপৰীতে অগ্ৰাধিকাৰ পাইছিল শ্ৰেণী আৰু জাতি-বৰ্ণগত স্বাৰ্থই।

ইয়াৰ কাৰণ বুজিবলৈ অসুবিধা নহয়। ভালেকেইজন কংগ্ৰেছ নেতাৰ নিজৰেই চাহ বাগিছা আছিল। আন কেইজনমানৰ আকৌ চাহ বাগিছাৰ পৰিচালক কৰ্মচাৰীৰ মাজত জ্ঞাতি কুটুম বন্ধু বান্ধৱ আছিল। তেনেকৈয়ে মাণিকচন্দ্ৰ বৰুৱা, ঘনশ্যাম বৰুৱা, গংগাগোবিন্দ ফুকন, প্ৰসন্ন বৰুৱা, চন্দ্ৰকমল বেজবৰুৱা, এ. চি. বাগচি, বিষ্ণুৰাম চলিহা আদি আসাম এচ'চিয়েশ্যনৰ নেতৃবৃন্দ সকলো চাহ-মালিক আছিল। সেইদৰে একেই সংগঠনৰ গোপাল

---

৬১,৬২,৬৩) Vaskar Nandy edited For A New Democracy, Assam Special Issue, Calcutta, 1983 p.64

চন্দ্ৰ দত্ত, ভৱানী প্ৰসাদ বৰুৱা আদি চাহ বাগিছাৰ পৰিচালক আছিল। এওঁলোকৰ বহুতেই প্ৰত্যক্ষভাৱে ব্ৰিটিছৰ সহযোগী আছিল। একেদৰেই জগন্নাথ বৰুৱা, দেৱীচৰণ বৰুৱা আদি সৰ্বজানিক সভাৰ নেতৃবৃন্দও চাহ মালিক আছিল। সেইদৰে নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন,[৬৪] কুলধৰ চলিহা, পদ্মনাথ বৰঠাকুৰ আদিও চাহ মালিক আছিল। কৃষ্ণনাথ শৰ্মাৰ দেউতাকৰো চাহ বাগিছা আছিল।

সমধিক তাৎপৰ্যপূৰ্ণ আন এটা কথা হ'ল, অসম কংগ্ৰেছৰ নেতৃবৃন্দৰ বাহিৰেও সৰ্বভাৰতীয় কংগ্ৰেছৰ একাংশ নেতাৰো অসমত চাহ বাগিছা আছিল। বিশিষ্ট কংগ্ৰেছ নেতা, বেৰিষ্টাৰ আনন্দ মোহন বসু আৰু দেশবন্ধু চিত্তৰঞ্জন দাসৰ অসমৰ দৰং জিলাত পৈতৃক চাহ বাগিছা আছিল। তদুপৰি এই সৰ্বভাৰতীয় নেতৃবৃন্দৰ অসমৰ মাৰোৱাৰী চাহ-মালিকসকলৰ লগতো দহৰম-মহৰম আছিল। গতিকে অসমৰ চাহ-শ্ৰমিক সকলক স্বাধীনতা আন্দোলনৰ পৰা সচেতনভাৱে দূৰতে বিদূৰ কৰি ৰখাত সৰ্বভাৰতীয় কংগ্ৰেছ নেতৃত্বৰ ভূমিকা নুই কৰিব নোৱাৰি। সেই নীতিকে অসম কংগ্ৰেছে আখৰে আখৰে কাৰ্যকৰী কৰিছিল মাত্ৰ।

শেহত তাতোকৈ চাঞ্চল্যকৰ এটি তথ্য। অসম সাহিত্য সভাৰ সভাপতিসকলৰো এক বুজন সংখ্যকেই হয় চাহ মালিক- পৰিচালক আছিল, নহ'লেও চাহ উদ্যোগৰ লগত পৰোক্ষ সম্পৰ্ক তেওঁলোকৰ বহুতৰে আছিল। এইসকলৰ ভিতৰত আছিল ৰজনীকান্ত বৰদলৈ, নীলমণি ফুকন, চন্দ্ৰধৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা (তেওঁৰ দেউতাক দীননাথ বেজবৰুৱাও চাহ মালিক আছিল), কৃষ্ণকান্ত সন্দিকৈ, আনন্দ চন্দ্ৰ আগৰৱালা আদি। বিশিষ্ট অসমীয়া পণ্ডিত আনন্দৰাম বৰুৱায়ো অসমত চাহ বাগিছা কিনাৰ যো-জা কৰিছিল। একেবাৰে সুনিৰ্দিষ্টভাৱে ক'বলৈ গ'লে সেই সময়ৰ অসমৰ ৬২০ খন চাহ বাগিছাৰ ভিতৰত ১৫৮ খনৰ মালিক আছিল অসমীয়া। অৰ্থাৎ অনুপাত আছিল ১:৪। প্ৰকৃততে সেইসময়ৰ অসমৰ চাহ মালিক, চাহ পৰিচালক আৰু চাহ বাবু সকলৰ তালিকা এখন যুগুতালে সি প্ৰায় অসমীয়া মধ্যশ্ৰেণীৰ তালিকা এখনেই হৈ পৰেগৈ। সেয়েহে অসমীয়া জাতিগঠন প্ৰক্ৰিয়াত ঝাড়খণ্ডী আদিবাসীসকলক চামিল কৰাত অসমীয়া মধ্য শ্ৰেণীৰ সফলতা-বিফলতাৰ দায়-দায়িত্বও বহুলাংশে এওঁলোকৰ ওপৰতে বৰ্তে।

ইয়াৰ পৰা অৱশ্যে এনেকৈ সৰলীকৰণ কৰিলে ভুল হ'ব যে অসমীয়া ৰাইজ বা সদৌ মধ্য শ্ৰেণীটো ঝাড়খণ্ডী আদিবাসী বিৰোধী আছিল। তেওঁলোকৰ মাজত উদাৰ, মানৱতাবাদী, গণতান্ত্ৰিক ধাৰা এটা সদায়েই আছিল। পাছে সি শক্তিশালীহে হ'ব পৰা নাছিল। উদাহৰণস্বৰূপে এই গ্ৰন্থৰ তৃতীয় অধ্যায়ত আমি দেখুৱাই আহিছোঁ কেনেকৈ লক্ষ্মীনাথ বেজবৰুৱা আৰু মথুৰামোহন বৰুৱাই (যি পাছলৈ ক্ৰমে বাঁহী আৰু Advocate of Assam -অৰ সম্পাদক হয়গৈ), মৌৰ সম্পাদক বলিনাৰায়ণ বৰাৰ উগ্ৰ আদিবাসী বিৰোধী প্ৰচাৰৰ বিৰুদ্ধে থিয় দিছিল। বেজবৰুৱাই অৱশ্যে পাছলৈ নিজৰ স্থিতিকলৈ অনুতাপহে কৰিছিল; হ'লেও সি আন এক প্ৰসংগ। মথুৰামোহন বৰুৱা কিন্তু আদিবাসীসকলৰ হকে তেওঁৰ দৃঢ় স্থিতিত অবিচল আছিল। বৰুৱা কিছুসময়ৰ বাবে 'অসম বন্তি'ৰো সম্পাদক আছিল। যোৰহাটৰ পৰা প্ৰকাশিত 'আসাম বিলাসিনী' আলোচনীয়ে ব্ৰিটিছ চাহ-মালিকক মাটি আবণ্টন দিয়াৰ যেনেকৈ বিৰোধিতা

---

৬৪) মহম্মদ তৈয়বুল্লা : কাৰাগাৰৰ চিঠি, পৃষ্ঠা ২০৬

কৰিছিল তেনেকৈ চাহ-শ্ৰমিকৰ বিভিন্ন দাবীও তুলি ধৰিছিল। উদাহৰণস্বৰূপে ই ব্ৰিটিছ চাহ-মালিক সকলে মধু তাঁতী নামৰ এজন চাহ শ্ৰমিকক অন্যায় ভাবে অত্যাচাৰ কৰাৰ বিৰুদ্ধে থিয় দিছিল। 'অসমীয়া'য়ো চাহ মালিক, পৰিচালকৰ সামন্ত প্ৰভুসুলভ ব্যৱহাৰৰ বিৰোধিতা কৰিছিল। কথাটো তাৎপৰ্যপূৰ্ণ কাৰণ অসমীয়াৰ প্ৰকাশক চন্দ্ৰকুমাৰ আগৰৱালা নিজেই এজন চাহ মালিক আছিল। কংগ্ৰেছ নেতা তথা চাহ মালিক নবীন চন্দ্ৰ বৰদলৈৰ এটা সময়ত একেধৰণৰ শ্ৰমিক দৰদী স্থিতিৰ কথাও আমি লক্ষ্য কৰিছোঁ।[৬৫]

অসমীয়া চাহ মালিক আৰু অসমীয়া সংবাদ মাধ্যমৰ কথা বাদ দিলেও অসমীয়া ৰাইজৰ মাজত এটা প্ৰগতিশীল ধাৰা সদায়েই আছিল। ১৯২১ চনৰ ১৯ জুনত গুৱাহাটীত অনুষ্ঠিত এখন ৰাজহুৱা সভাই চাৰগোলা-চান্দপুৰৰ বিক্ষুব্ধ আদিবাসী শ্ৰমিকে বাগিছা এৰি ঝাড়খণ্ড-গৃহভূমিলৈ ঘুৰি যাবলৈ ওলোৱা কাৰ্যক সমৰ্থন কৰিছিল। সেই শ্ৰমিকসকলক বৰ্বৰভাবে দমন কৰা হৈছিল। গুৱাহাটীৰ ৰাইজৰ তেওঁলোকৰ প্ৰতি সমৰ্থন এক ইতিবাচক পদক্ষেপ আছিল।[৬৬]

মানৱতাবাদৰ আন এক প্ৰকাশত তেজপুৰৰ চিভিল চাৰ্জন কৰ্ণেল ডা° শিৱৰাম বৰাই খেন্দাই চাহ বাগিছাত পৰিদৰ্শন কৰিবলৈ গৈ এজন শ্ৰমিকৰ মৃত্যুত লোৱা দৃঢ় স্থিতিয়ে আমাক অভিভূত কৰে। কৰ্ণেল ডা. বৰাই গৈ সেই বাগিছাৰ মেডিকেল ৰেজিষ্টাৰত তিনিদিন আগতে নিহত এজন শ্ৰমিকৰ মৃত্যুত ৰহস্যৰ গোন্ধ পায়। তেওঁ শ্ৰমিকজনৰ মৃতদেহ খান্দি উলিয়াই মৰণোত্তৰ পৰীক্ষা কৰাৰ হুকুম দিয়ে। পৰীক্ষাত দেখা যায় যে প্লীহা ফাটি শ্ৰমিকজনৰ মৃত্যু হৈছিল। এই কথাও ওলাই পৰে যে বাগিছাখনৰ ব্ৰিটিছ-মেনেজাৰে তেওঁক গুৰিয়াইছিল। এই পৰীক্ষাৰ পাছত বাগিছাখন অশান্ত হৈ পৰে।[৬৭] কৰ্ণেল বৰাক শাস্তিমূলক বদলিত পঠোৱা হয়। ভাৰতৰ পৰা আফ্ৰিকালৈ জাহাজত পঠোৱা শ্ৰমিকসকলৰ প্ৰতি পাৰ্যমানে চিকিৎসা সেৱা আগবঢ়োৱা বাবে কৰ্ণেল বৰাই শ্ৰমিকৰ প্ৰশংসা পাইছিল। (পাছত তেওঁ জগন্নাথ বৰুৱাৰে মিলি নিজা চাহ বাগিছা পাতিছিল।) আন এজন অসমীয়া, কৰ্ণেল জালনুৰ আলিয়েও একেধৰণৰ কাৰণত শাস্তিমূলক বদলিৰ সমুখীন হ'ব লগা হৈছিল।[৬৮]

এই সকলোতকৈ অধিক তাৎপৰ্যপূৰ্ণ আছিল আদিবাসী চাহ শ্ৰমিকসকলৰ সপক্ষে লক্ষ্মীধৰ শৰ্মাৰ সচেতন আৰু ৰাজনৈতিক বক্তব্য। এই তৰুণ বিপ্লৱীজনৰ ক্ষুৰধাৰ ৰাজনৈতিক চেতনাৰ উমান পোৱা যায় তেওঁৰ এটা গল্পত, য'ত তেওঁ কংগ্ৰেছ-নেতৃত্বৰ আদিবাসী বিৰোধী স্থিতিৰ কাঢ়া সমালোচনা কৰিছে। তেওঁৰ মৃত্যুৰ মাত্ৰ কেইমাহমান আগতে প্ৰকাশিত এই গল্পই কংগ্ৰেছী পথৰ প্ৰতি শৰ্মাৰ মোহভংগৰ সাক্ষ্য বহন কৰে।[৬৯] উল্লেখযোগ্য যে সেই পথ অনুসৰণ কৰিবলৈ গৈয়েই শৰ্মাই অগ্নিগৰ্ভা ১৯২১ ত বিদ্ৰোহী আদিবাসীসকলক শান্ত

---

৬৫) বৰদলৈ ৰচনাৱলীৰ ৩৭৮-৭৯ পৃষ্ঠাত প্ৰকাশিত *'চাহবাগিচাৰ কুলী'*

৬৬) Planter Raj to Swaraj, p 130

৬৭) অমিয় কুমাৰ দাস : জীৱন স্মৃতি, পৃ- ১৮

৬৮) ঐ

৬৯) আৱাহন, চতুৰ্থবছৰ, দ্বিতীয় সংখ্যা, ১৯৩৩ চনত প্ৰকাশিত গল্প 'পৰাজয়'

কৰিবলগীয়া হৈছিল।

ভাৰতীয় কমিউনিষ্টসকলে স্বাধীনতা আন্দোলনৰ প্ৰতি দ্বিধাগ্ৰস্ত নীতি লৈছিল। এয়া হৈছিল তেওঁলোকৰ আন্তৰ্জাতিক গুৰুসকলৰ প্ৰভাৱত। তথাপিও অসমৰ এমুঠিমান কমিউনিষ্টে চাহ বাগিছাৰ আদিবাসীসকলৰ লগত একাত্ম হ'বলৈ আৰু তেওঁলোকৰ হকে, তেওঁলোকৰ স'তে সংগ্ৰাম গঢ়ি তুলিবলৈ পৰিশ্ৰম কৰিছিল। ব্ৰিটিছৰ হাতত শ্বহীদীবৰণ কৰা উজনি অসমৰ চণ্টক চাহ বাগিছাৰ বাংকুৰু চাওৱা আছিল চিপিআইৰ সদস্য। ভাৰতীয় গণনাট্য সংঘই বাংকুৰুৰ শ্বহীদীক লৈ পূৰ্ণেন্দু (পানু) পাল আৰু নগেন কাকতিয়ে যুটীয়াভাৱে চাদ্ৰীভাষাত লেখা 'বদলা লেনা' নামৰ নাটকখনৰ জৰিয়তে দেশপ্ৰেম আৰু সাম্ৰাজ্যবাদ বিৰোধিতাৰ বাণী প্ৰচাৰ কৰিছিল। আদিবাসীসকলে এই নাটকখনৰ প্ৰতি উচ্চ সঁহাৰি জনাইছিল।[৭০] নিশ্চিতভাৱেই এয়া আছিল সংহতি আৰু ঐক্যৰ এক বিকল্প পথ। দুখৰ কথা যে এই পথক দৃঢ়ভাৱে আৰু অনুসৰণ কৰা নহ'ল। অৱশ্যে আদিবাসীসকলৰ হকে এক উদাৰ মানৱীয় দৃষ্টিভংগীৰ মহত্তম চানেকী হ'ল নিশ্চিতভাৱে জ্যোতিপ্ৰসাদ আগৰৱালা। তেওঁ নিজে চাহ মালিক হৈও কেৱল যে আদিবাসী গাভৰুৰ প্ৰেমত পৰিছিল তেনে নহয়, সমগ্ৰ সম্প্ৰদায়টোৰ প্ৰতিয়েই তেওঁৰ দৰদ আছিল। এইসকল লোকৰ সম্পৰ্কত ৰচিত তেওঁৰ লেখনীত জ্যোতিপ্ৰসাদে সংলাপনিকৈ চাদ্ৰী ভাষা ব্যৱহাৰ কৰিছিল।[৭১] অসমৰ গণ সাংস্কৃতিক আন্দোলনৰ আন এক সেনাপতি বিষ্ণুপ্ৰসাদ ৰাভাও এইক্ষেত্ৰত পাছপৰি থকা নাছিল। চাহ মজদুৰ সংঘৰ ৰঙাপাৰা শাখাৰ অধিবেশনত বিশুদ্ধ চাদ্ৰীতেই তেওঁ এনেকৈ ভাষণ আৰম্ভ কৰিছিল ঃ

*আজ হামনিমুনকেৰ চভাকেৰ মালিক সভাপতি, প্ৰতিনিধিমুন, গুটিয়ামুন আউৰ হামদেৰ আজা আজি, নানা নানী, বাপ মাই, দাদা-দিদি আউৰ ভাই বহীনমুন...*[৭২]

... ইয়াৰ পৰা দেখা যায় যে ঝাড়খণ্ডী আদিবাসীসকলক গণতান্ত্ৰিক ভিত্তিত অসমীয়া জাতি সত্তাৰ লগত চামিল কৰিব বিচৰা প্ৰগতিশীল ধাৰা এটাও অসমত আছিল। সি প্ৰধান ধাৰা নাছিল, কিন্তু প্ৰবহমান আছিল।

সম্প্ৰদায়টোৰ বাহিৰৰ পৰা অহা দমন-দৰদ আদিৰ কথা বাদ দি ইয়াৰ ভিতৰৰ পৰা গঢ়ি উঠা আলোড়নলৈ আমি যদি চকু দিওঁ, তেতিয়া দেখা পাম, যে সৰ্বহাৰা, অৰ্ধসৰ্বহাৰাৰে গঠিত এই বিৰাট ঔদ্যোগিক শ্ৰমিক শ্ৰেণীৰ প্ৰথম সংগঠনবোৰ কিন্তু 'শ্ৰেণী' (Class) সংগঠন নাছিল। সেই সংগঠনবোৰে আনকি সম্প্ৰদায়টোৱে অমানৱীয় পৰিবেশত কৰিব লগা হোৱা শ্ৰমৰ বিষয়তো আলোকপাত কৰা নাছিল। বৰং সিবিলাকে তেওঁলোকক সোঁৱৰাই দিছিল গৃহভূমি ঝাড়খণ্ডৰ কথা, আবেদন জনাইছিল তেওঁলোকৰ পৰম্পৰাগত সংস্কৃতি, ভাষা, আচাৰ-অনুষ্ঠানৰ প্ৰতিষ্ঠান। প্ৰভূদান মৈইৰিক চাৰোৱান (পি.এম চাৰোৱান নামেৰে জনাজাত) নামেৰে অধ্যাপকৰ পৰা অধ্যক্ষ হৈ বিধায়ক হোৱা নেতাজনেই আছিল সম্প্ৰদায়টোৰ প্ৰথম শিক্ষিত ব্যক্তি। অসম ছোটনাগপুৰী সভাৰ জন্মদাতাজনৰ বিষয়ে Political History of Assam

---

৭০) প্ৰ. চৌধুৰী, প. মজুমদাৰ সম্পা. জ্যোতিপ্ৰসাদ (গুৱা ঃ ১৯৯০, পৃ, ১১০-১৯) ত নগেন কাকতিৰ প্ৰবন্ধ

৭১) জ্যোতি প্ৰসাদ ৰচনাৱলী (গুৱা. ১৯৮৬, পৃ. ৭২৯-৩০) ত 'এটা মাতোৱাল বনুৱা'

৭২) বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা সম্ভাৰ (তেজপুৰ, ১৯৯৭, খণ্ড ২, পৃ. ১২৮৯)

-অত এনেকৈ উল্লেখিত হৈছে : '*P.M. Sarwan was the moving spirit of the Chotnagpuri Association who worked for the welfare of tea labourers*'[৭৩] ১৯৩৮ চনত গঠিত এই সভাৰ বাহিৰেও ছোটনাগপুৰী ছাত্ৰ সম্মিলনৰ দৰে সংগঠনেও জাতীয় পতাকাখনহে উৰ্দ্ধত তুলি ধৰিছিল। ১৯৪৮ চনৰ ডিচেম্বৰ মাহত গঠন কৰা উক্ত সংগঠনটোৰ কৰ্মীসকলৰ বেছিভাগেই আছিল জনজাতি, আৰু তাৰ ভিতৰতো সৰহসংখ্যকেই অধ্যাপক চাৰোৱানৰ দৰেই খ্ৰীষ্টিয়ান। তেওঁলোকে ছোটনাগপুৰী সংস্কাৰক নামৰ এখন মুখপত্ৰও প্ৰকাশ কৰিছিল। জনৈক উদয় অৰেয়াই মুখপত্ৰখনৰ একমাত্ৰ প্ৰকাশিত সংখ্যাটো সম্পাদনা কৰিছিল। উক্ত দুয়োটা সংগঠনৰ ক্ষেত্ৰত ঝাড়খণ্ডৰ প্ৰভাৱ আছিল প্ৰত্যক্ষ আৰু সুস্পষ্ট। ছোটনাগপুৰী সভাৰ আমন্ত্ৰণক্ৰমেই ঝাড়খণ্ড আন্দোলনৰ জন্মদাতা মেজৰ জয়পাল সিং একাধিকবাৰ অসমলৈ আহিছিল আৰু তিনিচুকীয়া, দৰং, আদিত কে'বাখনো বিশাল জনসভাত ভাষণ দিছিলহি। বিহাৰৰ 'আদিবাসী ষ্টুডেণ্ট ফেলশ্বিপ' আছিল অসমৰ ছোটনাগপুৰী ছাত্ৰ সম্মিলনৰ ভাতৃ সংগঠন।

ইফালে অধ্যাপক চাৰোৱানে তেওঁৰ সংগঠনটোৰ পৰিসৰ বঢ়াবলৈ চেষ্টা কৰিছিল। এইবাৰ তেওঁ তাৰ নাম দিলে 'বঙালী কুলী সভা' যাতে অনা-ছোটনাগপুৰী ঝাড়খণ্ডী আদিবাসীসকলকো ইয়াত সামৰি ল'ব পৰা যায়। কিন্তু যেতিয়া একাংশ অসমীয়া নেতাই চাৰোৱানৰ এই অনাখৰী, অনাহাৰী ভাই-ভনীহঁতকলৈ নিষ্ঠুৰ কৌতুক কৰিব ধৰিলে, তেওঁ বৰ আহত হ'ল। তেওঁলোকক লেতেৰা-পেতেৰা বুলি সিসকলে সততে ঠাট্টা মস্কৰা কৰা দেখি অধ্যাপক চাৰোৱানে এইবাৰে তেওঁৰ সংগঠনটোৰ নামকে সলাই 'লেতেৰা কুলী বঙালী সভা' কৰি পেলালে। নিঃসন্দেহে সেয়া আছিল অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ বাবেই এক কৰুণ কলংকিত অধ্যায়। –

অধ্যাঃ চাৰোৱান আৰু তেওঁৰ 'ছোটনাগপুৰী' সতীৰ্থ সকলে 'আচাম টী লেবাৰাৰ্চ ইউনিয়নো' প্ৰতিষ্ঠা কৰিছিল। এয়া আছিল কংগ্ৰেছে চাহ মজদুৰ সংগঠনৰ চেষ্টা কৰাৰো বহুবছৰ আগৰ কথা। লক্ষ্যণীয়ভাৱে কংগ্ৰেছে স্বাধীনতা সংগ্ৰামৰ উত্তাল দিনবোৰতো কাহানিও চাহ শ্ৰমিকৰ সংগঠন গঢ়ি তোলা নাছিল। সেয়া তেওঁলোকে কৰিলে মাত্ৰ ১৯৪৭ চনত, তাকো ক্ষমতাৰ হস্তান্তৰৰ পাছত। তাকো কৰিবলৈ কংগ্ৰেছে ব্ৰিটিছ নিয়ন্ত্ৰণাধীন ভাৰতীয় চাহ সংস্থা (আই.টি.এ')ৰ যথাবিহিত অনুমতি লৈ লৈছিল।[৭৪] স্বাভাৱিকতে ১৯৪৭ চনৰ ডিচেম্বৰত গঠিত এই কংগ্ৰেছ নিয়ন্ত্ৰিত চাহ মজদুৰ সংঘৰ পৰা চাহ শ্ৰমিকসকলে বিশেষ একো আশা কৰাৰ থল নাছিল। ইফালে ইয়াৰ নেতৃত্বত শ্ৰমিক শ্ৰেণীটো অথবা উক্ত জনগোষ্ঠীটোৰ কোনো ব্যক্তি নাছিল; আছিল ৰবীন কাকতি, বিজয় চন্দ্ৰ ভাগৱতী, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী আদি অসমীয়া - উচ্চবৰ্ণৰ নেতৃবৃন্দ। শ্ৰমিকশ্ৰেণী অথবা জনগোষ্ঠীটোৰ প্ৰতি কোনো জন্মগত সহ-অনুভূতি বোধ কৰা এওঁলোকৰ বাবে সম্ভৱ নাছিল। সেয়েহে তেওঁলোকক অৰ্থনৈতিক সমতা আৰু সামাজিক ন্যায় প্ৰদানেৰে বৃহত্তৰ অসমীয়া সমাজখনত চামিল কৰাৰ কোনো আঁচনিও এইসকল

---

৭৩) **Political History of Assam, Vol II. p.251**

৭৪) **Planter Raj to Swaraj, Appendix.- 12, p. 352**

নেতাৰ নাছিল। বৰং এইসকল নেতাৰ ভূমিকা আছিল অগ্নিনির্বাপক বাহিনীৰ দৰে। তাৰ পৰিণাম এতিয়া পৰিস্কাৰ।

পাছে এইবোৰ সংগঠনে তেওঁলোকক নিজকে সাব্যস্ত কৰাৰ বাবে অনুপ্রাণিত কৰকেই বা নকৰকেই, ঝাড়খণ্ডী আদিবাসীসকলে স্বাধীনতা সংগ্রামৰ ভূমিকম্পৰ নিচিনা আলোড়নৰ পৰা নিজকে আঁতৰাই ৰখা নাছিল। ইতিমধ্যে আমি দেখুৱাই আহিছোঁ কেনেকৈ দৰঙৰ এলানি বাগিছাত এলানি ধর্মঘট সংগঠিত হৈছিল। তিনিচুকীয়াৰ শুকানজুৰি, হাঁহচৰা, ৰাইডাং, পাভজান, ধেদাম আদিতো ১৯২০ চনত ধর্মঘট হয়। আন জিলাৰ ধর্মঘটী বাগিছাৰ ভিতৰত আছিল বমফিলা, জবকা, দেবান, ৰামপুৰ, আলিনা, পাখিচিয়া, দলৈ, এবালিগড়, শালনা, মোনাবাৰী, চিংলীজান, ডুমডুমা আদি। ১৯২১চনৰ এপ্রিলত বৰাক উপত্যকাৰ খৰিয়াল বাগিছাত এজন শ্রমিকৰ হত্যাক লৈ পৰিস্থিতি উত্তপ্ত হৈ উঠে। শ্রমিকসকলে ধর্মঘট আৰম্ভ কৰে। ছাৰগোলাৰ পৰা গৃহভূমি ঝাড়খণ্ডলৈ ঘূৰি যাবলৈ ওলোৱা আদিবাসীসকলৰ অন্ততঃ ৩০০জনক হত্যা কৰাৰ কথাও আমি আগতে কৈছোঁ। তেওঁলোকৰ নিজা সংগ্রামৰ উপৰিও ঝাড়খণ্ডী আদিবাসীসকলে স্বাধীনতা সংগ্রামতো ব্যাপকভাৱে অংশগ্রহণ কৰিছিল। অর্জুন ঘাটোৱাৰ, গজাৰাম কুর্মি, প্রতাপ গড়, শম্ভুৰাম গড়, মোহনাখল গড়, জগমোহন গড়, বিদেশী কমাৰ, অনচা ভূঞা, ৰাধু মুণ্ডা, গোবিন তাঁতী, ৰামচাই তুৰী, বিচু বৈষ্ণৱ, চুকু মাঝি, বগাই বাউৰী, বাবুলাল কমাৰ আদি বহুতকে স্বাধীনতা সংগ্রামত যোগ দিয়া বাবে কাৰাদণ্ড, জৰিমনা বা আন শাস্তি বিহা হৈছিল। দয়াল পাণিকা, মংগল কুর্কু, ৰামচৰণ গোৱালা, তেহলু আৰু বাংকুৰু চাওৰাই এই সংগ্রামত শ্বহীদী বৰণ কৰে। মালতী ওৰফে মুংৰী মেম নামৰ তেজপুৰৰ ঝাড়খণ্ডী আদিবাসী মহিলাগৰাকীয়েই স্বাধীনতা আন্দোলনত অসমৰ প্রথম মহিলা শ্বহীদ। তথাপিও স্বাধীনতা আন্দোলনত ঝাড়খণ্ডী-আদিবাসীসকলৰ ভূমিকাৰ কথা আজিও স্বীকৃত হোৱা নাই। ৰামচৰণ, বাংকুৰু, তেহলু, মুংৰীহঁতৰ উল্লেখ চৰকাৰী বেচৰকাৰী ইতিহাসপাঠ্যপুথিত পোৱা নাযায়েই প্রায়। এইসকল লোকক জীৱিত অৱস্থাত মুক্তিযুঁজৰ পৰা যেনেকৈ নিলগাই ৰখা হৈছিল, তেনেকৈ শ্বহীদীৰ পাছতো তেওঁলোকক ইতিহাসৰ পৃষ্ঠাৰ পৰা আঁতৰাই ৰখা হৈছে। সেয়েহে এই কথা স্বীকাৰ কৰিবই লাগিব যে ঝাড়খণ্ডী আদিবাসীসকলে অসমীয়া মধ্যশ্রেণীৰ নেতৃত্বত বা তেওঁলোকৰ আহ্বানত মুক্তিযুঁজত যোগ দিয়া নাছিল; বৰং সিসকলে বিধিপথালি দিয়া সত্বেও তেওঁলোকে সেই যুঁজত যোগ দিছিল আত্ম চেতনাৰে, ১৮৫৫ চনৰ চাওতাল বিদ্রোহৰ স্মৃতিৰে, ১৯০০ চনৰ বীৰসা মুণ্ডাৰ উলগুলানৰ প্রেৰণাৰে।

এইখিনিতে উল্লেখ কৰিবলগীয়া আন এক হ'ল ঝাড়খণ্ডী-আদিবাসীসকলৰ জাতীয়-জনগোষ্ঠীগত দাবী-দাবাবোৰো মূর্ত হৈ উঠিছিল মুক্তিযুঁজৰ ধামখুমীয়াতে। উদাহৰণস্বৰূপে জনগোষ্ঠীটোৰ প্রথম মেট্রিকুলেট চানু খেৰীয়াই ১৯৩৪ চনৰ ফেব্রুৱাৰীত 'আচাম ফ্রেঞ্চাইজ কমিটি'ৰ দলিত শ্রেণীৰ প্রতিনিধিক সাক্ষাৎ কৰি দলিতশ্রেণীৰ ভিতৰত আদিবাসীসকলকো অন্তর্ভুক্ত কৰিবলৈ আবেদন জনাইছিল। খেৰীয়াই আদিবাসীসকলৰ অস্পৃশ্য ৰূপে গণ্য কৰা বাবে স্থানীয় উচ্চ বর্ণৰ সমালোচনা কৰিছিল।

তাৰ পাছত অনুষ্ঠিত 'আচাম ডিপ্রেচ্ড ক্লাছেজ কনফাৰেঞ্চ'ত অনুসূচিত জাতি-

দলিতসকলৰ নেতা সোণাধৰ দাস সেনাপতিৰ উদ্যোগত প্ৰাক্তন চাহ-শ্ৰমিক আদিবাসীসকলৰ বাবে সংৰক্ষণ দাবী কৰি এটি প্ৰস্তাৱ লোৱা হয়।[৭৫] অধ্যাপক চাবোৱানৰ ছোটনাগপুৰী সভা আৰু পৰৱৰ্তী কালৰ ছোটনাগপুৰী ছাত্ৰ সম্মিলনেও একেই দাবী সজোৰ দোহাৰে। কিন্তু চৰকাৰে তাক কঠোৰভাৱে প্ৰত্যাখ্যান কৰে আৰু বেচৰকাৰী-জাতীয় সংগঠনবোৰে তাৰ প্ৰতি আচৰণ কৰে অদ্ভুত অৱহেলা-উদাসীনতা। 'আচাম ট্ৰাইৱচ এণ্ড বেচেজ ফেডাৰেশ্যন' আৰু সৰ্বদল, অসমৰ বিভিন্ন নিপীড়িত সম্প্ৰদায়ৰ এই দুই ঐক্যমঞ্চয়ো সেই দাবী উৰ্দ্ধত তুলি ধৰিছিল যদিও অসমীয়া উচ্চবৰ্ণ-মধ্যবিত্তই তাৰ সজোৰ বিৰোধিতা কৰিলে।

উক্ত আন্দোলনবোৰৰ প্ৰকৃতিৰ সম্পৰ্কে আলোচনা কৰিবলৈ গৈ এজন গৱেষকে মন্তব্য কৰিছে যে সিবোৰ গঢ়ি উঠিছিল পৰম্পৰাগত জনগোষ্ঠীগত চেতনাৰ ওপৰত ভিত্তি কৰি। সেই চেতনা হয়তো জনজাতীয়, জাতি-বৰ্ণগত অথবা ধৰ্মীয় হ'ব পাৰে। মন কৰিবলগীয়া যে নিজৰ গৃহভূমিৰ পৰা উৎপাটিত জনজাতিসকলে তেওঁলোকৰ জংগীপনাও বহু পৰিমাণে হেৰুৱাই পেলাইছিল। অসহ্যকৰ, অৰ্ধদাসত্বমূলক পৰিস্থিতিত বাস কৰিবলগা হোৱা সত্বেও অসমৰ চাহ-শ্ৰমিকসকলে ছেগা-চোৰোকা ঘটনাক বাদ দি ব্যাপক ভাৱে হিংসাত্মক হৈ উঠা নাছিল সেইকাৰণেও।[৭৬] .. এনেকৈয়ে জাতীয় পৰিচিতি বিস্মৃত এখিনি মানুহে শিপাৰ পৰা বিচ্ছিন্ন হৈ এক আত্মাবিহীন শূন্যতাত ভুগিবলৈ লাগিল। জংগীপনাৰ পৰিবৰ্তে তেওঁলোকে দাসত্ব বিজড়িত বাধ্যতা আৰু অজ্ঞতাকে যেন বাচি ল'লে। সেই পোতাশালৰ পৰা তেওঁলোকক উলিয়াই আনিব পাৰিব কেৱল জনগোষ্ঠীগত চেতনা-শাণিত সেইবোৰ আন্দোলনেহে, যাৰ সৰ্বভাৰতীয় তথা শ্ৰেণীগত আবেদনো থাকে।

ঝাড়খণ্ডী-আদিবাসীসকলৰ লগত বৃহত্তৰ অসমীয়া জাতি-সমাজৰ সংহতি-আত্মীকৰণৰ লগত আমি এতিয়া এটি দূৰণিবটীয়া তুলনা ডাঙি ধৰিব বিচাৰিম। ইংলেণ্ডত ইংৰাজ আৰু আইৰিশ শ্ৰমিকশ্ৰেণীৰ সংহতিৰ সম্পৰ্কে কাৰ্ল মাৰ্ক্সৰ এই দীঘলীয়া উদ্ধৃতিটো দূৰণিবটীয়া যেন লাগিলেও তাক আমি প্ৰাসংগিক বুলি গণ্য কৰোঁ ঃ

*...The English bougeoisie has not only exploited the Irish poverty to keep down the working class on England by **forced immigration** of poor Irishmen, but it has also divided the proletariat into two hostile camps. The revolutionary fire of the Celtic worker doesnot go well with the nature of the Anglo-Saxon worker, solid, but slow. On the contrary, **in all the big industrial centres in England** there is profound antagonism between the Irish proletariat and the English proletariat. The average English worker hates the Irish worker as a competitor who lowers wages and the standard of life. He feels national and religious antipathies for him somewhat like the poor whites of the Southern*

---

৭৫) **Cosmogony of Caste and Social Mobility in Assam**, pp 64 -5

৭৬) Sumit Sarkar: **Colonial India : Perspectives and Problems**, Calcutta, 1985,

*States of North America regard their black slaves. This antagonism among the proletarians of England is artificially nourished and supported by the bourgeoisie. It knows that this secession is the true secret of maintaining its power. ... **Any nation that oppresses another forges its own chains.***[৭৭]

*(ভাবাৰ্থঃ ইংৰাজ বুৰ্জোৱাজিয়ে ইংলেণ্ডৰ শ্ৰমিক শ্ৰেণীক দমাই ৰখাৰ স্বাৰ্থতে আইৰিশসকলৰ দাবিদ্ৰক ব্যৱহাৰ কৰি ইংলেণ্ডলৈ দৰিদ্ৰ আইৰিশসকলৰ বলপূৰ্বক প্ৰব্ৰজন ঘটাইছে; কেৱল সিমানেই নহয়, ই সৰ্বহাৰাসকলক দুটা শত্ৰুতাপূৰ্ণ শিবিৰত বিভক্ত কৰি পেলাইছে। কেল্টিক শ্ৰমিকৰ বিপ্লৱী প্ৰকৃতিৰ লগত মজবুত কিন্তু মন্থৰ এংলো চেক্সন শ্ৰমিকৰ চৰিত্ৰ নিমিলে। তাৰ বিপৰীতে ইংলেণ্ডৰ সকলো বৃহৎ উদ্যোগিক কেন্দ্ৰত আইৰিশ আৰু ইংৰাজ সৰ্বহাৰাৰ মাজত গভীৰ দ্বন্দ্ব বিৰাজ কৰিছে। সাধাৰণ ইংৰাজ শ্ৰমিকে আইৰিশ শ্ৰমিকক মজুৰী আৰু জীৱনৰ মানদণ্ড নিম্নগামী কৰোঁতা প্ৰতিযোগী বুলি ভাবি ঘৃণা কৰে। তেওঁ সিজনক কৰা ব্যৱহাৰ উত্তৰ আমেৰিকাৰ দক্ষিণৰ প্ৰদেশবোৰৰ দৰিদ্ৰ শ্বেতাংগসকলে তেওঁলোকৰ কৃষ্ণাংগ গোলামসকলক কৰা ব্যৱহাৰৰ লগত সমতুল্য। ইংলেণ্ডৰ সৰ্বহাৰা শ্ৰেণীৰ মাজৰ এই দ্বন্দ্বক বুৰ্জোৱাজিয়ে কৃত্ৰিমভাবে লালন-পালন আৰু সমৰ্থন কৰিছে। ই জানে যে বিচ্ছিন্নতাই ক্ষমতা বৰ্তাই ৰখাৰ গোপন মন্ত্ৰ.... যি জাতিয়ে আন জাতিক নিপীড়ণ কৰে, সেই জাতিয়ে নিজকে শিকলী পিন্ধায়।)*

এইখিনিতে লাখটকীয়া প্ৰশ্নটো হ'ল এই যে ব্ৰিটিছ সাম্ৰাজ্যবাদে নিজ দেশত আইৰিশ সৰ্বহাৰা শ্ৰেণীৰ ক্ষেত্ৰত ব্যৱহাৰ কৰা নীতিকে অসমৰ ঝাড়খণ্ডী আদিবাসী সৰ্বহাৰা শ্ৰমিক শ্ৰেণী আৰু অভিবাসী মুছলমান কৃষি শ্ৰমিক শ্ৰেণীৰ ক্ষেত্ৰত ব্যৱহাৰ কৰি অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ বাটত দুডাল মজবুত হেঙাৰ পোতা নাই জানো? সেয়েহে ভৱিষ্যতৰ অসমীয়া জাতিৰ বলবীৰ্য বহু পৰিমাণে নিৰ্ভৰ কৰিব এই দুই বিশাল পৰিশ্ৰমী জনগোষ্ঠীক আত্মীকৰণ কৰি লোৱাৰ ওপৰত।

## অভিবাসী মুছলমানসকল ঃ এক ভাসমান মানৱ সমষ্টি

চাহ-বাগিছাৰ আদিবাসীসকলৰ দৰেই উনৈশ শতিকাৰ শেহৰ দুটা দশক তথা কুৰি শতিকাৰ প্ৰথম দুটা দশকত বংগৰ পৰা ব্যাপক হাৰত অসমলৈ মুছলীম লোকৰ প্ৰব্ৰজন ঘটে। এক তথ্য অনুসৰি ১৮৭১-১৯০১ চনত ঘটা এই প্ৰব্ৰজন পৃথিবীৰ ভিতৰতেই বেছি। এফালেদি চাহ-বাগিছাৰ বাবে শ্ৰমিক আৰু আনফালেদি বাঙালী মুছলমান খেতিয়কৰ এই প্ৰব্ৰজন সংঘটিত হয়। বংগৰ ১৯০১ চনৰ লোকপিয়লৰ প্ৰতিবেদনত কোৱা হয় যে বাঙালী মুছলীম খেতিয়কসকল আছিল কঠোৰ পৰিশ্ৰমী আৰু সফল খেতিয়ক। জলাহ মাটিত, বিধ্বংসী

৭৭) Marx and Engels: **Selected Works**, Moscow, 1977, Vol II, p.176

বানপানীৰ মাজত কাম কৰাত তেওঁলোক আছিল অভ্যস্ত; যি ক্ষেত্ৰত আন খেতিয়ক সততে পাছ হুঁহকিছিল।[৭৮]

১৯০১-২১ চনৰ সময়ছোৱাত স্বাভাৱিক জনসংখ্যা বৃদ্ধিও সদৰ্থক হয় আৰু তাৰ লগত প্ৰব্ৰজন মিলি জনসংখ্যাৰ বৃদ্ধি ত্বৰান্বিত হয়। ১৯১১-২১ চনৰ ভিতৰত ঘটা ৮.৩ লাখ সংখ্যা বৃদ্ধিৰ আধাখিনি হয় প্ৰব্ৰজনৰ বাবে। পৰবৰ্তী দুটা দশকত, অৰ্থাৎ ১৯২১-৪১ সময়ছোৱাত প্ৰথমবাৰৰ বাবে সদৰ্থক স্বাভাৱিক বৃদ্ধিৰ হাৰ সৰ্বভাৰতীয় বৃদ্ধিৰ হাৰতকৈ বেছি হয়। এই উচ্চ স্বাভাৱিক বৃদ্ধিৰ হাৰ, সংক্ৰামক ৰোগৰ নিয়ন্ত্ৰণ, পূববংগৰ পৰা মুছলীম, তথা চাহ-শ্ৰমিক আৰু নেপালীসকলৰ প্ৰব্ৰজনৰ বাবে সম্ভৱ হয়। তিনিওবিধ প্ৰব্ৰজনৰ ভিতৰত প্ৰথমৰ বিধেই প্ৰধান আছিল।[৭৯]

পৰবৰ্তীকালৰ প্ৰব্ৰজনবোৰৰ চৰিত্ৰ ভিন্ ধৰণৰ আছিল। প্ৰকৃততে ১৯৪১ চনৰ পাছত মুছলীম প্ৰব্ৰজন উল্লেখযোগ্য ভাবে কমি আহে। তাৰ বিপৰীতে ১৯৪৭-৫১ সময়ছোৱাত অসমৰ পৰাহে পূব পাকিস্তানলৈ স্বেচ্ছামূলক বাঙালী মুছলমান প্ৰত্যাৱৰ্তন ঘটে। ১৯৫১ চনৰ লোকপিয়লৰ প্ৰতিবেদনে দেখুৱায় যে ১৯৫০ চনৰ ফেব্ৰুৱাৰী-মাৰ্চৰ সাম্প্ৰদায়িক সংঘৰ্ষই ক্ষতিগ্ৰস্ত কৰা কামৰূপ-গোৱালপাৰাৰ কেতবোৰ এলেকাত মুছলীম জনসংখ্যা কমিহে যায়। অসমৰ এজন বিশিষ্ট কংগ্ৰেছী নেতা, অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰীয়ে স্বীকাৰ কৰিছিল যে ১৯৫০চনৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ পটভূমিত বহুসংখ্যক মানুহে নিজৰ ঘৰ-সম্পত্তি এৰি ভাগি গৈছিল। বিশিষ্ট অসমীয়া সাংসদ তথা বিৰোধী নেতা হেম বৰুৱায়ো উল্লেখ কৰি গৈছে যে ৫৩,০০০ মুছলীম পৰিয়াল স্থানচ্যুত হৈছিল আৰু ১৯৫০ চনৰ এপ্ৰিল মাহৰ ভাৰত-পাকিস্তান চুক্তি অনুসৰি তেওঁলোকক পুনৰ সংস্থাপিত কৰিবলগীয়া আছিল।[৮০] মুঠ স্থানচ্যুত লোকৰ সংখ্যা প্ৰায় ৩,০০,০০০ (৫৩,০০০ পৰিয়ালত গঢ়ে ছজনকৈ ধৰি) হ'ব বুলি আন্দাজ কৰিব পাৰি।

অসমলৈ বাঙালী মুছলমানসকলৰ ব্যাপক প্ৰব্ৰজনৰ বিষয়টো সদায়েই উঠি আহিছে। কাৰণ প্ৰথমতঃ এই প্ৰব্ৰজনত জড়িত বৃহৎ সংখ্যাটোৱে অসমীয়া মানুহক নিজৰ অস্তিত্ব সম্পৰ্কে আশংকাত ভোগাই আহিছে। দ্বিতীয়তঃ স্বাভাৱিক জনসংখ্যা বৃদ্ধিৰে সৈতে মিলি এই প্ৰব্ৰজনে ১৯০১-৫১ সময়ছোৱাত অসমৰ জনসংখ্যাৰ ভাৰতৰ ভিতৰতে সৰ্বাধিক হাৰত বৃদ্ধি ঘটায়। কিন্তু এইখিনিতে কৌতূহলোদ্দীপক কথাটো হ'ল এই যে এই বৃদ্ধিয়ে আন এটা অনন্য উদাহৰণো সৃষ্টি কৰে; সেই উদাহৰণ হ'ব এটা অঞ্চলৰ এটা ভাষাই প্ৰব্ৰজনকাৰীসকলক সামৰি লৈ কেনেকৈ ব্যাপক সংখ্যাগৰিষ্ঠৰ ভাষা হ'ব পাৰে।[৮১]

পৰিসংখ্যাৰ কাৰবাৰটো বাদ দিলেও এই কথা অনস্বীকাৰ্য যে প্ৰব্ৰজন-অনুপ্ৰবেশ আছিল অসমীয়া মননক আলোড়িত কৰি ৰখা এক বৃহৎ প্ৰসংগ। এই প্ৰসংগক কেন্দ্ৰ কৰিয়েই

---

৭৮) ৭৯) Sushanta Krishna Dass : *Immigration and Demographic Transformation of Assam : 1891-1981*, **Economic and Political Weekly**, March 29, 1980.

৮০) **Red River and Blue Hills**, Guwahati, 1967, p.146

৮১) S.K. Dass : *Immigration and Demographic Transformation of Assam, 1891-1981*, **Economic and Political Weekly**, 29 March, 1980.

কে'বাদশকো ধৰি অসমৰ ৰাজনীতি আবৰ্তিত হৈ আহিছে। এজন গৱেষকে এই প্ৰব্ৰজনৰ পাছফালে এই কিটা কাৰক চিনাক্ত কৰিছে: (১) বংগৰ মুছলীম কৃষকৰ ক্ৰমবৰ্ধমান সচেতনতা, যাৰ ফলত তেওঁলোকে জমিদাৰ সুদখোৰসকলৰ (যিসকলৰ বেছিভাগেই আছিল হিন্দু) বিৰুদ্ধে থিয় দিছিল। সেয়েহে জমিদাৰ মহাজন-সুদখোৰহঁতে মুছলীম কৃষকক ৰাজ্যৰ বাহিৰলৈ ঠেলি পঠিয়াব বিচাৰিছিল। (২) বংগৰ মৰাপাট উদ্যোগত ব্ৰিটিছ সাম্ৰাজ্যবাদী আৰু মাৰোৱাৰী বণিয়াৰ যি যুটীয়া স্বাৰ্থ নিহিত আছিল, সিয়ে অসমলৈ বাঙালী মুছলমান কৃষকৰ ব্যাপক প্ৰব্ৰজন ঘটাইছিল, যাতে অসমৰ জলাহভূমিতো ব্যাপক মৰাপাটৰ খেতি কৰিব পৰা যায় আৰু সেই পাট বংগৰ মৰাপাটকললৈ যোগান ধৰিব পৰা যায়।[৮২]

ব্ৰিটিছ-মাৰোৱাৰী মিলনৰ বহু প্ৰমাণ বাংলাদেশৰ পৰাও পোৱা গৈছে- যি মিলনে অসমলৈ মুছলীম প্ৰব্ৰজন ঘটোৱাত উদ্যোগ লৈছিল। আব্দুল চামাদ মিঞাৰ কৃষক ৰোকা (চেহাৰা, মৈমনসিং, বাংলাদেশ,১৯২১) আৰু আবেদ আলি মিঞাৰ পল্লীদেশ (পনতি পাৰা, ৰংপুৰ, বাংলাদেশ,১৯২৫) আদি কিতাপৰ পাতে পাতে এনে বলপূৰ্বক প্ৰব্ৰজনৰ কৰুণ কাহিনী বিজড়িত হৈ আছে। (যি ৰোৰ ৰাম কুমাৰ বিদ্যাৰত্নৰ কুলিকাহিনীৰ যেন অনুৰণন।)

বংগৰ মাৰোৱাৰী বণিয়াৰ বাহিৰেও অসমৰ স্থানীয় মাৰোৱাৰী আৰু আনকি অসমীয়া সুদখোৰ মহাজনেও প্ৰব্ৰজনকাৰীসকলক টকা-পইছা যোগান ধৰিছিল যাতে তেওঁলোকে মাটি ভাঙি মৰাপাট, আহুধান, ডাইল, পাছলি আদিৰ খেতি কৰিব পাৰে। সেয়েহে জগন্নাথ বুজৰবৰুৱাই 'আচাম বেংকিং এনকোৱাৰী কমিটি'ক কৈছিল যে প্ৰব্ৰজনে বৰপেটা এলেকালৈ সৰ্বাত্মক সমৃদ্ধি আনি দিছে। বহু অসমীয়া খেতিয়কেই সুদত টকা খটাবলৈ লাগিছে আৰু প্ৰচুৰ লাভ কৰিছে। প্ৰব্ৰজনকাৰীসকলক তেওঁলোকৰ নিজা মাতবৃৰ আৰু মাৰোৱাৰী আৰু অসমীয়া (বৰপেটীয়া) সুদখোৰসকলে ধন যোগাইছে। আনকি বৰপেটা সত্ৰৰ হাটীয়াৰ পুঁজিও প্ৰব্ৰজনকাৰীসকলক ধন যোগান ধৰাত বিনিয়োজিত হৈছে।[৮৩]

'লাইন চিষ্টেম কমিটি'ৰ ১৯৩৮ চনৰ প্ৰতিবেদনৰ দ্বাৰাও এই কথা সমৰ্থিত। উক্ত প্ৰতিবেদনে উদঙাই দিয়ে যে বহু অসমীয়া লোক আৰু 'লেণ্ড ৰেকৰ্ডছ' বিভাগৰ কৰ্মচাৰীয়ে প্ৰায়েই নিজৰ নহ'লেও পৰৰ (অৰ্থাৎ চৰকাৰী) মাটিকে প্ৰব্ৰজনকাৰীক বিক্ৰী কৰিছিল। সেই প্ৰতিবেদনৰ পৰাই আৰু জনা যায় যে বহু অসমীয়া মানুহেই বিভিন্ন কাৰণত প্ৰব্ৰজনকাৰীসকলক নিজৰ বছৰেকীয়া পট্টা বিক্ৰী কৰিছিল আৰু তেওঁলোকক নিজৰ মাটি এৰি দি আন ঠাইলৈ উঠি গৈছিল।[৮৪]

নিজৰ ঠেক স্বাৰ্থতে অসমীয়া আমোলা-কেৰাণীৰ একাংশই কেনেকৈ এই প্ৰব্ৰজনক উৎসাহিত কৰিছিল, তাৰো স্বাক্ষৰ ফুটি উঠিছে তলৰ শাৰী কিটাতঃ[৮৫]

*... আমি অসমীয়া ফাট্‌কাবাজ (Speculator) বিলাকৰ বিষয়ে বহু কাহিনী শুনিছোঁ*

---

৮২) Dr. Girin Punkon : **Politics of Regionalism in North East India**, p. 367

৮৩) **Assam Banking Enquiry Committee Report**, 1929 -30, Vol II, pp 508-17, as quoted in **Planter Raj to Swaraj**, p.206

৮৪) **Report of the Line System Committee**, Shillong, 1938, p.2 & p.8

৮৫) Ibid, p.12

*যিসকলে বিশেষকৈ নগাঁৱত প্ৰথমছোৱাত নিজৰ মাটি নথকাকৈয়ে মাটি বিক্ৰী কৰি বিপুল পৰিমাণৰ টকা আৰ্জিছিল। এনে ধৰণৰ দুৰ্নীতিত যে কেৱল বে-চৰকাৰী মানুহহে জড়িত আছিল এনে নহয়, নগাঁৱৰ উপায়ুক্তই মাটিৰ পত্তন, সীমাৰ অদল-বদল আৰু পট্টা দিয়াৰ ক্ষেত্ৰত লেণ্ড ৰেকৰ্ডচ বিভাগৰ কৰ্মচাৰীসকলৰ বহু দুৰ্নীতিৰ কথা জনাইছিল।*

সম্মানিত সত্ৰাধিকাৰসকলো সত্ৰৰ মাটিত এই অভিবাসী বাঙালী মুছলমানসকলক কামত লগোৱাৰ ক্ষেত্ৰত পাছ পৰি থকা নাছিল। আমি ইতিমধ্যে দেখুৱাইছোঁ যে বৰপেটা সত্ৰৰ হাটীয়াৰ পুঁজি অভিবাসীসকলক সংস্থাপিত কৰাৰ ক্ষেত্ৰত কেনেকৈ ব্যৱহৃত হৈছিল। সত্ৰাধিকাৰসকলৰ এনে ভূমিকাৰ বিষয়ে 'লাইন চিষ্টেম কমিটি'ৰ প্ৰতিবেদনত এনেকৈ কোৱা হৈছেঃ

*এইটো এক সন্দেহাতীত সত্য যে বহু নিষ্পিখেৰাজ মাটিৰ মালিকে তেওঁলোকৰ মাটিত অভিবাসীসকলৰ হতুৱাই খেতি কৰোৱায়। বহু অসমীয়া ভদ্ৰলোকেও তেওঁলোকৰ সাময়িক পট্টা থকা মাটিত (periodic lands) একেটা কামকে কৰোৱায়।*[৮৬]

সেয়েহে আচৰিত হ'বলগা নাথাকে যেতিয়া অসমীয়া জাতীয়তাবাদৰ প্ৰথম প্ৰবক্তাসকলে বাঙালী প্ৰব্ৰজনক আদৰণি জনায়। অসমীয়া জাতি-নিৰ্মাতা ত্ৰিমূৰ্তিৰ অন্যতম আনন্দৰাম ঢেকীয়াল ফুকনে কৈছিল ঃ

*We are further impressed with the belief that the people from some of the badly provided parts of Bangal could be likewise invited to emigrate.*[৮৭]

জাতি নিৰ্মাতা ত্ৰিমূৰ্তিৰ অন্যতম গুণাভিৰাম বৰুৱায়ো অসমলৈ ব্যাপক হাৰত বাঙালী প্ৰব্ৰজনৰ পোষকতা কৰিছিল।[৮৮] মন কৰিবলগীয়া যে ঢেকীয়াল ফুকন, আৰু বৰুৱা দুয়ো উচ্চ পদবীৰ চিভিল চাৰ্ভেণ্ট আছিল। 'মৌ'ৰ সম্পাদক তথা চৰকাৰী অভিযন্তা বলিনাৰায়ণ বৰাৰ মতামতো একে ধৰণৰ আছিল।[৮৯] সেয়েহে এনে মতামতক তেতিয়াৰ অসমীয়া মধ্যবিত্তসকলৰ এক প্ৰভাৱশালী অংশৰ মতামত বুলি ভাবিব পাৰি।

এতেকে দেখা যায় যে প্ৰথমছোৱাত অসম চৰকাৰ আৰু অসমীয়া মধ্যশ্ৰেণীয়ে মুছলীম অভিবাসীসকলক আদৰণিহে জনাইছিল, কাৰণ তেওঁলোকে ব্যাপক পতিত মাটিক শস্যশ্যামলা কৰি তুলি এহাতেদি ৰাজহ বৃদ্ধি কৰিছিল আৰু আনহাতে সস্তীয়া শ্ৰমৰ যোগান ধৰিছিল। তেওঁলোকৰ সংখ্যা বহু বৃদ্ধি হ'লতহে অসমীয়াসকল উদ্বিগ্ন আৰু সশংকিত হৈ উঠিল।[৯০] এনে উদ্বিগ্নতা আৰু আশংকাৰ বাবেই অসমীয়া সকলে ১৯২০ চনত লাইন প্ৰথা প্ৰবৰ্তনৰো বিৰোধিতা কৰিছিল। এই প্ৰথা অনুসৰি অভিবাসী অধ্যুষিত এলেকাবোৰ পৃথক কৰি এডাল কাল্পনিক ৰেখা টনা হৈছিল। এই লক্ষ্মণ ৰেখা ডালেৰে অভিবাসীসকলক বাকী

---

৮৬) Report of the Line System Committee, Shillong, 1938, p.2
৮৭) Mills' Report on the Province of Assam, Guwahati, 1984, p 112
৮৮) আসাম বন্ধু (একত্ৰ সংকলন), গুৱাহাটী, ১৯৮৪, পৃ. ১০০
৮৯) মৌ (একত্ৰ সংকলন), গুৱাহাটী, ১৯৮০, পৃ. ৪২-৪৪
৯০) চৈয়দ মুৰ্তাজা আলি ঃ আমাদেৰ কালেৰ কথা, ঢাকা, ১৯৬৮

অসমীয়া সমাজৰ পৰা বিচ্ছিন্ন কৰি ৰাখিবলৈ বিচৰা হৈছিল। অসমীয়া সকলে পূৰ্বচৰ্চ আৰোপ কৰিছিল যে অসমত মাটি পোৱাৰ আগতে অসমীয়াসকলে অসমীয়া সত্তাত নিজকে সম্পূৰ্ণৰূপে বিলয় ঘটাব লাগিব।[৯১]

'লাইন চিষ্টেম কমিটি'ৰ অসমীয়া সদস্যসকলে পমুৱাসকলৰ বলপূৰ্বক মাটি দখল, অপৰাধী চৰিত্ৰ, কাজিয়াপ্ৰিয়তা আদিৰ বিষয়েও অভিযোগ কৰিছিল। তেওঁলোকে ভয় কৰিছিল যে লাইন প্ৰথা ঢিলাই দিলে প্ৰব্ৰজন বাঢ়িব, থলুৱা জনসংখ্যাৰ ওপৰত হেঁচা তথা অত্যাচাৰো বাঢ়িব। তেওঁলোকে যুক্তি দৰ্শাইছিল যে তেনে শিথিলতাৰ ফলত,

*দুয়ো সম্প্ৰদায়ৰ মাজত উত্তেজনা বহুগুণে বাঢ়িব। আমাৰ মতে যি পৰিস্থিতিত লাইন প্ৰথা প্ৰবৰ্তন কৰা হৈছিল, সেই পৰিস্থিতি এতিয়াও বহু পৰিমাণে বিৰাজমান আৰু বহু ঠাইত পৰিস্থিতি আৰু বেয়াহে হৈছে।*[৯২]

উক্ত কমিটিৰ আন এজন অসমীয়া সদস্যই স্পষ্টভাৱে কৈছিল,

*লাইন প্ৰথা এক অপৰিহাৰ্য প্ৰয়োজনীয়তা আৰু ইয়াক সামগ্ৰিক ভাৱেই অব্যাহত ৰাখিব লাগিব। ইয়াৰ বিলোপ সাধন কৰিলে গণ্ডগোল আৰু বিশৃংখলা হ'ব; ঘটিব ৰক্তাক্ত সংঘাত সংঘৰ্ষ। লাইন প্ৰথাৰ বিলুপ্তিয়ে এই প্ৰথাৰ পূৰ্বৰ দিনবোৰ ঘূৰাই আনিব। যিসকল শান্তিপ্ৰিয় অসমীয়া খেতিয়কৰ ওপৰত নিপীড়ণ বন্ধ কৰিবলৈ এই প্ৰথাৰ প্ৰবৰ্তন কৰা হৈছিল, সেইসকলৰ ওপৰত বিভিন্ন ধৰণৰ অত্যাচাৰ চলিব।* [৯৩]

অসম জাতীয় মহাসভা আৰু সৰ্বভাৰতীয় হিন্দু মহাসভাইও লাইনপ্ৰথা সমৰ্থন কৰিছিল। ইয়াক কেন্দ্ৰ কৰিয়েই অসম শাখা মুছলীম লীগৰ মাজতো এক উল্লম্ব বিভাজন ঘটিছিল। তেতিয়াৰ অসমৰ প্ৰধানমন্ত্ৰী তথা অসমীয়া মুছলীম চৈয়দ চাদুল্লাই পমুৱাসকলৰ মাজৰ দেৱানী-মাতব্বৰসকলক দোষাৰোপ কৰিছিল। আনহাতে বিপৰীত ফৈদৰ নেতা মৌলানা ভাচানীয়ে চাদুল্লাই তেনেকৈ ভাষণ দিয়া অভিবাসীলোকৰ উক্ত বিশাল সমাবেশতে লাইন প্ৰথাৰ বিপক্ষে জেহাদ ঘোষণা কৰিছিল। সেইদিনা জয় অৱশ্যেই ভাচানীৰে হৈছিল।[৯৪]

মৌলানা ভাচানী আছিল 'ফাইভ পাচ মৌলানা' নামে জনাজাত; পূব বংগৰ পাবনা জিলাৰ এক গৰীব খেতিয়ক পৰিয়ালত তেওঁৰ জন্ম হৈছিল। ভাচানীৰ ৰাজনৈতিক জীৱন আৰম্ভ হৈছিল এজন খিলাফৎ তথা অসহযোগ আন্দোলনকাৰী হিচাপে। পাছে তেওঁ অচিৰেই দেখিলে যে বংগৰ মুছলীম কৃষকে জমিদাৰ-সুদখোৰ মহাজনৰ বিৰুদ্ধে সংগ্ৰাম কৰিব লাগিব, যিসকলৰ বেছিভাগেই হিন্দু। কৃষক- জমিদাৰ শ্ৰেণীবিভাজনৰ লগত মুছলীম - হিন্দু ধৰ্মীয় বিভাজনো যিহেতু ওপৰাওপৰিকৈ সাঙোৰ খাই পৰিছিল, সেয়েহে ভাচানীৰ আন্দোলনেও আপাততঃ এক সাম্প্ৰদায়িক ৰূপ লৈছিল। কিন্তু নিজে এজন নৈষ্ঠিক মুছলমান হ'লেও

---

৯১) **Report of the Line System Committee, Shillong**, 1938, p.44

৯২) Note of Dissent by Rabichandra Kachari, Kameswar Das and Sarveswar Barua in **Report of the Line System Committee**, p. 45

৯৩) Note of Dissent by Dr. Mahendra Nath Saikia, in the above report, p 62

৯৪) **Planter Raj to Swaraj**, p.282

পাটাছাৰকুছিৰ চক্ৰধৰ দেৱচৌধুৰীৰ দৰে তেওঁৰ নৈষ্ঠিক হিন্দু ব্যক্তিগত বন্ধুও আছিল।[৯৫] ভাচানীয়ে আনকি আগ্ৰহী হিন্দুকো ধৰ্মান্তৰিত কৰিবলৈ অস্বীকাৰ কৰিছিল।[৯৬] জমিদাৰৰ বিৰুদ্ধে, গৰীবৰ হকে লোৱা স্থিতিত তেওঁ আপোচহীন আছিল। কিন্তু প্ৰাক্-স্বাধীনতা কালৰ সুগভীৰ সাম্প্ৰদায়িক মেৰুবিভাজনে তেওঁক পাকিস্তানৰ পোষকতা কৰাৰ ফালে ঠেলি দিলে।

চৌম্বক ব্যক্তিত্বৰ ৰাজনৈতিক নেতা তথা ধৰ্মীয় পীৰ, এই ভ্ৰাম্যমান মৌলানাজনে নিজেই বংগৰ হিন্দু জমিদাৰৰ খেদাত তাৰপৰা ওলাই আহিবলৈ বাধ্য হ'ল। ধুবুৰীৰ ওচৰৰ ঘাগমাৰীলৈ আহি ভাচানীয়ে সমান্তৰালভাৱে অসমত লাইন প্ৰথাৰ বিলুপ্তি আৰু বংগত জমিদাৰী প্ৰথাৰ বিলুপ্তিৰ বাবে আন্দোলন আৰম্ভ কৰে।[৯৭] ১৯৩৬ চনৰ ১ অক্টোবৰত অসম বিধান পৰিষদত খান বাহাদুৰ নুৰুদ্দিন আহমদে উত্থাপন কৰা এটি প্ৰস্তাৱতো লাইন প্ৰথাৰ সম্পূৰ্ণ বিলুপ্তিৰ আহ্বান জনোৱা হয়। পৰাজিত হ'লেও ই বিধায়কসকলক সাম্প্ৰদায়িক ধাৰাত বিভক্ত কৰি পেলায়। উত্থাপকজনে আঙুলিয়াই দিয়ে যে লাইনপ্ৰথাই *'অসমীয়া বাইজৰ লগত অভিবাসীসকলৰ আত্মীকৰণত কাৰ্যকৰী বাধা জন্মাইছে, অভিবাসী সকলক এঘৰীয়া কৰি ৰাখি তেওঁলোকৰ ওপৰত হীনমন্যতা জাপি দিছে, যাৰ বিৰুদ্ধে তেওঁলোক ক্ষুব্ধ হৈ পৰিছে। লাইন প্ৰথাই থলুৱা অসমীয়া আৰু অভিবাসীসকলৰ মাজত শত্ৰুতাৰ ভাব জন্মাইছে।'*[৯৮]

ভাচানীয়ে তেওঁৰ বিধান সভাৰ ভাষণবিলাকৰ এটাত কৈছিল যে অসমৰ পতিত মাটি প্ৰথমতে ভূমিহীন জনজাতি আৰু আন হিন্দুসকলৰ মাজত বিলাই দিব লাগে। তাৰ পাছতো যদি মাটি বাকী থাকে, সেই অৱশিষ্ট মাটিখিনি ভূমিহীন অভিবাসী সকলৰ মাজত বিলাই দিব লাগে। ট্ৰাইবেল লীগৰ বিধায়ক ৰবিচন্দ্ৰ কছাৰীৰ এটা প্ৰশ্নৰ উত্তৰত ভাচানীয়ে কৈছিল যে তেওঁ জনজাতিসকলৰ লগত সংঘাত নিবিচাৰে। যদি কছাৰীয়ে যুঁজিবই বিচাৰে, তেনেহ'লে তেওঁ সেয়া কৰা উচিত ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধেহে; অনাখৰী অনাহাৰী অভিবাসীসকলৰ বিৰুদ্ধে নহয় বুলি ভাচানীয়ে যুক্তি দৰ্শায়।[৯৯]

মন কৰিবলগীয়া যে লাইন চিষ্টেম কমিটিৰ অসমীয়া আৰু বাঙালী মুছলীমসকলো সদস্যই (একমাত্ৰ মৌলানা আব্দুল মতীন চৌধুৰীক বাদ দি) অভিবাসীসকলক অসমীয়া জাতিসত্তাৰ লগত আত্মীকৰণ কৰি লোৱাত, আৰু তেওঁলোকে অসমীয়া শিকাত গুৰুত্ব আৰোপ কৰিছিল।[১০০] অৱশ্যে এই আত্মীকৰণৰ পদ্ধতি কি হ'ব, তাক লৈ তেওঁলোকৰ মাজত মত পাৰ্থক্য আছিল। অভিবাসীসকলে আত্মীকৰণৰ পূৰ্বচৰ্ত হিচাপে ভূমিপত্তন দাবী কৰিছিল আৰু অসমীয়াসকলে অসমৰ মাটি এড়ৰা পাবলৈ হ'লে অভিবাসীসকলে নিজা নিজা জাতীয়/সম্প্ৰদায়গত পৰিচিতি বিসৰ্জন দিয়াটোক পূৰ্বচৰ্তৰূপে আৰোপ কৰিছিল। ইয়াকেলৈ চলা বিতৰ্ক আৰু সংঘাতে অসমীয়া হিন্দু আৰু অভিবাসী মুছলমানসকলৰ মাজত বিভাজন

৯৫) ইছমাইল হোছেইন : হিন্দু মুছলীম প্ৰশ্ন : সংহতি আৰু সংঘাত, পৃ- ১১৯
৯৬) মৌলানা আব্দুল হামিদ খান ভাচানী, পৃ- ১৯
৯৭) কেৰামত আলি : বিদেশী সমস্যা, ভাষা সমস্যা, অস্তিত্বৰ সমস্যা, গুৱাহাটী ১৯৯৩ পৃ-২৫
৯৮) Report of the Line System Committee. p.1
৯৯) Assam Legislative Assembly Debates, Budget Session, 1994
১০০) Report of the Line System Committee, P.13

ৰেখা টানিছিল। এনেকৈয়ে লাইন প্ৰথা, প্ৰব্ৰজন আৰু তাৰ পৰিণতিত ঘটা সংহতি/ আত্মীকৰণৰ প্ৰশ্নই অসমীয়া জাতীয় জীৱনত অশেষ গুৰুত্ব লভিছিল।

সামৰণিত ক'ব পাৰি যে লাইন প্ৰথাৰ সম্পৰ্কে যিটো পক্ষৰে স্থিতি সঠিক নহওক লাগিলে, সত্য কথাটো হ'ল এই যে অসমলৈ ব্যাপক হাৰত বাঙালী মুছলমানৰ প্ৰব্ৰজন ঘটাইছিল স্বয়ং ব্ৰিটিছ সাম্ৰাজ্যবাদে। এই ৰাষ্ট্ৰ-সংগঠিত প্ৰব্ৰজনৰ আঁৰৰ প্ৰধান উদ্দেশ্য আছিল অসমৰ ব্যাপক অনাবাদী এলেকাত জনবসতি ঘটাই ভূমি ৰাজহ বঢ়োৱা আৰু ৰাজকোষ চহকী কৰা; কিন্তু ব্ৰিটিছে একে গুলিতে দুই চিকাৰ কৰিছিল। এহাতেদি তেওঁলোকে সৰ্বোচ্চ ৰাজহ আদায় কৰিবলৈ বিচাৰিছিল আৰু আনহাতেদি দুয়োটা সম্প্ৰদায়ৰ মাজত চিৰস্থায়ী দ্বন্দ্বৰো সূচনা কৰিছিল। এই কথা ১৯৩১ চনৰ লোকপিয়ল আয়ুক্ত চি এচ মূলান চাহাবৰ কথাৰ পৰাই স্পষ্ট। তেওঁৰ মতে প্ৰদেশখনত সেই পিয়লৰ আগৰ পঁচিশ বছৰত আটাইতকৈ উল্লেখযোগ্য ঘটনাটো আছিল এদল মাটি বলিয়া বঙালী পমুৱাৰ - যাৰ সৰহসংখ্যকেই মুছলমান - এক বিৰাট বাহিনীৰ অসম 'আগ্ৰাসন'। এই আগ্ৰাসনক ১৮২০ ৰ দশকৰ মানৰ আক্ৰমণতকৈও ভয়াবহ আখ্যা দি মূলানে এই প্ৰব্ৰজনে অসমীয়া সমাজ সংস্কৃতি আৰু সভ্যতাৰ গোটেই গাঁথনিটো বিপন্ন কৰিছে বুলি মন্তব্য কৰিছিল। চৰম প্ৰৰোচনাপূৰ্ণ ভাষাত মূলানে কৈছিল যে (পমুৱা বাহিনীয়ে),

*নগাওঁ ইতিমধ্যে প্ৰায় জয় কৰি লৈছে। কামৰূপ জিলাৰ বৰপেটা মহকুমাৰ সিহঁতৰ আক্ৰমণত পতন ঘটিছে আৰু দৰঙো আক্ৰান্ত হৈছে। শিৱসাগৰ এতিয়ালৈকে সাৰি আছে, কিন্তু কেই হেজাৰমান মৈমনচিঙীয়াই ইতিমধ্যে উত্তৰ লখিমপুৰত কোঠ পাতিছে, য'ৰ পৰা অহা দশকটোত সিহঁতে গুৰুত্বপূৰ্ণ অভিযান চলাব। মৰাশ য'ত থাকিব, শগুণো জুমবান্ধি তাতেই গোট খাব। একেদৰে য'তেই পতিত মাটি থাকিব, মৈমনচিঙীয়াও তাতেই থুপ বান্ধিবগৈ।*

এই মন্তব্যত জয় (Conquest), আক্ৰমণ (attack), আক্ৰান্ত (invaded), কোঠ (outpost), অভিযান (operations), মৰাশ' (carcass) আৰু শগুণ (Vulture) ইত্যাদি সামৰিক/প্ৰৰোচক শব্দবোৰৰ ব্যৱহাৰ মন কৰিবলগীয়া। সেয়েহে ব্ৰিটিছ সাম্ৰাজ্যবাদীসকলেই এই বৃহৎ প্ৰব্ৰজনৰ মুখ্য অভিযন্তা হৈও তেওঁলোকেই আকৌ তেনে প্ৰব্ৰজনৰ বিৰুদ্ধে মুখ্য প্ৰৰোচকৰ ভূমিকাতো অৱতীৰ্ণ হ'ল, অন্ততঃ মূলানৰ মন্তব্যই তাকে প্ৰমাণ কৰে। লাইন প্ৰথাৰ প্ৰৱৰ্তনৰ জৰিয়তে তেনে এক নৰাতংক (Xenophobia) সৃষ্টিৰে চেষ্টা চলোৱা হৈছিল। কিন্তু ব্ৰিটিছে আকৌ অভিবাসী সকলৰ পক্ষও লৈছিল, অন্ততঃ লাইন চিষ্টেম কমিটিত থকা ব্ৰিটিছ সদস্যসকলৰ মতামতে তাকেই প্ৰতিপন্ন কৰে। সেইকিজন সদস্যই অবাধ প্ৰব্ৰজনৰ পোষকতা কৰিছিল। চমুকৈ ক'বলৈ গ'লে অসমীয়া আৰু বাঙালী উগ্ৰ জাতীয়তাবাদ, হিন্দু আৰু মুছলীম সাম্প্ৰদায়িকতাবাদ; এই সকলোবিধৰে মুখ্য পৃষ্ঠপোষক আছিল ব্ৰিটিছ সাম্ৰাজ্যবাদেই। প্ৰয়োজন সাপেক্ষে সি তাৰ 'ব্ৰেণ্ড' বদলি কৰিছিল মাত্ৰ।

পাছলৈ উভতি চালে আমি পাছে মাত্ৰ এডাল 'লাইন' নেদেখোঁ, দেখোঁ অসমৰ ৰাইজক বিভাজন কৰি ৰখা তিনি ডাল 'লাইন বা ৰেখা'। এই তিনি ডাল লক্ষ্মণৰেখা হৈছে

অভিবাসী বিৰোধী 'লাইন', পাহাৰ এলেকাত প্ৰযোজ্য 'ইনাৰ লাইন' আৰু চাহবাগিছাৰ 'কুলী লাইন'। আমোদজনকভাৱে অসমীয়া মধ্যবিত্তৰ দৃষ্টিভংগী লাইনে লাইনে বদলি হয়। তেওঁলোক অভিবাসী - বিৰোধী লাইনৰ দৃঢ় সমৰ্থক হ'লেও পাহাৰ এলেকাত তেওঁলোকৰ প্ৰবেশ নিষেধ কৰা 'ইনাৰ লাইন'ৰ তেওঁলোক আছিল বিৰোধী। আনহাতে চাহবাগিছাৰ 'লাইন'ৰ সম্পৰ্কে তেওঁলোক আছিল সম্পূৰ্ণ নিস্পৃহ বা উদাসীন। তেওঁলোকে চাহ - বাগিছাৰ লাইনত সোমাবও বিচৰা নাছিল, ওলোটাই বাগিছাৰ ঝাড়খণ্ডী আদিবাসীসকলক তেওঁলোকৰ লগত মিলামিছা কৰিবলৈ দিবলৈও আগ্ৰহী নাছিল। সেয়েহে এই তিনিওডাল লাইনৰ নিষ্পত্তি ৰাজনৈতিক সুবিধা ভিত্তিক নহয়, গণতান্ত্ৰিক নীতিভিত্তিক হোৱা বাঞ্ছনীয়।

অসমীয়া মধ্যশ্ৰেণী ধৰ্মীয় ক্ষেত্ৰত নিৰপেক্ষ (Secular) আৰু তুলনামূলক ভাৱে উদাৰ আছিল বুলি ক'লে ডাঙৰ ভুল নহ'ব। জাতীয় বীৰ বীৰাংগনাসকলৰ নিৰ্বাচনত এনে দৃষ্টিভংগীৰ পৰিচয় আমি ইতিমধ্যে পাই আহিছোঁ। কিন্তু চুবুৰীয়া বংগত এইখিনি সময়তে কি ঘটিছিল ? বাঙালী ভূস্বামী - ভদ্ৰলোক আৰু মাৰোৱাৰী ব্যৱসায়ী ন্যস্ত স্বাৰ্থই কংগ্ৰেছ আৰু হিন্দু মহাসভা দুয়োটাকে তাত প্ৰয়োজন সাপেক্ষে ব্যৱহাৰ কৰিছিল। দুয়োটাৰ মাজত সম্পৰ্কও আছিল মধুৰ। কংগ্ৰেছে যেতিয়া শৰৎ বোস - সুভাষ বোস ভাতৃদ্বয়ৰ নেতৃত্বত এক ধৰ্মনিৰপেক্ষ স্থিতি গ্ৰহণ কৰিলে, তেতিয়া এই বৃহৎ ব্যৱসায়ী গোষ্ঠীয়েই প্ৰথম আনুগত্য সলালে। কেম্ব্ৰিজৰ গৱেষক এগৰাকীয়ে লিখিছে ঃ

*কলকাতাৰ চহকী মাৰোৱাৰী পৰিয়ালবোৰে (হিন্দু) মহাসভাৰ পুঁজিলৈ মোটা মোটা বৰঙণি আগবঢ়াইছিল আৰু যিজন যুগল কিশোৰ বিৰলাৰ পৰিয়ালে আগতে বহু কংগ্ৰেছী কাৰ্যক্ৰমৰ বাবে বিত্তযোগান ধৰিছিল, সেইজনো কলকাতাত অনুষ্ঠিত হিন্দু মহাসভাৰ সম্মিলনৰ প্ৰধান দাতা হৈ পৰিল। সেই তালিকাত শেঠ বংশীধৰ জালান, বদ্ৰীদাস গোৱেংকা আৰু ৰাধাকিষাণ কানোৰিয়া আদিৰ নামো আছিল, খৈতান এণ্ড কোম্পানীয়েও উদাৰচিত্তে দান আগবঢ়াইছিল। এই খৈতান এণ্ড কোম্পানীৰ মালিক আছিল দেৱীপ্ৰসাদ খৈতানৰ পৰিয়াল। আন বহু মাৰোৱাৰী উদ্যোগীৰ দৰে খৈতানেও ফাট্‌কা বজাৰতে তেওঁৰ ভাগ্য গঢ় দিছিল।*[১০১]

হিন্দু-ভদ্ৰলোকৰ স্বাৰ্থৰ বেদীত বোস ভাতৃদ্বয়ক বলি দিয়া হ'ল। জয়া চেটাৰ্জীৰ ভাষাত ঃ

*দেখদেখকৈয়ে এই নতুন অফিচিয়েল কংগ্ৰেছে এতিয়া আৰু বিধান সভাত হিন্দু-ভদ্ৰলোক স্বাৰ্থৰ লগত মুকলিকৈ পৰিচিত হ'বলৈ ভয় নকৰা হ'ল। ইয়াৰ নতুন নেতৃবৃন্দইও বিধান সভাৰ বাহিৰত ধৰ্মনিৰপেক্ষতাৰ ভাবমূৰ্তি বাহাল ৰাখিবলৈ সচেষ্ট হৈ নাথাকিল।*[১০২]

কংগ্ৰেছে এতিয়া সাম্পাদায়িকতাৰ ভিত্তিত হিন্দু মহাসভাৰ সৈতে সমানে সমানে প্ৰতিদ্বন্দ্বিতা কৰিবলৈ আগবাঢ়ি আহিল। ই এইবাৰ কঠিন - হিন্দুত্বৰ লাইন গ্ৰহণ কৰিলে, ঘোষণা কৰিলে যে ইয়াৰ শৰণাৰ্থী সাহায্য সাম্প্ৰদায়িক সংঘৰ্ষৰ হিন্দু ভুক্তভোগীয়েহে কেৱল পাব। অৱশ্যে এইটো কেৱল বংগ কংগ্ৰেছৰে সিদ্ধান্ত নাছিল, এইটো আছিল কংগ্ৰেছ

---

১০১) আৰু (১০২) Joya Chatterji : **Bengal Divided**, Delhi, 1995, pp. 136-7, 140

'হাইকামাণ্ড'ৰে 'অফিচিয়েল' সিদ্ধান্ত।

বিশিষ্ট কংগ্ৰেছ নেতা ৰাজেন্দ্ৰ প্ৰসাদে (পাছলৈ ভাৰতৰ ৰাষ্ট্ৰপতি) এই মত পোষণ কৰিছিল যে কংগ্ৰেছে কেৱল হিন্দু শৰণাৰ্থী সকলকহে সহায় কৰিব লাগে।[১০৩] অৱশ্যে কংগ্ৰেছ আৰু হিন্দু মহাসভাৰ মাজত বুজাপৰাও মুকলিমূৰীয়াকৈ আৰম্ভ হৈছিল। কোনো কোনো কংগ্ৰেছীয়ে গ্ৰেপ্তাৰৰ হাত সাৰিবলৈ হিন্দু মহাসভাত যোগ দিছিল আৰু আনহাতে হিন্দু মহাসভাৰ নেতা ড° শ্যামাপ্ৰসাদ মুখাৰ্জীয়েও কংগ্ৰেছৰ লগত তেওঁৰ ঘনিষ্ঠতা স্পষ্টকৈয়ে ঘোষণা কৰিছিল। ১৯৪৫-৪৬ চনৰ নিৰ্বাচনৰ প্ৰাক-মুহূৰ্ত্তত বংগ কংগ্ৰেছে হিন্দু ভদ্ৰলোক আৰু বনিয়া স্বাৰ্থৰ প্ৰতি ইয়াৰ দায়বদ্ধতা দোহাৰি কমিউনিষ্ট আৰু মুছলীমসকলৰ পৰা নিজকে আঁতৰাই আনিছিল। সঁচাকৈয়ে কংগ্ৰেছে হিন্দু মহাসভাৰ ধ্বনি, বক্তব্যবোৰ এনেকৈ ব্যৱহাৰ কৰিছিল যে হিন্দু মহাসভাৰ সদস্যসকলে সেই সংগঠনৰ সদস্য হৈ থকাতকৈ খোলাখুলিকৈ কংগ্ৰেছত যোগ দিয়াটোকে পছন্দ কৰিছিল। হিন্দু মহাসভাৰ লগত বংগ কংগ্ৰেছৰ এই দহৰম মহৰমৰ মাচুল বাঙালী জাতিয়ে বৰ মহঙাকৈ ভৰিব লগা হৈছিল কাৰণ এনে কাৰ্যই অচিৰেই বাঙালী জাতিটো বাঁহ ফলাদি ফালিছিল।

গোপাল হালদাৰৰ দৰে জনাজাত বাঙালী বুদ্ধিজীৱীয়ে দেখুৱাইছে কেনেকৈ বংগৰ হিন্দু মধ্য শ্ৰেণীয়ে এহাতেদি চিৰস্থায়ী বন্দবস্তৰ জৰিয়তে ব্ৰিটিছ -বিশ্বস্ত জমিদাৰ হৈ আৰু আনহাতেদি ইংৰাজী শিক্ষা গ্ৰহণ কৰি চাকৰি-বাকৰি দখল কৰি সমাজত প্ৰভাৱশালী অৱস্থান আদায় কৰিছিল।[১০৪] এই নৱ শিক্ষিত শ্ৰেণীটোৱে হিন্দু-ধৰ্মীয় বৈশিষ্ট্য (ethos) ৰ ওপৰত আধাৰিত এক জাতীয়তাবাদৰ সপোন দেখিছিল। স্বাভাৱিকতেই মুছলীমসকল এই সপোনৰ অংশীদাৰ হ'ব পৰা নাছিল। তেওঁলোকে এই নতুনকৈ 'বনোৱা' ধৰ্মীয় ভাবাদৰ্শৰ লগত একাত্ম অনুভৱ কৰাৰ থলো নাছিল। ৰামমোহন ৰায়ৰ পৰা ৰাজনাৰায়ণলৈকে, বংকিমচন্দ্ৰৰ পৰা বিবেকানন্দলৈকে সকলো বিশিষ্ট বাঙালীয়েই বাঙালী সত্তাৰ লগত বৃহত্তৰ হিন্দু সত্তাক বিভিন্ন ধৰণে সাঙোৰ খুৱাব খুজিছিল। মুছলীমসকলে তাক মানি ল'ব পৰা নাছিল। ফলত ভাঙন ত্বৰান্বিত হৈছিল।

কংগ্ৰেছ আৰু হিন্দু সাম্প্ৰদায়িকতাবাদৰ এই মিলন বংগতে সীমাবদ্ধ নাছিল। দৰাচলতে ভাৰতীয় জাতীয় কংগ্ৰেছৰ ভিতৰত এটা গোষ্ঠীয়ে বিভিন্ন ধৰণৰ হিন্দু সাম্প্ৰদায়িকতাবাদীৰ লগত সদায়েই ঘনিষ্ঠ সম্পৰ্ক ৰক্ষা কৰি চলিছিল, যাৰ ফল স্বৰূপে মুছলীমসকল বিচ্ছিন্ন হৈ পৰিছিল। তুলনামূলকভাৱে ধৰ্মনিৰপেক্ষ হৈও অসমে সাম্প্ৰদায়িকতাবাদৰ চেকা নলগাকৈ থাকিব নোৱাৰিলে। জাতীয় কংগ্ৰেছৰ সাম্প্ৰদায়িক গোষ্ঠীৰ আৱাজ অসমতো অনুৰণিত হ'বলৈ লাগিল। আন বহু ঠাইৰ দৰে অসমতো, পাণ্ডুত অনুষ্ঠিত কংগ্ৰেছ অধিবেশনৰ সৈতে একেই ৰভাৰ তলত হিন্দু মহাসভাৰো অধিবেশন বহিল। বিশিষ্ট কংগ্ৰেছ নেতা তথা কিছু সময়ৰ কাৰণে কংগ্ৰেছ সভাপতি মদন মোহন মালব্যই তাত সভাপতিত্ব কৰিলে। আদৰণি ভাষণ দিলে অসমৰ এজন বিশিষ্ট কংগ্ৰেছী তথা সত্ৰাধিকাৰ পীতাম্বৰ দেৱগোস্বামীয়ে। তেওঁৰ ভাষণ

১০৩) Bengal Divided p. 142

১০৪) গোপাল হালদাৰৰ শ্ৰেষ্ঠ প্ৰবন্ধ, পৃষ্ঠা ১০৮-৯

ইংৰাজীলৈ তৰ্জমা কৰিলে আন এজন জ্যেষ্ঠ কংগ্ৰেছ নেতা তৰুণৰাম ফুকনে। সেইসময়ৰ সাম্প্ৰদায়িক উত্তেজনাপূৰ্ণ সময়ত, বিশেষকৈ গুৰুকুলৰ স্বামী শ্ৰদ্ধানন্দৰ হত্যাৰ পটভূমিত, কংগ্ৰেছ আৰু হিন্দু মহাসভাৰ এনে প্ৰকাশ্য দহৰম মহৰমে এটা সুনিৰ্দিষ্ট বাণী বহন কৰিছিল। মুছলীমসকল বিচ্ছিন্ন, অথবা অন্ততঃ সন্দেহপৰায়ণ হৈ পৰিছিল। ইফালে হিন্দু মহাসভা আৰু হিন্দু মিশ্যনৰ নেতৃবৃন্দই, যাৰ বহুতেই আকৌ কংগ্ৰেছৰ নেতা আছিল, ঠায়ে ঠায়ে 'শুদ্ধি' অনুষ্ঠান পাতি ফুৰিছিল। ১৯২৮ চনত কোকৰাঝাৰত পতা তেনে এটা অনুষ্ঠানত ৫,০০০ জন ৰাজবংশী, মেছ আৰু বড়ো-কছাৰীক (শুদ্ধ) হিন্দুকৰণ কৰা হৈছিল। ফলত আচৰিত হ'ব লগা একো নাথাকিল যেতিয়া মুছলীম সকলেও জামাত - এ - ইছলামী, তবলীগ বা তনজীমৰ দৰে মৌলবাদী সংগঠনৰ আশ্ৰয় ল'লে। মৌলানা নাচিৰুদ্দিন (পূৰ্বতে আৰ্য সমাজৰ সত্যদেৱ) চৈয়দ হুছেইন আহমদ, মীৰ্জা আব্দুৰ ৰহমান, নুৰুদ্দিন আহমদ আদিয়ে মুছলীমসকলক মৌলবাদী / সাম্প্ৰদায়িকতাবাদী পথেৰে সংগঠিত কৰিবলৈ ওলাল।[১০৫]

বংগ কংগ্ৰেছৰ দৰে উগ্ৰ সাম্প্ৰদায়িকতাবাদী নহ'লেও অসম কংগ্ৰেছেও পক্ষপাতিত্বপূৰ্ণ ভূমিকা নোলোৱাকৈ নাথাকিল। ১৯৪৫ চনত তেতিয়াৰ কংগ্ৰেছ চৰকাৰৰ দ্বাৰা কে'বালাখ পমুৱা মুছলমানৰ উচ্ছেদে তাৰে সাক্ষ্য দিয়ে। 'পায়গাম' নামৰ জনপ্ৰিয় মুছলীম মাহেকীয়া আলোচনীখনে ইয়াৰ সম্পাদকীয় শিতানত অসম কংগ্ৰেছৰ এই মুছলমান বিৰোধী উচ্ছেদ অভিযানক কঠোৰ ভাষাৰে নিন্দা কৰিছিল। এই অভিযানত কে'বা হেজাৰ মুছলমান পৰিয়ালৰ ঘৰ হাতীৰে ভঙাই ধূলিত মিলাই তেওঁলোকক পথৰ ভিক্ষাৰী কৰা হৈছিল, তেওঁলোকৰ শইচ মহতিয়াই পেলাই/ তেওঁলোকক মুকলি আকাশৰ তলত পেলাই ৰখা হৈছিল।[১০৬]

এখন ইংৰাজী সাপ্তাহিকেও এই সম্পৰ্কে একে সুৰতে মন্তব্য কৰি গৈছিল ঃ

*Muslims of Assam are stunned to see that in such a dangerous moment, the gallant Congress ministers of Assam are out to prove their chivalry by torturing the helplesss elements, thousands of whom had already been served with notice to quit. It may be that they would not leave their hearths and homes without resistance and any amount of torture on these ill fated people may lead to serious communal tensions all over the province ......*

*Do your ministry propose to condemn this yet happy province into a veritable mill of loot, arson, plunder and massacre?*[১০৭]

মন কৰিবলগীয়া যে কেন্দ্ৰীয় কংগ্ৰেছ নেতৃত্বই অসম চৰকাৰৰ এই উচ্ছেদ নীতিকে সৰ্বান্তঃকৰণে সমৰ্থন কৰিলে। নৰম হিন্দুত্ববাদী, 'লৌহমানৱ' চৰ্দাৰ বল্লভভাই পেটেলে (যি

---

১০৫) **Political History of Assam**, Vol II, pp.302-3

১০৬) চৈয়দ আব্দুল মালিক ঃ পায়গামৰ সম্পাদকীয়, ১ম বৰ্ষ, ২য় সংখ্যা, ১৯৪৬

১০৭) Editorial of **Assam Herald**, dated 16-11-1946

পাছত ভাৰতৰ প্ৰথম গৃহমন্ত্ৰী হয়গৈ) অসমৰ তেতিয়াৰ কংগ্ৰেছ প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈলৈ এই বুলি চিঠি লিখিলে,

*You will have my full support in your stand on legal rights, not an inch of land should be surrendered to the illegal immigrants and must stand solidly and firmly on the policy you are implementing.*(১০৮)

পেটেলে লগত অসামৰিক বাহিনীয়ে পৰিস্থিতি নিয়ন্ত্ৰণ কৰিব নোৱাৰিলে অসমলৈ সামৰিক বাহিনী পঠোৱা হ'ব বুলিও বৰদলৈক আশ্বাস দিয়ে।(১০৯)

এনেকৈ অসমলৈ মুছলিম প্ৰব্ৰজনৰ বিৰোধিতা, আনকি তেওঁলোকক বলপূৰ্বক উচ্ছেদৰ পোষকতা কৰা সেই একেই কংগ্ৰেছৰ একাংশ নেতৃত্বই অসমলৈ হিন্দু প্ৰব্ৰজনৰ পোষকতাহে কৰিছিল। আমি ইতিমধ্যে দেখুৱাইছোঁ যে ভাৰতৰ প্ৰথম ৰাষ্ট্ৰপতি বাবু ৰাজেন্দ্ৰ প্ৰসাদে এই সম্পৰ্কে স্মৃতিচাৰণ কৰি কৈছিল যে অসমীয়া নেতৃবৃন্দই পূৱ বংগৰ মুছলীমতকৈ বিহাৰৰ হিন্দুৰ প্ৰব্ৰজনক আদৰণি জনাইছিল।(১১০)

ইয়াৰ বিপৰীতে মৌলানা আব্দুল হামিদ খান ভাচানীয়ে পমুৱা মুছলমানৰ ওপৰত চলা উচ্ছেদ অভিযানৰ তীব্ৰ বিৰোধিতা কৰিছিল। বিশেষকৈ দৰং জিলাৰ মঙলদৈৰ আশে পাশে সংঘটিত তেনে এলানি বৰ্বৰ উচ্ছেদ অভিযানৰ বিৰুদ্ধে ভাচানিয়ে আমৰণ অনশনৰ পৰা আৰম্ভ কৰি জংগী প্ৰতিবাদলৈকে সাব্যস্ত কৰিছিল। মন কৰিবলগীয়া যে আতাউৰ ৰহমানৰ দিৰে উদাৰ মুছলমান নেতাইও এই ক্ষেত্ৰত ভাচানিৰ সমৰ্থনত মুকলিকৈয়ে ওলাই আহিছিল, **Congress Steam Roller in Assam** (১৯৪৬) শীৰ্ষক এখন পুস্তিকা প্ৰকাশ কৰি ৰহমানে সেই উচ্ছেদৰ বৰ্ণনা এনেকৈ কৰিছিল ঃ

*A first class magistrate sitting comfortably at a* hauda *atop an elephant, escorted by police and other officers, a big contingent of polices and a huge cheering crowd as if it were a great festival celebration.*(১১১)

ৰহমানৰ মতে সেই উচ্ছেদকাৰী বাহিনীৰ মেজাজ আছিল বৰযাত্ৰীৰ দৰে। সেয়েহে ৰহমানে ভাচানিক 'অক্লান্ত সংগ্ৰামী', 'গৰীব বন্ধু' আদি আখ্যাৰে বিভূষিত কৰিছিল।

কেইবছৰমানৰ পাছত ভাচানিয়ে অসম বিধান সভাত এখন বিল উত্থাপন কৰিছিল। কংগ্ৰেছ নেতৃবৃন্দই কেৱল যে তাৰ বিৰোধিতা কৰিছিল এনে নহয়, তাক বিধান সভাৰ মজিয়াত পৰাজিত কৰিবলৈ যৎপৰোনাস্তি কৰিছিল। কংগ্ৰেছ আৰু মুছলীম লীগৰ মাজত আৰম্ভ হোৱা এই দ্বন্দ্বই পাছত সাম্প্ৰদায়িক মেৰু-বিভাজনৰ সূচনা কৰে।

---

১০৮) Dr. B.K. Bhattacharya's article in **G.N. Bordoloi Birth Centenary Souvenir** p.44
১০৯) Ibid
১১০) Rajendra Prasad's **Autobiography**, quoted in **Planter Raj to Swaraj** pp.258-9
১১১) পায়গাম, প্ৰথম বছৰ, ষষ্ঠ সংখ্যাত উদ্ধৃত

তাৰ ফলত ১৯৪৬ চনৰ নিৰ্বাচনত ব্ৰহ্মপুত্ৰ উপত্যকাৰ ১৩ খন মুছলীম অধ্যুষিত আসনৰ ১৩ খনেই মুছলীম লীগে জিকে। ৰাজ্যখনৰ মুঠ ৩৪ খন মুছলীম অধ্যুষিত আসনত লীগে ৯১% ভোট পায়। ব্ৰহ্মপুত্ৰ উপত্যকাৰ অৱশিষ্ট ৩ খন মুছলীম আসনৰ তিনিওখনেই জমিয়ৎ-উল-উলেমাই পায়; কংগ্ৰেছে এখনো নাপায়। আনকি বিশিষ্ট কংগ্ৰেছ নেতা (পাছলৈ ভাৰতৰ ৰাষ্ট্ৰপতি) ফখৰুদ্দিন আলি আহমদে মুছলীম লীগৰ হাতত পৰাজিত হোৱাই নহয়, তেওঁৰ আমানত পৰ্যন্ত বাজেয়াপ্ত হৈছিল। ইয়াৰ পৰা দেখা যায় যে ভাৰতৰ আন বহু ৰাজ্যৰ দৰে অসমৰ মুছলীম সকলৰো এক ডাঙৰ অংশই সেইসময়ত পাকিস্তানৰ পক্ষে থিয় হৈছিল। কংগ্ৰেছে ভাষা-সংস্কৃতিৰ ভিত্তিত প্ৰাদেশিক সীমাসমূহৰ পুনৰবিন্যাসৰ দাবী তুলিছিল আৰু সেই ভিত্তিত ভোট বিচাৰিছিল। মৰাপাট-সদাগৰ প্ৰভুদয়াল হিম্মৎসিংকা আৰু বি. এম. বিৰলাৰ দৰে মুখিয়াল মাৰোৱাৰী ব্যৱসায়ীসকলে কংগ্ৰেছলৈ সমৰ্থন আগবঢ়াইছিল।[১১২] তাৰ বিপৰীতে মুছলীম লীগে স্পষ্টকৈ পাকিস্তানৰ পক্ষে আৰু লাইন প্ৰথাৰ বিপক্ষে স্থিতি গ্ৰহণ কৰিছিল।

কেৱল অভিবাসী মুছলমান সকলেহে পাকিস্তানৰ সমৰ্থন কৰিছিল বুলি ভাবি আত্মসন্তুষ্টি লভাৰো কোনো থল নাই। কাৰণ ব্যাপক সংখ্যক অসমীয়া, থলুৱা মুছলমানেও পাকিস্তানৰ পক্ষে থিয় হৈছিল ; সেই সকলৰ ভিতৰত সৰ্বাগ্ৰগণ্য আছিল অসমৰ তেতিয়াৰ 'প্ৰধান মন্ত্ৰী' চাৰ চৈয়দ চাদুল্লা। অসমীয়া মুছলমান লেখক সকলক উৎসাহিত কৰাৰ লক্ষ্যত উৎসৰ্গিত পায়গাম[১১৩] আলোচনীয়েও সেই সময়ৰ অসমীয়া মুছলীম-মানস বাৰুকৈ প্ৰভাৱান্বিত কৰিছিল। ইয়াত যি সকল মুছলীম মহিলাৰ লেখনী প্ৰকাশ পাইছিল, সেইসকলৰ ভিতৰত আছিল মফিদা আহমদ, চৈয়দা আনোৱাৰা তাইমূৰ, চৈয়দা চামচুল হুদা, তমিজা বেগম, ফাতেমা খাতুন, চৈয়দা উম্মে আতিয়া জেবুন্নিছা, চফিয়া ৰুবিয়া ৰহমান বৰুৱা, নুৰজাহান বেগম আৰু চৈয়দা ৰাবেয়া আহমেদ। মুছলীম পুৰুষ লেখকৰ সংখ্যাও নিচেই কম নাছিল ; তেওঁলোকৰ ভিতৰত আছিল অসম সাহিত্য সভাৰ একালৰ সভাপতি মৌলবী মফিজুদ্দিন হাজৰিকা, ড° ময়িদুল ইছলাম বৰা (মৰণোত্তৰভাবে প্ৰকাশিত লেখনী), সাহিত্যিক আব্দুছ ছাত্তাৰ, এম. ইব্ৰাহিম আলি, অধ্যাপক আতাউৰ ৰহমান, অধ্যাপক আশ্ৰফ আলি, মঃ আব্দুল জেলিল, অধ্যাপক চৈয়দ মজহাৰুল ইছলাম আদি। অৱশ্যে ইয়াৰ অৰ্থ এইটো নহয় যে তেওঁলোক সকলোৱেই পাকিস্তানৰ সপক্ষে লিখিছিল। আন এটা তাৎপৰ্যপূৰ্ণ কথা হ'ল 'পায়গাম'ৰ সম্পাদক আছিল অসমৰ কথা সাহিত্যৰ যাদুকৰ বুলি খ্যাত জনপ্ৰিয় সাহিত্যিক তথা অসম সাহিত্য সভাৰ অন্যতম সভাপতি চৈয়দ আব্দুল মালিক। পদ্মশ্ৰী, পদ্মভূষণ, সাহিত্য অকাডেমী বঁটা বিজয়ী, আজানপীৰ বঁটা বিজয়ী মালিকৰ অবিহনে আধুনিক অসমীয়া কথা সাহিত্যক কল্পনাও কৰা নাযায়। এইখিনিতে উল্লেখযোগ্য আন এটা কথা হ'ল 'পায়গামে' পাকিস্তানৰ সপক্ষে মুকলি স্থিতি লোৱা সময়তো ভালে সংখ্যক হিন্দু লেখকে ইয়াত নিয়মীয়াকৈ লেখা-মেলা কৰিছিল। তেওঁলোকৰ ভিতৰত আছিল যতি নাৰায়ণ শৰ্মা, ভৱ প্ৰসাদ ৰাজখোৱা, কীৰ্তি নাথ বৰদলৈ, ৰাজেন্দ্ৰ নাথ হাজৰিকা, প্ৰেম গগৈ, তাৰা প্ৰসাদ ভট্টাচাৰ্য্য, সত্যপ্ৰভা দাস,

---

১১২) **Planter Raj to Swaraj**, p.302

১১৩) পায়গামৰ সম্পাদকীয়, প্ৰথম বছৰ, প্ৰথম সংখ্যা, ১৯৪৬, পৃ. ৫১

ইন্দিবৰ গগৈ আৰু ধীৰেন দত্ত। এইসকলৰ ভিতৰত দত্ত আৰু বৰদলৈৰ দৰে কমিউনিষ্টো চামিল থকাৰ কাৰণ বোধহয় আছিল সেই সময়ত চিপি আইৰ পাকিস্তানৰ অনুকূলে স্থিতি।[১১৪] আনহাতে উক্ত তালিকাখনত ইমানখিনি বিশিষ্ট অনা-মুছলীমৰ নামে প্ৰমাণ কৰে অসমীয়া সকলৰ মাজত সম্প্ৰীতিৰ শক্তি বেচ প্ৰভাৱশালী। 'পায়গামে' দুজন বিশিষ্ট হিন্দু তৰুণৰ স্মৃতিত শ্ৰদ্ধা নিবেদন কৰিছিল। তাৰে এজন আছিল কলকাতাত মুছলমান ধৰ্মোন্মাদৰ হাতত নিহত কবি অমূল্য বৰুৱা আৰু আনজন আছিল 'বাঁহী'ৰ সম্পাদক মাধৱ চন্দ্ৰ বেজবৰুৱা ; ইয়াৰ পৰাও সেই সম্প্ৰীতিৰ বাৰ্তাই মজবুত হয়।

সেয়েহে 'পায়গাম'ৰ পাতত কোনো কোনো মুছলীম লেখকে নিজকে পাকিস্তানৰ সমৰ্থক বুলি মুকলিকৈ ঘোষণা কৰিলেও একেসময়তে অসমীয়া তথা মুছলমান বুলিবলৈও দ্বিধা কৰা নাছিল। অৱশ্যে ভাৰত বিভাজনৰ ৰাজনীতিয়ে এই ভাৱতো আঘাত হানিছিল। 'পায়গামে' কংগ্ৰেছক মুছলমান তথা দলিত বিৰোধী বুলি আখ্যা দিছিল। ই বিশেষকৈ বিৰোধিতা কৰিছিল কংগ্ৰেছৰ 'ৰামৰাজ্য' ৰ আহ্বানৰ। দৰাচলতে ৰামৰাজ্যৰ বিৰোধিতা আছিল 'পায়গাম'ত পুনৰ পুনৰ উত্থাপিত এটা প্ৰসংগ। অথচ এই ৰামৰাজ্য আছিল মোহনদাস কৰমচাঁদ দাস গান্ধীৰ প্ৰিয় শ্লোগান। ৰামৰাজ্যৰ প্ৰতি আবেগিক গান্ধীয়ে এই হিন্দু ধৰ্মীয় ধাৰণাৰ প্ৰতি অনা-হিন্দু সকলৰ প্ৰতিক্ৰিয়া কি হ'ব, ভাবিবলৈকে পাহৰি গৈছিল। মুছলীমসকলে সেয়েহে ইয়াৰ প্ৰতি সহাঁৰি জনাইছিল কংগ্ৰেছক বৰ্ণ হিন্দু গুণ্ডা আৰু মাৰোৱাৰীৰ সংগঠন বুলি আখ্যা দি।[১১৫] স্বাভাৱিকতে জনগণৰ মাজৰ এনে সুগভীৰ বিভাজনে সাম্ৰাজ্যবাদ - বিৰোধী ঐক্যক ক্ষতিগ্ৰস্ত কৰিছিল। পায়গামে ব্ৰিটিছ মাৰ্কিন সাম্ৰাজ্যবাদ আৰু সিহঁতৰ পদলেহীবোৰৰ বিৰোধিতা কৰিলেও[১১৬] মুছলীমসকল স্বাধীনতা আন্দোলনৰ পৰা আঁতৰিহে গৈছিল।

এই বিষয়ে ব্যাখ্যা আগবঢ়াই সুশোভন চৰকাৰে কৈছে যে সৰ্বভাৰতীয় পৰ্যায়তে কংগ্ৰেছৰ প্ৰতি সক্ৰিয় মুছলীম সমৰ্থনৰ অভাৱ ঘটিছিল। বিশিষ্ট বহু মুছলীম ব্যক্তিয়েই হয়তো কংগ্ৰেছৰ সৈতে আছিল। কিন্তু তথাপিও মুছলীম মতামতে ইতিমধ্যে স্বতন্ত্ৰীয়া পথ লৈছে।

চৰকাৰে আৰু দেখুৱাইছে যে মুছলীম সকলৰ বাবে সংৰক্ষণৰ দাবী উঠিছিল ১৮৮৩ চনতে ! কংগ্ৰেছীসবে এই দাবীক প্ৰতিক্ৰিয়াশীল আৰু সাম্প্ৰদায়িক/ধৰ্মীয় বুলি একবাক্যে নিন্দা কৰিছিল। কংগ্ৰেছত যিহেতু বহুসংখ্যক মুছলীম নেতা আছে, এতেকে আন সংগঠনে মুছলীমক প্ৰতিনিধিত্ব কৰিব নোৱাৰে, এয়াই আছিল কংগ্ৰেছৰ দাবী। কিন্তু সেয়া ভুল আছিল। মুছলীম মধ্যশ্ৰেণীয়ে লাহে লাহে নিজৰ বাট বাচি লৈছিল।[১১৭]

অসমতো মুছলীম সকলৰ দাবী ন্যূনতম আৰু সহজে সমাধানীয় আছিল। ১৯২৮ চনতহে চাইমন কমিশ্যনৰ সন্মুখত মুছলীমৰ বাবে পৃথক নিৰ্বাচক মণ্ডলীৰ দাবী তোলা হয়। আনকি ১৯৩০ চনতো মুছলীমসকলে সাংবিধানিক সুৰক্ষা লৈয়ে সন্তুষ্ট থাকিব বিচাৰিছিল।

---

১১৪) গৌৰীশংকৰ ভট্টাচাৰ্য : পাকিস্তান আৰু আত্মনিয়ন্ত্ৰণ, গুৱাহাটী ১৯৯৫, পৃ. ২৪-২৫
১১৫) পায়গাম, পৃ. ২৮০
১১৬) ঐ, পৃ. ২২৬,২৮০-১
১১৭) **Bengal Renaissance and other Essays**, Delhi, 1970, pp 59-66,69

অসম উপত্যকা মুছলীম ৰাজনৈতিক সন্মিলনৰ ১৯৩৫ চনৰ অধিবেশনত এহাতে মুছলীম লীগৰ চৈয়দ চাদুল্লা আৰু আনহাতে কংগ্ৰেছৰ ফখৰুদ্দিন আলি আহমদে উপস্থিত আছিল। তাত ব্ৰহ্মপুত্ৰ উপত্যকাৰ মুছলীমৰ বাবে সংৰক্ষণৰ দাবী কৰা হৈছিল।[১১৮] কিন্তু এইবোৰ দাবী অৰণ্যৰোদনত পৰিণত হ'ল। সংশ্লিষ্ট কোনো পক্ষৰ পৰা উপযুক্ত সহাঁৰি নাপাই অসমীয়া মুছলমানসকলো পাকিস্তানৰ সমৰ্থনত মুকলিকৈ ওলাই আহিল।[১১৯]

চুবুৰীয়া বংগত আকৌ ৰবীন্দ্ৰ নাথ ঠাকুৰে মুছলীম সকলৰ লগত একাত্ম হ'বলৈ কেতিয়াও চেষ্টা নকৰাৰ বাবে বাঙালী হিন্দুসকলক দায়ী কৰিছিল। তেওঁ স্বীকাৰ কৰিছিল যে স্বদেশী আন্দোলনেও বাঙালী মুছলীমসকলক জগাই তুলিব পৰা নাছিল।[১২০] একেটা কথা অসমৰ স্বাধীনতা আন্দোলনৰ ক্ষেত্ৰত অৱশ্যে তুলনামূলক ভাবে কম পৰিমাণে ঘটিছিল। ভি ভেংকট ৰাৱে কংগ্ৰেছৰ পৰা মুছলীমসকলৰ এই বিচ্ছিন্নতাৰ কাৰক হিচাপে হিন্দু মহাসভাৰ আধিপত্য, হিন্দু জাতীয়তাবাদৰ জংগী প্ৰকাশ বোধ কৰাত তথা মুছলীম স্বাৰ্থ ৰক্ষা কৰাত কংগ্ৰেছৰ অনিচ্ছুকতা বুলি চিহ্নিত কৰিছে।[১২১] এই ব্যাখ্যা বিলাকৰ সত্যতা যিয়েই নহওক লাগিলে এই কথা অনস্বীকাৰ্য যে সাম্প্ৰদায়িক সংঘাতবোৰৰ বাবে স্বাধীনতা আন্দোলন দুৰ্বল হৈছিল, অসমীয়া জাতিগঠনো ক্ষতিগ্ৰস্ত হৈছিল।

এই বিচ্ছিন্নতা গভীৰতৰ হৈ যোৱাৰ লগে লগে আৰু বেছি বেছিকৈ গোষ্ঠীগত সংগঠনৰ প্ৰয়োজন অনুভূত হ'ল। সেয়েহে মুছলীম লীগ, জমিয়ৎ উল উলেমা, জামাত-এ-ইছলামী আদি সৰ্বভাৰতীয় সংগঠনবোৰৰ বাহিৰেও অসমৰ মুছলমান সকলে মুছলমান ছাত্ৰ সন্মিলনৰ দৰে প্ৰাদেশিক সংগঠন গঠন কৰি সিবিলাকৰ মুখপত্ৰ পৰ্যন্ত প্ৰকাশ কৰিছিল। ভেংকট ৰাৱে ১৯১৮ চনত মুছলমান ছাত্ৰ সন্মিলনৰ গঠনক হিন্দু প্ৰধান অসম ছাত্ৰ সন্মিলনৰ প্ৰতি সহাঁৰি বুলি বৰ্ণনা কৰিছে। সংগঠনটোৱে 'সাধনা' নামৰ এখন মুখপত্ৰ প্ৰকাশৰ উপৰিও গাওঁ এলেকাত পুথিভঁৰাল স্থাপন, নাৰী শিক্ষা তথা কাৰিকৰী শিক্ষাত উৎসাহ প্ৰদান, ব্যৱসায় তথা উদ্যোগৰ জৰিয়তে যুৱকসকলৰ নেতৃত্বত মুছলীম ৰাইজৰ অৰ্থনৈতিক অৱস্থাৰ উন্নয়ন নিজৰ উদ্দেশ্য বুলি বৰ্ণনা কৰিছে।[১২২] ই দুখীয়া মুছলীম ছাত্ৰক জলপানীও দিছিল। অসম ছাত্ৰ সন্মিলনে অসমীয়া মুছলমান ছাত্ৰ আৰু জনজাতি ছাত্ৰ সকলক প্ৰতিনিধিত্ব নকৰা বাবে এইবোৰ সম্প্ৰদায় বিচ্ছিন্ন হৈ পৰিছিল বুলিও ৰাৱে কৈছে। মুছলমান ছাত্ৰ সন্মিলনে (MSF) যোৰহাট আৰু চিলেটত দুটা সাংস্কৃতিক বাহিনী গঠন কৰি পাকিস্তানৰ বাণী প্ৰচাৰ কৰিছিল। MSF অৰ ১৯৪৬ চনৰ ডিব্ৰুগড় অধিবেশনত চৈয়দা জাহানাৰা বেগম হাজৰিকা নামৰ এগৰাকী যুৱতীয়ে পাকিস্তানৰ সপক্ষে এক অগ্নিবৰ্ষী বক্তৃতা দিছিল। এই অধিবেশনত MSF এ ব্ৰহ্মপুত্ৰ, বৰাক দুয়ো উপত্যকাৰ বাবে দুখন ইছলামী বিশ্ববিদ্যালয় দাবী কৰিছিল। MSF এৰ মুখপত্ৰ 'সাধনা'ৰ

---

১১৮) **Planter Raj to Swaraj**, p. 211 & **Political History of Assam**, Vol III, p.251

১১৯) পাহৰণ, পৃ. ১, ৭৮-৮১,১১৫,২২৭,২৩৬ আৰু ২৫৩

১২০) **Bengal Renaissance and other Essays**, p.69

১২১) **A Century of Government and Politics in N.E. India**, Delhi, 1993, Vol V

১২২) Ibid.

বাহিৰেও অসম ইশ্বাবাতী ইছলাম সভাৰ মুখপত্ৰ 'প্ৰচাৰকে'ও এনেধৰণৰ দাবী উত্থাপন কৰিছিল।

তাৰ কেইবাদশক আগতেই MSF অৰ প্ৰথম বাৰ্ষিক অধিবেশনৰ সভাপতিয়ে তেওঁৰ ভাষণত উচ্চ মাধ্যমিক পৰ্যায়ত আৰবী ভাষা প্ৰবৰ্তনৰ দাবী তুলিছিল। তেওঁ দুখ প্ৰকাশ কৰিছিল যে সেই সময়ত অসমৰ গড় সাক্ষৰতাৰ হাৰ ২৮.৪% ৰ বিপৰীতে মুছলীম সকলৰ মাজত সাক্ষৰতাৰ হাৰ আছিল মুঠেই ২৩.৮% ।

অসমীয়া মূলসুঁতিৰ সংগঠন - সংবাদপত্ৰ - অনুষ্ঠান - প্ৰতিষ্ঠানবোৰে ৰাজ্যখনত প্ৰবৰ্তিত পাঠ্যপুথিত হিন্দু ধৰ্মীয় প্ৰসংগৰ উল্লেখৰ সম্পৰ্কে সম্পূৰ্ণ নীৰৱতা অৱলম্বন কৰিছিল। তাৰ বিপৰীতে 'পায়গাম'ৰ লেখক সকলে মুছলমান ছাত্ৰ-ছাত্ৰীক প্ৰাথমিক শ্ৰেণীত ৰামায়ণ-মহাভাৰতৰ পাঠ প্ৰদান-কৰাৰ বিৰুদ্ধে গৰ্জি উঠিছিল। কথাটো আন এটা কাৰণেও তাৎপৰ্যপূৰ্ণ আছিল। মোহনদাস-কৰমচাঁদ গান্ধী আৰু তেওঁৰ কংগ্ৰেছী সতীৰ্থবৃন্দই ভাৰত স্বাধীন হ'লে ৰামৰাজ্য পাতিম বুলি প্ৰচাৰ কৰি ফুৰিছিল।

শৈক্ষিক বিষয়ত আন বহু বিৰোধ উৎপন্ন হ'ল। 'পায়গাম'ৰ এটা সম্পাদকীয়ত যোৰহাটৰ জে.বি. কলেজত আৰবী, পাৰ্চী বিভাগৰ অধ্যাপক এজনৰ নিযুক্তিত কৰ্তৃপক্ষই ইচ্ছাকৃত ভাবে হেলা কৰা বুলি কোৱা হ'ল। কটন কলেজৰ ছাত্ৰ একতা সভাৰ নিৰ্বাচনত সাম্প্ৰদায়িকতা চলা বুলিও তাত অভিযোগ কৰা হ'ল। ছাত্ৰ সকলৰ মাজত সুগভীৰ সাম্প্ৰদায়িক বিভাজনৰ বাবেই বোলে মাত্ৰ এজন মুছলীম ছাত্ৰহে ছাত্ৰ একতা সভাৰ নেতৃত্বলৈ নিৰ্বাচিত হ'ব পাৰিছিল। আনকি মঃ ৰায়হান শ্বাহ (বিখ্যাত সাহিত্যিক পাছলৈ অধ্যাপক), মঃ আতাউৰ ৰহমান (পাছলৈ কটন কলেজৰ অধ্যাপক,[১২৩] জন-নেতা) আদিৰ দৰে কৃতী আৰু সুযোগ্য ছাত্ৰ এনে সাম্প্ৰদায়িকতাবাদৰ বাবেই তেনে নিৰ্বাচনত পৰাজিত হয় বুলি কোৱা হৈছে। অধ্যাপক মঃ আশ্ৰফ আলিয়ে (পাছলৈ কটন কলেজৰ অধ্যক্ষ আৰু অসমৰ শিক্ষাধিকাৰ) সেয়েহে অসমত এখন ইছলামী বিশ্ববিদ্যালয়ৰ দাবী কৰিছিল।

মন কৰিবলগীয়া যে আৰবী-পাৰ্চী বিভাগ প্ৰবৰ্তনৰ পৰা ইছলামী বিশ্ববিদ্যালয় হৈ পাকিস্তান সমৰ্থনলৈকে অসমৰ মুছলীম সকলৰ আকাংক্ষা/দাবীয়ে এক সুদীৰ্ঘ পথ পৰিক্ৰমা কৰিছিল মাত্ৰ আঢ়ৈ দশকৰ ভিতৰতে। এয়া দেশজুৰি মুছলীম আশা আকাংক্ষাৰ বিকাশৰ লগত সংগতিপূৰ্ণ আছিল।

কংগ্ৰেছী- জাতীয়তাবাদী ধাৰা আৰু মুছলীম মধ্যশ্ৰেণীৰ মাজত আন এক মৌলিক পাৰ্থক্যৰ বিষয় আছিল প্ৰস্তাৱিত গুৱাহাটী বিশ্ববিদ্যালয়ে অনুসৰণ কৰিব লগা আৰ্হি। কংগ্ৰেছ-জাতীয়তাবাদী মহলে গান্ধীৰ ৱাৰ্দ্ধা আশ্ৰমৰ আৰ্হিত বিশ্ববিদ্যালয় খন গঢ় লৈ উঠাটো বিচাৰিছিল। কিন্তু ইয়াৰ বিপৰীতে ১৯৩৮ চনতে মুছলীম লীগে পীৰপুৰৰ তেতিয়াৰ ৰজাজনৰ নেতৃত্বত গঠন কৰি দিয়া এখন সমিতিয়ে ৱাৰ্দ্ধা আশ্ৰমৰ আৰ্হি প্ৰৱৰ্তন তথা 'বন্দে মাতৰম্' বাধ্যতামূলক কৰাৰ বিৰুদ্ধে মত প্ৰকাশ কৰিছিল। ১৯৩৮ চনৰ ২ অক্টোবৰত পাটনাত অনুষ্ঠিত মুছলীম শৈক্ষিক সন্মিলনেও ৱাৰ্দ্ধা আশ্ৰম আৰ্হিৰ বিৰোধিতা কৰিছিল কাৰণ ই সন্দেহ কৰিছিল যে

১২৩) পায়গাম, (সংকলন) পৃ. ৪০৩

আশ্ৰম আৰ্হিৰ শিক্ষাই হিন্দু প্ৰমূল্যৰহে শিক্ষা দিব পাৰে।[১২৪]

এনে পটভূমিত এইটো অৱধাৰিত আছিল যে আশ্ৰম আৰ্হিৰ বিৰোধিতা হ'ব। 'পায়গামে'ও সম্পূৰ্ণ দ্বিধাহীনভাবে আশ্ৰম-আৰ্হিৰ বিৰোধিতা কৰিছিল। ই এইটোও স্পষ্ট কৰি দিছিল যে গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠাপক সকলে যদি ৱাৰ্দ্ধা আশ্ৰমৰ আৰ্হিত আগবাঢ়িব বিচাৰে, তেনেহ'লে তাৰ প্ৰতি মুছলমান সকলে সহযোগ আগনবঢ়ায়।[১২৫]

এই প্ৰসংগতে আমি দেখাত কেতবোৰ দেখাত কম গুৰুত্বপূৰ্ণ কিন্তু প্ৰকৃতাৰ্থত স্পৰ্শকাতৰ প্ৰসংগও উত্থাপন কৰিম। এজন হিন্দু সাংবাদিকৰ বাবে কোনোবা এখন সভাত কোনো এজন ব্যক্তিয়ে 'পৌৰহিত্য' কৰাৰ বাতৰি লেখাটো অতি স্বাভাৱিক। অথচ 'পৌৰহিত্য' এটা ধৰ্মীয় অৰ্থপূৰ্ণ শব্দ। ইয়াৰ ধৰ্মনিৰপেক্ষ প্ৰতিশব্দটো হৈছে 'সভাপতিত্ব'। সেই দৰেই এখন বিদ্যালয়ক যেতিয়া 'আশ্ৰম/মন্দিৰ' বুলি কোৱা হয়, তাৰ মুৰব্বীক 'কুলগুৰু/আচাৰ্য' বোলা হয়, তেতিয়াও প্ৰকৃততে হিন্দু ধৰ্মীয় শব্দহে ব্যৱহাৰ কৰা হয়। অনা-হিন্দুসকলে এনে শব্দ সহজে গ্ৰহণ কৰিব নোৱাৰাটোৱেই স্বাভাৱিক। ধৰ্মীয় পৰিভাষাৰ এনে সণ্চালনি প্ৰয়োগৰ প্ৰক্ৰিয়াও অনিবাৰ্য। উদাহৰণ স্বৰূপে 'সভাপতিত্ব'ৰ বিপৰীতে 'পৌৰহিত্য'ৰ প্ৰত্যুত্তৰত মুছলীম সকলেও 'ইমামতী' শব্দটো ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰে। আমেৰিকা প্ৰবাসী অধ্যাপক জ্ঞানব্ৰত ভট্টাচাৰ্যই দেখুৱাইছে কেনেকৈ বাংলা ভাষা-সাহিত্যক ধৰ্মীয় বিভাজনে আক্ৰান্ত কৰিছিল (এই সম্পৰ্কে এই গ্ৰন্থৰ 'অসম সাহিত্য সভা' অধ্যায় দ্ৰষ্টব্য)।

একেদৰেই হিন্দুস্তানী ভাষাও এনে সাম্প্ৰদায়িকতাৰ ফলতে হিন্দী আৰু উৰ্দু ভাষা -সাহিত্যত বিভক্ত হৈ পৰিছিল। প্ৰখ্যাত লেখিকা বসুধা ডালমিয়াই লিখিছে ঃ *The Concept of a national language was initially introduced by the British and applied to the Indian situation... under the Mughals, it was the composite language, which went by the name of Hindavi or Hindustani, which was understood in some measure across the breadth of the country... the British perception initiated a process which, in the case of Hindustani, quickly led to a split and to the creation of Hindi and Urdu, as the national languages of Hindus and Muslims respectively, and their subquent development as two autonomous print languages.*[১২৬]

আচৰিত হ'ব লগা একো নাথাকে যেতিয়া এনে বিভাজনৰ বাবেই আজি ভাৰতত কোনো হিন্দী অথবা হিন্দুস্তানী জাতিৰ অস্তিত্ব নাই।

এই গ্ৰন্থৰে অসম সাহিত্য সভা অধ্যায়ত আমি দেখুৱাই আহিছোঁ কেনেকৈ সভাৰ সভাপতি সকলে নিজৰ অভিভাষণত প্ৰচুৰভাবে হিন্দু ধৰ্মীয় পৰিভাষা ব্যৱহাৰ কৰিছিল।

---

১২৪) **Political History of Assam**, Vol III, p.249

১২৫) **পায়গাম** সম্পাদকীয়, ১৯৪৬, এপ্ৰিল -মে'

১২৬) Vasudha Dalmia : **The Nationalization of Hindu Traditions**, OUP, New Delhi, 1977, pp. 146-147

মুছলীম সকলে বাৰ্দ্ধা আশ্ৰম আৰ্হিৰ শিক্ষানুষ্ঠান প্ৰতিষ্ঠা আৰু আনকি বন্দেমাতৰম্ গোৱাৰ বিৰোধিতা কৰাৰ পৰিপ্ৰেক্ষিতত তেনে পৰিভাষাৰ প্ৰতিক্ৰিয়াও প্ৰত্যাশিতই আছিল। এই প্ৰসংগতে উল্লেখ কৰিব পাৰি আজি ২০০৬ চনতো কেন্দ্ৰৰ কংগ্ৰেছ চৰকাৰে বাধ্যতামূলক ভাৱে বন্দে মাতৰম্ গোৱাৰ খোজাক কেন্দ্ৰ কৰি দেশজুৰি সাম্প্ৰদায়িক বিভাজন। অসমীয়া বৰ্ণ - হিন্দু আধিপত্যধীন 'মূলসুঁতি'ৰ পৰা বিচ্ছিন্নতাই মুছলীম সকলক এক বিকল্প সামাজিক মৰ্চাৰ সন্ধান কৰিবলৈ অনুপ্ৰাণিত কৰিছিল। 'পায়গামে' মুছলমান সকলৰ লগত শিখ, দ্ৰাবিড়, অনুসূচিত জাতি, আদিবাসী, আহোম আৰু আন সংখ্যালঘু সকলৰ ঐক্যৰ পোষকতা কৰিছিল। ইয়াৰ সম্পাদকীয়ত পৃথক নিৰ্বাচকমণ্ডলীৰ বাবে আহোম সভাৰ আন্দোলনৰ সমৰ্থন কৰা হৈছিল আৰু সেই সম্প্ৰদায়ৰ ওপৰত কংগ্ৰেছ বৰ্ণ-হিন্দুৰ প্ৰভুত্বৰ বিৰোধিতা কৰা হৈছিল।[১২৭] 'পায়গামত' চাহ বাগিছাৰ দুৰ্ভগীয়া আদিবাসী শ্ৰমিক সকলৰ প্ৰতি সহানুভূতি প্ৰকাশ কৰা কেইবাটাও গল্প প্ৰকাশ পাইছিল। তাৰে এটা গল্প আকৌ পাঠ কৰা হৈছিল ১৯৪০ চনত অনুষ্ঠিত যোৰহাট জিলা মুছলীম ছাত্ৰ সন্মিলনৰ অধিবেশনত। উক্ত গল্পটো একে সময়তে মাৰোৱাৰী বিৰোধী এক ইস্তাহাৰো আছিল। এই মাৰোৱাৰী বিৰোধিতাৰ অনুৰণণ 'পায়গাম'ৰ সম্পাদকীয় সমূহতো বাৰম্বাৰ শুনা গৈছিল।[১২৮] MSF-অৰ ডিব্ৰুগড় অধিবেশনত প্ৰদত্ত এক জ্বালাময়ী ভাষণত এগৰাকী মুছলীম যুৱতীয়ে অসমীয়া-শোষণকাৰী মাৰোৱাৰীক কঠোৰ ভাষাত আক্ৰমণ কৰিছিল।[১২৯] কংগ্ৰেছ -বৰ্ণ হিন্দু মৰ্চাৰ বিৰুদ্ধে আন এক সৰ্বাত্মক মৰ্চাৰ আহ্বানো দিয়া হৈছিল। এই পৰস্পৰ বিৰোধী স্বাৰ্থসমূহে স্বাধীনতা আন্দোলনৰ ওপৰত কেনেকৈ প্ৰতিক্ৰিয়া কৰিছিল আৰু সি আকৌ জাতি গঠন প্ৰক্ৰিয়াক প্ৰভাৱান্বিত কৰিছিল সেয়া মুছলীম-উদাহৰণৰ পৰাই স্পষ্ট হয়।

## ভাৰতীয় নেপালী বনাম নেপালৰ ঃ পৰিচয় বিভ্ৰান্তি

আলেকজেণ্ডাৰ মেকেঞ্জিৰ মতে অবিভক্ত অসমত, ১৮৮১ চনত নেপালী ভাষীৰ সংখ্যা আছিল ৪,১৮৫ জন। ১৯০১ চনত সংখ্যাটো ২১,০০০ জনলৈ বৃদ্ধি পায়। পৰবৰ্তী তিনিটা দশকত সংখ্যাটো বৃদ্ধি পায় ৮৮,০০০ লৈ। ১৯৬১ চনত অসমৰ নেপালী জনসংখ্যা হয়গৈ ২,১৫,২২১ জন। অৱশ্যে বিভিন্ন গোৰ্খা-নেপালী সংগঠনবোৰে এই সংখ্যা বহু বেছি হ'ব বুলি কয়। তেওঁলোকে অভিযোগ কৰে যে উগ্ৰজাতীয়তাবাদী পিয়লকাৰীয়ে বহু গোৰ্খা-নেপালীক পিয়লৰ আওঁতাৰ পৰাই বাদ দি থৈছিল। তাৰ বিপৰীতে গোৰ্খা লীগে ১৯৪৬ চনত নিজা ৰবীয়াকৈ কৰা এক পিয়ল অনুসৰি সেই বছৰতে অবিভক্ত অসমত ১৫ লাখ গোৰ্খা-নেপালী আছিল বুলি কোৱা হৈছিল।[১৩০] সত্য বোধহয় এই

১২৭) পায়গাম, ১ম বছৰ ১ম, ২য় সংখ্যা, পৃষ্ঠা ৫৬, ১১৩

১২৮) উদাহৰণ ঃ পায়গামৰ প্ৰথম বছৰ, পঞ্চম সংখ্যাৰ সম্পাদকীয়, পৃ. ২৮২

১২৯) এচ জাহানাৰা বেগম হাজৰিকা ঃ *পাকিস্তান সংগ্ৰাম আৰু মুছলীম নাৰী*, পায়গাম, প্ৰথম বছৰ, সপ্তম সংখ্যা, পৃ. ৩৯

১৩০) Dr. P. Bhandari: **Freedom Movement and Role of Indian Nepalese** (1996) pp. 42-44

দুয়োটা সংখ্যাৰে মাজৰ ক'ৰাবাত আছে।

১৯৫০ চনৰ ভিতৰত নেপালৰ মুঠ নেপালী জনসংখ্যাৰ ১০%ই ভাৰতলৈ প্ৰব্ৰজন কৰিছিল। এই ব্যাপক প্ৰব্ৰজনৰ কেইটামান কাৰণ আছিল (১) নেপালত মাটিৰ নাটনি ; ক্ষুদ্ৰ ক্ষুদ্ৰ ভাগত বিভাজন, (২) ঋণগ্ৰস্ততা, (৩) ব্যাপক অবনানীকৰণৰ ফলত পাৰিপাৰ্শ্বিক সংকট, (৪) জনসংখ্যা বিস্ফোৰণ, (৫) খাদ্যৰ নাটনি।[১৩১] এইবোৰ কাৰকে গোৰ্খা-নেপালীসকলক নেপালৰ পৰা ঠেলি পঠিওৱাৰ বিপৰীতে আন কেতবোৰ কাৰকে তেওঁলোকক অসমলৈ আকৰ্ষণ কৰি আনিছিল। সেইবোৰৰ ভিতৰত আছিল ঃ (১) ব্ৰিটিছ ঔপনিবেশিক শক্তিৰ ফালৰ পৰা পৃষ্ঠপোষকতা (২) পাহাৰ-ভৈয়ামে মাটিৰ পৰ্যাপ্ততা, (৩) স্থানীয় মানুহৰ কঠোৰ পৰিশ্ৰম কৰিবলৈ অনিচ্ছা, (৪) অসমৰ প্ৰাকৃতিক পৰিবেশৰ লগত নেপালৰ পৰিবেশৰ সাদৃশ্য, (৫) সেনা-বাহিনী, আৰক্ষী, পথ নিৰ্মাণ, গো-পালন আদিত নিযুক্তিৰ সম্ভাৱনা ইত্যাদি।

তদুপৰি ব্ৰিটিছ সাম্ৰাজ্যবাদীহঁতে গো-চাৰণ ৰাজহ বৃদ্ধিৰ মতলবো পোষণ কৰিছিল। সঁচাকৈয়ে নেপালীসকলৰ প্ৰব্ৰজনৰ বাবেই ১৮৯৫ চনৰ ১৫,৬৪০/- টকাৰ সামান্য গো-চাৰণ ৰাজহ ১৯২০ চনত ৮৬,৩২৫/- টকালৈ বৃদ্ধি পাইছিল। স্বাভাৱিকতেই ই ব্ৰিটিছক উৎসাহিত কৰিছিল আৰু বেছি গোৰ্খা-নেপালী প্ৰব্ৰজন সংগঠিত কৰিবলৈ।[১৩২]

এজন নেপালী বুদ্ধিজীৱীয়ে নেপালী প্ৰব্ৰজনৰ কাৰক হিচাপে ব্ৰিটিছ-পৃষ্ঠপোষকতাৰ পুঁজিবাদক চিহ্নিত কৰিছে। ব্ৰিটিছৰ আগমনে অসমত এক নতুন ঔদ্যোগিক প্ৰক্ৰিয়াৰ সূচনা কৰিলে ; গঢ়ি উঠিল কাঠ-কল, তেল শোধনাগাৰ, কয়লা খনি, পথ-নিৰ্মাণ আদি বহু কৰ্মকাণ্ড। এই প্ৰায়বোৰত গোৰ্খা-নেপালীসকলেও সস্তীয়া শ্ৰমিকৰূপে কামৰ সুবিধা পালে। সেয়েহে তেওঁ নেপালী প্ৰব্ৰজনৰ বাবে ব্ৰিটিছ সাম্ৰাজ্যবাদকে প্ৰত্যক্ষভাবে দায়ী কৰিছে।[১৩৩] ঝাড়খণ্ডী-আদিবাসী আৰু বঙালী-মুছলমানসকলৰ অসমলৈ ব্যাপক প্ৰব্ৰজনৰ আঁৰতো সেই একেই ব্ৰিটিছ সাম্ৰাজ্যবাদৰ হাত আছিল প্ৰচ্ছন্ন। অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ বাটত বৃহত্তম প্ৰত্যাহবান ৰূপে পৰিলক্ষিত প্ৰব্ৰজন এনেকৈয়ে ব্ৰিটি ছ -অনুপ্ৰাণিত আছিল।

কিন্তু সাপ হৈ খুটি বেজ হৈ জাৰিছিল ব্ৰিটিছে। এহাতে নেপালী প্ৰব্ৰজন ঘটাই আনহাতে অসমীয়া সমাজৰ লগত তেওঁলোকৰ আত্মীকৰণতো বাধা দিছিল ব্ৰিটিছেই। দুয়োটা সম্প্ৰদায়ৰ মাজত বিদ্বেষ-অবিশ্বাস জীয়াই ৰাখি ব্ৰিটিছে নেপালী সকলক সস্তীয়া শ্ৰমিকৰ এক সংৰক্ষিত বাহিনীৰূপে ব্যৱহাৰ কৰিবলৈ বিচাৰিছিল। ইফালে ব্ৰিটিছে প্ৰব্ৰজন ঘটায়ো নাগৰিকত্বৰ পৰা বঞ্চিত কৰিছিল গোৰ্খা - নেপালীসকলক। এই পৰিকল্পনাৰ সচেতন/অচেতন অংশীদাৰৰ নিচিনাকৈ অসমীয়া জাতীয়তাবাদীবৃন্দই প্ৰায়ে তেওঁলোকৰ ন্যূনতম গণতান্ত্ৰিক আৰু মানৱীয় দাবীবোৰো অস্বীকাৰ কৰিছিল।

---

১৩১) নেপালী প্ৰব্ৰজন সম্বন্ধে শ্ৰীকান্ত দত্তৰ প্ৰবন্ধ, **Economic and Political Weekly**, Vol XVI, No. 28, 13-06-1981.

১৩২) Dr. M. Hussain : *Nepalese of Assam and The Assamese National Question* in **Mainstream.** April 15, 1989.

১৩৩) এচ. দাহালঃ *অসমৰ নেপালী সমাজ ঃ এটি চমু পৰিচয়'* নীলাচল, ০৯-০৫-১৯৭৩

ফলত নেপালী/গোৰ্খাসকলেও তেওঁলোকৰ নিজা জনগোষ্ঠীগত সংগঠন গঢ়ি তুলিছিল, মুখপত্ৰ প্ৰকাশ কৰিবলৈ বাধ্য হৈছিল। এই সময়ছোৱাত প্ৰকাশিত নেপালী পত্ৰ-পত্ৰিকাৰ সংখ্যা আন যি কোনো জনগোষ্ঠীতকৈ বেছি। অবিভক্ত অসমৰ বিভিন্ন ঠাইৰ পৰা আমাৰ গৱেষণাৰ সময়-সীমাৰ ভিতৰত (১৯৬০) প্ৰকাশিত নেপালী পত্ৰ -পত্ৰিকাবোৰৰ এখন চমু তালিকা এয়া ঃ

**গোৰ্খাসেৱক** (শ্বিলং, ১৯৩৪-৩৬), **হিমাদ্ৰী** (গুৱাহাটী, ১৯৪৮), **হিমাদ্ৰী**, (চৈখোৱা, ১৯৪৯), **প্ৰভাত** (দৰং, ১৯৫৫), **জাগ্ৰত গোৰ্খা** (তেজপুৰ, ১৯৫৬), **ফিলিংগ** (শ্বিলং, ১৯৫৭), **মুক্তি** (ডিগবৈ, ১৯৫৮), **ব্ৰহ্মপুত্ৰ** (তেজপুৰ, ১৯৫৯), **হিমালয়** (দুলীয়াজান, ১৯৬০), **কপিলা** (ডিগবৈ, ১৯৬০), **নৱজ্যোতি** (ডিগবৈ, ১৯৬০) আৰু **নৱজ্যোতি** (হাফলং, ১৯৬০)। এই প্ৰায় এক ডজন পত্ৰিকাৰ যোগেদি গোৰ্খা / নেপালীসকলে অন্ততঃ তেওঁলোকৰ মনৰ খং-ক্ষোভ নিজৰ সম্প্ৰদায়টোৰ ওচৰত তুলি ধৰিবলৈ সক্ষম হৈছিল। ফলত জনগোষ্ঠীগত সমাবেশ - সংহতিৰ বাট সুগম হৈছিল।

গোৰ্খা - নেপালীসকলে ১৯৪৪ চনত অসম প্ৰাদেশিক গোৰ্খা লীগ গঠন কৰে। এইটোৱেই আছিল জনগোষ্ঠীটোৰ প্ৰথম ৰাজ্যজোৰা সংগঠন। কিন্তু তাৰ আগতেই ১৮৮৬ চনত শ্বিলঙত গোৰ্খা ইউনিয়ন গঠিত হৈছিল, যিটো ১৯২৮ চনত আনুষ্ঠানিকভাবে স্বীকৃত হৈছিল। পাছত এই সংগঠনটোৰ নামে ক্ৰমে 'গোৰ্খা ইয়ং মেনচ্ এচচিয়েশ্যন' আৰু 'গোৰ্খা এচচিয়েশ্যন'লৈ সলনি কৰা হয়।

ইতিমধ্যে কাজিৰঙা অভয়াৰণ্যত নেপালীসকলৰ উচ্ছেদে জনগোষ্ঠীটোক আৰু বিপদলৈ ঠেলি দিয়ে। ১৯৩১ চনত শ্বিলঙত অধিবক্তা গংগাধৰ উপাধ্যায়ে এটা 'গ্ৰেজিয়াৰ্চ এচচিয়েচন' গঠনৰ প্ৰস্তাৱ দিয়ে। তেওঁ আৰু ছবিলাল উপাধ্যায়ে মিলি গঠন কৰা 'আসাম গ্ৰেজিয়াৰ্চ এচচিয়েশ্যন'ৰ প্ৰধান উদ্দেশ্য আছিল ঃ

- গ্ৰেজিয়াৰ্চ (গো-পালক) মাটিৰ সুৰক্ষা দিয়া।
- চৰণীয়া পথাৰত খেতি কৰা বন্ধ কৰা।
- নেপালীসকলৰ অস্তিত্বৰ বাবেই অৰণ্য ৰক্ষা কৰা।
- অসমৰ স্বাধীনতা আন্দোলনৰ ডমিচাইল নেপালী সকলক জড়িত কৰা আৰু
- **বুঢ়া চাপৰিত (মুছলীম) প্ৰব্ৰজনকাৰীক বাধা দিয়া।**
- **অসমীয়া নেপালীৰ সামাজিক সংহতি ৰক্ষা কৰা।**

**(গুৰুত্ব আমাৰ)**

যিবোৰ কথা বা ঘটনাই অসমৰ নেপালীসকলক আলোড়িত কৰি তুলিছিল, তাৰ ভিতৰত আছিল ১৯৪৪ চনৰ আগ ভাগত অসমলৈ সৰ্বভাৰতীয় গোৰ্খা নেতা ডম্বৰ সিং গুৰুঙৰ ভ্ৰমণ। এই ঘটনাই আমাক চেৰেংকৈ মনত পেলাই দিয়ে একেদৰে ঝাড়খণ্ড আন্দোলনৰ জন্মদাতা, প্ৰবাদ পুৰুষ মেজৰ জয়পাল সিঙৰ অসম আগমনে অসমৰ ঝাড়খণ্ডী আদিবাসী সকলক বিদ্যুৎ তাড়িত কৰি তোলাৰ ঘটনালৈ। সঁচা কথা কবলৈ গলে অসমৰ গোৰ্খা নেপালী

আৰু ঝাড়খণ্ডী আদিবাসীসকলে এতিয়াও অতি হেঁপাহেৰে স্মৃতিৰ মণিকোঠাত সাঁচি ৰাখিছে তেওঁলোকৰ দুই প্ৰিয় নেতাৰ স্মৃতি বিজড়িত ভ্ৰমণ কাহিনী। যি কি নহওঁক ডম্বৰ সিং গুৰুঙৰ ভ্ৰমণৰ কালছোৱাতে তেজপুৰত গোৰ্খা লীগৰ অসম শাখা গঠন হয়। প্ৰসাদ সিং চুব্বা হয় প্ৰথম সভাপতি। গোৰ্খা লীগে ১৯৪৪ চনত অসম চৰকাৰক দাবী কৰে পশুপালক বৃত্তিধাৰীসকলৰ চৰণীয়া পথাৰৰ পৰা যে - দখলকাৰীক উচ্ছেদ কৰি আন ঠাইত সংস্থাপিত কৰিবলৈ। তেনে পথাৰত খেতি বন্ধ কৰাৰ দাবী উঠে। গোৰ্খা লীগৰ সঁজাতী দলটোৰ নেতৃত্ব দিয়ে স্বয়ং ডম্বৰ সিং গুৰুঙে। এই সময়ছোৱাত গ্ৰেজিয়াৰ সকলৰ দাবীৰ উপৰিও অসমৰ গোৰ্খা নেপালীসকলৰ নাম ভোটৰ তালিকাত ভৰোৱা, তেওঁলোকক ম্যাদী পট্টা দিওৱা আদি কামবোৰ গোৰ্খা লীগৰ কাৰ্যসূচীত আছিল।[১৩৪]

এনেকৈয়ে মাত্ৰ জীয়াই থকাৰ প্ৰশ্নৰ পৰা গোৰ্খা নেপালী সকলৰ দাবীবোৰ ৰাজনৈতিক অধিকাৰলৈকে আগবাঢ়িছিল। ১৯৪৭ চনতে অসম প্ৰদেশ গোৰ্খা লীগে অসমৰ চিভিল চাৰ্ভিচেজৰ ক্ষেত্ৰত গোৰ্খা সকলৰ অন্তৰ্ভুক্তিৰ বাবে বিশেষ সুবিধাৰ দাবী কৰিছিল। সেই বছৰতে অনুস্থিত লীগৰ অধিবেশনত গোৰ্খাসকলক ভাৰতৰ এক সংখ্যালঘু সম্প্ৰদায়ৰূপে স্বীকৃতি দিয়াৰ দাবী কৰা হৈছিল। সৰ্বভাৰতীয় গোৰ্খা লীগৰ দ্বিতীয় অধিবেশনতো উক্ত দাবী পুনৰাবৃত্তি কৰাৰ উপৰিও গোৰ্খা বসতি এলেকাত তেওঁলোকৰ বাবে বিধান সভা আসন সংৰক্ষণৰ দাবী কৰা হৈছিল।[১৩৫]

গোৰ্খা - নেপালী সকলৰ পৰিচিতিৰ সংকট গোৰ্খা লীগৰ এই কথাখিনিতে ফুটি উঠিছে। লীগৰ ভাষাত ঃ

*অসমত যেতিয়া শিক্ষিত নেপালীয়ে চাকৰি বিচাৰি ফুৰে, তেতিয়া তেওঁলোকক কোৱা হয় 'তোমালোক অসমীয়া নহয়', আন প্ৰদেশতো নেপালীয়ে আন সম্প্ৰদায়ৰ লগত চাকৰিৰ বাবে প্ৰতিযোগিতা কৰিব লগা হয়। কিন্তু শিক্ষাৰ ক্ষেত্ৰত গোৰ্খাসকল এতিয়াও শিশু অবস্থাত আছে। এটা শিশু জানো এজন মানুহৰ লগত তুলনীয় হ'ব পাৰে? ব্ৰিটিছে দ্বিতীয় বিশ্ব যুদ্ধৰ পাছত ভাৰতীয়সকললৈ পূৰ্ণ - স্বাধীনতাৰ আশ্বাস দিছে। পাছে আমাৰ কি হ'ব? অসমে অসমীয়া নেপালীসকলক সামৰি ল'বনে? বংগ, ব্ৰহ্মদেশ, পাঞ্জাব, বিহাৰ আৰু উত্তৰ প্ৰদেশে আমাক তেওঁলোকৰ নিজৰ বুলি গণ্য কৰিবনে? নাই। তেওঁলোকে নিজৰ কল্যাণৰ বাবেহে কাম কৰিব। যদি সেয়ে ঘটে তেনেহ'লে আমি আমাৰ মূৰকিটাকেনো বাৰু গুজিম ক'ত?*[১৩৬]

গোৰ্খা-নেপালীসকলৰ মাজত এটা সৰু মধ্যবৰ্তী স্তৰৰ বিকাশৰ সমান্তৰাল ভাবে তেওঁলোকৰ আশা - আকাংক্ষাবোৰো মূৰ্ত হৈ উঠিব ধৰিলে। নেপালী সংগঠনবোৰে হিচাব কৰি উলিয়ালে যে ১৯৭৩ চনতো তেওঁলোকৰ মাজত মাত্ৰ তিনিজন উপপ্ৰতি, সমাহৰ্তা, দুজন দণ্ডাধীশ, বাৰজন প্ৰৱক্তা, সাত জন ডাক্তৰ, তিনিজন সহঃ অভিযন্তা, তিনিজন অধিবক্তা,

১৩৪) Freedom Movement and Role of Indian Nepalese, p.68.
১৩৫) Politics of Identity and Nation Building in N.E. India, p.177,166
১৩৬) Freedom Movement and Role of Indian Nepalese, p.70

ছজন হাইস্কুলৰ প্ৰধান শিক্ষক, দুজন চাহ বাগিছাৰ পৰিচালক, সহঃ পৰিচালক এজন, এজন কলেজৰ উপাধ্যক্ষ, এজন এচ. ডি. অ. (ইলেক্ট্ৰিকেল) আৰু দুজন বিধায়ক আছিল। মন কৰিবলগীয়া যে গোৰ্খা - নেপালী সকলে প্ৰথম সংৰক্ষণ দাবী কৰাৰ পচিশ বছৰৰ পাছতো এই পৰিস্থিতিটোৱেই বিৰাজ কৰিছিল। শিক্ষাৰ দিশত চাবলৈ গ'লে ১৯৭৩ চনলৈকে অসমত গোৰ্খা - নেপালী সকলৰ মাজত ৫৬ জন এম. এ. , ২৪ জন এম.এচ.চি., ৩৭ জন এম. বি. বি. এচ. , ৭ জন বি.ই., ৭ জন এল. এল. বি. , ১ জন বি.এচ.চি. (এগ্ৰি) আৰু এজন বি এচ চি (ভেটেৰি) ওলাইছিল।[১৩৭] নেপালী নেতৃবৃন্দৰ মতে নিজৰ মাতৃভাষাত শিক্ষা কৰিবলৈ নোপোৱাটোও এনে শৈক্ষিক অনগ্ৰসৰতাৰ অন্যতম কাৰণ আছিল।

সেয়েহে কলকাতা, পাটনা, বেনাৰস আদি বিশ্ববিদ্যালয়বিলাকত ইতিমধ্যে স্বীকৃত নেপালী ভাষাকে অসমৰ বিশ্ববিদ্যালয় দুখনতো স্বীকৃতি দিবলৈ অসম প্ৰদেশ গোৰ্খা লীগে দাবী জনাইছিল।[১৩৮] এই দাবীৰ পৰিণতিতে গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে ক্ৰমে ১৯৪৮ আৰু ১৯৬৫ চনত নেপালী ভাষাক প্ৰাক্-স্নাতক পৰ্যায়ত প্ৰৱৰ্তন কৰে। কিন্তু গোৰ্খা নেপালী সংগঠনসমূহে বিদ্যালয় পৰ্যায়তো নেপালী ভাষা প্ৰৱৰ্তন; ৰাই, লিম্বু, মগৰ, তামাং, লামা, ভূটীয়া, লেপচা আদিৰ অনুঃ জাতি - জনজাতিৰূপে স্বীকৃতি আদি দাবী অব্যাহত ৰাখে। আন সকলো পাছ পৰা শ্ৰেণীৰ বাবে অ'বিচি অৰ্থাৎ অন্যান্য পাছ পৰা শ্ৰেণীৰ মৰ্যাদাৰ তথা জনজাতি বেল্ট-ব্লকত বাস কৰা নেপালী সকলৰ সুৰক্ষাৰ দাবীও তেওঁলোকে তোলে। তেওঁলোকৰ মতে ১৯৪৭ চনলৈকে তেওঁলোকে উপভোগ কৰা এই অধিকাৰ পাছত অবৈধ আৰু একপক্ষীয়ভাবে প্ৰত্যাহাৰ কৰা হয়।[১৩৯]

এই আংশিক দাবীবোৰৰ হকে সংগ্ৰাম কৰাৰ উপৰিও গোৰ্খা-নেপালীসকলে দেশৰ স্বাধীনতা সংগ্ৰামতো যোগ দিছিল। দলবীৰ সিং লোহাৰ, বীৰ বাহাদুৰ ছেত্ৰী, অনন্তলাল শৰ্মা, ছবিলাল উপাধ্যায়, হৰি প্ৰসাদ উপাধ্যায়, বিষ্ণুলাল উপাধ্যায়, কুমুদ চন্দ্ৰ শৰ্মা, ৰামলাল উপাধ্যায়, জয় নাৰায়ণ নেপাল, কাশীনাথ লুইটেল, হোমনাথ গুৰাগাইন আদিয়ে আইন অমান্য আন্দোলনৰ সময়ত গ্ৰেপ্তাৰ বৰণ কৰে। শ্ৰীমতী কৃষ্ণ মায়া দাহালক স্বাধীনতা আন্দোলনত জড়িত থকাৰ বাবেই নিৰ্মমভাবে নিৰ্যাতন কৰা হয়। ভক্ত বাহাদুৰ প্ৰধানে আকৌ ডিগবৈৰ ব্ৰিটিছ মালিকানাধীন অসম অইল কোম্পানীত এক গুৰুত্বপূৰ্ণ ধৰ্মঘট সংঘঠিত কৰে। ধৰ্মঘটে এনে গুৰুতৰ ৰূপ ধাৰণ কৰে যে ব্ৰিটিছ চৰকাৰে বীৰবল কেওট, সত্যেন চক্ৰৱৰ্তী, চণ্ডী অহীৰ আৰু প্ৰাণেশ্বৰ চৌধুৰী এই চাৰিজন শ্ৰমিকক গুলিয়াই হত্যা কৰে। তেওঁলোক অসমৰ শ্ৰমিক আন্দোলনৰ প্ৰথম শ্বহীদত পৰিণত হয়। ধৰ্মঘটত জড়িত থকাৰ বাবে ভক্ত বাহাদুৰ প্ৰধানে তেওঁৰ চাকৰি হেৰুৱায়। তেওঁক কেৱল ডিগবৈৰ পৰাই নহয়, অসমৰ পৰাও বহিস্কাৰ কৰা হয়। প্ৰধানক ভালে সময়লৈ কাৰাৰুদ্ধ কৰা হয়।[১৪০]

---

১৩৭) নীলাচল, নেপালী বিশেষ সংখ্যা, পৃ. ৪ আৰু ১৩

১৩৮) Dr. R . Thapa : *Movement for Nepali Identity in Assam*, in **Politics of Identity and Nation Building**, p. 171

১৩৯) প্ৰধানমন্ত্ৰীলৈ সদৌ অসম নেপালী ছাত্ৰ সন্থাৰ স্মাৰকপত্ৰ, ১৩-২-১৯৮৯

১৪০) **Freedom Movement and Role of Indian Nepalese**, pp. 92-100

ড° কদ্ৰমান থাপাই দেখুৱাইছে কেনেকৈ প্ৰধানে ডিগবৈৰ তেল-পথাৰ, শোধনাগাৰ আৰু লিডু মাৰ্ঘেৰিটাৰ কয়লা খনিৰ শ্ৰমিকসকলৰ অমানুষিক কষ্টৰ প্ৰত্যক্ষ অভিজ্ঞতা লাভ কৰিছিল। সেইসকল শ্ৰমিকক খাবলৈ দিয়া হৈছিল গৰু-ম'হৰ দানাৰ দৰে খাদ্য, থাকিবলৈ দিয়া হৈছিল বেৰেকৰ দৰে গুদাম ঘৰত, কাম কৰোৱা হৈছিল দিনে বাৰ ঘন্টাকৈ আৰু তদুপৰি তেওঁলোকক নিয়মিত বেতোৱা হৈছিল। প্ৰধানৰ দ্বাৰা সংগঠিত এই সংগ্ৰাম ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ লগতেই চামিল হৈ গৈছিল। ড° থাপাই দুখ কৰি কৈছে যে স্বাধীনতা সংগ্ৰামৰ আন এজন নেপালী সংগ্ৰামী ছবিলাল উপাধ্যায়ক বিভিন্ন নেপালী সংগঠনবোৰে যিমান খিনি প্ৰক্ষেপন কৰিছে, দলবীৰ সিং লোহাৰ আৰু ভক্ত বাহাদুৰ প্ৰধানক সিমানখিনি নাই কৰা। নেপালী বুদ্ধিজীৱী সমাজে তেওঁলোক দুজনক যেন বিস্মৃতিৰ গৰ্ভলৈকে ঠেলি দিছে।[১৪১] অৱশ্যে এই পৃথকীকৰণৰ কাৰণ নিহিত হৈ আছে নেপালী বুদ্ধিজীৱী সমাজৰ নিজৰেই জাতি-বৰ্ণগত চেতনাৰ ভিতৰত।[১৪২]

ড° থাপাই অসমৰ গোৰ্খা-নেপালীসকলৰ জনগোষ্ঠীগত সংগ্ৰামৰ কেইবাটাও তাৎপৰ্যপূৰ্ণ দিশলৈ আঙুলিয়াই দিছে। যেনেঃ (১) গোৰ্খা-নেপালীসকলৰ পৰিচিতিৰ সংগ্ৰাম পশ্চিম বংগৰ দাৰ্জিলিং জিলাৰ পৰা আৰম্ভ হয়, (২) এই আন্দোলনৰ লগত অসমৰ আন জনগোষ্ঠীগত আন্দোলনবোৰৰ পাৰ্থক্য স্পষ্ট আছিল। আনবোৰ কাৰণৰ লগতে এক সংলগ্ন বসতি এলেকাৰ অভাৱত গোৰ্খা-নেপালীসকলে দ্বন্দ্ব আৰু সংহতিৰ বিপৰীতে আপোচ আৰু মিলনৰ নীতি অৱলম্বন কৰিছিল।[১৪৩]

গোৰ্খা-নেপালী মধ্যস্তৰে অসম - অসমীয়াৰ হকে অৱলম্বন কৰা বিভিন্ন স্থিতিত সেই দৃষ্টিভংগীৰ প্ৰতিফলন ঘটিছে। নেপালীসকলে ১৯৬০ চনৰ বিতৰ্কিত অসম ৰাজ্যভাষা আন্দোলনৰ সমৰ্থন কৰিছিল। অথচ বাঙালী আৰু পাহাৰীয়া-জনজাতিসকলে সেই আন্দোলন, সেইমৰ্মে উত্থাপিত বিল আৰু প্ৰবৰ্তিত আইনৰ ঘোৰ বিৰোধিতা কৰিছিল। সেই সময়ত একমাত্ৰ নেপালী বিধায়কজনে অসম বিধানসভাৰ মজিয়াতো সেই বিলখনক মুকলিকৈ সমৰ্থন কৰিছিল।

নেপালীসকলৰ গ্ৰেজুিয়াৰ্চ এ'চচিয়েশ্যনে ১৯৪৪ চনতে 'অসমীয়া মাধ্যমত শিক্ষা বিস্তাৰ'ৰ দাবী তুলিছিল। ইয়াৰ পৰা দেখা যায় যে অভিবাসী মুছলমানসকলে অসমীয়া ভাষা গ্ৰহণ কৰাৰ দৰেই গোৰ্খা-নেপালী সকলেও কৰিব ধৰিছিল। এই ক্ষেত্ৰত বাঙালী হিন্দুসকলৰ লগতে তেওঁলোকৰ স্পষ্ট পাৰ্থক্য আছিল। আনহাতে জনজাতিসকলৰ দৰেই গোৰ্খা-নেপালী সকলেও (পূৱ) পাকিস্তানৰ লগত অসমৰ 'গ্ৰুপিঙৰ' ঘোৰ বিৰোধিতা কৰিছিল। ১৯৪৭ চনৰ এপ্ৰিল মাহত তেজপুৰত অনুষ্ঠিত সদৌ ভাৰত গোৰ্খা লীগৰ অধিবেশনত এই বুলিও ঘোষণা

---

১৪১) *Movement for Nepali Identity in Assam*' in Politics of Identity and Nation Building in North East India, pp.175-6

১৪২) ৰজীৱ কুমাৰঃ '*অসমৰ নেপালী সমাজ আৰু তেওঁলোকৰ আৰ্থ সামাজিক অৱস্থা*', হেমন্ত বৰ্মন সম্পাদিত জীৱনী, নেপালী বিশেষ সংখ্যা, ১-১৫ ডিচেম্বৰ, ১৯৯৪

১৪৩) *Movement for Nepali Identity in Assam*' in Politics of Identity and Nation Building in North East India, pp.175-6

কৰা হৈছিল যে প্ৰয়োজন হ'লে অসমক গ্ৰুপিঙৰ পৰা বচাবলৈ ৩০ লাখ ভাৰতীয় গোৰ্খা-নেপালীৰ খুকুৰী ব্যৱহাৰ কৰা হ'ব।[১৪৪] কিন্তু দুৰ্ভাগ্য জনক ভাবে গ্ৰুপিং বিৰোধী এই সংগ্ৰামত নেপালীসকল, তথা ৰূপনাথ ব্ৰহ্ম-ভীমবৰ দেউৰীৰ দৰে জনজাতিসকলৰ ভূমিকা অচিৰেই পাহৰি পেলোৱা হ'ল। গোপীনাথ বৰদলৈৰ নামহে অকলশৰীয়াকৈ জিলিকি থাকিল।

আন এটা তাৎপৰ্যপূৰ্ণ সিদ্ধান্ত যোগে সৰ্বভাৰতীয় গোৰ্খা নেতৃত্বই পশ্চিমবংগৰ নেপালী অধ্যুষিত দাৰ্জিলিং আৰু জলপাইগুড়ি জিলাৰ অসমত চামিলকৰণ দাবী কৰিলে। ইয়াক লৈ অসমীয়া মধ্য শ্ৰেণীৰ হৰিষ কৰাৰ থল আছিল কাৰণ গোৰ্খা-নেপালী আৰু কেতবোৰ জনজাতি গোষ্ঠী তথা কোচ ৰাজবংশীসকলে বংগতকৈ অসমত থাকিবলৈকে পছন্দ কৰিছিল। সন্তুষ্ট হৈ অসমীয়াসকলে এইবাৰ নেপালীসকলক অভিবাসী মুছলমানৰ বিৰুদ্ধে মাত মাতিবলৈ ক'লে। নেপালীসকলেও তাকেই কৰিবলৈ গৈ তেওঁলোকৰ দৰেই প্ৰব্ৰজনকাৰী সিটো সম্প্ৰদায়ৰ বিৰুদ্ধে থিয় হ'ল। বৰচাপৰিৰ পৰা মুছলমান পমুৱা বহিস্কাৰৰ দাবী তুলিবলৈ গৈ নেপালী-অসমীয়া ঐক্যবদ্ধ হ'ল।[১৪৫]

এনে সহযোগিতাই নেপালীসকলক আনকি অসমীয়া উগ্ৰজাতীয়তাবাদীহঁতৰ কাষতো থিয় কৰালে। দৰং জিলাৰ বিহালীৰ এখন জনসভাত অম্বিকাগিৰী ৰায়চৌধুৰীয়ে নেপালী সকলক ক'লে যে তেওঁলোকৰ বিৰুদ্ধে অসমীয়াই কেতিয়াও আন্দোলন কৰা নাই, বৰং তেওঁলোকক নিজৰ বুলি সাবটিহে লৈছে। সেয়েহে ১৯৪১ চনৰ লোকপিয়লতো নেপালীসকলে নিজৰ ভাষা, ধৰ্ম আৰু সম্প্ৰদায় অসমীয়াসকলৰ দৰে একে ধৰণে নথিবদ্ধ কৰাবলৈও তেওঁ আহ্বান জনায়। তাকে কৰিলে তেওঁলোকে আন অসমীয়াৰ সৈতে একেই ৰাজনৈতিক, অৰ্থনৈতিত আৰু জাতীয় অধিকাৰ উপভোগ কৰিবলৈ পাব বুলিও ৰায়চৌধুৰীয়ে আশ্বাস দিয়ে।[১৪৬]

সেই আহ্বানৰ প্ৰতি সঁহাৰি জনায়েই হওক অথবা আগত কৈ অহা ধৰণৰ বাধ্যবাধকতাৰ বাবেই হওক ছবিলাল উপাধ্যায়, ভক্ত বাহাদুৰ প্ৰধান, দলবীৰ সিং লোহাৰৰ দৰে নেপালী মুক্তি যোদ্ধাসকলে গোৰ্খা-নেপালীসকলক নিজৰ মাতৃভাষা অসমীয়া বুলি লোকপিয়লত লিপিবদ্ধ কৰিবলৈ আহ্বান জনালে। বহু সংখ্যক গোৰ্খা-নেপালীয়েই সেইমতে নিজকে অসমীয়া-নেপালী হিচাপে, আৰু মাতৃভাষা অসমীয়া হিচাপে নথিবদ্ধ কৰালে। হৰিপ্ৰসাদ গোৰ্খাৰাই আৰু ধনবাহাদুৰ সোণাৰৰ দৰে বিশিষ্ট নেপালী সাহিত্যিকে গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাত গুৰুত্বপূৰ্ণ ভূমিকা লোৱাৰ উপৰিও অসমীয়া সাহিত্যলৈও লেখৰ বৰঙণি আগবঢ়াইছিল। নেপালী সকলৰ স'তে এনে আত্মীকৰণৰ ধাৰণাৰ প্ৰতি অসমীয়া মধ্য শ্ৰেণীৰ একাংশয়ো সদৰ্থক সঁহাৰি জনাইছিল। ব্ৰিটিছে যেতিয়া কাজিৰঙাৰ গ্ৰেজিয়াৰসকলক ২৪ ঘণ্টাৰ ভিতৰতে ঘৰ-মাটি এৰি উঠি যাবলৈ হুকুম দি ১৯২০ চনত এক জাননী জাৰি কৰিলে তেতিয়া বন বিষয়াসকলে পঞ্চাশ বছৰতকৈও বেছি কাল তাত বসবাস কৰি থকা নেপালী আৰু কিছু

---

১৪৪) নীলাচল, নেপালী বিশেষ সংখ্যা, ৯ মে', ১৯৭৩

১৪৫) Freedom Movement and Role of Indian Nepalese, pp. 91&88

১৪৬) Ibid. p. 102

অসমীয়া আৰু মিচিং গ্ৰেজিয়াৰৰ ঘৰ-দুৱাৰ ভাঙি বৰ্বৰ ভাৱে উচ্ছেদ কৰিলে। ১৯২০ চনৰ ২৬-২৮ ডিচেম্বৰত তেজপুৰত অনুষ্ঠিত আসাম এচ'চিয়েশ্যনৰ সপ্তম বাৰ্ষিক বৈঠকত এই উচ্ছেদৰ বিৰোধিতা কৰা হয়। তাৰ ঠিক পাছতে যোৰহাটত অনুষ্ঠিত জাতীয় সন্মিলনতো উচ্ছেদিত নেপালীসকলৰ পক্ষে দৃঢ় স্থিতি লোৱা হয়। এয়া নিশ্চয় অসমীয়া মধ্য শ্ৰেণীৰ আৰু বে-চৰকাৰী সংগঠনবোৰৰ সদৰ্থক ভূমিকা আছিল।

এই শ্ৰেণীটোৰ এটা সৰু কিন্তু দৃঢ় অংশই নেপালীসকলৰ স'তে অসমীয়াসকলৰ আত্মীকৰণৰ পক্ষে দৃঢ় উদ্যোগ হাতত লৈছিল। টাইম্‌চ্ অৱ আচামৰ কমিউনিষ্ট পন্থী সম্পাদক কেদাৰনাথ গোস্বামীয়ে ডিগবৈৰ ভক্ত বাহাদুৰ প্ৰধান আৰু তেওঁৰ ধৰ্মঘটী সতীৰ্থসকলৰ পক্ষে সক্ৰিয় ভূমিকা লৈছিল। ইফালে নামনিৰ সৰভোগত ব্ৰজনাথ শৰ্মাই নেপালীসকলক সহযোদ্ধা কৰিলৈ ব্ৰিটিছৰ বিৰুদ্ধে সশস্ত্ৰ সংগ্ৰামত নামিছিল। গোৰ্খা-নেপালী, ঝাড়খণ্ডী আদিবাসী, জনজাতিসকলক ঐক্যবদ্ধ কৰি, ৰঙাপাৰাত সদৰ দপ্তৰ কৰি ভূটানৰ নামনিয়ে নামনিয়ে তেওঁ ব্ৰিটিছ বিৰোধী বিদ্ৰোহ গঢ়ি তুলিছিল। তেওঁ গোপন অস্ত্ৰ কাৰখানাও চলাইছিল। ১৯৪২ চনৰ জুলাইত তেওঁৰ আদিবাসী-নেপালী-জনজাতি সশস্ত্ৰ বাহিনীয়ে বেকীৰ পাৰৰ চপ্‌নাত নিৰ্মাণৰত ব্ৰিটিছ বিমান ঘাটিত আক্ৰমণ হানিছিল। শৰ্মাৰ বাহিৰেও সেই বহু জনগোষ্ঠীগত জংগী বাহিনীত শিৱনাথ গোস্বামী, নবীন মেধী, লোকনাথ বৰুৱা, হেমন্ত বৰ্মণ, তাৰা গোস্বামী, কামিনী মোহন শৰ্মা আদি অসমীয়া বিপ্লৱীসকল আছিল।(১৪৭) তেওঁলোকে সৰভোগৰ চপ্‌নাৰ সামৰিক সা-সৰঞ্জাম, এম.ই.এচ. অফিচ, শ্ৰমিকৰ বাবে সজা ঘৰবোৰ চুৰমাৰ কৰোঁতে আন এদল জনতাই সৰভোগ নগৰ আক্ৰমণ কৰিছিল আৰু পুলিচ থানাখন ধ্বংস কৰি পেলাইছিল। চৰকাৰী পৰিদৰ্শন বঙলাটোও ভস্মীভূত কৰি পেলোৱা হৈছিল। 'সংগঠিত গণ উত্থান' বুলি চৰকাৰী ভাৱে বৰ্ণিত এই ঘটনাৰ পাছত ভালে সংখ্যক নেপালীকে ধৰি ৪৩ জন গ্ৰেপ্তাৰ হৈছিল। ব্ৰজনাথ শৰ্মাই কিছুদিন আত্মগোপন কৰি থাকি গ্ৰেপ্তাৰ এৰাই চলিছিল। কিন্তু তেওঁৰ গ্ৰেপ্তাৰৰ পাছতো তেওঁৰ নেপালী-আদিবাসী-জনজাতি-অসমীয়াৰ ৰামধেনুবুলীয়া মৰ্চা বাচি আছিল আৰু বহুদিনলৈকে সক্ৰিয় হৈ আছিল।(১৪৮) এনেকৈয়ে সশস্ত্ৰ আৰু নিৰস্ত্ৰ, স্বাধীনতা সংগ্ৰামৰ দুয়োটা ধাৰাই অসমীয়া আৰু নেপালী ৰাইজৰ মাজত তৃণমূল পৰ্যায়ত ঐক্য জোৰদাৰ কৰাত বৰঙণি আগবঢ়াইছিল।

এই ঐক্য তুলনামূলকভাৱে জোৰদাৰ হোৱা সত্বেও সি একেবাৰে দুৰ্ভেদ্যও নাছিল। আনহাতে অসমীয়া মধ্য শ্ৰেণীয়ে নেপালীসকলৰ প্ৰতি তুলনামূলক ভাৱে দৰদী দৃষ্টি ভংগী লোৱাৰ কেতবোৰ বস্তুগত কাৰণো আছিল। প্ৰথম কথা, সেইসময়ত নেপালীসকলে শিক্ষা, চাকৰি আদি ক্ষেত্ৰত অসমীয়াসকলক প্ৰত্যাহ্বান জনাব পৰা অৱস্থাত নাছিল।

তদুপৰি বহু নেপালীয়ে নিজকে ইতিমধ্যে অসমীয়া ভাষীৰূপে নথিবদ্ধ কৰাইছিল। অসমীয়া আৰু নেপালী দুয়োটা সম্প্ৰদায়েই হিন্দুধৰ্মী হোৱা বাবেই দুয়োপক্ষই পৰাপক্ষত

১৪৭) শিৱনাথ গোস্বামীৰ স্মৃতিগ্ৰন্থ, খাতিকুছি, নলবাৰী, ১৮-৬-১৯৯৯

১৪৮) Political History of Assam, Vol III, pp. 67,87-88 Freedom Movement and Role of Indian Nepalese, p.103

সাদৃশ্য দেখা পাইছিল। নেপালীসকলৰ সংখ্যাও ইমান বেছি নাছিল যে অসমীয়াই তেওঁলোকৰ পৰা অস্তিত্বলুপ্তিৰ আশংকাত ভুগিব। তাৰ বিপৰীতে নেপালীসকলৰ দাবী-দাবাবোৰ নিজৰ অস্তিত্ব ৰক্ষাতে সীমাবদ্ধ আছিল।

কিন্তু সময় যোৱাৰ লগে লগে নেপালীসকলৰ মাজতো এটা মধ্যস্তৰ বিকশিত হ'বলৈ ধৰিলে। তেওঁলোকৰ মধ্যশ্ৰেণী সুলভ দাবী-দাবাবোৰে সাকাৰ ৰূপ লোৱাৰ লগে লগে অসমীয়া মধ্যশ্ৰেণীৰ স্থিতিও কঠোৰ হৈ আহিল। অধ্যাপক নাৰদ উপাধ্যায়ে দেখুৱাইছে যে নেপালী অসমীয়া সম্পৰ্কৰ ভাঙন ধৰিবলৈ ধৰে স্বাধীনতা পৰৱৰ্তী কালতহে। কাৰণ অসমীয়া মধ্যশ্ৰেণীয়ে তেতিয়ালৈ বুজি উঠে যে তেওঁলোকৰ বাবে নেপালীসকলৰ প্ৰয়োজনৰ দিন ইতিমধ্যে উকলি গৈছে। এইবাৰ তেওঁলোকে আৰম্ভ কৰিলে নেপালী বিৰোধী অভিযান। ভাৰতীয় নেপালীক নেপালৰ নেপালীৰে একাকাৰ কৰি তেওঁলোকৰ বিৰোধে উচ্ছেদ আৰু বহিস্কাৰ প্ৰক্ৰিয়া চলিব লাগিল।(১৪৯)

আন এজন নেপালী বুদ্ধিজীবী অধ্যাপক চন্দ্ৰ কুমাৰ শৰ্মাই এই নেপালী বিৰোধী দৃষ্টিভংগীৰ উৎস কংগ্ৰেছৰ ভিতৰতে বিচাৰি পাইছে। তেওঁৰ মতে অসমৰ এজন কংগ্ৰেছী মুখ্যমন্ত্ৰীয়ে ক্ষমতালৈ আহিয়েই নেপালীসকলৰ বিৰুদ্ধে অভিযান আৰম্ভ কৰিছিল। তেওঁৰ তেনে সাম্প্ৰদায়িক নীতিৰ ফলতেই জনজাতীয় বেল্ট-ব্লকত বাস কৰাৰ অধিকাৰ থকা সম্প্ৰদায় বিলাকৰ তালিকাৰ পৰা ১৯৬৯ চনত নেপালীসকল বাদ পৰিছিল। আনকি ব্ৰিটিছ চৰকাৰে নেপালীসকলক দিয়া গ্ৰেজিয়াৰ মৰ্যাদা তথা তাৰ লগত সম্পৰ্কিত কেতবোৰ অধিকাৰো কংগ্ৰেছ চৰকাৰে ১৯৬৯ চনত কাঢ়ি লৈছিল। তাৰ ফলত ৰাজ্যখনৰ বিভিন্ন জনজাতীয় বেল্ট-ব্লকৰ পৰা নেপালীসকল বহিস্কৃত হ'ল। অথচ সেইবোৰ বেল্ট-ব্লক গঠনৰ বহু বছৰ আগৰে পৰা নেপালীসকল তাত বাস কৰি আহিছিল। যিকি নহওক, এইবাৰ মঙলদৈ, উত্তৰ লখিমপুৰ, ধেমাজি, শদিয়া, চাৰিদুৱাৰ, টিৰাপ, কিমিন, লকৰা আৰু শিলচৰৰ পৰা নেপালী সকলৰ উচ্ছেদ চলিল।(১৫০)

১৯৫০ চনৰ ভাৰত-নেপাল চুক্তি নেপালীসকলৰ বাবে আন এক অভিশাপ হৈ আহিল। ই ভাৰত আৰু নেপাল উভয় দেশৰ নাগৰিকক পাৰ পত্ৰ নোহোৱাকৈয়ে পৰস্পৰৰ দেশত প্ৰবেশ কৰাৰ অধিকাৰ দিলে। কিন্তু ই লগতে এক শতিকাৰো অধিক কাল অসমত বাস কৰি থকা নেপালীসকলৰ আইনী মৰ্যাদা আজি নেপালৰ পৰা ভাৰতত প্ৰৱেশ কৰা নেপালীজনৰ সৈতে একাকাৰ কৰি দিলে। তেওঁলোকৰ ওপৰত চলা হাৰাশাস্তি আৰু লাঞ্ছনাই প্ৰায়ে উচ্ছেদ আৰু বহিস্কাৰৰ ৰূপ ধাৰণ কৰিলে। স্বাধীনতা পৰৱৰ্তী কালৰ কংগ্ৰেছী চৰকাৰে নেপালীসকলৰ এই অপমান নিৰ্যাতন প্ৰশমন কৰিবলৈ কুটা এগছো দুডোখৰ নকৰিলে। তেওঁলোকে ভাৰত নেপাল সীমান্তও বন্ধ নকৰিলে, ভাৰত নেপাল চুক্তিও বাতিল নকৰিলে, অথচ সেই চুক্তিৰ সুবাদত অসমলৈ আহি থকা বুলি নেপালী সকলৰ ওপৰত অত্যাচাৰো

---

১৪৯) নীলাচলৰ নেপালী বিশেষ সংখ্যাত প্ৰকাশিত প্ৰবন্ধ ৯/৫/৭৩

১৫০) নীলাচলৰ নেপালী বিশেষ সংখ্যাত (৯/৫/১৯৭৩) প্ৰকাশিত অধ্যাপক চন্দ্ৰকুমাৰ শৰ্মাৰ প্ৰবন্ধ '*অসমবাসী নেপালী সমাজৰ বিশেষ সমস্যা সমূহ*'

অব্যাহত ৰাখিলে। অসম বংগৰ সীমান্তৰ শ্ৰীৰামপুৰ চেকগেটখন উত্তৰ পূৰ্বলৈ অহা যোৱা কৰা সকলো নেপালীৰ ওপৰত লুণ্ঠন আৰু নিৰ্যাতনৰ কেন্দ্ৰত পৰিণত হ'ল। তথাকথিত ৰেষ্ট্ৰিক্টেড এৰিয়াজ পাৰ্মিটো নেপালী নিৰ্যাতনৰ অন্যতম আহিলাহে হ'ল। অসম পুলিচ আৰু অসমীয়া আমোলাতন্ত্ৰই অসমীয়া ৰাজনৈতিক নেতা সকলৰ সহযোগিতাত ৰচনা কৰা এইবোৰ চক্ৰান্তমূলক ব্যৱস্থাই ওচৰ চাপিব খোজা নেপালীসকলকো দূৰলৈ ঠেলি অসমীয়া জাতি গঠন প্ৰক্ৰিয়াক ক্ষতিগ্ৰস্তহে কৰিলে।

১৯৭৯-৮৩ চনৰ বিদেশী বিতাড়ণ আন্দোলনৰ সময়তে নেপালী বিৰোধী অভিযানে চৰম সীমা চুলেগৈ। অৱশ্যে এই গ্ৰন্থৰ পূৰ্বনিৰূপিত সময়সীমাৰ সি পাছৰ কথা। এই গ্ৰন্থৰ দ্বিতীয় খণ্ডত সেইবিষয়ে আলোচনা কৰাৰ ইচ্ছা আছে। এতিয়া ইমানকে কৈ থওঁ যে উক্ত আন্দোলনত বহু নেপালীয়ে যোগ দিছিল আৰু তেওঁলোকৰ ছজনে ইয়াত প্ৰাণো দিছিল বুলি কোৱা হয়।[১৫১] অথচ তেওঁলোকে আন্দোলনকাৰীৰ আক্ৰমণৰ পৰা বাচিব পৰা নাছিল। তেওঁলোকৰ বহুতকে হত্যা কৰা হৈছিল, বহুত হৈছিল গৃহহাৰা, আৰু সমগ্ৰ সম্প্ৰদায়টোৱেই বিদেশী মাৰ্কা পিঠিত লগাৰ পৰাৰেহাই পোৱা নাছিল।এই আন্দোলনে অসমীয়া-নেপালী মিলন প্ৰক্ৰিয়াক বাধাগ্ৰস্ত কৰি অসমীয়া জাতি গঠন প্ৰক্ৰিয়াকে ক্ষতিগ্ৰস্ত কৰি তুলিছিল। অৱশ্যে সেই প্ৰসংগ পাছলৈ থৈছোঁৱেই।

## অনুসুচিত জনজাতিঃ প্ৰাপ্যৰ সন্ধানত ভূমিসন্তান

*Assam is the tract where the Indo-Mongoloid elements are present in their largest numbers in India. In Assam they dominated the scene, politically mostly and to some extent culturally also (although in the matter of culture including religion, the composite culture of the Ganges valley has always outward victory). Excepting members of a few of the higher castes from the west (and these are as much mixed Austric Dravidian-Aryan as any) most of the people are Indo-Mongoloid, with some Austric and Dravidian stratum. The Indo- Mongoloid inheritance therefore belongs in a manner to the peoples of Assam.'*- Dr. S.K.Chattarjee.

এই মংগোলীয় জনজাতিসকলৰ মাজত আছে বড়ো, মিচিং, দেউৰী, ৰাভা, সোনোৱাল, ঠেঙাল, তিৱা, ডিমাছা, বৰ্মণ, হোজাই, মেছ, (সকলো ভৈয়ামৰ) আৰু ডিমাছা, কাৰ্বি, হাজং, চাক্‌মা, হ্মাৰ, লাখেৰ, মান, মিজো, নাগা, পাবি, কুকি, চিংতেং, আৰু খাচী,(সকলো পাহাৰৰ)। এই জনজাতীয় উপাদানে অসমীয়া জনজীৱনৰ ভাষা, সংস্কৃতি, আৰু জীৱনযাত্ৰাক সামগ্ৰিকভাৱে প্ৰভাৱান্বিত কৰিছে।

---

১৫১) হেমন্ত বৰ্মন সম্পাদিত শ্ৰীমৰী, নেপালী বিশেষ সংখ্যা, ১-১৫ ডিচেম্বৰ, ১৯৯৪

আজি কিছুদিনৰ আগলৈকে এই জনজাতিসকলৰ বহুতেই নিজকে অসমীয়া বুলি গণ্য কৰিছিল। অসমৰ ভৈয়াম জনজাতিসকলৰ উপৰিও পাহাৰৰ আংগামী, আও, চাখেচাং, চাং, কাবুই, খিয়াংগাম, কন্যাক, লোথা, ৰুম, পচুৰী, ৰেংমা, চাংতাম, চেমা, য়িমচাংগাৰ, জেলিয়াং, (সকলো বৰ্ত্তমান নাগালেণ্ডৰ) সকলে নাগামীজ কয়। সেইদৰে অৰুণাচলৰ মিলং, মিয়ং, পদলম, পালিলিব, পাংগি, পাবি, টাংগাগাম, আপাতানি, বাগনি, খামিয়াং, খোৱা, বুগুন, মিজি, হিল মিৰি, মিচিমি, মনপা, চেৰদুকপেন, চিংফৌ, আনি আৰু তাংচাসকলেও নেফামিজ বা অৰুণামিজ কয়। নাগামিজৰ দৰে ইও অসমীয়াৰে এটা মিশ্ৰিত ৰূপ।[১৫২]

অসমৰ ভৈয়াম এলেকাৰ বাসিন্দা জনজাতিসকলে এহেজাৰ বছৰৰো বেছিকাল অসমীয়া জনজীৱনৰ লগত সংহতি আৰু ক্ৰমাগত আত্মীকৰণৰ প্ৰক্ৰিয়াত চামিল থকাৰ বিপৰীতে পাহাৰীয়া জনজাতিসকল নিৰ্মীয়মান বৰ অসমৰ স্বেচ্ছামূলক অংশীদাৰ আছিল। পাছে পৰবৰ্তীসময়ত কিহে এই সম্পৰ্ক লণ্ডভণ্ড কৰিলে? কিহে বিগত দিনৰ বিশ্বস্ত বন্ধুক ক্ষুব্ধ, ক্ৰুদ্ধ কৰি তুলিলে? কিয় এতিয়া অসমৰ ভৈয়াম জনজাতিসকলকো অসমৰ জাতি গঠন প্ৰক্ৰিয়াৰ অপৰিহাৰ্য অংশীদাৰ বুলি গণ্য কৰাত বাধা আহি পৰিছে? তেওঁলোকক এই প্ৰক্ৰিয়াৰ প্ৰান্তিক সত্তাহে বুলিব পাৰি। এই নেতিবাচক বিকাশবোৰ নিশ্চয় চিন্তাৰ বিষয়। তাৰ পম খেদি আমি প্ৰথমতে কেতবোৰ তথ্য দাখিল কৰিছোঁ। কটন কলেজৰ পৰা প্ৰকাশিত জনজাতীয় মুখপত্ৰ 'নায়ক'ৰ লগত সক্ৰিয়ভাৱে জড়িত ৰজনীকান্ত হাজৰিকাই বৰ্ণনা কৰিছে কেনেকৈ সোণোৱাল কছাৰীসকলে আউনীআটীৰ সত্ৰাধিকাৰ লীলাকান্ত দেৱগোস্বামীৰ লগত উত্তপ্ত তৰ্কত লিপ্ত হৈছিল। ১৯২০ৰ দশকৰ প্ৰথমৰ ছোৱাত উক্ত সত্ৰাধিকাৰ জনে সোণোৱালসকলক শূদ্ৰ হিচাপে আখ্যা দিব খুজিছিল। সোণোৱাল কছাৰীসকলে এনে আখ্যাৰ প্ৰবল বিৰোধিতা কৰাত গোস্বামীও ক্ষুব্ধ হৈ উঠে। তেওঁ বোলে সোণোৱাল কছাৰীসকলক এমাহৰ ভিতৰত মৰাৰ বাবে শাও দিয়ে। তেওঁলোকেও বোলে গোঁসাইক এমাহৰ ভিতৰত মৰিবলৈ শাও দিয়ে।[১৫৩] এজন গুৰু আৰু তেওঁৰ শিষ্যসকলৰ মাজত তৰ্ক বিতৰ্কৰ এই চৰমতাই বিষয়টোৰ বিস্ফোৰক চৰিত্ৰ, আৰু নিম্নতৰ জাতি-বৰ্ণ-সম্প্ৰদায় সমূহৰ প্ৰতি সত্ৰ সমূহৰ নিতান্ত অৱহেলাৰে সাক্ষ্য ডাঙি ধৰে।

বিশিষ্ট তিৱা নেতা বলাইৰাম সেনাপতিয়ে অভিযোগ কৰিছিল যে, শংকৰী বৈষ্ণৱ ধৰ্মৰ জৰিয়তে জনজাতিসকলক কোচত পৰিণত কৰাৰ প্ৰক্ৰিয়া চলোৱা হৈছিল, যাৰ ফলত জনজাতিৰ সংখ্যা কমি গৈছিল উদ্বেগজনকভাৱে। তেওঁ তিনিটা ক্ৰমাগত লোকপিয়লত তিৱা সকলৰ জনসংখ্যা দেখুৱাই তাৰ প্ৰমাণ ডাঙি ধৰিছে।

**তালিকা ঃ ২**

| ১৮৭২ | ১৮৯১ | ১৯০১ |
|---|---|---|
| ৩৪,৮৫৯ | ৫২,৪২৩ | ৩৫,৫১৩ |

১৫২) K.S. Singh & S. Monohoran: **Languages and Scripts**, (People of India series, Vol IX, A.S.I., O.U.P., Delhi, 1993)

১৫৩) বৰগোল কছাৰী গুপ্ত ইতিহাস, পৃষ্ঠা ১৮৭

১৮৯১-১৯০১ সময়ছোৱাত তিৱাসকলৰ সংখ্যা স্বাভাৱিক ভাবে বৃদ্ধি পোৱাৰ পৰিবৰ্তে ১৬,৯০১ জন তিৱা ব্যক্তি নিৰুদ্দেশহে হোৱা আমি ইয়াত দেখা পাইছো। এয়া বৈষ্ণৱ ধৰ্মান্তৰণৰে প্ৰভাৱ বুলি সেনাপতিয়ে কৈছে। ইয়াৰ ফলত জনজাতি জনগোষ্ঠীটো সংখ্যালঘিষ্ঠ হৈ বিলুপ্ত হোৱাৰ উপশম হয়। এখন বিধান সভাৰ আসনো তেওঁলোকে নিজৰ জোৰত লাভ কৰিব নোৱাৰা হয়।[১৫৪]

বিশিষ্ট মিচিং নেতা তথা মিচিং বাঃনী কৌবাঙৰ তিনি দশক জোৰা সভাপতি (১৯৫৫-৮৫) মালচন্দ্ৰ পেগুৱে জনায় যে প্ৰথমজন মিচিং গ্ৰেজুৱেট চাৰুচন্দ্ৰ দলেও, যি মিচিং বাঃনী কৌবাঙৰ এজন প্ৰতিষ্ঠাপক আছিল, মিচিংসকলক সত্ৰাধিকাৰে শৰণ দিয়াৰ বিৰোধী আছিল। তেওঁৰ মতে এনে শৰণে মিচিংসকলক পতনৰ ফালেহে ঠেলি দিয়ে। তেওঁ সত্ৰাধিকাৰসকলে মিচিংসকলক জাতিগতভাৱে বিভাজন কৰাৰ আৰু অন্ধবিশ্বাসৰ বলি কৰাৰ অভিযোগো তোলে।[১৫৫]

সাহিত্য অকাডেমী বিজয়ী বিশিষ্ট সাহিত্যিক মেদিনী চৌধুৰীৰ দেউতাক, তথা শৰণীয়া কছাৰী সম্প্ৰদায়ৰ বিশিষ্ট নেতা হিতৰাম চৌধুৰী কেনেকৈ জীৱনৰ শেহৰ ফালে বৰ্ণহিন্দু আৰু সত্ৰাধিকাৰসকলৰ বিভাজনবাদী নীতিত অতীষ্ঠ হৈ উঠিছিল সেই বিষয়ে মেদিনী চৌধুৰীয়ে লিখি গৈছে। তেওঁৰ দেউতাকে সত্ৰীয়াসকলৰ লগত যিকোনো সংস্পৰ্শ পৰিত্যাগ কৰিছিল, তেওঁ আনকি বামুণীয়া আচাৰ অনুষ্ঠানৰ পৰাও আঁতৰি আহিছিল।[১৫৬]

...এনেবাৰ উদাহৰণে আমাক বুজাই দিয়ে অসমীয়া ধৰ্মীয় পন্থাবোৰৰ লগত বড়োসকলৰ সম্পৰ্ক নাই কিয়। আজি বড়ো সকলৰ ১০ শতাংশও অসমীয়া কোনো ধৰ্মীয় অনুষ্ঠানৰ লগত জড়িত নহয়। গুৰুদেৱ কালীচৰণ ব্ৰহ্মৰ নেতৃত্বত তেওঁলোকৰ এটা ডাঙৰ অংশই বংগৰ স্বামী শিৱ নাৰায়ণ পৰমহংসৰ দ্বাৰা প্ৰবৰ্তিত ব্ৰহ্ম ধৰ্মত (ব্ৰাহ্ম নহয়) দীক্ষা ল'লে। বংগৰেই অনুকুল চন্দ্ৰৰ শিষ্য হ'ল আৰু আৰু বহু বড়ো লোক। তৃতীয় এটা গুৰুত্বপূৰ্ণ অংশ খ্ৰীষ্টিয়ান হ'ল আৰু চতুৰ্থ এটা বুজন অংশই তেওঁলোকৰ প্ৰাচীন জড়বাদী বাথৌ পূজাকেই কৰি থাকিল। একেদৰে কাৰ্বিসকল বিভক্ত হ'ল খ্ৰীষ্টিয়ান ধৰ্ম আৰু আদি জড়বাদী বিশ্বাস হংহাৰী পন্থাৰ মাজত, মিচিংসকল খ্ৰীষ্টিয়ান ধৰ্ম আৰু ডঞি পল' জড়বাদী বিশ্বাসৰ মাজত...। এই সকলো ক্ষেত্ৰতে এটা কথাৰ মিল আছে। সেয়া হ'ল জনজাতি সকলৰ এই ধৰ্মীয় আন্দালনো এহাতেদি অসমীয়া উগ্ৰজাতীয়তাবাদ আৰু আনহাতে ব্ৰাহ্মণ্যবাদী জাতি বৰ্ণবাদৰ বিৰুদ্ধে এক প্ৰতিবাদ আছিল। ইয়াৰ ফলত সামাজিক, সাংস্কৃতিক আৰু ভাষিক ক্ষেত্ৰত বিৰাজ কৰা বিভাজন ধৰ্মীয় ক্ষেত্ৰলৈয়ো সম্প্ৰসাৰিত হৈছিল।

এইখিনিতে উল্লেখযোগ্য যে মিচিং আৰু তিৱাসকলৰ একাংশ অসমীয়া বৈষ্ণৱ বাদৰ প্ৰতি এসময়ত আকৰ্ষিত হৈছিল। তাতোকৈ গুৰুত্বপূৰ্ণ কথা হ'ল মিজো, গাৰো, নাগা, খাচী সকল সামগ্ৰিক ভাৱেই খ্ৰীষ্টিয়ান হৈ পৰিছিল। অৱশ্যে সোণোৱাল কছাৰী আৰু ঠেঙাল

---

১৫৪) তিৱা মাথনলাই তথ্ৰাৱ ১৯৯৫ চনৰ জাগীৰোড অধিবেশনৰ স্মৃতিগ্ৰন্থ পৰাবেশৰাকত প্ৰকাশিত প্ৰবন্ধ
১৫৫) মিচিং বাঃনী কৌবাঙৰ ১৯৮৪ চনৰ কঠালগুৰি অধিবেশনৰ স্মৃতিগ্ৰন্থঃ মিয়োঙত প্ৰকাশিত
১৫৬) নাৱৰু, তীমবৰ দেউৰী বিশেষ সংখ্যা, নৱেম্বৰ, ১৯৪৯

কছাৰীসকল বিগত তিনি শতিকামান জুৰি অসমীয়া বৈষ্ণৱবাদৰ লগতে সাঙোৰ খাই পৰিলেও তাতো যে ভিতৰৰ পৰাই প্ৰত্যাহ্বান আছে, তাৰ প্ৰমাণ হৈছে ৰজনী হাজৰিকাৰ সোণোৱাল কছাৰী সম্পৰ্কীয় সাক্ষ্য।

এই সুগভীৰ সামাজিক, ধৰ্মীয়, সংস্কৃতিক বিভাজনে শিক্ষাক্ষেত্ৰখনকো ৰেহাই নিদিলে। জনজাতিসকলৰ শৈক্ষিক অনগ্ৰসৰতাৰ কথাটোত কোনো বিতৰ্ক নাই। অনগ্ৰসৰতাৰ কাৰক কি, সেই সম্পৰ্কে বিতৰ্ক থাকিব পাৰে। উদাহৰণস্বৰূপে ১৯৪৭ চনত আচাম প্লেইনচ ট্ৰাইবেল লীগে দাখিল কৰা এখন স্মাৰকপত্ৰত সেইসময়ত জনজাতিসকলৰ সাক্ষৰতা ৫ শতাংশৰ বেছি নহয় বুলি কোৱা হৈছিল।(১৫৭) সচাকৈয়ে ১৯৩১ চনতো পাঁচ বছৰৰ ওপৰৰ ল'ৰাৰ সাক্ষৰতাৰ হাৰ আছিল ৩.১ শতাংশ আৰু ছোৱালীৰ ০.৪ শতাংশ। ১৯২১ চনত সেই পৰিসংখ্যা আছিল ক্ৰমে ১.৯ শতাংশ আৰু ০.২শতাংশ। ১৯২১ চনত ইংৰাজী সাক্ষৰ জনজাতিৰ সংখ্যা আছিল ০.১ শতাংশ। একদশকৰ পাছত, অৰ্থাৎ ১৯৩১ চনতো আখৰ চিনা জনজাতি ০.১ শতাংশই থাকিল। ১৯৩১ চনত বড়ো-কছাৰীসকলৰ হিচাপ বেলেগকৈ উলিৱাত দেখা গৈছিল যে তেওঁলোকৰ পুৰুষসকলৰ সাক্ষৰতাৰ হাৰ ৬.২ শতাংশ আৰু নাৰীৰ মাত্ৰ ৩ শতাংশ। ১৯৩১ চনৰ লোকপিয়ল প্ৰতিবেদনে এইটোও দেখুৱাই দিয়ে যে কেতবোৰ জাতি-জনজাতিৰ অৱস্থা আৰু শোচনীয় আছিল। উদাহৰণস্বৰূপে কাৰ্বি সকলৰ কথাই ক'ব পাৰি। তেওঁলোকৰ শিক্ষাৰ বাবে চৰকাৰে প্ৰকৃতাৰ্থত একোৱেই কৰা নাই বুলি মন্তব্য কৰি উক্ত পিয়লৰ প্ৰতিবেদনত দেখুৱা হৈছিল যে কাৰ্বি পুৰুষৰ সাক্ষৰতা মুঠেই ১.৩ শতাংশ; ২৬,০০০ কাৰ্বি মহিলাৰ ভিতৰত মাত্ৰ ৫ গৰাকীহে সাক্ষৰ।(১৫৮)

আমি যদি এই পৰিসংখ্যাসমূহক ব্ৰাহ্মণ আৰু বৈদ্য সম্প্ৰদায়ৰ তথ্যৰে সৈতে তুলনা কৰি চাওঁ, তেতিয়া দেখো যে সেই সময়ছোৱাতে ব্ৰাহ্মণ পুৰুষ আৰু নাৰীৰ সাক্ষৰতাৰ হাৰ আছিল ক্ৰমে ৭২.১ শতাংশ আৰু ১৯.৪ শতাংশ। (এই ক্ষেত্ৰত বয়স আছিল সাত আৰু তাৰ ওপৰৰ।) সেইদৰে বৈদ্য সকলৰ মাজত ৮৬.৮ শতাংশ পুৰুষ আৰু ৬৫.৯ শতাংশ নাৰী সাক্ষৰ আছিল। ১৯৩১ চনৰ লোকপিয়ল আয়ুক্তই সেয়েহে এইবুলি মোখনি মাৰিছিল ঃ

*আন কথাত ক'বলৈ গ'লে পাছপৰা জাতি বিলাকৰ পুৰুষতকৈ ব্ৰাহ্মণ পুৰুষৰ সাক্ষৰতা দহগুণ বেছি আৰু সেই বিলাক সম্প্ৰদায়ৰ নাৰীতকৈ ব্ৰাহ্মণ নাৰীৰ ৪০ গুণ বেছি।*(১৫৯)

কিন্তু এই দহ গুণৰ পৰা চল্লিশগুণ পাৰ্থক্যৰ ব্যাখ্যা কি? তাক ব্যাখ্যা কৰাৰ আগতে আমি আৰু কিছু তথ্য বিচাৰ কৰি লওঁহক। যথাঃ

১৯৪৭ চনলৈকে মাত্ৰ তিনিজন অনুঃজনজাতি ছাত্ৰইহে মেডিকেল পঢ়াৰ বাবে বৃত্তি লাভ কৰিছিল। তেওঁলোক আছিল ক্ৰমে খগেন্দ্ৰ নাথ ব্ৰহ্ম, চন্দ্ৰমোহন ব্ৰহ্ম আৰু ফণীধৰ বৰা।(১৬০)

---

১৫৭) Bodo (Kachari) p. 34 - 38
১৫৮) Ibid
১৫৯) 1931 Census Report, Chapter on Literacy, p. 158
১৬০) নায়ক, চতুৰ্থ খণ্ড, দ্বিতীয় সংখ্যাত প্ৰকাশিত বজুৰাম কছাৰীৰ প্ৰবন্ধ।

১৯৫৫ চনলৈকে মিচিঙৰ মাজত গ্ৰেজুৱেট আছিল মাত্ৰ ১৯ জন।[১৬১]

আমাৰ আলোচ্য সময়ছোৱাৰ সামৰণিতে বিভিন্ন জনজাতি গোষ্ঠীবিলাকৰ সাক্ষৰতা এনেধৰণৰ আছিল ঃ

| তালিকা ঃ ৩ | | |
|---|---|---|
| ১. | দেউৰী | ৩৩.৬৫% |
| ২. | মেছ | ২৭.১২% |
| ৩. | সোণোৱাল | ২৫.১২% |
| ৪. | লালুং (তিৱা) | ২০.৯৪% |
| ৫. | মিচিং | ২০.৪০% |
| ৬. | বড়ো | ১৯.৮৩% |
| ৭. | ৰাভা | ২২.৬৯% |

এতিয়া এই পৰিসংখ্যাক ৰাজ্যখনৰ গড় সাক্ষৰতাৰ (১৯৬১ চনত ২৭.১৪%) লগত তুলনা কৰি কৰি চাওক। দেখা পাব যে শিক্ষাৰ ক্ষেত্ৰত জনজাতি আৰু বৰ্ণহিন্দুসকলৰ মাজত বিৰাজ কৰিছিল এক বিৰাট ব্যৱধান।

১৯৩০ বা ’৪০ ৰ দশকৰ কথা বাদেই দিলো, কুৰি শতিকাৰ শেহলৈকেও জনজাতিসকলে শিক্ষাৰ ক্ষেত্ৰত তেওলোকৰ প্ৰাপ্য পোৱা নাছিল। এজন গৱেষকে দেখুৱাইছে কেনেকৈ গুৱাহাটী বিশ্ববিদ্যালয়ৰ জন্মলগ্নত গোপীনাথ বৰদলৈয়ে ই সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰ জনজাতিসকলক উপকৃত কৰিব বুলি ঘোষণা কৰিছিল, তথাপিও প্ৰকৃতাৰ্থত জনজাতিসকলৰ এজনেও বিশ্ববিদ্যালয়ৰ শিক্ষক হ'বলৈ বহু বছৰ অপেক্ষা কৰিব লগা হৈছিল। এক প্ৰতিবেদন অনুসৰি আনকি কুৰি শতিকাৰ আশীৰ দশকতো বিশ্ববিদ্যালয়খনৰ ২৬৭ জনীয়া অধ্যাপকমণ্ডলীৰ মাজত মাত্ৰ এজন আছিল জনজাতীয়।[১৬৩]

শীৰ্ষ শিক্ষানুষ্ঠান সমূহৰ শিক্ষকমণ্ডলীত জনজাতিসকলৰ এনে অনুপস্থিতি আৰু উচ্চবৰ্ণৰ লগত তেওঁলোকৰ শিক্ষাৰ হাৰৰ দহগুণৰ পৰা চল্লিশগুণ পাৰ্থক্যৰ বিষয়ে জনজাতিসকলে নিজেই ব্যাখ্যা আগবঢ়াইছে। উদাহৰণস্বৰূপে কটন কলেজৰ পৰা প্ৰকাশিত জনজাতিসকলৰ মুখপত্ৰ 'নায়ক'ৰ অন্যতম নায়ক ৰজনীকান্ত হাজৰিকাই যুক্তি দিছিল যে স্কুল-কলেজ আৰু ছাত্ৰাবাসবিলাকত কছাৰী জনজাতিসকলক অনা-হিন্দু বা শূদ্ৰ বুলিয়েই প্ৰবেশাধিকাৰ দিয়া নহয়। যিসকলে তাৰ মাজেদিও সৰকি শিক্ষা ল'বলৈ সক্ষম হৈছে, সেয়া

১৬১) মিচিং বাংলী কাঁবাঙৰ স্মৃতিগ্ৰন্থঃ মিৰেমাং, কঠালগুৰি, ১৯৮৯ ৰ সম্পাদকীয়।
১৬২) ১৯৬১ চনৰ লোকপিয়ল।
১৬৩) Dr. M. Hussain: **Assam Movement : Class, Ideology and Identity**, p.178

তেওঁলোকে কৰিছে নিজৰ জনজাতীয় পৰিচিতি গোপন কৰিছে। তেওঁলোকে কলিকতালৈ গৈহে শিক্ষা ল'ব পাৰিছিল। তেওঁৰ মতে অস্পৃশ্যতাই আছিল জনজাতিসকলক শিক্ষাৰ পৰা বঞ্চিত কৰা বৃহত্তম কাৰক। তেওঁ সেই দিনবোৰক 'জাতীয় ট্ৰেজেডীৰ দিন' বুলিও বৰ্ণনা কৰিছে।[১৬৪]

মিচিং নেতা তথা মিচিং আগম কৌবাঙৰ এসময়ৰ প্ৰধান সম্পাদক শিৱৰাম পেগুৱেও মিচিংসকলৰ শৈক্ষিক অনগ্ৰসৰতাৰ বাবে অস্পৃশ্যতাকে প্ৰধানতঃ দায়ী কৰিছে। তেওঁলোকক বিদ্যামন্দিৰ, টোল, সত্ৰ আদিত প্ৰৱেশাধিকাৰ দিয়া হোৱা নাছিল। বৰ্ণহিন্দু ছাত্ৰসকলে তেওঁলোকৰ লগত আনকি ব্ৰিটিছ -প্ৰতিষ্ঠিত বিদ্যালয়তো বহিবলৈ অস্বীকাৰ কৰিছিল বুলি পেগুৱে কৈছে। ১৯৩৪ চনতো জনজাতি ছাত্ৰবৃন্দক ছাত্ৰাবাসত থাকিবলৈ দিয়া নহৈছিল বুলি তেওঁ সাক্ষ্য আগবঢ়াইছে। তেওঁ ইয়াত এটি চমৎকাৰ তথ্য উদ্‌ঘাটন কৰিছে। সেয়া হৈছে সত্ৰৰ শিষ্য হোৱা কোনো মিচিঙেই প্ৰৱেশিকা পৰীক্ষা পৰ্যন্ত উত্তীৰ্ণ হ'বলৈ সক্ষম হোৱা নাই।[১৬৫]

ভীমবৰ দেউৰীৰ অভিজ্ঞতায়ো একেই কথা কয়। প্ৰাক্-স্বাধীনতা কালৰ বিধান পৰিষদৰ সদস্য, তথা মন্ত্ৰী ভীমবৰ দেউৰীয়ে ৰাজ্যিক বিধান পৰিষদত এনেকৈ কৈছিলঃ '*চৰকাৰে অনুগ্ৰহ কৰি ক'বনে, অসম উপত্যকাৰ জিলাসমূহৰ কোন কোন চৰকাৰী আৰু চৰকাৰী সাহায্যপ্ৰাপ্ত হাইস্কুলৰ ছাত্ৰাবাসৰ ভোজন কক্ষত জনজাতি ছাত্ৰক প্ৰৱেশ কৰিবলৈ দিয়া হয় আৰু ক'ত ক'ত নহয়?*'

দেউৰীয়ে এই কথাও উদঙাই দিছিল যে জনজাতি ছাত্ৰ-ছাত্ৰীৰ সংখ্যা গৰিষ্ঠতা থকা বিদ্যালয়ৰ বাবে নিৰ্ধাৰিত অনুদান অবৈধভাবে ৫ শতাংশতকৈয়ো কম অনুঃজনজাতি থকা বিদ্যালয়ত বিলাই দিবলৈ দিছিল। সংশ্লিষ্ট বিভাগৰ কংগ্ৰেছ মন্ত্ৰী ৰোহিণী কুমাৰ চৌধুৰীয়ে বিধান পৰিষদৰ মজিয়াত এই কথা স্বীকাৰ কৰি ক'ব লগা হৈছিল যে অসমৰ তেতিয়াৰ কংগ্ৰেছী প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈৰ মৌখিক নিৰ্দেশমতে সেই ধন তেনেকৈ ব্যয় কৰা হৈছিল। শিক্ষা বিভাগৰ মন্ত্ৰীজনে জে.বি. কলেজৰ ছাত্ৰাবাসত জনজাতি ছাত্ৰক ভৰ্তি কৰা হয় বুলি কোৱাৰ পাছতো দেউৰী পতিয়ন যোৱা নাছিল।

দেউৰীৰ এই আশংকা অমূলক নাছিল। আমাৰ সৰ্বোৎকৃষ্ট সৰ্বাগ্ৰগণ্য উচ্চ শিক্ষানুষ্ঠান কটন কলেজৰ ছাত্ৰাবাসত থাকিবলৈ গৈ দেউৰী নিজেই অতিশয় তিক্ত অভিজ্ঞতাৰ সন্মুখীন হৈছিল। তাৰ জনজাতি ছাত্ৰসকল নিকৃষ্টধৰণৰ অস্পৃশ্যতাৰ বলি হৈছিল। তেওঁলোকক ৰাজহুৱা ভোজন ঘৰত খাবলৈ দিয়া নহৈছিল।[১৬৬] এই জঘন্য বৰ্ণবাদৰ বিৰুদ্ধে দেউৰী আৰু তেওঁৰ সতীৰ্থ সকলে কঠোৰ সংগ্ৰাম কৰিব লগা হৈছিল।

কছাৰী সম্প্ৰদায়ে চাইমন কমিশ্যনৰ ওচৰত দাখিল কৰা এখন স্মাৰক পত্ৰতো এই সামাজিক বৈষম্যৰ প্ৰসংগটোৱেই আগ ঠাই পাইছিল। ১৯২৮ চনৰ আগষ্টত যোৰহাট জিলাৰ

---

১৬৪) মহেশ্বৰ কছাৰী গুপ্ত ইতিহাস, পৃ. ১৭৪

১৬৫) মিচিং আগম কৌবাঙৰ দশম অধিবেশনৰ স্মৃতিগ্ৰন্থত প্ৰকাশিত প্ৰবন্ধ, জনাই, ১৯৮৯

১৬৬) ভীমবৰ দেউৰীৰ পঞ্চাশতম মৃত্যু বাৰ্ষিকীত প্ৰকাশিত স্মৰণিকাত ইন্দিবৰ দেউৰীৰ প্ৰবন্ধ।

তিতাবৰত অনুষ্ঠিত কছাৰী সম্প্ৰদায়ৰ সম্মিলনত এনেকৈ প্ৰস্তাৱ লোৱা হৈছিল, যে ঃ

*Resolved that as the Kachari students are not allowed to live together with other students, this meeting is of the opinion that separate living rooms be provided in each ME school, High school and College.*(১৬৭)

এয়া বিশিষ্ট জনজাতীয় বুদ্ধিজিৱী মেদিনী চৌধুৰীৰ অভিজ্ঞতাৰ লগতো সংগতি পূৰ্ণ। নিজৰ বিদ্যালয়ৰ অনুষ্ঠান এটাত মঞ্চৰ ওপৰত থিয় হৈ কিবা ক'ব খোজোঁতেই চৌধুৰীয়ে শুনিছিল তলৰপৰা এটা চিঞৰ, 'কাছুৰী, মাতব' নালগে'। আন জনজাতীয় ছাত্ৰসকলৰ লগতে চৌধুৰীকো বিদ্যালয়ত অনুষ্ঠিত সংকীৰ্তন অনুষ্ঠানৰপৰা নিলগাই ৰখা হৈছিল। এই অপমানৰ বাবেই চৌধুৰীয়ে তেওঁৰ অপমানকাৰী বিলাকতকৈ ভাল অসমীয়া ক'বলৈ আৰু এদিন ভাল অসমীয়া লিখিবলৈ প্ৰতিজ্ঞা কৰিছিল।(১৬৮) সময়ত এই প্ৰতিজ্ঞাৰ পৰিণতিতে চৌধুৰীয়ে সাহিত্য অকাডেমী বঁটা জিনিবলৈও সমৰ্থ হৈছিল।

এনে পৰিস্থিতিত পৰিয়েই ভীমবৰ দেউৰীয়ে এদিন অসম বিধান পৰিষদৰ মজিয়াত কৈ উঠিছিল জনজাতিসকলৰ শিক্ষাৰ বাবে যদি চৰকাৰৰ টকাৰ অভাৱ, তেনেহ'লে জনজাতিসকলৰ ওপৰত কৰ লগায়েই সেই ধন সংগ্ৰহ কৰা হওক। প্ৰধান মন্ত্ৰী চাৰ চৈয়দ চাদুল্লাই সেই প্ৰস্তাৱতে ভেজা দি মাটিৰ খাজনা ৰেহাই দিবলৈ জনজাতিসকলে কৰা দাবী খাৰিজ কৰিছিল। (ভাৱটো এনেকুৱাঃ যে শিক্ষাৰ কাৰণে বেলেগে কৰ দিবলৈ তোমালোকৰ যদি ইমানেই ধন, খাজনা ৰেহাই লাগে কিয় ?) উত্তৰত দেউৰীয়ে কৈছিল, ঃ জনজাতিসকলেই হৈছে অসমৰ আটাইতকৈ দুখীয়া আৰু পাছপৰা সম্প্ৰদায়। তেওঁলোকৰ মাজত নিৰক্ষৰতা হৈছে ভয়ংকৰ আৰু উচ্চ শিক্ষিত লোকো অতি বিৰল। চৰকাৰৰ সাহায্যত তেওঁলোকৰ সন্তান-সন্ততিৰ শিক্ষাৰ বাবে এক বিশেষ পুঁজি গঢ়ি নুতুলিলে তেওঁলোক পাছ পৰিয়েই থাকিব। **তেওঁলোকৰ এই দাৰিদ্ৰ্যইহে তেওঁলোকক এনে (কৰ আৰোপৰ) প্ৰস্তাৱ দিবলৈ বাধ্য কৰিছে।**(১৬৯) (গুৰুত্ব প্ৰদান আমাৰ)

জনজাতিসকলৰ শৈক্ষিক অনগ্ৰসৰতাৰ বাবে অগ্ৰসৰ সম্প্ৰদায়বোৰক প্ৰত্যক্ষভাবে দোষী সাব্যস্ত কৰি দেউৰীয়ে কয় যে যিসকলে ইতিমধ্যে বহু সুবিধা উপভোগ কৰিলে, এতিয়া সি সকলে আনৰ বাবে ত্যাগ কৰা উচিত।

এইখিনি আলোচনাৰ পৰা আমি নিশ্চয় এনেকৈ মোখনি মাৰিব পাৰোঁ যে ব্ৰিটিছ সাম্ৰাজ্যবাদ জনজাতি তথা আন পাছপৰা সম্প্ৰদায়বোৰক শিক্ষা দিয়াত বিশেষ উৎসাহী নাছিল আৰু সি নিজৰ প্ৰশাসন যন্ত্ৰ চলাবপৰাকৈ এমুঠিমান স্থানীয় শিক্ষিত মানুহহে বিচাৰিছিল। বৰ্ণহিন্দুসকলৰ যিহেতু ঐতিহাসিকভাৱেই পঢ়া শুনাৰ লগত সম্পৰ্ক আছিল সেয়েহে তেওঁলোক ব্ৰিটিছৰ প্ৰথম পছন্দ আছিল, তেহেলৈ জনজাতি-দলিতসকল আন্ধাৰতে পৰি থাকক! বৰ্ণহিন্দুসকলো ব্ৰিটিছৰ বদান্যতাৰ বাবে ব্যগ্ৰ আছিল। তাৰ বাবে তেওঁলোকে বিদ্বেষ-বৈষম্যৰ

১৬৭) Memorandum of the Kachari Community before the Simon commission, 14-09-1928.
১৬৮) **The Assam Tribune** ত মেদিনী চৌধুৰীৰে সাক্ষাৎকাৰ, ২৫-৭-১৯৯৮
১৬৯) **Assam Legislative Council Debates**, 1940, pp 102-107

নীতি বলবৎ কৰাত বৰগুণি যোগাবলৈও পাছ হোঁহকা নাছিল। এই নীতিয়ে জনজাতিসকলক অজ্ঞতা আৰু নিৰক্ষৰতালৈ ঠেলি দিছিল। ফলত শিক্ষা আলোকিত আৰু শিক্ষা-বঞ্চিত, সমাজৰ এই দুয়োটা অংশৰ বাবে একেটা অসমীয়া জাতিতে ঐক্যবদ্ধ হোৱাটো কঠিন হৈ পৰিছিল।

ভূমি বিচ্ছিন্নতা আছিল জনজাতিসকলক অসমীয়া সমাজৰ পৰা বিচ্ছিন্ন কৰা আন এটা কাৰক। জনজাতি সকল যিহেতু মূলতঃ কৃষিজীৱী আছিল,তেওঁলোকৰ হাতৰ মাটি কাঢ়ি নিয়া মানে তেওঁলোকক জীৱন মৰণৰ সীমালৈ ঠেলি দিয়াটোৱেই আছিল। নামত ভূমি সন্তান হ'লেও তেওঁলোকৰ সাতামপুৰুষীয়া মাটিৰ পৰা ম্যাদী পট্টা নাই বুলিয়েই জনজাতি সকলক উচ্ছেদ কৰা হৈছিল। বৰ্ণহিন্দু আমোলা-কেৰাণীৰে পৰিপূৰ্ণ ভূমি খতিয়ান বিভাগৰ বৰ্ণহিন্দু আমোলাতন্ত্ৰই এনেকৈয়ে জনজাতি আদিবাসী সকলৰ পৰা সাতামপুৰুষীয়া মাটি কাঢ়ি আনি উকীল, কেৰাণী, মহৰী, মাটি হাকিমহঁতৰ নামত আইনী পট্টা তুলি দিছিল। চৰকাৰে গুৱাহাটী চিৰিয়াখানা, বঙাইগাঁও শোধনাগাৰ, জাগীৰ'ড কাগজ কল, গুৱাহাটী কমাৰ্চ কলেজ, বৰঝাৰ বিমান বন্দৰ, নুনমাটি শোধনাগাৰ, কপিলী আৰু ধনশিৰি জলসিঞ্চন প্ৰকল্প, সাতগাওঁ সামৰিক শিবিৰ, আনকি বৰপেটা কোক্‌লাবাৰীত বাঘ প্ৰকল্পৰ বাবেও জনজাতিৰ বসতি মাটিকে নিৰ্দ্বিধাই আবন্ট ন দিছিল। আনহে নালাগে গুৱাহাটীৰ কাষৰীয়া অঞ্চলত অসম সাহিত্য সভাৰ বাবেও আবন্টন দিয়া হৈছিল জনজাতিৰ মাটি, আৰু সভায়ো সেয়া নিৰ্লজ্জৰ দৰে গ্ৰহণ কৰিছিল। এই গোটেই প্ৰক্ৰিয়াটোত হেজাৰ বিজাৰ জনজাতি লোকৰ ঘৰ ভাঙি ধূলিত মিলাই দি তেওঁলোকক পথৰ ভিক্ষাৰীত পৰিণত কৰা হৈছিল, কেৱল সিমানেই নহয়, নিজৰ সাতামপুৰুষীয়া মাটিৰ পৰা উচ্ছেদিত ভূমি সন্তান সকলক ওলোটাই আইন ভংগকাৰী আৰু বেদখলকাৰী সজোৱা হৈছিল। আইন অৱশ্যেই সুবিধাভোগী শ্ৰেণী-জাতিবোৰৰ একচেতিয়া স্বত্বাধিকাৰ।

এই কথা প্ৰমাণিত হয় অসম চৰকাৰৰ নিজৰেই এক উপসমিতিৰ প্ৰতিবেদনৰ পৰা। প্ৰতিবেদনখনত ওলাই পৰে যে অসম ভূমি আৰু ৰাজহ বিধিৰ দশম অধ্যায়ৰ ব্যৱস্থাৱলী ক'তোৱেই নিষ্ঠাসহকাৰে কাৰ্যকৰী হোৱা নাই। উপসমিতিটিয়ে লক্ষ্য কৰে যে উক্ত দফাৰ কাৰ্যকৰীকৰণৰ দায়িত্বত থকা চৰকাৰী বিষয়া কৰ্মচাৰীবৃন্দই জনজাতীয় বেল্ট-ব্লকবোৰ সুৰক্ষা দিয়াৰ বিপৰীতে বেদখলকাৰীৰ লগত সহযোগ কৰি অজনজাতি লোকলৈ জনজাতি ভূমি হস্তান্তৰৰ চক্ৰান্তত্তহে লিপ্ত হৈছে।[১৭০]

মেদিনী চৌধুৰীয়ে দেখুৱাইছিল যে ৰাজ্যখনৰ ৩৭ টা জনজাতি বেল্ট-ব্লকে অসমৰ মুঠ জনজাতি জনসংখ্যাৰ ৬৫ শতাংশকহে সামৰি লৈছে। তৎসত্ত্বেও এই বেল্ট-ব্লকবোৰ লংঘন কৰা হৈছে।[১৭১] দক্ষিণ কামৰূপ জনজাতি ব্লকৰ অন্তৰ্গত দিচপুৰ নামৰ নিবিবিলি গাওঁখন মিশ্ৰ জনবসতিৰ অসমৰ ৰাজধানীত পৰিণত হোৱাটোও তেনে এক কাহিনীয়েই। এনেকৈয়ে আধুনিকীকৰণ আৰু নগৰীকৰণৰ বেদীত জনজাতিৰ স্বাৰ্থক জলাঞ্জলি দিয়া হৈছে। কালীপূজাৰ যুপ কাঠত ছাগলীটোৰ লগতে কোমোৰাটোও বলি যোৱাৰ দৰে জনজাতি স্বাৰ্থৰ লগতে

---

১৭০) **Report of the Sub-Committee to Study Settlement in Tribal Belt, Block and Forests**, 1974.

১৭১) ট্ৰাইবেল সংঘৰ স্মৃতিগ্ৰন্থত মেদিনী চৌধুৰীৰ প্ৰবন্ধ, ১৯৮৮ চন।

অসমীয়া জাতিগঠন প্ৰক্ৰিয়াও বিধ্বস্ত হোৱাটো খাটাং।

বৰ্ণহিন্দু প্ৰভাৱাধীন ৰাজ্যিক প্ৰশাসনৰ কাণ্ডকাৰখানাৰ ফলত অসমীয়া সমাজৰ পৰাই জনজাতি সকলৰ বিচ্ছিন্নতা ঘটিবলৈ ধৰে। অভিযোগ উঠে যে; ৰাজ্যখনৰ '*ভৈয়াম জনজাতিসকলক পৰিকল্পনামাফিক, প্ৰণালীবদ্ধভাৱে তেওঁলোকৰ নিজৰ মাটিৰপৰা উৎখাত কৰা হৈছে আৰু তেওঁলোকৰ প্ৰতি অসমীয়াসকলৰ মাইীআই সুলভ ব্যৱহাৰে জনজাতি সকলক দ্বিতীয় শ্ৰেণীৰ নাগৰিকত পৰিণত কৰিছে।*[১৭২]

এনে ধৰণৰ জাতীয় বা অৰ্থনৈতিক শোষণ সম্ভৱ নহ'লহেঁতেন যদিহে তাৰ বাবে প্ৰয়োজনীয় ৰাজনৈতিক গাঁথনি এটা নাথাকিলেহেঁতেন। ভাৰতৰ কমিউনিষ্ট পাৰ্টিয়ে ঠিক এই ৰাজনৈতিক প্ৰশ্নটোকে তুলিছিল আৰু জনজাতীয় স্বাৰ্থৰ অৱহেলা কৰা বাবে বৰ্ণহিন্দু সকলক দায়ী কৰিছিল। যদিও সকলোবোৰ জনজাতিয়েই অত্যন্ত পাছপৰা আছিল; কি স্বৰাজী, কি জাতীয় মহাসভা, কি কংগ্ৰেছ, কোনেও তেওঁলোকৰ কৰ্মসূচীত ১৯৩৬ চনলৈকে জনজাতিসকলৰ এক্ষেত্ৰে সুনিৰ্দিষ্ট দাবী অন্তৰ্ভুক্ত কৰা নাছিল। অবিভক্ত চি পি আই দলে কংগ্ৰেছক এই কথা জাহিৰ কৰিবলৈ প্ৰত্যাহ্বান জনাইছিল যে, জনজাতিসকলৰ বাবে বহুত কিবাকিবি কৰাৰ সেই দলৰ দাবী সত্বেও মাত্ৰ ২ শতাংশ জনজাতিহে ১৯৪৪ চনলৈক সাক্ষৰ কিয়। কংগ্ৰেছৰ পৰা আৰু জবাব বিচৰা হৈছিল, কিয় মাত্ৰ ৪০ জন জনজাতিহে তেতিয়ালৈকে স্নাতক হৈছে? কিয় শিক্ষা, আৱকাৰী, গড়কাপ্তানী আৰু কৃষি বিভাগবিলাকত এজনো জনজাতি কৰ্মচাৰী নাই? চিপিআইৰ দলিলত এইবুলিও কোৱা হৈছিল যে জনজাতি কৃষকেই হৈছে দৰিদ্ৰতম আৰু ভূমিহীনতাৰ সমস্যা বৰ্ণহিন্দুতকৈ জনজাতিৰ মাজত বেছি তীব্ৰতৰ হৈ উঠিছে।[১৭৩] সেয়াই আছিল অসমৰ জনজাতিসকলৰ পৰিস্থিতি। অসম প্ৰদেশ কংগ্ৰেছ কমিটিয়ে অসমীয়া বৰ্ণহিন্দু স্বাৰ্থৰ প্ৰতিনিধিত্ব কৰিবলৈ গৈ জনজাতীয় স্বাৰ্থৰ বিৰোধিতা কৰিছিল। কংগ্ৰেছ সংবাদ মাধ্যম আৰু হিন্দু মহাসভাৰ মৰ্চায়ো যে একেই শ্ৰেণীস্বাৰ্থৰ পোষকতা কৰিছিল, সেই কথা তলৰ উদাহৰণৰ পৰাও স্পষ্ট হয়।

অসমৰ জনজাতিসকলৰ মাজৰপৰা এটা দাবী উত্থাপিত হৈছিল যে তেওঁলোকক লোক পিয়লত জনজাতি বুলিয়েই নথিবদ্ধ কৰাব লাগে যাতে তেওঁলোকে নিজৰ পৰিসংখ্যা জানিব পাৰে। তেতিয়াৰ অসমৰ প্ৰধান মন্ত্ৰী চাৰ চৈয়দ চাদুল্লায়ো ১৯৪১ চনৰ লোকপিয়লৰ আগে আগে এই দাবী মানি লৈছিল। তেওঁ নিৰ্দেশ দিছিল যে লোক পিয়লত ধৰ্মৰ সলনি সম্প্ৰদায় শিতানতহে শ্ৰেণীবদ্ধ কৰিব লাগে। সেইমতেই পূৰ্বতে হিন্দু, বৌদ্ধ বা খ্ৰীষ্টিয়ান বুলি নাম লিখোৱা বহুসংখ্যক জনজাতীয় লোকেই এতিয়া নিজকে 'জনজাতি' বুলি অন্তৰ্ভুক্ত কৰালে। ফলত হিন্দু জনসংখ্যা ভালেখিনি কমি গ'ল। হিন্দু সভা, হিন্দু মহাসভা, দি আচাম ট্ৰিবুন, আৰু অসম কংগ্ৰেছক হিন্দুৰ সংখ্যা লোকপিয়লত এনেদৰে হ্ৰাস পোৱাৰ ঘটনাত সমানেই ক্ষিপ্ত হৈ উঠা দেখা গ'ল। এনেদৰে অসমীয়া সংবাদ মাধ্যম আৰু অসম কংগ্ৰেছৰ স্থিতি হিন্দু

---

১৭২) প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীলৈ ভৈয়াম জনজাতি পৰিষদৰ স্মাৰকপত্ৰ, ২২/১১/৭২

১৭৩) 'Whither Assam? Drifting to Civil War', CPI ৰ দলিল, গুৱাহাটী, ৮-১২-১৯৪৪

সাম্প্ৰদায়িক সংগঠন বিলাকৰ সৈতে সম্পূৰ্ণ একাকাৰ হৈ যোৱাটো নিশ্চয়েই লক্ষ্যণীয় কথা আছিল। 'নায়ক'ৰ এটা সম্পাদকীয়ত সেয়েহে অভিযোগ কৰা হৈছিল যে, ১৯৪১ চনৰ লোকপিয়লৰ সময়ৰপৰা ১৯৪৬ চনৰ জুলাই মাহলৈকে ভীমবৰ দেউৰী আৰু তেওঁৰ সতীৰ্থ সকলৰ ওপৰত এই প্ৰশ্নকে লৈ যি পৰিমাণৰ গালি শপনি, শাওপাত বৰ্ষিত হৈছিল, সি সঁচাই সহ্যৰ অতীত আছিল। মেদিনী চৌধুৰীয়ে পুনৰ সোঁৱৰাই দিছে যে অসম প্ৰদেশ হিন্দু মহাসভাৰ অধিবেশন বহিছিল পাণ্ডুত সৰ্বভাৰতীয় কংগ্ৰেছৰ বভাতলত। তেতিয়াৰপৰাই সামাজিক সংস্কাৰৰ নামত জনজাতি সকলক হিন্দু কৰা প্ৰক্ৰিয়া চলি থাকিলেও সেয়া প্ৰকৃততে এক ৰাজনৈতিক অভিযানহে আছিল। জনজাতিৰ সংখ্যা কেনেকৈ হ্ৰাসহে হৈছিল, কেনেকৈ জনজাতিসকলক (হিন্দু) ধৰ্মান্তৰিত কৰা হৈছিল, তাকো চৌধুৰীয়ে দেখুৱাইছে। এনে ধৰ্মান্তৰকৰণৰ জৰিয়তে জনজাতিসকলৰ পৃথক সত্তা মুছি পেলাবৰ দিহা কৰা হৈছিল।[১৭৪] প্ৰকৃততে অসম প্ৰদেশ কংগ্ৰেছৰ দুই নেতা গোপীনাথ বৰদলৈ আৰু বিষ্ণুৰাম মেধিয়ে যুক্তি দেখুৱাইছিল যে এটা সম্প্ৰদায়ৰ কেৱল ধৰ্মৰ ভিত্তিতহে গণনা হ'ব লাগে আৰু তাৰ বাবে আন কোনো মাপকাঠি থাকিব নালাগে। ভীমবৰ দেউৰীয়ে দেখুৱাইছিল যে কংগ্ৰেছী নেতাদ্বয়ৰ কথাত হিন্দুসভাৰ আহ্বানৰ অনুৰণন ঘটিছে। উল্লেখযোগ্য যে হিন্দুসভাই জনজাতিসকল কেৱল হিন্দু হিচাপে নথিবদ্ধ কৰিবলৈ আহ্বান জনাইছিল।

দেউৰীয়ে হিন্দুসভাৰ সেই আঁচনিৰো গোমৰ ফাক কৰি দিছিল, যাৰ জৰিয়তে অসমলৈ ঘটা মুছলমান প্ৰব্ৰজনৰ লগত সমতা প্ৰতিষ্ঠা কৰিবৰ বাবে ভাৰতৰ আন ঠাইৰ পৰা হিন্দু প্ৰব্ৰজনৰ পোষকতা কৰা হৈছিল। বিশিষ্ট কংগ্ৰেছ নেতা (তথা পাছলৈ ভাৰতৰ ৰাষ্ট্ৰপতি) বাবু ৰাজেন্দ্ৰ প্ৰসাদৰো সদৃশ প্ৰস্তাৱৰ সম্পৰ্কে আমি ইতিমধ্যে উল্লেখ কৰি আহিছোঁ। মন কৰিবলগীয়া যে তেওঁৰ প্ৰস্তাৱৰ প্ৰতি অসমীয়া নেতৃত্বই আদৰণি জনাইছিল বুলি ৰাজেন্দ্ৰপ্ৰসাদে লিখি গৈছে।[১৭৫]

অসমীয়া বৰ্ণহিন্দু কংগ্ৰেছী নেতৃত্বই এনেকৈ অসমলৈ ব্যাপক হিন্দু প্ৰব্ৰজন ঘটাবলৈ চেষ্টা কৰাৰ বিপৰীতে কাঢ়া স্থিতি লৈছিল জনজাতি নেতৃত্বই। তেওঁলোকে কৈছিল যে তেনে হিন্দু প্ৰব্ৰজনে অসমীয়া হিন্দু, মুছলমান, জনজাতি সকলোৰে স্বাৰ্থ বিপন্ন কৰি তুলিব।[১৭৬] প্ৰহসনৰ কথা এইটোহে যে তৎসত্ত্বেও অসমীয়া বেচৰকাৰী অনুষ্ঠান-সংবাদ মাধ্যম আদিয়ে জনজাতি নেতৃত্বকহে বিশ্বাসঘাতক, পাকিস্তানী এজেন্ট আদি আখ্যা দি গৈছিল।

পাছে প্ৰকৃত তথ্যৰ পৰ্যালোচনাই আমাক আন এক ছবিহে দেখুৱায়। তেতিয়াৰ অসমৰ কংগ্ৰেছী প্ৰধান মন্ত্ৰী গোপীনাথ বৰদলৈ আৰু অসম কংগ্ৰেছৰ সভাপতি বিষ্ণুৰাম মেধিয়ে ১০.৯.১৯৩৮ তাৰিখে আসাম প্লেইনচ ট্ৰাইবেল লীগৰ লগত এক চুক্তিত আবদ্ধ হৈছিল, যে যি সকল জনজাতিয়ে হিন্দু বা খ্ৰীষ্টিয়ান ধৰ্ম গ্ৰহণ কৰিছে, কিন্তু নিজকে অহা

---

১৭৪) সংহতিৰ বুনিয়াদ জননায়ক ভীমবৰ দেউৰী গ্ৰন্থৰ দ্বিতীয় খণ্ড (পৃ. ৪০–১) ত প্ৰকাশিত মেদিনী চৌধুৰীৰ প্ৰবন্ধ।

১৭৫) Dr. Rajendra Prasad : Autobiography, (Bombay 1957) pp 259-60

১৭৬) মটক সন্মিলনত ভীমবৰ দেউৰীৰ ভাষণ, সংহতিৰ বুনিয়াদ জননায়ক ভীমবৰ দেউৰী, খণ্ড ২, পৃষ্ঠা ১৪-১৫

লোক পিয়লত জনজাতি বুলি চিনাকি দিব বিচাৰে, তেওঁলোকক জনজাতিৰ শিতানতে অন্তৰ্ভুক্ত কৰা হওক।[১৭৭]

ইয়াৰ পৰা স্পষ্ট যে কংগ্ৰেছ নেতৃত্বইহে চুক্তি ভংগ কৰিছিল; তাৰ ওলোটাটো নহয়। তথাপিও অসমীয়া সংবাদমাধ্যমে এই সত্যটো মানি লোৱা নাছিল আৰু জনজাতি নেতৃবৃন্দৰ বিৰুদ্ধে বিষাক্ত প্ৰচাৰ অব্যাহত ৰাখিছিল। তাৰ পৰিণতিত জাতি গঠন প্ৰক্ৰিয়াত আহি পৰা বিভাজন এতিয়া স্পষ্ট।

দেখাত কথাটো সৰু যেন লাগিলেও ইয়াৰ তাৎপৰ্য আছে। কাৰণ ই গোষ্ঠীগত পৰিচিতিৰ লগত সম্পৰ্কিত এটা প্ৰশ্ন। অসমীয়া মধ্যশ্ৰেণীৰ সংগঠন আৰু পত্ৰ-পত্ৰিকাবোৰে এনে এটা অসমীয়া জাতি গঠনৰ স্বপ্ন দেখিছিল, য'ত সকলো অংশীদাৰ জনগোষ্ঠীৰ নিজ অস্তিত্ব বিলীয়মান হৈ যাব। কিন্তু তাৰ বিপৰীতে জনজাতীয় নেতৃত্বই ভাল জনজাতি হৈ থাকিও ভাল অসমীয়া হ'ব পাৰি বুলি বিশ্বাস কৰিছিল।সেয়েহে অসমীয়া নেতৃবৃন্দই যেতিয়া দ্বৈত পৰিচিতিৰ ধাৰণা নাকচ কৰি একক (অসমীয়া) পৰিচিতি দাবী কৰিলে, তেতিয়া জনজাতি নেতৃবৃন্দয়ো একক (জনজাতীয়) পৰিচিতি ঘোষণা কৰিলে।

জনজাতিৰ আত্ম পৰিচিতি সাব্যস্তকৰণৰ এই সংগ্ৰাম বিফল কৰিব নোৱাৰি এইবাৰ অসমীয়া নেতৃবৃন্দ উঠিপৰি লাগিল জনজাতিসকলক বিভক্ত কৰিবলৈ, তেওঁলোকৰ একাংশক আন একাংশৰ বিৰুদ্ধে, জনজাতিসকলক অজনজাতিৰ বিৰুদ্ধে, অ-জনজাতিক জনজাতিৰ বিৰুদ্ধে লগাই দিবলৈ। 'নায়কে' অভিযোগ কৰিছিল যে কোনো অসমীয়া সংগঠনে কেতিয়াও জনজাতিসকলৰ সপক্ষে কোনো দাবী তোলা নাছিল। তাৰ বিপৰীতে কংগ্ৰেছে জনজাতি বিধায়কসকলৰ কিনা-বেচা কৰি তেওঁলোকক বিভাজন কৰাতহে ব্যস্ত হৈ পৰিছে।[১৭৮] এই অভিযোগ অসত্য নাছিল।

অসমৰ বিশিষ্ট কংগ্ৰেছ নেতা দেবেশ্বৰ শৰ্মাই স্বয়ং সেই অভিযোগৰ সত্যতা স্বীকাৰ কৰিছে। বিভিন্ন সময়ত অসম কংগ্ৰেছৰ সভাপতি, বিধানসভাৰ অধ্যক্ষ, কেবিনেট মন্ত্ৰী আদিৰ দায়িত্ব বহন কৰা শৰ্মা একে সময়তে যোৰহাটৰ পৰা প্ৰকাশিত জনমভূমি নামৰ সাপ্তাহিক কাকতখনৰ প্ৰকাশক আছিল (সত্তৰৰ দশকৰপৰা দৈনিক সংস্কৰণো প্ৰকাশ পায়)। শৰ্মাই মুকলিকৈয়ে স্বীকাৰ কৰিছে তেওঁ আৰু তৰুণৰাম ফুকনে খৰসিং তেৰাং নামৰ কাৰ্বি নেতা জনক কংগ্ৰেছৰ পক্ষে আনিবলৈ অভাৰ টাইম কৰিছিল। তেওঁ লগতে এইবুলিও স্বীকাৰ কৰিছে কেনেকৈ বৈদ্যনাথ মুখাৰ্জী আৰু ৰামেশ্বৰ শৰ্মাৰ দৰে চাহ মালিক, মোহিনী গোস্বামীৰ দৰে দুৰ্নীতিগ্ৰস্ত ঠিকাদাৰ আৰু নবীন আগৰৱালাৰ দৰে মাৰোৱাৰী ব্যৱসায়ীয়ে এই (জনজাতি) বিধায়ক ক্ৰয় অভিযানৰ বাবে টকা-পইছা, গাড়ী-মটৰ আদি যোগান ধৰিছিল। ক'লা টকাৰ এই দিয়া-লোৱাত কংগ্ৰেছে ভাল মধ্যস্থতাকাৰীৰ (নে মধ্যভোগীৰ) ভূমিকা পালন কৰিছিল

---

১৭৭) ট্ৰাইবেল লীগৰ প্ৰচাৰপত্ৰ নং ২, ১৯৪০

১৭৮) ৰজনী হাজৰিকাৰ প্ৰবন্ধ, নায়ক, চতুৰ্থ খণ্ড, দ্বিতীয় সংখ্যা, চেপ্তেম্বৰ -অক্টোবৰ ১৯৪৭, পৃষ্ঠা ১৭

বুলিও শৰ্মাই কৈছে।[১৭৯]

ইতিমধ্যে অসম কংগ্ৰেছৰ বৰ্ণহিন্দু গোষ্ঠীয়ে বিভিন্ন সামাজিক গোটৰ লগত মৰ্চা কৰি এটাক আনটোৰ বিৰুদ্ধে উচতাই দিছিল। এটা সময়ত কংগ্ৰেছে অসমৰ গ্ৰুপিঙৰ প্ৰশ্নত ট্ৰাইবেল লীগৰে মৰ্চা কৰিছিল কিন্তু আন এটা সময়ত কংগ্ৰেছ, ইয়াৰ অনুগত সংগঠন আৰু পত্ৰ-পত্ৰিকাবোৰ জনজাতি নেতৃত্বক বিশ্বাসঘাতক, পাকিস্তানৰ এজেন্ট বুলি গালি গালাজ কৰিবলৈও পাছুহোহঁকা নাছিল। আন একোটা সময়ত কংগ্ৰেছে আকৌ মুছলীম নেতৃত্বৰ লগতো মৰ্চা কৰিছিল। কংগ্ৰেছৰ মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাই উজনি অসমৰ আহোম অধ্যুষিত আমগুৰি সমষ্টিত পৰাজিত হোৱাৰ পাছত বৰাক উপত্যকাৰ বাঙালী মুছলমান অধ্যুষিত বদৰপুৰৰ পৰা নিৰ্বাচিত হৈ আহিছিল। উদয়াদিত্য ভৰালীয়ে সেয়েহে সঠিকভাবেই কৈছে যে কংগ্ৰেছে ইয়াৰ অসমীয়া বৰ্ণহিন্দু মধ্যশ্ৰেণী নেতৃত্বৰ শ্ৰেণী-জাতিগত স্বাৰ্থৰ লগত সংগতি ৰাখি বিভিন্ন সম্প্ৰদায়ৰ লগত মৰ্চা গঢ়িছিল আৰু ভাঙিছিল।[১৮০]

তাৰ বিপৰীতে জনজাতি সকলে অসমৰ বিভিন্ন নিপীড়িত জনগোষ্ঠীৰ লগত সামাজিক শ্ৰেণী গঢ়ি তুলিছিল। আসাম প্লেইনচ ট্ৰাইবেল লীগে কেৱল মৰাণ, মটক, চুতীয়া আৰু আহোমসকলৰে নহয়, চাহ বাগিচাৰ আদিবাসীসকলৰো অনুসূচীকৰণৰ দাবী সমৰ্থন কৰিছিল। ভীমবৰ দেউৰীয়ে চেন্ট্ৰেল অৰ্গেনাইজেশ্যন অব আচাম ট্ৰাইবচ্, আচাম ট্ৰাইবচ্ এণ্ড ৰেচেজ ফেডাৰেশ্যন, সৰ্বদল আদি গঠনত নেতৃত্ব দিছিল। এই সংগঠনবোৰে বড়ো-কছাৰী, ৰাভা, তিৱা, কাৰ্বি, মিচিং, খামতি, চিংফৌ, দেউৰী, আহোম, চুতীয়া, মৰাণ, মটক, নাথ, যোগী, কৈৱৰ্ত, বনিয়া, আদিৰ উপৰিও বিহাৰ, উৰিষ্যা, মধ্যপ্ৰদেশ, বংগ আদিৰপৰা অহা জনজাতিসকল, অৰ্থাৎ ঝাড়খণ্ডী আদিবাসীসকলৰ অনুসূচীকৰণৰ পক্ষেও থিয় দিছিল। তাতোকৈ তাৎপৰ্যপূৰ্ণ কথা এই যে ট্ৰাইবেল লীগে ঝাড়খণ্ডী আদিবাসীসকলৰ দাবী কেৱল সমৰ্থন কৰা নাছিল, ই তেওঁলোকক নিজৰ মাজত সামৰিও লৈছিল।

এইছোৱা সময়ত বিভিন্ন জনজাতি সংগঠনে পৃথক লোকগণনা, অনুসূচীকৰণ, স্বায়ত্ত শাসন, আনকি সাৰ্বভৌম অসমৰ দাবীও তুলিছিল। ইয়াত আমি কালক্ৰম অনুসৰি জনজাতি আন্দোলনৰ ৰূপৰেখা আকিছোঁ।

১৯২৯ চনৰ ৪ জানুৱাৰী তাৰিখে বড়ো নেতা কালীচৰণ ব্ৰহ্মাই চাইমন কমিশ্যনৰ সমুখত দখিল কৰা স্মাৰক পত্ৰখনেই অসমৰ জনজাতি সকলে দাখিল কৰা এনেধৰণৰ প্ৰথম স্মাৰক পত্ৰ আছিল। এই স্মাৰক পত্ৰখনে *'আমি বড়োসকলে নিজকে অসমীয়া ভিন্ন আন কিবা বুলি কেতিয়াও পৰিচয় দিব নোৱাৰোঁ'*[১৮১]বুলি কোৱাৰ পাছতো বড়োসকলৰ বাবে পৃথক

১৭৯) (ক) হেৰাই যোৱা দিনবোৰ, পৃ. ১৯৭-৯৮, (খ) আমাৰ অসমৰ ৫/৮/১৯৯৯ সংখ্যাত প্ৰকাশিত তপন কুমাৰ মজিন্দাৰ বৰুৱাৰ প্ৰবন্ধ, য'ত গোপীনাথ বৰদলৈয়ে দুৰ্নীতিগ্ৰস্ত গোস্বামীয়ে ঘৰত দি যোৱা মাছ খাবলৈ অস্বীকাৰ কৰিছিল বুলি উল্লেখ আছে।

১৮০) উদয়াদিত্য ভৰালীৰ প্ৰবন্ধ 'গঢ়িছে নে ভাঙিছে' ; আদিতে ড° হীৰেন গোঁহাই সম্পাদিত কলাখাৰত প্ৰকাশিত, পাছত দেৱব্ৰত শৰ্মা, অমৰজ্যোতি গগৈ সম্পাদিত একলব্যৰ ১৫ মে' ১৯৮৮ সংখ্যাত পুনৰ মুদ্ৰিত।

১৮১) ১৯২১ চনৰ ৪ জানুৱাৰীত চাইমন কমিশ্যনৰ সমুখত বড়োসকলৰ স্মাৰকপত্ৰ, গুৰুদেৱ কালীচৰণ ব্ৰহ্মৰ ৫৫-৫৬ পৃষ্ঠা চাওক।

নিৰ্বাচকমণ্ডলীৰ দাবী কৰিছিল। ই গোৱালপাৰাক অসমৰ লগত সংলগ্ন কৰাৰো দাবী কৰিছিল, যিটো অসমীয়া সংগঠনবোৰৰো প্ৰিয় আছিল। এই দাবীবোৰৰ লগত কাণখন টানিলেই মূৰটো অহাৰ দৰে স্বায়ত্ত শাসনৰ দাবীটোও সাঙোৰ খাই আছিল।

এই সম্প্ৰদায়বোৰক নতুন সংবিধানত পৃথক ৰাজনৈতিক অস্তিত্বৰ নিশ্চয়তা দিব লাগিব। সেয়া কৰিব লাগিব পাহাৰীয়া জনজাতিসকলৰ ক্ষেত্ৰত স্বায়ত্ত শাসন প্ৰদান কৰি আৰু আন সকলৰ ক্ষেত্ৰত পৃথক নিৰ্বাচক মণ্ডলীৰ যোগেদি। তেওঁলোকক হিন্দু বা মুছলীম কাৰো হস্তক্ষেপ অবিহনেই নিজা আচাৰ-অনুষ্ঠান, কৃষ্টি-সংস্কৃতিৰ সৈতে নিজা জীৱন যাপনৰ অধিকাৰ দিবই লাগিব।[১৮২]

১৯৪৭ চনৰ ট্ৰাইবেল লীগৰ স্মাৰকপত্ৰখন আৰু কেইটামান কাৰণত তাৎপৰ্যপূৰ্ণ আছিল। স্বীকৃত জনজাতিসকলৰ বাহিৰেও মৰাণ-মটক আনকি (ঝাড়খণ্ডী) আদিবাসীসকলকো ই নিজৰ জনজাতিৰ সংজ্ঞাৰ ভিতৰত সুমাই লৈছিল। সেয়েহে এই স্মাৰকপত্ৰখনো আনসকলৰ লগতে আদিবাসীসকলৰ নেতাদ্বয় পি. এম. চাৰোৱান আৰু বিনোদ কুমাৰ জে. চাৰোৱান, আৰু মৰাণ-মটক লীগৰ লংকেশ্বৰ গোহাঁইৰ দ্বাৰা স্বাক্ষৰিত আছিল। স্মাৰকপত্ৰখনে ২৫ শতাংশ সংৰক্ষণ, প্ৰাথমিক পৰ্যায়ত জনজাতীয় ভাষাত শিক্ষা প্ৰদান, জনজাতীয় ভূমিৰ সংৰক্ষণ, পৰম্পৰাগত অস্ত্ৰধাৰণৰ জনজাতীয় অধিকাৰৰ স্বীকৃতি আদিও দাবী কৰিছিল। কিন্তু পৃথক নিৰ্বাচকমণ্ডলীৰ পক্ষে ইয়াৰ যুক্তি বৰ আকৰ্ষণীয় আছিল। ই দাবী কৰিছিল যে জনজাতি মানুহৰ অনগ্ৰসৰতাৰ কাৰণ হৈছে সংখ্যাগৰিষ্ঠতাৰ (অজনজাতি) বাধা। সেই সংখ্যা গৰিষ্ঠই সংখ্যালঘিষ্ঠৰ আত্মনিৰ্ধাৰণৰ অধিকাৰ, পৃথক নিৰ্বাচক মণ্ডলীৰ দাবী বিৰোধিতা কৰে। স্মাৰকপত্ৰত সেই সময়ৰ অবিশ্বাস, আস্থাহীনতাৰ পৰিবেশ বিৰাজ কৰি থকালৈকে পৃথক নিৰ্বাচকমণ্ডলীও থাকিবই লাগিব বুলি দাবী কৰা হয়।[১৮৩] অৱশ্যে ই সেই দিনটোৰো কামনা কৰে যিদিনা পৃথক নিৰ্বাচক মণ্ডলীৰ প্ৰয়োজন আৰু নাথকিব।

এনেকৈয়ে জনজাতি আন্দোলনে এক সুদীৰ্ঘ পথ পৰিক্ৰমা কৰে। অথচ ১৯২৯ চনলৈকে (নিখিল বড়ো ছাত্ৰ সন্থাৰ দশম বাৰ্ষিক অধিবেশন সেই বছৰতে অনুষ্ঠিত হয়।) জনগোষ্ঠীটোৰ দাবী আছিল কেৱল শিক্ষানুষ্ঠানৰ আসন সংৰক্ষণ। কিন্তু দুই দশকৰ ভিতৰতে আন্দোলনটোৱে নতুন পৰ্যায় লাভ কৰিলে। আসাম ট্ৰাইবচ্ এণ্ড ৰেছেজ ফেডাৰেশ্যনৰ প্ৰথম অভিবৰ্তনে ঘোষণা কৰিলে যে ঐতিহাসিক, জনগোষ্ঠীগত আৰু সাংস্কৃতিকভাৱে অসম আৰু ইয়াৰ সংলগ্ন পাহাৰ এলেকা কেতিয়াও ভাৰতৰ অংগ নাছিল। ই ভাৰত বা পাকিস্তানৰ লগত অসমৰ চামিলকৰণৰ বিৰোধিতা কৰি তাৰ বিপৰীতে এখন পৃথক, স্বাধীন অসম দাবী কৰিছিল।[১৮৪]

চমুকৈ মোখনি মাৰিবলৈ হ'লে ক'ব লাগিব যে অসমৰ জনজাতি আন্দোলনৰ ইতিহাস হৈছে বঞ্চনা আৰু তাৰ বিৰুদ্ধে প্ৰতিৰোধৰ ইতিহাস। প্ৰথম অৱস্থাত ই এটা ৰাজনৈতিক

---

১৮২) Tribal League Memorandum, 1947

১৮৩) The Bodos, p.36

১৮৪) Politics of Regionalism in North East India, p.9

আন্দোলন নাছিল। বৰং ই আৰম্ভ হৈছিল এক সামাজিক, জনকল্যাণমূলক, শিক্ষা আন্দোলন হিচাপে। আন্দোলনটোৰ বিকাশৰ আমি এনেকৈ ৰূপৰেখা আকিব পাৰোঁ।

**ধৰ্মীয় সংস্কাৰ আন্দোলন (১৯০৩ চনৰপৰা)**



**সমাজসংস্কাৰ - জনকল্যাণ - জনশিক্ষা - মাদকদ্ৰব্য নিবাৰণী**
**(১৯২০ চনৰ পাছৰপৰা)**



**সাংস্কৃতিক পুনৰ জাগৰণ, পৰম্পৰাৰ পুনৰ প্ৰতিষ্ঠা**
**সংৰক্ষণ, পৃথক নিৰ্বাচকমণ্ডলীৰ দাবী (১৯২৯ চনৰপৰা)**



**নিজৰ পছন্দৰ লিপি বিচাৰি ভাষা আন্দোলন**
**(১৯৫০ চনত আৰম্ভ; ১৯৬০ আৰু '৭৪ চনত তুংগত উঠে।)**



**অসমৰ ভিতৰতে স্বায়ত্ত শাসনৰ দাবী**
**(১৯৪০ৰ দশকৰ শেহৰপৰা, কিন্তু '৬০ দশকৰ শেহত তুংগত)**



**অসমৰ বাহিৰত স্বায়ত্ত শাসন (১৯৭০ দশকৰপৰা)**
**ভাৰতৰ বাহিৰত সাৰ্বভৌমত্ব (১৯৯০ দশকৰপৰা)**

এইখিনিতে কেইটামান কথা স্পষ্ট কৰি দিয়া প্ৰয়োজন। যথাঃ

এই ৰূপৰেখা মূলত ঃ বড়ো আন্দোলনৰ ওপৰত ভিত্তি কৰি যুগুতোৱা হৈছে, কাৰণ অসমৰ জনজাতি আন্দোলন সমূহৰ ভিতৰত বড়ো আন্দোলনেই আটাইতকৈ আগতীয়া আৰু শক্তিশালী বুলিগণ্য কৰা হয়। বাকী জনগোষ্ঠী বিলাকৰ ক্ষেত্ৰত এই ৰূপৰেখা হুবহু নিমিলিব পাৰে।

এই ৰূপৰেখাৰ পৰা এইটো পৰিলক্ষিত হয় যে সমাজ সংস্কাৰ আন্দোলনৰ আগতে ধৰ্মীয় সংস্কাৰ আন্দোলন সংগঠিত হয়। আনহাতে সাংস্কৃতিক পুনৰুত্থান আন্দোলনৰ বোকোচাত উঠি আহে সংৰক্ষণ আৰু পৃথক নিৰ্বাচক মণ্ডলীৰ দৰে ৰাজনৈতিক আন্দোলন। ইয়াৰ পাছতে আহে ভাষা আন্দোলন। দেখাত অৰাজনৈতিক হ'লেও প্ৰকৃতাৰ্থত ই এক ৰাজনৈতিক আন্দোলনেই কাৰণ বিভিন্ন ভাষাৰ মৰ্যাদা সদায়েই ৰাজনৈতিকভাৱে নিৰ্ধাৰিত হয়। ভাষা আন্দোলনে জনজাতি সংগ্ৰামক আৰু বেছি সংহত কৰিলে। ই উচ্চতৰ ৰাজনৈতিক আন্দোলন, স্বায়ত্ত শাসন, তথা ৰাজনৈতিক ক্ষমতাৰ বাবে প্ৰযোজনীয় সুগভীৰ ৰাজনৈতিক প্ৰেৰণাও প্ৰদান কৰিলে। জনজাতিসকলৰ পৰা মধ্যশ্ৰেণী নহ'লেও এটা মধ্যস্তৰৰ বিকাশে এই আন্দোলন সমূহ ত্বৰান্বিত কৰি তুলিলে। আনহাতে ইতিবাচকভাৱেই হওক বা নেতিবাচকভাৱেই হওক, অসমীয়া মধ্যশ্ৰেণীৰ সংগঠনবোৰেও এই আন্দোলনলৈ ৰবগুণি যোগালে।

কিন্তু এই আন্দোলনবোৰ জনজাতিসকলৰ নিজৰেই এলানি সংগঠনৰ অবিহনে সম্ভৱ নহ'লহেঁতেন। ইয়াত আমি প্ৰতিটো জনজাতি গোষ্ঠীৰ তেনে সংগঠনবোৰৰ এখন তালিকা কালক্ৰম অনুসৰি প্ৰস্তুত কৰিছোঁ।

বড়ো : ১. ১৯১৮-১৯ বড়ো ছাত্ৰ সন্মিলনী
২. ১৯২১ কছাৰী সন্মিলন
৩. ১৯২২ কছাৰী ষ্টুডেন্টচ এচ'চিয়েশ্যন
৪. ১৯২৪ বড়ো মহা সন্মিলন
৫. ১৯৫১ বড়ো সাহিত্য সভা

কাৰ্বি : ৬. ১৯৪৫ কাৰ্বি আ দৰবাৰ

দেউৰী : ৭. ১৯৫১ দেউৰী সন্মিলন
৮. ১৯৫১ সদৌ অসম দেউৰী ছাত্ৰ সন্থা

মিচিং : ৯. ১৯২৪ মিৰি সন্মিলন (পাছলৈ মিৰি ৰায়ত সন্মিলন, বৰ্ত্তমান মিচিং বাঃনী কৌবাং)
১০. ১৯৩৮ মিৰি ছাত্ৰ সন্মিলনী (পাছলৈ তাকাম মিচিং পৰিণ কৌবাং)
১১. ১৯৪০ মিৰি যুৱক সন্মিলন
১২. ১৯৪৩ মিৰি মহিলা সন্মিলন (পাছলৈ তাকাম মিচিং মিমে কৌবাং)
১৩. ১৯৪৫-৪৭ উত্তৰ-পূব সীমান্ত মিৰি আবৰ সন্মিলন।

সোণোৱাল কছাৰীঃ
১৪. ১৯২১ সোণোৱাল কছাৰী হিতসাধিনী সভা
১৫. (১৯২১- ৰ পাছত) সদৌ অসম সোণোৱাল কছাৰী সন্মিলন

তিৱাঃ
১৬. ১৯৩৫-৩৬ সদৌ লালুং সন্মিলন

ৰাভাঃ
১৭. ১৯৪৭ ৰাভা যুৱক সংঘ (পাছলৈ অসম ৰাভা জাতীয় সেৱা সংঘ)

আন জনজাতিঃ
১৮. ১৯৪৬ গাৰো নেশ্যনেল কাউন্সিল।
১৯. ১৯৪৬ খাচী জয়ন্তীয়া পলিটিকেল এচ'চিয়েশ্যন
২০. ১৯৪৬ মিজো ইউনিয়ন
২১. ১৯৪৭ ইউনাইটেড মিজো ফ্ৰীডম অৰ্গেনাইজেশ্যন

সকলো জনজাতিৰ (অথবা সম্প্ৰদায়ৰে) যুক্তমঞ্চঃ
২২. ১৯৩৩ ট্ৰাইবেল লীগ
২৩. ১৯৪২ ট্ৰাইবেল সংঘ
২৪. ১৯৪৪ ট্ৰাইবেল ষ্টুডেন্টচ্ ফেডাৰেশ্যন
২৫. ১৯৪৫ আচাম হিল ষ্টুডেন্টচ্ এচ'চিয়েশ্যন (কলকাতা ভিত্তিক)

 

২৬. ১৯৪৫ আচাম হিলচ্ ষ্টুডেন্টচ ফেডাৰেশ্যন (আসাম ভিত্তিক)
২৭. ১৯৪৫ অল আচাম হিলচ্ এণ্ড প্লেইনচ্ ট্ৰাইবেল ষ্টুডেন্টচ্ সন্মিলনী
২৮. ১৯৪৫ আচাম ট্ৰাইবচ্ এণ্ড ৰেচেজ ফেডাৰেশ্যন
২৯. ১৯৪৫ চেন্ট্ৰেল অৰ্গেনাইজেশ্যন অৱ আচাম ট্ৰাইবচ্
৩০. ১৯৪৬ কন্‌ফাৰেঞ্চ অৱ লীডাৰ্চ অৱ ট্ৰাইবেল কমিউনিটিজ
৩১. ১৯৪৮ অল পিপলচ্ পাৰ্টি (সৰ্বদল)।

এই তালিকাখনত লক্ষ্যণীয় এটা কথা হ'ল এই যে দুটা বিশেষ সময়ত জনজাতি সংগঠনসমূহৰ জন্মৰ প্ৰক্ৰিয়া জোৰদাৰ হৈছিল। তাৰে ভিতৰত প্ৰথমটো আছিল ১৯২১ চনৰ ঠিক আগে পাছে। মন কৰিবলগীয়া যে এই বছৰটো আছিল অসহযোগ আন্দোলনৰ বছৰ। আনহাতে দ্বিতীয় সময়টো আছিল ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনৰ সময়। এই তালিকাৰ ৩১ টা সংগঠনৰ মাত্ৰ চতুৰ্থ সংগঠনটোহে এই দুইছোৱা সময়ৰ অন্তৰ্বৰ্তী সময়ত জন্মহৈছিল। সেয়েহে স্বাধীনতা আন্দোলনত প্ৰত্যক্ষভাৱে জড়িত থাককেই বা নাথাকক, অন্ততঃ জনজাতি সংগঠনৰ জন্মলগ্ন যে স্বাধীনতা আন্দোলনৰ প্ৰভাৱমুক্ত নাছিল, সেইটো খাটাং।

আগতেই কৈ অহা হৈছে যে এনে সংগঠনবিলাকে প্ৰথমে প্ৰথমে ৰাজনৈতিক দাবীতকৈ সামাজিক বিষয়হে উত্থাপন কৰিছিল।আনকি সামাজিক বিষয়বোৰো আন্দোলনৰ দাবীৰ নিচিনা নহৈ জনকল্যাণমূলকহে আছিল। উদাহৰণস্বৰূপে নিখিল বড়ো ছাত্ৰ সন্থাই (প্ৰথম অৱস্থাত বড়ো ছাত্ৰ সন্মিলনী) অন্ততঃ ১৯২৯ চনৰ দশম অধিবেশনলৈকে কোনো ৰাজনৈতিক দাবী তোলা নাছিল। ইয়াৰ সেই সময়ৰ সাতটা ঘোষিত লক্ষ্যৰ ভিতৰত আছিল ঃ ১। বড়ো-কছাৰীসকলৰ মাজত ঐক্য ২। শিক্ষা বিকাশ ৩। নৈতিক প্ৰমূল্য ৪। স্বাস্থ্য, শৰীৰচৰ্চা ৫। গ্ৰাম্য বিকাশ ৬। জাতীয় ঐতিহ্য ৰক্ষা ৭। কল্যাণ ইত্যাদি।

১৯২৯ চনৰ আবচুৰ অধিবেশনত বড়ো নাটক, তাঁত বোৱা, চিলাই , ছবি অঁকা, খেলা-ধূলা, লাঠীখেল, তৰোৱাল চালনা আদি অনুষ্ঠিত হৈছিল।[১৮৫] বিশিষ্ট বড়ো নেতা কালীচৰণ ব্ৰহ্মায়ো (১৮৬০-১৯৩৮) ধৰ্মীয়, সামাজিক বিষয়বিলাকত অধিক গুৰুত্ব আৰোপ কৰিছিল।[১৮৬] তেওঁৰ দ্বাৰা প্ৰতিষ্ঠিত বড়ো মহাসন্মিলনে এজানি বিদ্যালয় প্ৰতিষ্ঠাৰ জৰিয়তে শিক্ষা বিস্তাৰ, মদ-গাহৰি নিবাৰণৰ লগতে ব্যৱসায় আৰু আন অৰ্থনৈতিক কাম-কাজত গুৰুত্ব দিছিল। মিচিং বাঃনী কীবাঙেও ইয়াৰ আৰম্ভণিৰ সময়ছোৱাত এইবোৰ কথাত গুৰুত্ব দিছিল ঃ ১। শিক্ষা ২। চাংঘৰৰ তলখন সাৰি-পুছি থোৱা ৩। নিমন্ত্ৰণ অবিহনে আন সম্প্ৰদায়ৰ লগত ভাওনা আদিত অংশগ্ৰহণ নকৰা, ৪। পৰম্পৰাগত পোছাক পিন্ধা ৫। অত্যধিক মদখোৱাৰ পৰা বিৰত থকা।[১৮৭]

---

১৮৫) আসাম বড়ো ছাত্ৰ সন্মিলনীৰ কাৰ্যবিৱৰণী, বৌমাৰী, ১৯২৯, পৃষ্ঠা ১৩
১৮৬) ব্ৰহ্মা আছিল একাধাৰে সমাজ সংস্কাৰক, ধৰ্ম প্ৰচাৰক, শিক্ষা প্ৰসাৰক আৰু ৰাজনৈতিক নেতা ; চাইমন কমিশ্যনক তেওঁ দিয়া স্মাৰকপত্ৰই প্ৰথম বড়ো ৰাজনৈতিক দলিল।
১৮৭) মিচিং বাঃনী কীবাঙৰ স্মৃতিগ্ৰন্থঃ ৰদতি (১৯৯২) ত মালচন্দ্ৰ পেগুৰ প্ৰবন্ধ

আন জনজাতিসকলৰ সংগঠনবোৰৰ ক্ষেত্ৰতো এইখিনি কথা প্ৰযোজ্য। সিবিলাকে সাংস্কৃতিক পুনৰুত্থান আৰু সামাজিক সংস্কাৰৰ মঞ্চৰূপে কাম কৰিছিল। এই সময়ছোৱাত জনজাতি আৰু অসমীয়া নেতৃত্বৰ মাজত কোনো তীব্ৰ সংঘাতো নাছিল। সেয়েহে জনজাতি (তথা আন জনগোষ্ঠীৰ) সংগঠনবোৰৰ বাৰ্ষিক অধিবেশনবোৰলৈ বৰ্ণ হিন্দুনেতা/বুদ্ধিজীৱীসকল সঘনে আমন্ত্ৰিত হৈছিল। বেণুধৰ শৰ্মাই সোণোৱাল কছাৰীৰ অধিবেশনত সভাপতিত্ব কৰিছিল। নীলমণি ফুকনে মিচিং, কৈৱৰ্ত আৰু সূতৰ অধিৱেশনত সভাপতি/ বিশিষ্ট অতিথিৰ আসন শুৱাইছিলগৈ। অম্বিকাগিৰী ৰায়চৌধুৰী, ড° সূৰ্যকুমাৰ ভূঞা আৰু মহাদেৱ শৰ্মা আদিয়ে নিখিল বড়ো ছাত্ৰ সন্থা আৰু বড়ো মহা সন্মিলনৰ বিভিন্ন অধিবেশনলৈ গুৰুত্ব সহকাৰে আমন্ত্ৰণ পাইছিল। পীতাম্বৰদেৱ গোস্বামীয়ে সোণোৱাল, মিচিং, সূত, কৈৱৰ্ত আদি বিভিন্ন সম্প্ৰদায়ৰ সভালৈ সাদৰ আহ্বান পাইছিল। চন্দ্ৰধৰ বৰুৱাই কোচ আৰু চুতীয়াসকলৰ অধিবেশনত ভাষণ দিছিল। বিমলা প্ৰসাদ চলিহা, কুলধৰ চলিহা, সিদ্ধিনাথ শৰ্মা, হৰেন্দ্ৰনাথ তালুকদাৰ, সৰ্বেশ্বৰ বৰুৱা, ৰজনীকান্ত বৰদলৈ, চৈয়দ চাদুল্লা আদিয়ে মিচিংসকলৰ বিভিন্ন অনুষ্ঠান/ অধিবেশনত আসন শুৱাইছিলগৈ। ভুবনচন্দ্ৰ গগৈ আৰু সতীশ চন্দ্ৰ গগৈ নামৰ দুজন অনা-মিচিঙে মিচিং ছাত্ৰ সন্থাৰ দুখন অধিবেশনত সভাপতিত্ব কৰিছিল।[১৮৮] দেৱেশ্বৰ শৰ্মায়ো কামৰূপ জিলা জনজাতি ছাত্ৰ সন্থাৰ অধিবেশনত ভাষণ দিছিল।

এনেকৈ অসমীয়া নেতৃবৃন্দক তেওঁলোকৰ সকলো সভা-সমিতিলৈ মতাৰ উপৰিও জনজাতি সংগঠনবোৰে অসম আৰু অসমীয়াৰ পক্ষে কেতবোৰ স্পষ্ট আৰু সাহসী স্থিতি গ্ৰহণ কৰিছিল। তেওঁলোকে তেতিয়া বংগৰ অন্তৰ্ভুক্ত হৈ থকা গোৱালপাৰা জিলাক অসমৰ অন্তৰ্ভুক্ত কৰাৰ দাবী তুলিছিল আৰু তাৰ হকে যুঁজ দিছিল। তেওঁলোকে অসমক পাকিস্তানৰ লগত জাপি দিয়া গ্ৰুপিং আঁচনিৰ বিৰুদ্ধে দৃঢ়ভাবে যুঁজিছিল। তেওঁলোকে প্ৰব্ৰজন তথা লাইন প্ৰথাৰ বিৰুদ্ধে যুঁজিছিল, যিকেইটা আছিল অসমীয়া বৰ্ণহিন্দু বুদ্ধিজীৱীৰ প্ৰাণৰ বিষয়। কিন্তু ইমানখিনি কৰিও জনজাতিসকলে বৰ্ণহিন্দু মধ্যশ্ৰেণীৰ অন্তৰ আৰু পেট পাব নোৱাৰিলে। ওলোটাই জনজাতিসকলৰ স্বকীয় অস্তিত্ব মচি পেলাবৰহে দিহা কৰা হ'ল। এনেবোৰ অধিবেশনত উপস্থিত থাকি নীলমণি ফুকনৰ দৰে ব্যক্তিয়ে জনজাতিসকলৰ মাজত বিভাজনৰ বীজ সিঁচাৰহে ব্যৱস্থা কৰিলে। উদাহৰণস্বৰূপে তেওঁ কৈৱৰ্ত (আৰু আন দলিত সম্প্ৰদায়) সকলক নিজৰ নেতৃত্বৰ বিৰুদ্ধেহে উচতাই দিলে।[১৮৯] একেদৰে মিৰি সন্মিলনত দিয়া তেওঁৰ ভাষণত ফুকনে জনজাতিসকলক মুছলীমসকলৰ বিৰুদ্ধে উচতালে।[১৯০] তেওঁ আনকি মিচিং শিশুবিলাকৰ পৰম্পৰাগত নামকৰণৰ বিৰোধিতা কৰি তেওঁলোকক কেৱল অসমীয়া নাম দিয়াৰহে পোষকতা কৰিলে।[১৯১] জনজাতিসকলে অৱশ্যেই তেওঁৰ এই 'সুমহান' উপদেশবোৰ স্পৰ্দ্ধাৰে প্ৰত্যাখ্যান কৰিলে। তাৰ বিপৰীতে মিচিং সকলে তেওঁলোকৰ জনগোষ্ঠীগত

---

১৮৮) Autobiography of Nameswar Pegu in Prominent Mising Personalities of Assam ( Guwahati, 1993) , 87

১৮৯) *কৈৱৰ্ত সন্মিলনত নীলমণি ফুকনৰ ভাষণ* (অপ্ৰকাশিত ), ১৯৩৮, পৃষ্ঠা ৩৮

১৯০) মিৰি সন্মিলনত নীলমণি ফুকনৰ ভাষণ, ১৯৪০, পৃষ্ঠা ২০

১৯১) ঐ, পৃষ্ঠা ৩০

সংগঠনবোৰৰ নামো অসমীয়াৰ পৰা মিচিঙলৈ ভাষান্তৰ কৰিহে ল'লে। মিৰি সম্মিলনৰ নতুন নাম হ'ল মিচিং বাঃনী কীবাং। মিচিং সাহিত্য সভাৰ নাম হ'ল মিচিং আগম কীবাং।একেদৰে তিৰা সাহিত্য সভাৰ নাম হ'ল তিৰা মাথ্‌নলাই তগ্না; তাই সাহিত্য সভা হ'লগৈ 'বান অক্ পাপলিক ম্যুং তাই'।

ইমানেই যেন যথেষ্ট নহয়হে হেন ভাবি বড়োসকলে তেওঁলোকৰ ব্যক্তিগত নামবোৰো বড়োকৰণ কৰিব ধৰিলে। সতীশ কুমাৰ বসুমতাৰী হ'লগৈ চাখুমা খুংগুৰ বিচ্‌মুতিয়াৰি, বিনয় কুমাৰ বসুমতাৰী হ'লগৈ বিনাই খুংগুৰ বিচমুতিয়াৰী, আনকি কৃতী আৰু জনপ্ৰিয় অসমীয়া ঔপন্যাসিক লেখক মেদিনী চৌধুৰীয়েও মাজতে খণ্ডে-ক্ষেত্তে মেদিনী 'নাৰ্জি' চৌধুৰী লিখিবলৈ লৈছিল।[১৯২] এইদৰেই নীলমণি ফুকনৰ প্ৰস্তাৱ বুমেৰাঙত পৰিণত হ'ল।

কিন্তু কঠোৰপন্থী বুলি জনাজাত নীলমণি ফুকন এইক্ষেত্ৰত অকলশৰীয়া নাছিল; উদাৰপন্থী বুলি জনাজাত পীতাম্বৰদেৱ গোস্বামীৰ মতামতো এইবিষয়ত একেই আছিল। তেঁৱো মিচিংসকলক কিছুমান প্ৰায়শ্চিত্ত কৰি কেতবোৰ মিচিং ৰীতি-নীতি চিৰদিনৰ বাবে এৰি দিবলৈ আৰু অসমীয়া নাম ল'বলৈ আহ্বান জনাইছিল।[১৯৩] তিনি দশক জুৰি মিচিং বাঃনী কীবাঙৰ সভাপতিৰ দায়িত্ব পালন কৰা মালচন্দ্ৰ পেগুৱেও জনাইছে কেনেকৈ সত্ৰাধিকাৰসকলে মিচিংসকলৰ নিজা সাজ-পোছাক, কৃষ্টি-সংস্কৃতি, আচাৰ-ব্যৱহাৰ আদি এৰি দিব লাগে বুলি জোৰ দিছিল।[১৯৪] আন সময়ত (বিশেষকৈ লোকপ্ৰিয়লৰ সময়ত) উচ্চবৰ্ণৰ সংগঠন/নেতৃত্বই আকৌ জনজাতিসকলক হিন্দু আৰু অসমীয়া বুলি নথিবদ্ধ কৰাবলৈ তৎপৰ হৈ পৰিছিল। নক'লেও হয় যে এনেবোৰ পদক্ষেপ জনজাতিসকলৰ কঠোৰ বিৰোধিতাৰ সন্মুখীন হৈছিল। এনে পদক্ষেপবোৰ জনজাতিসকলৰ অসমীয়া সমাজৰ পৰা পৰৱৰ্তী কালত বিচ্ছিন্ন হৈ পৰাৰ বাবে বহুলাংশে দায়ী।

এই বিচ্ছিন্নতাত সংবাদ মাধ্যমেও এক ঘাই ভূমিকা লৈছিল। লাইন প্ৰথা, প্ৰব্ৰজন আদিৰ প্ৰসংগবোৰ এইক্ষেত্ৰত আহি পৰে। আৰম্ভণিৰ পৰাই অসমীয়া প্ৰচাৰ মাধ্যম আৰু বৌদ্ধিক সমাজে মূলতঃ পূববংগ/পূবপাকিস্তান/ বাংলাদেশৰ পৰা অসমলৈ হোৱা প্ৰব্ৰজনৰ বিৰুদ্ধে প্ৰবলভাবে সোচ্চাৰ হৈ আহিছে। তেওঁলোকে দাবী কৰে যে কেৱল তেওঁলোকেইহে প্ৰব্ৰজনৰ বিৰোধী আৰু লাইনৰ সমৰ্থক। সেয়েহে তেওঁলোকে জনজাতি নেতৃত্ব প্ৰব্ৰজনৰ সমৰ্থক আৰু লাইনৰ বিৰোধী বুলি অপপ্ৰচাৰ চলাবলৈ ধৰে। ভীমবৰ দেউৰীৰ বিৰুদ্ধে চলা অপপ্ৰচাৰতে ই চৰম ৰূপ পায়গৈ। ইয়াত আমি কিছু তথ্য-প্ৰমাণ ডাঙি ধৰিছোঁ ঃ বিশিষ্ট জাতীয়তাবাদী সাংবাদিক হৰেন্দ্ৰনাথ বৰুৱা সম্পাদিত অসমীয়া কাকতে ইয়াৰ এটা সম্পাদকীয়ত ভীমবৰ দেউৰী আৰু ৰূপনাথ ব্ৰহ্মক আক্ৰমণ কৰিছিল। অসমীয়াৰ মতে তেওঁলোক দুজনে জনজাতি আৰু অসমীয়াৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ ব্যৰ্থ হৈছিল যিহেতু তেওঁলোকে লাইন প্ৰথাৰ বিৰোধী চাদুল্লা চৰকাৰৰ লগত হাত মিলাইছিল।[১৯৫] কাকতখনৰ আন এটা সম্পাদকীয়ত

---

১৯২) চৌধুৰীয়ে পাছত এই উপাধিটো উঠাই লয়।

১৯৩) ৰাধানাথ হাজৰিকালৈ গোস্বামীৰ চিঠি, আসাম হিতৈষীৰ প্ৰথম বছৰ ষষ্ঠ সংখ্যাত প্ৰকাশিত।

১৯৪) মিচিং বাঃনী কীবাঙৰ স্মৃতিগ্ৰন্থ মিৰোঙত পেগুৰ প্ৰবন্ধ, ১৯৮৯

১৯৫) অসমীয়া কাকতৰ ক্ৰমে ১/৬/১৯৪০ আৰু ৬/৭/১৯৪০ সম্পাদকীয়

চাদুল্লা চৰকাৰৰ লাইন সম্পৰ্কীয় নীতিৰ আলোচনা কৰিবলৈ গৈ অভিযোগ কৰা হৈছিল যে ভীমবৰ দেউৰী আৰু তেওঁৰ সহযোগী জনজাতীয় নেতৃবৃন্দ অসমীয়া বিৰোধী, লাইন বিৰোধী গুৰুতৰ ষড়যন্ত্ৰত লিপ্ত হৈছে। তেওঁলোকৰ কামক অন্যায়, অপকাৰী আৰু ঠেকমনা বুলি গৰিহণা দিয়া হৈছিল, যাৰ ফল সমগ্ৰ অসমীয়া জাতিয়ে বেয়াকৈ ভুগিব।[১৯৬]

এই সম্পাদকীয় ব্যতিক্ৰম নাছিল, আছিল নিয়মহে। অস্পৃশ্যতাৰ অভিশাপৰ বিষয়ে লিখিত অসমীয়াৰ এটা সম্পাদকীয়ত অসমীয়াই জনজাতি নেতৃত্বক নিৰ্মমভাবে আক্ৰমণ কৰিছিল। ভীমবৰ দেউৰীৰ সকলো সহযোগী এই কথাত একমত আছিল যে অসমীয়াৰ বাহিৰেও আচাম ট্ৰিবুন, তৰুণ অসম, হিন্দুস্তান ষ্টেণ্ডাৰ্ড আদিয়েও সামান্যতম অজুহাততে জনজাতি নেতৃবৃন্দৰ বিৰুদ্ধে আক্ৰমণত জাঁপিয়াই পৰিছিল। এই কাকতবিলাকে দেউৰী আৰু তেওঁৰ সতীৰ্থসকলক প্ৰায়ে 'দেশদ্ৰোহী' 'পাকিস্তানৰ এজেন্ট' আদি গালি-গালাজ কৰিছিল।[১৯৭] কিন্তু প্ৰকৃত সত্যটো কি?

বিধান পৰিষদত প্ৰদত্ত এক ভাষণত দেউৰীয়ে গৰ্জি উঠিছিল যে অসম এক দাতব্য প্ৰতিষ্ঠান নহয়, য'ত সমগ্ৰ ভাৰতৰ দুখীয়া আৰু ভূমিহীনলোকক আদৰণি জনোৱা হ'ব আৰু মাটি যচা হ'ব। দ্ব্যৰ্থহীন কণ্ঠেৰে লাইন প্ৰথাৰ কাৰ্যকৰীকৰণ দাবী কৰি দেউৰীয়ে চাৰ চাদুল্লাৰ একাধিকবাৰ গঠিত চৰকাৰ আৰু ১৯৪০ চনৰ আগৰ কংগ্ৰেছ মৰ্চা চৰকাৰৰ ৰাজহমন্ত্ৰীৰ নীতিক গৰিহণা দিছিল। তেওঁ তেনে নীতিক নতুন পমুৱা আৱাহনৰ নীতি বুলিহে আখ্যা দিছিল।[১৯৮]

অসমীয়াৰ উক্ত বিধ্বংসী সম্পাদকীয়বিলাকৰ আগতেই অথবা আগৰে পৰা দেউৰীয়ে তেনে স্থিতি লোৱাৰ পৰা বুজা যায় যে অসমীয়া তথা অসমৰ সংবাদ মাধ্যমৰ যি কুৎসাৰটনাৰ অভিযান, তাত কোনো সত্য-সন্ধানৰ প্ৰয়াস নাছিল, আছিল বিশুদ্ধ উগ্ৰজাতীয়তাবাদহে।

তালিকাখনত আৰু বহু কথাই যোগ দিব পাৰি। উদাহৰণস্বৰূপে আচাম ট্ৰাইবেল লীগৰ দ্বিতীয় অধিবেশনৰ নৱম প্ৰস্তাৱত পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামীৰ অসমত কছাৰী জাতি নামৰ কিতাপখনৰ কেইবাটাও গুৰুতৰ ভুল আঙুলিয়াই দিয়া হৈছিল। কছাৰী জাতিক হেয় প্ৰতিপন্ন কৰাৰ বিশেষ উদ্দেশ্যেৰে লিখিত বুলি অভিযোগ উঠা এইখন কিতাপৰ বিৰুদ্ধে ট্ৰাইবেল লীগৰ প্ৰতিনিধিসকল উত্তেজিত হৈ উঠিছিল। তেওঁলোকে ততালিকে ইয়াৰ নিষিদ্ধকৰণৰ দাবী অধিবেশনৰ প্ৰস্তাৱমৰ্মে উত্থাপন কৰিছিল।[১৯৯]

ঘটনাক্ৰমে কামৰূপ অনুসন্ধান সমিতিৰ অন্যতম প্ৰতিষ্ঠাপক পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী নলবাৰী সত্ৰৰ সত্ৰাধিকাৰ হোৱাৰ উপৰিও তেওঁ আছিল অসম সাহিত্য সভাৰ

---

১৯৬) অসমীয়া কাকতৰ ক্ৰমে ১/৬/১৯৪০ আৰু ৬/৭/১৯৪০ সম্পাদকীয়

১৯৭) সংহতিৰ বুনিয়াদ জননায়ক ভীমবৰ দেউৰী, খণ্ড ১, পৃ. ৫১

১৯৮) ২৬-২-১৯৪৬ আৰু ১৪-৩-১৯৪১ ত অসম বিধান পৰিষদত দেউৰীৰ বক্তব্য, Assam Legislative Council Debates, 1949.

১৯৯) গোস্বামীৰ কিতাপখন বোধহয় ১৯৩৮ চনত প্ৰকাশ হৈছিল। এই সম্পৰ্কীয় যাদৱচন্দ্ৰ খাখলাৰী প্ৰস্তাৱিত আৰু নন্দীৰাম শইকীয়া সমৰ্থিত প্ৰস্তাৱটোৰ বাবে চাওক, ট্ৰাইবেল লীগ বুলেটিন নং -২ (ডিব্ৰুগড়, ১৯৪০)

প্ৰতিষ্ঠাপক প্ৰধান সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীবো জ্যেষ্ঠ ভাতৃ। তায়েকতকৈ ককায়েক ডাঙৰ পণ্ডিতৰূপে প্ৰখ্যাত আছিল। পাছে ভায়েক গোস্বামীয়েও কছাৰীসকলৰ ক্ষোভৰ মুখা-মুখি হ'ব লগা হৈছিল যেতিয়া তেওঁ উপযুক্ত প্ৰমাণ নেদেখুৱাকৈয়ে ডিমাপুৰৰ সুমহান আৰু গৌৰৱোজ্জ্বল ভাস্কৰ্যবোৰ কছাৰীসকলৰ নহয় বুলি মন্তব্য কৰিছিল। কামৰূপ অনুসন্ধান সমিতিৰ ১৯৩৪ চনৰ বাৰ্ষিক অধিবেশনৰ সভাপতিৰ অভিভাষণত তেওঁ মন্তব্য দিছিল যে সেইবোৰ প্ৰাচীন কালৰ লিংগ-যোনি পূজাৰ অৱশেষহে হ'ব পাৰে। এইকথাত বড়ো-কছাৰীসকল টিঙিৰি-তুলা হৈ জ্বলি উঠিছিল। বড়ো সন্মিলনে গোস্বামীক তেওঁৰ এই উগ্ৰ জাতীয়তাবাদী প্ৰত্নতত্ত্বৰ বাবে কঠোৰ ভাষাৰে গৰিহণা দিছিল কাৰণ তেওঁ কেৱল এজন ব্যক্তিয়েই নাছিল,[২০০] আছিল কামৰূপ অনুসন্ধান সমিতি আৰু অসম সাহিত্য সভাৰ দৰে দুটা প্ৰধান অসমীয়া সংগঠনৰ মুখপাত্ৰও।

একেদৰে ভীমবৰ দেউৰীক অতিৰিক্ত সহকাৰী আয়ুক্ত পদ এটাৰ পৰা বঞ্চিত কৰাৰ ক্ষেত্ৰত ৰায় বাহাদুৰ কনকলাল বৰুৱাই লোৱা ভূমিকায়ো ব্যাপক বিক্ষোভ আৰু তিক্ততাৰ সৃষ্টি কৰিছিল। কাৰণ ব্ৰিটিছ গভৰ্ণৰ লৌৰী হেমণ্ডৰ তলত 'লোকেল চেল্‌ফ' চৰকাৰৰ (১৯২৯-৩৭) এজন মন্ত্ৰী হোৱাৰ উপৰিও বৰুৱা আছিল অসম সাহিত্য সভাৰ অন্যতম সভাপতি, অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা আৰু কামৰূপ অনুসন্ধান সমিতিৰ অন্যতম প্ৰতিষ্ঠাপক, জাৰ্ণাল অৱ আচাম ৰিচাৰ্চ চচাইটিৰ সম্পাদক, আৰু বহু কিবাকিবি। অৰ্থাৎ তেওঁ অসমীয়া মধ্য শ্ৰেণী আৰু ইয়াৰ অনুষ্ঠান প্ৰতিষ্ঠানবোৰৰ এজন সাৰ্থক প্ৰতিনিধি আছিল। এই অধ্যায়ৰ অনুসূচিত জাতি খণ্ডত দেখুৱাৰ দৰে বৰুৱাই অসমৰ বিশিষ্ট দলিত নেতা সোণাধৰ দাস সেনাপতিকো অপমান কৰা কথাই বিষয়টো সম্পূৰ্ণ কৰি তোলে।

এনেবোৰ কথাৰ কাৰণেই জনজাতিসকলে নিজৰ কেতবোৰ সংগঠন গঠনতে ক্ষান্ত নাথাকি নিজৰ ক্ষোভ-ক্ৰোধ উগাৰি দিবলৈ আৰু আশা-আকাংক্ষা সাব্যস্ত কৰিবলৈ এলানি কাকত-আলোচনী প্ৰকাশ কৰিবলৈ ল'লে। অসমীয়া মূলসুঁতিৰ প্ৰচাৰ মাধ্যমত আস্থা হেৰুৱাই তেওঁলোকে গঢ়ি তুলিলে নিজৰ মাধ্যম। তেওঁলোকৰ কাকত-আলোচনীবোৰ দীৰ্ঘজীৱী নহ'ব পাৰে, সেইবোৰ আকাৰত সৰু, পুঁজিৰ নাটনিত ভোগা আৰু বেয়া ছপা-বন্ধাৰ হ'ব পাৰে, তথাপি সেইবোৰেইহে তেওঁলোকৰ সপোন প্ৰতিফলিত কৰিছিল। এই গ্ৰন্থৰ শেষত আমি বহুবোৰ জনজাতীয় কাকত-আলোচনীৰ এক সুদীৰ্ঘ তালিকা পেচ কৰিছোঁ। ইয়াত তাৰে কেইখনমানৰ মাত্ৰ উল্লেখ কৰিম।

পৰিশিষ্টত থকা তালিকাখনত ২০ খন খাচী আৰু ১০ খন গাৰো আলোচনীৰ নামো আছে। পদ্মনাথ গোহাঞিবৰুৱাৰ মতে ১৯১১ চনতেই সাতখন খাচী ভাষাৰ মাহেকীয়া আলোচনী আছিল যাৰ মুঠ প্ৰচালন আছিল ৫,৮০০ কপি (তেতিয়া খাচী জয়ন্তীয়া আৰু গাৰোপাহাৰ জিলা অসমৰ ভিতৰুৱা আছিল)।এই সময়ছোৱাত প্ৰকাশিত বড়ো পত্ৰিকাৰ ভিতৰত আছিল বিবাৰ (১৯২৩-২৮), প্ৰভাতী (১৯২৬), অলংবাৰ (১৯৩৮), হাৰ্মখি হালা (১৯৪০), বড়ো লিথুম বিলাই ('৫০ ৰ দশক) ইত্যাদি। তাৰপাছত ওলায় মিচিংসকলৰ

২০০) অতুল চন্দ্ৰ বৰুৱা : শৰৎচন্দ্ৰ গোস্বামী, (যোৰহাট - ১৯৮৭), পৃষ্ঠা ১৬২

আৰোহণ (১৯৪৭) আৰু মিৰ'মিগল' (১৯৫৭), দেউৰীৰ জিমছায়া চচুয়' জাগো, জিমছায়া তৃচ' (প্ৰাক্ স্বাধীনতাকালৰ আলোচনী), মণিপুৰীসকলৰ নাহাৰল (১৯৫৯) আৰু সংযুক্ত জনজাতিৰ মুখপত্ৰৰ নায়ক (১৯৪১, কটন কলেজৰ পৰা প্ৰকাশিত)। আমাৰ গৱেষণাৰ সময়সীমাৰ ভিতৰত আমি এতিয়ালৈকে ৪১ খন কেৱল জনজাতি পত্ৰিকাৰে সন্ধান পাইছোঁ। অথচ অসমৰ সংবাদপত্ৰৰ সমসাময়িক ইতিহাস এইবোৰ সংবাদপত্ৰৰ বিষয়ে সম্পূৰ্ণ নিশ্চুপ। তৎসত্বেও অৱশ্যে এই সমান্তৰাল ধাৰাটো বাহাল আছিল আৰু সি ক্ৰমাগতভাবে শক্তিশালী হৈহে উঠিছিল। সি প্ৰকৃতাৰ্থত এক সমান্তৰাল জাতিগঠন প্ৰক্ৰিয়াৰো বাৰ্তাবহন কৰিছিল, অসমীয়া জাতিৰ পৰা স্বতন্ত্ৰ এক বড়ো জাতি ইত্যাদি ইত্যাদি।

## অনুসূচিত জাতি ঃ
## পৰিধিৰ বাহিৰৰ পঞ্চম বৰ্ণ

'অনুসূচিত জাতি' কথাষাৰেই স্বাধীনতা-উত্তৰ কালৰ। ই ভাৰতৰ সংবিধানৰ এখন তালিকা বা অনুসূচীলৈ আঙুলিয়ায়, যিখন তালিকাত অসমৰ এইবোৰ সম্প্ৰদায় অন্তৰ্ভুক্ত হৈ আছে ঃ ১। কৈবৰ্ত ২। বনিয়া ৩। হীৰা ৪। নমঃশূদ্ৰ ৫। জালকেওট ৬। জালিয়া ৭। জালো-মালো ৮। ভূইমালী বা মালী ৯। বাচ্ফোৰ ১০। ধুবী ১১। মাহাৰা ১২। লালবেগী ১৩। মুচী ১৪। ভাংগি বা মেতৰ ১৫। পাতনী আৰু ১৬। সূত্ৰধাৰ।

কমবেছি পৰিমাণে সকলোৱেই এইকথাত একমত যে এই সম্প্ৰদায়বোৰ সামাজিক/জাতি-বৰ্ণগত গাঁথনিৰ নিচেই তলৰ খলপাত অৱস্থিত। সেয়েহে তেওঁলোকক সহজেই 'দলিত' বুলি ক'ব পাৰি। এই অনুসূচিত জাতিবোৰৰ এক উমৈহতীয়া বৈশিষ্ট্য এই যে তেওঁলোক সকলো হিন্দু চতুৰ্বৰ্ণ ব্যৱস্থাৰ পৰিধিৰ বাহিৰৰ মানুহ। অৰ্থাৎ তেওঁলোক ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য বা শূদ্ৰ নহয়। তেনেহ'লে তেওঁলোক কোন? তেওঁলোক হৈছে নিম্নতম পঞ্চমবৰ্ণ/অতিশূদ্ৰ বা অন্ত্যজ জাতিসম্প্ৰদায়। তেওঁলোকক কেৱল অস্পৃশ্যই নহয়, তামিলনাডু আৰু কেৰালাৰ দৰে ক'ৰবাত ক'ৰবাত অদৃশ্য বুলিও গণ্য কৰা হয়।[২০১] যদিও অসমত অস্পৃশ্যতা কাহানিও নাছিল বুলি প্ৰায়ে দাবী কৰা হয়, প্ৰকৃত সত্য বেলেগ। আমি ইয়াত প্ৰতিনিধিত্বমূলক কেইটামান উদাহৰণ ডাঙি ধৰিছোঁ মাত্ৰ।

ডিপ্ৰেচ্ড্ ক্লাচেজ এচ'চিয়েশ্যন, আচামৰ এজন প্ৰতিষ্ঠাপক নেতা ৰায়বাহাদুৰ সোণাধৰ দাস সেনাপতিয়ে আচাম প্ৰভিঞ্চ ফ্ৰেঞ্চাইজ কমিটিৰ আগত ১৯২৩ চনৰ ১২ ফেব্ৰুৱাৰী তাৰিখে অভিযোগ কৰিছিল যে আনকি নগাঁৱৰ উদাৰ হিন্দুসকলেও তেওঁক নগাঁও শংকৰ মঠত প্ৰৱেশ কৰিবলৈ দিয়া নাছিল। অথচ সেইসময়ত সেনাপতি নগাঁৱৰ ৰেভিনিউ চিৰস্তাদাৰ আছিল। তেওঁ দিয়া আন এটা উদাহৰণমতে ১৯৩২ চনৰ জানুৱাৰী মাহতো এজন দলিতক বৰপেটা কীৰ্তনঘৰৰ ভিতৰলৈ সোমাব খোজোঁতে চাবিশ টকা জৰিমনা বিহা হৈছিল।

---

২০১) শ্যামাচৰণ ডুবেৰ Indian Society ৰ দেৱব্ৰত শৰ্মাই অসমীয়ালৈ কৰা অনুবাদ ভাৰতীয় সমাজ (নতুন দিল্লী, ১৯৪১), পৃষ্ঠা ৫১

সেনাপতিয়ে ১৯৩১ চনত শ্বিলঙত তেওঁৰ এক ভতিজাকৰ মৃত্যুৰ মৰ্মন্তুদ কাহিনীও বৰ্ণনা কৰিছে।[২০২] সেনাপতিৰ কন্যা পদ্মশ্ৰী ইন্দিৰা মিৰিৰ মতে উক্ত ভতিজাকজন আছিল ডিব্ৰুগড়ৰ মহেন্দ্ৰনাথ দাস। সেইসময়ত সেনাপতি কলকাতাত আছিল। তেওঁৰ অনুপস্থিতিত শ্বিলঙৰ অসমীয়া বৰ্ণহিন্দু সমাজৰ এজনেও শটো সংকাৰ কৰিবলৈ ওলাই নাহিল। অথচ সেইসময়ত শ্বিলঙক অসমৰ ভিতৰতে এখন উদাৰ ঠাই বুলি ভবা হৈছিল। সেনাপতিৰ জীয়ৰী, বিশিষ্ট শিক্ষাবিদ, পদ্মশ্ৰী ইন্দিৰা মিৰিয়ে আমাক কৈছিল ততোধিক হৃদয়বিদাৰক এক কাহিনী। সেনাপতিৰ পত্নী তথা ইন্দিৰা মিৰিৰ মাতৃ দিব্যকান্তিৰ মৃতদেহটো বহু কেইবা ঘন্টা জুৰি চোতালত পেলাই থ'বলগীয়া হৈছিল। কাৰণ শ্বিলঙৰ এজনো বৰ্ণহিন্দুৱে তেওঁৰ সৎকাৰৰ বাবে আগবাঢ়ি অহা নাছিল। এই তিক্ততম অভিজ্ঞতাই সেনাপতিক নতুনকৈ কিছুমান কথা ভাবিবলৈ বাধ্য কৰাইছিল। ইমানদিনে অসম সচিবালয়ৰ পঞ্জীয়ক হিচাপে বহু বৰ্ণহিন্দু লোকক চাকৰি দিয়া সেনাপতিয়ে ঘোষণা কৰিছিল যে এইবাৰ তেওঁ অন্ততঃ চাৰিজন নিজৰ সম্প্ৰদায়ৰ লোকক চাকৰি দিব যাতে তেওঁৰ মৃত্যুৰ পাছত তেওঁলোকে তেওঁৰ শটো কঢ়িয়াব পাৰে।[২০৩]

সেনাপতিৰ পত্নীৰ শ-সংকাৰ কৰিছিল বাঙালী ব্ৰাহ্মসকলে। প্ৰত্যাশিত ধৰণেই অসমীয়া বৰ্ণহিন্দুসকলে মহিলাগৰাকীৰ শ্ৰাদ্ধ অনুষ্ঠানো বৰ্জন কৰিছিল। অৱশ্যে এজন বিশিষ্ট অসমীয়া শ্ৰাদ্ধত উপস্থিত আছিল। তেওঁ আছিল মাৰোৱাৰী বণিয়া নিয়ন্ত্ৰিত 'উদ্যোগ আৰু বাণিজ্য সমষ্টিৰ' বিধায়ক, মন্ত্ৰী, ৰায়বাহাদুৰ কনকলাল বৰুৱা। পাছে এই বিশিষ্ট সাহিত্যিকজনে সেনাপতিৰ পত্নীৰ শ্ৰাদ্ধত পানী এটুপিও খাবলৈ অস্বীকাৰ কৰিলে। হয়তো সেনাপতি আৰু বৰুৱা দুয়ো কালসংহতিৰ অনুগামী আছিল; দুয়ো একেখন দিহিং সত্ৰৰেই শিষ্য আছিল। হ'লে কি হ'ব, জাত-পাত যে তাতোকৈ সুগভীৰ, অলংঘনীয় বস্তু।

বহুতে অৱশ্যে ক'ব খোজে যে শিক্ষা আৰু তজ্জনিত অৰ্থনৈতিক বিকাশে আপোনা-আপুনি জাতি-বৰ্ণবাদ আৰু অস্পৃশ্যতাক নিঃশেষ কৰি পেলাব। দলিত নেতাসকলৰ মতামত অৱশ্যে সুকীয়া। উদাহৰণস্বৰূপে ১৯১৩ চনত নগাঁৱৰ নিকামুলত অনুষ্ঠিত বৃত্তিয়াল বণিয়া সভাৰ অধিবেশনত এই বুলি কোৱা হৈছিল যে কিছুসংখ্যক দলিত ছাত্ৰই বি.এ, এম.এ. পঢ়িবলৈ লৈ গুৱাহাটীৰ শিক্ষানুষ্ঠান আৰু ছাত্ৰাবাসত আসন নাপাই কলকাতালৈ গৈছিল। পাছে বণিয়া সম্প্ৰদায়ৰ এইসকল ছাত্ৰক কলকাতাৰ অসমীয়া ছাত্ৰসকলৰ মেচবোৰৰ দুৱাৰ দলিও গচকিবলৈ দিয়া হোৱা নাছিল। তেতিয়া তেওঁলোকে কোনোমতে বাঙালী ছাত্ৰৰ মেচত থাকিবলৈ দিহা কৰি লৈছিল।

কিন্তু তাতো তেওঁলোকে সুখেৰে এগৰাহ ভাত খাবলৈ পোৱা নাছিল। অচিৰেই অসমীয়া বৰ্ণহিন্দু ছাত্ৰসকলে বাঙালী মেচতো গৈ ওলাইছিল আৰু বাঙালী বৰ্ণহিন্দুসকলৰ লগত বন্ধুত্ব পাতি তেওঁলোকক অসমত দলিত সকলৰ সামাজিক মৰ্যাদাৰ কথা লগাইছিলগৈ। ফলত বাঙালী বৰ্ণহিন্দু ছাত্ৰসকলেও অসমৰ দলিত ছাত্ৰসকলক নিজৰ মেচৰপৰা বাহিৰ কৰি

---

২০২) সেনাপতিৰ কন্যা পদ্মশ্ৰী ইন্দিৰা মিৰিৰ মতে উক্ত ভতিজাক জন আছিল ডিব্ৰুগড়ৰ মহেন্দ্ৰনাথ দাস।

২০৩) পদ্মশ্ৰী ইন্দিৰা মিৰিৰে শিলপুখুৰী, গুৱাহাটীৰ বাসভৱনত গ্ৰন্থকাৰৰ সাক্ষাৎকাৰত প্ৰাপ্ত তথ্য। সাক্ষাৎকাৰৰ তাৰিখঃ ২৫-৭-১৯৯৮

দিছিল। অন্তিম প্ৰচেষ্টাৰূপে সেই দলিত ছাত্ৰসকলে ব্ৰাহ্ম মেচত আশ্ৰয় লৈছিলগৈ; কিন্তু দলিত সকলৰ ওপৰলৈ বগোৱাৰ আকাংক্ষাক ধৃষ্টতা বুলি গণ্য কৰা অসমীয়া বৰ্ণহিন্দু ছাত্ৰসকল তাতো গৈ ওলাইছিলগৈ। ফলত দুগালে দুধাৰ চকুলো বোৱাই দলিত ছাত্ৰসকলে কলকাতা এৰি উচ্চশিক্ষাক বিদায় দি অসমলৈ বুলি মেলানি মেলিব লগা হৈছিল।(২০৪)

অসমৰ আন এজন দলিত বুদ্ধিজীৱী তথা অৱসৰপ্ৰাপ্ত আই.এ.এচ. বিষয়া নন্দেশ্বৰ বনিয়ায়ো তেওঁৰ ছাত্ৰ জীৱনৰ কথা সুঁৱৰিবলৈ গৈ একেধৰণৰ অভিজ্ঞতাকে দোহাৰিছিল। সেইসময়ত কটন কলেজৰ প্ৰথম মেচৰ ভাত খোৱাৰ ঘন্টা বাজিলে দলিত ছাত্ৰসকলৰ বাবে কেনেকৈ মৃত্যু ঘন্টা বজাৰ নিচিনা লাগিছিল, তাক তেওঁ বৰ্ণনা কৰিছে। সাৰ্বজনীন সেই ভোজন গৃহত দলিত ছাত্ৰসকলৰ প্ৰৱেশাধিকাৰ নাছিল। অনুসুচিত জাতি-জনজাতিৰ ছাত্ৰসকলৰ কাৰণে নিৰ্দ্ধাৰিত আছিল দ্বিতীয় ভোজন গৃহটো; যাক তেওঁ 'এঘৰীয়া কৰা ঘৰ' আখ্যা দিছিল। তাৰ আগতেও উত্তৰ লক্ষীমপুৰ চৰকাৰী হাইস্কুলৰ লগত সংলগ্ন চৰকাৰী হিন্দু ছাত্ৰাবাসত থকাৰ সুবিধাৰ পৰা বঞ্চিত হোৱাৰ অভিজ্ঞতা বনিয়াৰ হৈছিল।(২০৫)

এনে মৰ্মভেদী অভিজ্ঞতা কেবল বৃত্তিয়াল বনিয়াসকলৰে হোৱা নাছিল। শিক্ষা লাভ কৰিবলৈ গৈ কৈবৰ্তসকলৰো একে অভিজ্ঞতা হৈছিল। দলিত নেতা, পাছলৈ কংগ্ৰেছ মন্ত্ৰী ডাঃ ঘনশ্যাম দাসে সুঁৱৰিছে কেনেকৈ দীঘলীয়া আন্দোলন কৰিহে তেওঁলোকে কটন কলেজত থকাৰ 'অধিকাৰ' পাইছিল। কিন্তু সেই 'অধিকাৰো' আছিল ছাত্ৰাবাসৰ ভঁড়ালঘৰ বনাম গুদাম ঘৰটোত থকাৰহে 'অধিকাৰ'। তেওঁলোকক সেই গুদাম ঘৰটোতে খাবলৈ দিয়া হৈছিল। নিজৰ বাচন তেওঁলোকে নিজে ধুব লাগিছিল। তেওঁলোকৰ অসুখ-বিসুখ হ'লেও যতন ল'বলৈ কেও নগৈছিল। তেওঁলোকক সৰস্বতী পূজা, শংকৰদেৱ তিথি, মাধৱদেৱৰ তিথি আদিৰ অনুষ্ঠানত ভাগ ল'বলৈ দিয়া নহৈছিল। তেওঁলোকৰ বৰঙণি সংগ্ৰহ কৰিলেও তেওঁলোকক প্ৰসাদ দূৰৰ পৰা দলিয়াই দিয়া হৈছিল। জানোচা দিওঁতাজন কেনেবাকৈ লওঁতাজনৰ স্পৰ্শৰ দ্বাৰা প্ৰদূষিত হয়! ডাঃ দাসে পাছত সোঁৱৰে কেনেকৈ এনে ব্যৱহাৰে দলিতসকলৰ অন্তৰত বিদ্ৰোহৰ অগনি জ্বলাই তোলে। ডিব্ৰুগড়ৰ বেৰীহোৱাইট মেডিকেল স্কুলতো (পাচলৈ অসম মেডিকেল কলেজ, ডিব্ৰুগড়) দলিত ছাত্ৰসকলে একে পৰিস্থিতিৰ মুখা-মুখি হ'ব লগা হৈছিল। তেতিয়া সেইখন অসমৰ একমাত্ৰ মেডিকেল স্কুল আছিল। স্কুলখনৰ কৰ্তৃপক্ষৰ বাহিৰেও ছাত্ৰসকলৰ একাংশয়ো দলিতছাত্ৰসকল ছাত্ৰাবাসত থকাৰ ঘোৰ বিৰোধিতা কৰিছিল। বহু সংগ্ৰামৰ পাছত দলিত ছাত্ৰসকলক ছাত্ৰাবাসত লোৱা হৈছিল যদিও তেওঁলোকক উমৈহতীয়া ভোজন ঘৰত খাবলৈ দিয়া নহৈছিল। দাস আৰু তেওঁৰ দুজন সহপাঠী (এজন সোণোৱাল-কছাৰী, আনজন ধুবী সম্প্ৰদায়ৰ, যিজনে নিজৰ সম্প্ৰদায় লুকাই ৰাখিছিল ছাত্ৰাবাসত থাকিবলৈ পোৱাৰ স্বাৰ্থতে) দুজনৰো একেই অভিজ্ঞতা হৈছিল। ডাঃ দাসে অৱশেষত থকাৰ ঠাই বিচাৰি পাইছিলগৈ ঢাকা মেছত। অসমীয়া ছাত্ৰসকলৰ একাংশ তেতিয়াহে ক্ষান্ত হৈছিল আৰু তেওঁলোকে তেতিয়া অসম মেছৰ চুক এটাত তেওঁৰ বাবে জেগা অকণ উলিয়াই

২০৪) নন্দেশ্বৰ বনিয়া : সোঁৱৰণ, পৃষ্ঠা ৪৪

২০৫) ঐ, English Section, p.47

দিছিল।[২০৬]

এইটো নহয় যে এনে দশা কেৱল অনুসূচিত জাতিৰ ছাত্ৰসকলৰে হৈছিল। অনুসূচিত জনজাতিৰ ছাত্ৰসকলৰ অৱস্থাও আছিল তথৈবচ। নায়কৰ প্ৰকাশক ৰজনীকান্ত হাজৰিকাই গৰ্জি উঠি কৈছিল কছাৰী ছাত্ৰসকলে আনকি চৰকাৰী স্কুল-কলেজ-হোষ্টেলত জেগা নাপাইছিল। তাৰ বাবে তেওঁলোকে নিজৰ পৰিচয় লুকাব লগা হৈছিল, সেইবোৰ আছিল জাতীয় ইতিহাসৰ কৰুণ দিন।[২০৭]

মন কৰিবলগীয়া যে ৰজনীকান্ত হাজৰিকা আছিল যোগেন্দ্ৰনাথ হাজৰিকাৰ এজন ঘনিষ্ঠ সতীৰ্থ, যিজন পাছলৈ অসমৰ প্ৰথম (আৰু আজিৰ তাৰিখলৈকে একমাত্ৰ) জনজাতি মুখ্যমন্ত্ৰী হয়গৈ। ৰজনী হাজৰিকা নায়কৰ প্ৰকাশক থকা সময়ত যোগেন হাজৰিকা তাৰ সম্পাদক আছিল। তেওঁলোক দুয়োজনে বৰ্ণহিন্দুসকলৰ প্ৰতি সম্পৰ্কৰ ক্ষেত্ৰত উদাৰতাবাদী আছিল। উদাৰতাবাদীৰ স্থিতিয়েই যেতিয়া এনেকুৱা, তেনে ক্ষেত্ৰত কঠোৰ পন্থীৰ স্থিতি কি হ'ব পাৰে সেয়া সহজেই অনুমেয়।

ঘৃণা আৰু অস্পৃশ্যতাৰ এই পৰিৱেশেই অনুসূচিত জাতিৰ ছাত্ৰসকলৰ শৈক্ষিক জীৱন কেনেকৈ ক্ষতিগ্ৰস্ত কৰিছিল আৰু তেওঁলোকৰ আশাত চেঁচা পানী ঢালিছিল, সেই সম্পৰ্কে আমি ইয়াত আন এজন বিশিষ্ট দলিত নেতাৰ লগত সাক্ষাৎকাৰ সন্নিবিষ্ট কৰিছোঁ। অসম অনুসূচীত জাতি পৰিষদৰ যোৰহাট জিলা শাখাৰ সভাপতি/সম্পাদকৰ দায়িত্ব বহন কৰা সদ্য প্ৰয়াত সৰ্বানন্দ দাস সংগঠনটোৰ কেন্দ্ৰীয় সমিতিৰো সভাপতি আছিল। দাসে তেওঁৰ নিজৰ অভিজ্ঞতা সুঁৱৰি কয় যে তেওঁ মাজুলীৰ শালমৰা প্ৰাথমিক বিদ্যালয়ৰ ছাত্ৰ আছিল। তাত ৫০% অনুসূচীত জাতি, ২০% অনুসূচীত জনজাতি আৰু ৩০% বৰ্ণহিন্দু ছাত্ৰ-ছাত্ৰী আছিল, যিসকল মূলতঃ কুমাৰ কলিতা সম্প্ৰদায়ৰ আছিল। এই বিদ্যালয়ৰ ছাত্ৰ হৈ থকা সময়ত ১৯৪২ চনত দাস দ্বিতীয় শ্ৰেণীৰ বৰ্গ মন্ত্ৰী হৈছিল। সেইসময়ত বিদ্যালয়ত সৰস্বতী পূজাৰ বাবে গাবে খাটিব লগা সকলো কাম কৰিবলগা হৈছিল অনুসূচীত জাতি জনজাতিৰ ছাত্ৰসকলে, কিন্তু তেওঁলোক দেৱীৰ বেদীৰ ওচৰলৈ যোৱা মানা আছিল। দলিত ছাত্ৰসকলে দুৱাৰদলিৰ লক্ষ্মণৰেখাৰ সিপাৰৰপৰাই শান্তি পানী এটোপালৰ চিটিকনিৰ আশাত দেৱীলৈ জুমি চাই ৰৈছিল। অৱশ্যে অচিৰেই স্বাধীনতা আন্দোলনৰ আলোকত, বৰ্ধিত দলিত চেতনাৰে উদ্বুদ্ধ হৈ অনুসূচীত জাতি-জনজাতিৰ ছাত্ৰসকলে এই জাতি বৰ্ণবাদী বৈষম্যৰ বিৰুদ্ধে প্ৰতিবাদ কৰি উঠিল; ১৯৪২ চনৰ সৰস্বতী পূজাৰ যা-যোগাৰ তেওঁলোকে সকলো কৰিলে কিন্তু পূজা অনুষ্ঠান বৰ্জন কৰিলে। অৱশেষত এটা আপোচ মীমাংসা হ'ল; সেই অনুসৰি আন্দোলনকাৰী অনুসূচিত জাতিৰ ছাত্ৰসকলক হলটোৰ একুকত আৰু অনুসূচীত জনজাতিৰ ছাত্ৰসকলক আন একুকত বহিবলৈ দিয়া হ'ল। কিন্তু তথাপিও তেওঁলোকক দেৱীৰ বেদীৰ ওচৰ-পাজৰলৈও যাবলৈ দিয়া নহ'ল। এনেকৈয়ে অনুসূচিত জাতি-জনজাতিৰ ছাত্ৰ-ছাত্ৰীৰ শিক্ষালাভৰ এক প্ৰধান সমস্যা হৈ উঠিল স্কুল-কলেজত প্ৰচলিত অস্পৃশ্যতা।

আন বহু উদাহৰণ আছে য'ত সৰস্বতী পূজাৰ পবিত্ৰ অনুষ্ঠানেই নিৰীহ ছাত্ৰসকলক বিদ্ৰোহীত পৰিণত কৰি তুলিছিল। এমুঠিমান প্ৰসাদৰ বিতৰণেই হৈ পৰিছিল এটা সাংঘাতিক

---

২০৬) এজন ক্ষুদ্ৰ মানুহৰ জীৱনস্মৃতি, পৃষ্ঠা ১৭,১৯

২০৭) মংগোলকছাৰী গুপ্ত ইতিহাস, পৃষ্ঠা ১৭৪

স্পৰ্শকাতৰ প্ৰসংগ। কাৰণ প্ৰসাদ একেলগে খোৱা মানেই বিভিন্ন জাতিৰ মাজত সহভোজনৰ নিচিনাই হ'ল। গোড়া ব্ৰাহ্মণ্যবাদীসকল এনে সহভোজন, মিলা-মিচাৰ সম্ভাবনা দেখি ত্ৰস্তমান হৈ উঠিল। কাৰণ সৰস্বতী পূজাৰ লগতে জড়িত হৈ আছে উপাসনাৰ অধিকাৰো; প্ৰকৃত অৰ্থত এই অধিকাৰ মানি লোৱা মানেই দলিত বৰ্গৰ মন্দিৰ প্ৰৱেশৰ অধিকাৰো মানি লোৱা।

সেয়েহে আমি সৰ্বানন্দ দাস আৰু ডাঃ ঘনশ্যাম দাসৰ বাহিৰেও ডাঃ তাৰানাথ দাসৰো সৰস্বতী পূজাৰ অভিজ্ঞতা জানিবলৈ পাওঁ।(২০৮) বিশিষ্ট সাহিত্যিক তৰুণচন্দ্ৰ পামেগামৰো একে অভিজ্ঞতা ঘটে। আহোম সম্প্ৰদায়ৰ পৰা স্বাধীন অসমৰ প্ৰথম (উপ) মন্ত্ৰী গিৰিন গঁগৈ আদিয়েও শিক্ষানুষ্ঠানত এই একে বিদ্বেষ আৰু বৈষম্যৰ অভিযোগ তুলিছিল। তৰুণচন্দ্ৰ পামেগামক তেনে বিদ্বেষৰ পৰা পীতাম্বৰদেৱ গোস্বামীয়ে বচালেও বাকী দুজনক বচাবলৈ কেও নাছিল। পৰৱৰ্তী কালত ডাঃ দাস এজন প্ৰতিবাদী দলিত বুদ্ধিজীৱী হয়গৈ আৰু গিৰিন গঁগৈয়ে আহোম সভাত যোগ দি বৰ্ণহিন্দু আধিপত্যৰ বিৰুদ্ধে ৰাজনৈতিক আৱাজ উঠায়গৈ। জাতি বৰ্ণবাদৰ প্ৰভাৱাধীন বিদ্যালয়বোৰে এনেকৈ বিদ্বেষ বৈষম্যৰ শিক্ষাহে দিছিল আৰু তাৰ পৰিণতিত সিবিলাক দলিত প্ৰতিবাদৰো চেঁৰাশালি হৈ উঠিছিল।

শিক্ষাৰ ক্ষেত্ৰত যেনে, ধৰ্মীয় সামাজিক ক্ষেত্ৰতো তেনেই ঘটিছিল। যিমানেই বিপৰীত দাবী নহওক কিয়, প্ৰকৃত সত্যটো এইযে সেইসিদিনালৈকে অসমৰ সত্ৰসমূহ, মন্দিৰ আৰু আন ধৰ্মীয় অনুষ্ঠানবোৰ নিম্নবৰ্ণসমূহৰ বাবে বন্ধ আছিল। ১৯২৬ চনত ডাঃ ঘনশ্যাম দাস যেতিয়া বেঙেনাআটী সত্ৰলৈ কলেৰাৰ বেজী দিবলৈ গৈছিল তেতিয়া তেওঁ সত্ৰলৈ প্ৰৱেশাধিকাৰ পোৱাৰ একমাত্ৰ কাৰণটো আছিল তেওঁ ব্ৰিটিছ জিলা উপায়ুক্ত কেন্টলি চাহাবৰ লগত যোৱাটো। কিন্তু তেওঁৰ লগত যোৱা ভেলেকাৰ সেই একে ভাগ্য নঘটিল। একেখন সত্ৰৰে শিষ্য হোৱাৰ সত্বেও ভেলেকাক সত্ৰৰ ভিতৰলৈ প্ৰৱেশাধিকাৰ দিয়া নহ'ল কাৰণ তেওঁ আছিল এজন কৈৱৰ্ত। কথা সিমানতে শেষ নহ'ল, ভেলেকা উঠি যোৱা হাতীটোকো গা-ধুৱাইহে সত্ৰত সোমাবলৈ দিয়া হ'ল।(২০৯) এনেকৈয়ে নিম্নবৰ্ণসমূহ সৌসিদিনালৈকে বৰপেটা সত্ৰত প্ৰৱেশৰ অধিকাৰৰপৰাও বঞ্চিত হৈ আহিছিল। ১৯৩৪ চনত মোহন দাস কৰম চাঁদ গান্ধী যেতিয়া অসমলৈ আহিছিল, তেওঁ বৰপেটা সত্ৰলৈ যাবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। তেওঁক এই চৰ্তসাপেক্ষেহে প্ৰৱেশাধিকাৰ দিয়া হৈছিল যে তেওঁ কোনো অস্পৃশ্য/নিম্নবৰ্ণক লগত নিব নোৱাৰিব। গান্ধীয়ে সেই চৰ্ত নমনাত তেওঁ তাত প্ৰৱেশ কৰিব নোৱাৰিলে। কিন্তু সেই ঘটনাৰে কিছুদিনৰ পাছত ব্ৰিটিছ লেফটেনাণ্ট গভৰ্ণৰ মাইকেল কীন চাহাবক জোতা পিন্ধি সত্ৰত সোমাবলৈ দিয়া হ'ল। কাৰণ কেন্টলি চাহাব আৰু কীন চাহাব খ্ৰীষ্টিয়ান হ'লেও তেওঁলোক ৰাজপুৰুষ, ৰজাঘৰীয়া; আৰু ভেলেকাহঁত একে সত্ৰৰ হিন্দু শিষ্য হ'লেও তেওঁলোক অস্পৃশ্য।

সৰ্বানন্দ দাসৰ কাহিনীও সেয়ে মৰ্মস্পৰ্শী। ১৯৬৫ চনত, অৰ্থাৎ স্বাধীনতাৰ প্ৰায় দুই দশক পাছৰ দক্ষিণপাট সত্ৰৰ কাহিনী এয়া। সেই বছৰলৈকে অন্ততঃ অনুসূচিত জাতিৰ

---

২০৮) দেৱব্ৰত শৰ্মা আৰু অমৰজ্যোতি গঁগৈ সম্পাদিত একলব্যত ড° প্ৰফুল্ল মহন্তৰ প্ৰবন্ধ, প্ৰথম বছৰ, ৬ষ্ঠ -৭ম সংখ্যা, এপ্ৰিল ১৯৮৯

২০৯) এজন ক্ষুদ্ৰ মানুহৰ জীৱন স্মৃতি, পৃষ্ঠা ৩১-৩২

লোকসকলক সত্ৰৰ নামঘৰৰ বাৰাণ্ডাতো উঠিবলৈ দিয়া নহৈছিল। তাওনা হ'লে অনুসূচিত জাতিৰ লোকসকলে কেৱল মুকলি আকাশৰ তলৰ পৰাহে চাব পাইছিল। হাতীৰ কাণে ঘোঁৰাৰ কাণে বৰষুণ আহিলেও তেওঁলোকক বাৰাণ্ডাত উঠিবলৈ দিয়া নহৈছিল। এবাৰ যোৰহাট জিলা অনুসূচিত জাতি পৰিষদৰ এটা সজাতী দলে দক্ষিণপাট সত্ৰৰ সত্ৰাধিকাৰক লগ কৰিবলৈ গৈছিল। সজাতী দলটোক সত্ৰাধিকাৰ বহি থকা দুৱাৰদলিকে পাৰ হ'বলৈ দিয়া নহ'ল। ইয়াৰ যুক্তি দিয়া হ'ল এইবুলি যে অনুসূচিত জাতিৰ লোকসকল সাধাৰণতে লেতেৰা-পেতেৰা। পাছে তেওঁ সজাতী দলৰ হেঁচাত এই কথাও মানি ল'ব লগা হ'ল যে তেওঁলোক চাফ-চিকুণ হৈ আহিলে সত্ৰত প্ৰৱেশাধিকাৰ দিয়া হ'ব। কিন্তু সকলো আশ্বাস নস্যাৎ হৈ পৰিল যেতিয়া বিদায়ৰ মুহূৰ্তত দলটোৰ এজন প্ৰতিনিধিয়ে হঠাৎ গোসাঁই ঈশ্বৰৰ ছবি এটা সাৱত মাৰি ধৰিলে। সত্ৰাধিকাৰৰ লাচনি-পাচনিসকলে এই কথাত জঁকি-পকি উঠিল কাৰণ অনুসূচিত জাতিৰ লোকজনৰ স্পৰ্শই তেওঁলোকৰ পূজনীয় গুৰুজনাক অশুচি কৰিলে। ইমানেই আছিল অস্পৃশ্যতাৰ গভীৰতা।[২১০]

অস্পৃশ্যতা যে অসমত ব্ৰিটিছ শাসনৰ এক শতিকাৰ পাছতো টিকি আছিল, তাৰ প্ৰমাণ পোৱা যায় ১৯৩১ চনৰ লোকপিয়লৰ প্ৰতিবেদনৰ পৰা। তাত হিন্দু অন্ত্যজ বৰ্ণবিলাকৰ সংজ্ঞা দিয়া হৈছিল এই হিচাবে ঃ

***(people) outside the social pale of the Hindu society; that they are "below the salt", that they are on the other side of the barrier which prevents them from moving upwards ......... By this expression(Hindu exterior castes) I mean castes recognised definitely as Hindu castes, whose water is not acceptable and who, in addition are so deficient as castes, in education, wealth and influence, or for some reason connected with their original occupations, are so looked down upon that there seems little hope of their being allowed by Hindu society to acquire any further social privilege within - at any rate - the next decade***[২১১](গুৰুত্ব আমাৰ)

উক্ত পিয়ল প্ৰতিবেদনখনত clean আৰু unclean ('সৎ' আৰু 'অসৎ' শূদ্ৰ) সকলৰ মাজতো পৃথকীকৰণ কৰা হৈছিল। বৰাক উপত্যকাত পাৰ্থক্য কৰা হৈছিল 'জলচল' আৰু 'জলাচল' জাতৰ মাজত; ব্ৰহ্মপুত্ৰ উপত্যকাত 'পানী চলে' আৰু 'পানী নচলে' জাতসমূহৰ মাজত পাৰ্থক্য কৰা হৈছিল। এই পাৰ্থক্যৰ ভিত্তি আছিল এটা সম্প্ৰদায়ৰ হাতৰ পৰা আনটো সম্প্ৰদায়ে পানী লৈ খায়নে নাই, তাৰ ওপৰত। প্ৰতিবেদনখনত আৰু কোৱা হৈছিল,

***....... In The Assam Valley where the 'Namghar' takes***

---

২১০) সৰ্বানন্দ দাসৰ সৈতে গ্ৰন্থকাৰৰ সাক্ষাৎকাৰ।

২১১) **Census Report of 1931**, *Chapter on Caste, Tribe, Race, Nationality* p.210

***the place of the temple, the same principle holds good, but a distinction is made between different classes of*** **Jalachal** ***castes. Nadials and Banias for example, are not allowed at all into the Namghars of higher castes whereas Katanis and Suts are allowed in some districts to enter the part not regarded as particularly holy, i.e. they are not allowed to enter the*** **Monikut.**(গুৰুত্ব আমাৰ)

এই প্ৰতিবেদনতে এই কথাও স্পষ্টকৈ কোৱা হৈছিল যে বণিয়াসকলৰ উপৰিও 'নমঃশূদ্ৰ বা চণ্ডাল, নদীয়াল বা জালোৱা বা চড়াঁল, বা কৈবৰ্ত্ত, বা ডোম' সকলকো পুৰণি ৰীতি-নীতি অনুসৰিয়েই অস্পৃশ্য বুলি গণ্য কৰা হৈছিল। ইয়াত ইয়াকো কোৱা হৈছিল যে 'শিক্ষিত' মানুহে এনে অস্পৃশ্যসকলৰ স্পৰ্শত এতিয়া আৰু গা নুধুলেও সৰ্বসাধাৰণে তেনে অভ্যাস বাহাল ৰাখিছে।

জ্যেষ্ঠ ব্ৰিটিছ বিষয়াসকলে যুগুতোৱা এই প্ৰতিবেদনৰ লগত ভিন্ ভিন্ দলিত নেতা আৰু পত্ৰিকাই ভিন্ ভিন্ সময়ত আগবঢ়োৱা নিম্নোক্ত বক্তব্যসমূহৰ সামঞ্জস্য আছে। উদাহৰণস্বৰূপে 'অৱতৰণিকা' নামৰ দলিত আলোচনীখনত অভিযোগ কৰা হৈছিল যে অসমৰ কেতবোৰ এলেকাত প্ৰচলিত নিয়ম অনুসৰি অস্পৃশ্যসকলে যদি কাৰোবাৰ ধুই শুকাই থোৱা কাপোৰ বা আনকি সেইবোৰ ওলমি থকা বাঁহৰ জেওৰাখনো ভুলক্ৰমে স্পৰ্শ কৰে, তেনেহ'লে সেই কাপোৰবোৰ পুনৰ ধুব লাগে।[২১২] ইয়াত আৰু কোৱা হৈছিল যে কামৰূপৰ কোনো এঠাইত হীৰা সম্প্ৰদায়ৰ লোকসকলক সত্ৰাধিকাৰ গোঁসাইসকলৰ নিকিনা গোলামৰূপে কামত খটুৱা হয়। 'পল্লগন্ধা' নামৰ আন এখন দলিত মুখপত্ৰত ১৯৮৪ চনলৈকে অসমত চলি থকা অস্পৃশ্যতা আৰু জাতিবৰ্ণবাদৰ বিৰুদ্ধে লেখনী প্ৰকাশ পাইছিল। সম্প্ৰদায়টোৰ এজন প্ৰসিদ্ধ শিল্পী যুগল দাসে গৰ্জি উঠি কৈছিল যে এজাক গান্ধীবাদী ৰাজনীতিবিদেই জাতি-বৰ্ণবাদৰ জুইকুৰা জ্বলাই ৰাখিছে।[২১৩] জনৈক অৰুনোদয় দাসে দ্ব্যৰ্থহীন শব্দেৰে উদঙাই দিয়ে যে সমাজত দলিতসকলক বেলেগে বহিবলৈ দিয়া হয় আৰু তেওঁলোকে পানী খোৱা গিলাছো নিজে ধুই থ'ব লাগে। তেওঁলোকে বৰ্ণহিন্দুৰ ঘৰলৈ গৈ বহিলে তেওঁলোক উঠি অহাৰ পাছত সেই আসনবোৰতো গংগাজল চটিওৱা হয়![২১৪]

দলিত বুদ্ধিজীৱীসকলেই আগবঢ়োৱা কেতবোৰ তথ্যৰ পৰা সত্ৰই অস্পৃশ্যতা গভীৰতৰ কৰাৰ অভিযোগো প্ৰমাণিত হয়। ডাঃ তাৰানাথ দাসৰ মতে দলিতসকলক আনকি সত্ৰাধিকাৰসকলৰ গাওঁ ভ্ৰমণৰ বাবে সজা অস্থায়ী ৰভাবোৰৰ তলতো প্ৰৱেশাধিকাৰ দিয়া নহৈছিল। যদিহে কোনোবাই ভুলতে প্ৰৱেশ কৰিছিল, তেওঁক বেলিমুখীয়াকৈ বান্ধিলৈ বাৰুকৈ বেতোৱা হৈছিল। ডাঃ দাসে আৰু জনাইছে কেনেকৈ আন্তৰিক ভক্তিৰে বৰপেটা কীৰ্তন ঘৰত প্ৰৱেশ কৰিব বিচৰা অনুসূচিত জাতি - জনজাতিৰ লোকক ভয়ানক শাৰীৰিক শাস্তি,

---

২১২) অৱতৰণিকাৰ দ্বিতীয় সংখ্যা, (অক্টোবৰ, ১৯৭১) ত প্ৰকাশিত ডা° ঘনশ্যাম দাসৰ প্ৰবন্ধ।

২১৩) *অসমৰ অনুসূচিত জাতি*, পল্লগন্ধা, প্ৰথম বছৰ, প্ৰথম সংখ্যা, ফেব্ৰুৱাৰী ১৯৮৪

২১৪) *অনুসূচিত জাতিৰ অনগ্ৰসৰতাৰ কাৰণ*। ঐ।

অপমান আৰু গধুৰ জৰিমনাৰ বলি কৰা হৈছিল।[২১৫]

আন এটা ঘটনা অনুসৰি আমলাং ওৰফে হৰি দাস নামৰ গড়মূৰ সত্ৰৰ নিষ্ঠাবান ভকতজন পীতাম্বৰদেব গোস্বামীৰ অতিশয় প্ৰিয়পাত্ৰ হোৱা সত্ত্বেও তেওঁক মাজুলীৰ আন এখন ডাঙৰ সত্ৰৰ শিষ্যসকলে গঁতিয়াই উলিয়াই পঠিয়াইছিল।[২১৬] আন এটা ঘটনাত এজন বড়ো জনজাতিয়ে এটা কুঁৱাৰ পৰা পানী খোৱা বাবে তাৰ পৰা এশ বাল্টি পানী উলিয়াই ঢালি পেলাইহে শুচি কৰা হৈছিল।[২১৭] ই যেন আমাক প্ৰেমচান্দৰ বিখ্যাত 'ঠাকুৰ কা কুঁৱা' গল্পত উল্লেখিত ধৰণৰ অস্পৃশ্যতালৈ মনত পেলাই দিয়ে।

এইখিনিতে মনকৰিবলগীয়া এক গুৰুত্বপূৰ্ণ কথা হ'ল এই যে দলিতসকলে অস্পৃশ্যতা নামৰ সামাজিক অভিশাপ তেওঁলোকৰ ওপৰত বলবৎ কৰাৰ বাবে বেচৰকাৰী সংগঠন আৰু পত্ৰ-পত্ৰিকাসমূহক প্ৰত্যক্ষভাবে দায়ী কৰিছিল। বিশেষকৈ এনে অনুষ্ঠানবিলাকৰ ভিতৰত প্ৰাচীনতম সত্ৰৰ বিৰুদ্ধেই অভিযোগৰ পৰিমাণ বেছি। সোণাধৰ দাস সেনাপতিয়ে এই প্ৰসংগত কেতবোৰ মৌলিক প্ৰশ্ন অতি মৰ্মস্পৰ্শী ধৰণে উত্থাপিত কৰিছিল।

*আমি মান্ধাতা দিনৰ পৰা নিজ নিজ গুৰুত শৰণ ভজন লভি একহিপুৰুষ হিন্দু ধৰ্মত প্ৰবৰ্তি সেই ধৰ্মৰ সমাজৰ নিগ্ৰহ আৰু ঘৃণাৰ পাত্ৰ আজিলৈকে কিয় হৈ আছে? আমাৰ উদ্ধাৰৰ উপায় আছে নে নাই? .... যুগ যুগান্তৰে আমাক শৰণ-ভজন দি কৰ পচা লোৱা গুৰুসকলৰ ওচৰত কান্দি জনাই আমি হিন্দু সমাজত স্বত্ব সাব্যস্ত কৰিব নোৱাৰো কিয়?*[২১৮]

সেনাপতিয়ে লগতে ইয়াকো উদঙাই দিছিল যে দিহিং সত্ৰৰ ৰাজহুৱা অনুষ্ঠানবোৰত উচ্চবৰ্ণ আৰু নিম্নবৰ্ণৰ বাবে দুখন পৃথক ৰভা সজা হৈছিল। দলিতসকলে এনে সামাজিক বিচ্ছিন্নকৰণৰ বিৰুদ্ধে দীৰ্ঘস্থায়ী যুঁজ যুঁজিব লগা হৈছিল।[২১৯]

কিন্তু দলিতসকলৰ সৰ্বোচ্চ ৰোষ সংৰক্ষিত হৈ আছিল অসম সাহিত্য সভা নামৰ অসমীয়া মধ্যশ্ৰেণীৰ দ্বাৰা নিয়ন্ত্ৰিত সৰ্ববৃহৎ বেচৰকাৰী সাহিত্য সংস্কৃতিৰ অনুষ্ঠানটোৰ বিৰুদ্ধে। ইয়াত আমি তাৰে দুটামান মাথো প্ৰমাণ দিছোঁ।

১। লক্ষ্মীনাথ বেজবৰুৱাই বিশিষ্ট আহোম বুৰঞ্জীবিদ হিতেশ্বৰ বৰবৰুৱাক (আহোমৰ দিন, ১৯৮১, গ্ৰন্থবো প্ৰণেতা) বুৰঞ্জীৰ এটা অপ্ৰীতিকৰ প্ৰসংগ পোহৰলৈ অনাৰ বাবে দোষী সাব্যস্ত কৰিছিল। সেই ঘটনা অনুসৰি আহোম ৰজা জয়ধ্বজ সিংহই ডাঙৰ সবাহ এটা পতাৰ ধৃষ্টতা কৰাৰ অপৰাধত সঞ্জয় নামৰ কৈবৰ্ত[২২০] এজনক মৃত্যুদণ্ড দিছিল। (কৈবৰ্তৰ সলনি বৰবৰুৱাই অপমানজনক 'ডোম' শব্দটো ব্যৱহাৰ কৰিছিল) সঞ্জয় নামৰ কৈবৰ্ত জনে মাটি খান্দোতে এটা সোণৰ মোহৰ ভৰ্তি কলহ পাইছিল। বেজবৰুৱাৰ যুক্তি আছিল এই যে, উক্ত কাহিনীটোৰ বৰ্ণনাত বৰবৰুৱাৰ পাছপৰা শ্ৰেণীৰ প্ৰতি বিদ্বেষ প্ৰকাশ পাইছিল। কৈবৰ্তসকলৰ প্ৰতি এনে অন্যায় আৰু অত্যাচাৰ কৰাৰ বাবে বেজবৰুৱাই সামগ্ৰিকভাৱেই

---

২১৫) কাল অমানিশা ভেদি জ্ঞান সূৰুযৰ আভা, পৃ.৫২
২১৬) কাৰ্বিতত্ত হৰিদাস, পৃ. ৬৩-৬৪
২১৭) কাল অমানিশা ভেদি জ্ঞান সূৰুযৰ আভা, পৃ. ৬৭
২১৮, ২১৯) সোঁৱৰণ, পৃষ্ঠা, ৬৩,৬৫
২২০) কৈবৰ্তৰ সলনি বৰবৰুৱাই অপমানজনক 'ডোম' শব্দটো ব্যৱহাৰ কৰিছিল।

আহোম স্বৰ্গদেউসকল আৰু আহোম শাসনক দোষী সাব্যস্ত কৰিছিল। পাছে এইখিনিতে বেজবৰুৱাই এটা কথা এৰাই গৈছে। সেয়া হৈছে এই যে সঞ্জয় কৈৱৰ্তক এনে বিষম শাস্তি বিহাৰ ঠিক আগে আগে জয়ধ্বজ সিংহই আউনীআটী সত্ৰত শৰণ লৈছিল। তদুপৰি দক্ষিণপাট সত্ৰৰ এজন বিশিষ্ট শিষ্য দেবেৰা দক্ষিণপটীয়া হাজৰিকা (পাছলৈ বৰবৰুৱা)ই সঞ্জয়ৰ মৃত্যুদণ্ড কাৰ্যকৰী কৰাত প্ৰধান ভূমিকা লৈছিল।

সেয়েহে বিশিষ্ট দলিত বুদ্ধিজীৱী ডাঃ তাৰানাথ দাস বেজবৰুৱাৰ যুক্তিত মুঠেও পতিয়ন যোৱা নাছিল। তেওঁ দলিতসকলৰ ওপৰত চলা এনে নিৰ্যাতনৰ গভীৰলৈকে দৃষ্টিপাত কৰিছিল আৰু আহোম ব্যৱস্থাৰ মাজত অনুপ্ৰৱেশ কৰা ব্ৰাহ্মণ্যবাদকে ইয়াৰ বাবে দায়ী কৰিছিল। ডা দাসে পৰিষ্কাৰভাবে কৈছিল ঃ

*এইদৰেই ভীতিৰ সঞ্চাৰ কৰি একাত্ম অসমীয়া সমাজৰ বান্ধোন ভাঙি বিভেদ বিতৃষ্ণাৰ বীজ ৰোপন কৰিলে। জাতিভেদ আৰু অস্পৃশ্যতাই ৰাজকীয় স্বীকৃতি আৰু পৃষ্ঠপোষকতা লাভ কৰি ব্ৰাহ্মণ্য ব্যৱস্থাৰ বিস্তৃতি অসমতো নিকপকপীয়া কৰিলে।*[২২১]

২। দলিতসকলৰ সম্পৰ্কত অপমানজনক আখ্যা বা অভীধা ব্যৱহাৰ কৰাৰ বিৰুদ্ধে বেজবৰুৱাৰ প্ৰতিবাদ আদৰণীয় আৰু প্ৰশংসনীয়। কিন্তু তেওঁ এনে ক্ষেত্ৰত সদায়ে একে সংগতিপূৰ্ণ স্থিতি লোৱা নাছিল। সোণাধৰ দাস সেনাপতিয়ে 'ফ্ৰেঞ্চাইজ কমিটি'ৰ সন্মুখত যেতিয়া অভিযোগ কৰিছিল যে বৰপেটা সত্ৰৰ মণিকূটত প্ৰৱেশৰ অপৰাধত এজন দলিতক চাৰিশ টকা জৰিমনা কৰা হৈছিল, বেজবৰুৱাই এই ঘটনাৰ বিপক্ষে 'টু' শব্দটোও কৰা নাছিল। অথচ তেওঁৰ নিজা কমলাবাৰী সত্ৰৰ সৈতে এই বৰপেটা সত্ৰই আছিল নিকাসংহতিৰ মূলসত্ৰ।

৩। এই ঘটনাই আৰু এটা কথালৈ সোঁৱৰাই দিয়ে এই কথালৈ যে লক্ষ্মীনাথ বেজবৰুৱা আৰু তেওঁৰ পিতৃ দীননাথ বেজবৰুৱা দুয়ো শংকৰদেৱৰ চৰিতৰ বিখ্যাত ৰাধিকা শান্তি আখ্যানটোত এগৰাকী কৈৱৰ্ত মহিলাক যি উচ্চ সন্মান যচা হৈছিল, তাৰ বিৰোধী আছিল।[২২২] ১৮৯৫ চনৰ আগতে যুগুতোৱা তেওঁৰ 'বৰ চৰিত'ৰ[২২৩] পাণ্ডুলিপিটোত দীননাথ বেজবৰুৱাই ৰাধিকা শান্তিক বুজাবলৈ 'নদীয়াল' আৰু 'কৈৱৰ্ত' এই দুয়োটা অভীধা সলনা-সলনিকৈ ব্যৱহাৰ কৰিছিল। কিন্তু এই ক্ষেত্ৰত পুত্ৰ লক্ষ্মীনাথ আছিল অনুদাৰ, তেওঁ তুলনামূলকভাবে সন্মানজনক 'কৈৱৰ্ত' শব্দ পৰিহাৰ কৰি অপমানজনক 'ডোম' আৰু 'নদীয়াল' শব্দহে ৰাধিকা শান্তিৰ ক্ষেত্ৰত ব্যৱহাৰ কৰিছে। দেউতাকতকৈ দুই দশক পাছত এই কাহিনী লক্ষ্মীনাথে পুনৰ নিজৰ ভাষাত লিখিছিল।[২২৪] তদুপৰি ড° মহেশ্বৰ নেওগে জনাইছে কেনেকৈ লক্ষ্মীনাথ বেজবৰুৱাই ৰমাকান্ত মুক্তিয়াৰ আতালৈ লিখা এখন দীঘলীয়া আৰু চোকা চিঠিত ৰাধিকা শান্তিক এগৰাকী ধৰ্মনিষ্ঠ মহিলা ৰূপে তুলি ধৰাৰ বিৰোধিতা কৰিছিল। তেওঁ বিভিন্ন সত্ৰৰ লোকে ৰাধিকা শান্তিক এনেকৈ প্ৰক্ষেপন কৰাটোৰ বিৰোধিতা কৰি

---

২২১) ত্ৰিবেদিকা, পৃষ্ঠা ১০৮

২২২) গুৰুচৰিতৰ ইতিকথা, পৃষ্ঠা ৩৯, ৪১ আৰু ৮৮

২২৩) ১৯৮৪ চনত মৰণোত্তৰভাবে প্ৰকাশিত, পৃষ্ঠা ৩৫-৩৬

২২৪) *মহাপুৰুষ শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ*, বেজবৰুৱা গ্ৰন্থাৱলী, খণ্ড ১ পৃষ্ঠা ২৩১-২

কৈছিল যে (১) ৰাধিকা শান্তিৰ সমগ্ৰ ধাৰণাটোৱেই বংগৰ পৰা আমদানি কৰা হৈছে[২২৫] আৰু (২) তেওঁৰ দেউতাকৰ মতে ৰাধিকা শান্তি আছিল এগৰাকী বৌদ্ধ মহিলা।[২২৬] এইকথাটোৱে আমাক চেবেংকৈ মনত পেলাই দিয়ে জয়মতীক বীৰাংগনাৰূপে প্ৰক্ষেপন কৰাৰ বিৰুদ্ধে এটা মহলে কৰা প্ৰচাৰ আৰু চক্ৰান্তলৈ; জয়মতী- বিৰোধিতাৰ পৰা যিটো গৈ আহোম বিৰোধিতাত পৰ্যবসিত হৈছিলগৈ। এই ক্ষেত্ৰতো ৰাধিকা শান্তিৰ বিৰোধিতাৰ প্ৰকৃত উদ্দেশ্য আছিল দলিত সকলৰ চেতনা আৰু স্বাভিমানত আঘাত। স্বাভাৱিকতেই জাঙুল খাই উঠিছিল দলিতসকল।

৪। অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত সাহিত্য সমূহতো জাতিবৰ্ণবাদী পৰিভাষা গঢ়ি তোলাৰ প্ৰমাণ পোৱা যায়। উদাহৰণস্বৰূপে সভাৰ অন্যতম সভাপতি, চন্দ্ৰধৰ বৰুৱাৰ **ভাগ্য পৰীক্ষা** (১৯১৬) নামৰ নাটকখনিলৈ আঙুলিয়াব পাৰি। ইয়াত মৎস্যজীৱী নাৰীৰ প্ৰতি অপমানসূচক মন্তব্য প্ৰকাশ পাইছিল। অৱশ্যে তাৰ প্ৰতিবাদ হোৱাত বৰুৱাই সেই কথাষাৰ লগে লগে উঠাই লয়।[২২৭]

৫। অসম সাহিত্য সভাৰ দ্বাৰাই প্ৰকাশিত অসমীয়া-ইংৰাজী **চন্দ্ৰকান্ত অভিধানত** বিভিন্ন সম্প্ৰদায়ৰ প্ৰতি অপমানসূচক বহু শব্দই সম্বলিত হৈছিল। অভিধানখনৰ ১৯৩৩ চনৰ সংস্কৰণৰ ৭১৩, ৭৬৮ আৰু ১০৩০ ইত্যাদি পৃষ্ঠাত প্ৰকাশিত এনেবোৰ শব্দই বিদ্বেষ, বৈষম্য আৰু অসত্য বিয়পায়। সোণাধৰ দাস সেনাপতিয়ে সভাৰ এনে হীন কাৰ্য্যত প্ৰতিবাদ কৰি উঠিছিল। ফলত সভাই অভিধানখনৰ পৰা তেনেবোৰ শব্দ বাদ দিবলৈ বাধ্য হৈছিল।[২২৮]

৬। অসম সাহিত্য সভাৰ নেতৃবৃন্দ যে নিম্নবৰ্গৰ মানুহৰ আবেগ-অনুভূতিৰ প্ৰতি নিতান্তই উদাসীন আছিল তাৰ প্ৰমাণ পোৱা যায় সভাৰ আন এজন সভাপতি গিৰিধৰ শৰ্মাই সংকলন কৰা **'অসমীয়া অভিধান'**ত (১৯৫২)। মনকৰিবলগীয়া যে এই অভিধানখন চন্দ্ৰকান্ত অভিধানৰ দুই দশক পাছত আৰু হেমকোষৰ ৫২ বছৰ পাছত প্ৰকাশ পাইছিল। তথাপিও এই অভিধানখনতো মৰাণ মটক, তথাকথিত 'ডোম' আদি দলিত সম্প্ৰদায়ৰ বিৰুদ্ধে ব্যাপকভাৱে অপমানজনক শব্দ ব্যৱহাৰ কৰা হৈছিল। মৰাণ আৰু মটকসকলক ইয়াত ক্ৰমে **'নিষ্ঠুৰ মানুহ'** (পৃষ্ঠা-৯০১) আৰু '*অসম দেশৰ এজাতি হিন্দুধৰ্ম লোৱা আদিবাসী মানুহ, তেওঁলোকে নিষ্ঠুৰৰূপে অনেক মানুহক বধ কৰিছিল কাৰণ শেষত মটক শব্দে বৰ নিষ্ঠুৰ মানুহক বুজাব ধৰিলে, a race in upper Assam said to be very cruel, hence cruel*'' (পৃ-৮৮৯) বুলি বৰ্ণনা কৰা হৈছিল।[২২৯] সংশ্লিষ্ট সম্প্ৰদায় আৰু সংগঠনবোৰৰ অবিৰাম প্ৰতিবাদ সত্বেও (সেই সম্পৰ্কে পাছলৈ আলোচনা কৰা হৈছে) শৰ্মাই অন্ততঃ ১৯৭০ চনলৈকে, অৰ্থাৎ অভিধানখনৰ চতুৰ্থ সংস্কৰণলৈকে সেইবোৰ সংজ্ঞা সলোৱাৰ বাবে সামান্যতম আগ্ৰহো প্ৰকাশ কৰা নাছিল।

২২৫) গুৰুচৰিতৰ ইতিকথা, দ্বিতীয় সংস্কৰণ, পৃ. ৩৯-৪০
২২৬) গুৰুচৰিত কথাৰ পাতনি, পৃ, ৪৪
২২৭) **Cosmogony of Caste and Social Mobility in Assam** p.43
২২৮) **গৌৰৱ** [English Section] p.29
২২৯) অসমীয়া অভিধান, পৃষ্ঠা ৮৮৯ আৰু ৯০১

অসমীয়া ভাষাৰ আভিধানিক কৰ্তৃত্ব বুলি স্বীকৃত হেমকোষৰ বিৰুদ্ধে অভিযোগ ইয়াতকৈও গুৰুতৰ ধৰণৰ। ১৯৭৯ চনৰ জুলাই-আগষ্ট মাহত 'প্ৰকাশ' আলোচনীত প্ৰকাশিত এটা প্ৰবন্ধত ৰঞ্জিৎদেৱ গোস্বামীয়েই বোধহয় এইবিষয়ত প্ৰথম আলোকপাত কৰে। ১৯০০ চনত প্ৰথমবাৰ প্ৰকাশিত এইখন অভিধানৰ যোৱা এক শতিকাত (১৯৯২ চনলৈকে) সাতটা সংস্কৰণ ওলাইছে। কিন্তু উক্ত সপ্তম সংস্কৰণলৈকে, অৰ্থাৎ প্ৰথম প্ৰকাশৰ এক শতিকা পাছলৈকে হেমকোষে দলিত নিম্নবৰ্গৰ আবেগ-অনুভূতিৰ প্ৰতি তীব্ৰ অবজ্ঞা প্ৰকাশ কৰি গৈছিল। সপ্তম সংস্কৰণত প্ৰকাশিত 'অনাৰ্য' (পৃষ্ঠা ২১) 'অজাতৰীয়া' আৰু 'অজাতি' (পৃষ্ঠা ১১) 'বৰাহী' আৰু 'বৰীয়া' (পৃষ্ঠা ৬৮৩) চণ্ডাল (পৃষ্ঠা ৩৪৭) , 'ডোম' (পৃষ্ঠা ৪৪৬) 'মৰাণ' (পৃষ্ঠা ৭৯৮), মটক (পৃষ্ঠা ৭৮৩) 'মোৱামৰীয়া', 'নদীয়াল' (পৃষ্ঠা ৫৪) 'শূদ্ৰ' (পৃষ্ঠা৯১৮) ইত্যাদি শব্দৰ অৰ্থই পোনপতীয়া উক্ত সম্প্ৰদায়সমূহৰ মৰ্মমূলত আঘাত হানে।

তাতোকৈ ডাঙৰ কথা হ'ল 'হেমকোষ'ত (হেমকোষ, গুৱাহাটী, ১৯৯২) কেতবোৰ জাতি-বৰ্ণ-নিৰপেক্ষ শব্দৰ আশ্চৰ্যকৰ ব্যৱহাৰ। উদাহৰণস্বৰূপে 'তিতাফুল' শব্দটোৰ অৰ্থ হেমকোষত দিয়া হৈছে 'সামান্য মানুহে আঞ্জা খোৱা' (পৃষ্ঠা ৪৬৭)। 'তিলনি' হৈ পৰিছে, 'ইতৰ জাতিৰ জাতিৰ মানুহে মৰাৰ তিনিদিনৰ দিনা মৃতকৰ উদ্দেশ্য তিল জল আদি দিয়া কাম' (পৃষ্ঠা ৪৬৯)। সেইদৰে 'ব্যৱহাৰ্য' শব্দৰ অৰ্থ বুজাবলৈ গৈ কোৱা হৈছে 'হীন কুলীয়া মানুহ ব্যৱহাৰ্য নহয়' (পৃষ্ঠা ৭৪৯)। হেমচন্দ্ৰ বৰুৱাৰ পৌৰুষ-শুচিতাই অবৈজ্ঞানিক মানসিকতাৰে মিলি এক নাৰকীয় পৰিবেশ সৃষ্টি কৰিছে 'নৰক' নামৰ শব্দটোৰ এই সংজ্ঞাত ঃ 'পাপীৰ দণ্ডৰ ঠাই, অশুচি বস্তুৰে পূৰ, এতেকে তিৰোতাৰ মাহেকীয়া স্ৰাৱ, যেনে, অমুক তাইৰ নৰকত পৰি থাকিব!' (পৃষ্ঠা ৫৪৪) 'অবধ্য' শব্দটোৰ অৰ্থ কোৱা হৈছে 'গো-ব্ৰাহ্মণ অবধ্য' বুলি (পৃষ্ঠা ৩৭)। সেইদৰে 'অব্যৱহাৰ' ঃ 'অজাতিয়ে ছোৱা ভাতৰ চৰু অব্যৱহাৰ্য' (পৃষ্ঠা ৪০); 'অভকতীয়া' ঃ 'আহোমবোৰ আগেয়ে অভকতীয়া আছিল (পৃষ্ঠা ৪১) ইত্যাদি ইত্যাদি।[২৩০]

এই অকাট্য প্ৰমাণবোৰে দুটা দিশত পোহৰ পেলায়; যথা, (১) আনকি হেমচন্দ্ৰ বৰুৱাৰ দৰে বিখ্যাত উদাৰতাবাদী আৰু অজ্ঞেয়বাদীয়েও জাতি বৰ্ণৰ উৰ্দ্ধলৈ উঠিব পৰা নাছিল, আৰু তেওঁৰ শব্দবাজি গভীৰভাৱে জাতি-বৰ্ণ বাদী এক মানসিকতাৰ দ্বাৰা প্ৰভাৱান্বিত আছিল। ই প্ৰমাণ কৰে যে জাতি-বৰ্ণ হ'ল এক বহুব্যাপ্ত পৰিঘটনা। (২) এখন অভিধান হৈছে এনে এটা অনুষ্ঠান যাৰ জৰিয়তে আধিপত্যকাৰী শ্ৰেণী-জাতিৰ মানুহবোৰে শব্দবোৰৰ সামাজিক মূল্যবোধ সংযোগ কৰে আৰু সেইবোৰক একোটা সুনিৰ্দিষ্ট সামাজিক পটভূমিত খাপ খুৱায়। অভিধানত কোনো এটা সম্প্ৰদায়ৰ অৱস্থানে হয়তো সমাজত সেই সম্প্ৰদায়টোৰ স্থিতিকে প্ৰতিফলিত কৰে। বৰ্তমান ক্ষেত্ৰতো দেখা গৈছে যে অসমীয়া অভিধান চৰ্চা এক শক্তিশালী মধ্যশ্ৰেণীৰ অনুষ্ঠানৰূপে গঢ়লৈ উঠিছিল আৰু ই জাতি-বৰ্ণবাদী ধাৰণাবোৰৰ দৃঢ়ীকৰণ কৰিছিল। এনে অভিধান চৰ্চাৰ প্ৰতি অসম সাহিত্য সভায়ো উদাৰ বৰঙণি আগবঢ়াইছিল।

কিন্তু সভাৰ বিৰুদ্ধে অভিযোগৰ ইমানতে সামৰণি নপৰে। বিশিষ্ট ইতিহাসবিদ,

---

২৩০) ড° বেণু গগৈ, ড° দেৱব্ৰত শৰ্মা সম্পাদিত জাতীয় অভিধান প্ৰসংগ, যোৰহাট -২০০৩, পৃষ্ঠা ৩৪-৩৫ত প্ৰকাশিত দেৱব্ৰত শৰ্মাৰ প্ৰবন্ধ।

'নৰ্থ ইষ্ট ইণ্ডিয়ান হিষ্ট্ৰী এচ'চিয়েশ্যন (নৈহহা)ৰ প্ৰতিষ্ঠাপক তথা অসম সাহিত্য সভাৰ ১৯৭২ চনৰ বুৰঞ্জী অধিবেশনৰ সভাপতি ড. হেৰম্বকান্ত বৰপূজাৰীয়ে তেওঁৰ ভাষাত 'ডোম, নদীয়াল, বৃত্তিয়াল, হাৰী, সুৰী, যোগী'সকলক অসমৰ বঙালীসকলৰ মাজত অন্তৰ্ভুক্ত কৰিছে। অসম সাহিত্য সভাৰ দ্বাৰাই সৌ সিদিনা, অৰ্থাৎ মাত্ৰ ১৯৮৭ চনত প্ৰকাশিত এখন গ্ৰন্থৰ '*অসমৰ নৱজাগৰণলৈ বঙালীসকলৰ অৱদান*' শীৰ্ষক এটি অধ্যায়ত ড. বৰপূজাৰীয়ে এই কাণ্ড সংঘটিত কৰিছে। এজন কৰ্তৃত্বশীল ঐতিহাসিক বুলি পৰিগণিত ড° বৰপূজাৰীয়ে এই গ্ৰন্থত আৰু দাবী কৰে যে ব্ৰাহ্মণসকলৰ উদাৰতা আৰু শংকৰদেৱৰ বৈষ্ণৱবাদৰ বাবেই অসমত অস্পৃশ্যতা নাই।[২৩১] এই দাবী কৰোঁতে তেওঁ পাহৰি যায় যে উক্ত সম্প্ৰদায়সমূহৰ বিষয়ে তেওঁ নিজে ব্যৱহাৰ কৰা অভীধাবোৰেই অপমানজনক আৰু আধুনিক শ্ৰৱণৰ অস্পৃশ্যতা-বিজড়িত। ড. বৰপূজাৰীৰ কিতাপখন অসম সাহিত্য সভাই প্ৰকাশ কৰি উলিয়ায় সৌ সিদিনা মাত্ৰ, ১৯৮৭ চনত।

এনেবোৰ অৱমাননাকৰ অভীধা ব্যৱহাৰ কৰাৰ সময়ত ড. বৰপূজাৰীয়ে বোধহয় পাহৰি গৈছিল তেওঁৰ নিজৰেই আন এখন কিতাপত তেওঁ উদ্ধৃত কৰা মাইলচ ব্ৰনচনৰ এই কথাষাৰ। ১৯৪৪ চনৰ ১ চেপ্টেম্বৰত পেক্ চাহাবলৈ উদ্দেশিত এখন চিঠিত ব্ৰনচনে লিখিছিল,

*Again caste system had such a strong hold that even the poorest beggar will not receive charity if it didnot conform to the doctrine of caste. The dying men would refuse medicine offered by a Christian lest he lose his caste. People refused to attend upon the sick and bury the dead who didnot belong to the same caste.* [২৩২] ভাবি আচৰিত লাগে, অসমীয়া জাতীয়তাবাদীসকলে গুৰু বুলি গণ্য কৰা ব্ৰনচন চাহাবৰ এইষাৰ কথা পাহৰি যায় কেনেকৈ?

বজ্ৰেশ্বৰ গোঁসাই বোলা সত্ৰাধিকাৰ এজনে আকৌ সৰু-কলিতাৰ স্বীকৃতি বিচাৰি উৰ্দ্ধমুখী সামাজিক সচলতাৰ পৰিচয় দিয়া মালী, নট, কুমাৰ আৰু কমাৰসকলৰ দাবীৰ বিৰোধিতা কৰিছিল। কামৰূপৰ কলিতাসকলৰ হৈ জনৈক চিদানন্দ চৌধুৰীয়ে চৰকাৰক দাখিল কৰা এটা টোকাত কোৱা হৈছিল :

*শংকৰদেৱৰ বৈষ্ণৱ সংস্কাৰৰ আগতে (ব্ৰহ্মপুত্ৰ) উপত্যকাৰ উচ্চশ্ৰেণীৰ হিন্দুসকলৰ বাবে উক্ত সম্প্ৰদায় কিটাৰ লোকৰে স্পৰ্শ হ'লে চুৱা বুলি গণ্য কৰা হৈছিল। প্ৰভু গৌৰাংগৰ উত্থানৰ পটভূমিত মহান সংস্কাৰক শংকৰদেৱৰ সমতাকামী প্ৰচাৰৰ ফলত এই সূৰীবোৰে উধাই আহিল। এওঁলোকৰ হাতৰ পানীযে উচ্চজাতৰ হিন্দুৱে গ্ৰহণ কৰে, তাক ঠিক অনুমোদন বুলি ক'ব নোৱাৰি, আপত্তিৰ পৰা বিৰত থকাহে বুলিব পাৰি। অসমৰ সামাজিক স্তৰবিন্যাসত এয়াই তেওঁলোকৰ অন্তিম আৰু সৰ্বোচ্চ উত্থান। ইয়াতকৈ বেছি উধাৰৰ চেষ্টাক ধৃষ্টতা বুলি গণ্য কৰা হ'ব।* [২৩৩] (অনুবাদ আমাৰ)

---

২৩১) অসমৰ নৱজাগৰণ : অনা অসমীয়াৰ ভূমিকা, পৃষ্ঠা ৫৩-৫৬

২৩২) Introduction : The American Missionaries and North East India.

২৩৩) Cosmogony of Caste and Social Mobility in Assam, pp 36-7

এই খিনিতে মনত ৰাখিব লগা কথা হ'ল চিদানন্দ চৌধুৰী কেৱল কলিতাসকলৰে নেতা নাছিল। তেওঁ আছিল চাহ মালিক আৰু 'আসাম মিহিৰ' (১৮৭৬) নামৰ আলোচনী এখনৰো সম্পাদক। অৰ্থাৎ চৌধুৰী আছিল অসমীয়া মধ্যশ্ৰেণীৰে এজন মুখপাত্ৰ।

গেলাতে টেঙা দিয়াত পাকৈত নীলমণি ফুকন এই ক্ষেত্ৰতো হাজিৰ আছিল তেওঁৰ পালি অনুপান লৈ। ফুকনে কৈবৰ্তসকলৰ শোচনীয় দশাৰ বাবে ওলোটাই তেওঁলোককে দায়ী কৰিছিল। তেওঁৰ মতে কৈবৰ্তসকলৰ এলেহুৱা আৰু দন্দুৰা স্বভাবেই তেওঁলোকৰ পাছপৰা অভাৱৰ মূল কাৰণ।[২৩৪] ফুকনে অনুসূচিত জাতিৰ মাজৰ সদ্যজাত মধ্যস্তৰ আৰু ইয়াৰ নেতৃত্বক বাৰম্বাৰ আক্ৰমণ কৰিছিল। তেওঁ সম্প্ৰদায়টোক ৰাজনৈতিক অধিকাৰ প্ৰদানৰ বিৰোধিতা কৰিছিল; সোণাধৰ দাস সেণাপতিকে ধৰি সম্প্ৰদায়টোৰ দুজন বিধায়ক (বিধান পৰিষদৰ সদস্য) আৰু আন নেতৃত্বৰো তেওঁ বিৰোধিতা কৰি গৈছিল। সেয়েহে সেনাপতিৰ মৃত্যুৰ পাছত ফুকনে সেনাপতিৰ প্ৰশংসা কৰাটোও[২৩৫] কিবা কৃত্ৰিমতা যেনহে লাগে। ফুকনে অনুঃ জাতিৰ লোকসকলক কংগ্ৰেছ সংৰক্ষিণী মৰ্চাত যোগ দিবলৈ আৰু পৃথক নিৰ্বাচক মণ্ডলীৰ বাবে ড. আম্বেদকাৰে কৰা দাবীৰ বিৰোধিতা কৰিবলৈ আহ্বান জনাইছিল। অনুঃজাতিৰ মধ্যত থিয় হৈয়ে তেওঁ সম্প্ৰদায়টোৰ নিজা নেতৃত্বৰ বিৰোধিতা কৰিছিল।[২৩৬] এনে প্ৰৰোচনাপূৰ্ণ প্ৰচাৰৰ প্ৰভাৱ সংশ্লিষ্ট সম্প্ৰদায়টোৰ ওপৰত কেনেকৈ পৰিব পাৰে সেয়া সহজে অনুমেয়।

অনুঃজাতিৰ এজন বুদ্ধিজীৱী তথা শীৰ্ষস্থানীয় আই এ এচ আমোলা নন্দেশ্বৰ বণিয়াই সেয়ে কুৰি শতিকাৰ দ্বিতীয় দশকৰ শেহলৈকে দলিত বা তথাকথিত অস্পৃশ্য সম্প্ৰদায়বোৰৰ হকে কোনো প্ৰাদেশিক সংগঠনে কাম কৰা নাছিল বুলি অভিযোগ কৰিছে।[২৩৭] 'অসমৰ ড° আম্বেদকাৰ' বুলি অভিহিত চিদানন্দ দাস নামৰ দলিত নেতা জনৰ মৰ্মস্পৰ্শী বিৱৰণকে আমি এই ক্ষেত্ৰত শেষ কথা বুলি গণ্য কৰিব পাৰোঁ। তেখেতৰ ভাষাতে,

*১৯০৫ চনত যেতিয়া গৌৰীপুৰৰ ৰজা মাননীয় শ্ৰীযুত প্ৰভাতচন্দ্ৰ বৰুৱাৰ সভাপতিত্বত আসাম এচোচিয়েচনৰ প্ৰথম অধিবেশন (ডিব্ৰুগড়) বহে তাত অসংখ্য মানুহৰ সমাগম হৈছিল। কৈবৰ্ত সমাজৰ দুজন বুঢ়া সাতোলাও অসমীয়া জাতীয় পোছাক পিন্ধি সেই অসংখ্য মণ্ডলীৰ মাজত বহিছিল। এজন অন্য সম্প্ৰদায়ৰ অসমীয়াৰ চকুত পৰাত সভাৰ নিস্তব্ধতা ভাঙিও তেওঁলোকক সভাৰ মাজৰ পৰা অপমানেৰে সৈতে উলিয়াই দিয়া হৈছিল। এনেকুৱা অসংখ্য জাতীয় অপমানৰ প্ৰতিকাৰ কি? অকল শিক্ষাই নে?*[২৩৮]

চিদানন্দ দাসৰ উক্ত প্ৰশ্নই অসমীয়া বেচৰকাৰী সংগঠন সমূহ তথা অসমৰ ৰাজনৈতিক জীৱন প্ৰবাহৰ লগত সাম্প্ৰতিক কেতবোৰ জাজ্বল্যমান বিষয় উদঙাই দিছিল। কাৰণ এতিয়ালৈকে আমি একোটা সংগঠনক তাৰ বিভিন্ন প্ৰস্তাৱ, সিদ্ধান্ত, নেতৃত্বৰ অভিভাষণ আদিৰ

---

২৩৪) অসম কৈবৰ্ত সন্মিলনৰ ১৯৩৮ চনৰ গণকপুখুৰী অধিবেশনত ফুকনৰ ভাষণৰ মূল পাণ্ডুলিপি।

২৩৫) The Sentinel , dated 14-07-1996

২৩৬) ১৯৩৮ চনৰ কৈবৰ্ত সন্মিলনৰ ভাষণ

২৩৭) লোঁৰবণ, পৃষ্ঠা ২৯

২৩৮) জাতীয় সংগঠন কাৰ্য শীৰ্ষক পুস্তিকা এখনৰ পাতনি, ডিব্ৰুগড় ১৯২৯

ভিত্তিত বিচাৰ কৰি আহিছোঁ। সেই অনুসৰি আমি যদি আসাম এচ'চিয়েশ্যনৰ উক্ত অধিৱেশনত উপস্থিত অসমীয়া নেতৃবৃন্দৰ তালিকাখন চাও, তেনেহ'লে আমি এই নামবোৰ দেখা পাম ঃ গৌৰীপুৰৰ ৰাজা প্ৰভাত চন্দ্ৰ বৰুৱা, অভ্যৰ্থনা সমিতিৰ সভাপতি বিখ্যাত চাহ মালিক মালভোগ বৰুৱা, সৰ্বজানিক সভাৰ নেতাদ্বয় ক্ৰমে জগন্নাথ বৰুৱা আৰু দেৱীচৰণ বৰুৱা, অসম সাহিত্য সভাৰ সভাপতিদ্বয় কমলাকান্ত ভট্টাচাৰ্য আৰু চন্দ্ৰধৰ বৰুৱা, টাইমচ অৱ আচামৰ সম্পাদক ৰাধানাথ চাংকাকতি, চন্দ্ৰকমল বেজবৰুৱা, কৃষ্ণকুমাৰ বৰুৱা, বিনন্দচন্দ্ৰ ফুকন, গোপাল চন্দ্ৰ বৰুৱা, গংগাগোবিন্দ ফুকন আদি চাহমালিকসকল আৰু সৰ্বোপৰি অসমীয়া মধ্যশ্ৰেণীৰ শীৰ্ষ স্থানীয় নেতা মাণিক চন্দ্ৰ বৰুৱা। মুঠৰ ওপৰত অসমীয়া মধ্যশ্ৰেণীৰ প্ৰায় সকলো লেখত ল'বলগীয়া লোক সেইদিনাৰ সভাত উপস্থিত আছিল। তৎসত্ত্বেও কৈৱৰ্ত সমাজৰ বয়োজ্যেষ্ঠ সাতোলা দুজনক উক্ত সভাৰ পৰা তেনেকৈ অপমানজনক ভাৱে উলিয়াই পঠিয়াটোৱে সমগ্ৰ অসমীয়া মধ্যশ্ৰেণীকে কলংকিত কৰি তুলিলে। তেনে অধিৱেশনত গৃহীত সিদ্ধান্তবোৰ যিমানেই মনোমোহা নহওক লাগিলে, সেইবোৰ বিফল হ'বলৈ বাধ্য আছিল। কাৰণ সমাজৰ একাংশ লোকক'ই তাৰ বিবেচনাৰ পৰাই আঁতৰাই ৰাখিছিল।

এনে অনন্যতাবাদী (exclusivist) দৃষ্টিভংগীৰ পৰিণতি ঘটিল প্ৰতি অনন্যতাবাদ বা বিপৰীত অনন্যতাবাদত (counter exclusivism)। বহুতে নাজানে যে অসমৰ দলিত সকলো পৃথক নিৰ্বাচকমণ্ডলীৰ দাবীত ভাৰতৰ আন দলিতৰ দৰে সমানে সোচ্চাৰ আছিল। এয়া আছিল ড° আম্বেদকাৰৰ আন্দোলনৰে প্ৰতিধ্বনি। অসমৰ দলিতসকলে ইণ্ডিয়ান ষ্টেটুটৰী কমিশ্যনৰ (ইয়াৰ অধ্যক্ষ চাইমন চাহাবৰ নামেৰে চাইমন কমিশ্যন নামেৰেও জনাজাত) ওচৰত স্মাৰকপত্ৰ এখন দাখিল কৰিছিল, য'ত দলিত সকলৰ সেই সময়ৰ ৰাজনৈতিক আকাংক্ষা ফুটি উঠিছিল। স্মাৰকপত্ৰখনৰ দুই স্বাক্ষৰকাৰী সোণাধৰ দাস সেনাপতি আৰু নীলকান্ত হাজৰিকা (ঘটনাক্ৰমে ড° ভূপেন হাজৰিকাৰ দেউতাক) আছিল ক্ৰমে বণিয়া আৰু কৈৱৰ্ত সম্প্ৰদায়ৰ প্ৰতিনিধি। ডিপ্ৰেচড্ ক্লাচেজ' এচ'চিয়েশ্যনৰ তৰফৰ পৰা দাখিল কৰা এই স্মাৰকপত্ৰই বণিয়া আৰু কৈৱৰ্তসকলৰ উপৰিও সূত, যোগী, দেউৰী, মিচিং, তিৱা (লালুং), কাৰ্বি, কছাৰী, মেছ আদি সম্প্ৰদায়ৰ স্বাৰ্থবো প্ৰতিনিধিত্ব কৰিছিল। এইসকল লোক আছিল ৰাজ্যখনৰ মুঠ হিন্দু জনসংখ্যাৰ এক তৃতীয়াংশ। উক্ত স্মাৰকপত্ৰখনত কোৱা হৈছিল ঃ

*এইটো বৰ পৰিতাপৰ কথা যে জনসংখ্যাৰ এক বৃজন অংশ গঠন কৰা এই সম্প্ৰদায়বোৰৰ প্ৰশাসনৰ ক্ষেত্ৰত কোনো প্ৰতিনিধিত্ব নাই। নক'লেও হয় যে মিন্টো মৰ্লে আৰু মণ্টেগু- চেমচফৰ্ড সংস্কাৰসমূহৰ ফলাফল আমি উপভোগ কৰিবলৈ পোৱা নাই। ইয়াৰ কাৰণ হৈছে, সেইসকল বৰ্ণ হিন্দুৰ বিৰোধিতা, যিসকল আমাক সমাজ ব্যৱস্থাটো প্ৰৱেশাধিকাৰ দিবলৈ নাৰাজ আৰু আমাক শিক্ষাৰ সুবিধাৰ পৰা বিভিন্ন ধৰণে বঞ্চিত কৰিবলৈ সদা-সচেষ্ট।*[২৩৯] *(অনুবাদ আৰু গুৰুত্ব আমাৰ)*

উক্ত স্মাৰক পত্ৰখনত এইবুলিও কোৱা হৈছিল দলিত শ্ৰেণীসমূহে ৰাজ্যখনৰ

---

২৩৯) চাইমন কমিশ্যনক প্ৰদত্ত ডিপ্ৰেচড ক্লাচেজ' এচ'চিয়েশ্যনৰ স্মাৰকপত্ৰ।

প্ৰশাসন, বিধায়িনী তথা চাকৰি-বাকৰিত বহু চেষ্টা কৰিও, বহু কষ্টৰ মূৰতো উপযুক্ত প্ৰতিনিধিত্ব পাবলৈ ব্যৰ্থ হৈছিল। অসমত অস্পৃশ্যতা নাই বুলি বহু প্ৰচলিত কথাষাৰৰ বিপৰীতে এই স্মাৰকপত্ৰত কোৱা হৈছিল যে কোনো মন্দিৰ বা ধৰ্মীয় প্ৰতিষ্ঠানত দলিতসকলক প্ৰৱেশাধিকাৰ দিয়া নহয়। সেইদৰে দলিতসকলৰ আচাৰ অনুষ্ঠানবোৰত ব্ৰাহ্মণে পৌৰহিত্য কৰিবলৈ অস্বীকাৰ কৰে। তেওঁলোকৰ পৰা সাধাৰণ হিন্দুৱে খাদ্য গ্ৰহণ কৰাটো দূৰৰ কথা, তেওঁলোকৰ স্পৰ্শতে সিসকল বোলে অপবিত্ৰ হয়। আনকি স্থানীয় নাপিতসকলকো দলিতসকলৰ চুলি কাটিবলৈ অনুমতি দিয়া নহয়। স্মাৰকপত্ৰখনত আৰু কোৱা হৈছিল ঃ

*উচ্চশ্ৰেণীৰ হিন্দুৰ ছাত্ৰসকলৰ আপত্তিৰ কাৰণেই আমাৰ ছাত্ৰসকলক শিক্ষানুষ্ঠানসমূহৰ ছাত্ৰাবাসত থাকিবলৈ দিয়া নহয়। আমাৰ দুৰ্ভগীয়া ছাত্ৰসকলে আচুতীয়া, একাষৰীয়া ঘৰত থাকিব আৰু খাবলগা হয়, যাৰ ফলত আমাৰ সম্প্ৰদায়ৰ উচ্চমনা যুৱবৃন্দৰ উচ্চশিক্ষা গভীৰভাৱে ক্ষতিগ্ৰস্ত হৈছে।*

উক্ত স্মাৰকপত্ৰখনত দলিতসকলৰ বাবে পৃথক নিৰ্বাচক মণ্ডলীৰ দাবী কৰা হৈছিল যিহেতু '*দুৰ্ভাগ্যজনকভাৱে এই বিশাল কিন্তু মূক জনতাই নিপীড়ণৰ পৰ্বতপ্ৰমাণ বোজা ব'ব লগা হৈছিল, যাৰ ফলত তেওঁলোক প্ৰাচীন গ্ৰীচৰ ৰাজনৈতিক দাস- 'হেলট'সকলৰ দৰে চিৰস্থায়ী দাসত্বৰ বলি হ'ব লগা হৈছিল।*' এই স্মাৰকপত্ৰত ব্ৰিটিছসকলক অনুৰোধ কৰা হৈছিল যাতে তেওঁলোকে পৃথক নিৰ্বাচক মণ্ডলীৰ অধিকাৰৰ পৰা দলিতসকলক বঞ্চিত কৰি তেওঁলোকক 'নিষ্ঠুৰ' বৰ্ণ হিন্দু প্ৰভুত্বলৈ ঠেলি নিদিয়ে।

কিন্তু দলিতসকলৰ এনে ৰাজনৈতিক আকাংক্ষাৰ প্ৰতি সঁহাৰি জনোৱা নহ'ল। মোহনদাস কৰমচাঁদ গান্ধীয়ে ১৯৩৪ চনত গুৱাহাটী ভ্ৰমণ কৰা সময়ত বেলিৰাম দাস নামৰ 'গান্ধীবাদী নমঃশূদ্ৰ' জনে দাখিল কৰা স্মাৰকপত্ৰখনতে অসমত প্ৰচলিত অস্পৃশ্যতাৰ প্ৰশ্নটো উদং হৈ পৰে। দাসে অভিযোগ কৰিছিল (১) দলিতসকলক হাজো হয়গ্ৰীৱ মাধৱ মন্দিৰকে ধৰি ভালেমান মন্দিৰত প্ৰৱেশ কৰিবলৈ দিয়া নহয়; (২৩) তেওঁলোকক দোলা বা হাতীত উঠিবলৈ দিয়া নহয়; (৩) মহাপুৰুষীয়া বা দামোদৰীয়া সত্ৰবোৰৰ দুৱাৰ তেওঁলোকৰ বাবে নিকপকপীয়াকৈ বন্ধ (৪) তেওঁলোকক গোঁসাই বা মহন্তসকলৰ ভৰি পৰ্যন্ত স্পৰ্শ কৰিবলৈ দিয়া নহয়; আনকি তেওঁলোকে সেইসকল গোসাঁই মহন্তৰ ওচৰত শৰণ লোৱাৰ পাছতো সেই 'অধিকাৰ' নাপায়। তেওঁলোকে কেৱল মাত্ৰ গোঁসাই মহন্তসকলৰ পদচিহ্নৰ ওচৰতহে সাষ্টাংগে প্ৰণাম কৰিব পাৰে; আৰু (৫) কোনো কোনো ঠাইত তেওঁলোকে আনকি ৰাজহুৱা কুঁৱাৰ পৰাও পানী তুলিব নোৱাৰে।[২৪০]

কামৰূপ জিলাৰ নমঃশূদ্ৰসকলৰ হৈ বেলিৰাম দাসে গান্ধীক প্ৰদান কৰা এই স্মাৰকপত্ৰখন তাৎপৰ্যপূৰ্ণ এই কাৰণেও যিহেতু এইজন বেলিৰাম দাসে বিধায়িনীৰ নিৰ্বাচনত বিশিষ্ট দলিত নেতা সোণাধৰ দাস সেনাপতিক বিৰোধিতা কৰি বিজয়ী হৈছিল। অসম প্ৰদেশ কংগ্ৰেছ সমিতিৰ সদস্য দাসে 'অসমীয়া' কাকতখনৰো এটা সংখ্যা সম্পাদনা কৰিছিল।

আমোদজনকভাৱে গুৱাহাটী মহকুমাৰ বৰ্ণহিন্দুসকলেও সেই একেইদিনা গান্ধীৰ

২৪০) মুক্তিযুঁজৰ সোঁৱৰণ, পৰিশিষ্ট, পৃষ্ঠা ১২-১৩

হাতত আন এখন স্মাৰকপত্ৰ প্ৰদান কৰি প্ৰথমখন স্মাৰকপত্ৰৰ নেতিবাচক প্ৰভাৱৰ উপশম ঘটাব বিচাৰিছিল। এই দ্বিতীয়খন স্মাৰক পত্ৰত কোৱা হৈছিল যে শংকৰদেৱৰ ভক্তি আৰু সমতাৰ তত্ত্বৰ বাবে ভাৰতৰ আন ঠাইৰ দৰে অসমত অস্পৃশ্যতা শক্তিশালী নহয়। বৰ্ণহিন্দুসকলে গৰ্বৰে কৈছিল, যে দক্ষিণাত্যৰ দৰে অসমত ৰাজহুৱা শিক্ষানুষ্ঠান, কুঁৱা আদি কোনো শ্ৰেণী মানুহৰ বাবে বন্ধ নহয়। সকলো শ্ৰেণীৰ মানুহে যে ৰাজহুৱা বাটেৰে অহা যোৱা কৰিব নোৱাৰিব, সেইটো অসমত আনকি কল্পনাও কৰিব নোৱাৰি।[২৪১] ইয়াৰ দ্বাৰা বৰ্ণহিন্দুসকলে দেখ দেখকৈয়ে বেলিৰাম দাসৰ স্মাৰক পত্ৰৰ পঞ্চম আৰু দ্বিতীয় প্ৰশ্নৰ বিৰোধিতা কৰিছিল। এনেকৈয়ে জাতি-বৰ্ণগত দ্বন্দ্বই এক আধুনিক ৰাজনৈতিক ৰূপ পৰিগ্ৰহ কৰিছিল।

বৰ্ণহিন্দু কংগ্ৰেছী-স্বৰাজী নেতৃবৃন্দৰ দলিতসকলৰ প্ৰতি কোনো সহানুভূতি-সহমৰ্মিতাৰ পৰিচয় পোৱা নগৈছিল। দলিতসকলৰ দাবী মানি লোৱাৰ ৰাজনৈতিক সদিচ্ছাও তেওঁলোকৰ নাছিল। তলৰ ঘটনাটোতে দলিত সকলৰ প্ৰতি তেওঁলোকৰ দৃষ্টিভংগীৰ উমান পোৱা যায় ঃ ১৯৩০ চনত কংগ্ৰেছে যেতিয়া বিধানসভা-পৰিষদবিলাকৰ পৰা আনুষ্ঠানিকভাৱে প্ৰত্যাহাৰ কৰিলে আৰু ইয়াৰ বিধায়কসকলক পদত্যাগ কৰিবলৈ নিৰ্দেশ দিলে, তেতিয়া একে সময়তে কংগ্ৰেছী-স্বৰাজীসকলে চিৰতন মুচী আৰু কালীচৰণ মুচী নামৰ নিৰক্ষৰ মুচী দুজনক বিধান পৰিষদলৈ নিৰ্বাচিত কৰি নিয়ালে। ড. অমলেন্দু গুহৰ মতে 'ভদ্ৰলোক' ৰাজনীতিবিদসকলে ইয়াৰ জৰিয়তে বিধান পৰিষদকে হাঁহিয়াতৰ পাত্ৰ কৰি তুলিব বিচাৰিছিল (যেনেকৈ গাধৰ সমদল উলিয়াই বিৰোধী পক্ষক উপহাস কৰা হয়)। অৱশ্যে বিধান পৰিষদৰ সদস্য হিচাপে চিৰতন মুচী, কালীচৰণ মুচীৰ সবল সৰব ভূমিকাই ভদ্ৰলোকসকলক আশ্চৰ্যান্বিত কৰি তুলিছিল। হ'লেও সেয়া আন এক প্ৰসংগ।[২৪২]

বৰ্ণহিন্দু মধ্যশ্ৰেণীৰ এনে চল-চক্ৰান্তই অৱশ্যে দলিত কণ্ঠৰ ক্ৰমবৰ্ধমান সুতীক্ষ্ণতা আৰু সুতীব্ৰতাক বেছিদিন দমাই ৰাখিব নোৱাৰিলে। ১৯৩৪ চনৰ ২৪ ফেব্ৰুৱাৰীত শ্বিলঙত অনুষ্ঠিত দলিত শ্ৰেণী সন্মিলনত (ডিপ্ৰেচ্‌ডচ ক্লাচেজ' কনফাৰেঞ্চ) প্ৰদত্ত তেওঁৰ অভিভাষণত ড. আম্বেদকাৰৰ নিম্নোক্ত কথাখিনিৰ পুনৰাবৃত্তি কৰি সোণাধৰ দাস সেনাপতিয়ে কৈছিলঃ[২৪৩]

***আমাৰ ক্ষোভৰ মীমাংসা আমি নিজে যেনেকৈ কৰিব পাৰোঁ, আন কোনেও তেনেকৈ কৰিব নোৱাৰে। কিন্তু আমাৰ হাতত ৰাজনৈতিক ক্ষমতা নপৰালৈকে আমিও সেই ক্ষোভৰ মীমাংসা কৰিব নোৱাৰোঁ।*** (গুৰুত্ব আৰু অনুবাদ আমাৰ)

উক্ত ভাষণতে সেনাপতিয়ে দ্ব্যৰ্থহীন ভাষাত, খাৰাংখাচকৈ কৈ পেলাইছিল ঃ

***সমাজ সেৱাৰ ক্ষেত্ৰত সু-আৰ্জিত অভিজ্ঞতাৰ ভিত্তিত প্ৰতিষ্ঠিত মোৰ দৃঢ় বিশ্বাস হৈছে এই যে আপোনালোক বৰ্ণহিন্দুসকলে আপোনালোকৰ অন্তৰৰ গভীৰত আমাৰ বিৰুদ্ধে দীৰ্ঘকাল জুৰি বদ্ধমূল হৈ থকা ঘৃণাক সহজে নিৰ্মূল কৰিব নোৱাৰে। মোৰ অভিজ্ঞতাই মোক ভয় কৰিবলৈ শিকাইছে যে আপোনালোক বৰ্ণ হিন্দুসকল***

---

২৪১) লক্ষীধৰ বৰা ঃ মুক্তিযুঁজৰ সোঁৱৰণ, গুৱাহাটী, ১৯৮৪, পৃ. পৰিশিষ্ট ১১-১২

২৪২) Planter Raj Swaraj, p. 170, ALCP, 1930 Vol X, p-847 আৰু সোঁৱৰণ, পৃ-. ৬৯

২৪৩) সোঁৱৰণ, English Section, p.112

*লাগিলে আপোনালোক উদাৰপন্থীয়েই হওক বা গোড়া সনাতনীয়েই হওক,- আপোনালোক বৰুৱা উপাধিৰ এজন বুৰঞ্জীবিদ, মন্ত্ৰীয়েই হওক বা ঠাকুৰ উপাধিৰ এজন দাৰ্শনিক, কবিয়েই হওক*[২৪৪] *মূঠতে আপোনালোক বৰ্ণবিদ্বেষৰ পৰা মুক্ত হ'ব নোৱাৰে। মোৰ আশংকা হয় যে স্বয়ং মহাত্মাজীও এই সন্দেহৰ পৰা মুক্ত নহয়, যদিও তেওঁ বৰ্তমান হিন্দু জগতৰ পৰা এই পাপ মোচন কৰিবলৈ বাউচি জুৰিছে। মই এই কথাও খোলাচাকৈয়ে কোৱা উচিত যে আমি আপোনালোকৰ বিৰুদ্ধে আমাৰ পুৰণি আক্ৰোশ পোষণ নকৰি নোৱাৰোঁ।* (অনুবাদ আৰু গুৰুত্ব আখৰ)

সেনাপতিয়ে দলিত শ্ৰেণী সম্মিলনত উপস্থিত হ'বৰ বাবে তেওঁৰ বিধান পৰিষদ প্ৰৱেশক 'মন্দিৰ প্ৰৱেশ'ৰ লগত তুলনা কৰিছিল। সেই তুলনাৰ বাবে বৰ্ণহিন্দু মধ্যশ্ৰেণী তেওঁৰ ওপৰত জঁকি উঠিছিল। সেই সময়ৰ বিশিষ্ট কংগ্ৰেছী নেতা অমিয় কুমাৰ দাস-সম্পাদিত '**বাঁহী**' আলোচনীয়ে 'বিধান পৰিষদ প্ৰৱেশ'ক 'মন্দিৰ-প্ৰৱেশ'ৰ লগত তুলনা কৰা বাবে সেনাপতিৰ বিৰুদ্ধে গৰ্জি উঠিছিল। সেনাপতিয়ে ব্যৱহাৰ কৰা 'আক্ৰোশ' (grudge) শব্দটোক মূলধন কৰি বাঁহীয়ে অবিৰাম দলিত বিৰোধী প্ৰচাৰ চলাই গৈছিল। বাঁহীৰ সম্পাদকে সেনাপতিক গৰিহণা দি কৈছিল যে ভাৰতৰ আন ক'তো পুণা চুক্তিৰ বিৰুদ্ধে সিমান সমালোচনা হোৱা নাই, আৰু প্ৰধান মন্ত্ৰীৰ 'কমিউনাল এবাৰ্ড'ৰ জৰিয়তে দলিতসকলক বিধায়িনীত চাৰিখন আসনহে দিয়াৰ দিহা আছিল যদিও প্ৰকৃতাৰ্থত তেওঁলোকক সাতখন আসন দিয়া হৈছিল। সেনাপতিক এইদৰে ককৰ্থনা কৰাৰ বিপৰীতে বাঁহীয়ে বেলিৰাম দাসক প্ৰশংসা কৰিছিল, কাৰণ এইজন গান্ধীবাদী নমঃশূদ্ৰ নেতাই কৈছিল যে অপমানিত হ'লেও নমঃশূদ্ৰসকলে বিদ্ৰোহ নকৰে।[২৪৫]

অৱশ্যে দলিতসকলৰ দাবী কেৱল অমিয় কুমাৰ দাসেই বিৰোধিতা কৰা নাছিল। গান্ধীৰ ব্যক্তিগত সচিব তথা অন্যতম সেনাপতি এ. ভি. থক্কৰে দাসক পূৰাদমে সমৰ্থন যোগাইছিল। দাসে সেনাপতিৰ নিম্নোক্ত ৰাজনৈতিক বিবৃতিটোৰ তীব্ৰ বিৰোধিতা কৰিছিলঃ

*আমি ভাবিব পৰা সৰ্বোচ্চ ৰাজনৈতিক বিশেষাধিকাৰ টোৱেই হৈছে পৃথক নিৰ্বাচমণ্ডলীৰ অধিকাৰ। মই এতিয়াও ভাবোঁ যে, দলিতসকলৰ মহান নেতা, ভাতৃ আম্বেদকাৰে মহাত্মাৰ জীৱনৰ জটিল সন্ধিক্ষণত নিজৰ স্নায়ুৰ জোৰ হেৰুৱালে আৰু ১৯৩২ চনৰ ২৪ চেপ্টেম্বৰৰ অমংগলীয়া দিনটোত নতি স্বীকাৰ কৰিলে। ... সেই কুলক্ষণীয়া দিনটো ক'লাবাতৰিত পাই মই সঁচাকৈয়ে চকুলো টুকিছিলোঁ।*[২৪৬] (অনুবাদ আৰু গুৰুত্ব আখৰ)

গান্ধীৰ সেনাপতিজনে পৰম ক্ৰোধেৰে ইয়াৰ সঁহাৰি জনাই কৈছিল যে সেনাপতিয়ে হৈছে পুণা চুক্তিৰ বিৰোধিতা কৰা একমাত্ৰ ভাৰতীয়। দলিতসকলৰ হৈ থিয় দিয়াৰ ধৃষ্টতাৰ

---

২৪৪) সেনাপতিয়ে ইয়াত ৰায়বাহাদুৰ কনকলাল বৰুৱা আৰু বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰলৈ আঙুলি টোৱাইছিল।

২৪৫) অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস, পৃঃ ৩৯৩ আৰু বাঁহী ২৩ শ বছৰ, প্ৰথম সংখ্যা।

২৪৬) পুণা চুক্তিৰ বিষয়ে সেনাপতিৰ বিবৃতিৰ বাবে চাওক : Cosmogony of Caste and Social Mobility in Assam p.177

বাবেই ভৱিষ্যতেও সেনাপতিৰ লগত ভাল সম্পৰ্ক ৰখা নহ'ব বুলি থক্কবে সঁকীয়াই দিয়ে।[২৪৭]

ইয়াৰ পৰা দেখা যায় যে অসমতো আম্বেদকাৰপন্থী আৰু গান্ধীবাদীসকলৰ মাজত তীব্ৰ আদৰ্শগত বিতৰ্ক চলিছিল। বহুতে নাজানে যে অসমতো আম্বেদকাৰ-পন্থীসকল নিশকতীয়া নাছিল, তেওঁলোক আছিল লেখত ল'বলগীয়া শক্তিয়েই। গান্ধীয়েও জাতি-বৰ্ণবাদৰ পৃষ্ঠপোষকতা কৰা দেখি তেওঁলোকে গান্ধীৰো কাঢ়া সমালোচনা কৰিছিল। আনকি 'অৱতৰণিকা' নামৰ গান্ধীবাদী আলোচনাখনেও স্বীকাৰ কৰিছিল যে গান্ধীয়ে পুণা চুক্তিৰ পাছৰ পৰাহে অস্পৃশ্যতাৰ বিৰোধিতা কৰিবলৈ লৈছিল।[২৪৮] ইয়াৰ পৰা দেখা যায় যে গান্ধীৰ অস্পৃশ্যতা বিৰোধী আন্দোলনটো আছিল পৰৱৰ্তী কালৰ চিন্তাহে, তদুপৰি ই আছিল আম্বেদকাৰৰ আন্দোলনৰ প্ৰতি এক নেতিবাচক সঁহাৰিহে। ইয়াৰ বিপৰীতে সোণাধৰ দাস সেনাপতিৰ নেতৃত্বত অসমৰ দলিতসকলে ড° আম্বেদকাৰৰ লগত ঘনিষ্ঠ সম্পৰ্ক ৰাখি চলিছিল। নন্দেশ্বৰ বণিয়াৰ ভাষাত,

*যদিহে ভাৰতৰ দলিত আৰু অস্পৃশ্যসকলৰ মুক্তি সংগ্ৰামৰ পিতৃপুৰুষ ড. আম্বেদকাৰ, তেনেহ'লে ভাৰতৰ পূৰ্বতম প্ৰান্ত অৰ্থাৎ অসমত স্বৰ্গীয় ৰায়চাহাব সোণাধৰ দাস সেনাপতি তেওঁৰে সেনাপতি।*[২৪৯]

আমাৰ দৃষ্টিত উক্ত দুইধাৰাৰ মাজৰ পাৰ্থক্যৰ প্ৰতীকী প্ৰতিফলন ঘটিছে 'দলিত' আৰু 'হৰিজন' শব্দ দুটাত। আম্বেদকাৰপন্থীসকলে 'পাছপৰা' আৰু 'নিপীড়িত' মানুহক বুজাবলৈ 'দলিত' শব্দটো ব্যৱহাৰ কৰাৰ বিপৰীতে গান্ধীবাদীসকলে এইসকল লোকক আলংকাৰিকভাৱে 'হৰিজন' বুলিছিল। (হৰিজনৰ অৰ্থ হৰিৰ জন অৰ্থাৎ ভগবানৰ মানুহ।) অনুসূচিত জাতিৰ লোকসকলৰ প্ৰতি বেচৰকাৰী সংগঠন আৰু সিবিলাকৰ নেতৃবৃন্দৰ দৃষ্টিভংগী আৰু আচৰণে সিসকলক একান্ত বাধ্য 'হৰিজন'ৰ পৰা জংগী 'দলিত'ত পৰিণত কৰি তুলিছিল। আন জনগোষ্ঠীসমূহৰ মাজতো আমি একেধৰণৰ ৰূপান্তৰণ শীঘ্ৰেই দেখা পাম।

সোণাধৰ দাস সেনাপতিসকল তেওঁলোকৰ সংগ্ৰামত অকলশৰীয়া আছিল বুলি ভাবিলে ভুল বুলি কৰা হ'ব। বৰং এয়া আছিল এখন বাইজৰ জাগৰণৰ সংগঠিত প্ৰচেষ্টা। এটা পৰ্যায়ত দলিতসকলে উৰ্দ্ধমুখী সামাজিক সচলতাৰ বাবে সংগ্ৰাম কৰিছিল। বিভিন্ন লোকপিয়লৰ প্ৰতিবেদনবোৰত এই পৰ্যায়-অনুক্ৰমিক উৰ্দ্ধমুখী সামাজিক সচলতাৰ স্বাক্ষৰ পোৱা যায়। উদাহৰণ স্বৰূপে ১৮৯১ চনৰ লোকপিয়ল প্ৰতিবেদনত নমঃশূদ্ৰসকলৰ সামাজিক স্থিতিৰ মূল্যায়ন এনেকৈ কৰা হৈছিল ঃ

*চণ্ডাল বা চাং সকলে নমঃশূদ্ৰ নামৰ আলংকাৰিক অভীধাৰ আঁৰত নিজৰ প্ৰকৃত জাতি-বৰ্ণগত পৰিচয় লুকাই ৰাখিব বিচাৰে, যি পৰিচয়টো হিন্দুৰ দৃষ্টিত চৰম অৱমাননাকৰ। ব্ৰহ্মপুত্ৰ উপত্যকাত তেওঁলোকে নিজকে চণ্ডাল বুলি কয়। মি° ৰিজ্‌লেই ধাৰণা কৰিছে যে চণ্ডাল বোধহয় এটা আদিম জনজাতিৰ নাম, যাক আৰ্যসকলে আহি এই ভূমিভাগ অধিকাৰ*

---

২৪৭) সেনাপতিলৈ থক্কবৰ চিঠি, Cosmogony of Caste and Social Mobility in Assam, p.17

২৪৮) **অৱতৰণিকা** (যোৰহাট) পৃ. ৫

২৪৯) **সৌৰৰণ**, English Section, p.12

*কৰি থকা অৱস্থাত পাইছিলহি। বৃত্তিত তেওঁলোকে নাৱৰীয়া আৰু খেতিয়ক। তেওঁলোকে নিজৰ মাজৰ একোজনক নাপিত পাতি লয় কাৰণ 'নব-শাখা' সম্প্ৰদায়ৰ নাপিতসকলে তেওঁলোকৰ চুলি কাটিবলৈ ৰাজী নহয়।*[২৫০]

নমঃশূদ্ৰসকলে সেই অভীধাটো লোকপিয়লৰ প্ৰতিবেদনত অন্তৰ্ভুক্ত কৰাবলৈও সংগঠিতভাৱে কে'বাখনো স্মাৰকপত্ৰ দিব লগা হৈছিল। সেই একেখন প্ৰতিবেদনতে কুমাৰসকলক 'ৰুদ্ৰপাল' বুলি আৰু মাছমৰীয়া সম্প্ৰদায় এটাক 'পাতনি' বুলিও স্বীকৃতি দিয়া হৈছিল। অৱশ্যে সেইবোৰ 'স্বীকৃতি'ও স্বয়ংক্ৰিয়ভাৱে অহা নাছিল। আনকি ১৮৮১ চনৰ লোকপিয়ল প্ৰতিবেদনতো এই সকলোবোৰ দলিত সম্প্ৰদায় আৰু বৃত্তিয়াল বনিয়াসকলৰ সম্পৰ্কত অপমানজনক শব্দ প্ৰয়োগ কৰা হৈছিল। হাৰী আৰু ভূইমালীসকলক তাত মেতৰ জাতি বুলি বৰ্ণনা কৰা হৈছিল। তাত সামাজিক জখলাত হাৰী সকলৰ স্থান 'ডোম'তকৈ তলৰ খাপত বুলি দেখুৱা হৈছিল।[২৫১] এই লোকপিয়ল প্ৰতিবেদনে ব্ৰিটিছ সাম্ৰাজ্যবাদে জাতি বৰ্ণ নামৰ সামন্তীয় অনুষ্ঠানটো কেনেকৈ মূল্যায়ন কৰিছিল, কেনেকৈ সেই প্ৰতিবেদনে বিভিন্ন জাতি-বৰ্ণ বিলাকৰ সামাজিক-আচাৰ-আনুষ্ঠানিক স্থিতিৰ সূচকৰূপে কাম কৰিছিল আৰু উক্ত মৰ্যাদাত সাল-সলনি ঘটাইছিল, সেইবোৰ বিষয়ত আমি ইয়াত পোহৰ পেলাবলৈ বিচাৰিম। ১৮৯১ চনৰ লোকপিয়লত বৃত্তিয়াল বণিয়াসকলৰ সম্পৰ্কে অপমানজনক অভীধা ব্যৱহাৰ হোৱাৰ দুবছৰ পাছতে, অৰ্থাৎ ১৮৯৩ চনত বৃত্তিয়াল বণিয়াসকলৰ নিজা সংগঠন জন্ম হ'ল। মন কৰিবলগীয়া যে একে বছৰতে জন্ম লভা আহোম সভাৰে সৈতে বৃত্তিয়াল বণিয়া সভাই আছিল ৰাজ্যখনৰ প্ৰথম জনগোষ্ঠীগত সংগঠন। এই সভাৰ প্ৰতিবাদৰ প্ৰভাৱ পৰৱৰ্তী লোকপিয়ল প্ৰতিবেদনত এনেকৈ প্ৰতিফলিত হ'ল ঃ

*বৃত্তিয়াল বণিয়া ঃ যোৱা লোকপিয়লত এই সম্প্ৰদায়টোক হাৰী বুলি দেখুৱা হৈছিল.. বৃত্তিয়াল বণিয়াসকলৰ মাজত শিক্ষিত লোকৰ অনুপাত অস্বাভাৱিক ভাৱে বেছি। এই সম্প্ৰদায়ৰ নেতাসকলে মুখ্য আয়ুক্তৰ ওচৰত দাখিল কৰা স্মাৰকপত্ৰত মেতৰ সম্প্ৰদায়ৰ লগত কোনো সম্পৰ্ক অস্বীকাৰ কৰিছিল আৰু হাৰী শব্দটো পৰিত্যাগ কৰাৰ অনুমতি বিচাৰিছিল। তেওঁলোকক সেই ৰেহাই প্ৰদান কৰা হৈছিল আৰু আজি এইটো প্ৰশ্নাতীত যে বৃত্তিয়াল বণিয়াসকল কেৰাণী, সোণাৰি, খেতিয়ক আদি বৃত্তিধাৰী আৰু তেওঁলোকে মেতৰ শ্ৰেণীৰ লগত যিকোনো সম্পৰ্ক অস্বীকাৰ কৰে।'*[২৫২]

বৃত্তিয়াল বণিয়াসকলৰ এই দাবী ব্ৰাহ্মণ্যবাদী বিৰোধিতা সত্বেও বিজয়ী হৈছিল। লোকপিয়ল আয়ুক্তজনে ক'ব লগা হৈছিলঃ

*তেওঁলোকৰ দাবী অৱশ্যে মই যিসকল উচ্চবৰ্ণৰ অসমীয়াৰ লগত সেই বিষয়ে লিখালিখি বা কথা-বতৰা চলাইছিলোঁ, সেই সকলোৱেই প্ৰত্যাখ্যান কৰিছিল।*[২৫৩]

---

২৫০) **1891 Census Report** , Chapter on Caste.
২৫১) **1881 Census Report**, Chapter on Caste.
২৫২) **1901 Census Report**
২৫৩) **1901 Census Report** , Chapter XI, pp. 125-6

বৃত্তিয়াল বণিয়াসকলৰ ঊৰ্দ্ধমুখী সামাজিক সচলতাৰ বিৰোধিতা কৰা উচ্চবৰ্ণসকলৰ মতামতৰ কেইটামান ইয়াত তুলি দিয়া হ'লঃ

*জিলা ঘ- "বৃত্তিয়াল বণিয়া' ঃ এইটো এটা নতুন আবিষ্কাৰ। তেওঁলোক নিৰ্ভাজ আৰু বিশুদ্ধ হাবী। ডোম বা নদীয়ালতৈক তেওঁলোকৰ স্থান তলত।*

*... শ্ৰীযুত কঃ 'বৃত্তিয়াল বণিয়া। ...... তেওঁলোক যে নদীয়ালতকৈ নিকৃষ্ট, সেই সম্পৰ্কে কোনো সন্দেহৰ থল নাই।"*[২৫৪]

ইয়াৰ পৰা দেখা যায় যে নিম্নতৰ বৰ্ণ-সম্প্ৰদায় সমূহে উচ্চবৰ্ণৰ সহানুভূতি বা সহযোগৰ বাবে নহয়, বৰং তেওঁলোকৰ বিৰোধিতা সত্ত্বেও নিজ বাহুবলে-বুদ্ধিবলেহে উথাবলৈ সক্ষম হৈছিল। এনেধৰণে সংগঠিত, সমূহীয়া প্ৰচেষ্টাৰে উথাই নিৰ্মীয়মান জাতিসত্তাৰ মাজত তেওঁলোকে নিজৰ জেগা কৰি ল'বলৈ সক্ষম হোৱা সম্প্ৰদায়বোৰ আছিল এনেধৰণৰ ঃ




বিমল জে. দেব আৰু দিলীপ কে. লাহিড়ী নামৰ গৱেষক দুজনে সেয়েহে সঠিকভাৱে মন্তব্য কৰিছে ঃ

*অসমত প্ৰচলিত পৰম্পৰাগত স্তৰীভৱনৰ আৰ্হি অনুসৰি দলিত সম্প্ৰদায়বোৰৰ মাজত (সামাজিক) মৰ্যাদা-সচলতা একেবাৰে নগণ্য আছিল। সফল লোকপিয়ল কাৰ্যই অসমত সংস্কৃতায়ন আন্দোলন ত্বৰান্বিত কৰিছিল আৰু জাতি-বৰ্ণগত পৰিচিতিসমূহৰ মাজত এক নতুন চেতনাৰ সূচনা কৰিছিল।*[২৫৫]

ব্ৰিটিছ সংকলিত লোকপিয়ল প্ৰতিবেদনসমূহে যে এক নতুন জাতি-বৰ্ণীয় চেতনাৰ উদয় ঘটাইছিল, তাৰ প্ৰমাণ পোৱা যায় আন এটা দলিত সম্প্ৰদায়ৰ অভিজ্ঞতাৰ পৰাও। পূৰ্বতে 'ডোম' বুলি অভিহিত লোকসকল ১৮৮১ চনলৈকে তেওঁলোকৰ লোক পিয়ল জনিত মৰ্যাদা সম্পৰ্কে সচেতন নাছিল। ১৮৭২ আৰু ১৮৮১ চনৰ লোকপিয়লত তেওঁলোকে নিজকে ডোম বুলিয়েই নিৰ্বিবাদে চিনাকি দিছিল। অৱশ্যে ১৮৯১ ৰ পিয়লৰ আগে আগে সম্প্ৰদায়টোৰ কেইজনমান সচেতন লোকে সংশ্লিষ্ট কৰ্তৃপক্ষৰ ওচৰত এখন স্মাৰক পত্ৰ দাখিল কৰিলে। স্মাৰকপত্ৰখন কৰ্তৃপক্ষই অগ্ৰাহ্য কৰিলেও সম্প্ৰদায়টোৰ কিছু লোকে উক্ত পিয়লতে নিজক

---

২৫৪) **1901 Census Report**, Chapter XI, pp. 125-6

২৫৫) **Cosmogony of Caste and Social Mobility in Assam**, p. 26

কৈবৰ্ত বুলি নথিবদ্ধ কৰাবলৈ সক্ষম হ'ল। লোকপিয়লে কেনেকৈ সম্প্ৰদায়বোৰক আলোড়িত কৰি তুলিছিল, কেনেকৈ তেওঁলোকে সামান্য উচ্চতৰ মৰ্যাদাৰ বাবে এটা পৰিচিতিৰ পৰা আন এটা পৰিচিতিলৈ মাকো মাৰি ফুৰিছিল, তাৰ সাক্ষ্য তলৰ তালিকাখনে দিব। তাত দেখা যাব কেনেকৈ একেটা সম্প্ৰদায়েই ভিন্ ভিন্ পিয়লত ভিন্ ভিন্ পৰিচয় দিছে ঃ

| তালিকা নং - ৪ | | |
|---|---|---|
| ব্ৰহ্মপুত্ৰ উপত্যকা | | |
| লোকপিয়লৰ চন | কেওট | কৈবৰ্ত |
| ১৮৭২ | ৩০,৬৯০ | ৬১,২৭৯ |
| ১৮৮১ | ১,০৩,৩৩৯ | ১,৫৫১ |
| ১৮৯১ | ৯০,১০৩ | ২৩,৯৪২ |

এই তালিকাৰ পৰিসংখ্যা বিলাকৰ প্ৰকৃত অৰ্থ হ'ল যে ১৮৭২ চনত কেওট আৰু কৈবৰ্তসকল য'ত আছে, ত'তেই আছিল। পৰবৰ্তী দশকত কৈবৰ্তসকলে দলে-বলে কেওট হ'বলৈ আকাংক্ষ্যা কৰিলে আৰু ১,৫৫১ জনক বাদ দি বাকী সকলো কেওট হৈ গ'ল। পৰবৰ্তী দশকটোত কৈবৰ্ত জাতীয় চেতনাৰ উন্মেষ ঘটিল আৰু দহবছৰ আগতে কেওট হিচাপে নাম লিখোৱা সকলৰে বহুতেই ঘুৰি আহিল, সৰ্বমুঠ ২৩,৯৪২ জনে নিজকে কৈবৰ্ত হিচাপে নথিবদ্ধ কৰালে।

উৰ্দ্ধমুখী সামাজিক এই আকাংক্ষ্যাই ত্বৰান্বিত কৰিলে এলানি জনগোষ্ঠীগত সংগঠনৰ গঠন প্ৰক্ৰিয়া। যথাঃ



অল্ আচাম ডিপ্ৰেচড্ ক্লাচেজ এচ'চিয়েশ্যন, ১৯২৯



আচাম ডিপ্ৰেচড্ ক্লাচেজ এচ'চিয়েশ্যন,১৯২৯



আচাম ডিপ্ৰেচড ক্লাচেজ ফেডাৰেশ্যন,১৯৩৫



সদৌ অসম অনুসূচিত জাতি ছাত্ৰসন্থ, ১৯৪৬

দলিত ঐতিহাসিক এজনৰ মতে কৈৱৰ্ত সংগঠন আৰু কৈৱৰ্ত আন্দোলনৰ জন্মই ঘটে বিভিন্ন সত্ৰাধিকাৰে লোকপিয়লৰ জৰিয়তে কৰা অপমান-ষড়যন্ত্ৰৰ প্ৰতিবাদ কৰিবৰ বাবেই। 'সেৱা' নামৰ দলিত মুখপত্ৰ (১৯২৬) এখনৰ সম্পাদক, তথা বিখ্যাত 'জয়ন্তী' আলোচনীৰো কিছুদিনৰ বাবে সম্পাদক শুক্ৰেশ্বৰ বৰাই তেওঁৰ 'দিহিং সত্ৰৰ সংক্ষিপ্ত বুৰঞ্জী' (১৯৩০)ত এই বিষয়ক কিছু সাক্ষ্য প্ৰমাণ উপস্থাপন কৰিছে। বৰাই জনাইছে যে ১৮৯১ চনৰ লোকপিয়ল আয়ুক্ত ই. এ. গেইট চাহাবে কৈৱৰ্তসকলৰ সামাজিক মৰ্যাদাৰ বিষয়ে ভালেসংখ্যক সত্ৰাধিকাৰ আৰু আন গণ্য মান্য লোকৰ মতামত বিচাৰিছিল। তেতিয়াৰ দিহিং সত্ৰাধিকাৰ নিৰ্মল চন্দ্ৰ দেৱ গোস্বামীয়ে কৈৱৰ্তসকলৰ বিষয়ে নেতিবাচক আৰু অ-নায্য মন্তব্য আগবঢ়ায়।[২৫৬] ইয়াৰ ফলত কৈৱৰ্ত সকলৰ মাজত প্ৰচণ্ড জনগোষ্ঠীগত চেতনাৰ জন্ম হয় কাৰণ নিৰ্মলচন্দ্ৰৰ বিৰোধিতাৰ বাবেই তেওঁলোক ১৮৯১ চনৰ পিয়লতো কৈৱৰ্ত হিচাপে স্বীকৃতিৰ পৰা বঞ্চিত হয়। তাৰ প্ৰতিক্ৰিয়া স্বৰূপে হলীৰাম হাজৰিকা, মহেশ্বৰ তামুলী, শিৱৰাম মেধি আদি কৈৱৰ্ত নেতাসকলে গুৱাহাটী আদি কৈৱৰ্ত জাতীয় হিতকাৰী সভা গঠন কৰে আৰু ১৯০১ চনৰ পিয়লত কৈৱৰ্ত হিচাপে স্বীকৃতিৰ বাবে কঠোৰ চেষ্টা চলায়। তেওঁলোকৰ সেই প্ৰচেষ্টা সুন্দৰ ভাৱে সফল হয়।

কিন্তু তেতিয়াৰ পৰা আজিকোপতি দলিতসকলে তেওঁলোকৰ ন্যূনতম গণতান্ত্ৰিক অধিকাৰৰ বাবেও 'মূল সুঁতি'ৰ বেচৰকাৰী সংগঠন আৰু অনুষ্ঠানবোৰৰ বিৰুদ্ধে নিৰলস যুঁজ যুঁজিব লগা হৈছে। লক্ষ্যণীয়ভাবে এই সংগ্ৰামখন সত্ৰবিলাকৰ বিৰুদ্ধেও নিৰ্দেশিত হৈছে। নীলমণি ফুকনে কৈৱৰ্ত সম্মিলনৰ সমাৱেশ এটাতে স্বীকাৰ কৰিব লগীয়া হৈছিল যে অসমৰ অনুসূচিত জাতিৰ লোকসকলে প্ৰয়াত পৰশুৰাম পাঠকৰ নেতৃত্বত এক সুদীৰ্ঘ আইনী সংগ্ৰাম চলাব লগা হৈছিল বৰপেটা সত্ৰৰ নামঘৰত প্ৰৱেশাধিকাৰ বিচাৰি। এই সংগ্ৰাম ইমানেই দীঘলীয়া আৰু বহলুৱা আছিল যে সংশ্লিষ্ট মোকৰ্দ্দমাটোৰ কাগজ পত্ৰৰ ওজন হৈছিলগৈ ৭ মোন ১০ সেৰ অৰ্থাৎ ৩০০ কিলোগ্ৰাম।[২৫৭] এইখিনিতে নীলমণি ফুকনে ক'বলৈ পাহৰি যোৱা কথা এবাৰ আমাক জনাইছে ডা. তাৰানাথ দাসে। ডা. দাসৰ মতে উক্ত গোচৰটো ১৫ বছৰ জুৰি চলি থকাৰ কাৰণ আছিল এজন বৰ্ণহিন্দু বিচাৰকৰ অন্যায় স্থিতি। তাৰ পাছতো

২৫৬) দিহিং সত্ৰৰ সংক্ষিপ্ত বুৰঞ্জী, পৃ. ৩৫
২৫৭) কৈৱৰ্ত সম্মিলনত (গণকপুখুৰী, গোলাঘাট, ১৯৩৮) নীলমণি ফুকনৰ ভাষণ

কৈবৰ্তসকলক কীৰ্তনঘৰৰ প্ৰথম তিনিটা কোঠাতহে প্ৰৱেশ কৰিবলৈ দিয়া হৈছিল, মণিকূটত মুঠেই নহয়।[২৫৮]

দিহিং সত্ৰৰ উক্ত দলিত বুৰঞ্জীকাৰজনে আমাক আৰু জনাই গৈছে কেনেকৈ দিহিং সত্ৰৰ কৈবৰ্ত শিষ্যসকলে তেওঁলোকৰ সম্প্ৰদায়ৰ স্বাৰ্থৰ বিৰোধিতা কৰা বাবে নিজা গুৰুজনাৰ বিৰুদ্ধেই যুঁজ কৰিব লগা হৈছিল। গুৰুৱে শিষ্যসকলৰ এই ধৃষ্টতা সহজে লোৱা নাছিল। তেওঁলোকৰ ওপৰত কঠোৰ শাস্তিৰ দিহা কৰা হৈছিল; বিহা হৈছিল গধুৰ জৰিমনা।[২৫৯] ডাঃ ঘনশ্যাম দাসেও লিখিছে কেনেকৈ বৰ এলেঙীৰ সত্ৰাধিকাৰে কৈবৰ্তসকলক নিজে শৰণ দিবলৈ অস্বীকাৰ কৰিছিল। তাৰ সলনি তেওঁ কৈবৰ্তসকলক সত্ৰৰ এজন আলধৰাৰ হতুৱাইহে শৰণ দিয়াইছিল। সেই আলধৰাজনেও দলিত এজনক শৰণ দিয়াৰ পাছত ব্ৰহ্মপুত্ৰত স্নান কৰিহে শুদ্ধ হৈছিল। ডাঃ দাসৰ পৰা দক্ষিণা গ্ৰহণ কৰা সময়ত অসাৱধানতাবশতঃ তেওঁক স্পৰ্শ কৰাত আলধৰাজনে লগে লগে ব্ৰহ্মপুত্ৰত স্নান কৰিছিল। এনে অস্পৃশ্যতাৰ অনুশীলনৰ বিৰুদ্ধে প্ৰতিবাদো হৈছিল বাৰুকৈ। গোঁসাই বৰ্জন আন্দোলন এটাৰো সূচনা হৈছিল। ডাণ্ডৰ ডাণ্ডৰ সমাবেশৰ জৰিয়তে এই আন্দোলনে গোঁসাইক ধৰ্মীয় কৰপচা দিয়াও বন্ধ কৰিছিল।[২৬০] ১৯২০ চনতেই সদৌ অসম বণিয়া সভাই সত্ৰাধিকাৰবৃন্দক আহ্বান জনাইছিল দলিতসকলক মুক্ত কৰি দিবলৈ, যাৰ ব্যতিৰেকে তেওঁলোকে ধৰ্মীয় কৰ-কাটল দিয়া বন্ধ কৰাৰো ভাবুকি দিছিল।[২৬১] এই ঘটনাৰো একদশক পাছত, ১৯২৯ চনত সদৌ অসম কৈবৰ্ত সম্মিলনে সত্ৰাধিকাৰসকলক ধৰ্মীয় কৰ-কাটল দিয়া বন্ধ কৰাৰ ঐতিহাসিক সিদ্ধান্ত গ্ৰহণ কৰিছিল।[২৬২]

সত্ৰসমূহৰ বিৰুদ্ধে দলিত ক্ষোভৰ উমান পোৱা যাব তলত উদ্ধৃত দুজন নেতাৰ বক্তব্য পৰাই ঃ -

*(সোণাধৰ দাস সেনাপতিয়েও) তেওঁৰ বাইজক এনে মানসিকতাৰ বিৰুদ্ধে জাগি উঠিবলৈ আহ্বান জনায়। তেওঁ ধৰ্মীয় মতান্ধ (গোঁসাই) সকলক তথাকথিত অস্পৃশ্যসকলৰ বিৰুদ্ধে বৈষম্যমূলক সামাজিক আচৰণ নকৰিবলৈ সঁকীয়াই দিয়ে। সত্ৰাধিকাৰসকলে পৰিস্থিতিৰ শুধৰণি আনিব নোৱাৰিলে তেওঁলোকক বৰ্জন কৰা হ'ব বুলিও তেওঁ ভাবুকি দিয়ে।'*[২৬৩]

এইসম্পৰ্কে ডাঃ তাৰানাথ দাসে এনেকৈ লিখিছে ঃ *অনুসূচিত অৱনমিতসকলে তেওঁলোকক অৱহেলা আৰু ঘৃণাৰ চকুৰে চোৱা সকলক আৰু তেনে গুৰুগোসাঁইসকলক বৰ্জন কৰাৰ সাহস গোটাব লাগিব। কেৱল অনুশোচনাই তেওঁলোকৰ মুক্তি আনিব নোৱাৰে।*[২৬৪] এনেকৈয়ে সোণাধৰ দাস সেনাপতি, চিদানন্দ দাস, পৰশুৰাম পাঠক, হলীৰাম হাজৰিকা আৰু আন সুযোগ্য, বিচক্ষণ নেতাৰ নেতৃত্বত অসমৰ দলিত আন্দোলনে ক্ৰমাগত

---

২৫৮) ত্ৰিবেদিকা, পৃ. ১৩২-৩
২৫৯) দিহিং সত্ৰৰ সংক্ষিপ্ত বুৰঞ্জী, পৃ. ৩৬-৪২
২৬০) এজন ক্ষুদ্ৰ মানুহৰ জীৱন স্মৃতি, পৃ. ৯০-৯১
২৬১) সোঁৱৰণ, পৃষ্ঠা ২৫
২৬২) Cosmogony of Caste and Social Mobility in Assam, p.164
২৬৩) সোঁৱৰণ, English Section, p.34
২৬৪) ত্ৰিবেদিকা, অন্ত্যবেদিকা অধ্যায়, পৃ. ১৪৬

শক্তি অৰ্জন কৰিব ধৰিলে। অসমৰ দলিতসকলে এহাতে ড° আম্বেদকাৰ, যোগেন মণ্ডল, এম. চি. ৰাজা আৰু আনহাতেদি মোহনদাস কৰমচাঁদ গান্ধী, এ.ভি. থক্কৰ আৰু জগজীৱন ৰামৰ নেতৃত্বাধীন দুই পৃথক ধাৰাৰ পৰা দিহা-পৰামৰ্শ পাবলৈ আৰু ল'বলৈ ধৰিলে। উক্ত দুই ধাৰাৰ মাজৰ দীঘলীয়া বিতৰ্কবোৰৰ কথা একাষৰীয়াকৈ থৈও এইকথা ক'ব পাৰি যে প্ৰতিবাদী আন্দোলনবোৰৰ অবিহনে অসমৰ দলিত আন্দোলন বৰ্তমানৰ পৰ্যায়লৈ আহিব নোৱাৰিলেহেঁতেন।

## তাই-আহোম ঃ
## ছশ বছৰৰ ৰজা হ'ল পাছপৰা প্ৰজা

আহোম নামৰ তাই-মংগোলীয় সম্প্ৰদায়টোৱে ১২২৮ চনৰ পৰা ১৮২৬ চনলৈ প্ৰায় ছয় শতিকাজুৰি অসম শাসন কৰিছিল। তেওঁলোকৰ এই দীঘলীয়া শাসনৰ অৱসান ঘটিল আভ্যন্তৰীণ বিদ্ৰোহ আৰু বিদেশী মানৰ আক্ৰমণৰ যুগপৎ আঘাতত। ব্ৰিটিছে এই সন্ধিক্ষণত অসমত প্ৰবেশ কৰি মানসকলক পৰাজিত কৰি য়াণ্ডাবু সন্ধিৰ জৰিয়তে অসমত দখল সাব্যস্ত কৰে। তাৰ পাছৰ কেইবা দশকজুৰি আহোমসকলে ক্ষমতা পুনৰুদ্ধাৰৰ বাবে প্ৰচেষ্টা চলাই গৈছিল যদিও ব্যৰ্থ হৈছিল। তাৰ ফলত তেওঁলোক ব্ৰিটিছৰ ওচৰত সন্দেহৰ পাত্ৰ হৈছিল। ব্ৰিটিছে তেওঁলোকৰ সলনি পছন্দ কৰিছিল বৰ্ণহিন্দুসকলকে। তাৰ বিপৰীতে বিদ্ৰোহী মেজাজৰ আহোমসকলে সৰু-সুৰা অনুগ্ৰহ বিচাৰি ব্ৰিটিছৰ ওচৰ চপাও নাছিল; ইংৰাজী শিক্ষাও তেওঁলোকে গ্ৰহণ কৰিব বিচৰা নাছিল। বাঙালী বৰ্ণ হিন্দুৰ কাষে -কাষে ব্ৰিটিছৰ স্থানীয় প্ৰশাসন পৰিচালনা কৰিছিল অসমীয়া বৰ্ণহিন্দুসকলে। এই পৰিস্থিতি আহোমসকলৰ বাবে অনুকূল নাছিল। তেওঁলোক এতিয়া বৰ্ণহিন্দুসকলতকৈ পাছপৰি যাব ধৰিলে। ইমানদিনে আহোমৰ অনুগত হৈ থকা একাংশ বৰ্ণহিন্দুৱে এতিয়া ব্ৰিটিছলৈ আনুগত্য সলালে। এইবাৰ তেওঁলোকে পূৰ্বৰ শাসকসকলক বঞ্চনা, প্ৰবঞ্চনা আৰু অপমান কৰিবলৈ লাগিব। ফলত চৌপাশে সৃষ্টি হ'ল অবিশ্বাস আৰু অনাস্থাৰ পৰিবেশ।

এইক্ষেত্ৰত বৰ্ণহিন্দু বুদ্ধিজীৱীসকলে পৰিকল্পনামাফিক আহোম সম্প্ৰদায়ক আক্ৰমণ কৰাৰ অভিযোগ উত্থাপিত হয়। বাংলা ভাষাতে লিখিত হলীৰাম ঢেকীয়াল ফুকনৰ 'আসাম বুৰঞ্জী'(১৮২৯)খন তেনে আহোম বিৰোধী কুৎসাৰ নমুনা বুলি কোৱা হয়। অসমীয়া জাতি গঢ়োঁতা ত্ৰিমূৰ্তিৰ অন্যতম আনন্দৰাম ঢেকীয়াল ফুকনৰ পিতৃ হলীৰাম ঢেকীয়াল ফুকন ১৮২৬ চনলৈকে আহোম স্বৰ্গদেউৰ অধীনৰ বিষয়া আছিল। আনকি তেওঁৰ 'ঢেকীয়াল ফুকন'ৰ বিষয়বাবটোও আহোমেই দিয়া। ১৮২৬ চনলৈকে আহোমৰ সেৱা কৰি মাত্ৰ তিনি বছৰৰ পাছত এনে আহোম বিৰোধী বিষোদগাৰ কৰিব পৰাটো সঁচাই উল্লেখনীয়। চৰকাৰ সলনিৰ লগে লগে চকুৰ পচাৰতে আনুগত্য সলাই হলীৰামে আহোমৰ সম্পৰ্কে লিখিলে ঃ *আসামে অত্যল্প লোকে লেখা পড়া জানে। বিশেষতঃ আহোম জাতি অতি মূৰ্খ, এই দেশে য'ত অধিক ভাগ্যবান হয় ততই মূৰ্খ হয়। প্ৰধান দোষৰ কাৰণ এই হইয়াছে যেহেতু তাহাৰ শাস্ত্ৰ জ্ঞান নাই।*

*তাহাৰ হিতাহিত কৰ্তব্যাকৰ্তব্য জ্ঞান কি প্ৰকাৰ হইবেক? এই নিমিত্তে আহোম জাতি অত্যন্ত দাৰুণ শাসক ছিল। কেৱল ব্ৰাহ্মণ পণ্ডিতেৰ মধ্যে বিদ্যাৰ আলোচনা আছিল।*[২৬৫]

১৯৬২ চনত পুনৰমুদ্ৰণ হোৱা এই কিতাপখনক অসম সাহিত্য সভাৰ অন্যতম সভাপতি তথা বিশ্বহিন্দু পৰিষদৰ নেতা পণ্ডিত তীৰ্থনাথ শৰ্মাই 'অসমবাণী'ৰ পাতত পঞ্চমুখে প্ৰশংসা কৰিছিল। শৰ্মাই তাকে কৰোঁতে উক্ত আহোম-বিৰোধী আপত্তিকৰ মন্তব্যবোৰৰ বিষয়ে নিৰৱ আছিল।[২৬৬]

জাতি গঢ়োঁতা ত্ৰিমূৰ্তিৰ আন এজন গুণাভিৰাম বৰুৱায়ো আন এখন অসম বুৰঞ্জী লিখিছিল, য'ত তেওঁ আহোম তথা আন নিপীড়িত জনগোষ্ঠীৰ বিৰুদ্ধে খুচীমতে গালি গালাজ কৰিছিল। উদাহৰণস্বৰূপে ইয়াত কাৰ্বি জনজাতিসকলক 'কেঁচা মাংস খাওঁতা' আৰু 'বান্দৰ' বুলি বৰ্ণনা কৰা হৈছিল। আন প্ৰায় সকলো ভূমি সন্তান জনগোষ্ঠীক বৰ্বৰ পশু, ঘৃণনীয় ম্লেছ আদি বিভিন্ন অভিধাৰে বিভূষিত কৰা হৈছিল।[২৬৭]

তথাপিও সকলোতকৈ বেছি বিদ্বেষ সংৰক্ষিত আছিল আহোমসকলৰ প্ৰতি। আহোমসকলে নিজকে দেৱতাৰ বংশধৰ বুলি কৰি অহা দাবী ইয়াত খাৰিজ কৰা হয়। 'বুৰঞ্জী'খনত এই বুলিও কোৱা হয় যে অজ্ঞাতকুলশীল আহোমসকলে নিজৰ গৌৰৱ বঢ়াবলৈহে তেনেকৈ দেৱতাৰ বংশধৰ বুলি কৈ ফুৰে। তাৰ বিপৰীতে তাত আহোমসকলক বুজাবলৈ 'অন্ত্যজ' 'ম্লেচ্ছ', 'দৈত্য', 'অসুৰ' আদি শব্দ সন্ধালনিকৈ আৰু মুকলিলৈ ব্যৱহাৰ কৰা হৈছিল। তাতোকৈ গুৰুত্বপূৰ্ণভাৱে উক্ত গ্ৰন্থত গুণাভিৰাম বৰুৱাই ব্ৰিটিছ শাসনতকৈ আহোম-শাসন বহু নিকৃষ্ট বুলি মন্তব্য কৰিছিল। তেওঁ ভগৱানক প্ৰাৰ্থনা কৰিছিল যেন ব্ৰিটিছে ভাৰতীয়সকলৰ ওপৰত চিৰকাল শাসন চলায়। অৱশেষত তেওঁ আহোম শাসনক বিদেশীৰ শাসন আৰু অসমৰ বাবে পৰাধীনতা বুলি আখ্যা দিছিল। তেওঁৰ মতে অসমৰ প্ৰায়বোৰ বুৰঞ্জীমূলক কীৰ্তিচিহ্নই প্ৰাক্-আহোম যুগৰ। আহোমসকলে ৰোলে পূৰ্বৰ এক সুসভ্য শাসনৰ অৱক্ষয়ৰ সুযোগ লৈ অসম দখল কৰিছিল। তেওঁলোকৰ দখলদাবীৰ লগে লগে অসমৰ স্বাধীনতা সূৰ্য মাৰ গৈছিল আৰু অৱশেষত ব্ৰিটিছেহে অসমক পুনৰ মুক্ত কৰিছিল; অন্ততঃ এয়াই আছিল গুণাভিৰাম বৰুৱাৰ 'অসম বুৰঞ্জী'ৰ ভাষ্য।[২৬৮]

ঘটনাক্ৰমে হলীৰাম-আনন্দৰাম আৰু গুণাভিৰাম আছিল একেটা গোত্ৰৰে সন্তান। সেয়া আছিল অসমৰ পশ্চিমসীমাৰ হাদিৰাচকী (বৰ্তমান শ্ৰীৰামপুৰৰ ওচৰে পাজৰে ক'ৰবাত) নামৰ আহোম ৰজাৰ আবকাৰী শুল্ক সংগ্ৰহ চকীখন দায়িত্বত থকা অসমৰ আটাইতকৈ চহকী পৰিয়ালবিলাকৰ এটাৰে কাহিনী। আহোম ৰজাৰ সৌজন্যত বাৰ-খিতাপ-ধন-দৌলতেৰে মুখাফুটা হোৱা এই পৰিয়ালটোৰ সদস্যসকলে ইষ্ট ইণ্ডিয়া কোম্পানীৰ ধূৰ্ত বিষয়াবৃন্দৰ

---

২৬৫) আসাম বুৰঞ্জী (গুৱাহাটী, ১৯৬২, পৃ. ১০১)
২৬৬) ৰামেশ্বৰ ৰৰা : আহোম সভাৰ বুৰঞ্জী পৃঃ ৫
২৬৭) আসাম বুৰঞ্জী (গুৱাহাটী, ১৯৭২) (প্ৰথম প্ৰকাশ ১৮৮৪ চন)
২৬৮) আসাম বুৰঞ্জী, (গুৱাহাটী ১৯৭২) পৃ. ২১২-৩, ১৬-১৭, ১২,৩৯, ৪৮,১৭৮-৮০,২০০,৬১,১০০,২১ আৰু ২১১-২

সান্নিধ্যলৈ আহি কেনেকৈ নতুন শাসকক তৈলমৰ্দন আৰু পুৰণা শাসকক শতৰু শলাব নীতি গ্ৰহণ কৰিলে তাৰ বিষয়ে আহোম সভাৰ বুৰঞ্জীকাৰ সৰব। এই ক্ষেত্ৰত অৱশ্যে বুৰঞ্জীকাৰজনৰ অভিযোগৰ আঙুলি নিৰ্দেশিত হৈছে সদৌ বৰ্ণহিন্দু বুদ্ধিজীৱীৰ প্ৰতিয়েই।(২৬৯) অভিযোগটো সমূলি নাকচ কৰা কঠিন। আমি ইতিমধ্যে এই গ্ৰন্থৰ অসম সাহিত্য সভা অধ্যায়তে দেখুৱাই আহিছোঁ কেনেকৈ লক্ষ্মীনাথ বেজবৰুৱাই পদ্মনাথ গোহাঞিবৰুৱা, ৰাধাকান্ত সন্দিকৈ, হিতেশ্বৰ বৰবৰুৱা আদি আহোম বুদ্ধিজীৱীসকলক শাণিত ব্যংগৰে আক্ৰমণ কৰিছিল। আহোম সভাই সেয়েহে এই ধাৰণাত উপনীত হৈছিল যে বেজবৰুৱাই প্ৰতিজন উদীয়মান আহোম নেতা-বুদ্ধিজীৱীকে প্ৰণালীবদ্ধ ভাৱে আক্ৰমণ কৰিছিল।

এই বিদ্বেষ-বিষোদগাৰ পূৰ্ণ সাহিত্যৰ ক্ষতিকাৰী ক্ষমতাৰ প্ৰমাণ নিম্নোক্ত ঘটনাটোৰ পৰাই পোৱা যাব ঃ স্বয়ম্ভু ঐতিহাসিক তথা অসম সাহিত্য সভাৰো অন্যতম সভাপতি বেণুধৰ শৰ্মাই *'দেশদ্ৰোহী কোনঃ বদন নে পূৰ্ণানন্দ?'* নামৰ এটা প্ৰবন্ধ (২৭০) লিখিছিল, য'ত বিচক্ষণ ৰাজনীতিবিদ তথা স্বাধীন অসমৰ শেষ প্ৰধানমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঞিক মানৰ অসম আক্ৰমণৰ বাবে দোষী সাব্যস্ত কৰা হৈছিল। অৱশ্যে তাৰ বিপৰীতে প্ৰবন্ধটোত মানক অসমলৈ প্ৰত্যক্ষ ভাৱে নিমন্ত্ৰণ কৰি অনা বদন চন্দ্ৰ বৰফুকনক সম্পূৰ্ণৰূপে ৰেহাই দিয়া হৈছিল। আহোম সংগঠনসমূহ আৰু নেতৃবৃন্দ এই কথাত একমত আছিল যে বুৰঞ্জী চৰ্চাৰ পাতল পৰ্দাৰ আঁৰৰ পৰা এই প্ৰবন্ধই প্ৰকৃততে শৰ্মাৰ ৰাজনৈতিক প্ৰতিদ্বন্দ্বী সুবেন্দ্ৰনাথ বুঢ়াগোহাঞিৰ ওপৰতহে আঘাত হানিছিল। কোৱা বাহুল্য যে সুবেন্দ্ৰ নাথ বুঢ়াগোহাঞি আছিল পূৰ্ণানন্দ বুঢ়াগোহাঞিৰ আজো নাতি।

কিন্তু সুবেন্দ্ৰ নাথ বুঢ়াগোহাঞিৰ নিজা পৰিচয়নো কি আছিল? প্ৰথমতঃ তেওঁ আছিল অসমীয়া জাতীয়তাবাদেৰে উদ্বুদ্ধ এজন অসমীয়া ডেকা আৰু অসম ছাত্ৰ সন্মিলনৰ এসময়ৰ প্ৰধান সম্পাদক। জাতি-বৰ্ণগত বিদ্বেষে মানুহক কেনেকৈ সাম্প্ৰদায়িক হ'বলৈ বাধ্য কৰায়, তাৰে সৰ্বোৎকৃষ্ট উদাহৰণ আছিল তেওঁ। বুঢ়াগোহাঞি আৰু তেওঁৰ বন্ধুবৰ্গ শশী চন্দ্ৰ বৰবৰুৱা, আনন্দৰাম গোহাঞি আৰু আলোক চন্দ্ৰ ৰাজখোৱা, এই কেউজন আহোম যুৱকেই আছিল অসম ছাত্ৰ সন্মিলনৰ প্ৰথম শাৰীৰ নেতা। তেওঁলোক সকলোৱেই পৃথক আহোম পৰিচিতিৰ বিৰোধী আছিল। তেওঁলোকৰ অসমীয়াত্বই তেওঁলোকক অনুপ্ৰাণিত কৰিছিল ১৯২৫ চনত নগাঁৱত অনুষ্ঠিত আহোম সভাৰ অধিবেশন লণ্ড-ভণ্ড কৰিবলৈ। ছাত্ৰ সন্মিলনৰ এই ঝঞ্জা বাহিনীৰ নেতৃত্ব দিছিল স্বয়ং সুবেন্দ্ৰ নাথ বুঢ়াগোহাঞিয়ে। এই সম্পৰ্কে পদ্মনাথ গোহাঞিবৰুৱাই লিখিছে ঃ *এই বৈঠকতে জনদিয়েক আহোম যুৱকে আহোম এচ'চিয়েশ্যন আৰু আহোম সন্মিলনীৰ অনাৱশ্যকতা দেখুৱাই অথালি পথালিকৈ আমনি কৰি সমবেত জ্ঞাতিবৰ্গৰ মনত বিষাদ লগাই উৎসাহ ভংগ কৰে। সেইদিন ধৰি আহোম এচ'চিয়েশ্যনৰ কাৰ্যপদ্ধতি বিৰুদ্ধবাদী জ্ঞাতি দল এটা গঠিত হৈ সিবিলাকে আহোম এচ'চিয়েশ্যনৰ আগত ভেটা আৰু খোঁচ দিবলৈ ধৰে। নগাঁও বৈঠকত হঠাতে আৰু অযাচিতে অবাঞ্চনীয় প্ৰতিবন্ধক পোৱাৰ*

---

২৬৯) আহোম সভাৰ বুৰঞ্জী, পৃ. ৫
২৭০) দুৰবীণ,

*পৰা একেৰাহে তিনিবছৰ কাল 'সদৌ অসম আহোম এচ'চিয়েশ্যন সম্মিলনী'ৰ নাম ল'বলৈকো হতাশে খুন্দা মাৰি ধৰাৰ নিচিনা হোৱাত অনুষ্ঠানটি ঠিহিৰা লাগি বৈছিল।*(২৭১)

গোহাঞি বৰুৱাই আৰু অভিযোগ কৰিছিল যে ছাত্ৰ সম্মিলনৰ আহোম যুৱকসকলৰ বাধাৰ বাবেই আহোম সভা কে'বাবছৰলৈও (প্ৰকৃততে প্ৰায় কেইদশক) মুজুৰা লাগি আছিল।

আমোদজনক কথাটো হ'ল যে উক্ত 'অসমীয়া' ছাত্ৰনেতাসকলৰ এক নাটকীয় পৰিবৰ্তন হ'ল। এইবাৰ তেওঁলোক পৰিণত হ'ল আহোম নেতাত। তেওঁলোকে আগতকৈও সজোৰে উৰ্দ্ধত তুলি ধৰিলে আহোমৰ বাবে সংখ্যালঘু মৰ্যাদাৰ দাবী। এতিয়াৰ পৰা প্ৰায় একদশক জুৰি সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিয়ে আহোম সভা তথা আহোম ৰাইজৰ নেতৃত্ব দিব। পাছে অন্তবৰ্তী এক দশকতনো এনে কি ঘটিল যি এই উগ্ৰ অসমীয়া যুব কেইজনক উগ্ৰ আহোমত পৰিণত কৰিলে? লক্ষ্মীনাথ বেজবৰুৱা আৰু বেণুধৰ শৰ্মাসকলৰ সাম্প্ৰদায়িক সাহিত্য ৰাশিৰ বাহিৰেও সত্ৰ সমূহৰ জাতি-বৰ্ণবাদী ষড়যন্ত্ৰই আহোম জনগোষ্ঠীগত আন্দোলনত ত্বৰান্বিত কৰি তুলিলে কেনেকৈ, আমি শীঘ্ৰেই দেখা পাম।

আহোমসকলৰ ক্ষোভো বিশেষ ভাবে সংৰক্ষিত আছিল অসমীয়া সংবাদ মাধ্যমৰ বিৰুদ্ধে। আমি পৰিশিষ্টত দেখুৱাৰ দৰেই এই সংবাদ মাধ্যম সম্পূৰ্ণভাৱেই বৰ্ণহিন্দু মধ্যশ্ৰেণীৰ আধিপত্যাধীন আছিল। অসম সাহিত্য সভা, অসম ছাত্ৰ সম্মিলন, আসাম এচ'চিয়েশ্যনকে ধৰি প্ৰায়বোৰ অসমীয়া বেচৰকাৰী সংগঠনৰ পিতৃপ্ৰতীম পদ্মনাথ গোহাঞিবৰুৱাকো এখন অসমীয়া কাকতে সাম্প্ৰদায়িক আঘাত হানিছিল যেতিয়া তেওঁ আসাম এচ'চিয়েশ্যনৰ সভাপতি নিৰ্বাচিত হৈছিল। উক্ত কাকতখনত প্ৰকাশিত এক বে'নামী লেখনীত কোৱা হৈছিল ঃ *'সাম্প্ৰদায়িক প্ৰতিনিধি যি সম্প্ৰদায়ে বিচাৰি ফুৰে সেই সম্প্ৰদায়ৰ মানুহক সভাপতি পতা একেবাৰেই অবিধি।*(২৭২)

আসাম এচ'চিয়েশ্যনৰ সভাপতিৰ অভিভাষণত গোহাঞিবৰুৱাই সেয়ে উদঙাই দেখুৱাইছিল যে উক্ত আক্ৰমণৰ লক্ষ্যবস্তু আছিল তেওঁ আৰু তেওঁৰ সম্প্ৰদায়। স্বাধীনতা আন্দোলনৰ স্বঘোষিত মুখপত্ৰ **আসাম বিলাসিনীয়ে** এনেকৈ গোহাঞি বৰুৱাৰ মৰ্যাদাৰ ব্যক্তি এজনক সাম্প্ৰদায়িক আঘাত হনা কথাটোৰেই আছিল কৌতূহলোদ্দীপক।

দুৰ্ভাগ্যজনকভাৱে এনে এক বিদ্বেষপ্ৰসূত দৃষ্টিভংগীয়ে অসমীয়া সংবাদ মাধ্যমক কে'বাদশক পাছতো প্ৰভাৱিত কৰি থাকিল। কংগ্ৰেছৰ মুখপত্ৰ বুলি অভিহিত **'অসমীয়া'** আৰু **'অসম সেৱক'** কাকত দুখন এনেবোৰ কাৰণতে আহোম সভাই বৰ্জনো কৰিলে।(২৭৩) উক্ত বৰ্জনৰ তৎকালীন কাৰণ আছিল ১৯৩৮-৩৯ চনৰ কংগ্ৰেছ নেতৃত্বাধীন মৰ্চা চৰকাৰৰ মন্ত্ৰীত্বৰ পৰা আহোম সভাৰ দুজন বিধায়কক বঞ্চিত কৰা। কিন্তু সেই বৰ্জনেও অসমীয়া সংবাদ মাধ্যমৰ একাংশক ভৰাই তুলিব নোৱাৰিলে। ইয়াৰ জাতি-বৰ্ণবাদী বিষোদগাৰ বন্ধও নহ'ল। বিশিষ্ট অসমীয়া কংগ্ৰেছী সাংবাদিক হৰেন্দ্ৰনাথ বৰুৱাৰ দ্বাৰা সম্পাদিত অসমীয়া কাকতৰ বিভিন্ন

---

২৭১) গোহাঞিবৰুৱা ৰচনাৱলী, পৃ. ৯৩৮-৯

২৭২) আসাম বিলাসিনী, ১৩ কাতি, ১৮৪১ শক (অক্টোবৰ, ১৯১৯)

২৭৩) Political History of Assam, Vol- III, p.301

সংখ্যাত পৃষ্ঠাৰ পাছত পৃষ্ঠা জুৰি আমি আহোম বিৰোধী প্ৰচাৰ দেখা পাওঁ। উদাহৰণস্বৰূপে 'এজন আহোম'ৰ ছদ্মনামত লিখিত 'কংগ্ৰেছ আৰু আহোম সম্প্ৰদায়' শীৰ্ষক লেখনী এটা অসমীয়াৰ ২৩ নবেম্বৰৰ ১৯৪০সংখ্যাত প্ৰকাশ পায়। সেই সংখ্যাৰ সম্পাদকীয়ৰ দ্বাৰা মুকলি ভাৱে সমৰ্থিত উক্ত লেখনীত যোগেশচন্দ্ৰ গোহাঞি নামৰ আহোম নেতাজনে কংগ্ৰেছৰ পৰা দল ত্যাগ কৰি চাদুল্লাৰ মন্ত্ৰীসভাত যোগ দিয়াৰ বাবে তেওঁক কঠোৰভাৱে সমালোচনা কৰা হৈছে। ইফালে গোহাঞিয়ে কংগ্ৰেছৰ জাতি-বৰ্ণবাদৰ প্ৰতিবাদত; ই ছাত্ৰবৃত্তি, বিনামূলীয়া শিক্ষা, চাকৰি আদি আহোম সভাৰ নিম্নতম দাবী কেইটামানো প্ৰত্যাখ্যান কৰা বুলি অভিযোগ তুলি কংগ্ৰেছৰ পৰা পদত্যাগ কৰিছিল। এই পদত্যাগৰ সূচনা কৰা ঘটনা প্ৰবাহ আছিল এনেধৰণৰঃ

১৯৩৯ চনৰ জানুৱাৰী মাহত, এজন আহোম-কংগ্ৰেছ বিধায়ক, অসম প্ৰদেশ কংগ্ৰেছৰ উপ সভাপতি, প্ৰায় সকলো গণ্য-মান্য আহোম কংগ্ৰেছী আৰু আহোম সভা তথা আহোম যুৱক সন্মিলনৰ বিষয়ববীয়াৰে গঠিত আহোম সভাৰ এটা সঁজাতী দলে অসম প্ৰদেশ কংগ্ৰেছৰ বিষয়ববীয়াসকলক লগ ধৰিবলৈ গৈছিল। আহোম সভাৰ বিষয়ববীয়া সকলে সেইদিনা পোৱা তিক্ত অভিজ্ঞতাৰ কথা এনেদৰে কৈছিল ঃ *It is indeed a matter of very great regret that the Provincial Congress authorities treated the deputation very shabbily.*[২৭৪]

এনে অপমানৰ পাছতো আহোম সভাই ধৈৰ্য সহকাৰে ১৯৪০ চনৰ আগষ্টত উত্থাপিত ইয়াৰ নিজৰ দাবীবোৰৰ সম্বন্ধে কংগ্ৰেছক সোঁৱৰাই দিছিল। অসম প্ৰদেশ কংগ্ৰেছ সমিতিয়ে ইয়াৰ উত্তৰত জনাইছিল যে- আহোম সভাৰ স্মাৰক-পত্ৰখনৰ প্ৰতিলিপি এটা পৰ্য্যন্ত ইয়াৰ ওচৰত নাই, মূল প্ৰতিলিপিটোকে বোলে সৰ্বভাৰতীয় কংগ্ৰেছ কাৰ্যালয়লৈ পঠাই দিয়া হৈছে। কংগ্ৰেছে সেয়ে উক্ত স্মাৰকপত্ৰৰ আৰু এটা প্ৰতিলিপি বিচাৰিলে। আহোম সভাই এইবাৰ আৰু উত্তৰ দিয়াৰ প্ৰয়োজন অনুভৱ নকৰিলে। তাৰ পৰিণতিতে আহোম সভাৰ বিধায়ক যোগেশচন্দ্ৰ গোহাঞিয়ে কংগ্ৰেছৰ পৰা পদত্যাগ কৰিলে আৰু চাদুল্লা মন্ত্ৰীসভাত যোগ দিলে। অসমীয়াই গোহাঞিৰ সেই কাৰ্য্যৰ কঠোৰতম ভাষাত গৰিহণা দিলে। ই তেওঁৰ বিৰুদ্ধে ব্যক্তিগত ভাৱে বোকা ছটিয়া ছটিত লাগিল আৰু আহোমৰ দাবীবোৰক ফুঁতে উৰাই দিলে। অসমীয়া কাকতৰ মতে গোহাঞিয়ে আহোমৰ দাবীবোৰ পৰিপূৰণৰ বাবে স্বাধীনতাৰ দোকমোকালিলৈকে অপেক্ষা কৰা উচিত আছিল।[২৭৫]

হৰেন্দ্ৰনাথ বৰুৱাৰ দ্বাৰা লিখিত অসমীয়াৰ আন এটা সম্পাদকীয়ৰ শিৰোনাম আছিল 'আহোম সভাৰ উপদ্ৰৱ'।[২৭৬] কাকতখনৰ পৰৱৰ্তী সংখ্যা এটাতো সেই একেটা বিষয়তে আলোকপাত কৰা হৈছিল। হৰেন্দ্ৰনাথ বৰুৱাই কংগ্ৰেছৰ পৰা সমৰ্থন প্ৰত্যাহাৰ কৰা আৰু চাদুল্লাৰ মন্ত্ৰী সভাত সমৰ্থন কৰাৰ বাবে টি ভিৰি তুলা হৈ লিখিছিল ঃ *যদি ইমানতো তেওঁলোকে*

২৭৪) *Memorandum on the Ahoms as a Minority*, An Ahom Association Pamphlet, Jorhat, 1941, p.1 ড° দেৱব্ৰত শৰ্মা সম্পাদিত অন্যতম অসমীয়া জাতীয় নেতা সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিত পুনৰ মুদ্ৰিত, পৃ.২৩৬

২৭৫) অসমীয়া, ২৩ নবেম্বৰ, ১৯৮০

২৭৬) ঐ, ২৯ মাৰ্চ, ১৯৮০

*এই মন্ত্ৰীসভাৰে লগ লয় লওক, কিন্তু তাকে নিয়মসংগতভাবে পৌৰুষব্যঞ্জকভাৱে কৰক; কংগ্ৰেছক পিছফালৰ পৰা আক্ৰমণ কৰাৰ নিচিনা কাপুৰুষৰ কাম নকৰিব।*[২৭৭]

তদুপৰি সম্পাদকীয়টোত আহোম সভা যদি সঁচা আহোমৰ বংশধৰ সকলৰ সাহসী আৰু বীৰত্বপূৰ্ণ সংগঠন হয় তেনেহ'লে তাক বিশ্বাসঘাতকতা আৰু কা-পুৰুষালি বাদ দিবলৈ আহ্বান জনোৱা হৈছিল। অসমীয়া মধ্যশ্ৰেণীৰ জাতীয়তাবাদী অনুষ্ঠানবোৰৰ এনে প্ৰৰোচনাপূৰ্ণ বক্তব্যৰ নেতিবাচক পৰিণাম কেনে হ'ব পাৰে সি সহজেই অনুমেয়।

অসমীয়া আৰু অসমীয়া সংবাদ মাধ্যমৰ এনে সাম্প্ৰদায়িক জাতি-বৰ্ণবাদী বিষোদগাৰ যদিও এক বিচ্ছিন্ন ব্যাপাৰ নাছিল সেইকথা প্ৰমাণিত হয় উক্ত ঘটনাৰ সুদীৰ্ঘ আঠ বছৰ পাছতো অসমীয়াই একেদৰে আহোম সংগঠনৰ বিৰুদ্ধে বিদ্বেষ বিয়পাই থকাৰ পৰা। অসমীয়াই আনকি এইবুলিও অভিযোগ কৰিছিল যে আহোমসকলে অসমক থাইলেণ্ডৰ লগত চামিল কৰাৰ ষড়যন্ত্ৰ পাতিছিল।[২৭৮] আসাম ট্ৰিবুন কাকতেও অভিযোগ কৰিছিল যে আহোম সভাৰ নেতৃ সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিৰ মায়াম্মাৰ আৰু থাইলেণ্ড ভ্ৰমণৰ আঁৰতো সদৃশ উদ্দেশ্যই ক্ৰিয়া কৰিছিল।[২৭৯] ঘটনাক্ৰমে কংগ্ৰেছ নেতা আৰু অসমীয়া সম্পাদক দেৱকান্ত বৰুৱাই বুঢ়াগোহাঞিৰ বিৰুদ্ধে এইখিনি অভিযোগ সংসদতো তুলিছিলগৈ। অথচ বুঢ়াগোহাঞি আছিল কংগ্ৰেছৰে সাংসদ, তথা কেন্দ্ৰীয় মন্ত্ৰী।

কেৱল অসমীয়া আৰু আসাম বিলাসিনীৰেহে যে এনে সাম্প্ৰদায়িক আখেজ আছিল এনে নহয়। ৰাধাকান্ত সন্দিকৈয়ে আনকি প্ৰগতিশীল সাহিত্য আলোচনী 'আবাহন'কো জাতিবৰ্ণগত বিদ্বেষৰ অভিযোগত অভিযুক্ত কৰিছিল। তেওঁৰ মতে বেণুধৰ শৰ্মাই 'আবাহন'ত প্ৰকাশিত প্ৰবন্ধ এটাত আহোম সকলৰ বিৰুদ্ধে সকলো ধৰণৰ গালি-গালাজ বৰিষণ কৰিছিল আৰু আহোম সকলক মূৰ্খমতি বুলি কৈ তেওঁলোকৰ বুদ্ধি-বৃত্তিক উপহাস কৰাৰ উপৰিও তেওঁলোকক অষ্ট্ৰেলিয়া, হনলুলু আদিৰ অসভ্য বৰ্বৰ সকলৰ লগত তুলনা কৰিছিল। সন্দিকৈয়ে খেদ প্ৰকাশ কৰি কৈছিল যে অসমীয়া কাকতবোৰে এনে বিদ্বেষ পূৰ্ণ অপপ্ৰচাৰৰ সম্বন্ধে কোনো প্ৰত্যুত্তৰ বা শুধৰণী কেতিয়াও নছপায়।[২৮০]

তাৰ পাছত আৰু পোন্ধৰটা বছৰ পাৰ হৈ গ'ল। পৰিস্থিতি কিন্তু একেই থাকিল। ১৯৬৩ চনত পুলিচ বিভাগৰ দুই কুকুৰৰ নাম 'লাচিত' আৰু 'জয়মতী' দিয়াক লৈ বিৰাট বিতৰ্ক লাগি গ'ল। ঘটনাক্ৰমে লাচিত আৰু জয়মতী দুয়ো আছিল আহোম বংশোদ্ভৱ দুই অসমীয়া জাতীয় বীৰ-বীৰাংগনা। সেই সময়ত অসমৰ মুখ্যমন্ত্ৰী আছিল বিমলা প্ৰসাদ চলিহা, যি কিছুদিন আগতে মাত্ৰ অনুষ্ঠিত বিধান সভা নিৰ্বাচনত উজনি অসমৰ আমগুৰি সমষ্টিত পৰাজিত হৈছিল।[২৮১] সেই পৰাজয়ৰ কাৰণ আছিল আহোম জনগোষ্ঠীগত উত্থান। পুলিচ কুকুৰকিটাক 'লাচিত' আৰু 'জয়মতী' নাম দিয়াৰ বিৰুদ্ধে আহোম জনগোষ্ঠীগত প্ৰতিবাদ

---

২৭৭) ঐ, ২৩ নবেম্বৰ, ১৯৮০

২৭৮) ২৭৯) *সৰ্বদলৰ দলিল*, ১৯৪৮ চন, দোকমোকালি, আগষ্ট ১৯৮৮ সংখ্যাত পুনৰ মুদ্ৰিত।

২৮০) আহোম সভাৰ ১৯৩৫ চনৰ ডিব্ৰুগড় অধিবেশনত সন্দিকৈৰ ভাষণ, পুস্তিকা

২৮১) বিতং তথ্যৰ বাবে এই গ্ৰন্থৰ 'জাতীয় সংস্কৃতিৰ নিৰ্মাণ' অধ্যায় চাওক।

প্ৰবল হোৱা সত্ত্বেও মূল সুঁতিৰ অসমীয়া সংবাদ মাধ্যমে তাক গণিতাকে নকৰিলে। বৰং নতুন অসমীয়াই 'সম্পাদকলৈ চিঠি' শিতানত সেই নামকৰণৰ সমৰ্থন কৰা চিঠি এখনহে প্ৰকাশ কৰিলে। ঘটনাক্ৰমে সেই সময়ৰ নতুন অসমীয়াৰ সম্পাদক আছিল সেই একেজন হৰেন্দ্ৰনাথ বৰুৱা, যাৰ কথা আমি ইতিমধ্যে কৈ আহিছোঁ। এইবাৰো লাচিত, জয়মতীৰ নামেৰে কুকুৰৰ নামকৰণ কৰা সংক্ৰান্তীয় উক্ত বেনামী চিঠিখনলৈ সম্পাদকীয় শিতানতে খোলা-খুলিকৈ সমৰ্থন আগবঢ়ালে সেই একেজন হৰেন্দ্ৰনাথ বৰুৱাই। বেনামী চিঠিখনত কোৱা হ'ল যে মহান বীৰ-বীৰাংগনাসকলৰ নামেৰে কুকুৰৰ নাম দিয়াটো এক প্ৰশংসনীয় প্ৰচেষ্টা আৰু মানুহে জীৱ-জন্তুৰ প্ৰতি দৃষ্টিভংগী সলনি কৰা আৰু সিহঁতক সম্মান কৰাৰ প্ৰয়োজন।(২৮২) তাকে শুনি এজন আহোম মন্তব্যকাৰে টিপ্পনী দিছিল:(২৮৩) তেওঁলোকে শংকৰদেৱ-মাধৱদেৱৰ নামত কুকুৰ নোপোহে কিয়? 'আমাৰ প্ৰতিনিধি' আৰু 'আজিৰ সময়' নামৰ দুখন 'বাঁওপন্থী' আলোচনীৰ সম্পাদক পদ্ম বৰকটকীয়ে 'কোনো খেদ নাই' আৰু 'খবৰ বিচাৰি' নামৰ দুখন উপন্যাস লিখি আহোমসকলৰ ৰোষৰ পাত্ৰ হৈছিল। প্ৰথমখনত বৰকটকীয়ে দেখুৱাইছিল কেনেকৈ এজন স্কুলীয়া ছাত্ৰই পাঠ্যপুথিত থকা গদাধৰ সিংহৰ ছবিখন ঘৃণাত খুচি ফুটাই দিছে।

শ্বিলং তাই ছাত্ৰ সন্থাৰ দ্বিতীয় বাৰ্ষিক অধিবেশনে বৰকটকীৰ উক্ত 'আহোম—বিৰোধী, সাম্প্ৰদায়িক' উপন্যাস দুখনৰ উপৰিও কুমাৰ কিশোৰৰ 'কবৰ আৰু কংকাল'ক গৰিহণা দিবলৈ সিদ্ধান্ত লয়। অধিবেশনে তিনিওখন কিতাপ নিষিদ্ধ কৰাৰ দাবী তোলে আৰু দুয়োজন লেখকক 'দেশদ্ৰোহী' আৰু ' জাতিদ্ৰোহী' আখ্যা দিয়ে।(২৮৪) শৰাইঘাটৰ এজন লেখকে মন্তব্য কৰিছিল যে উক্ত ঘটনাৰ তেত্ৰিশ বছৰ পাছতো আহোম ৰাইজে পদ্ম বৰকটকীক তেওঁৰ উক্ত আহোম লেখনীৰ বাবে ক্ষমা কৰিব পৰা নাছিল।(২৮৫)

সামৰণিত এই কথা ক'লে ভুল কোৱা নহ'ব অসমীয়া সংবাদ মাধ্যমে (বিভিন্ন কাকত আলোচনী সমূহৰ সম্পাদক আৰু প্ৰকাশকসকলৰ শ্ৰেণী তথা জাতিবৰ্ণগত বিশ্লেষণৰ বাবে এই গ্ৰন্থৰ পৰিশিষ্ট চাওক) আহোমসকলৰ সমস্যা আৰু অনুভূতিৰ সম্পৰ্কে উদাসীন ভূমিকাই লৈছিল। তাৰ বিপৰীতে আহোম ৰাইজ আৰু সংগঠন সমূহেও বৰ্ণহিন্দু নিয়ন্ত্ৰিত উক্ত কাকত আলোচনীৰ সকলৰ ওপৰত চৰম অনাস্থা প্ৰকাশ কৰি সম্পূৰ্ণভাৱে আহোমৰ বাবে অথবা আহোমৰ দ্বাৰা নিয়ন্ত্ৰিত নিম্নোক্ত কাকত আলোচনীবোৰৰ সম্পাদনা প্ৰকাশনা কৰিছিলঃ

অসম বন্তি (১৯০০-৪০ ৰ দশক), হিতকথা (১৯২০) আৱোৱান(১৯৪৯), সংগ্ৰাম(১৯৪৯), ম্যুংতাই(১৯৬৫), পুলান্‌চি(১৯৬৫-৭৯), শৰাইঘাট(১৯৬৭) আৰু হেংদাং (১৯৬৭)। লক্ষ্যণীয়ভাৱে অসম বন্তিৰ বাহিৰে এখনো কাকত আলোচনীৰ নাম

২৮২) নতুন অসমীয়া, ১৪-০২-১৯৬৩

২৮৩) কেৱল তাই আহোম সকলৰ বাবে, পৃ. ২৬

২৮৪) স্মাৰকপত্ৰিকা, শ্বিলং তাই ছাত্ৰ সন্থাৰ দ্বিতীয় অধিবেশন ১৯৬৫ পৃ. ১৩

২৮৫) চ্যুকাফাৰ ৭৭০ তম জয়ন্তীৰ স্মৃতিগ্ৰন্থ, গুৱাহাটী , ১৯৯৮

অসমীয়া সংবাদপত্ৰৰ ডেৰশ বছৰীয়া ইতিহাসত উল্লেখ পৰ্য্যন্ত হোৱা নাই।[২৮৬]

আহোম বিৰোধী ষড়যন্ত্ৰৰ অভিযোগ উঠিছে সত্ৰ অনুষ্ঠানৰ বিপক্ষেও। ঐতিহাসিকভাৱে ক'বলৈ গ'লে আহোম স্বৰ্গদেউ সকলে ধৰ্মীয় উদাৰতাৰ নীতি অনুকৰণ কৰিছিল। দুই এটা বিপৰীত দৃষ্টান্ত বাদ দিলে বেছিভাগ ক্ষেত্ৰতে সত্ৰবিলাকক হেজাৰ হেজাৰ একৰ মাটি বিপুল ধন-সম্পদ আৰু অসংখ্যাত পাইক প্ৰদান কৰিছিল আহোম স্বৰ্গদেউ সকলে। কিন্তু তৎসত্ত্বেও যি মুহূৰ্ত্ততে আহোমসকল ক্ষমতাৰ পৰা উৎখাৎ হ'ল সেই মুহূৰ্ত্ততে সত্ৰবিলাকে নিজৰ আনুগত্য বিদেশী ব্ৰিটিছলৈ সলনি কৰিলে। কাৰণ এতিয়া আহোমে দিয়া ভূমি দান বাহাল ৰখা বা কৰ্তন কৰাৰ অধিকাৰী হ'ল ব্ৰিটিছসকল। এইবাৰ সত্ৰসমূহে আহোমসকলৰ প্ৰতি উদাসীনতা দেখুৱাই নহয়, খাওঁতে-শোওঁতে, উঠোঁতে-বহোঁতে, আহোমসকলক অপমান কৰাতো লাগিল। তাৰে কেইটামান উদাহৰণ এয়া তলত দিয়া হ'লঃ

(১) আহোম সভাৰ প্ৰধান সম্পাদক ৰামেশ্বৰ বৰাই তেওঁ 'আহোম সভাৰ বুৰঞ্জী'ত অভিযোগ কৰিছিল যে আহোম সকলৰ পৃষ্ঠপোষকতাত গঢ়ি উঠা সত্ৰসমূহে এতিয়া তেওঁলোকক অস্পৃশ্য আৰু অন্ত্যজ বুলি দুৰ্ব্যৱহাৰ কৰিবলৈ ধৰিলে। সত্ৰাধিকাৰসকলে আহোম সকলৰ পৰা জল গ্ৰহণ কৰিবলৈও অস্বীকাৰ কৰিলে। আহোম সভাৰ জন্মৰ এক প্ৰধান কাৰক আছিল সত্ৰসমূহৰ এনে সাম্প্ৰদায়িক বিষোদগাৰ।[২৮৭]

(২) বিশিষ্ট আহোম বুৰঞ্জীবিদ হিতেশ্বৰ বৰবৰুৱাই তেওঁৰ 'আহোমৰ দিন'ত এক অদ্ভুত ঘটনাৰ কথা উল্লেখ কৰিছিল। আহোম এজনে কুঁৱা এটাৰ পৰা খোৱাপানী তোলাৰ পিছত সত্ৰৰ বৰ্ণহিন্দুলোক কেতবোৰে কেনেকৈ পানীখিনি অশুচি হোৱা বুলি গোটেই কুঁৱাৰ পানীকে সিঁচি পেলাইছিল, তাৰ উল্লেখ ইয়াত আছে।[২৮৮] এই ঘটনাৰ তীব্ৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিয়েই নগাঁৱৰ দুৰ্গাচৰণ গোহাঞিয়ে 'আহোমৰ হিতকথা'(১৯১২) নামৰ কিতাপখন প্ৰকাশ কৰিছিল। হিতেশ্বৰ বৰবৰুৱায়ো সত্ৰবিলাকৰ এনে প্ৰবঞ্চনামূলক আৰু বিভাজনমূলক নীতিৰ বিৰুদ্ধে কঠোৰ স্থিতি লৈছিল। ঘটনাক্ৰমে এই হিতেশ্বৰ বৰবৰুৱা পৰিয়ালেই দক্ষিণপাট সত্ৰক এটা সোণৰ মুকুট দান দিছিল।[২৮৯] কথাটো তাৎপৰ্যপূৰ্ণ এই বাবেও যিহেতু সেইখন দক্ষিণপাট সত্ৰই আকৌ আহোম বিৰোধী 'সৰ্বজ্ঞান মঞ্জুৰী'তো অনুমোদন জনাইছিল।

(৩) আহোমসকলৰ বিৰুদ্ধে সঁচাকৈয়ে যে অস্পৃশ্যতা আচৰণ কৰা হয় তাৰ প্ৰমাণ ফুটি উঠিছিল বিভিন্ন লোকপিয়ল প্ৰতিবেদন সমূহত। উদাহৰণস্বৰূপে ১৯০১ চনৰ পিয়লৰ প্ৰতিবেদনত কোৱা হৈছিল ঃ

> ...ব্ৰাহ্মণসকলে তেওঁলোকৰ হাতৰপৰা পানী গ্ৰহণ নকৰাৰ নিয়ম মানি চলে...[২৯০]

(৪) কিন্তু আহোম সকলক এনেকৈ অস্পৃশ্য বুলি গণ্য কৰাৰ নিয়ম প্ৰবৰ্ত্তিত হয়

---

২৮৬) চন্দ্ৰপ্ৰসাদ শইকীয়া (সম্পা) অসমৰ বাতৰি কাকত আলোচনীৰ ডেৰশ বছৰীয়া ইতিবৃত্ত; প্ৰসন্ন ফুকন ঃ অসমৰ সংবাদ পত্ৰৰ সমীক্ষাত্মক ইতিবৃত্ত ইত্যাদি।

২৮৭) আহোম সভাৰ বুৰঞ্জী, পৃ. ৩

২৮৮) আহোমৰ দিন, পৃ. ৫০৮

২৮৯) Political History of Assam, Vol-I, pp 24-5

২৯০) 1901 Census Report (Assam), Chapter XI, p.118 & p.153

আহোম স্বৰ্গদেউসকলৰ পতনৰ পাছতহে। এনে অস্পৃশ্যতাবাদৰ প্ৰতি ধৰ্মীয় অনুমোদন প্ৰদান কৰে সত্ৰসমূহে। 'বিপুঞ্জয় স্মৃতি' আৰু 'সৰ্বজ্ঞান মঞ্জুৰী' হৈছে এনে অনুমোদনৰ দুই জ্বলন্ত দৃষ্টান্ত। ইয়াৰে প্ৰথমখন প্ৰকাশ কৰে ধলৰ সত্ৰৰ অধিকাৰ তীৰ্থনাথ গোস্বামীয়ে।

এই সময়ত তেওঁ আছিল অসম সত্ৰ সংঘৰ সভাপতি। আমি ইতিমধ্যে দেখুৱাই আহিছোঁ যে সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঞি আৰু তেওঁৰ সংগীবৃন্দৰ কঠোৰ বিৰোধিতাৰ বাবে ১৯২৫ -৩৫ সময়ছোৱাত আহোম সভাই মুজুৰা মাৰিছিল। সেই মুমূৰ্ষ অৱস্থাৰ পৰা আহোম সভাত পুনৰ জীৱন দান কৰিলে 'বিপুঞ্জয় স্মৃতি'ৰ নেতিবাচক ভূমিকাই। অসম সাহিত্য সভাৰ অন্যতম প্ৰধান পৃষ্ঠপোষক ৰাধাকান্ত সন্দিকৈৰ সভাপতিত্বত যোৰহাটত অনুষ্ঠিত এক বিশাল ৰাজহুৱা সভাত এই আহোম-বিৰোধী কিতাপখনৰ বিৰুদ্ধে প্ৰবল ক্ষোভ উদ্গীৰণ ঘটে। অসম সত্ৰ সংঘৰ সভাপতি তথা ধলৰ সত্ৰৰ অধিকাৰ জনে অচিৰেই ক্ষমা বিচাৰি কিতাপখন প্ৰত্যাহাৰ কৰিবলৈ সন্মত হ'লেও ই হনা আঘাত দীৰ্ঘস্থায়ী হ'ল।(২৯১) আচৰিত হ'বলৈ একো নাথাকিল যেতিয়া ১৯৩৬ চনত চেনিআমগুৰিত অনুষ্ঠিত আহোম সভাৰ বাৰ্ষিক অধিবেশনে সত্ৰাধিকাৰ, গোঁসাই আৰু ব্ৰাহ্মণ বৰ্জন কৰাৰ সিদ্ধান্ত লয়।

(৫) কিন্তু একো নুবুজা একো নিশিকা অসমীয়া সংবাদ মাধ্যমৰ দৰেই অসমৰ সত্ৰসমূহেও জাতি বৰ্ণবাদী বিদ্বেষ- বৈষম্যৰ অভিযান অব্যাহত ৰাখিলে। 'বিপুঞ্জয় স্মৃতি'ৰ তিক্ত অভিজ্ঞতাৰ ঠিক চাৰি বছৰ পাছত 'সৰ্বজ্ঞান মঞ্জুৰী' নামৰ একেধৰণৰ আন এখন গ্ৰন্থ প্ৰকাশ পালে। নগাঁৱৰ জনৈক বাপুৰাম শৰ্মাৰ দ্বাৰা সংকলিত / সংগৃহীত এই কিতাপখন আউনীআটী আৰু দক্ষিণপাট সত্ৰৰ দ্বাৰা উচ্চপ্ৰশংসিত আৰু অনুমোদিত আছিল। উক্ত গ্ৰন্থৰ ১৪১ নং শ্লোকত কোৱা হৈছিল ঃ

*'কামদ্ অন্ত্যস্থ জাতিনাং প্ৰতি গৃহ্য যথাবিধি। শ্ৰাদ্ধিয়ত্বা মহাদানং বিপ্ৰে। ৰবম্ ব্ৰতীভৱেৎ'*

দক্ষিণপাট সত্ৰই এই শ্লোকৰ ব্যাখ্যা আগবঢ়ালে এনেকৈ ঃ যদি ব্ৰাহ্মণে কামনা পূৰ্বক অনেক দিন পতিত আহোম জাতিক যাজন কৰি থাকে তেওঁ তিনি বাৰ্ষিক প্ৰায়শ্চিত্ত হ'লে শুদ্ধ হ'ব পাৰিব।(২৯২)

আউনীআটীয়েও এই ব্যাখ্যাত সম্পূৰ্ণ অনুমোদন জনালে। এই দুয়োখন ধাই সত্ৰৰ এই মতামতো উক্ত গ্ৰন্থতে প্ৰকাশ পালে। আহোম সভাই পুনৰ উক্ত গ্ৰন্থৰ বিৰুদ্ধে আন্দোলন আৰম্ভ কৰিলে।

বহু তিক্ততাৰ পাছত দক্ষিণপাটে নিজৰ ভুল স্বীকাৰ কৰিলেও আউনীআটীয়ে নিজৰ স্থিতিত গোঁৱাৰগোবিন্দ হৈ ৰ'ল। সেই অনড়তা দেখি আহোমসকলেও হেঁচা বৃদ্ধি কৰিলে। আউনীআটীৰ সত্ৰাধিকাৰজনে অৱশেষত সেও মানিলেও (২৯৩) এই ঘটনাই সৃষ্টি

---

২৯১) Political History of Assam আৰু আহোম সভাৰ বুৰঞ্জী।

২৯২) (ক) আহোমৰ দিন, পৃ. ১২-১৩ (খ) আহোম সভাৰ বুৰঞ্জী, পৃ. ১১-১২

২৯৩) আহোমসভাৰ সহঃ সম্পাদক থানুৰাম গগৈলৈ আউনীআটী সত্ৰাধিকাৰৰ চিঠি, নং ২২৮ তাং ৭ আহিন ১৮৬১ শক, উৎস ঃ আহোম সভাৰ বুৰঞ্জী পৃ. ১৫-৬

কৰা আঘাত 'বিপুঞ্জয় স্মৃতি'ৰ আঘাততকৈও গভীৰতৰ হ'ল। এই দুয়োখন গ্ৰন্থৰ প্ৰকাশ আৰু তাৰ প্ৰতি সত্ৰৰ এই প্ৰকাশ্য পৃষ্ঠপোষকতাই এটা বৰ গুৰুতৰ প্ৰাসংগিক প্ৰশ্ন উত্থাপন কৰিলে। এই স্মৃতি-শাস্ত্ৰ বা সংহিতাবোৰৰ লোকপিয়লৰ প্ৰতিবেদনৰ লগত সাদৃশ্য আছে এই কথাতেই যে সিবিলাকে জাতি বৰ্ণগত স্তৰ বিন্যাসত বিভিন্ন সম্প্ৰদায়ৰ স্থান নিৰ্ধাৰণ কৰিব বিচাৰে। এইটো বৰ আমোদজনক কথা কাৰণ প্ৰাচীন / মধ্য যুগীয় ভাৰতত ব্ৰাহ্মণসকল আৰু হিন্দু ৰাষ্ট্ৰই (অসমত সত্ৰ আৰু আহোম ৰাষ্ট্ৰই) বিভিন্ন জাত পাতৰ সামাজিক স্থান নিৰ্ণয় কৰাৰ দৰেই (বংগৰ বল্লাল সেনলৈ মনত পেলাওক) ঔপনিবেশিক কালত সেই কাম সমাপন কৰিছিল ব্ৰিটিছ-সত্ৰ মৰ্চাই।

সাম্প্ৰতিক সময়ত এই স্নায়ুযুদ্ধৰ এক ৰাজনৈতিক দিশো উন্মোচিত হৈছে। স্বাধীনতা সংগ্ৰামৰ সময়ত আহোমসকলে স্বাধীন ভাৰতত বৰ্ণহিন্দু আধিপত্যত পোত যোৱাৰ আশংকা কৰিছিল। সেয়েহে আহোমসকলৰ বুজন একাংশই স্বাধীনতা ৰণত যোগ দিবলৈ আগ্ৰহী হোৱা নাছিল। কে'বাটাও ব্যৰ্থ বিদ্ৰোহৰ পাছত তেওঁলোকে অনিচ্ছাসত্ত্বেও ব্ৰিটিছ শাসনকে মানি লৈছিল। কিন্তু তেতিয়ালৈ বহু পলম হৈ গৈছিল। অগ্ৰসৰ বৰ্ণহিন্দু সকলে তেতিয়ালৈ ব্ৰিটিছ শাসনে আনি দিয়া শিক্ষা, চাকৰিকে ধৰি প্ৰায়বোৰ সুবিধা দখল কৰি পেলাইছিল।

আহোমসকলৰ এই অৱস্থাক ভাৰতীয় মুছলমানসকলৰ ডাঙৰ একাংশৰ অৱস্থাৰ সৈতে তুলনা কৰিব পাৰি। তেওঁলোকেও বৰ্ণহিন্দু নেতৃত্বৰ প্ৰতি সন্দেহবশতঃ স্বাধীনতা আন্দোলনত যোগ দিয়া নাছিল আৰু যোগ নিদিয়া বাবে মূলসুঁতিৰ পৰা বেছি বেছিকৈ বিচ্ছিন্ন হৈ পৰিছিল। অৱশ্যে এনে বিচ্ছিন্নতা নেওচি আহোমসকলৰ আন এটা বুজন অংশই স্বাধীনতা সংগ্ৰামত যোগো দিছিল, কাৰাবৰণ, আনকি শ্বহীদীবৰণো কৰিছিল। তথাপিও তেওঁলোক বৰ্ণহিন্দুসকলৰ দৃষ্টিত সদায়েই সন্দেহৰ পাত্ৰ আছিল; আন্দোলনৰ প্ৰতি তেওঁলোকৰ আনুগত্য লৈ প্ৰায়ে প্ৰশ্ন তোলা হৈছিল। বৰ্ণহিন্দু কংগ্ৰেছী নেতাসকলে আনকি আহোম সভাক বিভাজন কৰাতো সক্ৰিয় উদ্যোগ লৈছিল। তেওঁলোকে ৫০০০/- টকাৰ এটা পুঁজি গঠন কৰি সমান্তৰাল জাতীয়তাবাদী আহোম সভা এখন গঠন কৰিছিল।[২৯৪] কোনো কোনো কংগ্ৰেছ কৰ্মীয়ে আহোম সভা বিৰোধী প্ৰচাৰৰ হকে মাহে বিশ টকাৰ পৰা চল্লিশ টকালৈকে বৰঙণি আগবঢ়াইছিল বুলিও জনা যায়। আহোম সভাই বৰ্ণহিন্দু আধিপত্যাধীন অসম কংগ্ৰেছৰ বিৰুদ্ধে তলৰ যুক্তি কিটাত পুংখানুপুংখ সমালোচনা আগবঢ়াইছিল ঃ

১) তাই আহোম সকলৰ আটাইতকৈ সাধাৰণ আৰু ন্যূনতম দাবীবোৰো অসমীয়া বৰ্ণহিন্দুৰ মাজৰ কংগ্ৰেছীসকলে বিৰোধিতা কৰিছিল।

২) অসম কংগ্ৰেছে ইতিমধ্যে ৫০০০ টকাৰ এটা আহোম বিৰোধী পুঁজি গঢ়ি তুলিছিল, আৰু অতিৰিক্ত ১০,০০০ টকাৰ পুঁজিও গঢ়ি তুলিবলৈ লৈছিল। এনে পুঁজিৰ পৰাই আহোম সভাৰ অধিবেশনৰ একেই দিনা জাতীয়তাবাদী আহোম সভাৰ অধিবেশন পতা হৈছিল।

---

২৯৪) আহোমৰ দাবী, পৃ. ৫

৩) অসমীয়া জাতীয় সংবাদ মাধ্যমে চলোৱা আহোম - বিৰোধী প্ৰচাৰক কংগ্ৰেছে মদৎ যোগাইছিল।

কংগ্ৰেছ-বৰ্ণহিন্দু নেতৃত্বয়ে আহোম নেতৃত্বৰ উদয়ত বাধা দিবলৈ দৃঢ় সংকল্প আছিল, তাৰ প্ৰমাণ আমি পাওঁ যেতিয়া ৰোহিণী চৌধুৰী নামৰ উগ্ৰজাতীয়তাবাদী কংগ্ৰেছী সাংসদ গৰাকীয়ে গোপীনাথ বৰদলৈক সমালোচনা কৰিছিল কেন্দ্ৰীয় মন্ত্ৰীসভালৈ সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিৰ নাম অনুমোদন জনোৱা বাবে।[২৯৫] সেইসময়ৰ আনজন বিশিষ্ট কংগ্ৰেছী সাংসদ দেৱকান্ত বৰুৱায়ো (পাচলৈ সৰ্বভাৰতীয় কংগ্ৰেছৰ সভাপতি ) বুঢ়াগোহাঞিক খোঁচ মাৰি কৈছিল, '*সৌভাগ্যক্ৰমে অসমৰ ৰাজধানী বেংকক নহয়।*[২৯৬] এয়া আছিল বুঢ়াগোহাঞিৰ আহোম পৰিচিতিৰ ওপৰত এক আঘাত; কাৰণ বুঢ়াগোহাঞিৰ পূৰ্বপুৰুষ সকল থাইলেণ্ড বা দক্ষিণ পূব এচিয়াৰ ফালৰ পৰা অসমলৈ আহিছিল। এয়া আছিল 'দি আসাম ট্ৰিবুন' আৰু 'অসমীয়া' আদি কাকতে এই একেই প্ৰশ্নত ৰচনা কৰা আক্ৰমণৰ সৈতে সামঞ্জস্যপূৰ্ণ। আনকি গোপীনাথ বৰদলৈও যে বুঢ়াগোহাঞিক বিপদত পেলোৱাৰ অভিযোগৰ পৰা সম্পূৰ্ণ মুক্ত নহয়, তাৰ প্ৰমাণ পোৱা যায় নিম্নোক্ত ঘটনাটোৰ পৰাই।

আহোম সভাৰ মনোনয়নেৰে জয় লাভ কৰি বুঢ়াগোহাঞি যেতিয়া চাদুল্লাৰ মন্ত্ৰীসভাৰ মন্ত্ৰী হ'ল, তেতিয়া কংগ্ৰেছ বিধায়িনী দল তথা কংগ্ৰেছ আৰু স্বতন্ত্ৰ মুছলীম দলৰ মৰ্চাৰ নেতা গোপীনাথ বৰদলৈয়ে উক্ত মন্ত্ৰীসভাৰ পৰা বুঢ়াগোহাঞিৰ পদত্যাগ দাবী কৰিলে।[২৯৭] এই দাবীৰ ভিত্তি আছিল আহোম সভা আৰু কংগ্ৰেছৰ এক বুজাবুজি; যি বুজাবুজি অনুসৰি বুঢ়াগোহাঞিয়ে বোলে অ-কংগ্ৰেছী চৰকাৰ এখনৰ মন্ত্ৰী হ'ব নোৱাৰে। কংগ্ৰেছৰ এই দাবী সম্পৰ্কে আহোম সভাই নিজৰ কেন্দ্ৰীয় কাৰ্যনিৰ্বাহকত আলোচনা কৰি এই সিদ্ধান্ত ল'লে যে বুঢ়াগোহাঞি আহোম সভাৰ মনোনয়নত বিজয়ী হৈছে ; কংগ্ৰেছৰ মনোনয়নত নহয়। এতেকে তেওঁৰ পদত্যাগৰ দাবী জনোৱাৰ কোনো নৈতিক অধিকাৰ কংগ্ৰেছৰ নাই। আহোম সভাৰ সংশ্লিষ্ট প্ৰস্তাৱটোত কোৱা হ'ল ঃ *মাননীয় মন্ত্ৰী শ্ৰীযুত সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞি ডাঙৰীয়া সদৌ অসম আহোম সভাৰ সভাপতি আৰু আহোম সভাৰ টিকেটত এজন কংগ্ৰেছ মনোনীত প্ৰাৰ্থীৰ বিৰুদ্ধে প্ৰতিযোগিতা কৰি এচেম্বলীলৈ নিৰ্বাচিত হৈছে। ... গতিকে এই সমিতিয়ে এটা বাহিৰা দলৰ নেতাৰূপে শ্ৰীযুত গোপীনাথ বৰদলৈ ডাঙৰীয়াই শ্ৰীযুত সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞি ডাঙৰীয়াক মন্ত্ৰীসভাৰ পৰা পদত্যাগ কৰিবলৈ দিয়া নিৰ্দেশক দোৰ্ষোৰ বিৰোধিতা কৰে।*[২৯৮]

আহোম বুদ্ধিজীৱী তথা মধ্যশ্ৰেণী ৰোহিণী চৌধুৰীবৃন্দৰ কাৰ্যত জাঁকি উঠিছিল। কাৰণ সেই সকলে তেওঁলোকৰ নেতৃবৃন্দক সমালোচনা কৰাৰ কোনো নৈতিক অধিকাৰ

---

২৯৫) ২৯৬) আহোম সভাৰ বুৰঞ্জী, পৃ. ৪৩

২৯৭) বৰদলৈয়ে কেন্দ্ৰীয় মন্ত্ৰীসভালৈ বুঢ়াগোহাঞিৰ নাম পঠালেও কোনো কোনোৱে ক'ব খোজে যে অসমৰ পৰা যোগ্য প্ৰতিদ্বন্দ্বী এজনক আঁতৰাবলৈহে তেওঁ সেয়া কৰিলে।

২৯৮) আহোমসভাৰ বুলেটিন নং ২; ১৫ অক্টোবৰ, ১৯৪৫, ড° দেৱব্ৰত শৰ্মা সম্পাদিত অন্যতম অসমীয়া জাতীয় নেতা সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঞি, পৃঃ ১৫৬।

নাই বুলিতেওঁলোকে অনুভৱ কৰিছিল। এইখিনিতে উল্লেখযোগ্য যে চৌধুৰীয়ে ব্ৰিটিছ বিৰোধী বাঙালী উগ্ৰপন্থীসকলৰ ঘোৰ বিৰোধিতা কৰিছিল। তেওঁ কৈছিল,

*অসমৰ সদ্‌নামক যিকোনো ধৰমৰ বিপ্লৱী অপৰাধে কলংকিত কৰাতকৈ মোৰ মূৰত কোনোবাই গুলি এটা মাৰি দিয়াটোকে মই পছন্দ কৰিম।* (২৯৯)

তাতোকৈ গুৰুতৰ কথা হ'ল স্বাধীনতা আন্দোলনে শীৰ্ষবিন্দুত উপনীত হোৱাৰ মুহূৰ্ততো চৌধুৰীয়ে ব্ৰিটিছ-পৃষ্ঠপোষকতা-ধন্য নেশ্যনেল ৱাৰ ফ্ৰণ্টতহে যোগ দিছিল। নীলমণি ফুকন, কনকলাল বৰুৱা, ৰোহিনী চৌধুৰী আদিয়ে এনেকৈয়ে তেওঁলোকৰ অন্ধ ব্ৰিটিছ আনুগত্য আৰু বৰ্ণবাদ/উগ্ৰজাতীয়তাবাদৰ দ্বাৰা নিম্নতৰ বৰ্ণ তথা সম্প্ৰদায়সমূহৰ মহা শত্ৰুতাৰ উদ্ৰেক কৰি অসমীয়া জাতিগঠন প্ৰক্ৰিয়াক ক্ষতিগ্ৰস্ত কৰি তুলিছিল। মন কৰিবলগীয়া যে এইসকল লোক আছিল অসমীয়া মধ্যশ্ৰেণী আৰু ইয়াৰ সংগঠনবোৰৰো নেতা। সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিক যথাক্ৰমে ৰাজ্যিক আৰু কেন্দ্ৰীয় কেবিনেটত অন্তৰ্ভুক্তিৰ ক্ষেত্ৰত গোপীনাথ বৰদলৈ, দেৱকান্ত বৰুৱা আৰু ৰোহিণী চৌধুৰীৰ যি বিৰোধিতা আৰু স্বাধীনতাৰ পাছৰ দুই দশকত অসম মন্ত্ৰীসভাত আহোমসকলক বঞ্চিত কৰি ৰখা - এইবোৰ কথাক সেই আলোকতে চাব লাগিব।

এনে প্ৰকাশ্য বিৰোধিতাতে ক্ষান্ত নহৈ অসম কংগ্ৰেছৰ বৰ্ণহিন্দু নেতৃত্বই আন কেতবোৰ হীন ষড়যন্ত্ৰতো লিপ্তহৈছিল। 'আহোমসকলৰ হৈ' ই এখন জাল স্মাৰকপত্ৰ প্ৰকাশ কৰা বুলিও অভিযোগ উঠিছিল ; যিখনে আহোমসকলক দুগুণে জ্বলাই তুলিছিল। কথাই ইমান দূৰ পাইছিলগৈ যেন ১৯৪৪ চনৰ ফেব্ৰুৱাৰী মাহত শিৱসাগৰত অনুষ্ঠিত আহোম সভাৰ অধিৱেশনে কংগ্ৰেছৰ সেই জাল -জুৱাচুৰিৰ গৰিহণা দিয়াতে ক্ষান্ত নহৈ উক্ত জাল স্মাৰক পত্ৰখন জ্বলাই পুৰি আনকি ছাঁইখিনিও গছকি পেলাইছিল।(৩০০)

এনে এক সামগ্ৰিক পটভূমিতে অসমৰ প্ৰথম জনগোষ্ঠীগত সংগঠন, আহোম সভাৰ জন্ম হৈছিল। সেই একেই বছৰতে বৃত্তিয়াল-বনিয়া সভায়ো জন্ম লভাৰ কথা আমি ইতিমধ্যে কৈ আহিছোঁ। স্বাভাৱিকতেই এই সংগঠন আৰু তাৰ আন্দোলনৰনেতৃবৃন্দ আহিছিল আহোম সমাজৰ মধ্যস্তৰৰ পৰা। আহোম সামন্তীয় পৰম্পৰাৰ লগত প্ৰত্যক্ষভাৱে জড়িত ব্যক্তি, চাহ মালিক, চৰকাৰী বিষয়া, মৌজাদাৰ আদিয়ে এই সংগঠন আৰু আন্দোলনত আগভাগ লৈছিল। উদাহৰণস্বৰূপে ইয়াৰ অগ্ৰণীসকলৰ ভিতৰত আছিল ৰাজকুমাৰ চন্দ্ৰনাৰায়ণ সিংহ আৰু ৰায়চাহাব লীলাসেন গোঁহাই ৰাজকুমাৰ (মৌজাদাৰ) নামৰ দুই ৰাজবংশধৰ, প্ৰধানমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঞিৰ পৰিয়ালৰ লোকেশ্বৰ সিংহ বুঢ়াগোহাঞি,আন এক সম্ভ্ৰান্ত পৰিয়ালৰ সন্তান তথা ব্ৰিটিছ চৰকাৰৰ বিষয়া পদ্মনাথ গোহাঞি বৰুৱা, এ.চি. এচ. বিষয়া তথা উচ্চ আমোলা তথা চাহ মালিক ৰাধাকান্ত সন্দিকৈ, বিধায়ক তথা চাহ-মালিক মহেন্দ্ৰনাথ

---

২৯৯) Planter Raj to Swaraj, pp 114, 171,173, 192, 193 আৰু 256 ত চৌধুৰীৰ স্বাধীনতা আন্দোলন বিৰোধিতা, কংগ্ৰেছ বিৰোধিতা আৰু ৱাৰফ্ৰণ্ট সমৰ্থনৰ ভূৰি ভূৰি প্ৰমাণ পোৱা যায়।

৩০০) PHA File No. 358 of 1948

গোঁহাই, জিলা উপায়ুক্ত সিদ্ধেশ্বৰ গোঁহাই, মৌজাদাৰ দৌলত গোঁহাই, চাহ-মালিক পূৰ্ণচন্দ্ৰ কোঁৱৰ, চাহ -পৰিচালক তোলন চন্দ্ৰ শইকীয়া,অৱসৰ প্ৰাপ্ত দণ্ডাধীশ সূৰ্য্যকান্ত বৰুৱা, চাহ -মালিক আৰু অধিবক্তা ৰামেশ্বৰ বৰা, অধিবক্তা (আৰু পাচলৈ কেন্দ্ৰীয় মন্ত্ৰী) সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞি, চৰকাৰী কৰ্মচাৰী শশীচন্দ্ৰ বৰবৰুৱা আদি।

শ্ৰেণী গাঁথনি তথা শ্ৰেণী স্বাৰ্থৰ দৃষ্টিকোণৰ পৰা আহোম সংগঠনবোৰৰ লগত অসমীয়া জাতীয় সংগঠনবোৰৰ নেতৃত্বৰ সেয়ে সাদৃশ্য আছিল। একমাত্ৰ পাৰ্থক্য আছিল এয়ে যে আহোম মধ্যস্তৰটো আছিল অসমীয়া মধ্যশ্ৰেণীতকৈ পৰিসংখ্যাগত ভাৱে দুৰ্বল আৰু শৈক্ষিক অৰ্থনৈতিক আদি দিশত পাছপৰা।

আহোম সভাৰ লক্ষ্য- উদ্দেশ্যইবা কি আছিল? সভাৰ বুৰঞ্জীকাৰ তথা দীৰ্ঘদিনৰ নেতা ৰামেশ্বৰ বৰাৰ মতে জাতীয় স্বাধীনতা লুপ্তিৰ পাছত আহোম যুৱকে তাক ঘূৰাই পাবলৈ বিদ্ৰোহ কৰিছিল, সেয়ে যেতিয়া সফল নহ'ল, তেতিয়া তেওঁলোকে ব্ৰিটিছ শাসনৰ তলতে সা সুবিধা বিচাৰিলে। আন কাৰণৰ লগতে ইয়াৰ এক অতিৰিক্ত উদ্দেশ্য আছিল হিন্দু সমাজৰ অত্যাচাৰৰ পৰা উদ্ধাৰ হোৱা।(৩০১)

## উৰ্দ্ধমুখী সামাজিক সচলতাৰ বাবে আন্দোলন

উদীয়মান আহোম মধ্যশ্ৰেণীৰ উপাদানসমূহে নিজৰ অগ্ৰগতিৰ বাবে বহুমাত্ৰিক সংগ্ৰাম আৰম্ভ কৰিলে। এয়া আছিল সামাজিক মৰ্যাদা, অৰ্থনৈতিক সমতা আৰু ৰাজনৈতিক ক্ষমতাত অংশগ্ৰহণৰ বাবে এক আন্দোলন। সামাজিক সচলতাৰ হুকে পৰিচালিত এই আন্দোলনে একা-বেঁকা পথেৰে গতি কৰিবলগীয়া হৈছিল নিম্নোক্ত মৰ্যাদাৰ ঢাপে-ঢাপে, খাপে খাপেঃ




৩০১) আহোম সভাৰ বুৰঞ্জী, পৃ. ৮
৩০২) ব্ৰিটিছে তেওঁলোকক ক্ষত্ৰিয়ৰূপে স্বীকৃতি দিবলৈ নাৰাজ হৈছিল।
৩০৩) আহোমসকলৰ দাবী অনুসৰিয়েই ১৯৩১ চনত তেওঁলোকক বৰ্ণহিন্দু ৰূপে স্বীকৃতি দিয়া হৈছিল।
৩০৪) কুৰি শতিকাৰ চল্লিশৰ দশকত আহোমসকলে সংখ্যালঘুৰ মৰ্যাদা বিচাৰে।

অন্যান্য পাছপৰা শ্ৰেণী



অনুসূচিত জনজাতি

এই নক্সাৰ পৰা দেখা গ'ল যে সামাজিক সচলতাৰ আবে আহোমসকলৰ একাবেঁকা আন্দোলনে প্ৰথমে ক্ষত্ৰিয় মৰ্যাদাৰ দাবী উত্থাপন কৰিলে। পদ্মেশ্বৰ গোঁহাই নাওবৈচা ফুকনে অসমৰ মুখ্যায়ুক্তক দাখিল কৰা এখন স্মাৰকপত্ৰত এই দাবী প্ৰথম সজোৰে উত্থাপিত হয়।[৩০৫] নাওবৈচা ফুকন আছিল মুহীধৰ বুঢ়াগোহাঞি, পূৰ্ণানন্দ বুঢ়াগোহাঞি, ঘনশ্যাম বুঢ়াগোহাঞি আদি অসমৰ প্ৰধানমন্ত্ৰী সকলৰ বংশধৰ। সেয়েহে তেওঁ আহোম অভিজাত তথা সামন্ত শ্ৰেণীৰ স্বাৰ্থৰ প্ৰতিনিধিত্ব কৰিছিল। গোলাঘাট, ডিব্ৰুগড়, উত্তৰ লখিমপুৰ, নগাওঁ আদিৰ আহোমসকলৰ তৰফৰ পৰা প্ৰদত্ত একেধৰণৰ দৰ্খাস্ত ক্ৰমে ১৩-০৯-১৯০২, ১৪-০৯-১৯০২, ২১-০৯-১৯০২ আৰু ১১-১০-১৯০২ তাৰিখে দাখিল কৰা হৈছিল। ইতিমধ্যে পদ্মেশ্বৰ গোঁহাই নাওবৈচা ফুকনকে প্ৰধান সম্পাদকৰূপে লৈ এখন ক্ষত্ৰিয় সন্থাও গঠন কৰা হৈছিল। কামৰূপৰ বাহিৰে ব্ৰহ্মপুত্ৰ উপত্যকাৰ সকলো জিলাত এই সন্থাৰ শাখাও খোলা হৈছিল।[৩০৬] অৱশ্যে এই আন্দোলনটো আহোম সমাজৰ উচ্চথাপৰ লোকসকলৰ মাজতে সীমাবদ্ধ হৈ আছিল কাৰণ আহোমৰ ১৫ টা গোত্ৰ / বংশইহে ক্ষত্ৰিয়ৰ মৰ্যাদা বিচাৰিছিল। সংশ্লিষ্ট মানুহখিনিৰ সামাজিক মৰ্যাদা উন্নীত কৰাৰ উদ্দেশ্যৰেই উত্থাপিত এই দাবীটোও ব্ৰিটিছ চৰকাৰে দৃঢ়তাৰে নাকচ কৰে। 'নিৰপেক্ষ' ভূমিকাৰ নামত ব্ৰিটিছে এই বিষয়ত হস্তক্ষেপ কৰিবলৈকে অস্বীকাৰ কৰে। লোকপিয়ল অধীক্ষকে আহোমসকলৰ দাবী অগ্ৰাহ্য কৰি এনেকৈ মন্তব্য দিয়ে ঃ

*শিৱসাগৰত আহোমসকলে বেচ ভাল স্থিতি উপভোগ কৰে। তাত কিছুদিনৰ আগলৈকে তেওঁলোকেই আছিল শাসক জাতি। কিন্তু ব্ৰাহ্মণসকলে যিহেতু নিয়ম অনুসৰি তেওঁলোকৰ পৰা পানী নাখায়,সেয়েহে তেওঁলোকক শেষৰ ভাগত অন্তৰ্ভুক্ত কৰিছোঁ। আহোম ভদ্ৰলোকসকলে ক্ষত্ৰিয় উপাধি দাবী কৰিছে, যিটো মানি ল'লে তেওঁলোকৰ মৰ্যাদা কায়স্থসকলতকৈ ওপৰত হ'ব। কিন্তু মই ভাবোঁ অসমৰ আদিম জনজাতিবোৰৰ এনেবোৰ দাবী গুৰুত্বসহকাৰে ল'ব নোৱাৰি।* [৩০৭]

মন কৰিবলগীয়া যে ১৯১১, চনৰ লোকপিয়লে গেলাত টেঙা ঢালি আহোমসকলক 'ডোম (নদীয়াল), হাৰী (বৃত্তিয়াল বণিয়া) আৰু বৰীয়া (সূত)' সকলৰ লগত একে শাৰীতে থিয় কৰালে। এই শ্ৰেণীকৰণে আহোমসকলৰ মন বৰ্ণহিন্দুৰ বিৰুদ্ধে চৰম বিক্ষুব্ধ কৰি তুলিলে। তাৰ কাৰণ আছিল এই যে আহোমসকলে বিশ্বাস কৰিছিল যে

৩০৫) Cosmogony of Caste and Social Mobility in Assam,. p.15

৩০৬) Ibid, p.24

৩০৭) 1901 Census Report, Chapter IX, p.118

অসমীয়া বৰ্ণহিন্দুসকলেই ব্ৰিটিছ লোকপিয়ল কৰ্তৃপক্ষক আহোমৰ বিৰুদ্ধে তেনেকৈ বুজাইছিল। এক গৱেষণাত দেখুওৱা হৈছে যে হিন্দু জাতি -বৰ্ণ প্ৰথাত প্ৰৱেশৰ লগে লগে আহোমসকলে তেওঁলোকৰ সামাজিক শ্ৰেষ্ঠতা হেৰুৱাইহে পেলালে। তেওঁলোক ব্ৰাহ্মণ, কায়স্থ আৰু কলিতাতকৈও তলহে পৰিল।[৩০৮]

উত্তৰ লখিমপুৰ আহোম সভাৰ সম্পাদক মাধৱৰাম গগৈয়ে ১৯১১ চনৰ লোকপিয়ল প্ৰতিবেদনত আহোমসকলক ব্ৰাহ্মণে সেৱা নকৰা জাতৰ তালিকাত অন্তৰ্ভুক্ত কৰাৰ বিৰোধিতা কৰিছিল।[৩০৯] আহোমসকলে বৰ্ণহিন্দু মৰ্যাদাৰ বাবে কৰা দাবী অৱশেষত ১৯৩১ চনৰ লোকপিয়লত মানি লোৱা হৈছিল; প্ৰতিবাদী আহোম আন্দোলনে সেয়া সম্ভৱ কৰি তুলিছিল। সিমান দিনে আহোমে মধ্যবিত্ত সকলক নিজৰ আনুগত্যৰ বিষয়ে পতিয়ন নিয়াবও পাৰিছিল। তাৰ ফলত ব্ৰিটিছেও আহোমসকলৰ প্ৰতি নতুনকৈ দৰদ দেখুৱাবলৈ ধৰিছিল। আহোমসকলেও নাথ যোগীসকলৰ দৰে ভাবিছিল যে নিজকে বৰ্ণহিন্দু বুলি প্ৰতিপন্ন কৰিব পাৰিলেই তেওঁলোকে উচ্চতৰ সামাজিক মৰ্যাদা পাব। পাছে সোনকালেই সেই ভুল ভাঙিল। বৰ্ণহিন্দু বুলি সামাজিক মৰ্যাদাৰে যে প্ৰকৃত সামাজিক আচাৰ আনুষ্ঠানিক মৰ্যাদা ওপৰলৈ তুলিব নোৱাৰি, সেই উপলব্ধি তেওঁলোকৰ হ'ল। তেওঁলোকে ইয়াকো বুজিলে যে সামাজিক ভাবে উচ্চ মৰ্যাদাৰ বুলি দেখুৱালে ব্ৰিটিছ চৰকাৰে দলিত সম্প্ৰদায়সমূহক দিয়া সামান্য সা-সুবিধাবোৰৰ পৰাও বঞ্চিত হ'ব লাগিব। এই উপলব্ধিয়ে আহোমসকলক সম্পূৰ্ণ বিপৰীত দিশৰ পৰা, জনগোষ্ঠীগত পৰিচিতিৰ স্বকীয়তা সাব্যস্তকৰণৰ যোগেদি আপোন অধিকাৰৰ বাবে যুঁজিবলৈ শিকালে।

আহোম সামাজিক আন্দোলনে এনেকৈ দুটা পৰস্পৰ বিৰোধী মতাদৰ্শ / বিশ্বাসৰ আকৰ্ষণ -বিকৰ্ষণ প্ৰতিফলিত কৰিলে। এহাতে দেখা গ'ল এক প্ৰাক্-হিন্দু , বৌদ্ধ মংগোলীয় মূল সন্ধানৰ প্ৰৱণতা আৰু আনফালে হিন্দুকৰণ / সংস্কৃতকৰণৰ ধাৰা; আহোম সম্প্ৰদায়টো এই দুই ধাৰাৰ মাজত কেনেকৈ সংঘাত-বিদীৰ্ণ হৈছিল, তাৰ প্ৰকৃষ্ট প্ৰমাণ পোৱা যায় আহোম সভাৰ ১৯৩৬ চনৰ প্ৰস্তাৱত। সভাৰ উক্ত অধিবেশনত গোঁসাই-ব্ৰাহ্মণ তথা বামুণীয়া আচাৰ-অনুষ্ঠান বৰ্জন কৰিবলৈ সৰ্বসম্মতভাৱে সিদ্ধান্ত লোৱা হয়। তদুপৰি ই মৃত্যুৰ এঘাৰ দিনত নামকীৰ্তনৰ জৰিয়তে মৃতকৰ সৎকাৰ কৰিবলৈও সিদ্ধান্ত লয়। প্ৰথম সিদ্ধান্তটোৱে অ-ব্ৰাহ্মণ, তথাপি বৈষ্ণৱ হিন্দু পন্থা সূচায়; আনহাতে দ্বিতীয়টোৱে আহোম মূললৈ প্ৰত্যাবৰ্তন সূচায়।

এই সিদ্ধান্তৰ মাত্ৰ এবছৰ আগতে, ১৯৩৫ চনত ডিব্ৰুগড়ত অনুষ্ঠিত আহোম সভাৰ অধিবেশনত ৰাধাকান্ত সন্দিকৈয়ে ধৰ্মীয় আনুগত্যৰ প্ৰসংগটোত বিতৰ্কৈ আলোচনা আগবঢ়াইছিল। তেওঁ বিশ্বাস কৰিছিল যে বৌদ্ধ ধৰ্ম পুনৰ প্ৰৱৰ্তনৰ প্ৰচেষ্টা প্ৰশংসনীয় হ'লেও বাস্তৱসন্মত নহয়। তাৰ কাৰণ হ'ল ভাগৱতী মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম ইতিমধ্যেই আহোমসকলৰ মাজত জনপ্ৰিয় হৈ পৰিছে। বৌদ্ধধৰ্মৰ পুনৰ জাগৰণ আৰু পালি ভাষা

---

৩০৮) Cosmogony of Caste and Social Mobility in Assam, p. 94

৩০৯) Ibid, pp 176-7

জনপ্ৰিয়কৰণ কিছু ভাবালু ভাববিলাসিতাহে বুলি সন্দিকৈয়ে তেওঁৰ মৃত্যুৰ এবাৰ দিনত শ্ৰাদ্ধ পতাৰ ইচ্ছা প্ৰকাশ কৰিছিল আন বৰ্ণহিন্দুৰ দৰেই। এয়া নিশ্চয়েই আছিল উচ্চতৰ সামাজিক ঔপচাৰিক মৰ্যাদাৰ বাবে হাবিয়াস আৰু শংকৰ সংঘ আন্দোলনৰ প্ৰভাৱ।(৩১০)

ৰাজনৈতিক ক্ষেত্ৰত আহোম আন্দোলনে বছৰে বছৰে গতি অৰ্জন কৰিবলৈ ধৰিলে। নৱগঠিত অসম বিধান পৰিষদত আহোমসকলৰ প্ৰতিনিধিত্ব বিচাৰি ১৯১৮ চনত আহোম সভাই অসমৰ মুখ্য আয়ুক্তৰ ওচৰলৈ এটা সঁজাতী দল পঠালে। আনহাতে মৰ্লে মিন্টো সংগ্ৰাম সম্পৰ্কীয় বিতৰ্কৰ সময়ত পৃথক নিৰ্বাচকমণ্ডলীৰ দাবী উঠিল। সংশ্লিষ্ট স্মাৰক পত্ৰখনত কোৱা হ'ল ঃ *It would be unsafe to leave their interest in the hands of advanced Caste Hindu fellow countrymen who from the vantage ground are free to use their powers for their own purposes and whose interests may in many cases clash with and be antagonistic to those of this community.*(৩১১)

স্মাৰকপত্ৰখনত আৰু কোৱা হ'ল যে সম্প্ৰদায়গত প্ৰতিনিধিত্বই অন্ততঃ কিছুমান সংঘাতক কলিতে মোহাৰি পেলায় আৰু সম্প্ৰীতি আৰু সহযোগিতাৰ সূচনা কৰে।

আহোম সভাৰ প্ৰধান সম্পাদক গোহাঞিবৰুৱাই 'ফ্ৰেঞ্চাইজ কমিটিৰ অধ্যক্ষ লৰ্ড চাউথবৰউলৈ চিঠি লিখি জনাইছিল যে আহোমসকলে সাধাৰণ নিৰ্বাচকমণ্ডলীৰ জৰিয়তে এজনো প্ৰতিনিধি জিকাব নোৱাৰে বাবে বিশেষ প্ৰতিনিধিত্ব বিচাৰিছে। আহোম আৰু মুছলীমসকলৰ পৰিস্থিতি একেধৰণৰ বুলি চিঠিখনত মন্তব্য কৰা হৈছিল।

এনেকৈয়ে আহোম সভাই ১৯১৮ চনতেই সংখ্যালঘু মৰ্যাদাৰ দাবী তুলিছিল। পাছে অসম চৰকাৰে 'বৰ্ণহিন্দুৰ পৰামৰ্শ ক্ৰমে' উক্ত দাবী প্ৰত্যাখ্যান কৰা বুলি অভিযোগ উঠে। হ'লেও অসমৰ ব্ৰিটিছ চৰকাৰে আহোম বিক্ষোভৰ প্ৰবলতাৰ আন্দাজ জৰুল কৰিছিল। সেয়েহে ১৯১৯ চনৰ আইন ৰ অধীনত ৰাজবংশৰ এজনকে ধৰি দুজন আহোমক বিধান পৰিষদলৈ মনোনীত কৰা হৈছিল।

সংখ্যালঘু হিচাপে স্বীকৃতিৰ দাবীটো অৱশ্যে পৰিত্যাগ কৰা হোৱা নাছিল। অৱশ্যে ইয়াক লৈ আহোম সভাৰ ভিতৰতে বিতৰ্ক আছিল। কংগ্ৰেছ-পন্থী উপদল এটাই সম্প্ৰদায়টোৰ বাবে সংখ্যালঘু মৰ্যাদাৰ বিৰোধিতা কৰিছিল, দাবী কৰিছিল যে আহোমসকলৰ কোনো সুকীয়া, স্বাধীন অস্তিত্ব নাই। তাৰ বিপৰীতে কঠোৰপন্থী সকলে সংখ্যালঘুৰ দাবীটোত অটল হৈ আছিল। পাছে ১৯৩৬ চনত যোৰহাটত অনুষ্ঠিত আহোম সভাৰ অধিবেশনত কংগ্ৰেছী উপদলটোৱে সংখ্যাগৰিষ্ঠতা লাভ কৰে; কংগ্ৰেছ পন্থী ভুৱন চন্দ্ৰ গঁগৈয়ে ডাঙি ধৰা প্ৰস্তাৱটো অধিবেশনত গৃহীত হয়। প্ৰস্তাৱটোত কোৱা হয় যে কোনো পৃথক পৰিচিতি নথকা আহোমসকল সম্পূৰ্ণৰূপে কংগ্ৰেছত চামিল হৈ গৈছে। এই অধিবেশনত আহোম সভাৰ সংবিধানত সম্প্ৰদায়টোৰ লগত সম্পৰ্কিত ৰাজনৈতিক বিষয়বোৰ আলোচনাৰ কৰাৰ

৩১০) ১৯৩৫ চনৰ ২০-২১ এপ্ৰিলত অনুষ্ঠিত আহোম সভাৰ অধিবেশনত সভাপতিৰ অভিভাষণ, পৃ. ৯

৩১১) অসমৰ ব্ৰিটিছ মুখ্য আয়ুক্তলৈ আহোম সভাৰ স্মাৰকপত্ৰ; ডিচেম্বৰ, ১৯১৮

বাবে দফা এটা সংযোজন নকৰিবলৈহে সিদ্ধান্ত লোৱা হয়। দেখদেখকৈ এয়া আছিল বৰ্ণহিন্দু নিয়ন্ত্ৰিত কংগ্ৰেছী লাইনৰ বিজয়।

কিন্তু সেই সিদ্ধান্তৰ পাছতো দুই ধাৰাৰ মাজৰ সংঘাতৰ ওৰ নপৰিল। আহোম অধ্যুষিত সমষ্টি এটাৰ পৰা কংগ্ৰেছে বৰ্ণহিন্দু এজনক উপনিৰ্বাচন এটাত নিৰ্বাচিত কৰি নিৰ খোজাত জ্বলা জুইত ঘিঁউহে পৰিল। তাতে কংগ্ৰেছ প্ৰাৰ্থীজন জিকাত আহোমসকলৰ সঁহাৰি আৰু খণ্ডাল হ'ল। তাৰ অলপদিনৰ পাছতে শিৱসাগৰ জিলাৰ কেন্দুগুৰিত জংগী বৈফটোৱে আহোম সভাৰ ১৯৪১ চনৰ অধিবেশনখন বহুৱালে। বিধায়ক যোগেশ চন্দ্ৰ গোঁহাইক কংগ্ৰেছ বিধায়িনী দল এৰিবলৈ বাধ্য কৰাৰ উপৰিও কঠোৰপন্থীসকলে এইবাৰ সভাৰ সংবিধান সংশোধন কৰি আহোমসকলক সংখ্যালঘু সম্প্ৰদায়ৰূপে স্বীকৃতি আৰু ভৱিষ্যতৰ ভাৰতীয় সংবিধানত তেওঁলোকৰ অধিকাৰৰ নিশ্চয়তাৰ দাবী তাত অন্তৰ্ভুক্ত কৰিবলৈ সক্ষম হ'ল।

সভাই নিম্নোক্ত সদস্যসকলক লৈ এখন উপসমিতি গঠন কৰি দিয়েঃ ৰাধাকান্ত সন্দিকৈ (উপসমিতিৰ সভাপতি), পদ্মনাথ গোহাঞি বৰুৱা, (আহোম সভাৰ সভাপতি), এম. এন. গোঁহাই, ইউ.এন. গোঁহাই, যোগেশ চন্দ্ৰ গোঁহাই, গিৰীণ গগৈ (আহোম সভাৰ সম্পাদক) সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঞি আৰু ৰামেশ্বৰ বৰা। এই উপসমিতিয়ে 'সংখ্যালঘু হিচাপে আহোমসকলৰ বিষয়ে এখন স্মাৰকপত্ৰ' প্ৰকাশ কৰিছিল।[৩১২] এই স্মাৰকপত্ৰত অভিয়োগ কৰা হৈছিল যে ১৯৩৫ চনৰ ভাৰত চৰকাৰ আইনে ৰাজকীয় সম্মতি লাভ কৰাৰ পাছত অসম চৰকাৰে কাৰ্যপালিকাৰ কলমৰ এটা মাত্ৰ খোঁচেৰে আহোমসকলৰ কেতবোৰ বিশেষাধিকাৰ বাতিল কৰি দিয়ে। প্ৰশাসনৰ সকলো বিভাগতে আহোমসকলৰ প্ৰতিনিধিত্বৰ দাবী প্ৰবল হোৱাৰ বিপৰীতে চৰকাৰে লোৱা উক্ত সিদ্ধান্তক দুৰ্ভাগ্যজনক আখ্যা দি স্মাৰকপত্ৰখনত কোৱা হয়ঃ *It is generally believed that this action of the Assam Government was done malafide taking particular care to keep it secret from the community at the instance of the only Assamese member of the then Government, who had reasons to be definitely hostile to the community.*[৩১৩]

এই বক্তব্য আন এটা কাৰণতে তাৎপৰ্য্যপূৰ্ণ। সংশ্লিষ্ট মন্ত্ৰীজন[৩১৪] আছিল ৰায়বাহাদুৰ কনকলাল বৰুৱা। মধ্যশ্ৰেণীৰ এইজন বিশিষ্ট নেতাই দেউৰী জনজাতি আৰু বৃত্তিয়াল বণিয়া অনুসূচিত জাতিৰ উদীয়মান ব্যক্তিৰ ক্ষেত্ৰত গ্ৰহণ কৰা ধ্বংসাত্মক ভূমিকাৰ কথা আমি আগতে দেখুৱাই আহিছোঁ। এইবাৰ তেওঁ আহোমসকলক নিজৰ প্ৰাপ্যৰ পৰা বঞ্চিত কৰাত লাগিল।

৩১২) সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিৰ দ্বাৰা প্ৰকাশিত পুস্তিকা, Memorandum on the Ahoms as a Minority, Jorhat, 02-06-1941তাৰবাবে চাওক ড° দেৱব্ৰত শৰ্মাৰ সম্পাদিত অন্যতম অসমীয়া জাতীয় নেতা সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞি (যোৰহাট, ২০০৫) পৃঃ ২২৯-২৪৫

৩১৩) ঐ, পৃঃ ২৩৫

৩১৪) বৰুৱা আছিল সৌবী হেমন্ত চৰকাৰত একমাত্ৰ অসমীয়া প্ৰতিনিধি।

এনে পৰিস্থিতিত আহোম সভাৰ কঠোৰপন্থী অংশই অসমীয়া জাতীয়তাবাদীৰ পৰা আহোম জনগোষ্ঠীবাদীত পৰিণত হোৱা সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিৰ নেতৃত্বত এক ৰাজনৈতিক আন্দোলন গঢ়ি তুলিবলৈ আগবাঢ়িল। আহোম সভাৰ মনোনয়নত নিৰ্বাচিত বিধায়ক বুঢ়াগোহাঞিয়ে অচিৰেই অসম বিধান সভাত প্ৰস্তাৱ দাঙি ধৰিলে যে ঃ

*এই বিধানসভাই মত প্ৰকাশ কৰে যে এই প্ৰদেশৰ আহোম সম্প্ৰদায়ক ভৱিষ্যতৰ ভাৰতীয় সংবিধানৰ স্বীকৃত সংখ্যালঘুসকলৰ ভিতৰত অন্তৰ্ভুক্ত কৰা হওক আৰু অসম চৰকাৰে ভাৰত চৰকাৰ তথা (ইংলেণ্ডৰ) সম্ৰাটৰ চৰকাৰক আহোম সম্প্ৰদায়ক তেনে সংখ্যালঘু ৰূপে স্বীকৃতিৰ বিষয়টোত বিবেচনা আৰু গ্ৰহণৰ বাবে আগবঢ়াওক।* [৩১৫]

আহোম সভাই পাছত দুখ প্ৰকাশ কৰিছিল যে বিধান সভাৰ বৰ্ণহিন্দু অধ্যক্ষৰ মদৎপুষ্ট হৈ বৰ্ণহিন্দু বিধায়কসকলে 'উক্ত বিষয়টোলৈ আলোচনা আৰু সিদ্ধান্ত কৰাৰ সাংবিধানিক অধিকাৰৰ পৰা বিধানসভাক বঞ্চিত কৰিবলৈ সক্ষম হৈছিল।' কেৱল যে বিধানসভাৰ উক্ত অধিবেশনখনতে সেই বিষয় আলোচনা কৰাত বাধা সৃষ্টি কৰা হ'ল, এনে নহয়, ১৯৪৫ চনৰ অক্টোবৰ মাহত সেই বিধান সভা ভংগ হোৱালৈকে এই বিষয় আলোচনা কৰিবই পৰা নগ'ল।

এই প্ৰত্যাখ্যানে অৱশ্যে আহোম জনগোষ্ঠীগত ভাৱাবেগক প্ৰশমিত কৰিব নোৱাৰিলে। ১৯৪৫ চনৰ নিৰ্বাচনত আহোমসভাৰ নিৰ্বাচনী ৰণধ্বনি হ'ল 'প্ৰস্তাৱিত নতুন সংবিধানত আহোম সকলৰ বাবে পৃথক নিৰ্বাচকমণ্ডলীৰ অধিকাৰ।' আহোম সভাৰ দাবী অনুসৰি উক্ত নৰ্বাচনত ২২,০০০ আহোম ভোট 'পল' হৈছিল যাৰ ভিতৰত ই ২১,২০০ টা লাভ কৰিছিল। কথাটো তাৎপৰ্যপূৰ্ণ এই কাৰণেই যিহেতু আহোম সভাই উক্ত নিৰ্বাচনক পৃথক নিৰ্বাচকমণ্ডলীৰ প্ৰশ্নত গণভোট বুলি ঘোষণা কৰি কেৱল সেই প্ৰশ্নতে নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিছিল। সেয়েহে আহোম সভাৰ বাকচত ইমান বিপুল সংখ্যক ভোট পৰাটোৱে উক্ত দাবীৰ প্ৰতি গণ-সমৰ্থনকে সূচাইছিল।

বৰ্ণ হিন্দু প্ৰভাৱাধীন কংগ্ৰেছ, বুদ্ধিজীৱী সমাজ, সংবাদ মাধ্যম আৰু আন জাতীয় সংগঠনবোৰৰ বিৰোধিতাই আহোম সভাৰ নেতৃত্বক এনেকৈ বিচ্ছিন্নতাৰ ফালে ঠেলি দিছিল যে ই অচিৰেই দাবী তুলিলে কংগ্ৰেছ শাসিত ভৱিষ্যত ভাৰতৰ বাহিৰত এখন সাৰ্বভৌম অসমৰ। মন কৰিবলগীয়া যে অসমৰ নিম্নস্তৰৰ জাতি বৰ্ণসমূহেহে প্ৰথম সাৰ্বভৌম অসমৰ দাবী তুলিছিল, বৰ্ণহিন্দুসকলে নহয়। পাছে কুৰি শতিকাৰ অষ্টম - নৱম দশকত পুনৰ যেতিয়া সাৰ্বভৌম অসমৰ দাবী উঠিল সেয়া আৰু নিপীড়িত মানুহৰ দাবী হৈ নাথাকিল, হ'ল তাৰ ওলোটাটো। সেই বিষয়ে এই গ্ৰন্থৰ প্ৰস্তাৱিত দ্বিতীয় খণ্ডত সবিশেষ আলোচনা কৰাৰ আঁচনি আমাৰ আছে। যি কি নহওক আহোম সভাই সেই সময়ত তোলা অসমৰ সাৰ্বভৌমত্বৰ দাবীৰ পক্ষে বহু জনগোষ্ঠীগত তথা জনজাতীয় সংগঠনক সমাবেশিত কৰিবলৈ সক্ষম হয়। অসমৰ জনজাতিসমূহৰ কেন্দ্ৰীয় সংগঠনে ১৯৫৪ চনৰ ২২-২৩ মাৰ্চত শ্বিলঙৰ খাচী নেশ্যনেল দৰবাৰ হলত অসমৰ জনজাতিসকলৰ (পাহাৰ -ভৈয়াম উভয়ৰে) এখন

৩১৫) অসম বিধান সভাত ২৩-১১-১৯৪৩ তাৰিখে বুঢ়াগোহাঞিৰ বক্তৃতা।

অভিবৰ্তন আহ্বান কৰে। এই অভিবৰ্তনে সিদ্ধান্ত লয় যে ঃ

*ঐতিহাসিক ভাবে পাহাৰমালাবে সৈতে মূল অসম কাহানিও ভাৰতৰ অংশ বা অংগৰাজ্য নাছিল, তদুপৰি অসমৰ মানুহ, বিশেষকৈ ইয়াৰ বাসিন্দা জাতি জনজাতিসমূহ জনগোষ্ঠীগত আৰু সাংস্কৃতিকভাৱে ভাৰতৰ আন মানুহতকৈ সুকীয়া। এই সমূহ সত্যৰ আধাৰত এই অভিবৰ্তনে পাহাৰমালাৰ সৈতে মূল অসমক পাকিস্তান বা হিন্দুস্তান, ভাৰতৰ এই দুই প্ৰস্তাবিত বিভক্ত খণ্ডৰ যিকোনো এটাতে চামিলকৰণৰ ঘোৰ বিৰোধিতা কৰে। এই অভিবৰ্তনে আৰু দাবী কৰে যে অসম হোৱা উচিত এখন পৃথক স্বাধীন ৰাষ্ট্ৰ আৰু ইয়াৰ চুবুৰীয়া পাহাৰীয়া জিলাবোৰো তাৰেই অন্তৰ্ভুক্ত কৰা উচিত।*[৩১৬]

বুঢ়াগোহাঞিৰ মতে এই দাবী প্ৰথম উত্থাপিত হৈছিল ১৯৪৪ চনৰ চেপ্তেম্বৰ মাহতে। ১৯৪৫ চনৰ মাৰ্চ মাহৰ অভিবৰ্তনে উক্ত দাবীক জোৰদাৰ কৰিছিল মাত্ৰ। ১৯১৭ চনৰ এপ্ৰিলত অসমৰ ৰাজ্যপাল চাৰ এণ্ড্ৰু ক্লৈ আহোম সভাৰ সভাপতি হিচাপে, তথা জনজাতি সম্প্ৰদায় সমূহৰ নেতৃবৃন্দৰ সন্মিলনৰ সভাপতি হিচাপে বৰগোহাঞিয়ে এখন চিঠি লিখিছিল। উক্ত চিঠিত সাৰ্বভৌমত্বৰ দাবীটোৰ পক্ষে বৰ্ণহিন্দুকে ধৰি অসমৰ সকলো সম্প্ৰদায়ৰ সমৰ্থন আছে বুলি দাবী কৰা হৈছিল। বুঢ়াগোহাঞিয়ে আৰু দাবী কৰিছিল যে '*অসমেই একমাত্ৰ গৃহভূমি হৈ পৰা চাহবাগিছাৰ সম্প্ৰদায়বোৰেও সকলোৰে তীব্ৰভাৱে ভাৰতৰ পৰা অসমৰ বিচ্ছিন্নতা বিচাৰে*'। তেওঁ ভাৰতৰ লগত থাকিব বিচৰা আৰু ভাৰতৰ পৰা ওলাই যাব বিচৰাসকলৰ অনুপাত ১২ঃ৮৮বুলি কৈছিল। যিটো দেখদেখকৈয়ে অতিৰঞ্জন আছিল। আহোম নেতাসকলে আনকি প্ৰস্তাবিত সাৰ্বভৌম বংগৰ সৈতে ফেডাৰেশ্যনৰ প্ৰস্তাৱো দিছিল। কিন্তু তেওঁলোক বৰ্ণহিন্দু (কংগ্ৰেছ) শাসিত অসমত বাস কৰাৰ ঘোৰ্যোৰ বিৰোধী আছিল। বুঢ়াগোহাঞিয়ে কৈছিল ঃ

*নিজৰ বাবে পৃথক সাৰ্বভৌম মৰ্যাদা লাভ কৰাৰ পাছত সাৰ্বভৌম বংগৰ সৈতে এক সীমিত ইউনিয়ন গঠন কৰাত অসমৰ আপত্তি নাথাকিব। সেই ইউনিয়নত যোগাযোগ, শুল্ক, মুদ্ৰা আদি উমৈহতীয়া বিষয়বোৰ প্ৰদান কৰা বিপৰীতে যিকোনো মুহূৰ্তত তাৰ পৰা ওলাই অহাৰ, বিচ্ছিন্ন হোৱাৰ অধিকাৰো অসমৰ থাকিব।*[৩১৭]

ফেডাৰেল বা সংঘীয় গাঁথনিৰ ধাৰণায়ো যে তেওঁলোকক বাৰুকৈ প্ৰভাৱিত কৰিছিল তাৰ প্ৰমাণ পোৱা যায় আমেৰিকান বা অষ্ট্ৰেলিয়ান ধৰণৰ ফেডাৰেল আৰ্হিৰ তেওঁলোকে পোষকতা কৰাৰ পৰা। '*তেনে গাঁথনিয়ে ৰাজ্যসমূহৰ নিজা সংবিধান প্ৰণয়নৰ অধিকাৰ আৰু অৱশিষ্ট সাৰ্বভৌমত্বৰ অধিকাৰ ৰাজ্যসমূহ তথা সিবিলাকৰ ৰাইজক প্ৰদান কৰে।*'[৩১৮] মন কৰিবলগীয়া যে উক্ত তিনিওটা ধাৰণাতে জাতি গঠনৰ এক নতুন, বিকল্প আৰ্হি নিহিত আছিল। এই আৰ্হিত বিভিন্ন জনগোষ্ঠীৰ বৃহত্তৰ ঐক্যৰ বহল ভেটিৰ ওপৰত

---

৩১৬) ড০ পদ্মেশ্বৰ গগৈ, এ এচ খংকোয়ে তোলা প্ৰস্তাৱৰ খচৰা আমাৰ হাতত আছে।

৩১৭) চাৰ এণ্ড্ৰু ক্লৈলৈ বুঢ়াগোহাঞিৰ চিঠি ৭-৪-১০৪৭ বেদবতী বুঢ়াগোহাঞি আৰু লুচী গগৈৰ পৰা সংগৃহীত ড০ দেৱব্ৰত শৰ্মাৰ সম্পাদিত অন্যতম অসমীয়া জাতীয় নেতা সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞি পৃঃ ১৮৮

৩১৮) দি আচাম ট্ৰিবুন (৯-৭-১৯৪৭)

সুউচ্চ এক পিৰামিড গঢ়ি তুলিবলৈ বিচৰা হৈছিল। তাৰ বিপৰীতে উগ্ৰ জাতীয়তাবাদী / বৰ্ণবাদী আৰ্হিৰ জাতি গঠনৰ ধাৰণাত অতি ঠেক ভিত্তিৰ ওপৰত ওভোটা পিৰামিড এটাহে সজাৰ বিফল প্ৰচেষ্টা চলোৱা হৈছিল।

এনে বৃহত্তৰ ঐক্যৰ প্ৰথম সাংগঠনিক মঞ্চ আছিল 'দি আচাম ট্ৰাইবছ এণ্ড ৰেচেজ ফেডাৰেশ্যন'। এনে আন এটা বহল মঞ্চ আছিল 'দি কনফাৰেঞ্চ অব লীডাৰ্চ অব ট্ৰাইবেল কমিউনিটিজ অব আচাম'। ১৯৪৬ চনৰ ১৮ জুলাইত শ্বিলঙত উক্ত সংগঠনে পাহাৰীয়া জনজাতি সকলৰ বাবে স্বায়ত্ত শাসন, ভৈয়াম জনজাতি , আহোম আৰু আদিবাসী সকলৰ বাবে পৃথক নিৰ্বাচক মণ্ডলী আৰু সংৰক্ষণৰ দাবী কৰিছিল। ই অসমৰ প্ৰস্তাবিত সংবিধানত বিভিন্ন সম্প্ৰদায়ৰ বাবে উপযুক্ত স্থান নিশ্চিত কৰিবলৈ বিচাৰিছিল। ই ঘোষণা কৰিছিল যে সংবিধানৰ খচৰা ৰচনাৰ মূল সমস্যাটোৱেই হৈছে জনগোষ্ঠীসমূহৰ প্ৰশ্ন মীমাংসা। ই লগতে সঁকীয়ায়ো দিছিল যে সকলো সম্প্ৰদায়ৰ বাবে সন্মানজনক আৰু শান্তিপূৰ্ণ জীৱন সুনিশ্চিত কৰিব পৰা তেনে এক সন্তোষজনক সমাধান অবিহনে উত্তৰ পূৰ্বাঞ্চলৰ স্পৰ্শকাতৰ অঞ্চলসমূহ এক অৰাজকতা আৰু অনিৰাপত্তাত ডুব যাব।

উক্ত যৌথমঞ্চৰ তৰফৰ পৰা দাখিল কৰা এখন স্মাৰক পত্ৰত চাহ বাগিছাৰ আদিবাসীসকলৰ মাজৰ পৰা ইতিমধ্যে ব্ৰিটিছৰ দ্বাৰা অনুসূচিত জনজাতি হিচাপে স্বীকৃত পাঁচটা সম্প্ৰদায়ৰ উপৰিও অৱশিষ্ট ৩১ টা সম্প্ৰদায়কো অনুসূচীকৰণৰ দাবী তোলা হৈছিল।[৩১৯] এনে দাবীয়ে দলিত-জনজাতি-আহোম-আদিবাসী ঐক্যৰ বাট মুকলি কৰিছিল। সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিৰ নেতৃত্বত আহোম সভাই এনে এক বৃহত্তৰ সামাজিক ঐক্য গঢ়ি তুলিবলৈ যত্নপৰ হৈছিল। সৰ্বদল আছিল এনে ঐক্যৰ পোষকতা কৰা প্ৰথম ৰাজনৈতিক দল। ট্ৰাইবেল লীগ, বঙালী কুলী সভা, আহোম সভা, মিৰি সন্মিলন, বঙালী সভা, কৈৱৰ্ত সন্মিলন, মটক লীগ, গাৰো সন্মিলন আদি সংগঠনসমূহৰ নেতৃবৃন্দ তথা বুদ্ধিজীৱী সকলে ১৯৪৮ চনৰ ৮-৯ মে' তাৰিখে ডিব্ৰুগড়ত সমবেত হৈ সৰ্বদল গঢ়ি তুলিছিল। ইয়াৰ বিষয়ববীয়াৰূপে নিৰ্বাচিত হৈছিল চৈয়দ মহম্মদ চাদুল্লা, সভাপতি (অসমৰ এসময়ৰ প্ৰধানমন্ত্ৰী), অধ্যাপক পি. এম. চাৰোৱান, বিধায়ক আৰু কেপ্টেইন উইলিয়ামচন চাংমা (পাছত মেঘালয়ৰ মুখ্যমন্ত্ৰী), উপসভাপতি; সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞি, প্ৰধান সম্পাদক, অধ্যাপক জি.জি. চোৱেল (পাছলৈ ভাৰতৰ ৰাষ্ট্ৰপতি পদৰ প্ৰাৰ্থী) যুটীয়া সম্পাদক। সৰ্বদলৰ এটা দলিলত ঘোষণা কৰা হৈছিল যে তেতিয়াৰ পৰা আহোম ৰাজনীতি কেৱল সৰ্বদলৰ মঞ্চৰ পৰাহে চলিব। সৰ্বদলৰ কৰ্মসূচীত আহোম তথা আন নিপীড়িত জনজাতি আৰু সংখ্যালঘু সকলক সমঅধিকাৰ প্ৰদানৰ ভিত্তিত এক সমাজবাদী ৰাষ্ট্ৰ গঠনৰ কথা কোৱা হৈছিল। সেই দলিলত সৰ্বদল গঠন আৰু নেতৃত্ব প্ৰদানত আহোমসকলৰ ওপৰত বিশেষ দায়িত্ব ন্যস্ত কৰা হৈছিল।

---

৩১৯) বুঢ়াগোহাঞি, বিনোদ কুমাৰ জে. চাৰোৱান, পি.এম. চাৰোৱান, কাৰ্কদলে মিৰি, মোদী মাৰাক, মাতিচ ফুন, এইচ লিংডো,এচ.এচ খংকাইৰ দ্বাৰা স্বাক্ষৰিত কনফাৰেঞ্চ অব লীডাৰ্চ অব ট্ৰাইবেল কমিউনিটিজৰ স্মাৰকপত্ৰ; (জুলাই,১৯৪৬) অন্যতম অসমীয়া জাতীয় নেতা সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঞি, পৃ-২৪৬

উল্লেখিত আচাম ট্ৰাইবচ এণ্ড বেচেজ ফেডাকেশ্যন, চেণ্ট্ৰেল অৰ্গেনাইজেশ্যন অব আচাম ট্ৰাইবচ, দি কনফাবেঞ্চ অব লীডার্চ অব ট্ৰাইবেল কমিউনিটিজ অব আচাম, আচাম মাইনৰিটিজ কনভেনশ্যন, সৰ্বদল আদি সংগঠনসমূহত নেতৃত্বদানকাৰী ভূমিকা লোৱাৰ উপৰিও আহোম নেতৃত্বই দেশৰ অন্য প্ৰান্তৰ দলিত মুছলীম নেতৃত্বৰ লগতো সঘন সংযোগ ৰাখিছিল। উদাহৰণস্বৰূপে মিজো ইউনিয়নৰ প্ৰধান সম্পাদক ভানথুৱামা, নাগা নেশ্যনেল কাউন্সিলৰ অন্যতম প্ৰতিষ্ঠাপক টি. আলিবা ইমতি আও আদি উত্তৰ পূৰ্বাঞ্চলৰ নেতৃবৃন্দৰ উপৰিও কেন্দ্ৰীয় অন্তৰ্বৰ্তী চৰকাৰৰ মন্ত্ৰী, নমঃশূদ্ৰ সম্প্ৰদায়ৰ নেতা যোগেন্দ্ৰ নাথ মণ্ডল, মুছলীম লীগৰ নেতা মহম্মদ আলি জিন্না, দলিত নেতা ড° আম্বেদকাৰ, ঝাড়খণ্ড আন্দোলনৰ নেতা মেজৰ জয়পাল সিংহ আদিৰ লগতো বুঢ়াগোহাঞিয়ে আহোম সভাৰ হৈ সততে সম্পৰ্ক ৰাখিছিল। চেষ্টা চলিছিল সৰ্ব ভাৰতীয় পৰ্যায়তো দলিত মুছলীম জনজাতি আদিবাসী পাছুপৰা শ্ৰেণীৰ ঐক্য গঢ়িবলৈ। উদাহৰণস্বৰূপে যোগেন্দ্ৰনাথ মণ্ডল, মুছলীম লীগৰ নেতা মহম্মদ আলি জিন্না, দলিত নেতা ড° আম্বেদকাৰ, ঝাড়খণ্ড আন্দোলনৰ নেতা মেজৰ জয়পাল সিংহ আদিৰ লগতো বুঢ়াগোহাঞিয়ে আহোম সভাৰ হৈ সততে সম্পৰ্ক ৰাখিছিল। চেষ্টা চলিছিল সৰ্বভাৰতীয় পৰ্যায়তো দলিত মুছলীম জনজাতি আদিবাসী পাছুপৰা শ্ৰেণীৰ ঐক্য গঢ়িবলৈ। উদাহৰণ স্বৰূপে যোগেন্দ্ৰনাথ মণ্ডললৈ লিখা এখন চিঠিত প্ৰস্তাৱিত সৰ্বভাৰতীয় নিপীড়িত সম্প্ৰদায় সন্মিলন এখনলৈ মেজৰ জয়পাল সিং, অধ্যাপক চাবোৱান আৰু অধিবক্তা খংফাইক নিমন্ত্ৰণ কৰাৰ পৰামৰ্শ দিয়া হৈছিল।[৩২০]

মহম্মদ আলি জিন্নালৈ লিখা আন এখন চিঠিত বুঢ়াগোহাঞিয়ে কৈছিল ঃ

*Recent AICC debate has shown that Congress, though outwardly wearing a yielding mood, is yet very far from eschewing its cherished goal of setting up an unmitigated Caste Hindu Raj over whole of India.*[৩২১]

পূৰ্ববংগৰ সৈতে অসমৰ গ্ৰুপিঙৰ বিৰুদ্ধে অসমীয়া মধ্যশ্ৰেণীৰ ব্যাপক অংশই সোচ্চাৰ হৈ উঠাৰ বিপৰীতে আহোম সভাৰ নেতৃত্বই সোঁতৰ বিপৰীতে গৈ পূব বংগৰ লগত, আনকি পূব পাকিস্তানৰ লগত গ্ৰুপিঙৰ প্ৰতি সমৰ্থন আগবঢ়াইছিল। এইক্ষেত্ৰত তেওঁলোকৰ একমাত্ৰ চৰ্ত এয়ে আছিল যে অসমে বিছিন্নতাৰ অধিকাৰ পাব লাগিব।[৩২২] এইক্ষেত্ৰত আহোমসকলৰ মাজত বিভাজন থাকিলেও উক্ত কঠোৰ স্থিতিয়ে অসমীয়া বৰ্ণহিন্দু আৰু আহোমসকলৰ মাজৰ ক্ৰমবৰ্দ্ধমান মতান্তৰ আৰু মনান্তৰকে সূচাইছে। এনে গভীৰ পাৰ্থক্যক ফু মাৰি উৰাই দিব নোৱাৰি; প্ৰয়োজন তাৰ স্বৰূপ বুজাবহে।

---

৩২০) যোগেন্দ্ৰনাথ মণ্ডললৈ বুঢ়াগোহাঁইৰ চিঠি, ড° দেবব্ৰত শৰ্মাৰ দ্বাৰা সম্পাদিত অন্যতম অসমীয়া জাতীয় নেতা সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞি পৃঃ ১৮৪

৩২১) মহ আলি জিন্নালৈ বুঢ়াগোহাঞিৰ চিঠি, উক্ত গ্ৰন্থ, পৃঃ ১৮৪

৩২২) উক্ত চিঠি

সামৰণিত আমি এনেকৈ সাৰ সংকলন কৰিব পাৰোঁ যে -

১) আহোমসকল অসমীয়া জাতিসত্তাৰ শাহটোৰ নিচিনা। যদি আহোম এজন অসমীয়া নহয়, আন কোননো অসমীয়া?

২) অসমীয়া হৈও আহোমসকলে তেওঁলোকৰ জনগোষ্ঠীগত সত্তাও বাহাল ৰাখিছে। তেওঁলোকৰ দুয়োটা পৰিচিতিয়েই ওপৰাওপৰিকৈ বৰ্তি আছে।

৩)এনে এটা মূল গোষ্ঠীয়েও যে অসমীয়া জাতিসত্তাৰ পৰা আঁতৰি যোৱাৰ কথা ভাবিব পাৰে, তাৰ পৰাই পৰিস্থিতিটোৰ গুৰুত্ব বুজা যায়। ই পৰিস্থিতিৰ ভংগুৰতাও উদঙাই দিয়ে কাৰণ কোচ-ৰাজবংশী আৰু আহোম, এই দুই অবৰ্ণহিন্দু সম্প্ৰদায় যদি আঁতৰি যায়, তেতিয়াহ'লে অসমীয়া জাতিসত্তাৰ প্ৰায় একো নাথাকেগৈ। এই আহোমসকলৰ লগত বৰ্ণহিন্দুসকলৰ দ্বন্দ্ব পোহৰলৈ অহাৰ এটা প্ৰধান কাৰণ হৈছে আহোমসকলৰ ৰাজনৈতিক আকাংক্ষা। ছুশ বছৰীয়া সুদীৰ্ঘ শাসনৰ অভিজ্ঞতা আৰু সতেজ স্মৃতিয়ে আহোমসকলক সেই ক্ষমতা পুনৰুদ্ধাৰৰ সপোন দেখুৱাইছিল। ব্ৰিটিছ শাসকসকলৰ দৃষ্টিত তেওঁলোক সন্দেহৰ পাত্ৰ আছিল বাবে আৰু তেওঁলোকে নিজেও ব্ৰিটিছ শাসন মনে প্ৰাণে মানি ল'ব নিবিচাৰিছিল বাবে আহোমসকলে লগে লগে পশ্চিমীয়া শিক্ষাৰ সুযোগ ল'ব নোৱাৰিলে। ইফালে তেওঁলোকে যেতিয়ালৈকে দেখিলে যে আগদিনালৈকে তেওঁলোকৰ প্ৰতি অনুগত আৰু তেওঁলোকৰ দ্বাৰা বাধিত বৰ্ণহিন্দুসকলে ৰাতিটোৰ ভিতৰতে আনুগত্য সলাই ব্ৰিটিছ শাসকৰ বহতীয়া হ'ল, তেতিয়া তেওঁলোক মৰীয়া / বেপৰোৱা হৈ উঠিল। তেওঁলোকৰ মনত ঠাই পালে এক অনাস্থা আৰু অবিশ্বাসৰ ভাৱে। ঔপনিবেশিক যুগত মধ্যশ্ৰেণীৰ সংগঠন আৰু নেতৃবৃন্দৰ অনুভূতিবৰ্জিত কাৰ্যকলাপে পৰিস্থিতিটোক আৰু জটিলহে কৰি পেলালে। আনহাতে আহোমসকলে চৰকাৰী চাকৰি বাকৰিৰ বাবে লাহে লাহে শক্তিশালী প্ৰতিযোগী হৈ উঠাত এই দ্বন্দ্ব আৰু বৃদ্ধি পালে। অৱশ্যে স্বাধীনতা আন্দোলনৰ ক্ৰমবৰ্দ্ধমান জনজোৱাৰত এইবোৰ দ্বন্দ্ব সাময়িকভাৱে হ'লেও শাম কাটিলে। শাম কাটিলেও সিবোৰ কিন্তু নিৰ্মূল হৈ নগ'ল । নিৰ্মূল নহ'ল স্বাধীনতা আন্দোলনৰ দ্বিধাগ্ৰস্ত চৰিত্ৰৰ বাবেই। সেই বিভাজন এতিয়াও বাহাল আছে।

## কোচ ৰাজবংশীসকল ঃ শাহত ভাঙণ

অসমৰ বিভিন্ন থলুৱা জনগোষ্ঠীসমূহৰ ভিতৰত কোচ -ৰাজবংশী হৈছে বৃহত্তম। তেওঁলোক অসমীয়াভাষী বৃহত্তম সম্প্ৰদায়ো, তেওঁলোকক বাদ দিলে অসমীয়া ভাষীসকলেই সংখ্যালঘু হৈ পৰিব। তেওঁলোকৰ মুঠ সংখ্যা প্ৰায় পঞ্চাশ লাখ, অৰ্থাৎ ৰাজ্যখনৰ মুঠ জনসংখ্যাৰ এক পঞ্চমাংশ। ( ১৮৯১ চনৰ লোকপিয়ল অনুসৰি অসম, পশ্চিম বংগ আৰু পূৰ্বৰ পূব পাকিস্থানত ৩৫,৯০,৩৪১ জন ৰাজবংশী ভাৱাভাষী আছিল।)[৩২৩] সেই একে পিয়লৰ পৰা অবিভক্ত গোৱালপাৰা জিলাৰ দুই তৃতীয়াংশ মানুহে ৰাজবংশী (অথবা

৩২৩) Grierson : Linguistic Survey of India, Vol-I, Part -I p.163, (1927)

গোৱালপৰীয়া) ভাষা কোৱা দেখা যায়।

কোচ ৰাজবংশীসকলৰ বিষয়ে বিশিষ্ট ৰাওঁপন্থী তাত্ত্বিক ভাস্কৰ নন্দী আৰু বাসন্তী ৰমণে কৈছে ঃ

*উত্তৰ পূব ভাৰতৰ কোচ ৰাজবংশীসকল এক যৌগিক জনগোষ্ঠী (বহু জনগোষ্ঠীৰ সংমিশ্ৰণত গঠিত যাৰ মাজত বহু বড়ো ভাষা-ভাষী জনগোষ্ঠীৰ সংমিশ্ৰণ ঘটিছে। এই জনগোষ্ঠীয়ে প্ৰায় ১৫০০ বছৰৰ এক দীৰ্ঘ সংস্কৃতায়ন প্ৰক্ৰিয়াৰ মাধ্যমেৰে বড়ো ভাষীৰ পৰা সংস্কৃত ভিত্তিক ভাষা-ভাষীত; ঝুম খেতিৰ পৰা স্থায়ী নাঙলেৰে হাল বোৱা খেতিত; আপেক্ষিকভাৱে অ-বৈষম্যমূলক নাৰী-পুৰুষ সম্পৰ্কৰ পৰা (এওঁলোকৰ মাজত বাভাসকলৰ দৰে মাতৃতান্ত্ৰিক ব্যৱস্থাও আছিল, তেওঁলোকো কোচ-ৰাজবংশীসকলৰ মাজত বিলীন হৈছে) নাৰীৰ ওপৰত বাধা নিষেধকাৰী আৰোপকাৰী ব্যৱস্থালৈ আৰু ৰাষ্ট্ৰবিহীন সমাজৰ পৰা প্ৰথমে আত্মীয় ভিত্তিক (Kinship) আৰু পাছত মোটমুটি স্থায়ী ৰাষ্ট্ৰভিত্তিক সমাজলৈ ৰূপান্তৰিত হয়। এই ৰাষ্ট্ৰ ১৯৫০ চনত ভাৰতীয় গণপ্ৰজাতন্ত্ৰৰ অংগীভূত হোৱাৰ আগতে প্ৰায় চাৰিশ বছৰ টিকি আছিল। তথাপিও ভাৰতীয় জাতি-বৰ্ণ ব্যৱস্থাত এই জনগোষ্ঠীৰ অন্তৰ্ভুক্তি লৈ বহু অনিশ্চয়তা থাকি গৈছে আৰু এওঁলোকৰ পৰিচিতিৰ প্ৰশ্নই বৰ্তমানে ৰাজনৈতিক সমস্যাৰ ৰূপত দেখা দিছে। এই প্ৰবন্ধত এই জনগোষ্ঠীৰ সংস্কৃতায়নৰ প্ৰক্ৰিয়া আৰু এই প্ৰক্ৰিয়াৰ লগত পুৰণা সংস্কৃতি আৰু সমাজৰ সংঘাত অনুসন্ধান কৰাৰ চেষ্টা চলিছে। এই সংঘাতৰ ফলতে জনগোষ্ঠীটোৱে জাতি-বৰ্ণ(Caste) আৰু জনজাতি (tribe)ৰ মধ্যবৰ্তী অৱস্থাত থাকি গৈছে আৰু বৰ্তমানে এটি জাতিসত্তা (nationality) ৰূপে বিকশিত হ'বৰ সম্ভাৱনা উপস্থিত হৈছে।* [৩২৪]

কোচ ৰাজ্য আৰু কোচ ৰাজবংশীৰ বসতি এলেকা (বৰ্তমানৰ) ভাৰত , নেপাল আৰু বাংলাদেশত বিস্তৃত হৈ পৰিল। নেপালৰ তৰাই অঞ্চলৰ মৰঙৰ পূবৰ এলেকা, বিহাৰৰ পূৰ্ণিয়া আৰু কেইখনমান সংলগ্ন জিলা, উত্তৰ বংগৰ ছখন জিলা, বাংলাদেশৰ ৰংপুৰ, দিনাজপুৰ আৰু উত্তৰ পূব মৈমনসিঙৰ বাহিৰেও অসমৰ ধুবুৰী, গোৱালপাৰা, বঙাইগাঁও, কোকৰাঝাৰ, বৰপেটা, নলবাৰী, কামৰূপ আৰু দৰং জিলাত বুজন পৰিমাণৰ কোচ ৰাজবংশী জনবসতি আছে।

তিনিখন দেশ বিয়পা এক বিস্তীৰ্ণ অঞ্চলত তিনি শতিকা জুৰি ৰাজত্ব চলোৱা কোচসকলৰ সকলো ক্ষমতা একালত ব্ৰিটিছৰ দ্বাৰা অপহৃত হ'ল। আহোমসকলৰ দৰেই কোচসকলকো অপমানজনক পৰিস্থিতিলৈ ঠেলি দিয়া হ'ল। সামাজিকভাৱে তেওঁলোকক চৰম অস্পৃশ্যতাৰ বলি কৰা হ'ল। ব্ৰিটিছ শাসকৰ লগত বুজাবুজিলৈ আহিব নোৱাৰাৰ বাবে তেওঁলোকে ইংৰাজী শিক্ষাকো অবহেলা কৰিলে। ফলত তেওঁলোকৰ মাজত মধ্যশ্ৰেণীৰ বিকাশৰ প্ৰক্ৰিয়াও বৰ মন্থৰ হৈ ৰ'ল। কোচ - ৰাজবংশী সংগঠনসমূহে বিগত আঠ ন দশক জুৰি অস্পৃশ্যতাৰ বিৰুদ্ধে যুঁজি আহিছে। এজন কোচ ৰাজবংশী নেতাই অভিযোগ কৰিছে যে শংকৰদেৱক আশ্ৰয় দিওঁতা, তেওঁৰ পৰিয়ালৰ সৈতে বৈবাহিক সম্পৰ্কত আবদ্ধ কোচ

৩২৪) Vaskar Nandy & Vasanthi Raman : *The Long Transition: The Case of Koch Rajbonshis in North East India* in Dev Nathan (ed) From Tribe to Caste, IIAS Shimla, 1997, p. 446.

ৰাজবংশীসকলক বৰপেটা কীৰ্তন ঘৰত সেৱা সৎকাৰ কৰাৰ অধিকাৰৰ পৰা বঞ্চিত কৰা হৈছে। কলকাতাৰ সৰ্বোচ্চ ন্যায়ালয়ত গোচৰ তৰিহে কোচৰাজবংশীসকলে কীৰ্তন ঘৰত প্ৰৱেশৰ অধিকাৰ লাভ কৰিছিল।[৩২৫] এনে অস্পৃশ্যতাৰ বাবে কোচৰাজবংশী নেতৃত্বই সত্ৰাধিকাৰসকলক প্ৰত্যক্ষভাৱে দায়ী কৰিছিল।[৩২৬]

শ্ৰীমন্ত শংকৰ দেৱ সংঘৰ অন্যতম প্ৰতিষ্ঠাপক হলধৰ ভূঞা আছিল একেসময়তে কংগ্ৰেছৰ এজন বিশিষ্ট নেতাও। কোচ সম্প্ৰদায়ৰ এইজন ব্যক্তিয়ে তেওঁৰ শৈশৱৰ অভিজ্ঞতাৰ বৰ্ণনা কৰি কেনেকৈ ল'ৰালিতে তেওঁ এবাৰ তমোময় জ্বৰত আক্ৰান্ত হৈ বাটেদি থৰক - বৰককৈ গৈ থাকোঁতে বৰ্ণহিন্দু বৈষ্ণৱসকলে তেওঁক দেখিও স্পৰ্শ কৰাৰ পৰা বিৰত আছিল।[৩২৭] আৰু কেনেকৈ বৰদোৱা নৰোৱাসত্ৰত অপমানিত হৈছিল, সেইকথা আমি এই গ্ৰন্থৰ দ্বিতীয় অধ্যায়ত সবিশেষ উদ্ধৃত কৰি আহিছোঁ। ইয়াত মাত্ৰ ইয়াকে কওঁ যে শংকৰ সংঘৰ জৰিয়তে আধ্যাত্মিক মুক্তি বিচৰাতে ক্ষান্ত নহৈ কংগ্ৰেছ নেতা হলধৰ ভূঞাই কোচৰাজবংশী সন্মিলনীবো নেতৃত্ব দিছিল।[৩২৮]

এনেবোৰ কথাৰ প্ৰভাৱ আছিল স্বাধীনতা আন্দোলন তথা কংগ্ৰেছ সমিতিৰ ভিতৰত প্ৰায় উলম্ব বিভাজন। ব্ৰাহ্মণ বিৰোধী প্ৰতিবাদী ধৰ্মীয় আন্দোলনৰ নেতা হলধৰ ভূঞাৰ নেতৃত্বত এটা ফৈদ আৰু পণ্ডিত কনকচন্দ্ৰ শৰ্মা আৰু পূৰ্ণ চন্দ্ৰ শৰ্মাৰ নেতৃত্বত গঠিত আন এটা ফৈদে এই সময়ত নগাওঁ জিলা কংগ্ৰেছৰ ভিতৰত কাৰ্যনিৰ্বাহ কৰিছিল। এই কথা স্বীকাৰ কৰি থৈ গৈছে স্বয়ং পূৰ্ণচন্দ্ৰ শৰ্মাই।[৩২৯]

বংগ আৰু অসম দুয়ো ৰাজ্যৰে বৰ্ণহিন্দুসকলে আচৰণ কৰা এনে ধৰণৰ অস্পৃশ্যতাৰ বাবেই কোচসকলে এক সংস্কৃতায়ন আন্দোলনত যোগ দিছিল। পশ্চিম বংগৰ দিনহাটাৰ পঞ্চানন বৰ্মা ওৰফে পঞ্চানন ঠাকুৰ ওৰফে পঞ্চানন চৰকাৰ আছিল সম্প্ৰদায়টোৰ এজন উদীয়মান অধিবক্তা তথা নেতা। তেতিয়াই এম. এ., বি. এল ডিগ্ৰী লাভ কৰা পঞ্চাননক ৰংপুৰ (বৰ্তমান বাংলাদেশৰ অন্তৰ্গত) কাছাৰীৰ উকীলখানাত বৰ্ণহিন্দু সহকৰ্মীসকলে বেয়াকৈ অপমান কৰে। বিক্ষোভত ফাটি পৰি পঞ্চাননে ১৯১৩ চনৰ ২৭ মাৰ্চৰ দিনা কৰতোৱা নদীৰ পাৰত দুই লাখ কোচলোকক একত্ৰিত কৰে। কোচসকলে তাৰ পাছত এক ব্ৰাহ্মণ্যবাদী আচাৰ-আনুষ্ঠানিকতাৰ মাজেৰে লগুণ পৰিধান কৰে।[৩৩০]

ড° অমলেন্দু গুহয়ো দেখুৱাইছে যে কোচ ৰাজবংশী ক্ষত্ৰিয় সামাজিক আন্দোলন ১৮৯১ চনতে আৰম্ভ হয়। যদিও ইয়াৰ নেতৃত্ব দিছিল সম্প্ৰদায়টোৰ জমিদাৰ জোতদাৰসকলে, তথাপি ই মূলতঃ সামাজিক মৰ্যাদাৰ বাবে দলিত নিপীড়িতৰ আন্দোলনেই আছিল। ই

---

৩২৫) যোৰহাট জিলা কোচ ৰাজবংশী সন্মিলনীৰ স্মৰণিকা (১৯৯৫) সদৌ অসম কোচ ৰাজবংশী সন্মিলনীৰ প্ৰধান সম্পাদক ডাঃ দুৰ্লভ চমুৱা

৩২৬) ঐ

৩২৭) লোকসেৱক হলধৰ ভূঞাৰ জীৱনালেখ্য, পৃ. ২৬

৩২৮) ঐ

৩২৯) মোৰ অতীতৰ সোঁৱৰণী আৰু নগাঁও জিলাত মুক্তি সংগ্ৰাম (দুয়ো খণ্ড)

৩৩০) কোচ ৰাজবংশী জাতিৰ ইতিহাস আৰু সংস্কৃতি, পৃ. ১০৩

আছিল উচ্চবৰ্ণসমূহৰ সামাজিক আধিপত্যৰ বিৰুদ্ধে এক সবৰ প্ৰতিবাদ। ড° গুহয়ো স্বীকাৰ কৰিছে যে এই আন্দোলনবোৰৰ বাবে ৰাজবংশী কৃষকসকলো ৰাক্কৈ আলোড়িত হৈ উঠিছিল। ১৯০৭ চনত অসমৰ চিদ্‌লীত অনুষ্ঠিত ৰাজবংশী কুলপ্ৰদীপ অনুষ্ঠানো আছিল এনে উৰ্দ্ধমুখী সামাজিক সচলতাৰ বাবে হোৱা আন্দোলনৰে উদাহৰণ। ড° গুহই অৱশ্যে এনে আন্দোলনক পশ্চাৎপদ বুলি গৰিহণা দিছে।[৩৩১]

এনে আচাৰ আনুষ্ঠানিক / ঔপচাৰিক আন্দোলনবোৰে যে কোচ ৰাজবংশীসকলৰ সামাজিক স্থিতিত কোনো মৌলিক পৰিবৰ্তন আনিব পৰা নাছিল তাৰ প্ৰমাণ পোৱা যায় এই কথাৰ পৰা যে যি সকল বাঙালী ব্ৰাহ্মণে কুৰি শতিকাৰ দ্বিতীয় তৃতীয় দশকতে কোচ ৰাজবংশী সকলক ক্ষত্ৰিয় বুলি দীঘলীয়া প্ৰমাণ পত্ৰ দিছিল, আনকি তেওঁলোকেও কোচ ৰাজবংশীসকলৰ সকাম নিকাম কৰিবলৈ অস্বীকাৰ কৰিছিল।[৩৩২] ইয়াৰ পৰা দেখা যায় যে তেনে ঔপচাৰিকতাৰ পৰা আহৃত সামাজিক মৰ্যাদা উপৰুৱা আৰু ক্ষণস্থায়ী চৰিত্ৰৰ।

ইফালে অসমীয়া বেচৰকাৰী সংগঠনসমূহে কোচ ৰাজবংশীসকলক অৱহেলা কৰিয়েই গৈছিল। এজন কোচ লেখক বুৰঞ্জীবিদে অভিযোগ কৰিছে যে ১৯৮৩ চনত বঙাইগাঁৱত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনত যোগেন্দ্ৰ চন্দ্ৰ চৰকাৰ আৰু আন কোচৰাজবংশী সাহিত্যিকসকলক অপমান কৰা হৈছিল। তেওঁ এই বুলিও অভিযোগ কৰিছিল যে সভাই তাৰ দীঘলীয়া কাৰ্যকালত কোচ-ৰাজবংশীসকলৰ লগত প্ৰত্যক্ষ বা পৰোক্ষভাবে সম্পাদিত মাত্ৰ দুখন কিতাপহে প্ৰকাশ কৰিছিল। তাৰে এখন আছিল 'ৰজা নৰনাৰায়ণ' নামৰ ভুল ভ্ৰান্তিৰে পূৰ্ণ পুস্তিকা এখন। আনখন আছিল কোচৰাজবংশী জমিদাৰ আৰু অসম সাহিত্য সভাৰ বিশিষ্ট বিত্তদাতা নগেন্দ্ৰনাৰায়ণ চৌধুৰীৰ ৰচনাসংগ্ৰহ।

কোচ ৰাজবংশীসকলৰ হেঁচাৰ বাবেই সভাই এসময়ত কোচ ৰাজবংশীসকলৰ পূৰ্ণাংগ ইতিহাস এখন প্ৰণয়নৰ কথা আলোচনা কৰিছিল যদিও পাছত ধাৰণাটো পৰিত্যক্ত হয়। ই মহাবীৰ চিলাৰায়ৰ জীৱনী এখন লিখিবৰ বাবেও কোচ ৰাজবংশী বুৰঞ্জীকাৰ অম্বিকাচৰণ চৌধুৰীক অনুৰোধ কৰিছিল। সভাৰ ১৯৮২ চনৰ তিনিচুকীয়া অধিবেশনৰ আগে আগে কিতাপখন প্ৰকাশৰ প্ৰতিশ্ৰুতি দায় হৈছিল। সেই প্ৰতিশ্ৰুতি যে ৰক্ষা কৰা হোৱা নাছিল আৰু লেখতে ১৯৮৩ চনত কিতাপখন নিজাববীয়াকৈ প্ৰকাশ কৰিবলগীয়া হৈছিল।[৩৩৩] সেই বিষয়ে আমি এই গ্ৰন্থৰ পঞ্চম অধ্যায়ত ইতিমধ্যে উল্লেখ কৰিছোঁ।

ৰাজবংশী/কমতাপুৰী ভাষা সাহিত্যৰ ওপৰত আধাৰিত কমতাপুৰী সাহিত্য পৰিষদৰ জন্মও সেয়ে অসম সাহিত্য সভাৰ জাতি বৰ্ণবাদী নীতিৰ বিৰুদ্ধে এক প্ৰতিবাদ আছিল।

---

৩৩১) জমিদাৰ কালীন গোৱালপাৰা জিলাৰ আৰ্থসামাজিক অৱস্থা ঃ এটি ইতিহাসিক দৃষ্টিপাত (ধুবুৰী, ১৯৪৮), পৃষ্ঠা ৭৮

৩৩২) Vaskar Nandy & Vasanthi Raman : *The Long Transition: The Case of Koch Rajbonshis in North East India* in Dev Nathan (ed) From Tribe to Caste, IIAS Shimla, 1997, p. 446.

৩৩৩) কোচ ৰাজবংশী সন্মিলনীৰ সমীক্ষাত্মক ইতিহাস, পৃষ্ঠা ২৬-২৭

কোচ ৰাজবংশী সন্মিলনে ইয়াৰ অষ্টাদশ কোকৰাঝাৰ অধিবেশনত লোৱা এক প্ৰস্তাৱত কোৱা হৈছিল যে অসম সাহিত্য সভা (আৰু লগতে দুয়োখন বিশ্ববিদ্যালয়ে) কোচ ৰাজবংশীসকলক ৬৬ বছৰ জুৰি অপমানৰ বাহিৰে একো কৰা নাই।(৩৩৪)

অসম সাহিত্য সভাৰ বাহিৰেও অসমীয়া মধ্য শ্ৰেণীৰ আন এক প্ৰধান সংগঠন সদৌ অসম ছাত্ৰ সন্থাও কোচ-ৰাজবংশী মহাবীৰসকলৰ প্ৰতি অসন্মান প্ৰদৰ্শনৰ অভিযোগত অভিযুক্ত। আৰ্ণল্ড টয়নবীয়ে বিশ্বৰ তিনিজন মহাবীৰৰ এজন বুলি আখ্যা দিয়া মহাবীৰ চিলাৰায়ৰ ৪৭৪ তম জন্মতিথিৰ দিনা আছুৱে বন্ধৰ আহ্বান জনাইছিল, সেই দিনা আমিনগাঁৱত বিশ্বমহাবীৰ জনৰ ব্ৰঞ্জৰ প্ৰতিমূৰ্তি উন্মোচন কৰা হ'ব বুলি জানি বুজিয়েই তেনে কৰিছিল। কোচ ৰাজবংশীৰ সন্মিলনীয়ে আছুৰ এনে কাৰ্যক কোচ ৰাজবংশী বিৰোধী বুলি আখ্যা দিছিল।(৩৩৫) কিন্তু সাহিত্যিক সাংস্কৃতিক আগ্ৰাসনেই একমাত্ৰ নহয়, কোচ সকল ৰাজনৈতিক-সামাজিক-অৰ্থনৈতিক আৰু অন্য ক্ষেত্ৰতো বঞ্চনা আৰু বৈষম্যৰ চিকাৰ হৈছিল। তাৰে কেইটামান উদাহৰণ তলত দিয়া হ'লঃ

প্ৰথমত ঃ ৰাজনৈতিক কাৰচাজিৰ বাবেই কোচ ৰাজবংশীসকল ভাৰত, বাংলাদেশ আৰু নেপালত বিভক্ত হৈ পৰিবলগীয়া হ'ল। দ্বিতীয়তঃ ৰাজনৈতিক ষড়যন্ত্ৰৰ বাবেই তেওঁলোকক ভাৰতৰ বিভিন্ন ৰাজ্যত ভিন্ ভিন ৰাজনৈতিক মৰ্যাদা দিয়া হ'ল, যাতে তেওঁলোকে একেই ৰাজনৈতিক প্ৰশ্নত ঐক্যবদ্ধ হ'ব নোৱাৰে। সেইমতে পশ্চিমবংগত তেওঁলোক অনুসূচিত জাতি, মেঘালয় আৰু ত্ৰিপুৰাত অনুঃ জনজাতি, অ'বিচি বা অন্যান্য পাছপৰা শ্ৰেণীৰূপে স্বীকৃত। মন কৰিবলগীয়া যে আনকি ব্ৰিটিছ চৰকাৰে কোচ ৰাজবংশী সকলক অনুঃ জনজাতিৰূপে স্বীকৃতি দিছিল। ১৯৪০ চনত তেতিয়াৰ অসমৰ মুখ্য সচিব ডেনেহী চাহাবে বিভিন্ন বিভাগীয় মুৰব্বীলৈ দিয়া এখন জাননীত অবিভক্ত গোৱালপাৰা জিলাৰ বিভিন্ন নিযুক্তিত কোচ ৰাজবংশী প্ৰাৰ্থীক অগ্ৰাধিকাৰ দিবলৈ নিৰ্দেশ দিছিল।(৩৩৬) বংগৰ ফজলুল হক চৰকাৰেও ১৯৪৭ চনৰ বহু আগতেই কোচ ৰাজবংশীসকলক অনুঃজাতি ৰূপে স্বীকৃতি দিছিল। তাৰ বিপৰীতে বৰ্ণহিন্দু নেতৃত্বাধীন কংগ্ৰেছ চৰকাৰে স্বাধীনতাৰ অব্যবহিত পাছতে, ১৯৫০ চনত ঝাড়খণ্ডী আদিবাসী সকলৰ লগতে কোচ ৰাজবংশীসকলক অনুসূচীৰ পৰা বহিস্কাৰ কৰে আৰু সংৰক্ষণৰ সামান্য সুবিধাকণো তেওঁলোকৰ পৰা কাঢ়ি লয়। তেতিয়াৰ পৰা তেওঁলোক সংৰক্ষণৰ সুবিধাৰ পৰা বঞ্চিত হৈ আছিছে। কোচ-ৰাজবংশীসকলক অন্যান্য পিছপৰা শ্ৰেণী বুলি স্বীকৃতি দিয়া কাকাচাহেব কালেলকাৰ আয়োগৰ প্ৰতিবেদনখনো অসম চৰকাৰে গাপ দি থ'লে বহুদিনলৈকে। ১৯৫৮ চনতহে কোচ-ৰাজবংশী ছাত্ৰ-ছাত্ৰীৰ বাবে কেইটামান জলপানীৰ দিহা কৰা হ'ল।

তেতিয়াৰে পৰা অসমৰ কোচ-ৰাজবংশীসকলে প্ৰথমতে অনুসূচিত জাতি আৰু পাছত অনুসূচিত জনজাতিৰূপে তেওঁলোকৰ স্বীকৃতিৰ বাবে যুঁজি আহিছে। কিন্তু অসম

---

৩৩৪) কমতা সাহিত্য পৰিষদ, কি আৰু কিয়, পৃ. ২৯
৩৩৫) কোচ ৰাজবংশী সন্মিলনীৰ সমীক্ষাত্মক ইতিহাস, পৃষ্ঠা ৬০
৩৩৬) ঐ, পৃষ্ঠা - ৭

কংগ্ৰেছৰ বৰ্ণহিন্দু গোষ্ঠীটোৱে সদায়েই এই দাবীৰ বিৰোধিতা কৰি আহিছিল। বিজয় চন্দ্ৰ ভাগৱতী, নীহাৰ ৰঞ্জন লস্কৰ, বিপিন পাল দাসৰ দৰে কি কংগ্ৰেছ , কি বিৰোধীদল, দুয়োপক্ষৰ এদল নেতাই এই অনুসূচীকৰণৰ দাবীৰ বিৰুদ্ধে থিয় হৈছিল আৰু জনজাতিৰ নেতা যোগেন্দ্ৰনাথ হাজৰিকা, চছিয়েলিষ্ট নেতা গোলাপ বৰবৰা (দুয়ো পাছলৈ অসমৰ মুখ্যমন্ত্ৰী হয়), সংখ্যালঘু নেতা মইনুল হক চৌধুৰী (পাছলৈ মন্ত্ৰী), প্ৰমুখ্যে শাসক বিৰোধী দলৰ আন একাংশ নেতাই আকৌ উক্ত দাবী সমৰ্থন কৰা বুলি জনা যায়। কিন্তু অসম প্ৰদেশ কংগ্ৰেছ সমিতি আৰু অসম চৰকাৰে স্থিতাবস্থা বাহাল ৰখাৰ যুক্তিত উক্ত দাবী আনুষ্ঠানিক ভাৱে বিৰোধিতা কৰিছিল।[৩৩৭] ই আমাক চেৰেংকৈ মনত পেলাই দিয়ে ঝাড়খণ্ডী আদিবাসীসকলৰ অনুসূচীকৰণৰ দাবীক অসম প্ৰদেশ কংগ্ৰেছে একেদৰে প্ৰত্যাখ্যান কৰা ঘটনালৈ।

১৯৪৭ চনত জনজাতি বলয় আৰু আবেষ্টনী (বেল্ট-ব্লক) গঠনে কোচ-ৰাজবংশীসকলক আৰু সংকটলৈ ঠেলি দিলে। নৱগঠিত তেনে বলয় / আবেষ্টনীৰ ভিতৰত বহু কালজুৰি বসবাস কৰি অহা কোচ-ৰাজবংশী সকলে এতিয়া নিজৰ মাটি আইনসম্মতভাৱে বিক্ৰী কৰিব নোৱাৰা হ'ল, তাত আইনীভাৱে মাটিৰ স্বত্বও তেওঁলোকে উপভোগ কৰিব নোৱাৰা হ'ল।[৩৩৮] এয়া যেনিবা আছিল কোচৰাজবংশী সকলৰ প্ৰতি স্বাধীনতাৰ উপহাৰ। নক'লেও হয় যে অসমীয়া জাতীয় সংগঠনবোৰে এই বিপৰ্যস্ত সম্প্ৰদায়টোৰ হকে হীৰিণ কূটাডালো তীৰিণ নকৰিলে।

ইয়াৰ ফলত কোচ-ৰাজবংশীসকল এনেহে ৰাজনৈতিক বঞ্চনাৰ চিকাৰ হ'ল যে ৰাজ্যখনৰ জনসংখ্যাৰ এক পঞ্চমাংশ গঠন কৰা কোচ-ৰাজবংশীসকলৰ মাজৰ পৰা অদ্যপৰিমিত কেন্দ্ৰীয় মন্ত্ৰীসভাত এজনো মন্ত্ৰী হোৱা নাই। আমাৰ আলোচনাৰ নিৰ্ধাৰিত সময়ৰেখা অৰ্থাৎ ১৯৬০ চন পৰ্যন্ত তেওঁলোকৰ মাজৰ পৰা এজনো সাংসদ হোৱা নাছিল। তেওঁলোকে পুৰণি কোচ কমতা ৰাজ্যৰ পুনৰ প্ৰতিষ্ঠাৰ বাবে যি দাবী তুলিছিল তাক আকৌ ভণ্ডুল কৰি দিছিল তেতিয়াৰ বংগ আৰু অসমৰ কংগ্ৰেছী মুখ্যমন্ত্ৰীদ্বয় ক্ৰমে বিধান ৰয় আৰু গোপীনাথ বৰদলৈয়ে।

এই আলোচনাৰ পৰা দেখা যায় যে প্ৰাক্তন শাসকসকলক ক্ষমতাৰ পৰা আঁতৰাই ৰখাৰ বাবে ব্ৰিটিছে অনুসৰণ কৰি অহা নীতি অনুসৰিয়েই, আহোম আৰু আন পুৰণা শাসক জনজাতিবোৰৰ দৰেই কোচ-ৰাজবংশীসকলকো ঔপনিবেশিক স্থানীয় ক্ষমতাৰ গাঁথনিৰ পৰা বহিৰ্ভূত কৰি ৰখা হৈছিল। একালেদি এয়া আছিল পুৰণা শাসকসকলৰ বিদ্ৰোহৰ জুই নুমোৱাৰ এটা প্ৰচেষ্টা আৰু আনহাতে এয়া আছিল তেওঁলোকক শিক্ষা, চাকৰি আদিৰ পৰাও বঞ্চিত কৰাৰ এক চক্ৰান্ত। ফলত কোচ ৰাজবংশীসকল পতিত হৈছিল পশ্চাৎপদতাৰ অন্ধকাৰত। অসমীয়া মধ্যশ্ৰেণীৰ একাংশৰ বিজয় এইদৰে হাচিল হৈছিল কোচ, আহোম আৰু আন বহুতৰ পৰাজয়ৰ পৰিণামত। সেয়েহে দুয়ো দলৰ মাজত ৰচিত হৈছিল গভীৰ

---

৩৩৭) কোচ ৰাজবংশী সন্মিলনীৰ সমীক্ষাত্মক ইতিহাস, পৃষ্ঠা ১৭
৩৩৮) অসমৰ জনজাতি, পৃষ্ঠা ৭২

বিভাজন-ৰেখা। আমাৰ আলোচ্য সময়ছোৱাত কোচ-ৰাজবংশীসকলৰ লগত অসমীয়াভাষীসকলৰ ভাষিক সংহতি ঘটিছিল, যাৰ সাক্ষ্য লোকপিয়লৰ প্ৰতিবেদনবোৰ বহন কৰিছে. কিন্তু তৎসত্বেও জনগোষ্ঠীগত দ্বন্দ্ব বাহাল আছিল। বৃহত্তম অসমীয়াভাষী সম্প্ৰদায়টোক এনেকৈ অসমীয়া ভাষী শাহটোৰ ভিতৰতে প্ৰান্তিক অৱস্থানলৈ ঠেলি দিয়া হৈছিল, যাৰ বিষম প্ৰভাৱ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াটোৰ ওপৰতে পৰিছিল।

# মৰাণ আৰু মটক ঃ
# বিদ্ৰোহীসকলক কেনেকৈ সেও মনোৱা গ'ল

মৰাণ আৰু মটকসকলৰ কথা আমি ইয়াত একেলগে উল্লেখ কৰিছোঁ তেওঁলোকৰ পাৰস্পৰিক সম্পৃক্ত সম্বন্ধৰ কথা ভাবিয়েই। কিন্তু ঐতিহাসিকভাবে ক'বলৈ গ'লে মৰাণসকল অসমৰ এটা প্ৰাচীন থলুৱা জনগোষ্ঠী যাৰ ঘাই বসতি হৈছে উজনি অসমৰ ডিব্ৰুগড়, তিনিচুকীয়া জিলা। আহোমসকল অসমলৈ অহাৰ আগতে তেওঁলোকেই সেইবোৰ ঠাই ৰাজত্ব কৰিছিল। আনহাতে মটকসকল হৈছে এক ধৰ্মীয় সম্প্ৰদায়, যাৰ মাজত মৰাণ, আহোম, চুতীয়া, যোগী, বণিয়া, কৈৱৰ্ত আৰু কিছুসংখ্যক বৰ্ণহিন্দু চামিল হৈ নিকপকপীয়া ধৰ্মীয় সামাজিক বান্ধোনেৰে এক নতুন সত্তা গঢ়ি তুলিছিল। অসমীয়া বৈষ্ণৱবাদৰ ভিতৰৰ কালসংহতিৰ অনুগামী মৰাণ- মটকসকলক মোৱামৰীয়া / মায়ামৰীয়া অভীধাৰেও জনা যায়। মূঠৰ ওপৰত মৰাণ - মটকসকল অসমৰ আদিম ভূমিসন্তানসকলৰে একাংশ। তথাপিও তেখেতসকলৰ ক্ষেত্ৰতো অসমীয়া মূলসুঁতিৰ সংগঠনবোৰে নকৰাকৈ আছে বহুখিনি, কৰিবলগীয়াও আছে বহুখিনি।

মৰাণ মটকসকল অসমীয়া জাতিসত্তাৰ আন অংশীদাৰ সম্প্ৰদায়বোৰৰ পৰ্যায়লৈ যাবলৈ এতিয়াও বহু বাকী আছে।

তেওঁলোকৰ শৈক্ষিক পৰিসংখ্যা চালেই সেই কথা স্পষ্ট হৈ পৰিব। ১৯৬৬ চনত প্ৰকাশিত মৰাণ সভাৰ এক দলিল অনুসৰি সেই বছৰত মৰাণ জনসংখ্যা আছিল দুই লাখৰ ওচৰাওচৰি। তাৰ পৰা আন্দাজ কৰিব পাৰি যে ১৯৬০ চনতো এই পৰিসংখ্যা নিশ্চয় ডেৰলাখৰ পৰা দুই লাখৰ ভিতৰত আছিল। আনহাতে মটকসীগৰ এক স্মাৰকপত্ৰ অনুসৰি ১৯৪৭ চনত মৰাণ - মটকসকলৰ মুঠীয়া জনসংখ্যা আছিল তিনি লাখৰ ওচৰা ওচৰি।[৩৩৯]

মৰাণসকলৰ নিজা দলিল এখনৰ পৰা তলৰ পৰিসংখ্যা পোৱা হয়।[৩৪০]

---

৩৩৯) কনকান্ত মৰাণ ঃ ভূমিপুত্ৰ, পৃষ্ঠা ৯১
৩৪০) ঐ, পৃ. ৬৬-৬৭

| তালিকা নং ৫ | | |
|---|---|---|
| ***১) ১৯৬৬ চনলৈকে শিক্ষা*** | | |
| ক) স্নাতকোত্তৰ ডিগ্ৰীধাৰী | ঃ | ২ |
| খ) স্নাতক | ঃ | ১০ |
| গ) কলেজীয়া ছাত্ৰ | ঃ | ২০/২৫ |
| ২) চৰকাৰী চাকৰি (ৰাজপত্ৰিত পৰ্যায়ৰ) | ঃ | শূন্য |
| ৩) অন্যত্ৰ উচ্চ পদবীৰ চাকৰি | ঃ | শূন্য |
| ৪) চৰকাৰী ঠিকাদাৰ | ঃ | শূন্য |
| ৫) আন উচ্চ শ্ৰেণীভুক্ত ঠিকাদাৰ | ঃ | শূন্য |
| ৬) প্ৰতিষ্ঠিত ব্যৱসায়ী | ঃ | শূন্য |

সদৌ অসম মৰাণ ছাত্ৰ সন্থাই ভাৰত চৰকাৰক দাখিল কৰা এখন স্মাৰকপত্ৰৰ পৰা আৰু দেখা যায় যে মৰাণসকলৰ ৯৪ শতাংশ দৰিদ্ৰ সীমাৰেখাৰ তলত বাস কৰে। তলৰ তুলনামূলক খতিয়ানৰ পৰা মৰাণ মটকসকলৰ প্ৰগতিৰ এটি ধাৰণা পাব পাৰিঃ [৩৪১]

| তালিকা নং ৬ | | |
|---|---|---|
| ***১৯৮০ চনলৈকে শিক্ষা ঃ*** | | |
| ক) স্নাতকোত্তৰ ডিগ্ৰীধাৰী | ঃ | ৭ |
| খ) স্নাতক | ঃ | ২০ |
| গ) কলেজৰ ছাত্ৰ | ঃ | ৫০ |
| ঘ) চিকিৎসা, অভিযান্ত্ৰিক কাৰিকৰী , কৃষি ছাত্ৰ | ঃ | শূন্য |

উক্ত স্মাৰকপত্ৰত মৰাণসকলৰ সাক্ষৰতাৰ হাৰ ৫ শতাংশ বুলি দেখুৱা হৈছিল। কিন্তু উক্ত স্মাৰকপত্ৰৰ এক দশক পাছত প্ৰদত্ত আন এক স্মাৰকপত্ৰত মৰাণ সকলৰ সাক্ষৰতাৰ হাৰ মাত্ৰ ৬ শতাংশ বুলি দেখুৱা হয়।[৩৪২] অৰ্থাৎ এক দশকত সাক্ষৰতা বাঢ়ে মাত্ৰ ১ শতাংশহে। আনকি ১৯৮৮ চনতো সম্প্ৰদায়টোৰ মাজৰ পৰা মাত্ৰ ৪ জনহে ৰাজপত্ৰিত বিষয়া ওলাইছিল, চিকিৎসক, অভিযন্তা এজনো দৰবত দিবলৈও নাছিল।[৩৪৩] গেলাত টেঙা দি ডিব্ৰুগড়ৰ অসমৰ মেডিকেল কলেজৰ মৰাণসকলৰ বাবে সংৰক্ষিত

৩৪১) শ্ৰীকুমাৰ দহোটীয়া ঃ মৰাণ মটক মাৰামৰা, পৃ. ৪১-৪২

৩৪২) [illegible], পৃ. ৮৯

৩৪৩) সদৌ অসম মৰাণ ছাত্ৰ সন্থা মুখপত্ৰ সৌৱাৰলিপি, ১৯৮৯, পৃষ্ঠা ৩৪

একমাত্ৰ আসনখনো ১৯৭৬ চনত বৰ্ণহিন্দুসকলে ষড়যন্ত্ৰমূলকভাৱে দখল কৰিছিল।[৩৪৪] এই ক্ষেত্ৰত অসমীয়া জাতীয় সংগঠনসমূহ নিশ্চুপ হৈ বৈছিল। কেৱল সিমানেই নহয় এনে বেচৰকাৰী সংগঠনবিলাকৰ ভিতৰত প্ৰধানতম সদৌ অসম ছাত্ৰ সন্থাই আনকি জবৌবৌৰা মৰাণসকলৰ বাবে উক্ত আসনখন সংৰক্ষিত কৰি ৰখাৰো বিৰোধিতা কৰিছিল। কিন্তু আছু, চিকিৎসা মহাবিদ্যালয় ছাত্ৰ সন্থা আৰু তেনে আন সংগঠনবোৰে দুখীয়া মৰাণসকলৰ বাবে সংৰক্ষণৰ বিৰোধিতা কৰাৰ বিপৰীতে সাংবাদিক, সামৰিক বিষয়া ,উচ্চপদস্থ চৰকাৰী আমোলা মন্ত্ৰী আদিৰ সন্তান সন্ততিৰ বাবে থকা সংৰক্ষণৰ সম্পৰ্কত নীৰৱতা অৱলম্বন কৰিছিল।[৩৪৫] এই অভিযোগটো এই বাবেই গুৰুতৰ যিহেতু সদৌ অসম মৰাণ ছাত্ৰ সন্থা, সদৌ অসম ছাত্ৰ সন্থাৰে ভাতৃত্বপূৰ্ণ সম্পৰ্কত আৱদ্ধ সংগঠন আৰু ই আছুৰ প্ৰায়বোৰ আন্দোলনতে যোগদানো কৰি আহিছে।

কিন্তু কেৱল আছুকেই বা দোষ দিওঁ কিয়। এই সহজ-সৰল অথচ স্বাধীনমনা মানুহখিনিক অপমান অৱমাননা কৰাত আন অসমীয়া জাতীয় সংগঠনবোৰো কোনো গুণে কম নহয়। জাতি গঢ়োঁতা ত্ৰিমূৰ্তিৰ অন্যতম হেমচন্দ্ৰ বৰুৱাৰ হেমকোষ নামৰ কৰ্তৃত্বশীল 'জাতীয়' অভিধানখনৰ কথাও চাওক। ইয়াত বিভিন্ন শব্দৰ সংজ্ঞা প্ৰদান কৰাৰ উপৰিও সিবিলাকত মূল্য আৰোপো কৰা হৈছে চৰম অৱমাননা আৰু অপমান। পূৰ্বৰ সংস্কৰণবোৰ বাদ দিলেও ইয়াৰ ১৯৯২ চনৰ সপ্তম সংস্কৰণটোতো মোৱামৰীয়া সকলক '*দুৰন্ত বা নিষ্ঠুৰ স্বভাৱৰ লোক (নিন্দা বা গালিত ব্যৱহাৰ)*' মৰাণ সকলক '*নিষ্ঠুৰ মানুহ, a tribe in Assam, said to be very cruel, hence it comes to mean cruel....*' আৰু মটকসকলক *A race in upper Assam, said to be very cruel, hence cruel,*[৩৪৬] বুলি কোৱা হৈছে।

মৰাণ নেতাসকলে এইবুলিও অভিযোগ কৰি আহিছে যে বিশ্ববিদ্যালয়ৰ পাঠ্যক্ৰমো মৰাণ - মটক বিৰোধী প্ৰচাৰেৰে পৰিপূৰ্ণ। উদাহৰণস্বৰূপে তেওঁলোক ড° লক্ষী দেৱীয়ে লিখা আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে ১৯৭৪ চনত প্ৰাক্ - স্নাতক মহলাৰ বাবে অনুমোদন জনোৱা 'অসম দেশৰ বুৰঞ্জী'খনলৈ আঙুলিয়াই দিছে। এই বুৰঞ্জীখনতো মৰাণ আৰু মোৱামৰীয়াসকলৰ প্ৰতি অৱমাননা কৰা শব্দ সন্চালনিকৈ প্ৰয়োগ কৰা হৈছে। লগতে অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনৰ স্মৃতিগ্ৰন্থ এখনত এই বুলিও অভিযোগ কৰা হৈছিল যে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই মৰাণসকলে অসম ধ্বংস কৰা বুলি ধ্বংসাত্মক অপপ্ৰচাৰ চলাইছিল।[৩৪৭] বেজবৰুৱাই 'বীণবৰাগী' নামৰ কবিতাটোত এনেকৈ লিখিছিলঃ[৩৪৮]

---

৩৪৪) ভূমিপুত্ৰ, পৃষ্ঠা ২১-২২
৩৪৫) সদৌ অসম মৰাণ ছাত্ৰ সন্থাৰ ১৯৮৮ অধিবেশনত সভাপতি তৰুণ মাধৱ মৰাণৰ ভাষণ।
৩৪৬) হেমকোষ (১৯৯২) পৃষ্ঠাক্ৰমে ৮৩৮, ৭৯৪ আৰু ৭৮৩
৩৪৭) সৌমাৰ, তিনিচুকীয়া (১৯৮৩),
৩৪৮) বেজবৰুৱা গ্ৰন্থাৱলী, খণ্ড ২, পৃ. ৯৭৮

*'মদিহে গাইছ*
*বদন ফুকনে*
*কেনেকৈ আনিলে মান*
*কেনেকৈ মৰাণে*
*অসম ধ্বংসিলে*
*মদিহে গাইছ গান।'*

অসমক শ্মশানভূমিত পৰিণত কৰা বিদেশী মানসকলৰ লগত আহোম ৰাজতন্ত্ৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰা মৰাণসকলক একেকৈ একাকাৰ কৰি দিয়া কবিতাটো আকৌ স্কুলীয়া ছাত্ৰ-ছাত্ৰীসকলৰ পাঠ্যপুথিত অন্তৰ্ভুক্ত কৰা হৈছিল।

সেই কবিতাটোৰ বাহিৰেও 'ভোকেন্দ্ৰ বৰুৱা' নামৰ উপন্যাসিকাখনৰ জৰিয়তেও তেওঁ মৰাণ বিৰোধী বিদ্বেষৰ হলাহল বিয়পাইছিল। এই গ্ৰন্থৰ 'অসম সাহিত্য সভা' অধ্যায়ত আমি সেই বিষয়ে সবিশেষ আলোচনা কৰি আহিছোঁ। ইয়াত এইখিনি কোৱাই যথেষ্ট যে বেজবৰুৱাৰ নিষ্ঠুৰ কৌতুকে মৰাণ সভাৰ নেতৃত্ব তথা মৰাণ ৰাইজক কলিজাতে হানিছিল। বেজবৰুৱাৰ উৰ্বৰ কল্পনা চৰমলৈ উঠিছিল যেতিয়া তেওঁ মৰাণ সভাৰ পুঁজিলৈ বৰঙণি আগবঢ়োৱা বয়োবৃদ্ধা এগৰাকীয়ে প্ৰকৃততে বিঢ়া ওকণি এটাহে ঠগীত দিছিল বুলি নিৰ্মম ব্যংগ কৰিছিল। ভোকেন্দ্ৰ বৰুৱা বুলি বেজবৰুৱাৰ কল্পিত মৰাণ নেতাজনে বোলে সেই 'ওকণি-বৰঙণি'কে উচ্ছসিত ভাষাত প্ৰশংসা কৰি জাতি প্ৰেমৰ জোৱাৰ তুলিছিল।[৩৪৯]

অনা- মৰাণ, জনজাতীয় সম্প্ৰদায়ৰ পৰা অহা বুদ্ধিজীৱী এজনে সেয়েহে অভিযোগ কৰিছিল যে অসমীয়া মধ্যশ্ৰেণীৰ মুখপাত্ৰসকলে মান -মৰাণক একেকৈ একাকাৰ কৰাৰ সম্পৰ্কত অসম সাহিত্য সভাৰ দৰে জাতীয় সংগঠনবোৰে নীৰৱতা অৱলম্বন কৰিছিল। কেৱল সিমানেই নহয় সভাই মৰাণ সকলৰ সম্পৰ্কত এখনো গ্ৰন্থ বা পুস্তিকাও আনকি প্ৰকাশ কৰা নাছিল।[৩৫০] আনহাতে জনজাতীয় নেতা ভীমবৰ দেউৰীয়ে মটকসকলক জনজাতি আৰু আহোম সকলৰ সৈতে ঐক্যবদ্ধ হ'বলৈ আৰু অসমীয়া সংবাদমাধ্যমৰ ধ্বংসাত্মক বিদ্বেষপূৰ্ণ প্ৰচাৰৰ সম্পৰ্কে সতৰ্ক থাকিবলৈ আহ্বান জনোৱাৰ পৰাই অসমীয়া জাতীয় সংগঠন / অনুষ্ঠানবোৰৰ এই ক্ষেত্ৰত ভূমিকাৰ বিষয়ে ধাৰণা কৰিব পাৰি।[৩৫১]

কিন্তু মৰাণ মটকসকলৰ শোচনীয় দশাক গভীৰতৰ কৰাৰ ক্ষেত্ৰত আটাইতকৈ গুৰুত্বপূৰ্ণ কাৰকবিলাকৰ এটা আছিল কানি-আসক্তি। সঁচা কথা ক'বলৈ গ'লে এটা সময়ত মৰাণ মটকসকল প্ৰায় সামগ্ৰিকভাৱেই কানিৰ কবলত পৰিছিল। সম্প্ৰদায়টোৰ ৪০,০০০ কানিয়াৰ ভিতৰত ১০,০০০ আছিল দোপাত কানিয়া। মিলচ্ চাহাবৰ ১৮৫৮ চনৰ প্ৰতিবেদনত এই পৰিস্থিতিৰ প্ৰতিফলন এনেকৈ ঘটিছে ঃ

---

৩৪৯) বেজবৰুৱা গ্ৰন্থাৱলী, খণ্ড ১, পৃ. ৭১৮

৩৫০) ৰবিন চন্দ্ৰ কাকোৱালী ঃ '*অসমীয়া পাণ্ডিত্যাভিমান আৰু মোৱামৰীয়া বিদ্ৰোহ*, মায়ামৰা, মায়ামৰা সমাজ ভিত্তিমূলীয়াৰ স্মৃতিগ্ৰন্থ, ১৯৮৫

৩৫১) মহাবীৰ মুলিয়াৰ জননায়ক ভীমবৰ দেউৰী, দ্বিতীয় খণ্ড

*The clan (of Morans) is said to have been once a hardy temperate race, with more physical energy and courage than the generality of the Assamese; exposed to the danger of constant attacks from their marauding neighbours, the Signphoos, they were able to protect themselves.*

*They have sadly degenerated; universally addicted to opium, the cultivation of the drug is all they devote themselves to with any zest. They look to us for protection, and have become indolent, improvident and apathetic.*[৩৫২]

কিন্তু মৰাণ মটককে ধৰি অসমৰ বিভিন্ন (নিপীড়িত ) জনগোষ্ঠীৰ মাজত ব্ৰিটিছেই যে কানি প্ৰচলন কৰিছিল সেই বিষয়ে মিলচ্ চাহাব নীৰৱ আছিল। ১৮৪১-৪২ চনতেই ব্ৰিটিছ্ চৰকাৰৰ প্ৰতিনিধি মেজৰ নৰ্থব্ৰুকে টিপুক মায়ামৰীয়া সত্ৰৰ সত্ৰাধিকাৰ নৰভূজ গোঁসাইৰ লগত এখন চুক্তিত উপনীত হৈছিল। সেই চুক্তি অনুসৰি ব্ৰিটিছে সত্ৰাধিকাৰ জনক ৫০ মোন কানি, ১২ টা বন্দুক আৰু নগদ ১৫০০ টকা আদায় দিছিল। তাৰ বিপৰীতে সত্ৰাধিকাৰে তেওঁৰ দখলত থকা ডিব্ৰু -দিবাক সমগ্ৰ অঞ্চলটো ব্ৰিটিছক শোধাই দিছিল। এই ওখচানেকীয়া ঠাইখিনি চাহ -খেতিৰ বাবে উপযুক্ত আছিল বাবেই ব্ৰিটিছে তেনেকৈ বিচাৰিছিল। মৰাণ মটকসকলৰ নিজস্ব সকলো সূত্ৰৰ দ্বাৰাও এই কথা সমৰ্থিত।[৩৫৩] এই চুক্তিৰ ফলত তেলেপীয়া, দাইচালে, চহৰীগঞা আৰু শিলিখাগুটীয়া ফৈদৰ মৰাণসকল তালাপ, দাইচা, চকৰীটিং আৰু শিলিখাগুৰি নামৰ তেওঁলোকৰ আজোককাৰৰ বসতিস্থান পৰিত্যাগ কৰি, চাহ শিল্পৰ হকে স্বহীদী স্বীকাৰ কৰি নতুন ঠাইলৈ আঁতৰি যাবলৈ বাধ্য হৈছিল।

এজন বিশিষ্ট মৰাণ নেতাই সেয়েহে সন্দেহ প্ৰকাশ কৰি কৈছে যে প্ৰাথমিক কে'বাখনো যুঁজত মৰাণসকলক ঘটুৱাব নোৱাৰি ব্ৰিটিছে মৰাণ গুৰুসকলক মোনে মোনে কানি ভেটী দি মৰাণসকলক বশ মনোৱাৰ বাট বাচি ল'লে।[৩৫৪] এয়া আছিল মৰাণসকলৰ বাবে এক ঐতিহাসিক সন্ধিক্ষণ, কাৰণ এই মুহূৰ্তৰ পৰাই তেওঁলোকে তেওঁলোকৰ মেজাজ, সাহস আৰু কৰ্মপ্ৰেৰণা হেৰুৱাই হতোদ্যম, নতশিৰ হৈ পৰিল।

মৰাণসকলে নিজেই মুকলিকৈ কৈছে যে সত্ৰাধিকাৰসকলে তেওঁলোকৰ শিষ্যসকলক কানি খাবলৈ আহ্বান জনাইছিল। টিপুক মায়ামৰা সত্ৰৰ অধিকাৰ নৰভূজ গোঁসায়ে তেওঁৰ শিষ্যসকলক এনেকৈ সম্বোধন কৰিছিল : *('নৰভূজ গোসাঁয়ে তমুৰ ভিতৰত ব্ৰিটিছ প্ৰতিনিধিৰ লগত গুপুত আলোচনা কৰি কৰা চুক্তিৰ শেষত') তমুৰ বাহিৰলৈ*

---

৩৫২) A JM. Mills' Report on the Province of Assam (Guwahati, 1984) p 647

৩৫৩) সদৌ অসম মৰাণ ছাত্ৰ সন্থাৰ ১৯৮৯ চনৰ তিনিচুকীয়া অধিবেশনৰ স্মৃতিগ্ৰন্থ সৌমাৰধিৰী, পৃ.২০, জনগোষ্ঠীয় সাংস্কৃতিক সমাবেশ (তিনিচুকীয়া, ১৯৯৭)ৰ স্মৃতিগ্ৰন্থ সমন্বয়, পৃঃ ৬৬ আৰু নীলাম্বৰ মহেন্তীয়া (সম্পা) মায়ামৰা সমাজৰ সাংস্কৃতিক ৰূপৰেখা পৃ. ৯৪

৩৫৪) শ্ৰীকুমাৰ দহোতীয়া : মৰাণ মটক মায়ামৰা, পৃ. ২০৪

*ওলাই আহি ডা-ডাঙৰীয়া, ভকত, শিষ্যৰ আগত ক'লে 'ভকত বাপুসৱ, আমি নিৰুপায় হৈ দেশৰ মংগলৰ অৰ্থে এই বেলি ৫০ মোন কানি উপহাৰ লৈছোঁ। ভকত বাপুসবে এমাহ কাল কানি পান কৰিব। ডেকা গাভৰুৱে দিনে ৰাতিয়ে আমি গোৱা পদকে ঘুৰি ঘুৰি গাই বিহু কৰিব।* (৩৫৫)

ইতিমধ্যে কোৱাদৰে উক্ত চুক্তিমতে ব্ৰিটিছ চাহাবে নৰভুজ গোসাঁইক ৫০ মোন কানি, ১২ টা বন্দুক আৰু ১৫০০ টকা দিলে। তাৰ বিনিময়ত গোসাঁয়ে তালাপ, দাইছা, চকৰীটিং, শিলিখাগুৰি আদি ঠাঁই সমূহ চাহ বাগিছা পাতিবলৈ ব্ৰিটিছক এৰি দিলে।

সৰ্বসাধাৰণ মৰাণসকলৰ মাটি এনেকৈ ব্ৰিটিছ চৰকাৰৰ দখললৈ যোৱাৰ বিপৰীতে সত্ৰাধিকাৰজন আৰু তেওঁৰ নবৃেজন নিৰ্বাচিত শিষ্য আছিল ভাগ্যবান; তেওঁলোকে কিছুবছৰৰ বাবে ৫০০ একৰ মাটিও ৰাজহ-মুক্ত হিচাপে ব্ৰিটিছৰ পৰা লাভ কৰিছিল। অৱশ্যে কিছু বছৰ পাছতে সেইখিনি মাটিও তেওঁলোকৰ পৰা লৈ তেওঁলোকক আৰু ভিতৰুৱা ঠাঁইলৈ আঁতৰি যাবলৈ বাধ্য কৰা হ'ল। ১৯০৩-০৪ চনত ব্ৰিটিছে সেই মাটিতো ৰাজহ বহুৱালে। কৰ-কাটল দিবলৈ অপাৰগ হৈ শিষ্যসকলে সত্ৰ এৰি গ'ল। সত্ৰাধিকাৰে এটুকুৰা মাটিৰ 'গ্ৰান্ট' বিচাৰি ব্ৰিটিছক কাকুতি কৰিব লগা হ'ল। সেই মতে ১০০০ একৰৰ গ্ৰান্ট এটা দিয়াও হৈছিল। কিন্তু অচিৰেই ওচৰৰ দৈমুখীয়া চাহ বাগিছাৰ ব্ৰিটিছ চাহ মালিকইতে সেই মাটিও দখল কৰিছিল। এনেকৈয়ে মৰাণসকল পৰিণত হৈছিল গৃহহাৰাত। (৩৫৬)

এনেকৈ ব্ৰিটিছ-সত্ৰ বুজাবুজিৰ ভবিষ্যতে মৰাণসকলৰ ঘৰ-বাৰী দখল কৰা বাগিছাবোৰ আছিল বিছাকুপী, কপাহি, তিপুক, বাদ্‌লাভেটা, বকপাৰা, মেছাইজান, চকৰীটিং, তালাপ, দাইচাজান, খোৱাং, দুবাৰমাৰা, দৈমুখীয়া, দীঘলতৰাং, বকজান, বৰডুবি আদি। (৩৫৭) একেদৰে দিনজয় মায়ামৰা সত্ৰক প্ৰদত্ত ২,৫০২ বিঘা মাটিৰ অনুদানবো বুজন অংশ কালক্ৰমত চাহ বাগিছাবোৰে দখল কৰিছিল। (৩৫৮) নকলেও হয়, মৰাণ সকলৰ ভূমি-বিছিন্নতাৰ এই প্ৰক্ৰিয়া আৰম্ভ হৈছিল ১৮৪১ চনতে, অৰ্থাৎ মেজৰ নৰ্থব্ৰুক আৰু নৰভুজ গোঁসাইৰ মাজত চুক্তি স্বাক্ষৰিত হোৱাৰ দিনাখনৰ পৰা। মৰাণ ভূমি-হস্তান্তৰত কানিয়ে তেতিয়াৰ পৰাই এটা ঘাই ভূমিকা লৈ আহিছে।

অৱশ্যে ব্ৰিটিছৰ প্ৰত্যাবৰ্তনৰ পাছতো সমস্যাটোৰ সমাধান নঘটিল। সবলমনা মৰাণ সকলক কানিৰে ঠগিবলৈ আহি এইবাৰ ব্ৰিটিছৰ ঠাঁই ল'লে মাৰোৱাৰী আৰু হিন্দুস্তানী ব্যবসায়ীয়ে। মৰাণ চাহ-আলিকে গঢ়ি তোলা দুখন চাহ বাগিছাৰ এখন মানখোৱা ইতিমধ্যেই মাৰোৱাৰীৰ দখললৈ গ'ল। আনহাতে মিঠাবাৰী নামৰ আনখন বাগিছাও একেদৰে কাঢ়ি নিবলৈ বিচৰা হৈছিল যদিও কোনোমতে সেইখন বচোৱা গ'ল। (৩৫৯)

---

(৩৫৫) সৰ্বৌ জনম মায়ামৰা সাংস্কৃতিক সমাজৰ স্মৃতিগ্ৰন্থত ৰবীন মৰাণৰ প্ৰবন্ধ, তিনিচুকীয়া, ১৯৯৬, পৃঃ ৫

(৩৫৬) ভূমিপুত্ৰ, পৃঃ ৪

(৩৫৭) ঐ, পৃঃ ৬

(৩৫৮) নীলাম্বৰ দাসঃ মহাপুৰুষ অনিৰুদ্ধদেৱৰ জীৱন লীলা আৰু সাহিত্য প্ৰতিভা। ডিব্ৰুগড়, ১৯২২ পৃঃ ৬৩

(৩৫৯) ভূমিপুত্ৰ, পৃঃ ৪২-৪৩

কেৱল চাহেই নহয়, মৰাণসকলৰ বাণিজ্যিক ফচল স্বৰূপ কমলাও মাৰোৱাৰী মহাজনে কানিৰ সলনি সলাই নিয়ে।[৩৬০] পৰিস্থিতি চৰমলৈ উঠিল যেতিয়া চেনেহী কেওল নামৰ তিনিচুকীয়াৰ মাৰোৱাৰী মহাজনে সৰ্বানন্দ সিংহৰ মটক ৰাজ্যৰ ৰাজধানীকে দখললৈ নিলে।[৩৬১] কানিয়ে মৰাণ মটকৰ সৰ্বনাশ সথা সেই সৰ্বনশীয়া সন্ধিক্ষণত অসমীয়া জাতীয় সংগঠনবোৰ নীৰৱে ৰ'ল। আমি এই গ্ৰন্থত আগতে দেখুৱাই আহিছোঁ কেনেকৈ দক্ষিণপাট সত্ৰ, সৰ্বজানিক সভা আদি অনুষ্ঠান-প্ৰতিষ্ঠানে, বিশেষকৈ জনজাতি, চাহ - মজদুৰ আদিৰ বাবে কানিৰ পোষকতা কৰিছিল। সেয়েহে কানিৰ বিৰুদ্ধে প্ৰচাৰ চলোৱাৰ দায়িত্ব কেৱল মৰাণ - মটক লীগৰ ওপৰতে বৰ্তিছিল। কুৰি শতিকাৰ চল্লিশৰ দশকত অসম ভৈয়াম জনজাতি লীগে কানিৰ বিৰুদ্ধে চলোৱা এক অভিযানৰ অংশীদাৰ আছিল মৰাণ - মটক লীগ। অসমৰ ভৈয়ামৰ জনজাতি, পাহাৰীয়া জনজাতি আৰু চাহ বাগিছাৰ জনজাতিৰ এক যৌথ মঞ্চ ভৈয়াম জনজাতি লীগ তথা মৰাণ -মটক লীগৰ এনে প্ৰচেষ্টাৰ বিপৰীতে কানিয়াৰ কীৰ্তনৰ প্ৰণেতা , হেমকোষ সংকলক হেমচন্দ্ৰ বৰুৱাই ভাৰতীয় কানি আয়োগৰ আগত ১৮৯৪ চনত দিয়া টোকাত কৈছিল যে কানিৰ অনা - ঔষধিজনিত ব্যৱহাৰৰ ক্ষেত্ৰত প্ৰতিবন্ধক লগাব নালাগে কাৰণ সি অসমৰ বিভিন্ন জনগোষ্ঠীৰ স্বাভাৱিক অভ্যাস।[৩৬২] সেয়েহে আচৰিত হ'বলগা একো নেথাকে যেতিয়া অসমীয়া মধ্যশ্ৰেণীয়ে তেওঁলোকৰ চকুৰ সমুখতে সংঘটিত এই জাতীয় ট্ৰেজেডীৰ সম্পৰ্কত নিৰোকা চামোন হৈ থাকে; সেই ট্ৰেজেডী হৈছে লাখ লাখ দৰিদ্ৰ দলিত মানুহৰ কানিৰ নাগপাশত লয় পোৱাৰ ট্ৰেজেডী।

সেয়েহে কানিৰ বিৰুদ্ধে আন্দোলনৰ দ্বিতীয় পৰ্যায়টোও মৰাণ সভাই অকলশৰীয়াকৈ যুঁজিব লগা হ'ল। ১৯৬৬ চনত অনুষ্ঠিত ইয়াৰ প্ৰথম অধিবেশনতে সভাই মৰাণ যুৱক-যুৱতী, মহিলা সমিতি, সমূহ সত্ৰৰ শিষ্য - প্ৰশিষ্য তথা সত্ৰাধিকাৰ সকলক কানিৰ পুৰণি অভিশাপ আৰু নতুনকৈ সুৰা প্ৰৱৰ্তনৰ প্ৰচেষ্টাৰ বিৰুদ্ধে সক্ৰিয় অভিযান চলাবলৈ আহ্বান জনালে।[৩৬৩]

সভাই এই আন্দোলনৰ সা -সমল, খা-খৰচো যথাসাধ্য নিজেই যোগাৰ কৰিলে। কিন্তু তাৰে কুলাব নোৱাৰাত অসম চৰকাৰক প্ৰাৰ্থনা জনালে অন্ততঃ ৩০,০০০ টকা আৰু এখন জীপ গাড়ী যোগান ধৰিবলৈ। তদুপৰি ই কাকপথাৰত এখন নিচা মুক্তকৰণ হস্পিতাল পতাৰো দাবী জনালে। বিমলা প্ৰসাদ চলিহাৰ নেতৃত্বাধীন অসম চৰকাৰে সেই অনুৰোধ উপৰোধৰ প্ৰতি সঁহাৰি জনালে ৫০০ টকাৰ নিচুকনি এটিৰে। আন নিয়মীয়া অৰ্থনৈতিক সাহায্যৰো কোনো আশ্বাস পোৱা নগ'ল। কাকপথাৰ প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰই নিচাসক্তসকলৰ উপযুক্ত চিকিৎসাৰ ব্যৱস্থা কৰিব নোৱাৰে, ইফালে প্ৰস্তাৱিত নিচামুক্তকৰণ কেন্দ্ৰ স্থাপনতো বহু পলম হ'ল। আনকি অসম চৰকাৰৰ পৃষ্ঠপোষকতাত প্ৰতিষ্ঠিত ৰাজ্যিক মাদকদ্ৰব্য

(৩৬০) '*উজনি অসমৰ সুমথিৰ চৈয়াৰ খেতি*', সদৌ অসম মৰাণ ছাত্ৰ সন্থাৰ মুখপত্ৰ মৌৰাৰ থিবিক (১৯৮০) মোহন শইকীয়াৰ প্ৰবন্ধ, পৃঃ ৬৫-৬

(৩৬১) মলিনীকান্ত দহোতীয়াঃ 'শতাব্দীৰ সঞ্চেৰে তিনিচুকীয়া', মাৰাঞ্চৰা

(৩৬২) ৰবীন্দ্ৰ নাথ গোস্বামীঃ অসমীয়া ভাষাৰ কথা প্ৰেক্ষাপট ৰূপৰেখা, (গুৱাহাটী ১৯৯৮) পৃঃ ২৩১-২

(৩৬৩) ভূমিপুত্ৰ, পৃঃ ৩৫

নিবাৰণী পৰিষদেও মৰাণসকলৰ বিমান সমস্যা সমাধান কৰিলে, তাতকৈ বেছি সৃষ্টিহে কৰিলে।[৩৬৪] চৰকাৰৰ এনে অসহযোগিতা আৰু অনা চৰকাৰী জাতীয় সংগঠনসমূহৰ সম্পূৰ্ণ উদাসীনতাই মৰাণ সভাক বাধ্য কৰিলে ১৯৮৫ চনত পুনৰ অকলশৰীয়াকৈ কানি বিৰোধী অভিযান চলাবলৈ। কুৰি শতিকাৰ সুদীৰ্ঘ পাঁচটা দশকজুৰি মৰাণ মটকসকলে প্ৰায় অকলশৰীয়াকৈ এনেকৈ কাঁনিৰ বিৰুদ্ধে যুঁজি থাকিবলগা হোৱাটোৱে এহাতেদি উক্ত জাতীয় সংগঠনবোৰৰ অসহযোগিতা-উদাসীনতাৰ প্ৰভাৱ আৰু আনহাতে মৰাণ-মটক আন্দোলনটোৰ সীমাবদ্ধতাকে সূচায়।

নিজৰ যুঁজখন নিজাববীয়াকৈ যুঁজিবলগা হোৱা মৰাণ মটক জনগোষ্ঠীগত সংগঠনবিলাক আছিল ১৯৩৭ চনত প্ৰতিষ্ঠিত মৰাণ হিতকাৰিণী সভা আৰু তাৰ ঠিক পাছতে প্ৰতিষ্ঠিত মটক লীগ (১৯৩৯) । তাৰ কিছুদিনৰ পাছত মৰাণ মটক লীগ নামৰ যুক্তমঞ্চটো গঢ় লৈ উঠে। কালক্ৰমণত মৰাণ ছাত্ৰসন্থাই সৌমাৰপিৰী আৰু মৰাণ মহিলা জাতীয় পৰিষদে দুৱৰিজননী আদি মুখপত্ৰও (প্ৰথমখন ১৯৮০ ৰ দশকত আৰু আনখন ১৯৯৮ চনত) প্ৰকাশ কৰিছিল। অৱশ্যে আন 'জাতীয়' সংগঠনবোৰ আগবাঢ়ি নাহিলেও ভৈয়াম জনজাতি পৰিষদ, সৰ্বদল, আচাম ট্ৰাইবচ এণ্ড বেচেজ ফেডাৰেশ্যন আদি নিপীড়িতৰ ঐক্যমঞ্চসমূহ মৰাণ- মটক সকলৰ হকে থিয় হৈছিল। সেয়া আছিল নিৰাশাৰ ডাৱৰ ফালি আশাৰ বিজুলী ৰেঙণি।

কিন্তু শক্তিশালী জাতীয় নেতৃত্বৰ অভাৱত চাইমন আয়োগৰ আগত নিজৰ প্ৰতিনিধিত্ব আগবঢ়াব নোৱাৰি মৰাণ সকলে অনুসূচীকৰণৰ সুযোগ হেৰুৱালে। আনহাতে ১৯৪১ চনৰ ৮ নবেম্বৰত চাবুৱাত অনুষ্ঠিত মটক লীগৰ চতুৰ্থ অধিবেশনত জনজাতি নেতা ভীমবৰ দেউৰীয়ে দিয়া ভাষণৰ পৰা দেখা যায় যে সেই সময়ত মটকসকলৰ এক প্ৰধান দাবী আছিল ১৯৪১ চনৰ পিয়লত মটকসকলক এক পৃথক সম্প্ৰদায়ৰূপে নথিবদ্ধ কৰা। চাদুল্লা চৰকাৰে এই দাবীটো প্ৰত্যাখ্যান কৰিছিল। দেউৰীয়ে ইংগিত দিছিল যে মটকসকলে অসমৰ বিধায়িনী তথা স্থানীয় স্ব-শাসনৰ নিকায়বোৰতো সম্প্ৰদায়গত প্ৰতিনিধিত্ব দাবী কৰা উচিত। আহোম আৰু জনজাতিসকলৰ সৈতে মিলি তেওঁলোকে নিপীড়িত জনগোষ্ঠীসমূহৰ ঐক্যৰ জৰিয়তে পৃথক নিৰ্বাচকমণ্ডলী দাবী কৰাটোও দেউৰীয়ে বিচাৰিছিল। চল্লিশৰ দশকৰ প্ৰথমছোৱাৰ আন জনপ্ৰিয় দাবীবোৰ আছিল প্ৰাথমিক শিক্ষাৰ বিস্তাৰ, ছাত্ৰৰ বাবে মাচুল ৰেহাই আৰু ছাত্ৰাবাসৰ আসন, চাকৰিৰ সংৰক্ষণ আদি। অসম ভৈয়াম জনজাতি লীগৰ প্ৰধান সম্পাদক হিচাপে দিয়া সেই উদাত্ত ভাষণত দেউৰীয়ে কানি নিৰ্মূল কৰণৰ বাবেও আহ্বান দিছিল।[৩৬৫]

কিন্তু দুৰ্ভাগ্যজনকভাৱে এই ন্যূনতম দাবী বা চাহিদাখিনিও পূৰণ কৰা নহৈছিল। মটক-মৰাণসকলে বিধানসভাত এখনো আসন নাপাইছিল। সেয়েহে আমাৰ এই গ্ৰন্থৰ আলোচ্য সময়ছোৱাত ( ১৯৬০ চন পৰ্যন্ত) মৰাণ মটকসকল নিৰ্বাচিত প্ৰতিনিধিহীন হৈয়ে

---

(৩৬৪) ভূমিপুত্ৰ, পৃঃ ৩৮
(৩৬৫) সংহতিৰ বুনিয়াদ জননায়ক ভীমবৰ দেউৰী, দ্বিতীয় খণ্ড, পৃঃ ১-১৭

বৈছিল। ১৯৭২ চনতহে তৰুলতা বৰা নামৰ এগৰাকী মৰাণ মহিলা অসম বিধান সভালৈ নিৰ্বাচিত হৈছিল। বাজহুৱা সেৱাসমূহতো তেওঁলোকৰ প্ৰতিনিধিত্ব নাছিল। সেয়েহে স্বাধীনতাৰ প্ৰাকমুহূৰ্তত মটক-মৰাণ লীগে তাৰতৰ কনষ্টিটুৱেন্ট এচেম্বলীৰ উপদেষ্টা সমিতিৰ ওচৰত দাখিল কৰা এখন স্মাৰকপত্ৰত মৰাণসকলক জনজাতি হিচাবে স্বীকৃতি দিবলৈ আৰু বিধায়নী, কাৰ্যপালিকা আদিত তেওঁলোকৰ প্ৰতিনিধিত্ব সুনিশ্চিত কৰিবলৈ দাবী জনোৱা হৈছিল।[৩৬৬]

মন কৰিবলগীয়া যে ১৯৯৭ চনত সদৌ অসম মৰাণ ছাত্ৰ সন্থাৰ সম্পাদকে এক সাক্ষাৎকাৰত কৈছিল যে কুৰি শতিকাৰ শেহ প্ৰান্ততো সম্প্ৰদায়টোৰ দাবী সেই একেবোৰেই আছিল। অৰ্থাৎ অনুসূচীকৰণ আৰু সংৰক্ষণৰ ন্যূনতম দাবীকেইটাও পূৰ্বৱৰ্তী ছটা দশকতো পূৰণ কৰা হোৱা নাছিল। মৰাণ ছাত্ৰ সকলে সেয়ে উক্ত দাবীসমূহৰ উপৰিও স্থানীয় নিকায়ৰ পৰা সংসদলৈ, শিক্ষানুষ্ঠান আদিত সংৰক্ষণ ভূমি পুনৰ বিতৰণ, মৰাণ-বিৰোধী লেখনী নিষিদ্ধকৰণৰ দাবী তুলিছিল।[৩৬৭]

এই বক্তব্যৰ পৰা এই কথা স্পষ্ট যে মৰাণ মটক সকলৰ ক্ষেত্ৰত চৰকাৰ/ ৰাষ্ট্ৰ তথা অনা-চৰকাৰী জাতীয় অনুষ্ঠান প্ৰতিষ্ঠান, কোনেও ন্যূনতম কৰণীয়খিনিও কৰা নাই। ইয়াৰ ফলত আপাততঃ সমসত্তাসম্পন্ন অসমীয়া সমাজখনতে ফাট মেলিছিল। অধিক অৱহেলা-উদাসীনতাৰ পৰিণতি হৈছিল গভীৰতৰ বিভাজন।

# চুতীয়াসকলৰ মাজত আত্মচেতনাৰ বিকাশ

১৮৮১ চনৰ লোকপিয়লৰ প্ৰতিবেদনত অসমৰ বিভিন্ন জিলাত চুতীয়াসকলৰ জনসংখ্যা এনেধৰণৰ আছিল :

| জিলা | ১৮৭২ | ১৮৮১ |
|---|---|---|
| গোৱালপাৰা | .............. | ১৯১৮ |
| কামৰূপ | ৭৯৪ | ১১৬৮ |
| দৰং | ২৫৩২ | ১৩৬২ |
| নগাওঁ | ৭৩৬১ | ৮০৫৫ |
| শিৱসাগৰ | ৩১,৩৪২ | ২৯,৯৫২ |
| লখিমপুৰ | ৯,৪৫৩ | ১৬,৭০৮ |
| মুঠ | ৫১,৪৮২ | ৫৯,১৬৩ |

লগতে ইয়াকো কোৱা হয় যে সেই চনত বৰ্তমান বাংলাদেশৰ চিলেটত ১০৬৯ জন চুতীয়া আছিল।

(৩৬৬) ভূমিপুত্ৰ, পৃঃ ৯৩

(৩৬৭) সদৌ অসম মৰাণ ছাত্ৰ সন্থাৰ সভাপতি মহেশ মৰাণৰ সাক্ষাৎকাৰ, জনগোষ্ঠীগত সাংস্কৃতিক সমাবোহৰ (তিনিচুকীয়া, ১৯৯৭) স্মৃতি গ্ৰন্থ সমন্বয়ত প্ৰকাশিত।

১৮৯১ চনৰ লোকপিয়ল প্ৰতিবেদনত চুতীয়াসকলক আহোমসকলৰ প্ৰায় সমমৰ্যাদাৰ এটা সম্প্ৰদায় বুলি কোৱা হৈছে। *'The Chutia, again , are a race caste, and it is therefore, a little difficult to fix their position, but I have been given to understand that the Hindu and Ahom Chutias, at any rate, take precedence of the Jugis'*

নাথ-যোগীতকৈ তেওঁলোকৰ সামাজিক মৰ্যাদা সামান্য ওপৰত হ'লেও আহোমতকৈ অন্ততঃ ওপৰৰ নাছিল।

চুতীয়া সকলৰ হাতেৰে ব্ৰাহ্মণে পানী খোৱাহে নালাগে, তেওঁলোকৰ উপস্থিতিতো ব্ৰাহ্মণে পানী গ্ৰহণ নকৰে বুলি কোৱা হৈছিল। ১৯০১ চনৰ লোকপিয়লৰ প্ৰতিবেদনত সেই বিষয়ে এনেকৈ লিখা আছে ঃ

***I am told that the presence of the latter in any house debars a Brahman from drinking water there, though the same restraint is not exercised by the Hindu Chutia. They are served by a patit Brahman, and their manners and customs are those of the ordinary low caste Assamese. The position of the caste in society is a low one and education has made little progress amongst them.'*** (৩৬৮)

কাৰণ যিয়েই নহওক লাগিলে, চুতীয়া সকলৰ সামাজিক অৱস্থান যে হেয় হৈছিল, সেয়া হ'লে সঁচা। শ্ৰীমন্ত শংকৰদেৱ সংঘৰ অন্যতম প্ৰতিষ্ঠাপক, শ্ৰীমন্ত শংকৰদেৱ বঁটা বিজয়ী মুক্তিযোদ্ধা সোণাৰাম চুতীয়াই তেখেতৰ নিজৰ জীৱনৰ অভিজ্ঞতাৰে এনে অস্পৃশ্যতাৰ মমস্পৰ্শী বৰ্ণনা আমি ইতিমধ্যে এই গ্ৰন্থৰ দ্বিতীয় অধ্যায়ত উল্লেখ কৰি আহিছোঁ। সেই অনুসৰি যোৰহাট চৰকাৰী বালক বিদ্যালয় আৰু কটন কলেজ দুয়োঠাইতে তেওঁ চৰম অপমান আৰু অস্পৃশ্যতাৰ সন্মুখীন হৈছিল।

মন কৰিবলগীয়া যে সোণাৰাম চুতীয়াৰ চুতীয়া সন্মিলনত যোগদানৰ অন্যতম কাৰণ আছিল এই অস্পৃশ্যতা। (ধৰ্মীয় ক্ষেত্ৰত তেখেতে কেনেকৈ শ্ৰীমন্ত শংকৰদেৱ সংঘৰ নেতৃত্ব ল'লে, সেয়া অন্য এক প্ৰসংগ)। তেখেতে ১৯৪৬ চনৰ মৰাণত অনুষ্ঠিত চুতীয়া সন্মিলনৰ সপ্তম অধিবেশনৰ ছাত্ৰ সন্মিলনৰ সভাপতি আছিল। ১৯৫৬ চনত যোৰহাটৰ মনাইমাজিত অনুষ্ঠিত চুতীয়া সন্মিলনৰ একাদশ অধিবেশনৰ ছাত্ৰ সন্মিলনতো সভাপতিত্ব কৰিছিল। এই বিষয়ে তেখেতৰ ব্যাখ্যা এনেধৰণৰ ঃ

*'মূলত ঃ চাৰিটা প্ৰধান কাৰণত মই চুতীয়া সন্মিলনত যোগদান কৰিছিলোঁ। প্ৰথম কাৰণটো হ'ল অস্পৃশ্যতা। দ্বিতীয় কাৰণটো হ'ল সত্ৰাধিকাৰ মাজত অনৈক্য। তৃতীয় কাৰণটো আছিল চুতীয়াসকলৰ শৈক্ষিক আৰু আৰ্থিক দুৰৱস্থা। চতুৰ্থতে সুবিধাৰ স্বাৰ্থত*

(৩৬৮) Chapter on Caste, Census of 1901, Ch XI, p.126

*চুতীয়াৰ পৰা আহোমলৈ জাত্যন্তৰ হোৱা। এই কেইটা কাৰণৰ বাবেই মই চুতীয়া জাতি সম্মিলনত যোগদান কৰিবলৈ বাধ্য হ'লো।'*

*'সত্ৰবিলাকৰ ভূমিকা আছিল অতি ক্ষতিকাৰক। যিহেতু সত্ৰৰ প্ৰভাৱত পৰি চুতীয়া সকলে জনজাতি সকলক ঘৃণা কৰিবলৈ আৰম্ভ কৰিলে। হিন্দু -জাত পাতৰ আওতালৈ ·চুতীয়াসকলক আনি সত্ৰবিলাকে জনজাতি ভাই ককাইৰ পৰা চুতীয়াসকলক নিলগ কৰে। আনকি শেষত চুতীয়াসকল অ'বিচি পৰ্যন্ত হ'লগৈ। ফলত ভীমবৰ দেউৰীৰ নিচিনা চুতীয়া জাতি সম্মিলনৰ অন্যতম প্ৰতিষ্ঠাতাই চুতীয়া সম্মিলন ত্যাগ কৰে।'*

*'বাহিৰৰ পৰা ওপৰে ওপৰে চালে ইয়াক সংকীৰ্ণভাৱে সাম্প্ৰদায়িক যেন লাগিব পাৰে, কিন্তু আচলতে এটা পিছপৰা সাম্প্ৰদায়ক আনৰ সৈতে আগবাঢ়ি যোৱাত সহায় কৰিবলৈহে মই চুতীয়া জাতি সম্মিলনত জড়িত হৈছিলোঁ। এজন ভাল চুতীয়াহে এজন ভাল অসমীয়া হোৱাহে মোৰ উদ্দেশ্য।'*[৩৬৯]

'বিপুঞ্জয়স্মৃতি' নামৰ এখন পুথিয়ে এসময়ত অসমত প্ৰচণ্ড আলোড়ন তুলিছিল। সেই পুথিখনত আহোম আৰু চুতীয়া জাতিক বৰ্ণসংকৰ, অন্ত্যজ আদি আখ্যা দি হিন্দু সমাজত হেয় কৰি দেখুৱাইছিল। আহোম-চুতীয়াৰ ঘৰত কোনো বামুণে বিবাহ, শ্ৰাদ্ধ আদিত পুৰোহিতালি কৰিলে সেই পুৰোহিতক প্ৰায়শ্চিত্ত কৰিহে শুদ্ধ কৰাৰ বিধান দিছিল। এই পুথিখনৰ বিৰুদ্ধে আহোমসকলৰ মাজৰ পৰা প্ৰচণ্ড প্ৰতিবাদ উঠিছিল। চুতীয়াসকলৰ প্ৰতিক্ৰিয়া অৱশ্যে জ্ঞাত নহয়, কিন্তু তেওঁলোকৰ যে ইয়াত আনন্দিত হ'ব লগীয়া একো নাছিল, তাত সন্দেহৰ একো নাই।[৩৭০]

১৯৭৯ চনতো অস্পৃশ্যতা বাহাল থকাৰ অকাট্য প্ৰমাণ পোৱা যায় সদৌ চুতীয়া জাতি সম্মিলনৰ বিংশতম অধিবেশনৰ সভাপতিৰ অভিভাষণত। সেই অভিভাষণত গোলোক চন্দ্ৰ বড়াই কয়ঃ

*'চুতীয়াসকলৰ সামাজিক অৱস্থা হিন্দু সমাজৰ একেবাৰেই তলখাপত। সামাজিক অনুষ্ঠান, যেনে বিবাহ, শ্ৰাদ্ধবিধি, সবাহ-ভাওনা আছিল কিছুমান দ্ৰব্যবস্তু চুতীয়াসকলে বিতৰণ কৰিলে উন্নত বৰ্ণৰ লোকে নেখায়। ভোজ সবাহৰ কথাটো বেলেগেই, সাধাৰণ সেৱাত চুতীয়া দেউৰীয়ে পায়সকণ সিজালেও উন্নতবৰ্ণৰ লোকে গ্ৰহণ নকৰাৰ শ-শ উদাহৰণ আছে।'*[৩৭১]

ইয়াৰ পৰা দেখা পোৱা যায় যে চুতীয়াসকলৰ ক্ষেত্ৰত যি অস্পৃশ্যতাৰ আচৰণ কৰা হৈছিল, সি এটা বিচ্ছিন্ন ঘটনা নাছিল, বৰং দশকৰ পাছত দশক, আনকি শতিকাজুৰি চলি থকা এক সামাজিক পৰিঘটনা আছিল। চুতীয়াসকলৰ মাজত এক বিদ্ৰোহী আত্ম চেতনাৰ উন্মেষ ঘটোৱাৰ ক্ষেত্ৰত এই অস্পৃশ্যতা-আচৰণৰ নিশ্চয় ভূমিকা আছিল।

এইখিনিতে এনে অস্পৃশ্যতা বা বিদ্বেষ বৈষম্যই চুতীয়া সকলৰ শিক্ষা-দীক্ষাৰ

---

(৩৬৯) ড. দেৱব্ৰত শৰ্মা, জয়ন্ত মাধৱ দত্ত ঃ 'পৰম্পৰা আৰু প্ৰতিবাদ'ত জয়ন্ত মাধৱ দত্তই লোৱা সাক্ষাৎকাৰ, পৃ ৩৪-৫২

(৩৭০) বামেশ্বৰ বড়া ঃ আহোম সভাৰ বুৰঞ্জী, পৃ ১১-১২

(৩৭১) সভাপতিৰ অভিভাষণ, বিংশতম অধিবেশন, সদৌ চুতীয়া জাতি সম্মিলন, চুতীয়াকাৰ্তী, (১৯৭৯), পৃ ৬

ওপৰত কি প্ৰভাৱ পেলাইছিল, তাৰ এটা পৰিসংখ্যা জানি লোৱা প্ৰয়োজন। সেইমতে ১৯০১ চনৰ দুটামান পৰিসংখ্যা এনেধৰণৰ, য'ৰ পৰা দেখা যায় যে সামাজিক বিষেৰ বৈষম্য -অস্পৃশ্যতা, ৰাজনৈতিক বিভাজন, অৰ্থনৈতিক অনগ্ৰসৰতা আদি বিভিন্ন কাৰণত চুতীয়াসকল অতি শোচনীয়ভাৱে পাছ পৰি ৰৈছিল। কুৰি শতিকাৰ প্ৰথম বছৰটোত সম্প্ৰদায়টোৰ মাত্ৰ ২.৩৯% মানুহহে সাক্ষৰ আছিল (অথচ সেইসময়ত ২৯.৭৪% ব্ৰাহ্মণ, ৪৯.৯৬% বৰ্ণ ব্ৰাহ্মণ, আৰু ২৭.৯০% কায়স্থ সাক্ষৰ আছিল।) সেই সময়ত চুতীয়া পুৰুষসকলৰ ৪.৬৪% সাক্ষৰ থকাৰ বিপৰীতে ৫১.৭০% ব্ৰাহ্মণ পুৰুষ, ৮৬.৮১% বৰ্ণব্ৰাহ্মণ পুৰুষ , ৪৭.১২% কায়স্থ পুৰুষ আৰু ৫.৮৮% আহোম পুৰুষ সাক্ষৰ আছিল। চুতীয়া নাৰীসকলৰ শিক্ষা দীক্ষা আছিল অধিক শোকাবহ। তেওঁলোকৰ মাত্ৰ ০.০৩% হে সাক্ষৰ আছিল, আনহাতে ইংৰাজী আখৰ চিনি পোৱা পুৰুষ সেইসময়ত ০.৪৭%আছিল, নাৰী আছিল ০%

১৯৪৬ চনত চুতীয়াসকলে পুনৰ আক্ষেপ কৰিবলগীয়া হয় যে,

***Educationally they have only a very small section literate who can read and write and a few B.A.s and none of any of the next higher degree or qualified in any branches of studies. This is the naked picture of the real state.***[৩৭২]

কিন্তু তাৰ পাছত আৰু বহু বছৰ পাৰ হৈ যোৱাৰ পাছতো পৰিস্থিতিৰ বিশেষ পৰিবৰ্তন নহ'ল। কুৰি শতিকাৰ অন্তিম দশকৰ আৰম্ভণি মুহূৰ্তত যুগুতোৱা এক সমীক্ষাত ইতিহাসবিদ ড. স্বৰ্ণলতা বৰুৱাই ক'লে ঃ

*In the field of education also, the Chutias are very backward. It is noted in the Report of the Census of India, 1901, that 'The position of the Chutias in society is a low one and education has made little progress among them'. In the absence of a proper survey, however, the percentage of literacy cannot be ascertained.*[৩৭৩]

কিন্তু কেৱল শিক্ষা-দীক্ষাৰ দিশতে নহয়, চাকৰি-বাকৰিকে ধৰি অৰ্থনৈতিক দিশত অনগ্ৰসৰতায়ো এক বঞ্চনাবোধ, এক আত্ম-চেতনাৰ উন্মেষলৈ বৰঙণি যোগাইছিল। চুতীয়াসকলে চাকৰি-বাকৰিত সদায়েই ন্যায্য প্ৰাপ্যৰ পৰা বঞ্চিত হৈ আহিছে বুলি অনুভৱ কৰে। মন কৰিবলগীয়. যে চুতীয়া সন্মিলনৰ ১৯৩০ চনৰ চতুৰ্থ অধিবেশনৰ কাৰ্য বিৱৰণীত পোৱা যায় যে ঃ

*চতুৰ্থ প্ৰস্তাৱত এই সম্প্ৰদায়ৰ উপযুক্ত লোকক চৰকাৰী চাকৰিত সুবিধা দিবৰ*

---

(৩৭২) সদৌ অসম চুতীয়া সন্মিলনঃ ষষ্ঠ অধিবেশন (১৯৪৬)ত গৃহীত প্ৰস্তাৱসমূহ, পৃ ৩-৪

(৩৭৩) Dr. Swarnalata Baruah : *A Brief History of the Chutias Containing an Idea of the Trends of their Population Growth..*,স্মৃতিগ্ৰন্থ, সাধনীদিবস, গুৱাহাটী,১৯৯৩ পৃ ঃ ৩১

*নিমিত্তে গভৰ্ণমেণ্টক বিবেচনা কৰিবলৈ জনোৱা হৈছিল। তাৰ উত্তৰত গভৰ্ণমেণ্টৰ পৰা এই সমিধান পোৱা হ'ল যে হিন্দুৰ ভিতৰত বিভাগ কৈ তেনে বিবেচনা কৰিব পৰা নহয়।'* ১৯৪৬ চনৰ স্মাৰকপত্ৰতে সেয়েহে চুতীয়া সন্মিলনে কৈছিল ঃ

**_Far more agonizing is the fact that the Chutias in such a pitiable state are not represented even in a small measure in Govt. services. A few clerks, a few S.I.s. of police are all they have. In other branches, namely the Assam Civil Service, the Assam Junior Civil Service, Assam Educational and School Service, Excise, Medical, Agriculture etc. there is none from the community._**(৩৭৪)

কুৰি শতিকাৰ শেহলৈকে (এইকেশ শতিকালৈও?) চাকৰি-বাকৰিৰ ক্ষেত্ৰত অব্যাহত থকা নিৰাশাজনক পৰিস্থিতিৰ পুনৰ প্ৰমাণ পাওঁ ড. স্বৰ্ণলতা বৰুৱাৰ এই কিষাৰ কথাৰ পৰাঃ

**_Persons holding top offices from the Chutia Community are few and far between. It is to be noted that there is not a single officer of IAS or IPS cadre from amongst them till date. Persons having higher education are very few.. For instance,there are only three teachers of this community in the Dibrugarh University and only one in the Gauhati University. Industrialists are hardly to be found among them._**(৩৭৫)

দশকৰ পাছত দশক জুৰি, শতিকা অতিক্ৰমি অব্যাহত থকা চাকৰি-বাকৰি জনিত এই বঞ্চনাই এহাতেদি চুতীয়াসকলৰ মাজত মধ্যশ্ৰেণীৰ বিকাশ মন্থৰ কৰি পেলালে, আনহাতে যি দুৰ্বল মধ্য শ্ৰেণীৰ বিকাশ হ'ল তাকো বিক্ষুব্ধ অশান্ত কৰি তুলিলে। সেই দুৰ্বল মধ্যশ্ৰেণীয়ে এক আত্ম চেতনাৰ আধাৰত গঢ়ি তুলিবলৈ ল'লে নিজা সংগঠন, নিজা আন্দোলন, নিজা ইতিহাস, নিজা পৰিচিতি। পশ্চিমীয়া পুঁজিবাদী দেশৰ ঔদ্যোগিক বিকাশৰ বিপৰীতে ঔপনিবেশিকতাৰ পঁয়ালগা পৰিবেশত চৰকাৰী চাকৰিক বা দি মধ্য শ্ৰেণীৰ বেলেগ বিশেষ সপোনো নাছিল।

কোচ-কছাৰী-আহোম-চুতীয়াকে ধৰি অসমৰ ভালেকিটা সম্প্ৰদায়ৰে এসময়ত নিজা ৰাজ্য আছিল আৰু ব্ৰিটিছৰ আমোলত, অভিযোগ উঠা মতে একাংশ বৰ্ণহিন্দু বুদ্ধিজীৱী-ধৰ্মগুৰুৰ সহযোগত, তেওঁলোকক গৃহহাৰা-সৰ্বহাৰা-অস্পৃশ্যত পৰিণত কৰা হৈছিল। মন কৰিবলগীয়া যে উক্ত চাৰিটা ৰাজবংশৰ ভিতৰত তিনিটাৰ পৰাই একোজনকৈ হ'লেও ব্যক্তিয়ে স্বাধীনতাৰ

---

(৩৭৪) **Memorandum on the Demands of the Chutias of Assam as a Backward Minority, 1946,p.8**

(৩৭৫) Dr. Swarnalata Baruah : *'A Brief History of the Chutias Containing an Idea of Trends in their Population Growth'*, [illegible]

পাছত মুখ্যমন্ত্ৰীৰ আসন শুৱনি কৰে। উদাহৰণস্বৰূপে কোচ ৰাজবংশীসকলৰ পৰা বিতুৰাম মেধি আৰু শৰৎ চন্দ্ৰ সিংহ, আহোমসকলৰ পৰা কেশৱ চন্দ্ৰ গগৈ, হিতেশ্বৰ শইকীয়া, তৰুণ গগৈ মুখ্যমন্ত্ৰী হোৱাৰ উপৰিও জনজাতি (কছাৰী) সকলৰ মাজৰ পৰা যোগেন্দ্ৰ নাথ হাজৰিকায়ো কম সময়ৰ কাৰণে হ'লেও মুখ্যমন্ত্ৰী আসনত বহে। কিন্তু অসমৰ চতুৰ্থটো বাজবংশী সম্প্ৰদায়ৰ চুতীয়াসকলৰ বাবে সি আকাশ কুসুম কল্পনা হৈ ৰয়। এজন কেবিনেট পৰ্যায়ৰ মন্ত্ৰীয়েই বৰ্তমানৰ ৰাজনৈতিক গাঁথনিত তেওঁলোকৰ সৰ্বোচ্চ সপোন হৈ বৈছে। বহু সময়ত সেই সপোনতো আউল লাগে; হৈ ব'ব লগা হয় ৰাজ্যিক মন্ত্ৰী- সংসদীয় সচিব। সম্প্ৰদায়টোৰ পৰা স্বাধীনতাৰ পাছৰ ছটা দশকত আজিলৈকে কোনো লোকসভাৰ সদস্য হোৱা নাই বুলি জনা যায়। আনহাতে ছেদেলি-ভেদেলিকৈ অসমৰ বিভিন্ন ঠাইত বাস কৰা বা বাস কৰিবলৈ বাধ্য হোৱা চুতীয়াসকলৰ বাবে আন কেতবোৰ জনগোষ্ঠীৰ দৰে স্বায়ত্তশাসন দাবী কৰাৰো উপায় নাই বিক্ষিপ্ত বসতিৰ বাবেই। এনে এক অসহায়, আশাবিহীন পৰিস্থিতিত ধূমায়িত বিক্ষোভে কেনেকৈ আত্ম চেতনাৰ ৰূপ লৈছে, তাৰে এটি আভাস তলত ডাঙি ধৰা হৈছে ঃ

১৯২৭ চনত বহাত অনুষ্ঠিত চুতীয়া সন্মিলনৰ দ্বিতীয় অধিবেশনৰ সভাপতি নীলমণি ফুকনে চুতীয়াসকলক ৰাজনীতি কৰাৰ পৰা বিৰত থাকিবলৈ সঁকীয়াই দিছিল। সমগ্ৰ দেশতে সেই সময়ত ড° আম্বেদকাৰৰ নেতৃত্বত অহা দলিত-চেতনাৰ নৱজোৱাৰত যাতে অসমৰ দলিত-নিপীড়িতসকল উটি-ভাঁহি নাযায়, তাৰ বাবে সমাজৰ স্বয়ম্ভু অভিভাৱকসকলে তেতিয়া কাঢ়া নজৰ ৰাখিছিল। সেই সুৰেৰেই ফুকনে কৈছিল,

*ৰাজনীতি ক্ষেত্ৰত সাম্প্ৰদায়িক ভাবে থিয় হ'লে লেঠা আৰু বঢ়াবহে কথা... আপোনালোকে সাম্প্ৰদায়িকভাৱে ৰাজনীতি বিষয় আলোচনা কৰিব খোজা নাই। এইটো আপোনালোকৰ সজ বিবেচনাৰ পৰিচায়ক। যথাৰ্থতে ক'বলৈ গ'লে যিমানবিলাক সুখ-দুখৰ ঘটনাই সমাজ তোলপাৰ কৰি থাকে তাৰ কিমানখিনি বজাঘৰৰ পৰা প্ৰতিকাৰ হ'ব পাৰে। কবিৰ এই মনোভাৱ কল্পনাপ্ৰসূত নহয়, ই আখৰে আখৰে সত্য। আমাৰ সমাজৰ যিমানবিলাক গ্লানি আছে, তাৰ তুলনাত ৰাজনৈতিক অভাৱ-অভিযোগ সামান্য কথা।*(৩৭৬)

... এইদৰেই ৰাজনৈতিক অভাৱ-অভিযোগক সামান্য কথা বুলি উৰাই দি চুতীয়াসকলক ৰাজনৈতিক আন্দোলনৰ পৰা, বিশেষকৈ নিজা পৰিচিতি (Identity) ভিত্তিক ৰাজনৈতিক দাবী দাবাৰ পৰা সুদূৰত ৰাখিব বিচাৰিছিল বিচক্ষণ ব্ৰিটিছ-বিশ্বস্ত ৰাজনীতিবিদ নীলমণি ফুকনে। অৱশ্যে চুতীয়া সন্মিলনীৰ জন্মলগ্নৰ পৰা প্ৰযোজ্য নিয়মাৱলীয়েই ফুকনক তেনেকৈ উপদেশ দিয়াৰ বাট কাটি দিছিল। মন কৰিবলগীয়া যে ১৯৩৬ চনত তৃতীয় সংস্কৰণ প্ৰকাশ পোৱা অসম চুতীয়া সন্মিলনীৰ নিয়মাৱলীৰ 'উদ্দেশ্য'ৰ দ্বিতীয় দফাত স্পষ্টভাৱে কোৱা হৈছিল ঃ '*এই সন্মিলনীয়ে ৰাজনীতি বিষয়ে আন্দোলন নকৰে।*'(৩৭৭)

কিন্তু স্বাধীনতা আন্দোলনৰ প্ৰবল জন জোৱাৰে চুতীয়া সন্মিলনকো আলোড়িত

---

(৩৭৬) আসাম চুতীয়া সন্মিলনঃ দ্বিতীয় অধিবেশনৰ কাৰ্যবিবৰণী, বহা, ১৯২৭, পৃ ২৪-২৫

(৩৭৭) অসম চুতীয়া সন্মিলনীঃ নিয়মাৱলী (সংশোধিত),যোৰহাট,১৯৩৬, পৃ ২

কৰাৰ পাছত ১৯৪৮ চনত পুনৰ সংশোধিত নিয়মাৱলীত উক্ত দফাটোৰ বিলোপ সাধন ঘটা দেখা যায়।[(৩৭৮)]

অৱশেষে স্বাধীনতা আন্দোলনৰ ধামখুমীয়াৰ মাজতে ১৯৪৬ চনৰ অধিৱেশনতে সুস্পষ্ট ৰাজনৈতিক দাবী উঠিবলৈ আৰম্ভ কৰিছিল। উক্ত অধিৱেশনৰ তৃতীয় প্ৰস্তাৱত কোৱা হৈছিল ঃ

*ঐতিহাসিক আৰু সামাজিক ভিত্তিত অতীতৰ ৰাজশক্তি সম্পন্ন চুতীয়া জাতি অসমৰ এটা স্বতন্ত্ৰ সম্প্ৰদায়। এই জাতি অধঃপতনৰ চৰম অৱস্থাত পৰাত যি ধৰণেৰে ইয়াৰ অস্তিত্ব লোপ পাবৰ উপক্ৰম হৈছে সেই গুৰুতৰ অৱস্থালৈ লক্ষ্য ৰাখি আজিৰ সভাই গভীৰ উদ্বিগ্নতা প্ৰকাশ কৰে। দেশত নিজ অস্তিত্ব ৰক্ষা কৰি জাতি হিচাপে সসম্মানে জীয়াই থাকিবলৈ চুতীয়া জাতিৰ সম্পূৰ্ণ অধিকাৰ আছে বুলি আজিৰ সভাই বিবেচনা কৰে। যিহেতু চুতীয়া জাতিয়ে নিজ শক্তিৰে অন্যান্য উন্নত সম্প্ৰদায়সমূহৰ লগত প্ৰতিদ্বন্দ্বিতা কৰি শাসন পৰিষদৰ আসন লাভ কৰিবৰ অক্ষম, সেই কাৰণে আগন্তুক ভাৰত শাসন তন্ত্ৰত এই সম্প্ৰদায়ৰ কাৰণে লোকসংখ্যা অনুপাতে আৰু পিচপৰা হিচাপে ওপৰঞ্চি সুবিধা অনুযায়ী যুটীয়া নিৰ্বাচন পদ্ধতিত ন্যায্য আসন সংৰক্ষণ আৰু অন্যান্য সা-সুবিধা আদিৰ বিহিত ব্যৱস্থা কৰিবলৈ প্ৰাদেশিক আৰু কেন্দ্ৰীয় গভৰ্ণমেণ্টক আজিৰ সভাই টানি অনুৰোধ কৰে।*[(৩৭৯)]

অসমৰ আন বহু নিপীড়িত জনগোষ্ঠীৰ দৰেই চুতীয়া সকলেও বিশিষ্ট বুদ্ধিজীৱীসকলৰ বিদ্বেষ অথবা অৱহেলা-অৱমাননাত আঘাত অনুভৱ কৰে। উদাহৰণস্বৰূপে চুতীয়া সন্মিলনৰ চতুৰ্দশ অধিৱেশনতে ত্ৰৈলোক্য লেখাৰুৰ দ্বাৰা প্ৰস্তাৱিত আৰু জীতেন চুতীয়াৰ দ্বাৰা সমৰ্থিত পঞ্চম প্ৰস্তাৱত কোৱা হয় ঃ

*ডক্টৰ লক্ষ্মী দেৱীৰ দ্বাৰা প্ৰণীত অষ্টম মানৰ পৰা একাদশ শ্ৰেণীৰ পাঠ্য অসম বুৰঞ্জীৰ ২০২ পৃষ্ঠাত বুৰঞ্জী প্ৰসিদ্ধ ৰাজবংশী খিলঞ্জীয়া চুতীয়া আৰু মিৰি জাতিক তুচ্ছাৰ্থব্যঞ্জক 'বোৰ', 'হঁত' আদি শব্দ ব্যৱহাৰ কৰি সমগ্ৰ চুতীয়া আৰু মিৰি জাতিক হেয় প্ৰতিপন্ন তথা অপমানিত কৰাত আজিৰ সদৌ অসম চুতীয়া সন্মিলনে গভীৰ দুখ, ক্ষোভ প্ৰকাশ কৰি পৰৱৰ্তী সংস্কৰণত ইয়াৰ সংশোধনৰ দাবী জনায়।*[(৩৮০)]

ইয়াৰ আগতেও দ্বিতীয় অধিৱেশনৰে (১৯২৭) এটা প্ৰস্তাৱত হিতেশ্বৰ বৰবৰুৱাই 'মিলন'ত প্ৰকাশিত 'অসম' নামৰ কবিতাত ৰুক্মিণীক মিৰিজীয়ৰী বোলাত চুতীয়া সন্মিলনৰ প্ৰতিবাদ প্ৰকাশ পাইছিল।[(৩৮১)] এনেবোৰ স্পৰ্শকাতৰ বিষয়ত প্ৰতিবাদৰ পৰাই চুতীয়াসকলৰ বৰ্দ্ধিত আত্ম চেতনাৰ উমান পোৱা যায়।

কিন্তু ব্যক্তিগত বুদ্ধিজীৱীসকলৰ এনে স্থিতিতকৈয়ো অসম সাহিত্য সভাৰ দৰে অসমৰ মূলসুঁতিৰ জাতীয়তাবাদী অনুষ্ঠানৰ বিৰুদ্ধেহে চুতীয়াসকলৰ অধিক বিক্ষোভ পুঞ্জীভূত

---

(৩৭৮) সদৌ অসম চুতীয়া সন্মিলনঃ নিয়মাৱলী, বহমবীয়া, ১৯৪৮

(৩৭৯) সদৌ অসম চুতীয়া সন্মিলনঃ ৰবাণ অধিৱেশনৰ গৃহীত প্ৰস্তাৱসমূহ, ১৯৪৬, পৃ ২

(৩৮০) সদৌ অসম চুতীয়া সন্মিলন ঃ চতুৰ্দশ অধিৱেশনৰ কাৰ্যবিৱৰণী, পৃ ১৮

(৩৮১) আসাম চুতীয়া সন্মিলন ঃ দ্বিতীয় অধিৱেশনৰ বিৱৰণী, পৃ ৪

হৈ থকাৰ প্ৰমাণ পোৱা যায়।

উদাহৰণস্বৰূপে চুতীয়া সন্মিলনৰ ১৯২৭ চনৰ দ্বিতীয় অধিৱেশনৰ দুটা প্ৰস্তাৱত অসম সাহিত্য সভাৰ পৰা গভীৰ প্ৰত্যাশাৰে কোৱা হৈছিলঃ

*চতুৰ্থ প্ৰস্তাৱ ঃ মান ভগনৰ দিনত বহুত চুতীয়া মানুহ গৈ আসাম উপত্যকাৰ বাহিৰে আন ঠাইত বসতি কৰি থকাৰ বাতৰি পোৱা গৈছে। সেই মানুহবিলাকৰ অসমীয়া ভাষা, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ ক্ৰমান্বয়ে লোপ পাই গৈছে। যাতে সেই মানুহ বিলাক সকলো বিষয়তে সম্পূৰ্ণ অসমীয়া হৈ থাকিব পাৰে তাৰ বাবে চেষ্টা কৰিবলৈ আসাম চুতীয়া সন্মিলনৰ বৰ্তমান অবস্থা টনকিয়াল নোহোৱা গতিকে আজিৰ সন্মিলনে আসাম সাহিত্য সভাক সেই কাম হাতত ল'বলৈ অনুৰোধ কৰে।*

*পঞ্চম প্ৰস্তাৱ ঃ চুতীয়া জাতি বুজোৱা 'চুতীয়া' শব্দটো বৰ্তমানলৈকে অসমীয়া ভাষাত 'চুটীয়া' এইদৰে লিখা চলি আহিব লাগিছে। এই সন্মিলনীত বিবেচনা কৰি স্থিৰ কৰা মতে সেই শব্দটো 'চুতীয়া', এইদৰে অসমীয়া ভাষা আৰু অভিধানত প্ৰচলন হ'বৰ কাৰণে আসাম সাহিত্য সভা আৰু সাহিত্যিকসকলক আজিৰ সন্মিলনে জনায়।*

চুতীয়া ৰাইজে অসম সাহিত্য সভাৰ পৰা কৰা এই পৰম প্ৰত্যাশা পূৰণ হ'লনে নাই জনা যাব, কিন্তু তাৰ আগতে উক্ত অধিৱেশনৰে ষষ্ঠ প্ৰস্তাৱ পঢ়ি চক্ খাবলগীয়া হয়। যথা ঃ

*ষষ্ঠ প্ৰস্তাৱ (ক) শ্ৰীযুত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াই ধুবুৰীত বহা নৱম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণত চুতীয়া জাতিৰ প্ৰতি যি হেয় ভাৱ প্ৰকাশ কৰিছে, তাত আচৰিত হৈ এই সন্মিলনে দোৰ্ঘোৰ প্ৰতিবাদ জনাইছে।*(৩৮২)

আগতে কৈ অহা দ্বিতীয় অধিৱেশনৰ অসম সাহিত্য সভাৰ প্ৰতি যি সৰল মিনতি আৰু অভিধানত চুতীয়াসকলৰ সম্পৰ্কে শুদ্ধকৈ উল্লেখ কৰিবৰ বাবে যি সনিৰ্বন্ধ অনুৰোধ, তাৰ সঁহাৰি অসম সাহিত্য সভাই কেনেকৈ দিলে চুতীয়া সন্মিলনৰ (১৯৪৬) তলৰ প্ৰস্তাৱটোৰ পৰাই বাৰুকৈ বুজা যায়।

***১৩শ প্ৰস্তাৱ ঃ হেমকোষ আৰু অসম সাহিত্য সভাৰ দ্বাৰা সংকলিত চন্দ্ৰকান্ত অভিধানত চুতীয়া কোচ কছাৰী শব্দৰ অৰ্থ লিখোঁতে সিহঁত আদি তুচ্ছাৰ্থ সৰ্বনাম প্ৰয়োগ কৰি সু প্ৰসিদ্ধ অসমৰ ৰাজ পৰিয়াল বিলাকক ঈৰ্ষামূলক ভাৱে আক্ৰমণ কৰাৰ উপৰিও সু বৃহৎ অসমীয়া জাতি সংগঠনত যথেষ্ট অন্যায় কৰিছে। সেই কাৰণে সেইবিলাক কথাৰ যথা বিহিত সংশোধনৰ কাৰণে আজিৰ সভাই অসম সাহিত্য সভাৰ ওচৰত দাবী জনায়।***(৩৮৩)

মন কৰিবলগীয়া যে ১৯২৭ চনৰ পৰম প্ৰত্যাশাৰ সুদীৰ্ঘ দুই দশক পাছৰ প্ৰস্তাৱটোত ফুটি উঠিছে বিক্ষোভ আৰু অসন্তুষ্টিৰ তীব্ৰতা। তাৰ পাছত আৰু সুদীৰ্ঘ ২৬ বছৰ কাটি যোৱাৰ পাছত, ১৯৭২ চনৰ অধিৱেশনত প্ৰদত্ত সভাপতিৰ অভিভাষণৰ পৰা অনুমান কৰাত অসুবিধা নহয় যে অসম সাহিত্য সভাৰ দৰে 'জাতীয়' অনুষ্ঠানে উক্ত প্ৰায় পাঁচ দশকৰ সময়ছোৱাত

(৩৮২) আসাম চুতীয়া সন্মিলন ঃ দ্বিতীয় অধিৱেশনৰ বিৱৰণী, পৃ ৩-৪

(৩৮৩) সদৌ অসম চুতীয়া সন্মিলন ঃ নৱম অধিৱেশনত গৃহীত প্ৰস্তাৱসমূহ, (১৯৪৬), পৃ ৭

অন্ততঃ চুতীয়াসকলৰ সেই অনুৰোধ-উপৰোধ-কাকুতি-মিনতিৰ প্ৰতি বিশেষ গুৰুত্ব দিয়া নাছিল। সেয়ে আমি গোলোক চন্দ্ৰ বড়াৰ সভাপতিৰ অভিভাষণত পঢ়িবলৈ পাওঁ ঃ

*পৰিতাপৰ কথা যে অসমীয়া জাতিৰ একমাত্ৰ প্ৰতিনিধিত্বমূলক অনুষ্ঠান অসম সাহিত্য সভাই চুতীয়া জাতিৰ পৌৰাণিক তথ্য সমূহৰ উদ্ধাৰ আদি কাৰ্যত বিশেষ একো ভূমিকা লোৱা নাই। অৱশ্যে চুতীয়া জাতি কোনো দিন বিলুপ্ত হ'লেও অসমীয়া জাতিৰ একো ক্ষতি হোৱাৰ আশংকা নাথাকে-কাৰণ চুতীয়াসকল তেতিয়া অন্যান্য সম্প্ৰদায়ৰ লগত জাপ গৈ অসমীয়াৰ জনসংখ্যা অটুত ৰখাব।' মাত্ৰ চুতীয়াসকলৰহে অপূৰণীয় ক্ষতি হ'ব-চুতীয়াসকল হয়তো মিউজিয়ামৰ উপভোগ্য বস্তু হৈ থাকিব। কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰ আৰু অন্যান্য জাতীয় অনুষ্ঠান সমূহে এই বিষয়ে যাতে দৃষ্টিপাত কৰে তাৰ বাবে তেখেতসকলৰ সজাগ দৃষ্টি আকৰ্ষণ কৰা হ'ল।*[৩৮৪]

অসম সাহিত্য সভাৰ দৰে 'জাতীয়' অনুষ্ঠান সমূহৰ এনে অৱহেলা-অৱমাননাৰ দৃষ্টিভংগীয়ে ইতিবাচক নহয়, নেতিবাচক দিশৰ পৰা চুতীয়াসকলৰ আত্ম-চেতনাৰ বিকাশত এনেকৈয়ে ৰৰঙণি যোগালে।

মন কৰিবলগীয়া যে চুতীয়াসকলৰ প্ৰথম সংগঠনৰ জন্ম হৈছিল ১৯২৫ চনত, অৰ্থাৎ ১৯২১ চনৰ অসহযোগ আন্দোলনৰ ঠিক পাছতে। চুতীয়া সন্মিলনৰ নেতৃবৃন্দৰ বহুতেই একে সময়তে কংগ্ৰেছ কৰ্মী বা অন্ততঃ স্বাধীনতা আন্দোলনৰ সমৰ্থকো আছিল। বৰং ক'ব পাৰি স্বাধীনতা আন্দোলনৰ জনজোৱাৰৰ বোকোচাত উঠিয়েই এনে সংগঠন (বোৰ)ৰ জন্ম।

চুতীয়া সন্মিলনৰ অন্যতম প্ৰতিস্থাপক ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ বিষয়ে সোণাৰাম চুতীয়া বি.এ.ই লিখিছিলঃ

*স্বৰ্গীয় শইকীয়াদেৱ ভাৰতৰ জাতীয় আন্দোলনৰ মুৰব্বিলিকা নেতা নাছিল। তেখেত গুলি-লাঠিৰো সন্মুখীন হোৱা নাছিল। কাৰাবৰণো তেখেতে গ্ৰহণ কৰা নাছিল। সেইবুলি তেখেত আন্দোলনৰ বিৰোধী নাছিল, বৰং তেখেত জাতীয় আন্দোলনৰ এজন প্ৰকৃত নীৰৱ কৰ্মী আছিল। তেখেতৰ জীৱনৰ কাৰ্যকলাপখিনিয়েই ইয়াৰ ভাল পৰিচয় দিয়ে। তেখেত সক কালৰে পৰা বৰ স্বাধীনতাপ্ৰিয় আছিল, আৰু কংগ্ৰেছক সৰ্বান্তঃকৰণে সমৰ্থন কৰিছিল। তেখেতে গোলামী মনোবৃত্তিক অকণো অন্তৰত প্ৰশ্ৰয় নিদিছিল আৰু আনকো স্বাধীনভাৱে চলিবলৈ সদায় উপদেশ দিছিল। তেখেতে জীৱনত প্ৰভুত্ব আৰু দৰিদ্ৰতাৰ বিপক্ষে সংগ্ৰাম কৰি আহিছে। এই দুটা ভাৱেই তেখেতৰ অন্তৰত সদায় তোলপাৰ লগাই আহিছিল।*[৩৮৫]

এনে এক পৰিস্থিতিতে চুতীয়া সম্প্ৰদায়ৰ অন্যতম অগ্ৰণী ব্যক্তি বৰ্তমান যোৰহাট জিলাৰ জাঁজী চূড়ামণি গাঁৱৰ শিক্ষক-সাহিত্যিক-সমাজকৰ্মী ভ্ৰমৰ চন্দ্ৰ শইকীয়াই 'চুতীয়া জাতি' নামৰ এখনি পুস্তিকা মুদ্ৰণ কৰি ছপাই উলিয়াই যথাসাধ্য ব্যাপক প্ৰচাৰৰ ব্যৱস্থা

(৩৮৪) সদৌ অসম চুতীয়া সন্মিলন, সপ্তদশ বাৰ্ষিক অধিবেশনঃ সভাপতিৰ অভিভাষণ, (১৯৭২), পৃ-৮

(৩৮৫) এজন অসাধাৰণ সাধাৰণ মানুহ, পৃ ৫৯

কৰে। ১৯২২ চনতে (১৮৪৪ শক) ভায়েক দয়াৰাম শইকীয়াৰ দ্বাৰা প্ৰকাশিত এই ঐতিহাসিক পুথিখনৰ পাতনিতে লেখকে কয়ঃ

*ভাৰতত আজি নতুন যুগৰ সূচনা বুলিব পাৰি। হিন্দু-মুছলমান মিলি-জুলি পৰস্পৰে সহানুভূতি দেখুৱাইছে। ভাৰতবাসীয়ে মুঠ বান্ধি কৰ্তব্য কৰিবলৈ ওলাইছে। সেই ভাৰতৰে ক্ষুদ্ৰ অংগ আসামেও ক্ষুদ্ৰ শক্তি প্ৰয়োগ কৰিবলৈকো পাছহোঁহকা নাই। কাৰণবশতঃ ক্ষীণা বা দীনা দেখিলেও আসাম মাতৃ কেতিয়াও বা হীনা বা দুৰ্বলা নহয়। অসমৰ সৌন্দৰ্য্য, অসমৰ ঐশ্বৰ্য, অসমৰ কীৰ্তি, অসমৰ স্মৃতি অতি চমৎকাৰ। এই বিলাকেই ভবিষ্যতলৈ সজুলি, খোপনি সাহ, পিত, আদৰ্শ আৰু উদগনি।*

চুতীয়াসকলৰ মাজত সেই সময়ত বিৰাজ কৰা শোচনীয় পৰিস্থিতি চিৰকলীয়া নহয় বুলি বুজনি দি এই আদি ইস্তাহাৰত কোৱা হৈছিলঃ

*ৰজাৰ কাৰেঙো এৰাপৰলিয়া হয়। ... এটা জাতি বা এখন দেশো সদায় একে হৈ নিটিকে। উঠন-পতন প্ৰকৃতিৰ নিয়ম। খৰি ভাৰি ৰজা হোৱা, ৰজাই মাগি খোৱা, বিচূৰ্তি হ'ব লগা কথা নহয়। এসময়ত শীৰ্ষস্থানীয়, জ্ঞান বিক্ৰমেৰে প্ৰশংসিত জাতিৰো অধঃপতন হোৱা, নিজক চিনি নোপোৱা, গৰিহণা খোৱা একো আচৰিত নহয়। বোৱতী নৈৰ গতিৰোধ হ'লে গল্কিয়ৰি হয় দেখা কথা।*

চুতীয়াসকল আৰ্য নে অনাৰ্য, ক্ষত্ৰিয় নে নহয়, সেই বিষয়েও আলোকপাত কৰি এই ইস্তাহাৰত বিচক্ষণ ভাবে কোৱা হয়ঃ

কোনোৱে বিদ্ৰূপ কৰি এনেকৈও ক'ব পাৰে যে চুতীয়া জাতিটো ক্ষত্ৰিয়হে তাতকৈ ওপৰৰ নহয়নে? তাৰ উত্তৰত আমি ইয়াকে কওঁ ঃ উপবীত গ্ৰহণ কৰা নকৰা, বৈবাহিক সম্বন্ধৰ নিৰ্ণয় ব্ৰহ্মাৰ বাহুৰ পৰা হোৱা- নোহোৱা আৰু অতীজৰ ক্ষত্ৰিয় আৰ্যৰ সতি সন্ততি বা ৰীতি-নীতি আদিৰ কথালৈ নগৈ থুলমূলকৈ ইয়াকে জনাওঁ যে, সাহিয়াল আৰু যুঁজাৰু যি ফৈদ, যাৰ নায়ক ৰজা, সেই ক্ষত্ৰিয় শক্তি-বিশিষ্ট, ক্ষত্ৰিয় শৌৰ্য্য বীৰ্য্যৰে চুতীয়া সম্প্ৰদায়ও এসময়ত গঠিত আছিল। উত্তম মধ্যম বা জাতকুল বিচাৰ কৰিবলৈ যোৱাটো আমাৰ প্ৰধান লক্ষ্য নহয়। আলাই এথানিকৈ সিঁচৰিত হৈ থকা অধঃপতনে যোৱা পিচ পৰি থকা চুতীয়া জাতিটো পেপুৱা নহৈ আন আন সম্প্ৰদায়ৰ লগত টনকিয়াল হৈ আগুৱাবলৈ এই জাতীয় জাগৰণৰ যুগত চেতনা বিয়পোৱাহে আমাৰ যাই ইচ্ছা।

অসমীয়া জাতিসত্তা আৰু চুতীয়া গোষ্ঠী সত্তাৰ মাজত যি আপাত-বিৰোধিতা আছে তাক সমাধান কৰাৰ প্ৰচেষ্টাৰে চুতীয়া সম্প্ৰদায়ৰ এই অগ্ৰদূত জনে কৈছিল,

*কোনো কোনো কৰ্মবীৰে ক'ব পাৰে যে আমি গোটেই অসমীয়াই এক জাতিৰূপে আগুৱাবলৈ চেষ্টা কৰোঁ, এওঁলোকে আকৌ ভাগ ভাগ হয়। কিন্তু আমাৰ উদ্দেশ্য ভাগ ভাগ হোৱাটো নহয়। .. আমি অকল চুতীয়া মানুহকে নহয়, সমূহ অসমীয়া ৰাইজক আমাৰ নিমিত্তে ভৰষা ৰাখি এই ক্ষুদ্ৰ শৰাই আগবঢ়াইছোঁ...।*[৩৮৬]

---

(৩৮৬) ভ্ৰমৰ চন্দ্ৰ শইকীয়া ঃ চুতীয়া জাতি, জাঁজী ১৯২২ চন, পাতনি

## বৰ্ণ হিন্দুৰ পৰা জনজাতিৰ দাবীলৈ

আৰ্য অনাৰ্য বিতৰ্কৰ লগতে তাল মিলাই চুতীয়াসকলৰ পৰিচিতি সম্পৰ্কীয় এক প্ৰশ্ন আজিও ওলমি ৰৈছে। চুতীয়াসকলৰ বাস্তৱ বা আকাংক্ষিত স্থিতিৰ এই বিবৰ্তনক আমি এক ৰেখা চিত্ৰৰে এনেকৈ বুজাব পাৰোঁ।




স্ব-আকাংক্ষিতই হওক বা অন্য-আৰোপিতই হওক, চুতীয়াসকল বৰ্ণহিন্দু হ'ব খোজাৰ কথা ইতিমধ্যে উল্লেখ কৰা হৈছে। একাংশ বৰ্ণহিন্দু বুদ্ধিজীৱীৰ পৰামৰ্শমতে চুতীয়াসকলক আন জনজাতীয় বা পাছপৰা শ্ৰেণীৰ পৰা নিলগাই আনি ব্ৰিটিছে যেন বিশেষ মৰ্যাদা যাচিব আৰু হিত সাধিবৰ মানস কৰিছে, তেনে এক ধাৰণা এসময়ত সৃষ্ট হৈছিল।

সেই সময়ত চুতীয়াসকলে অনুঃজাতি / জনজাতি হ'বলৈতো বিচৰা নাছিলেই বৰং দেউৰীসকলৰ জনজাতি পৰিচিতিৰো বিৰোধিতাহে কৰিছিল। এই বিষয়ে কুল চুতীয়াই এনেকৈ জনাইছেঃ

*১৯৩৫ চন। ইংৰাজ শাসনত ভাৰতবৰ্ষৰ জাতি, জনজাতিসকলক অনুসূচীত চিহ্নিত কৰাৰ উদ্দেশ্যে চাইমন কমিশ্যন গঠন হ'ল। চাইমন কমিশ্যনে পৰামৰ্শ আগবঢ়ালে চুতীয়া জাতিক অনুসূচীত জাতিত অন্তৰ্ভুক্ত কৰাৰ। চুতীয়া সম্মিলনে ইয়াৰ বিৰোধিতা কৰিলে। কাৰণ বুৰঞ্জীয়ে চুকি নোপোৱা কালৰে পৰা শাসনৰ বাঘজৰী ধৰি থকা ৰাজ শক্তি সম্পন্ন আদিবাসী জাতিক অনুসূচীত জাতিত অন্তৰ্ভুক্ত কৰাৰ যুক্তি নাই।*

*কিন্তু ফাট মেলিলে এই খিনিতে চুতীয়া সম্মিলনৰ। কূটনীতিবিদ ব্ৰিটিছৰ উদ্দেশ্য সফল হ'ল। তীমৰৰ দেউৰী চুতীয়া সম্মিলনৰ পৰা ফালৰি কাটিল।* (৩৮৭)

মন কৰিবলগীয়া যে কুল চুতীয়াৰ এই বক্তব্যৰ লগত বৰ্ণহিন্দু কৰণৰ ষড়যন্ত্ৰ

---

(৩৮৭) কুল চুতীয়া ঃ *চুতীয়া সম্মিলনৰ চমু ইতিবৃত্ত আৰু সংক্ষিপ্ত কাৰ্যাৱলী,* স্মৃতিগ্ৰন্থ, সদৌ অসম চুতীয়া জাতি সম্মিলন, (কমাৰবন্ধা, ১৯৮৯), পৃ ৩৩

সংক্ৰান্তত ললিত চুতীয়াৰ ইতিমধ্যে উদ্ধৃত অভিযোগৰ মিল আছে।[৩৮৮]

নিজে জনজাতি হোৱাটো দূৰৰ কথা, দেউৰীসকলকো জড়োপাসক (animist) যেনেকৈ পৰা আঁতৰাই হিন্দু পন্থাৰ ভিতৰত ভৰাই লোৱাৰ বাবেহে চেষ্টা চলোৱা হ'ল। আসাম চুতীয়া সন্মিলনৰ চতুৰ্থ অধিবেশন (১৯৩০)ৰ তৃতীয় প্ৰস্তাৱত কোৱা হয়ঃ

*যেহেতু আসামৰ দেউৰীবিলাক কোনো এক সুকীয়া সম্প্ৰদায় নহয় আৰু যেহেতু এতিয়া গভৰ্ণমেণ্টে সিবিলাকক জড়োপাসক বুলি লেখত ধৰে, আজিৰ সন্মিলনে প্ৰস্তাৱ কৰে যে এতিয়াৰ পৰা সিবিলাকক সুকীয়া এটা জড়োপাসক সম্প্ৰদায় নেপাতি চুতীয়াৰ অন্তৰ্ভুক্ত বুলি ধৰা হওক।*[৩৮৯]

কোৱা বাহুল্য যে দেউৰীসকলে এই আহ্বানৰ প্ৰতি কোনো সঁহাৰি জনোৱাৰ প্ৰয়োজন অনুভৱ নকৰিলে। তেওঁলোকে জড়োপাসক-জনজাতিৰূপে অনুসূচীকৰণ হৈয়ে সুখে সন্তোষে থাকিল।

## চুতীয়াসকলৰ বৰ্ণহিন্দুত্ব আৰু পৰৱৰ্তী পৰিস্থিতি

প্ৰাপ্ত তথ্যৰ ভিত্তিত ১৯৩৫ চনৰ পৰা অন্ততঃ দুই দশক জুৰি চুতীয়াসকলক বৰ্ণহিন্দু বুলি গণ্য কৰা হৈছিল বুলি ধাৰণা হয়। চুতীয়া সন্মিলনৰ ১৯৯৭ চনৰ মৰাণ অধিবেশনৰ স্মৃতিগ্ৰন্থৰ সম্পাদকীয়ত কোৱা হয়ঃ

*তাহানি ব্ৰিটিছৰ দিনতে চুতীয়া জাতি ভৈয়াম অনুসূচীত জনজাতিৰ তালিকাভুক্ত (?) আছিল যদিও সেই সময়ৰ সদৌ চুতীয়া সন্মিলনে (বোধহয় ১৯৩৫) দাবী উত্থাপন কৰি বৰ্ণহিন্দুৰ শাৰীলৈ উন্নীত কৰালে, কিন্তু ফলত আমাৰ জাতো গ'ল পেটো নভৰিল অৰ্থাৎ উত্তৰ পুৰুষে মাচুল বেহাই, কাৰিকৰী শিক্ষা আৰু চাকৰি আদিৰ আসন সংৰক্ষণৰ পৰা বঞ্চিত হ'ব লগা হ'ল।*[৩৯০]

এই খিনিতেই মন কৰিবলগীয়া যে নিজা দাবী অনুসৰিয়েই (দলিত জাতি বা Depressed Classes অৰ অন্তৰ্ভুক্ত নহৈ) গোপীকাবল্লভ গোস্বামীসকলে দেখুৱা পথেৰে গৈ বৰ্ণহিন্দু হোৱা চুতীয়াসকলে এঘাৰ বছৰৰ ভিতৰতে বৰ্ণহিন্দু ভাবত অতীষ্ঠ হৈ পৰিল। স্বাধীনতাৰ উপকণ্ঠত বৈ তেওঁলোকে দাবী তুলিলে বৰ্ণহিন্দুৰ তালিকাৰ পৰা তেওঁলোকক বাহিৰ কৰাৰ। ১৯৪৬ চনত প্ৰদত্ত এক স্মাৰকপত্ৰত তেওঁলোকে স্পষ্টকৈয়ে ক'লে ঃ

***Inter marriage and inter dining are still prohibited with others of the Caste Hindus though politically the Chutias are calculated to be a part of the so-called Caste Hindu Group.*** [৩৯১]

---

(৩৮৮) ললিত চুতীয়াঃ *চুতীয়া ৰাজ্য শদিয়াৰ সভ্যতা, সংস্কৃতি আৰু জনকৃষ্ণ*, লোপামুদ্ৰা, পৃ ৬৪

(৩৮৯) আসাম চুতীয়া সন্মিলনঃ চতুৰ্থ অধিবেশন, সভাপতিৰ অভিভাষণ আদি, পৃ ৪৪

(৩৯০) দেৱী চুতীয়াৰ সম্পাদকীয় ঃ স্মৃতিগ্ৰন্থ, সদৌ চুতীয়া জাতি সন্মিলন, (মৰাণ,১৯৯৭)

(৩৯১) **Memorandum on the demands of the Chutias of Assam as a Backward Miniority, 1946, p.5**

অন্যান্য বৰ্ণ হিন্দুসকল তথা চৰকাৰৰ বিৰুদ্ধে অবহেলাৰ অভিযোগ সুস্পষ্টকৈ উত্থাপন কৰি এই স্মাৰকপত্ৰত কোৱা হৈছিল ঃ

*The Chutias are long suffering these silent miseries without any redress and encouragement from the Govt. and sympathy from the advanced brothers and leaders of the Caste Hindus... Not only the Government is indifferent but their other Caste Hindu brothers in power are also taking no notice of the sad lot of Chutias and are not raising a voice on their behalf. Their condition is far worse. than that of the Depressed Classes or the Tribals whom we generally think to be the most undeveloped and most backward.* [৩৯২]

বৰ্ণহিন্দুত্বই সাধন কৰা এনে ক্ষতিৰ উপলব্ধিৰে চুতীয়া সন্মিলনে সেয়েহে বিচাৰিলেঃ

*a separate political existence and political rights as a minority in statutory form in the new Constitutional machinery to be set up.* [৩৯৩]

উল্লেখযোগ্য যে ঠিক এইখিনি সময়তে আহোম সকলেও সংখ্যালঘুৰূপে স্বীকৃতিৰ দাবীটোকে প্ৰধানতঃ তুলিছিল।[৩৯৪]

ইয়াৰ পৰা দেখা যায় যে ২০-১২-১৯৪৬ তাৰিখে অৰ্থাৎ আসন্ন স্বাধীনতাৰ দুৱাৰদলিত বৈ অনাগত সংবিধানৰ পৰা চুতীয়াসকলে মাত্ৰ বিচাৰিলে (১) এসময়ত নিজে আকাংক্ষ্যা কৰা বৰ্ণহিন্দু 'মৰ্যাদা'ৰ অৱসান আৰু (২) পাছপৰা সংখ্যালঘুৰূপে স্বীকৃতি আৰু সুৰক্ষা।

মাজৰ সময়ছোৱাত চুতীয়া সন্মিলনৰ মাজত জনজাতিকৰণৰ দাবী সম্পৰ্কে চিন্তাচৰ্চা যেনেকৈ চলিছিল, তেনেকৈ তাৰ বিকল্পবাদী মতো পৰিলক্ষিত হৈছিল। উদাহৰণস্বৰূপে সদৌ অসম চুতীয়া সন্মিলনৰ চতুৰ্দশ অধিবেশন (পীড়াকটা,১৯৬৮) উপলক্ষ্যে অনুষ্ঠিত ছাত্ৰ সভাৰ সভাপতিৰ অভিভাষণত (ড.) পদ্মধৰ শইকীয়াই কয় ঃ

*অৰ্থনৈতিক আৰু শিক্ষাৰ ক্ষেত্ৰত অসমৰ জনজাতি লোকসকলতকৈও পাছপৰা যদিও চুতীয়া জাতি জনজাতি নহে এটা অন্যান্য পাছ পৰা জাতি বুলি পৰিগণিত হ'ল। এতিয়াও এই জাতিৰ বহুতে আক্ষেপ কৰে চুতীয়া জাতি জনজাতি বা tribal বুলি গণ্য হোৱা হ'লে বহুতো সা-সুবিধা পোৱা হ'লহেঁতেন। চুতীয়া জাতিক জনজাতি বুলি গণ্য কৰিবলৈ চেষ্টা*

---

(৩৯২) **Memorandum on the Demands of the Chutias of Assam as a Backward Minority, 1946, P.8-9**

(৩৯৩) **Ibid, P. 12**

(৩৯৪) ***Memorandum on the Ahoms as a Minority*, ড. দেৱব্ৰত শৰ্মা সম্পাদিত 'অন্যতম অসমীয়া জাতীয় নেতা সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঁইৰ', পৃ- ১৮৯**

*নকবাৰ বাবে আগৰ নেতৃস্থানীয় লোকক বহুতে দোষাৰোপ কৰে। কিন্তু অসমত এনে এটা সময় আহিছিল যেতিয়া বহুত জনজাতিয়ে নিজকে হিন্দু বুলি চিনাকি দি গৌৰৱ অনুভৱ কৰিছিল। তথাকথিত উচ্চজাতিৰ মানুহৰ জীৱন ধাৰাৰ লগত নিজকে মিলাই দিবলৈ চেষ্টা কৰিছিল। ইয়াক সংস্কৃতকৰণ (Sanskritisation) বোলা হয়। স্বাধীনতাৰ পাছত জনজাতি সমূহৰ উন্নতিৰ বাবে বহুতো সা-সুবিধা আগবঢ়োৱাত এই গতিত বাধা পৰিল। কেৱল কিছুমান সা-সুবিধা পোৱাৰ বাবেই এটা জাতি, জনজাতি হোৱা বহুতেই অন্তৰেৰে গ্ৰহণ কৰিব নোৱাৰে। তেনে কৰাৰ সম্ভাৱনাও একেবাৰে ক্ষীণ।*[৩৯৫]

এয়া যে কেৱল (ড.) পদ্মধৰ শইকীয়াৰ বা কেৱল ১৯৬৮ চনৰে কথা নাছিল তাৰ প্ৰমাণ পোৱা যায় চুতীয়া সম্মিলনৰ প্ৰাণ-পুৰুষ ভ্ৰমৰচন্দ্ৰ শইকীয়াৰ পুত্ৰ তথা 'ভ্ৰমৰ' আলোচনীৰ সম্পাদক মোহনৰাম শইকীয়াৰ এই স্থিতিতঃ

*১৯৭৪ চনত কমাৰবন্ধা হাজৰিকা চুক নামঘৰত অনুষ্ঠিত হোৱা সদৌ অসম চুতীয়া সম্মিলনৰ কাৰ্যনিৰ্বাহক বৈঠকত জাতিটোক জনজাতি কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। তেখেতে ইয়াৰ প্ৰতিবাদ জনাই কৈছিল, 'জাতি এটা নামে কামে ওপৰলৈ উঠোৱাৰ প্ৰচেষ্টা চলাব লাগে। তললৈ নমোৱাৰ কথা ভাবিব নালাগে।'*[৩৯৬]

অৱশ্যে ১৯৭৪ চনত জনজাতিকৰণৰ প্ৰস্তাৱ গৃহীত হোৱাৰ তথ্য পোৱা নাযায়। বোধহয় সেই বৈঠকত প্ৰস্তাৱটো উত্থাপিত-আলোচিতহে হৈছিল। কাৰণ ১৯৭৯ চনত এই দাবী প্ৰথমবাৰ উত্থাপিত হোৱাৰ তথ্য পাছত পোৱা যাব। তথাপি উক্ত দুই বক্তব্যই জনজাতিকৰণৰ সম্পৰ্কত হোৱা বিতৰ্কৰ আভাস দিয়ে। জনজাতিকৰণৰ সম্পৰ্কে চিন্তা চৰ্চা চলি থাকিলেও ১৯৭৬ চনৰ মৰাণ অধিবেশনত 'সদৌ অসম চুতীয়া সম্মিলন'ৰ নামৰ পৰিবৰ্তন ঘটাই 'সদৌ অসম চুতীয়া জাতি সম্মিলন' দিয়া হয়। নিয়মাৱলীৰ সেই মৰ্মে সংশোধন ঘটোৱা হয়। জনজাতিকৰণৰ বিপৰীতে হিন্দু জাতি-বৰ্ণ-প্ৰথাৰ অন্তৰ্ভুক্ত হোৱাৰ বাবেই ই হয়তো এক পদক্ষেপ আছিল। সেয়েহে পৰৱৰ্তী কালত ই এক ভুল পদক্ষেপ বুলি একাংশই ক'ব খোজে।

এই সম্পৰ্কত প্ৰণিধান যোগ্য এটি মতামত এনে ধৰণৰঃ জাতি শব্দটোৰ লগত অনুসূচিত জাতিৰ হে সম্পৰ্ক আছে, জনজাতিৰ নাই। ১৯৩৫ চনত চাইমন কমিশ্যনে চুতীয়াসকলক অনুঃজাতি হ'ব লাগে বুলি আগবঢ়োৱা পৰামৰ্শ প্ৰত্যাখ্যান কৰাৰ পাছত সংগঠনটোৰ নামটোও জাতি সম্মিলন হোৱাৰ কোনো যুক্তিযুক্ততা নাই, বৰং নিয়মাৱলী সংশোধন কৰি তাৰ নাম সলনি কৰিব লাগে 'সদৌ চুতীয়া জনজাতি সম্মিলনলৈ'[৩৯৭]

এই খিনিতে উল্লেখযোগ্য যে সংগঠনৰ নাম পৰ্যন্ত সলাই পেলাব লগা পৰিস্থিতি

---

(৩৯৫) (ড.) পদ্মধৰ শইকীয়াঃ ছাত্ৰ সভাৰ সভাপতিৰ অভিভাষণ (পীড়াকটা,১৯৬৮), পৃ ৭ (ড. দুৰ্গেশ্বৰ বৰাৰ দ্বাৰা প্ৰকাশিত)

(৩৯৬) জীতেন বৰা ঃ মোহনৰাম শইকীয়াদেৱৰ পৱিত্ৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি, পৃ ১২

(৩৯৭) ললিত চুটীয়া ঃ *চুটীয়াসকল জাতি নহয়, জনজাতি*; কমাৰবন্ধা অধিবেশনৰ স্মৃতিগ্ৰন্থ, ১৯৮৯,পৃ ১৮-১৯

অসমৰ আন সংগঠনৰ ক্ষেত্ৰতো ঘটিছে। এসময়ত আৰ্যীকৰণ বা সংস্কৃতায়নৰ প্ৰভাৱত যি সংগঠনৰ নাম হৈছিলগৈ 'সদৌ অসম কোচ ৰাজবংশী ক্ষত্ৰিয় সন্মিলন' সেই সংগঠনেই আজি জনজাতি কৰণৰ তাগিদাত সংগঠনৰ নামকে সলাবলগীয়া অৰ্থাৎ 'ক্ষত্ৰিয়' শব্দ বাদ দিবলৈ বাধ্য হ'ব লগা হৈছে। কিন্তু তাৰ পাছতো কোনো কোনোৱে ক'ব খোজে যে 'ৰাজবংশী' শব্দটোও জনজাতিকৰণৰ প্ৰতিবন্ধক হ'ব পাৰে।

কেৱল কোচ ৰাজবংশী সকলেই কিয়, আহোম-চুতীয়া আদি বিভিন্ন জনগোষ্ঠীৰ জনজাতিকৰণৰ দাবী প্ৰবল হৈ উঠাৰ লগে লগে সেই সংক্ৰান্তীয় কেতবোৰ তাত্ত্বিক ধাৰণাৰ মোকাবিলা কৰাৰ প্ৰয়োজন অনুভূত হৈছে। যেনেঃ

১। বিভিন্ন সম্প্ৰদায়ে নিজা নিজা গৌৰৱোজ্জ্বল অতীতৰ কথা ক'বলৈ গৈ মধ্যযুগ বা তাৰো আগৰ একোখন শক্তিশালী ৰাষ্ট্ৰৰ স্মৃতি সুঁৱৰিছে। ব্যক্তিগত সম্পত্তিৰ পৰিপূৰ্ণ বিকাশৰ লগত সংগতি ৰাখি উদ্ভূত এনে ৰাষ্ট্ৰই প্ৰাক্ শ্ৰেণী, সৰল জনজাতীয় জীৱনধাৰা ভাঙি পেলাবলৈ বাধ্য।

২। এনে বিকশিত ৰাষ্ট্ৰত শ্ৰেণী গঠন ত্বৰান্বিত হয় বিভিন্ন সম্প্ৰদায় বা জনজাতিৰ পৰস্পৰ চামিলকৰণৰ মাজেদি।

৩। একে সময়তে আৰ্যকৃত-ক্ষত্ৰিয়কৃত-বৰ্ণ হিন্দুকৃত হোৱা আৰু জনজাতীয়তা বাহাল ৰখাৰ মাজত পৰস্পৰ বিৰোধিতা আছে।

৪। জনজাতীয় জীৱনধাৰাত বিভিন্ন বিশেষীকৃত বৃত্তিৰ (যেনে কমাৰ, কুমাৰ, কঁহাৰ, সোণাৰি, খনিকৰ) বিকাশ সম্ভৱ নহয়।

৫। অস্থায়ী চলমান ঝুম পদ্ধতিৰ পৰা স্থায়ী কৃষি পদ্ধতিলৈ পৰিবৰ্তনৰ প্ৰক্ৰিয়াটোৱেই জনজাতীয়তাৰ পৰা হিন্দু জাতি-বৰ্ণ প্ৰথালৈ উৎক্ৰমণৰো প্ৰক্ৰিয়া।

৬। জনজাতিকৰণেৰে যদি সকলো সমস্যাৰ সমাধানেই হয় তেনেহ'লে বড়ো, কাৰ্বি, ডিমাছা আদিয়ে স্বায়ত্তশাসনৰ বাবে ৰক্তক্ষয়ী সংগ্ৰাম কৰিব লগা হৈছে কিয়?

৭। জনজাতিকৰণৰ আগত আৰু পাছত ইতিমধ্যে অনুসূচীভুক্ত জনজাতিসকলৰ কে'বাপৰ্যায়ৰ বিৰোধৰ মুখামুখি হ'ব নালাগিবনে?

... এই তাত্ত্বিক, ব্যৱহাৰিক প্ৰশ্নবোৰৰ মীমাংসা আজি কেৱল চুতীয়াসকলৰে নহয়, সমগ্ৰ অসমৰে সমূহ জনগোষ্ঠীয় সমস্যাৰ সমাধানৰ বাবেই অতিশয় আশু আৰু জৰুৰী বিবেচিত হৈছে। ইতিমধ্যে জনজাতিকৰণৰ দাবীৰো প্ৰবলতা আৰু তীব্ৰতা বাঢ়িছে।

১৯৭৯ চনৰ ১৭ জুনত যোৰহাট চন্দ্ৰকান্ত সন্দিকৈ ভৱনত অনুষ্ঠিত চুতীয়া সন্মিলনৰ কেন্দ্ৰীয় সমিতিৰ প্ৰথম প্ৰস্তাৱৰ ভিত্তিত ৰজিতা খুৰাই ১৯৮০ চনত প্ৰধানমন্ত্ৰীক প্ৰদত্ত এক স্মাৰকপত্ৰত দাবী তোলা হয়ঃ

*(1) Making available to the Chutias all the constitutional privileges granted to the scheduled tribes in consideration of the most backwardness of the Chutias in all respects of socio economic life.*

*(2) The inclusion of the Chutias in the plains tribes list of Assam. In consideration of the fact the Chutias were and are of the same origin as that of the plains Tribes of Assam and other adjoining states of North East India* [৩৯৮]

*এই বক্তব্যৰ সমৰ্থনত বি. চি. এলেন চাহাবক উদ্ধৃত কৰি কোৱা হয় ঃ*

***The early history of the Chutias is not much known, but they are believed to be members of the great Bodo race and to have entered the plains from the north east.*** [৩৯৯]

মন কৰিবলগীয়া যে চুতীয়া সন্মিলনৰ ১৯৮০ চনৰ এই বক্তব্যই ঠিক ৫৯ বছৰৰ আগৰ ৰায় বাহাদুৰ গোপীকাবল্লভ গোস্বামীৰ বক্তব্যৰ বিপৰীত অবস্থান লয়। কাৰণ ১৯২৯ চনৰ বিশেষ অধিবেশনৰ সভাপতিৰ অভিভাষণত গোস্বামীয়ে বি. চি. এলেনৰ ঠিক সেই উদ্ধৃতিৰে 'believed to be' শব্দ কিটাক লৈ ব্যংগ কৰি চুতীয়াসকলৰ জনজাতীয়তা বা বড়োসকলৰ লগত সম্পৰ্কক পানী নসৰকাকৈ নাকচ কৰিছিল।[৪০০] এনেকৈয়ে ঠিক অৰ্দ্ধশতিকাৰ (১৯২৯-১৯৮০) ভিতৰত চুতীয়াসকলৰ চিন্তা চৰ্চাই বৰ্ণহিন্দুত্বৰ পৰা জনজাতীয়তা অভিমুখে এটা ১৮০° 'এবাউট টাৰ্ণ' লৈছিল। তাৰ লগত জড়িত আৰ্থ সামাজিক বিষয়বিলাকে অৱশ্যেই গভীৰ চিন্তাৰ দাবী ৰাখে।

## অন্য বিভিন্ন জনগোষ্ঠীসমূহৰ প্ৰসংগ

অসমীয়া ভাষী শাহটোৰ ভিতৰতে এনে বহু সম্প্ৰদায় আছিল যিসকলে সংহতি আৰু আত্মীকৰণৰ চলমান প্ৰক্ৰিয়াটোত সহজ অনুভৱ কৰা নাছিল। সৰু সৰু সম্প্ৰদায়বোৰবো ডাঙৰ ডাঙৰ অভিযোগ আছিল। উদাহৰণস্বৰূপে ১৯৩৯ চনত অনুষ্ঠিত সদৌ অসম সূত সন্মিলনৰ অধিবেশনত অসমীয়া উগ্ৰজাতীয়তাবাদী নেতা নীলমণি ফুকনে স্বীকাৰ কৰিছিল যে সূতসকলে পৃথক নিৰ্বাচক মণ্ডলী অথবা পৃথক সংৰক্ষণ একোকে বিচৰা নাই। তেওঁ লগতে স্বীকাৰ কৰিছিল যে যোৰহাট জে. বি কলেজৰ তেতিয়াৰ প্ৰায় ৪০০ ছাত্ৰৰ ভিতৰত সূত ছাত্ৰ-ছাত্ৰী আছিল মুঠেই চাৰিটি। ১৯৩৭-৩৮ চনত প্ৰৱেশিকা উত্তীৰ্ণ হোৱা ৪০ জন ছাত্ৰ-ছাত্ৰীৰ ভিতৰত এজনো সূত নাছিল। তেওঁৰ মতে খুণ্ডীয়া মৌজাৰ ৪০০ সূত পৰিয়ালৰ ভিতৰত সেইসময়ত মুঠেই চাৰিজনহে সাক্ষৰ আছিল। ফুকনৰ এই মুকলি স্বীকাৰোক্তি আদৰণীয় আছিল। কিন্তু আচৰিত কথা যে তাৰ পাছতো ফুকন আৰু তেওঁৰ সহযোগীসকলে সূত অথবা আন পাছপৰা সম্প্ৰদায়ৰ শৈক্ষিক সামাজিক বিকাশৰ কাৰণে হীৰিণ কুটীডালো তীৰিণ কৰা নাছিল। তাৰ বিপৰীতে তেওঁ সূতসকলক পৰামৰ্শ দিছিল ছাত্ৰ বৃত্তিৰ নিচিনা ভিক্ষা নিবিচাৰিবলৈ- সূতসকলক

---

(৩৯৮) **Memorandum to Prime Minister on Scheduling**, 1980, P-7

(৩৯৯) B.C. Allen in **Assam District Gazetter**, Lakhimpur, Vol. VIII, 1905, quoted in the above memorandum

(৪০০) **চতুৰ্থ অধিবেশনৰ বিৱৰণীত সংযোজিত বিশেষ অধিবেশনৰ সভাপতিৰ অভিভাষণ**, পৃ ৫৬-৬০

নিজা সম্প্ৰদায়টোৰ স্বাৰ্থক লৈ জনগোষ্ঠীগত ৰাজনীতি নকৰিবলৈও তেওঁ সঁকীয়াই দিছিল।[৪০১]

সূতসকলে অৱশ্যে অসমীয়া জাতীয় সংগঠনবোৰৰ ভূমিকাত আশ্বস্ত হ'ব পৰা নাছিল। তেওঁলোকে অসম সাহিত্য সভাৰ সভাপতি নৱকান্ত বৰুৱাই তেওঁৰ সাহিত্য অকাডেমী বঁটা বিজয়ী ককাদেউতাৰ হাড় উপন্যাসত সূতসকলক কলংকিত কৰাৰ অভিযোগ তুলিলে। অসমীয়া অৰ্ধ-সাপ্তাহিক অগ্ৰদূতৰ বিৰুদ্ধেও অভিযোগ উঠিল সূতসকলৰ বিৰুদ্ধে অপযশ ৰটাৰ। ইয়াৰ ফলত সূত নেতৃত্বই তেওঁলোকৰ জাতি-ভাই-ভনীসকলক আহ্বান জনালে অসমীয়া বৰ্ণ হিন্দু সাহিত্যিক আৰু সাহিত্য অনুষ্ঠানবোৰৰ সম্পৰ্কে সতৰ্ক থাকিবলৈ।[৪০২]

অসম সাহিত্য সভাৰ ২০০৫ চনৰ চিপাঝাৰ অধিবেশনৰ সভাপতি কনকসেন ডেকাই দীৰ্ঘদিন সম্পাদনা কৰি অহা অগ্ৰদূত, আৰু স্বয়ং অসম চৰকাৰে প্ৰকাশ কৰি অহা বিশিষ্ট সাহিত্য আলোচনী প্ৰকাশৰ পাততো সূত বিৰোধী লেখা প্ৰকাশৰ অভিযোগ উঠিছিল।[৪০৩] সূতসকলে তেওঁলোকক বৰীয়া আখ্যাৰে অপমানিত কৰাৰ প্ৰতিবাদ কৰিছিল। প্ৰকৃততে ১৯৮১ চনৰ লোকপিয়লৰ প্ৰতিবেদনত সূতসকলক বৰীয়া বুলি আখ্যা দিয়াৰে পৰা সূত জনগোষ্ঠীগত চেতনা গঢ় লৈ উঠে। এয়া ব্ৰিটিছ-সত্ৰ-বৰ্ণহিন্দুৰ যৌথ ষড়যন্ত্ৰৰ ফল বুলি তেওঁলোকে বিশ্বাস কৰে।[৪০৪] এই কথাই আমাক চেৰেংকৈ মনত পেলাই দিয়ে লোকপিয়লৰ প্ৰৰোচক মন্তব্যই একেদৰে কৈৱৰ্ত, বনিয়া আদিৰ চেতনাকো জগাই তোলাৰ কথালৈ। সূতসকলে বেছিকৈ আঘাত পাইছিল স্বাধীনতা আন্দোলনৰ সূত শ্বহীদসকলৰ প্ৰতি প্ৰদৰ্শিত আওহেলাত। ১৯৪২ চনৰ স্বাধীনতা আন্দোলনত নগাঁৱৰ বৰহমপুৰত চাৰিগৰাকী ব্যক্তি শ্বহীদ হৈছিল। তেওঁলোক আছিল ভোগেশ্বৰী ফুকননী, লক্ষ্মী হাজৰিকা, থগী সূত আৰু বলো সূত। তেওঁলোকৰ ভিতৰত প্ৰথম গৰাকীক বাদ দি বাকী তিনিওজনেই সূত আছিল। কিন্তু ভোগেশ্বৰী ফুকননী ঠিকেই প্ৰক্ষেপিত হ'ল যদিও বাকী তিনিজন যি তিমিৰত, সেই তিমিৰতে থাকি গ'ল। তেনেকৈয়ে ১৯৭২ চনৰ মাধ্যম আন্দোলনত শ্বহীদী বৰণ কৰা অনিল বৰাৰ উপৰিও ১৯৭৯-৮৩ ৰ বিদেশী বহিষ্কাৰ আন্দোলনতো ১৪৪ জন সূত সম্প্ৰদায়ৰ ব্যক্তিয়ে জীৱন দিয়া বুলি সূতসকলে দাবী কৰে। তেওঁলোকক বিস্মৃতিৰ গৰ্ভলৈ ঠেলি দিয়াটোৱে সম্প্ৰদায়টোক দুখলৈ ঠেলি দিয়ে।[৪০৫] সূত সকলৰ স্মৃতিগ্ৰন্থ এখনৰ সম্পাদক এজনে সেয়েহে অসমীয়া সমাজক কলুষিত কৰা আৰু সূত সম্প্ৰদায়ক বৈষম্যৰ চিকাৰ কৰা ব্ৰাহ্মণ্যবাদী জাতিবাদৰ বিপক্ষে সৰ্বাত্মক সংগ্ৰামৰ আহ্বান জনায়।[৪০৬]

নাথ - যোগীসকলেও 'যুগবাণী' আৰু 'অগ্ৰগামী' আদি নিজা সম্প্ৰদায়ৰ মুখপত্ৰ প্ৰকাশ কৰিছিল। সম্প্ৰদায়টোৱে তেওঁলোকৰ বৈশিষ্ট্যপূৰ্ণ, শৈৱ তান্ত্ৰিক ধৰ্মীয় পন্থা চৰ্চা

(৪০১) সূত সন্মিলনৰ ১৯৩৯ চনৰ যোৰহাট অধিবেশনৰ সভাপতিৰ ভাষণৰ পাণ্ডুলিপি।

(৪০২) সদৌ অসম সূত সন্মিলনৰ স্মৃতিগ্ৰন্থত (যোৰহাট, ১৯৮৮) মাণিক বৰাৰ প্ৰবন্ধ।

(৪০৩) অগ্ৰদূতৰ 'কৰ্মৰ চাকৰি সন্ধান' কবিতাৰ (২১-৬-৮৭) বিপক্ষে সেই কাকততে সূত সকলৰ প্ৰতিবাদ প্ৰকাশ কৰা হয় ১৫-৮-৮৭ সংখ্যাত। প্ৰকাশৰ বিতৰ্কিত গল্পটো 'ভোগ'।

(৪০৪) সূত সন্মিলনৰ স্মৃতিগ্ৰন্থ, যোৰহাট ১৯৮৮ত দণ্ডিৰাম বাৰিকৰ প্ৰবন্ধ

(৪০৫) উক্ত স্মৃতিগ্ৰন্থতে মহীৰাম বৰাৰ প্ৰবন্ধ।

(৪০৬) উক্ত স্মৃতিগ্ৰন্থৰে সম্পাদকীয়।

কৰিছিল। এই পন্থায়ো তেওঁলোকক যুগ যুগ ধৰি সংহত হৈ থাকিবলৈ সহায় কৰিছিল।

কোৱাবাহুল্য যে ইয়াত জনগোষ্ঠী / সম্প্ৰদায়বোৰৰ বিষয়ে যি আলোচনা কৰা হৈছে, সেয়া অসম্পূৰ্ণ আৰু সি সমস্যাবোৰৰ সম্পৰ্কে বেঙনিহে দিব পাৰে। কাৰণ স্তালিনে ক'বৰ দৰে (এতিয়ালৈকে অজ্ঞাত) বহু জনগোষ্ঠীয়ে ইতিহাসৰ মঞ্চত আত্ম ঘোষণা কৰিবৰ নৌএথোন; তেওঁলোকে সেই মঞ্চ অচিৰেই দখল কৰিব। কিন্তু সেই সকলোৰে বিষয়ে আলোচনা কৰিবলৈ আমাৰ ইয়াত সময় সুযোগ নাই। তথাপি আশা কৰা হৈছে সকলোবোৰ প্ৰধান সম্প্ৰদায়কে আমি ইয়াত চুই যাব পাৰিছোঁ।

# উপসংহাৰ

প্ৰখ্যাত বাওঁপন্থী চিন্তাবিদ সংগঠক ভাস্কৰনন্দী আৰু সন্তোষ ৰাণাই তেওঁলোকৰ এটা মূল্যবান প্ৰবন্ধত জাতি-বৰ্ণৰ জটিল বিষয়টোৰ সাৰ সংকলন কৰি এনেকৈ কৈছেঃ

*To sum up, the Varna of a person determined his position in the social division of labour, his position vis-a-vis the control over the means of production, his status before the law, the share of the social produce that he was entitled to get and the way of acquiring it. It was the function of the Sudras to produce the surplus and the members of the three upper Varnas appropriated it. The mode of extraction of the surplus was essentially coercive. This means that the Varna system is the form through which class society made its appearance in India.*[৪০৭]

অসম প্ৰকৃতাৰ্থত কেতিয়াও ভাৰতীয় জাতি বৰ্ণ ব্যৱস্থাৰ আনুষ্ঠানিক ৰূপ ব্ৰাহ্মণ্যবাদৰ আবৰ্তৰ বাহিৰত নাছিল। কিন্তু ছশ বছৰৰ আহোম শাসন আৰু শক্তিশালী জনজাতীয় জীবন ধাৰাই ব্ৰাহ্মণ্যবাদৰ অষ্টোপাচী আলিংগন শিথিল কৰিবলৈ সক্ষম হৈছিল। তথাপিও ই সমাজত নিৰ্ণায়ক প্ৰভাৱ পেলাই আছিল। আমাৰ আলোচনাই প্ৰমাণ কৰিলে যে প্ৰচলিত প্ৰবাদৰ বিপৰীতে অসম আনকি অস্পৃশ্যতাৰ পৰাও মুক্ত নাছিল। অস্পৃশ্যতাৰ প্ৰভাৱ ইয়াত ভাৰতৰ মূল ভূখণ্ডৰ সমানে হোৱা - নোহোৱাটো আন এক প্ৰসংগ। চমুকৈ ক'বলৈ হ'লে ব্ৰাহ্মণ্যবাদ অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ এক ঘাই বাধাৰূপে থিয় হৈছিল। বিপৰীতক্ৰমে অসমীয়া জাতি ভঙা গঢ়া দুয়োটাৰ বাবে দায়ী আছিল ব্ৰিটিছ শাসনো। কাৰণ আধুনিক শিক্ষা প্ৰবৰ্তন, উমৈহতীয়া বজাৰ প্ৰতিষ্ঠা আৰু সকলো জনগোষ্ঠীক ওচৰ চপাই অনাৰ মাজেৰে ব্ৰিটিছে এক আধুনিক জাতিসত্তা নিৰ্মাণৰ পৰিবেশ প্ৰস্তুত কৰিছিল সঁচা, কিন্তু একে সময়ত ব্ৰিটিছেই অসমত উগ্ৰজাতীয়তাবাদ,

---

(৪০৭) Vaskar Nandy and Sontosh Rana : *New Democratic Revolution and Annihilation of Caste* in **For A New Democracy**, June-July, 1991

প্ৰতি-উগ্ৰজাতীয়তাবাদ, সাম্প্ৰদায়িকতাবাদ, প্ৰতি সাম্প্ৰদায়িকতাবাদ আদি আধুনিক প্ৰতিক্ৰিয়াশীল ৰাজনৈতিক ধাৰাবোৰো জন্ম দিছিল। সিমানেই নহয়, ব্ৰিটিছে ব্ৰাহ্মণ্যবাদৰ সামন্তীয় মতাদৰ্শৰ প্ৰতিও পৃষ্ঠপোষকতা আগবঢ়াইছিল। এতিয়া জাতি বৰ্ণবাদ গভীৰতৰ কৰাৰ ক্ষেত্ৰত ব্ৰিটিছৰ 'সৃষ্টিশীল' অৱদানৰ বিষয়লৈ যাওঁ।

আমি এই অধ্যায়ত দেখুৱাই আহিছোঁ কেনেকৈ বিভিন্ন লোকপিয়ল প্ৰতিবেদনসমূহক বিভিন্ন সম্প্ৰদায়/ জনগোষ্ঠীৰ সামাজিক / ঔপচাৰিক স্থিতি নিৰ্ধাৰণকাৰী কৰ্তৃত্ব হিচাপে ব্যৱহাৰ কৰা হৈছিল। এনেকৈয়ে ব্ৰাহ্মণ পণ্ডিতসকলৰ লগত আলোচনা কৰি বিভিন্ন জাতি বৰ্ণৰ মৰ্যাদা নিৰূপন কৰা ভাৰতৰ পুৰণা ব্ৰাহ্মণ্যবাদী ৰজা মহাৰজাসকলৰ স্থান লৈছিল এইবাৰ ব্ৰিটিছে। নতুন ব্যৱস্থাত ব্ৰিটিছে সত্ৰাধিকাৰ, ব্ৰাহ্মণ পণ্ডিত আৰু বৰ্ণহিন্দু আমোলাৰে আলোচনা কৰি বিভিন্ন জাতি - বৰ্ণৰ সামাজিক প্ৰস্থিতি নিৰূপন কৰিছিল। নিজৰ স্বীকাৰোক্তি অনুসৰি ব্ৰিটিছসকলে আধুনিক বল্লাল সেনৰ দায়িত্ব আৰু ভূমিকা গ্ৰহণ কৰিছিল।

মন কৰিবলগীয়া যে ১৯৩১ চনত ব্ৰিটিছ লোকপিয়ল আয়ুক্ত চি.এচ. মোলান চাহাবে ঘোষণা কৰিছিল যেঃ

*ভাৰতৰ লোকপিয়ল আয়ুক্তৰ নিৰ্দেশক্ৰমে প্ৰতিখন ৰাজ্যৰ বাবে দলিত আৰু পাছপৰা শ্ৰেণীৰ এখন তালিকা যুগুতাব লগীয়া হয়। অসমৰ বাবে এনে এখন তালিকা যুগুতোৱাৰ কামটো (যিটো কামে আনৰ ক্ষোভ জন্মাব পাৰে) মোক দিয়া হৈছে আৰু মই অনিচ্ছাকৃতভাৱে হ'লেও আধুনিক বল্লাল সেনৰ ভূমিকা ল'বলৈ বাধ্য হৈছো।*

এইখিনিতে স্মৰণযোগ্য যে বল্লাল সেন আছিল বংগৰ এজন ৰজা, নিম্ন জাতি বৰ্ণবোৰৰ ওপৰত অত্যাচাৰৰ বাবে যি ভাৰত ইতিহাসত কুখ্যাত খলনায়কৰূপে চিহ্নিত হৈ আছে। ব্ৰিটিছে যে জানি বুজিয়েই আধুনিক বল্লাল সেনৰ ভূমিকাত অৱতীৰ্ণ হৈছিল। তাৰ পৰাই স্পষ্টকৈ প্ৰমাণিত হয় যে অসম তথা ভাৰতত ব্ৰাহ্মণ্যবাদী জাতি বৰ্ণবাদৰ মুখ্য পৃষ্ঠপোষক আছিল ব্ৰিটিছ সাম্ৰাজ্যবাদ। নক'লেও হয় যে সাম্ৰাজ্যবাদ- ব্ৰাহ্মণ্যবাদৰ এই মৰ্চাই অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত পশ্চাদ্‌ঘাত কৰিছিল। একেদৰে ব্ৰিটিছ সাম্ৰাজ্যবাদেই অসমলৈ ঘটা অবাধ প্ৰব্ৰজনৰ সম্পৰ্কে অসমীয়াসকলক 'জগাই' তুলিছিল, কিন্তু সেই একেই ব্ৰিটিছে ইতিমধ্যে সেই প্ৰব্ৰজন ঘটাইছিল আৰু পাছত প্ৰব্ৰজনকাৰীসকলবো ৰক্ষাকৰ্তা ৰূপে থিয় হৈছিল। এনেকৈয়ে ৰোপিত হৈছিল জাতি বিভাজনৰ বিষবীজো।

কিন্তু আচৰিত ধৰণে নিম্ন জাতি বৰ্ণবোৰক নিম্নতৰ সামাজিক ঔপচাৰিক মৰ্যাদা দিয়া লোকপিয়লৰ প্ৰতিবেদনবোৰেই আকৌ বিভিন্ন জনগোষ্ঠীগত আন্দোলনবো জন্ম দিছিল। উদাহৰণস্বৰূপে কংগ্ৰেছে স্বাধীনতা আন্দোলনৰ ক্ৰমবৰ্দ্ধমান জনজোৱাৰত জনগোষ্ঠীগত আকাংক্ষাবোৰ উঁহাই দিবলৈ বিচাৰিছিল। ই ঝাড়খণ্ডী-আদিবাসীসকলক সযত্নে এৰাই চলিছিল, জনজাতি আৰু আহোম আন্দোলনৰ বিৰোধিতা কৰিছিল, ইত্যাদি ইত্যাদি। কিন্তু স্বাধীনতা আন্দোলন এনেহেন পৃথিৱী কঁপোৱা পৰিঘটনা আছিল যে সি কেৱল সৰ্বভাৰতীয় আন্দোলনৰে জন্ম দিয়া নাছিল; জাতীয় আঞ্চলিক আৰু জনগোষ্ঠীগত চেতনাবো

সূচনা কৰিছিল। এই সমগ্র প্রক্রিয়া, প্রতি-প্রক্রিয়াবোৰৰ প্রভাৱ অসমীয়া জাতি গঠন প্রক্রিয়াৰ ওপৰত পৰিছিল। জাতি-বৰ্ণ-জনগোষ্ঠী সম্প্রদায়গত সত্তাবোৰৰ ক্ষয় ঘটিলেও সেইবোৰ টিকি আছিল, আনকি কেতিয়াবা শক্তিশালীও হৈছিল অন্য ৰূপত।

জনগোষ্ঠীগত পৰিচয় আৰু জাতীয় পৰিচয় ওপৰাওপৰি হ'ব পাৰে। দুয়োটাৰে সহবাসো হ'ব পাৰে, এজন মানুহৰ থাকিব পাৰে দ্বৈত বা ততোধিক সত্তা। সেয়েহে সকলো জনগোষ্ঠীগত বা সম্প্রদায়গত আন্দোলনকে একবাক্যে প্রতিক্রিয়াশীল বা পশ্চাৎমুখী আখ্যা দিব নোৱাৰি। পুৰণি ভংগুৰ গাঁথনি ভঙাটো পুৰণি সম্পৰ্কৰ নতুন বিন্যাসৰ বাবে অতীব জৰুৰী। জনগোষ্ঠীগত চেতনা এক সামূহিক চেতনাও। ই ব্যক্তিসত্তাৰ উৰ্ধত। কিন্তু জনগোষ্ঠীগত পৰিচিতি সাব্যস্তকৰণে আন সদৃশ পৰিচিতিৰ লগত সংঘাত ঘটাই বৃহত্তৰ ঐক্যক বাধাগ্রস্ত কৰে। তথাপি আমি দৃঢ়ভাৱে বিশ্বাস কৰো যে আপাততঃ সংঘাতলিপ্ত জনগোষ্ঠীবোৰৰ দ্বন্দ্ব বৈৰীমূলক নহয়। উদাৰ, গণতান্ত্রিক দৃষ্টিভংগী গ্রহণ কৰিলে অসমীয়া জাতিসত্তা আগতকৈও শক্তিশালী হৈ উঠিব। 



## অষ্টম অধ্যায়

# চিতাৰ জুইৰ পৰা আহিল উঠি সদ্যজাত ফিনিক্স এটি

***Phoenix is the Greek name for an Egyptian mythological bird that represented the sun god. According to the Greeks it lived 500 years, at the end of which time it built for itself a funeral pyre of spices and aromatic gums. After its body was consumed by the flames, a new and youthful phoenix arose from the ashes of the old.****

এই বুলি ক'লে অতিৰঞ্জন কৰা নহ'ব যে বৰ্ত্তমানৰ পৃথিৱী খনত জাতীয়-জনগোষ্ঠীগত সংগ্ৰাম আৰু সংঘাতৰ এক বিস্ফোৰণ ঘটিছে। পূবেই হওক বা পশ্চিমেই হওক, মেট্ৰপলিটান কেন্দ্ৰবোৰেই হওক বা তৃতীয় বিশ্বৰ দেশবোৰেই হওক, সৰ্বত্ৰ জাতীয় প্ৰশ্নবোৰ সমুখলৈ আহিছে। ধ্ৰুপদী-মাৰ্ক্সবাদী আৰু বুৰ্জোৱা বুদ্ধিজীৱীসকলে ক্ৰমে শ্ৰেণীসংগ্ৰাম আৰু পুঁজিবাদৰ বিকাশৰ লগে লগে সকলো জাতীয়-জনগোষ্ঠীগত সংঘাত (আৰু তাৰ লগে লগে আনকি তেনে সত্তাবোৰো) কাফুৰৰ দৰে বতাহৰ লগত মিলি যাব বুলি ইমানদিনে ধাৰণা কৰি আহিছিল। কিন্তু সেই ধাৰণা ইতিমধ্যে ভুল প্ৰমাণিত হৈছে। কে'বা শতিকাৰ পুঁজিবাদেও খোদ ইংলেণ্ডৰ আগচোতালত অবস্থিত আইৰিশ জাতীয় প্ৰশ্নটো সমাধান কৰিব পৰা নাই। পুঁজিবাদী সাম্ৰাজ্যবাদী কানাডাৰ ২৫% ফৰাচীভাষী সেই দেশৰ ৬০% ইংৰাজী ভাষীৰ আধিপত্যত ইমান অতীষ্ঠ যে তেওঁলোকে ৬৫,৩২,৪৬১ জনসংখ্যাবিশিষ্ট ফৰাচী ভাষী প্ৰদেশ কুবেবেকৰ[১] স্বাধীনতা দাবী কৰি আহিছে। এই প্ৰশ্নত ইতিমধ্যে দুবাৰকৈ গণভোটো অনুষ্ঠিত হৈ গৈছে। কুবেবেকত ফৰাচী ভাষাক প্ৰাদেশিক ভাষা কৰাৰ বাবেও দাবী উঠি আহিছে। সেই দাবী মানি লৈ ১৯৭৪ চনতে সমগ্ৰ কানাডাতে দ্বিভাষিকতা প্ৰবৰ্তনৰ পাছতো কিন্তু বিচ্ছিন্নতা তথা সাৰ্বভৌমত্বৰ দাবী বাহাল আছে। কুবেবেকৰ সাৰ্বভৌমত্ব/বিচ্ছিন্নতাৰ আন্দোলনটো এনেকৈ চাৰি দশক জুৰি চলি থকাৰ বিপৰীতে আইৰিশ মুক্তি সংগ্ৰামটো তিনি শতিকা জুৰি চলি আছে। খোদ মাৰ্কিন যুক্তৰাষ্ট্ৰতে ভাৰতীয়, কৃষ্ণাংগ আৰু আন সংখ্যালঘুসকলে তেওঁলোকৰ ওপৰত ক্ৰমবৰ্দ্ধমান বৰ্ণবাদী আক্ৰমণৰ বিৰুদ্ধে বেছি বেছিকৈ নিজকে সাব্যস্ত কৰিব ধৰিছে।

---

* **New Standard Encyclopedia, Vol 13, P 293**

(১) **New Standard Encyclopedia, Vol 4, P 74**

পূৰ্বৰ 'সমাজবাদী' ৰাষ্ট্ৰসমূহৰ পৰিস্থিতিও একো বেলেগ নহয়, স্তালিনীয় 'আত্মনিৰ্ধাৰণ'ৰ সাত দশক পাছতো পূৰ্বৰ চোভিয়েট ইউনিয়নৰ পতন ঘটিল, আৰু তাৰ বিপৰীতে আমি দেখা পালো জৰ্জিয়ান, আৰ্মেনিয়ান, ইউক্ৰেনিয়ান, আজাৰবাইজান, লিথুৱানিয়ান, লাটভিয়ান, ইথুৱানিয়ান আদি বহু জাতীয় জাতিসত্তাসমূহে আধুনিক কাৰাগাৰ ভাঙি নিজকে ঘোষণা কৰিছে। সেই ঘোষণাই স্তালিনীয় মতান্ধতা আৰু সমাজবাদৰ কছু আৰ্হিৰ ভেটিলৈকে কঁপাই তুলিছে।

ইফালে আন এখন 'সমাজবাদী গণৰাজ্য' চেকোশ্লভাকিয়াৰ পতন ঘটি দুই নতুন জাতি-ৰাষ্ট্ৰৰ বিকাশ ঘটিছে; সেয়া হৈছে চেক্ আৰু শ্লভাক। মন কৰিবলগীয়া যে এই দুয়োটা জাতিয়েই পশ্চিম-শ্লভাক মানুহ, যাৰ পূৰ্বপুৰুষসকলে মধ্যযুগৰ আৰম্ভণিতে এই অঞ্চললৈ প্ৰব্ৰজন কৰিছিল আৰু ১৯৬০ চনত একেলগে এখন সমাজবাদী ৰাষ্ট্ৰ গঢ়ি তুলিবলৈ সিদ্ধান্ত লৈছিল।

পুৰণা যুগোশ্লাভিয়াৰ বুকু ফালি গজি উঠা বচনিয়া-হাৰ্জিগোভেনাৰ ঘটনাটো আৰু বেছি অনন্য। তাৰ চাৰ্ব আৰু ক্ৰবেটসকল দুয়ো সম্প্ৰদায়েই জনগোষ্ঠীগত ভাৱে দক্ষিণ-শ্লাভ, দুয়ো একেই চাৰ্ব'-ক্ৰবেচিয়ান ভাষা কয়, দুয়ো সম্প্ৰদায়েই ধৰ্মৰ ফালৰ পৰা খ্ৰীষ্টিয়ান। তেওঁলোকে একেই ভূখণ্ডত ঐতিহাসিকভাৱে একেলগে বাস কৰি আহিছে এহেজাৰ বছৰৰো অধিক কাল। এইখিনিতে কৌতুহলোদ্দীপক কথাটো হ'ল এই যে চাৰ্ব আৰু ক্ৰবেটসকল ঐতিহাসিক, ভাষিক, জনগোষ্ঠীগত আৰু ধৰ্মীয়ভাৱে একেই মানুহ হ'লেও তেওঁলোকে খ্ৰীষ্টিয়ান ধৰ্মৰ দুই পৃথক গীৰ্জাৰ অনুসৰণ কৰে। ক্ৰবেটসকলে যিক্ষেত্ৰত ৰোমান কেথলিক গীৰ্জাৰ অনুসৰণ কৰে, সেইক্ষেত্ৰত চাৰ্বসকল হ'ল ইষ্টাৰ্ণ অৰ্থডক্স গীৰ্জাৰ অনুগামী। এই সামান্য পাৰ্থক্যকৰণেও যে এটা জাতিক ভাঙি দুটুকুৰা কৰিব পাৰে, এখন 'সামাজবাদী' ৰাষ্ট্ৰক খণ্ড-বিখণ্ড কৰিব পাৰে, সেই কথাইও আমাক জাতীয় সমস্যাৰ জটিলতাৰে ইংগিত দিয়ে।

বিদেশলৈ নগৈও দেশতে আমি দেখা পাইছোঁ অন্ততঃ দুটা সমৃদ্ধ জাতিসত্তাই জাতিগঠনৰ স্তালিনীয় পূৰ্বচৰ্ত পূৰণ কৰাৰ পাছতো ভাঙি টুকুৰাটুকুৰ হৈ যোৱা। উদাহৰণস্বৰূপে পাঞ্জাবীসকলৰ কথাই চাওক। ঐতিহাসিক, নৃগোষ্ঠীগত, আৰু ভাষিকভাৱে তেওঁলোক আছিল একেই ভূখণ্ডত বাস কৰা একেই মানুহ। তেওঁলোকৰ একমাত্ৰ পাৰ্থক্য আছিল ধৰ্ম, যিটো কিন্তু স্তালিনীয় পূৰ্বচৰ্ত নাছিল। তৎসত্বেও জালিয়ানৱালাবাগৰ গণহত্যাকাণ্ডইও দমাব নোৱাৰা, ভগৎ সিং-উধাম সিঙৰ দৰে বীৰ-শ্বহীদৰ জন্ম দিয়া এই জাতিটো ভাঙি টুকুৰা টুকুৰ হ'ল। পশ্চিম পাঞ্জাবৰ মুছলীম-পাঞ্জাবীসকল পাকিস্তানতে থাকি গ'ল। পূব পাঞ্জাব ভাৰতত অন্তৰ্ভুক্ত হোৱাৰ পাছতো সেই ৰাজ্যখন তিনি ভাগত ভাগিল - পাঞ্জাব, হাৰিয়ানা আৰু হিমাচল প্ৰদেশ, আৰু অৱশেষত অৱশিষ্ট পাঞ্জাৱে দশকজোৰা হিন্দু শিখ ভাতৃহত্যা প্ৰত্যক্ষ কৰিলে।

পূব ভাৰতৰ বাঙালী জাতিসত্তাৰ এইক্ষেত্ৰত পাঞ্জাবী সকলৰ লগত সাদৃশ্য আছে। বাঙালীসকলেও পাঞ্জাবী সকলৰ দৰেই ব্ৰিটিছৰ জংগী সংগ্ৰামেৰে প্ৰত্যাহ্বান জনাইছিল। হিন্দু আৰু মুছলীম বাঙালীসকলো আছিল একেই ভাষা কোৱা একেই মানুহ। কিন্তু তথাপিও

তেওঁলোক পৰস্পৰৰ বিৰুদ্ধে যুঁজত জপিয়াই পৰিল। তাৰ পৰিণতিত ঘটা সাম্প্ৰদায়িক দাংগা হাংগামাই কে'বাহেজাৰো লোকৰ প্ৰাণ ল'লে। তাৰ লগতে সমাধিত শয়ান হ'ল ঐক্যবদ্ধ বাঙালী জাতি গঠনৰ স্বপ্নও। এয়া পুনৰ স্তালিনীয় তত্ত্বৰ বাবে এক পৰাজয় হ'ল, আমাৰ পাল পৰিল মূৰ ঘমোৱাৰ।

এই বিভাজন-পতনবোৰৰ বিপৰীত স্তালিনীয় চৰ্তাৱলী পূৰণ নকৰা কেতবোৰ জাতিসত্তাৰ নিৰ্মাণৰ প্ৰক্ৰিয়া দেখিলে অম্লান মানিব লাগে। অসমৰ ওচৰৰে নাগাসকলৰ উদাহৰণ এইক্ষেত্ৰত দিব পাৰি। নাগাসকলৰ এক উমৈহতীয়া ইতিহাস, ভূখণ্ড, অৰ্থনীতি, সংস্কৃতি আৰু অৱশ্যেই এক উমৈহতীয়া মনস্তাত্ত্বিক গাঁথনি আছে; কিন্তু তেওঁলোকৰ এটা গুৰুত্বপূৰ্ণ বস্তু নাই; সেয়া হ'ল উমৈহতীয়া ভাষা। কিন্তু স্তালিনে তেওঁলোকৰ পৰা কি দাবী কৰিছিল তাক নজনাকৈয়ে নাগাসকলে নিজৰ আত্ম-নিৰ্ধাৰণৰ দাবীৰে, ভাৰতৰ পৰা বিচ্ছিন্নতা বিচাৰি বিগত পাঁচ দশক সংগ্ৰাম কৰি আহিছে। আমি তেওঁলোকক জাতিসত্তা বুলি গণ্য কৰোঁৱেই বা নকৰোঁৱেই সেইটো বেলেগ প্ৰসংগ, কিন্তু যোৱা অৰ্ধশতিকাৰ আত্ম-নিৰ্ধাৰণৰ সংগ্ৰামত নাগাসকলে যে ১০,০০০ তকৈ অধিক শ্বহীদী বৰণ কৰিলে, সি সঁচা। নাগাসকলৰ সংগ্ৰামে আন্তৰ্জাতিক স্বীকৃতিও লাভ কৰিছে প্ৰচুৰ। ইতিমধ্যে তেওঁলোকে নাগামিজক উমৈহতীয়া সংযোগী ভাষাৰূপে বিকশিত কৰি লৈছে। এইক্ষেত্ৰত আমাৰ স্থিতি কি হোৱা উচিত? নাগাসকল এটা জাতিসত্তা হয়নে নহয়? নিষ্ঠাবান গৱেষকসকলে এনে মৌলিক প্ৰশ্নত আলোকপাত কৰা উচিত।

পূব-মধ্য ভাৰতৰ ঝাড়খণ্ডীসকলৰ ক্ষেত্ৰতো কথাটো একেধৰণৰে। চাৰিখন ৰাজ্যত বিভক্ত আৰু বিক্ষিপ্ত ঝাড়খণ্ডীসকলৰ আৰু পঞ্চাশ লাখে অসমত, তথা আন দহলাখে ভাৰত তথা পৃথিৱীৰ অন্যান্য প্ৰান্তত শ্ৰমজীৱীৰ জীৱন যাপন কৰি আছে। জাতিসত্তাৰ আনবোৰ পূৰ্বচৰ্ত পূৰণ কৰিলেও ঝাড়খণ্ডী আদিবাসীসকলৰ নিজৰ উমৈহতীয়া ভাষা নাছিল। নাগাসকলৰ দৰে ঝাড়খণ্ডীসকলেও এটা ভাষা নিৰ্মাণ কৰিবলৈ আগ বাঢ়ে। পাঁচদশক জোৰা সংগ্ৰামৰ মাজেৰে ঝাড়খণ্ডীসকলে বিহাৰৰ দক্ষিণৰ জিলাকিখন ফালি আনি গঠন কৰা ঝাড়খণ্ড গৃহভূমি লাভ কৰে। (কিন্তু মধ্যপ্ৰদেশ/চত্তিশগড়, উৰিষ্যা আৰু পশ্চিম বংগৰ ঝাড়খণ্ডী-আদিবাসী বসতি প্ৰধান জিলা কিখন ইয়াৰ বাহিৰত ৰৈ যায়।) এই সংগ্ৰামৰ প্ৰক্ৰিয়াত ঝাড়খণ্ডী জাতি গঠন প্ৰক্ৰিয়াও মজবুত হৈ পৰে।

ঘৰৰ ওচৰে পাজৰে এনে আৰু বহুবোৰ প্ৰশ্নই আমাক বিস্ময়বিমুগ্ধ আৰু জিজ্ঞাসু কৰি তোলে; জাতি গঠনৰ কেৱল ইউৰোপ-কেন্দ্ৰিক আৰ্হিটোত পতিয়ন যাবলৈ আমি প্ৰত্যাখ্যান কৰোঁ। আমি চাবলৈ বিচাৰোঁ, অসমীয়া জাতিগঠন প্ৰক্ৰিয়া ইতিমধ্যে সম্পূৰ্ণ হৈছে, নে ই এক চলমান প্ৰক্ৰিয়া। যদিহে ই অসম্পূৰ্ণ হৈ ৰৈছে, তেনেহ'লে ইয়াক ঈপ্সিত পৰিণতিলৈ লৈ যাব পৰা যাবনে, বিশ্বৰ আন বহু জাতি জাতিসত্তাৰ দৰে ইও থানবান হৈ পৰিব?

এইবিলাক প্ৰশ্ন মনত লৈয়ে আমি জানিব বিচাৰিছিলো নিৰ্মীয়মান অসমীয়া জাতিসত্তাই জাতিৰ স্তালিনীয় সংজ্ঞা পূৰণ কৰে নে নকৰে, আৰু সকলোবোৰ স্তালিনীয় পূবচৰ্ত পূৰণ নকৰিলেও ইয়াক জাতি বা জাতিসত্তা বুলিব পাৰিনে নোৱাৰি। জাতিবোৰৰ

কোনবোৰ উমৈহতীয়া বৈশিষ্ট্য আছে আৰু অসমীয়াৰ নো কি অনন্যতা আছে, সেইবোৰ কথাইও আমাৰ আগ্ৰহ সঞ্চাৰ কৰিছিল।

কোনো কোনোৱে জাতি বা জাতিসত্তাসমূহক কল্পনাৰ পৰা জন্ম দিব পাৰি (imagined communities) বুলি দাবী কৰাৰ পটভূমিত আমি ভাবিছিলো, অসমীয়া জাতি নিৰ্মাতা সকলেনো কি কল্পনা কৰিছিল আৰু কিমান দূৰলৈকে সেই কল্পনাবোৰ বাস্তৱায়িত হৈছিল আৰু সিবোৰ বাস্তৱায়নৰ বাটত বাধা-বিঘিনিবোৰ আঁতৰাব পৰা গ'লনে? এইবোৰ আৰু এনে বহুবোৰ প্ৰশ্নকে আমি এই সামৰণি অধ্যায়ত পৰ্যালোচনা কৰি চাম। প্ৰস্তাৱনা অধ্যায়ত প্ৰস্তাৱিত ৰূপৰেখা অনুসৰিয়েই আমি অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ প্ৰবহমান নদীখনৰ পথ অনুসৰণ কৰিমহক।

## জাতি-গঢ়োঁতাসকলে কল্পনা কৰিলেঃ এটা সমৃদ্ধ, প্ৰাণৱন্ত জাতি হওক;

আমাৰ প্ৰস্তাৱনা অধ্যায়তে আমি দেখুৱাই আহিছোঁ কেনেকৈ আনন্দৰাম ঢেকীয়াল ফুকনৰ উদ্ধৃত মন্তব্যটোতে এক সমৃদ্ধ, প্ৰাণৱন্ত জাতি-গঠনৰ বাবে অসমীয়া মধ্যশ্ৰেণীৰ সপোন প্ৰতিফলিত হৈছিল। ঢেকীয়াল ফুকনৰ সপোনত ঠাই পাইছিল ভাপ-নাও, ভাপ-গাড়ী, কল-কাৰখানা, ব্যৱসায়-বাণিজ্য আদিয়ে। এইবোৰ আছিল এটা স্বাধীন, বুৰ্জোৱা শ্ৰেণীয়েহে সমাধা কৰিব পৰা ধৰণৰ ঐতিহাসিক কাম। কিন্তু সমসাময়িক অসমীয়া সমাজৰ গৰ্ভৰ পৰা তেনে এক স্বাধীন জাতীয় বুৰ্জোৱা শ্ৰেণীৰ বিকাশ ঘটিছিল জানো?

আমি আমাৰ প্ৰস্তাৱনা অধ্যায়তে উনুকিয়াই আহিছোঁ যে উদীয়মান অসমীয়া মধ্যবিত্ত শ্ৰেণীটো আছিল ব্ৰিটিছ সাম্ৰাজ্যবাদৰ প্ৰতি একান্ত অনুগত; ক'ব পাৰি যে সি ব্ৰিটিছ ঔপনিবেশিকতাবাদৰে ফচল। আমি এইবুলিও ইংগিত দিছিলো যে এই শ্ৰেণীৰ প্ৰথম মুখপাত্ৰসকল আছিল সেইসকল, যিসকলে বিজুলীবেগেৰে আহোমৰ পৰা ব্ৰিটিছলৈ আনুগত্য সলনি কৰিব পাৰিছিল। তলত আমি কেইটামান উদাহৰণৰ সৈতে দেখুৱাইছোঁ কেনেকৈ এই নব্য মধ্যশ্ৰেণীটো আহোম ৰাজসভাৰ পৰা ওলাই আহি ব্ৰিটিছৰ দৰবাৰ মাৰফৎ মধ্যশ্ৰেণীত পৰিণত হ'লেও আহোমসকল নিজে কিন্তু মধ্যশ্ৰেণীত পৰিণত হ'ব নোৱাৰিলে।

✪ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা আৰু আভিধানিক হেমচন্দ্ৰ বৰুৱাৰ পূৰ্বপুৰুষ কলিবৰ বৰুৱা নামৰ ব্ৰাহ্মণজনক আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহই 'বেজবৰুৱা' উপাধিৰ উপৰিও ৪,০০০ বিঘা মাটি আৰু বহু দাস-দাসী প্ৰদান কৰিছিল।(২)

✪ সাহিত্যৰথীৰ পিতৃ ডাঙৰীয়া দীননাথ বেজবৰুৱা আছিল আহোম স্বৰ্গদেউ পুৰন্দৰ সিংহৰ ঘাই ব্যক্তিগত চিকিৎসক। ৰজাই তেওঁক ইমানেই বিশ্বাস কৰিছিল যে তেওঁ খাবলৈ নক'লে ৰজাই কোনো ঔষধ নাখাইছিল। বেজবৰুৱাই কামাখ্যা মন্দিৰত গৈ স্বৰ্গদেউৰ প্ৰতি আনুগত্য আৰু বিশ্বস্ততাৰ শপত লৈছিল। কিন্তু ব্ৰিটিছৰ আগমনৰ লগে লগে সেই শপত

(২) যতীন্দ্ৰ নাথ গোস্বামী : অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা, পৃঃ ১৯

ফুৎকাৰে উৰি গ'ল। ডাঙৰীয়াই এইবাৰ বিদেশী শাসকৰ প্ৰতি সেৱা আগবঢ়াই একেবাৰে অতিৰিক্ত সহকাৰী আয়ুক্ত (ই.এ.চি.)ৰ মহলাত উঠিলগৈ।(৩) সেয়েহে আচৰিত হ'ব লগা নাছিল যেতিয়া ডাঙৰীয়াৰ বিয়োগত কলকাতাৰ **The Englishman** কাকতেও সুদীৰ্ঘ শোকবাৰ্তা প্ৰকাশ কৰিছিল।(৪)

✪ যজ্ঞৰাম খাৰঘৰীয়া ফুকন আৰু হলীৰাম ঢেকীয়াল ফুকন নামৰ ব্ৰাহ্মণ দুজন আছিল লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী নামৰ দক্ষিণ ভাৰতীয়জনৰ দ্বাৰা প্ৰতিষ্ঠিত কিম্বদন্তীমূলক পৰিয়ালটোৰ ভাতৃদ্বয়। এই পৰিয়ালটো আছিল অসমৰ আটাইতকৈ চহকী পৰিয়ালবিলাকৰ এটা। সেইসময়তে পৰিয়ালটোৰ মুঠ সম্পত্তি আছিল ৪০,০০,০০০ (চল্লিশ লাখ) টকাৰ সমমূল্যৰ। আহোম স্বৰ্গদেউসকলে উক্ত ব্ৰহ্মচাৰীক হাদিৰাচকী নামৰ অসম-বংগ সীমাৰ শুল্ক চকীখন চলাবলৈ দিয়াৰ পৰাই, ৰাষ্ট্ৰীয় ৰাজহ ইফাল-সিফাল কৰি তেওঁলোক এই বিপুল সম্পদ গঢ়ি তুলিবলৈ সক্ষম হৈছিল। যজ্ঞৰাম আৰু হলীৰামে ক্ৰমে খাৰঘৰীয়া ফুকন আৰু ঢেকীয়াল ফুকন ৰূপে আহোম ৰজাৰ প্ৰতি সেৱা আগবঢ়াইছিল। কিন্তু অসমত ব্ৰিটিছ শাসনৰ খলফাট দিয়াৰ লগে লগেই ভাতৃদ্বয়ে ৰাতিৰ ভিতৰতে আনুগত্য সলাই বগা চাহাবসকলৰ মো-চাহেব হৈ পৰিল। সিমানতো ক্ষান্ত নহৈ হলীৰাম পূৰ্বৰ প্ৰভু আহোমসকলৰ বিৰুদ্ধাচৰণ আৰু কুৎসা ৰটনাত লাগিল। তেওঁৰ বিতৰ্কিত আসাম বুৰঞ্জী খনত হলীৰামে আহোমসকলক মুৰ্খ আৰু ভয়ংকৰ শাসক বুলি বৰ্ণনা কৰিছিল।(৫)

✪ আনকি প্ৰবাদ-পুৰুষ মণিৰাম দেৱান নিজেও এনে পৰিবৰ্তিত আনুগত্যৰ প্ৰতীক আছিল। তেওঁ আহোম আৰু ব্ৰিটিছ দুয়ো দল শাসকক সুযোগ্যতাৰে সেৱা কৰিছিল। একেদৰে আনন্দৰাম বৰুৱাৰ ককাদেউতাক দুৰ্গাচৰণ বসুক আহোম স্বৰ্গদেউ চুখাম্ফা ওৰফে খোৱাৰজাই কাকতিৰ বাব দিছিল। আনন্দৰামৰ দেউতাক গৰ্গৰামো আছিল আহোমসকলৰ অন্তিম মজিন্দাৰ বৰুৱা। তেওঁৰ আন শ্ৰেণী-ভাতৃসকলৰ দৰেই গৰ্গৰামেও আনুগত্য সলনি কৰাত বেছিপৰ লগোৱা নাছিল। তেওঁ এইবাৰ ব্ৰিটিছৰ তলত সদৰ-আমিন হৈ পৰিল।(৬) মহোদৰ খণ্ডীয়া বৰুৱা নামৰ চন্দ্ৰকান্ত সিংহ স্বৰ্গদেউৰ বিশ্বাসী ব্ৰাহ্মণ বিষয়াজনো ৰাতিটোৰ ভিতৰতে ব্ৰিটিছ কলেক্টৰেটৰ নাজিৰ হৈ পৰিল।(৭)

✪ ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ (কলিতা সম্প্ৰদায়) পূৰ্বপুৰুষ আছিল বংগৰ পীতাম্বৰ ঘোষ। বৰুৱাৰ ককাদেউতাক দুতিৰাম আহোম স্বৰ্গদেউ পুৰন্দৰ সিংহৰ তলত বৰভাণ্ডাৰ বৰুৱা আছিল। কিন্তু ইতিহাসৰ আন এটা পাকত তেওঁক আমি ব্ৰিটিছৰ অধীনৰ পুলিচ দাৰোগাৰূপে লগ পাওঁ।(৮) কিন্তু তেওঁৰে দুৰ্ভাগ্য যে বিদ্ৰোহী মণিৰাম দেৱানৰ লগত তেওঁৰ পাৰিবাৰিক সম্পৰ্ক আছিল। তাৰ ফলত বৰভাণ্ডাৰৰ পৰা দাৰোগা হৈও ৰক্ষা নেপালে

---

(৩) পদ্মনাথ গোহাঞিবৰুৱা : জীৱন সংগ্ৰহ, পৃঃ ১৯

(৪) Dr. Hiren Gohain : **Assam: A Burning Question**, p. 86

(৫) আসাম বুৰঞ্জী (গুৱাহাটী, ১৯৬২ সংস্কৰণ, পৃঃ১০১); এই গ্ৰন্থৰ সপ্তম অধ্যায়ো চাওক।

(৬) ড. সূৰ্যকুমাৰ ভূঞা : আনন্দৰাম বৰুৱা পৃঃ ১২-১৩

(৭) গুণাভিৰাম বৰুৱা : আনন্দৰাম ঢেকীয়াল ফুকনৰ জীৱন চৰিত্ৰ, পৃঃ ৩২

(৮) কনকলাল বৰুৱা ৰচনাৱলীৰ ১২ পৃষ্ঠাত ড. মহেশ্বৰ নেওগৰ পাতনি

দুতিবামে। তেওঁক আন্দামান নিকোবৰৰ কলীয়াপানীত মেলা হ'ল। তেওঁৰ পুতেক প্ৰিয়লালে অৱশ্যে ব্ৰিটিছৰ ওচৰত আনুগত্যৰ শপত খাই দেউতাকক মোকলাই আনিলে। 'Like Father, like son' কনকলালে সেই আনুগত্যৰ শপত কেতিয়াও ভংগ কৰা নাছিল। ড. মহেশ্বৰ নেওগেও ইংগিত দিছে যে ব্ৰিটিছৰ প্ৰতি কনকলালৰ এনে দাসত্বমূলক আনুগত্যৰ আঁৰত পাৰিবাৰিক সেই তিক্ত স্মৃতিয়ে ক্ৰিয়া কৰিছিল।[৯]

✪ একেদৰে কনৌজৰ নন্দনাথ পাণ্ডাৰ দ্বাৰা প্ৰতিষ্ঠিত পৰিয়াল এটাৰ পৰা অহা ৰাধাকান্ত বৰুৱাই আহোমসকলক মজিন্দাৰ বৰুৱাৰূপে সেৱা আগবঢ়োৱাৰ বিপৰীতে তেওঁৰে পুত্ৰ হৰকান্ত আছিল ব্ৰিটিছৰ তলত সদৰ আমিন।[১০] সেই দৰে হৰকান্ত পৰ্বতীয়া বৰুৱাসকল, যদুৰাম ডেকা বৰুৱাসকল, কাশীনাথ তামুলী ফুকনসকল আৰু আন বহুতেই আহোম আৰু ব্ৰিটিছ দুয়ো শাসকক হেলাৰঙে, বিনা বিবেকদংশনে সেৱা কৰিছিল। এইক্ষেত্ৰত মন কৰিবলগীয়া যে উল্লেখিত প্ৰতিজন ব্যক্তিয়েই আছিল জন্মসূত্ৰে বৰ্ণহিন্দু। ইয়াৰ ফলত নৱবিকশিত মধ্যবিত্ত স্তৰটোতো বৰ্ণহিন্দুৰ প্ৰাধান্য প্ৰতিষ্ঠিত হ'ল। আৰম্ভণিৰ পৰাই এই স্তৰটোৰ গণভিত্তি আছিল খুবেই সংকীৰ্ণ। এই সংকীৰ্ণ গণভিত্তিৰ ওপৰৰ পৰা কাৰ্যনিৰ্বাহ কৰা নতুন মধ্যশ্ৰেণীটোৱে কেনেকৈ জাতীয় অৰ্থনৈতিক বিকাশত ব্ৰতী হয়, তাক আমি অচিৰেই দেখা পাম।

এই পুঁজিবাদী যুগত কোনোবাই যদি জাতীয় অৰ্থনৈতিক বিকাশৰ কথা কয়, তেনেহ'লে তেওঁ পুঁজি আৰু উদ্যোগৰ পৰিভাষাত কথা ক'ব লাগিব। প্ৰাক্-ব্ৰিটিছ অসমত এনে জাতীয় অৰ্থনৈতিক বিকাশৰ বাবে পৰ্যাপ্ত থলুৱা পুঁজি মজুত আছিলনে? উত্তৰটো একেসময়তে আছিল আৰু নাছিল।

আছিল, কাৰণ পুৰণা অভিজাতসকলৰ কোনো কোনোৱে স্বপ্নাতীত পৰিমাণৰ সম্পদ আহৰণ কৰিছিল। নাছিল, কাৰণ সেয়া সম্পদ বা ধনহে আছিল কিন্তু অৰ্থনীতিৰ অৰ্থত পুঁজি বা মূলধন নাছিল। তলৰ উদাহৰণকিটাৰ পৰা আমি মুষ্টিমেয় কেইজনমানৰ হাতত পুঞ্জীভূত কুবেৰৰ ধনৰ উমান পামহক।

আমি এই গ্ৰন্থৰ দ্বিতীয় অধ্যায়ত দেখুৱাই আহিছোঁ কেনেকৈ সত্ৰাধিকাৰ সকলৰ জন্মতিথি, অভিষেক আৰু শ্ৰাদ্ধ উদযাপনত বিপুল পৰিমাণৰ ধন ব্যয় কৰা হৈছিল। আউনীআটীৰ সত্ৰাধিকাৰ দত্তদেৱ গোস্বামীৰ শ্ৰাদ্ধত কেনেকৈ একলাখ মানুহ উপস্থিত আছিল, কেনেকৈ তেওঁলোকক অন্ততঃ দুসাজকৈ আহাৰ খুউৱা হৈছিল, হেজাৰ হেজাৰ ব্ৰাহ্মণক গড়ে ১৫ টকাকৈ দক্ষিণা দিয়া হৈছিল, আমি দেখুৱাই আহিছোঁ। এজন ব্ৰাহ্মণ আৰু তেওঁৰ দুয়ো পুত্ৰই[১১] নগদ ১০৩ টকা আৰু ২৩ অনা সোণৰ মোহৰ দক্ষিণা পাইছিল (১৯০৩ চনতে)। এই প্ৰতিযোগিতাত পাছ পৰি নাথাকি দক্ষিণপাট সত্ৰইও ইয়াৰ সত্ৰাধিকাৰ নৰদেৱ গোস্বামীৰ শ্ৰাদ্ধত আঠ হেজাৰ ব্ৰাহ্মণক দান-দক্ষিণাৰে ওপচাই দিছিল। এনে অনুষ্ঠানবোৰত চাৰি-সত্ৰৰ সত্ৰাধিকাৰসকল বত্ৰিশ অলংকাৰেৰে সুশোভিত হৈ সমুপস্থিত আছিল।[১২]

---

(৯) কনকলাল বৰুৱা ৰচনাৱলীৰ ১২ পৃষ্ঠাত ড. মহেশ্বৰ নেওগৰ পাতনি

(১০) সদৰামিনৰ আত্মজীৱনী, পৰিশিষ্ট।

(১১) আউনীআটী সত্ৰৰ বুৰঞ্জী, পৃঃ ২৬৫-৭৬

(১২) দক্ষিণপাট সত্ৰ, পৃঃ ৯০ আৰু ৮২

কিন্তু ব্ৰাহ্মণ্যবাদী সামন্তবাদে এনে সম্পদশালী সত্ৰাধিকাৰ সকলক কোনো ঔদ্যোগিক প্ৰেৰণা যোগোৱা নাছিল। বৰপেটা সত্ৰৰ 'হাটীয়াৰ পুঁজি' অৱশ্যে এইক্ষেত্ৰত ব্যতিক্ৰম আছিল। তথাপিও ই এটা সৰু ব্যতিক্ৰমেই আছিল। তদুপৰি উক্ত পুঁজিৰ পৰা কেৱল ব্যৱসায়ৰ বাবেহে ধাৰ আগবঢ়োৱা হৈছিল, উদ্যোগৰ বাবে নহয়।[১৩] কোনো কোনো সত্ৰাধিকাৰে যে চাহ বাগিছা কিনিছিল আৰু আন চাহ-বাগিছাৰ বাবে সত্ৰৰ মাটি লীজত দিছিল, সেয়া সঁচা। সেইবিষয়ে আমি এই অধ্যায়তে আলোচনা কৰিম। ইয়াত এইখিনিকে কৈ থওঁ যে এজন ব্যক্তি একেসময়তে চাহমালিক আৰু সত্ৰাধিকাৰ হোৱাটো তেওঁলোকৰ বাবে স্ব-বিৰোধী যেন লগা নাছিল। কাৰণ তেওঁলোকৰ চাহ-মালিকানা তেওঁলোকৰ সত্ৰাধিকাৰ ভূমিকাৰে সম্প্ৰসাৰণৰ নিচিনা আছিল। চাহ-বাগিছাবোৰ চলোৱা হৈছিল প্ৰাক্-পুঁজিবাদী পদ্ধতিত; অৰ্থনীতি-বহিৰ্ভূত শোষণ আৰু সামাজিক নিপীড়ণ তাত অতি- শোষণৰ ঘাই হাতিয়াৰ আছিল। চাহ-পুঁজিবাদ যে সম্পূৰ্ণৰূপে ব্ৰিটিছ সাম্ৰাজ্যবাদ নিয়ন্ত্ৰিত আছিল সেয়া আন এক প্ৰসংগ।

কিন্তু সেই চাহ-বাগিছাকেইখনৰ মালিকানাৰ অৰ্থ এইটো নহয় যে সত্ৰাধিকাৰসকলে আধুনিক পুঁজিবাদী কিবা উদ্যোগ গ্ৰহণত আগ্ৰহী আছিল। তেওঁলোকক কিহে এনে গতিশীল উদ্যমৰ পৰা পাছলৈ টানি ৰাখিছিল সেই সম্পৰ্কে আমি আগতে ইংগিত দি আহিছোঁ, আৰু সেই সম্পৰ্কে আৰু আলোচনা কৰিম। কিন্তু সদ্যহতে সত্ৰাধিকাৰসকলক একাষৰীয়াকৈ থৈ আমি এতিয়া অসমৰ অভিজাতসকলৰ সম্পদত চকু দিওঁ। তেওঁলোকৰ ধন দৌলতৰ এটা সমীক্ষাই আমাক পতিয়ন নিয়াব যে কেৱল ধনৰ অভাৱৰ বাবেই অসমত বুৰ্জোৱা বিপ্লৱ নোহোৱাকৈ থকা নাছিল (জাতীয় গণতান্ত্ৰিক বিকাশৰ বাবে তেনে বিপ্লৱ অপৰিহাৰ্য)। তেনে কেইটামান নমুনামূলক তথ্য আমি ইয়াত ডাঙি ধৰিছোঁ ঃ

✪ সীতাৰাম বৰুৱা আছিল হাদিৰাচকীৰ ভাৰপ্ৰাপ্ত বিষয়া লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী (যাৰ বিষয়ে আমি ইতিমধ্যে উল্লেখ কৰি আহিছোঁ) ৰ ছজন তোলনীয়া লৰাৰ এজন। তেওঁ পৰিয়ালৰ সম্পত্তি ভাগ কৰাৰ সময়ত ৯,৭২,০০০ টকাৰ ভাগ এটা আদালতৰ যোগেদি দাবী কৰিছিল।[১৪] ছজন ল'ৰাৰ ভিতৰত এজনৰ সমান সম্পত্তি বুলি ধৰিলে সেই সময়ত পৰিয়ালটোৰ সম্পত্তি ৯,৭২,০০০ × ৬ = ৫৫,০০,০০০ টকাৰ ওচৰে পাজৰে হ'ব বুলি ধাৰণা কৰিব পাৰি (মন কৰক যে সেয়া উনৈশ শতিকাৰ প্ৰথমাৰ্ধৰে, অৰ্থাৎ আজিৰ পৰা ডেৰশ বছৰ আগৰ কথা; আজিৰ তাৰিখত সেই পচপন্ন লাখ টকাৰ মূল্য নিশ্চয় পচপন্ন কোটি টকা হ'ব।) এই পৰিমাণটো অবিশ্বাস্য যেন লাগিলেও এইটো বাস্তৱতে সম্ভৱ কাৰণ ব্ৰহ্মচাৰীয়ে আহোম ৰজাক বছৰে প্ৰায় এক লাখ টকাৰ ৰাজহেই দিছিল।[১৫]

এইটো সঁচা যে এই পৰিয়ালৰ কে'বাজনকো ব্ৰিটিছে বিভিন্ন চৰকাৰী পদবীত নিযুক্ত দিছিল। হলীৰাম ঢেকীয়াল ফুকন (আৰু পাছত তেওঁৰ পুত্ৰ আনন্দৰাম), ৰণৰাম বৰুৱা,

---

(১৩) নামনি অসমৰ মধ্যশ্ৰেণী, পৃঃ ১৬৭-৭২

(১৪) গুণাভিৰাম বৰুৱা ঃ আনন্দৰাম ঢেকীয়াল ফুকনৰ জীৱন চৰিত্ৰ, পৃঃ ২২ তদুপৰি ৰণৰাম বৰুৱাৰ পৰিয়ালে আনন্দৰাম ঢেকীয়াল ফুকন আৰু বলৰাম ফুকনৰ পৰিয়ালৰ পৰা ৭৯,০০০ টকা বিচাৰিও এক গোচৰ তৰিছিল (ঐ, পৃঃ ৪১)

(১৫) ঐ, পৃঃ ৯

যজ্ঞৰাম খাৰঘৰীয়া ফুকন আদিক নতুন ব্যৱস্থাত যথাযোগ্য 'মৰ্যাদা'ৰে সংস্থাপিত কৰা হ'ল। কিন্তু সেই ৫০,০০,০০৫ টকীয়া পৰ্বতপ্ৰমাণ পৰিমাণটো ঔদ্যোগিক পুঁজিত পৰিণত নহ'ল কিয়? আমি এই গ্ৰন্থৰ প্ৰথম অধ্যায়তে দেখুৱাই আহিছোঁ যে উক্ত বংশৰে আনন্দৰাম ঢেকীয়াল ফুকনে এক ডাঙৰ সপোন দেখিছিল। তেওঁ জাতীয় উদ্যোগ আৰু বাণিজ্যৰ সপোন দেখিছিল। তেওঁ দেশবাসীক আহ্বান জনাইছিল নিজৰ নিজৰ ধনবোৰ গাঁতত পুতি থোৱাৰ পৰা উলিয়াই উদ্যোগ আৰু বাণিজ্যত বিনিয়োগ কৰিবলৈ। পাছে আনক তেনে উদাত্ত আহ্বান জনালেও আনন্দৰামৰ পৈতৃক আধাকোটি টকাৰ কি গতি লাগিল, সেয়া অজ্ঞাত। আনন্দৰামৰ পুতেক অন্নদাৰামে অৱশ্যে ব্যৱসায় আৰম্ভ কৰিছিল, কিন্তু সেয়া চৌপাট হৈছিল। এইবোৰ ঘটনাৰ ব্যাখ্যা বিচাৰিবলৈ আমি ধন পোতা গাঁতকিটাৰ তলিলৈকে সোমাব লাগিব। তেহে আমি অসমত পুঁজিবাদী বিকাশৰ প্ৰক্ৰিয়াক হৃদয়ংগম কৰিব পাৰিম।

✪ বেণুধৰ শৰ্মাই এটা মজাৰ কাহিনী জনাইছিল। সেইমতে জনৈক পৃথুৰৰ বৰকাকতি ৰাইদঙীয়া ফুকনৰ ঘৰত এদিন জুই লাগিছিল। সেয়া উনৈশ শতিকাৰ মাজভাগৰ কথা। পৃথুৰৰৰ তিনিটা সোণেৰে খোদাই কৰা চন্দুক আছিল। তাৰে বৰকলী বোলাটোত তেওঁ আহোম ৰজাই মৰোৱা ৰূপৰ মোহৰ ৰাখিছিল, সৰুকলী বোলা চন্দুকটোত তেওঁ ইষ্ট ইণ্ডিয়া কোম্পানীৰ মুদ্ৰা ৰাখিছিল আৰু চিকামৰী বোলা চন্দুকটোত সোণৰ লডা আৰু মোহৰ ৰাখিছিল। জুই লাগি ঘৰটো পুৰ ছাঁই হ'লত সোণ-ৰূপবোৰো গ'লি বৈ গ'ল। গলিত সোণে তেওঁৰ গোটেই বাৰীখন সোণালী দলিছা এখনৰ দৰে ঢালি পেলালে।[১৬]

✪ ড° অমলেন্দু গুহই বৰ্ণনা দিছে কেনেকৈ আহোম বৰফুকন এজনে তেওঁৰ জীয়েকৰ বিয়াত দুটা হাতী, দহটা ঘোঁৰা, পাঁচশ ম'হ, এহেজাৰ গৰু, এশ দাস-দাসী, তিনিশ বাকচ সাজ-পোছাক আৰু প্ৰসাধন সামগ্ৰী, ওঠৰটা সোণৰ পাত্ৰ, ওঠৰটা ৰূপৰ পাত্ৰ, এখন সোণালী গাদী আৰু কে'বা সেৰো সোণৰ অলংকাৰ যৌতুক দিছিল।[১৭]

এনেবোৰ কথাত অসমীয়া অভিজাত,সামন্ত প্ৰভু আৰু সত্ৰাধিকাৰসকল অকলশৰীয়া নাছিল। বিনয় ঘোষে দেখুৱাইছিল কেনেকৈ পুৰণি সম্ভ্ৰান্ত, জমিদাৰ আৰু নব্যধনী সকলৰ দ্বাৰা গঠিত বাঙালী ধনবান শ্ৰেণীয়েও নিজৰ ধন উৰুৱাই দিছিল। জমিদাৰী কিনাত (অসমৰ ক্ষেত্ৰত চাহ-বাগিছা কিনাত) বিনিয়োগ কৰাৰ বাহিৰে তেওঁলোকে বল্গাহীন বিলাসিতা, অন্তঃসাৰশূন্য উদাৰতা আৰু গভীৰতাবিহীন ধৰ্মীয় ঔপচাৰিকতাত মগ্ন আছিল। বিবাহ, অন্নপ্ৰাশন, শ্ৰাদ্ধ আদিৰ সময়ত ৰাজসূয় যজ্ঞৰ দৰে আতিশয্যত লিপ্ত হোৱাৰ উপৰিও যৌথ পৰিয়ালৰ সম্পত্তিৰ বাবে মামলা মোকৰ্দমা কৰিবলৈ গৈ তেওঁলোকে লাখ লাখ টকা অপচয় কৰিছিল। ঘোষে দেখুৱাইছে যে ১৮ শতিকাত কলকাতাৰ কেৱল ১০/১২ টা বাঙালী পৰিয়ালে কৰা এনে ধৰণৰ অপচয়মূলক ব্যয়েই আছিল কে'বাকোটি টকা। এই টকা যদি তেওঁলোকে পুঞ্জীভৱন কৰিলেহেঁতেন, আৰু উদ্যোগ আৰু বাণিজ্যত বিনিয়োগ কৰিলেহেঁতেন, তেনেহ'লে তেওঁলোকে সেই দিশত বহু অগ্ৰগতিয়েই লভিব পাৰিলেহেঁতেন বুলি ঘোষে দুখ প্ৰকাশ

(১৬) অৰ্ঘ্যাৱলী, পৃঃ ১৬৭
(১৭) *"সামন্তযুগীয়া অসমৰ ভূমি ব্যৱস্থা আৰু সামাজিক শ্ৰেণী*, নতুন পৃথিৱী, আগষ্ট,১৯৭২, পৃঃ ১৩৮

কৰে।[১৮]

এইক্ষেত্ৰত কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ চীন-বিশেষজ্ঞ জোচেফ নীড্হামৰ এটা উদ্ধৃতি বিশেষ প্ৰনিধানযোগ্যঃ

*The bureaucratic feudal system of traditional China proved to be one of the most stable forms of social order ever developed ....... it played a leading part in assuring for Chinese culture a continuity ...... and above all, it meant **(as in India)** that there was no indigenous development of capitalism. The **mandarinate system** was so successful that it inhibited the rise of the merchants to power in the state; it walled up their guilds in the restricted role of friendly and benefit societies; it nipped capitalist accumulation in the bud.* [১৯] (গুৰুত্ব আমাৰ)

বিনয় ঘোষে এই উদ্ধৃতিৰ **'Mandarinate system'** অৰ ঠাইত **'Caste system'** বহুবালে ভাৰতৰ পৰিস্থিতিৰ সৈতে হুবহু মিলি যাব বুলি মন্তব্য কৰিছিল। তেওঁ ভাৰতত দেশীয় পুঁজিৰ বিকাশক ব্যাহত কৰাৰ বাবে ব্ৰিটিছ সাম্ৰাজ্যবাদক দায়ী কৰিছিল। অসমতো ব্ৰিটিছে কেনেকৈ পুঁজিবাদৰ স্থানীয় বিকাশৰ গতি ৰুদ্ধ কৰিছিল তাৰ প্ৰমাণ আমি পাওঁ মণিৰাম দেৱানৰ ফাঁচীৰ ঘটনাৰ পৰাই। সেই ঘটনাই অসমৰ জাতীয় অৰ্থনীতিয়ে পৰিক্ৰমা কৰা পথৰো সংকেত দিয়ে।

✪ 'কলিতা ৰজা' নামেৰে জনপ্ৰিয়ভাৱে জনাজাত মণিৰাম দত্ত দেৱান বৰভাণ্ডাৰ বৰুৱা আহোম স্বৰ্গদেউ পুৰন্দৰ সিংহৰ তলত এজন দেৱান আছিল। ব্ৰিটিছৰ অসম আগমনৰ সময়ত দেৱান আছিল তেওঁলোকৰ বাবে অপৰিহাৰ্য এজন পথ-প্ৰদৰ্শক, 'শেষজন অভিজাত আৰু প্ৰথমজন পুঁজিপতি' মণিৰামৰ ধন-সম্পদো ইতিমধ্যে উল্লেখিত কিজনতকৈ কোনোগুণে কম নাছিল। প্ৰতি বিঘা ৰূপিত মাটিত খাজনা যেতিয়া ৫ অনা আৰু আন আটিত বিঘাত ৩১/২ অনা আছিল,[২০] তেতিয়াই দেৱানে বছৰে পাঁচশ টকাকৈ খাজনা আদায় দিছিল।[২১] তাৰ পৰা আন্দাজ কৰিব পাৰি যে দেৱানৰ কমেও ২,০০০ বিঘা মাটি আছিল। এবাৰ তেওঁৰ দেউতাক ৰামদত্তই তেওঁলোকৰ ধন-সোণবোৰৰ জোখ লওঁ বুলি ঠিৰাং কৰি সোণৰ মোহৰ, ৰূপৰ মোহৰ আৰু সোণৰ লডাবোৰৰ দুটা দ'ম কৰিলে। দ'মকিটা ইমানেই ওখ হ'ল যে বাপেক-পুতেকে পৰস্পৰক নেদেখা হ'ল।[২২] আহোম ৰজাৰ এই বিশ্বাসী বিষয়াজনে কেনেকৈ পাছত অসমত ব্ৰিটিছ শাসনৰ জাল মেলাৰ ঘাই কাৰিকৰ হ'ল, সেয়া এতিয়া ইতিহাস। ইয়াত এইখিনিকে কৈ থোৱাই শ্ৰেয় যে মণিৰাম দেৱান অসমৰ চাহ উদ্যোগৰ এজন প্ৰতিস্থাপক আছিল, যি

(১৮) বাংলাৰ নৱজাগৃতি, পৃঃ ১৪৬
(১৯) উক্ত গ্ৰন্থত উদ্ধৃত, পৃঃ ১৮০
(২০) মণিৰাম দেৱান, পৃঃ ২৩৯-৪০
(২১) A Statistical Account of Assam, Vol-I, P. 254
(২২) মণিৰাম দেৱান, পৃঃ ২০৫

তেওঁৰ ধন-সোণত মামৰে ধৰিবলৈ দিয়া নাছিল।

ব্ৰিটিছৰ বিশ্বস্ত বন্ধু আৰু উৎসাহী সমৰ্থকৰ পৰা ঘোৰশত্ৰুত পৰিণত হোৱা; নীতিবৰ্জিত হ'লেও অনস্বীকাৰ্য এই অসমীয়া ভদ্ৰলোকজনৰ ধূমকেতু সুলভ উত্থান আৰু পতনৰ কাহিনী অসমীয়া প্ৰটি'-বুৰ্জোৱাজিৰে উত্থান আৰু পতনৰ কাহিনী।

দেৱানে ব্ৰিটিছ-মালিকানাধীন অসম কোম্পানীক অসমৰ প্ৰথম চাহবাগিচা প্ৰতিষ্ঠাৰ ক্ষেত্ৰত অসাধাৰণ সহায় আগবঢ়াইছিল। তেওঁৰ বিশ্বস্ততা, অসাধাৰণ সামৰ্থ, সাংগঠনিক ক্ষমতা আৰু কলাকুশলতাক ব্ৰিটিছে উচ্চ প্ৰশংসা কৰিছিল; কাৰণ তেওঁলোকৰ বাবে তেওঁ অপৰিহাৰ্য হৈ উঠিছিল। কিন্তু অচিৰেই তেওঁ নিজৰ বাগিছা আৰম্ভ কৰিলে। আচৰিত হৈ ব্ৰিটিছে লক্ষ্য কৰিলে যে তেওঁলোকৰ বাগিছাৰ ব্যৰ্থতাৰ বিপৰীতে দেৱানৰ বাগিছাই আৰ্জিলে চমকপ্ৰদ সফলতা। এইবাৰ ব্ৰিটিছে নিজৰ আচল চেহেৰা উদঙাই দিলে। মণিৰামৰ বাগিছাকিখনৰ বাজহ হঠাতে বহুগুণে বঢ়াই দিয়া হ'ল আৰু তেওঁৰ মৌজাকিখনো কাঢ়ি নিয়া হ'ল। স্বাভাৱিকতে মণিৰাম টিঙিৰি তুলা হৈ জ্বলি উঠিল। ব্ৰিটিছে তেওঁৰ ক্ষোভৰ উমান পালে আৰু চিপাহী বিদ্ৰোহত তেওঁৰ যোগদানৰ প্ৰমাণ পাই ফাঁচী দি মাৰিলে। ব্ৰিটিছ দণ্ডাধীশ হলৰইডে ব্ৰিটিছ চৰকাৰৰ প্ৰতিশোধপৰায়ণতাৰ যুক্তি সাব্যস্ত কৰি ক'লেঃ 'প্ৰথমতে ফাঁচী, তাৰপাছত বিচাৰ।'

ড° হীৰেন গোঁহায়ে দেখুৱাইছে যে মণিৰামৰ ফাঁচীৰ লগে লগে অভ্যুত্থানৰ প্ৰস্তুতি ধূলিস্যাৎ কৰি পেলোৱা হ'ল। দেশীয় পুলিচ বিষয়াৰ সহযোগতে সন্দেহজনক পৰিয়ালবিলাকৰ ওপৰত চলা অত্যাচাৰ- নিৰ্যাতনে কে'বা দশকলৈও মানুহৰ মনত সাঁচ কাটি গ'ল। অসমীয়া মধ্য শ্ৰেণীয়ে এই পাঠৰ অৰ্থ বাৰুকৈ বুজিলে আৰু অসহযোগ আন্দোলনৰ সময়লৈকে তেওঁলোক ব্ৰিটিছৰ প্ৰতি শত্ৰুতা প্ৰদৰ্শনৰ ক্ষেত্ৰত কুণ্ঠিত হ'ব লগা হ'ল।(২৩)

✪ কিন্তু কোনোবাই যদি ভাবিছিল যে ব্ৰিটিছৰ প্ৰতি বিশ্বস্ততাৰে জাতীয় অৰ্থনৈতিক বিকাশৰ বাট সুগম কৰিব পাৰি তেনেহ'লে সেয়া ভুল আছিল। কাৰণ মণিৰামৰ বিদ্ৰোহৰ বিপৰীতে ব্ৰিটিছৰ প্ৰতি পূৰামাত্ৰাই বিশ্বস্ত মানুহো অসমত আছিল। তথাপিও তেওঁলোকে নিজকে স্বাধীন জাতীয় বুৰ্জোৱাজিৰ অৱস্থানলৈ উন্নীত কৰিব পৰা নাছিল। এইক্ষেত্ৰত গংগাগোবিন্দ ফুকনৰ উদাহৰণলৈ আঙুলিয়াব পাৰি। আসাম এচ'চিয়েশ্যনৰ (প্ৰথম পৰ্ব) এজন অন্যতম প্ৰতিষ্ঠাপক শিৱসাগৰৰ এই ভদ্ৰলোক আছিল নৈতিকতালৈ পৰোৱাই নকৰা বিধৰ, আৰু চতুৰ। তেওঁ আনকি কলকাতাৰ কেতবোৰ বিনিয়োগকাৰীক আমলখীবাৰী বুলি এখন চাহ-বাগিছা বেচাৰ ভ্ৰান্ত ধাৰণাত ভোগাই প্ৰকৃততে আমলখী গছৰ বাৰী এখনহে বিক্ৰী কৰিছিল। নিজৰ মাটি অলপ ৰে'ল বিভাগে ব্যৱহাৰ কৰা বুলি কৈ তেওঁ বিভাগটোৰ পৰা ৫০,০০০ টকাৰ চৰম মূল্য আদায় কৰিছিল। ঘোঁৰা-দৌৰত বাজী বাখিও তেওঁ ১,০০,০০০ টকা ঘটিছিল। এইদৰে তেওঁ বিপুল ধন আৰ্জিছিল।(২৪)

সৎ-অসৎ দুয়ো পথেৰে ফুকনে অৰ্জন কৰা টকা কেনেকৈ কামত খটাব লাগিব, সেই কথা তেওঁক শিকালে কেপ্টেইন ইডেন আৰু কৰ্ণেল হেনে নামৰ ব্ৰিটিছ চাহাব দুজনে।

---

(২৩) *'Origin of the Assamese Middle Class'* in **Assam : A Burning Question**, P.-75

(২৪) বেণুধৰ শৰ্মা ঃ গংগাগোবিন্দ ফুকন, পৃঃ ৯-১০.

তেওঁক এখন চাহ বাগিছা পাতিবলৈ কোৱা হ'ল। চাহাব সকলে তেওঁক ধন যোগালে। কিন্তু তেওঁৰ উদ্যোগিক দক্ষতা দেখি ব্ৰিটিছে ভয় খালে যে তেওঁ প্ৰতিদ্বন্দ্বী হৈ উঠিব পাৰে। সেয়েহে তেওঁক চৰকাৰী চাকৰিত যোগ দিবলৈ পত্তিয়ন নিওৱা হ'ল। ফুকনক প্ৰায় বাধ্য কৰা হ'ল তেওঁৰ বাগিছাখন পানীৰ দামত ডা° জন বেৰীহোৱাইট চাহাবক বিক্ৰী কৰিবলৈ (এই বেৰীহোৱাইট চাহাবেই আছিল ডিব্ৰুগড়ৰ বেৰীহোৱাইট মেডিকেল স্কুলৰ প্ৰতিষ্ঠাতা; যিখন পাছলৈ অসম মেডিকেল কলেজলৈ ৰূপান্তৰিত হয়) এই ক্ষেত্ৰত ফুকনৰ বাধ্যবাধকতা আহিছিল পুঁজিৰ অভাৱৰ পৰা (চাহাব দুজনে পাছলৈ পুঁজি যোগাবলৈ এৰে) আৰু ব্যৱস্থাপনাৰ সমস্যাৰ পৰা। ইয়াৰ পৰা দেখা যায় যে আনুগত্য, চতুৰালি বা দুষ্টালি একোৰেই বহতীয়া বুৰ্জোৱাজিৰ পৰা স্বাধীন বুৰ্জোৱাজিৰ মৰ্যাদালৈ উঠিব নোৱাৰি। সাম্ৰাজ্যবাদেই এই কথা নিশ্চিত কৰি থয়। ইয়াৰ পাছত ভগ্নহৃদয়েৰে ফুকনে চাহাবী ভাওভংগী এৰি পৰম্পৰাগত হিন্দু জীৱন পদ্ধতিলৈ ঘুৰি আহিল।[২৫] তেওঁৰ ভগ্নহৃদয়ে অৱশ্যে পুতৌৰহে উদ্ৰেক কৰে, সহানুভূতিৰ নহয়। নিজ বাহুবলে বুদ্ধিবলে অকলশৰীয়াকৈ বুৰ্জোৱাজি হোৱাৰ সপোনত এনেকৈয়ে ভিতালাও গজে।

✪ গংগাগোবিন্দৰ কিছুদিনৰ আগতে আন এজন অসমীয়া চাহ-মালিকৰো একেই দশা হৈছিল। তেওঁ আছিল মণিৰাম দেৱানৰ সমসাময়িক বোমেশ্বৰ বৰুৱা। গংগাগোবিন্দৰ দৰেই ব্ৰাহ্মণ বংশোদ্ভুত বোমেশ্বৰে ১৮৬০ দশকৰ ভিতৰতে ছয় সাত খন সৰু চাহ বাগিছা কৰিছিল। কিন্তু ১৮৬৬-৬৭ ৰ চাহ-সংকটৰ সময়ত সেই সকলোবোৰ লয় পালে। তেওঁৰ বাগিছাবোৰৰ ভিতৰত নাগিনীজানখন এজন ব্ৰিটিছক আৰু মধুপুৰখন এজন অসমীয়া চাহ-মালিকক বিক্ৰী কৰা হ'ল।[২৬] বোমেশ্বৰৰ এই ব্যৰ্থতাৰ প্ৰভাৱ অসমীয়া জাতিটোৰে ওপৰত এনেকৈ পৰিল যে তেতিয়াৰ পৰা ওলোৱা 'চাহ এৰা দিয়া' এই খণ্ডবাক্যটোৰ আক্ষৰিক অৰ্থ হ'ল এটা উদ্যোগ বা কাৰবাৰ আধাতে এৰি দিয়া। নক'লেও হ'ব যে অসমীয়াই অজস্ৰ কাৰখানা-কাৰবাৰ আধাতে এৰি দিছিল।

✪ প্ৰথমছোৱাৰ আন এজন অসমীয়া চাহ-মালিক গংগাৰাম শৰ্মাৰ দুয়োখন বাগিছাও ব্ৰিটিছ চাহ-মালিকৰ হাতলৈকে গৈছিলগৈ। অধিবক্তা শৰ্মাৰ গাভৰু পৰ্বতৰ ওচৰত থকা নৱাজান বাগিছাখন অ-ব্যৱস্থাপনাৰ বাবেই ব্ৰিটিছ মালিকক বিক্ৰী কৰিব লগা হ'ল। আনহাতে তেওঁৰ লেটেকুজান (গ্ৰান্ট) চাহবাগিছাৰ কাহিনীয়ে দেখুৱায় কেনেকৈ ব্ৰিটিছৰ প্লেণ্টাৰ বাজত 'জোৰ যাৰ মুলুক তাৰ' আছিল। গংগাৰাম শৰ্মাৰ পুত্ৰ তথা স্বাধীনতা আন্দোলনৰ উদাৰপন্থী নেতা কৃষ্ণনাথ শৰ্মাই উক্ত বাগিছাক কেন্দ্ৰ কৰি তেওঁলোকৰ পৰিয়াল, আৰু ওচৰৰ ব্ৰিটিছ চাহ-মালিক এজনৰ কাজিয়াৰ কথা পাছত সুঁৱৰিছিল। দুয়োখন বাগিছাৰ সীমাৰ গছ এজোপা কটাৰ সাধাৰণ কথা এটাকে লৈ ব্ৰিটিছে কাজিয়া লগাইছিল। তাৰে লেচু লৈ মেলেং বাগিছাৰ ব্ৰিটিছ মালিকে তেওঁৰ বাগিছাৰ মাজেৰে লেটেকুজানলৈ যোৱা বাট বন্ধ কৰি দিছিল। উপায়ান্তৰ হৈ গংগাৰাম শৰ্মাই ওচৰতে মাটি থকা দক্ষিণপাট সত্ৰৰ সত্ৰাধিকাৰলৈ বাট এটা বিচাৰি আবেদন

(২৫) বেণুধৰ শৰ্মা : গংগাগোবিন্দ ফুকন, পৃ- ৯-১০
(২৬) Dr. Anjan Kumar Baruah : **Assamese Businessmen**, PP 63-64

কৰিলে। ব্ৰিটিছৰ ষড়যন্ত্ৰৰ ফলতে সত্ৰাধিকাৰে বাট এটা দিবলৈ সম্মত নহ'ল বুলি শৰ্মাই পাছত খেদ কৰি লিখিছে। কাজিয়া বাঢ়ি যোৱাৰ লগে লগে ব্ৰিটিছ প্ৰশাসনে ইয়াত হস্তক্ষেপ কৰিলে আৰু গংগা গোবিন্দ ফুকনৰ ঘটনাৰ দৰেই যোৰহাটৰ ব্ৰিটিছ মহকুমাধিপতি ম'ৰ চাহাবে (যি ইমানদিনে গংগাৰাম শৰ্মাৰ ঘনিষ্ঠই আছিল) এতিয়া তেওঁক বাধ্য কৰিলে লেটেকুজান (গ্ৰাণ্ট) বাগিছাখন কাষৰীয়া মেলেং বাগিছাৰ ব্ৰিটিছ মালিকক মাত্ৰ ১০,০০০ টকাৰ বিনিময়ত বিক্ৰী কৰিবলৈ। পাছত দক্ষিণপাটৰ বিজন সত্ৰাধিকাৰে শৰ্মাক বাট এটা দিবলৈও অস্বীকাৰ কৰিছিল, তেঁৱে তেওঁৰ গ্ৰাণ্টটো মেলেং বাগিছাৰ ব্ৰিটিছ চাহাবক অকাতৰে দি দিলে।[২৭] এই কাহিনীবোৰেই ব্ৰিটিছে স্থানীয় চাহ-উদ্যোগক উৎসাহিত কৰা সম্পৰ্কে যিকোনো ভ্ৰান্তি নাইকিয়া কৰিবলৈ যথেষ্ট। ব্ৰিটিছে উৎসাহিত কৰিছিল সঁচা, কিন্তু সেয়া নিজৰ স্বাৰ্থত আঘাত নপৰালৈকেহে। সেয়ে নহ'লে যিমানেই ঘনিষ্ঠ নহওক লাগিলে, 'বন্ধুত্বপূৰ্ণ' প্ৰতিযোগিতা বুলি কোনো শব্দ ব্ৰিটিছৰ অভিধানত নাছিল। সাম্ৰাজ্যবাদৰ ক্ষমাহীন জগন্নাথৰ ৰথ চলি গৈছিল সকলোকে পিষ্ট কৰি, আৰু বেছি বেছি পুঁজীভৱন কৰি।

ই আমাৰ মনত পেলাই দিয়ে লেনিনৰ সেই অমোঘ ভৱিষ্যতবাণীলৈ

*.......At a certain stage of its (capitalist) development, concentration itself, as it were, leads straight to monopoly, for a score or so of grand enterprises can easily arrive at an agreement and on the otherhand, the hindrance to competition, the tendency towards monopoly, arises from the huge size of the enterprises. This transformation of competition into monopoly is one of the most important if not the most important phenomena of modern capitalist ecomomy....*[২৮]

পুঁজিৰ ঘনীভৱন (concentration) আৰু একচেটিয়াকৰণ (monopolisation) অসমৰ চাহ-উদ্যোগতো অনিবাৰ্য আছিল। এই প্ৰক্ৰিয়াই থলুৱা চাহ-মালিকসকলক কেৱল সেউজ পাতৰ উৎপাদকত পৰিণত কৰিছিল; তেওঁলোক হৈ পৰিছিল এফালে বৃহৎ চাহ-মালিক আৰু আনফালে সৰ্বহাৰা চাহ-শ্ৰমিকৰ মধ্যবৰ্তী মধ্য ভোগীৰ দৰে।

কিন্তু সেয়ে যদি হয়, তেনেহ'লে কোনো কোনো অসমীয়া চাহ-মালিক ইমান সফল হয় কেনেকৈ? স্থানাভাৱত আমি ইয়াত এটা মাত্ৰ উদাহৰণমূলক ঘটনা আলোচনা কৰিবলৈ লৈছোঁ (অৱশ্যে এনে উদাহৰণ এনেও নগণ্য)। এয়া হৈছে 'ব্ৰিটিছকো নমনা' ঠেঙালৰ খঙীয়া বৰুৱাসকলৰ কাহিনী।

✪ উপাধিটোৱে ইংগিত দিয়াৰ দৰেই এই কায়স্থ পৰিয়ালটোৰ শাম বা অনিৰুদ্ধ নামৰ উপবিপুৰুষজনক খঙীয়া বৰুৱা বিষয়বাব দিয়া হৈছিল। দুই পুৰুষৰ পাছত এই পৰিয়ালৰে ভোৰোল খঙীয়া বৰুৱাই তেওঁৰ আন সমগোত্ৰীয়সকলৰ দৰেই আহোম আৰু ব্ৰিটিছ দুয়ো

---

(২৭) কৃষ্ণ শৰ্মাৰ ডায়েৰী, পৃঃ ৭

(২৮) V.I. Lenin : '*Imperialism, the Highest Stage of Capitalism* in **Collected Works of Lenin, Vol XXII, P 197**

শাসকলৈ সেৱা আগবঢ়াইছিল। ব্ৰিটিছে তেওঁৰ সেৱাত প্ৰীত হৈ ঠেঙাল মৌজাৰ মৌজাদাৰী প্ৰদান কৰিছিল। অৰূপ কুমাৰ দত্তই স্বীকাৰ কৰা মতে-

....... *The sun of the Ahom dynasty was on the verge of setting and Bhobol Khongia Barooah, an enterprising individual with an impressive physique, lost no time in developing contacts with the new, white skinned rulers. The British too were on the lookout for natives with gentle qualites of leadership, individuals from the landed gentry who counted for something in this new and exotic land. Bhobol Barooah fitted the bill and received the Thengal Mauzadari from Mr. More, the D.C. of Sibsagar* [২৯]

ভোবোলৰ পুত্ৰ বিষ্টুৰাম আৰু নাতি শিৱপ্ৰসাদ দুয়ো জনেই একেসময়তে মৌজাদাৰো আছিল, চাহ-মালিকো আছিল। বিষ্টুৰাম তাৰ লগতে তহচিলদাৰ আৰু চাব ডেপুটি কালেক্টৰো আছিল। উনৈশ শতিকাৰ ওৰ পৰাৰ আগতেই বিষ্টুৰামে ঠেঙালবাৰীকে ধৰি তিনিখন চাহ-বাগিছা পাতি অঁতাইছিল। তেওঁৰ পুত্ৰ শিৱপ্ৰসাদে সেই সম্পত্তি আৰু বৃদ্ধি কৰিছিল আৰু ১৯৩৮ চনৰ আগতেই তেওঁৰ সময়ৰ বৃহত্তম চাহ-মালিকৰ অভীধা লাভ কৰিছিল।

মাজৰ সময়ছোৱা বাদ দি আমি এতিয়া শিৱপ্ৰসাদৰ পুত্ৰ বিখ্যাত হেমেন্দ্ৰপ্ৰসাদৰ সময়লৈ যাওঁগৈ। তেওঁ তেতিয়া বিজনেচ মেনেজমেন্ট কৰি হাৰ্ভাৰ্ডৰ পৰা ঘূৰি আহি পাৰিবাৰিক ব্যৱসায় চলাবলৈ লৈছে মাত্ৰ।

(খঙীয়া) বৰুৱাসকলে অন্ততঃ পচিশবছৰ জুৰি উইলিয়ামচন মেগৰ এণ্ড কোম্পানী নামৰ ব্ৰিটিছ বহুজাতিকৰ সৈতে ঘনিষ্ঠ সম্পৰ্ক উপভোগ কৰিছিল। ব্ৰিটিছেই বৰুৱাইঁতক মাটি আৰু কাৰিকৰী সাহায্য প্ৰদান কৰিছিল। তাৰ বিনিময়ত তেওঁলোকে মেগৰক বিপুল পৰিমাণৰ ধন 'ফিক্সড্ ডিপজিট'ৰূপে ৰাখিবলৈ দিব লগা হৈছিল, যাৰ বিনিময়ত তেওঁলোকে লাভ কৰিছিল অবিশ্বাস্যভাবে নিম্ন হাৰৰ সূত ঃ বছৰি মাত্ৰ ১.৫% ! ১৯৩৯ চনত যেতিয়া আন্তৰ্জাতিক চাহৰ বজাৰত এক মন্দাৱস্থা (Slump)ৰ সময়ত মেগৰৰ বৰ প্ৰয়োজন হৈছিল বৰুৱাৰ ধনৰ। সেই টকা মেগৰে কৰণ্ডণি, জগদুৱাৰ, লক্ষীবাৰী, বামুণ বাৰী, হালমিৰামুখ, দলৌজান, বাণমতী, গোঁসাইবাৰী, নাহৰবাৰী আদিৰ অসমীয়া মালিকসকলকে ধাৰলৈ দিছিল। বৰুৱাৰ ধনেৰেই মেগৰে উক্ত অসমীয়া মালিকসকলক ঋণগ্ৰস্তভাবে দায়বদ্ধ কৰি ৰাখিছিল। ১৯৫০ ৰ দশকতো এই অসমীয়া মালিকসকলে ১৯২৯ চনত লোৱা উক্ত ধাৰকে পৰিশোধ কৰি থাকিব লগা হৈছিল।[৩০] ইমানলৈকে ৰাক ঠিকেই আছিল। কিন্তু হাৰ্ভাৰ্ড-শিক্ষিত হেমেন্দ্ৰ প্ৰসাদৰ প্ৰত্যাবৰ্তনৰ লগে লগে ঘটনাই নাটকীয় মোৰ ল'লে। হঠাৎ মেগৰে স্থিতি কঠোৰ কৰিলে। শিৱপ্ৰসাদে মেগৰৰ তাত জমা থোৱা বিপুল ৰাশি তেওঁৰ মৃত্যুৰ একদশকৰ ভিতৰতে লয় পাইছিল। তেওঁৰ পত্নী কমলকুমাৰীয়ে মেগৰৰ তাত জমা থকা অৱশিষ্ট ৩,০০,০০০

(২৯) The Khongia Barooahs of Thengal, P.43

(৩০) Ibid, pp 65-6

টকাৰো ৫০% ইতিমধ্যে উঠাই ল'ব লগা হৈছিল। মেগৰে এতিয়া নির্দেশ দিলে যে বৰুৱা পৰিয়ালে উক্ত উঠাই নিয়া ধনখিনি যেন অচিৰেই আদায় দিয়ে। অন্যথা মেগৰে আৰু কোনো 'সহায়' কৰিব নোৱাৰিব।

মেগৰ-বৰুৱা সম্পৰ্কত আৰু ওচৰৰ পৰা আলোকপাত কৰোঁতে আমি এই তথ্যখিনি লাভ কৰিলো, যিখিনি চাঞ্চল্যকৰ আৰু আশ্চৰ্যকৰ ঃ(৩১)

১) বৰুৱাসকলে ১.৫% ৰ সামান্য সুদত মেগৰৰ তাত বিপুল ধন জমা ৰাখিছিল।

২) যেতিয়া বৰুৱাসকলৰ টকাৰ প্ৰয়োজন হৈছিল, তেতিয়া ওলোটাই মেগৰৰ পৰা ৫% সুদত ধাৰ কৰিব লগীয়া হৈছিল।

৩) আন অসমীয়া চাহ-মালিকসকলকো মেগৰে সেই টকাকে ৫% সুদত ধাৰে দিছিল।

৪) বৰুৱাসকলে নিজৰ 'নেট টাৰ্ণঅ'ভাৰ'ৰ ২১/২% মেগৰক আদায় দিব লগা হৈছিল।

৫) বৰুৱাৰ চাহ-ফচল মেগৰৰ পৰা ঋণৰ বিপৰীতে মেগৰৰ ওচৰত ঋণবদ্ধ আছিল।

৬) বৰুৱাসকলে 'চেকেণ্ড হেণ্ড' মেগৰ মেচিনেৰী চৰম-মূল্যত কিনিবলগীয়া হৈছিল। তাতে সেইবোৰ আছিল আওপুৰণি।

আমি নিঃসন্দেহে ক'ব পাৰোঁ যে এয়া সাম্রাজ্যবাদ আৰু বহতীয়া (দালাল) বুৰ্জোৱাজিৰ মাজৰ সম্পৰ্ক; ই কোনোপধ্যেই দুই স্বাধীন বুৰ্জোৱাজিৰ মাজৰ সম্পৰ্ক নহয়। এনে সম্পৰ্কত সাম্রাজ্যবাদে বহতীয়া বুৰ্জোৱাজিক সদায় সন্ত্রস্ত আৰু অৱনত কৰি ৰাখে। সেয়েহে প্ৰত্যাশিত ধৰণেই আমি দেখোঁ হেমেন্দ্ৰপ্ৰসাদৰ মাতৃ কমলকুমাৰীয়ে মেগৰক আঠু কাঢ়ি বিবেচনা প্ৰাৰ্থনা কৰা। লণ্ডনৰ মেগৰ-মান্দাৰিনবৃন্দলৈ লিখা এখন ব্যক্তিগত চিঠিত কমলকুমাৰীয়ে কৈছিলঃ

*In view of our long standing relation with your Calcutta office and your personal friendship with my late husband, I would request you to put a word for me asking your Calcutta office to revise their decision and finance us in 1951.*

***I am depending on you for the survival of my business.***(৩২) (গুৰুত্ব আমাৰ)

পাছে কমলকুমাৰী বৰুৱাই নেজানিছিল যে কোনো পৰিমাণৰ 'ব্যক্তিগত বন্ধুত্ব' বা আবেগিক আবেদনে সাম্রাজ্যবাদী দৈত্যৰ শিলাময় হৃদয় গলাব নোৱাৰে। সেয়েহে মেগৰে এইবাৰ দাবী কৰিলে যে বৰুৱাসকলৰ আটাইতকৈ লাভজনক সৰুচৰাই বাগিছাখন বিক্ৰী কৰি দিব লাগে।(৩৩) হেমেন্দ্ৰ প্ৰসাদে এই ক্ষেত্ৰত লেহেম কৰি থকা বাবে মেগৰে সকলো সম্পৰ্ক বিচ্ছিন্ন কৰাৰ তাউকি দিলে।

---

(৩১) The Khongia Barooahs of Thengal, PP. 51, 132, 133.

(৩২) Ibid, P.136

(৩৩) আমোদজনক কথাটো হ'ল এই যে উইলিয়ামচন মেগৰত এজন উইলিয়ামচন আৰু এজন মেগৰ আছিল। এই উইলিয়ামচনজন আৰু কোনো নহয়, তেওঁ হৈছে মণিৰাম দেৱানৰ পৰা পানীৰ দামত চিনামৰা বাগিছাখন আজুৰি লোৱা জৰ্জ উইলিয়ামচন। ঘটনাক্ৰমে দেৱানৰ লগত বৰুৱা পৰিয়ালৰ বৈবাহিক সম্পৰ্ক আছিল।

হেমেন্দ্ৰপ্ৰসাদ নাটকখনৰ শেষ অংকৰ বাবে সাজু হোৱা দেখি মেগৰে বৰুৱাসকলৰ জীৱন দুৰ্বিষহ কৰি তুলিলে। ফিগিচ এণ্ড কোংৰ মি. কিংচলে, লয়ডছ বেংকৰ মি. বিডৱেল আৰু আন যিসকলে বৰুৱাসকলক সহায় কৰিবলৈ আগবাঢ়ি আহিছিল, তেওঁলোককো মেগৰে আঁতৰাই পঠালে। বৰুৱাসকলে যে এই ঘাতক-আক্ৰমণৰ পাছতো বাচি থাকিল আৰু সমৃদ্ধি লাভ কৰিলে,[৩৪] তাৰ ৰহস্য হাৰ্ভাৰ্ডৰ পৰা অনা একো পৰশ পাথৰত লুকাই থকা নাই। তাৰ ৰহস্য লুকাই আছে ৰাজকোষৰ ধন ব্যৱহাৰৰ কলা-কৌশল আৰু সক্ষমতাতহে।[৩৫] তাৰ লগত অৱশ্যে আছে মেগৰ-ভিন্ন আন ব্ৰিটিছ বহুজাতিকৰ লগত সম্পৰ্ক স্থাপন। প্ৰকৃততে হেমেন্দ্ৰপ্ৰসাদে তেতিয়াৰ চাহ বিভাগৰ প্ৰথম আৰু দ্বিতীয় ব্যক্তি জিম জাৰ্ভি আৰু চাৰ ৰিচাৰ্ড ডাকৱৰ্থ, যোৰহাট টী কম্পানীৰ আৰ জি ফিলিপ, আৰ ডব্লিউ গাউপ্ৰপ আৰু এচ. জি. বি. ব্ৰাউন, আৰু আনকি উইলিয়ামচন মেগৰৰো জন মৰিচ আৰু এ. এইচ. ডাউকিন্সৰ লগত ঘনিষ্ঠ সম্বন্ধ স্থাপন কৰি আহিছিল। তদুপৰি তাৎপৰ্যপূৰ্ণভাৱে গুৱাহাটীত চাহ নীলাম কেন্দ্ৰ প্ৰতিষ্ঠাৰ বাবে বৰুৱাহঁতৰ প্ৰচেষ্টাই ব্ৰুকবণ্ডৰ পৰা পূৰ্ণ সমৰ্থন লাভ কৰিছিল। কোৱা বাহুল্য যে ব্ৰুকবণ্ড হৈছে আন এক ব্ৰিটিছ বহুজাতিক কোম্পানী আৰু ই সমগ্ৰ পৃথিৱীৰ বৃহত্তম চাহ ক্ৰেতা।[৩৬]

ই নিৰ্ণায়কভাৱে প্ৰমাণ কৰে যে অসমীয়া চাহ-মালিক সকলৰ সমুখত বাচি ল'ব পৰা বিকল্প অতিশয় সীমিত আছিল। সেয়া আছিল কেৰাহীৰ পৰা জ্বলা জুইত জাপ দিয়াৰ নিচিনা বিকল্প। সফলতাৰ বাবে কোনোবা এটা সাম্ৰাজ্যবাদী/বহুজাতিক চাহকোম্পানীৰ সৈতে মিতিৰালী কৰাৰ বিকল্প। যদি তাকে নকৰি কোনোবাই স্বাধীন স্থিতি সাব্যস্ত কৰিব বিচাৰে, তেনেহ'লে তেওঁক প্ৰান্তিক পৰিস্থিতিলৈ ঠেলি দিয়া হ'ব, আনকি নিঃশেষো কৰি দিয়া হ'ব, অথবা খুব বেছি পেটে-ভাতে টিকি থাকিবলৈ দিয়া হ'ব। তাৰ কাৰণ হৈছে যোৱা গোটেই সময়ছোৱাত বিশ্বৰ চাহ বজাৰ ইউনিলিভাৰ নামৰ ব্ৰিটিছ বহুজাতিকটোৰ নিৰংকুশ নিয়ন্ত্ৰণত আছে।

প্ৰথম বিশ্বযুদ্ধলৈকে অসমৰ মুঠ চাহ-কৃষিভূমিৰ ৯০% আৰু মুঠ চাহ পুঁজিৰ প্ৰায় ১০০% ব্ৰিটিছৰ নিয়ন্ত্ৰণত আছিল। আনকি ১৯৪২ চনতো অসমৰ চাহ ভূমিৰ ৮৪% ব্ৰিটিছৰ নিয়ন্ত্ৰণত আছিল। আন এটা তথ্য অনুসৰি ১৯৭৯ চনত ব্ৰিটিছৰ নিয়ন্ত্ৰণত থকা চাহ ভূমি ২৬.৭% লৈ কমিলেও (তাৰ বিপৰীতে ভাৰতীয়ৰ দখলত থকা চাহ ভূমি সেইবছৰত ৭৩.৩% আছিল), ব্ৰিটিছ বাগিচা বিলাকৰ উৎপাদন সেই বছৰৰ মুঠ উৎপাদনৰ ৬০% আছিল;[৩৭] বিশ্বজোৰা চাহৰ বজাৰৰ ওপৰত ব্ৰিটিছৰ সৰ্বময় নিয়ন্ত্ৰণৰ কথা নক'লোৱেইবা। ইয়াৰ অৰ্থ এইটো নহয় যে চাহ উদ্যোগত কোনো অসমীয়া জাতীয় বুৰ্জোৱাজি/প্ৰটবুৰ্জোৱাজি একেবাৰে

---

(৩৪) The Khongia Barooahs of Thengal, P.168 (বৰুৱা এণ্ড এচ'চিয়েটৰ বাৰ্ষিক লেন দেন প্ৰায় ৫০ কোটি টকা)।

(৩৫) Ibid, P.147-8, 152-2 ত দেখা যায় হেমচন্দ্ৰ প্ৰসাদে কেনেকৈ অসম চৰকাৰৰ বিপুল পৰিমানৰ ধনৰ সহায়ত এই সংকটৰ পৰা পৰিত্ৰাণ পালে।

(৩৬) Ibid, PP 143, 145 & 165

(৩৭) Planter Raj to Swaraj, P.59 আৰু নতুন পৃথিৱী খণ্ড, সংখ্যা-২, ১৯৭৯

নাছিলেই। তেনে উপাদান আছিল আৰু এতিয়াও আছে। এই গ্ৰন্থৰ শেষৰ ফালে আমি তেনে চাহ-মালিকসকলৰ এখন তালিকাও সংলগ্ন কৰিছোঁ। সেই তালিকাখনে সেইসময়ৰ অসমীয়া মধ্যশ্ৰেণীৰ খ্যাতিমান লোকসকলৰ তালিকা যেনেই লাগিব।

এইটো সঁচা যে অসমীয়া চাহ-মালিকসকলৰ একাংশৰ দেশপ্ৰেমিক অনুভূতি ঠিকেই আছিল । তেওঁলোকৰ কোনো কোনোৱে শিক্ষা, সাহিত্য আদিৰ বাবে উদাৰভাৱে ধনগুণিও যোগাইছিল। তেওঁলোকৰ বহুতৰে ব্ৰিটিছ চৰকাৰ আৰু ব্ৰিটিছ চাহ মালিকৰ বিৰুদ্ধে বিক্ষোভো আছিল বিৰাট। কাৰণ ব্ৰিটিছ চৰকাৰে অসমীয়া চাহ-মালিকক নিদি ব্ৰিটিছ চাহ-মালিককহে উদাৰভাৱে মাটি বিলাইছিল। অসমীয়া চাহ মালিক চন্দ্ৰকুমাৰ আগৰৱালাই নকছাৰী-বৈদিহা চৰকাৰী ৰাস্তাৰ ওপৰেৰে মুক্ত যাতায়াতৰ অধিকাৰৰ দাবীত গোচৰ তৰি আৰু জিকি ব্ৰিটিছ চাহ-মালিকহঁতক বাৰুকৈ এশিকনি দিছিল। ব্ৰিটিছ চাহ-মালিকহঁতে উক্ত ৰাস্তাটো বাইজৰ যাতায়তৰ বাবে বন্ধ কৰি দিয়াৰ ধৃষ্টতা দেখুৱাইছিল।[(৩৮)] চন্দ্ৰকুমাৰ আগৰৱালাই ব্ৰিটিছ চাহ-মালিক আৰু চৰকাৰৰ শ্ৰমিক-বিৰোধী আৰু জন-বিৰোধী নীতিবোৰ উদঙাই দেখুৱাৰ ক্ষেত্ৰত একেই অদমনীয় সাহসৰ পৰিচয় দিছিল, তেওঁৰ অসমীয়া কাকতে ব্ৰিটিছ চৰকাৰৰ ব্ৰিটিছ চাহমালিকক বিশেষ সুবিধা দিয়া ভূমি নীতিৰ বিপক্ষে, তথা ব্ৰিটিছ চাহ মালিকৰ বিৰুদ্ধে আৱাজ উঠাইছিল। উখা বাগিছাৰ তেহলু নামৰ ঝাড়খণ্ডী শ্ৰমিক জনক বেটি নামৰ ব্ৰিটিছ চাহ পৰিচালক জনে গুৰিয়াই হত্যা কৰাৰ ঘটনাটোক লৈ 'অসমীয়া'ই ইমান সবল প্ৰতিবাদ কৰিলে যে বেটীচাহাবক ব্ৰিটিছে দণ্ডাধীশেই আঠবছৰৰ সশ্ৰম কাৰাদণ্ড বিহিব লগা হ'ল। কেতবোৰ ব্ৰিটিছ বিষয়াই বৰপেটাৰ সুন্দৰীদিয়া সত্ৰক অপবিত্ৰ কৰাৰ বিৰুদ্ধেও সমানে সোচ্চাৰ হৈ উঠিছিল 'অসমীয়া'। চন্দ্ৰকুমাৰে অসমীয়াৰ সম্পাদক মহেশ্বৰ বৰুৱাক কোনো কাৰণতে ব্ৰিটিছৰ ওচৰত ক্ষমা খুজিবলৈ দিয়া নাছিল। তাৰ পৰিবৰ্তে তেওঁ ব্ৰিটিছ কৰ্তৃপক্ষই দাখিল কৰা মানহানি গোচৰৰ বিৰুদ্ধে আদালতত যুঁজ দিবলৈকে ভাল পাইছিল। সেই ধৃষ্টতাৰ বাবে তেওঁ ডেৰ হেজাৰ টকাৰ জৰিমনা ভৰাৰ উপৰিও গোচৰৰ ব্যয়ো বহন কৰিবলগা হৈছিল। তাৰ পাছতো চন্দ্ৰকুমাৰৰ অসমীয়া'ই হুইটলে আয়োগক ব্ৰিটিছ চাহ-মালিকবৃন্দৰ শোষণমূলক কাৰ্যকলাপৰ বিৰুদ্ধে সমালোচনামূলক প্ৰতিবেদন যুগুতোৱাত সহায় কৰিছিল। অসমীয়া'ই তেনে শোষণৰ বিৰুদ্ধে দ্ব্যৰ্থহীন কণ্ঠত গৰ্জিও উঠিছিল।[(৩৯)]

এইবোৰ যে অসমীয়া জাতীয় বুৰ্জোৱাজিৰ সাম্ৰাজ্যবাদ-বিৰোধী বিৰল সাহসৰ দৃষ্টান্ত সেয়া অনস্বীকাৰ্য। কিন্তু তাৰ লগত দেখোন চন্দ্ৰকুমাৰ আগৰৱালা সম্পৰ্কীয় এইখিনি তথ্য মিলাবলৈ গ'লে কেনেবা কেনেবি লাগে ঃ '*শিলেৰে বন্ধোৱা হিয়াৰ পৰা হাঁহি মুখৰ উজ্বল ৰেঙণি প্ৰকাশ পোৱা সহজ নহয়। তেওঁ মুখ আৰু মন কঠোৰ কৰি লৈ বাগিছাৰ বনুৱাক শাসন কৰিছিল। তেওঁৰ খঙো আছিল অতি উগ্ৰ। আজিকালিৰ দৰে বনুৱা সংঘ থকাহেঁতেন সময়ে সময়ে বনুৱা আৰু আগৰৱালাৰ মাজত কি যে অঘটন নঘটিলেহেঁতেন।*'[(৪০)]

---

(৩৮) বেণুধৰ শৰ্মা ঃ কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত, পৃঃ ৯-১০ ইত্যাদি।

(৩৯) চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা, পৃঃ ২৫,৫১,৫২-৩ আৰু ৮১-৩

(৪০) লক্ষ্মীনাথ ফুকন ঃ *আগৰৱালা মানুহজন,* চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা, পৃঃ ৪৪

উল্লেখযোগ্য যে আগৰৱালাৰ এনে উগ্ৰ আচৰণ অত্যাচাৰৰ বিপক্ষে 'অসমীয়া' প্ৰেছতো শ্ৰমিক ধৰ্মঘট হৈছিল।

চন্দ্ৰকুমাৰৰ ভতিজাক সুমহান জ্যোতিপ্ৰসাদৰ দ্বাৰাও এইকথা সমৰ্থিত। চন্দ্ৰকুমাৰৰ কঠোৰতা তেওঁৰ ব্যক্তিত্বৰ এটাহে দিশ। তেওঁ এক আদ্যোপান্ত অনৈতিক জীৱন যাপন কৰিছিল। জ্যোতিপ্ৰসাদে এইবুলিও ইংগিত দিছে যে তেওঁৰ খুড়াক ব্ৰিটিছ চাহ মালিকৰ আন পাপবোৰৰ পৰাও মুক্ত নাছিল।[৪১] ব্ৰিটিছ চাহ মালিকৰ পাপ বুলিলে সেইসময়ত আদিবাসী মহিলা শ্ৰমিকৰ যৌন-শোষণো বুজা গৈছিল। জ্যোতিপ্ৰসাদে প্ৰচ্ছন্ন ইংগিত দি জৰ্জ বাৰ্ণাৰ্ড শ্বৰ এই বাক্যটোৰ উদ্ধৃতি দিছিল, ***'When you read a biography, remember that truth is never fit for publication'*** (গুৰুত্ব আমাৰ)

হৰিবিলাস আগৰৱালাই নিজেই লিখি থৈ গৈছে কেনেকৈ তেওঁ আৰু পুতেক চন্দ্ৰকুমাৰে পশ্চিম বংগৰ পুৰুলিয়া (ঝাড়খণ্ড সাংস্কৃতিক এলেকাৰ অন্তৰ্ভুক্ত)ৰ পৰা আদিবাসী কিনিছিলগৈ।[৪২] আমি ক'তো এনে উল্লেখ পোৱা নাই যে তেওঁ (বা আন কোনোবা অসমীয়া চাহ-মালিকে) হতভগীয়া আদিবাসী শ্ৰমিকসকলক ব্ৰিটিছ মালিক সকলতকৈ এপইচাও বেছি মজুৰী দিছিল।

চন্দ্ৰকুমাৰৰ এনে আচৰণত কোনো বিশেষত্ব নাই। প্ৰকৃততে কংগ্ৰেছী চাহ-মালিকসকলৰ (এনে চাহমালিক ভালেখিনি আছিল। সেই সম্পৰ্কে পাছলৈ আলোচনা কৰিম) সৰহসংখ্যকেই চন্দ্ৰকুমাৰৰ দৰেই আচৰণ কৰিছিল, তেওঁলোক ব্ৰিটিছ-বিৰোধী আছিল সঁচা, কিন্তু তেওঁলোকে বৃহত্তৰ সাম্ৰাজ্যবাদ-বিৰোধী সংগ্ৰামত ঝাড়খণ্ডী-আদিবাসী চাহ শ্ৰমিকসকলক কেতিয়াও চামিল কৰা নাছিল। ফলত চাহ-মালিকৰ ব্ৰিটিছ বিৰোধিতা হৈ ৰৈছিল নিশকতীয়া আৰু পৌৰুষবৰ্জিত, অনুৰ্বৰ। সেই প্ৰতিবাদ জন্মতে মৃত আছিল। চাহ উদ্যোগৰ মৌলিক চৰিত্ৰৰ পৰিবৰ্তন হোৱা নাছিল। চাহৰ ওপৰত সাম্ৰাজ্যবাদীৰ অক্টোপাচী হাতোৰা শিথিল হোৱা নাছিল। এক 'জাতীয়' উদ্যোগৰ স্বপ্ন থানবান হৈ পৰি ৰৈছিল।

এই অধ্যায়ৰ প্ৰাৰম্ভবিন্দুলৈ এতিয়া আমি ঘূৰি যাওঁ। জাতি গঢ়োঁতা 'ত্ৰিমূৰ্তি'ৰ অন্যতম আনন্দৰাম ঢেকীয়াল ফুকনেই প্ৰথম নিৰ্মীয়মান জাতি এটাৰ অৰ্থনৈতিক ভেটি হিচাপে উদ্যোগ আৰু ব্যৱসায়ৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। জাতি গঢ়োঁতাৰ জাতীয় উদ্যোগৰ সপোন এনেকৈ থানবান হোৱাৰ পাছত জাতীয় ব্যৱসায়-বাণিজ্যৰনো কি দশা হ'ল আমি এতিয়া তাত আলোকপাত কৰিম।

✪ প্ৰবাদ পুৰুষ মাণিক চন্দ্ৰ বৰুৱা, আৰু আনন্দৰাম ঢেকীয়াল ফুকনৰ পুত্ৰ অন্নদাৰাম ঢেকীয়াল ফুকনৰ যৌথ প্ৰচেষ্টাৰূপে গঢ় লৈ উঠা 'বৰুৱা-ফুকন ব্ৰাদাৰ্চেই' আছিল প্ৰথম অসমীয়া মেনেজিং এজেন্সী। অন্নদাৰামে পিতৃ আনন্দৰামৰ জাতীয় ব্যৱসায় বাণিজ্যৰ স্বপ্নৰ উত্তৰাধিকাৰ বহন কৰিছিল বুলি আমি ধৰি ল'লো। আনহাতে কায়স্থ বংশোদ্ভূত, জনৈক চিৰস্তাদাৰৰ পুত্ৰ মাণিকচন্দ্ৰৰ আছিল অসাধাৰণ দূৰদৰ্শিতা তথা নেতৃত্বৰ যোগ্যতা। কৈশোৰৰ পৰাই তেওঁ

---

(৪১) জ্যোতি প্ৰসাদ আগৰৱালাৰ ৰচনাৱলী, পৃঃ ৮৫৭-৮

(৪২) হৰিবিলাস আগৰৱালা ডাঙৰীয়াৰ আত্মজীৱনী, পৃঃ ৪৫

উদীয়মান জাতীয় নেতাৰ হেতু হৈছিল। সেই সময়ৰ সৰ্বজানিক সভাৰ নেতা জগন্নাথ বৰুৱাৰে মিলি তেওঁ তেতিয়াৰ ভাৰতৰ গভৰ্ণৰ জেনেৰেল লৰ্ড নৰ্থব্ৰুকক অসমলৈ আহোঁতে এখন স্মাৰকপত্ৰ প্ৰদান কৰিছিল। সেই আৰ্জিত নৰ্থব্ৰুক চাহাবক অনুৰোধ কৰা হৈছিল অসমত ৰে'লৱাইন পাতিবলৈ, আৰু ৰাজ্যখনৰ বিপুল প্ৰাকৃতিক সম্পদ কামত লগাবলৈ।[৪৩]

বৰুৱা কেইবাটাও দিশত বাটকটীয়া আছিল। তেওঁ আছিল চৰকাৰী চাকৰি এৰি ব্যৱসায়ত নমা প্ৰথম অসমীয়া; অথচ সেইসময়ত অসমীয়া মধ্যশ্ৰেণীৰ বাবে চৰকাৰী চাকৰিয়েই আছিল জীৱিকা অৰ্জনৰ একমাত্ৰ সাধন। তাক পৰিত্যাগ কৰি বৰুৱাই 'স্বাধীন' ব্যৱসায়ৰ অপৰিচিত, অজ্ঞাত বাটেদি বাট বুলিবলৈ, বা বৰং বাট কাটিবলৈ ল'লে। অৱশ্যে তেওঁ ব্যৱসায়ৰ প্ৰথম পাঠ লৈছিল বেইনব্ৰিজ নামৰ চাহাব এজনৰ ওচৰতে। চাহাব আছিল বৰুৱাৰ গুৰু, ব্যৱসায়ৰ অংশীদাৰ তথা বিত্তদাতা। কোম্পানীটোৰ প্ৰথম পদক্ষেপ আছিল চাহ কিনা-বেচা; যিটোত বেইনব্ৰিজৰ বিশেষ অভিজ্ঞতা আছিল। কোম্পানীয়ে এইবাৰ আন বাগিছাৰ কেঁচাপাত বিক্ৰীৰ লগতে গুৱাহাটীৰ ওচৰে পাজৰে কেইবাখনো সৰু সৰু বাগান কিনি পেলালে (কোম্পানীৰ বাগিছাৰ তালিকাৰ বাবে পৰিশিষ্ট চাওক)। তাৰ পাছত ই আসাম বেংগল ৰেইলৱেইজক ৰেলৰ চিৰি যোগান ধৰিবলৈ লাগিল। তাৰ বাবে ই কাঠ যোগাৰ কৰিলে ৰাণী, বৰদুৱাৰ আৰু গাৰো পাহাৰৰ জনজাতীয় এলেকাৰ পৰা। (গাৰো পাহাৰত কোম্পানীৰ এই প্ৰৱেশৰ সূত্ৰ ধৰিয়েই পাছলৈ তাত কপাহ আৰু কাঠৰ বাবে ভোলানাথ বৰুৱা সোমাব; সেইবিষয়ে পাছত আমি বিতংকৈ পাম)। এনেকৈয়ে মাণিকচন্দ্ৰ-অন্নদাৰামৰ ব্যৱসায়ে চমৎকাৰ সাফল্য আৰ্জিবলৈ সক্ষম হ'ল। তেওঁলোকৰ ব্যৱসায়ৰ পৃষ্ঠপোষকসকলৰ মাজত দেখা গ'ল গিলাণ্ডাৰ্চ আৰ্বাথনট কোং লিমিটেডৰ হেনৰী এন. গ্লেডষ্টনকো। এইজন গ্লেডষ্ট'ন আছিল স্বয়ং ব্ৰিটিছ প্ৰধানমন্ত্ৰী গ্লেডষ্টনৰে পুত্ৰ। এনে ওপৰখাপৰ মানুহৰ লগত সম্পৰ্কই বৰুৱাইতক জখলাৰে দোপত দোপে আগবাঢ়ি যাপলৈ সহায় কৰিলে। এইবাৰ বৰুৱাই এখন জাহাজ ল'লে আৰু ধুবুৰী হৈ গুৱাহাটীলৈকে ৰে'ল লাইন প্ৰতিষ্ঠাৰ চেষ্টা চলালে। তেওঁ ছপাশাল এটাও পাতিলে।

সেয়া আছিল মাণিকচন্দ্ৰৰ উচ্চাকাংক্ষী সামাজিক কাৰ্য-কলাপৰো পৰ্যায়। শিক্ষা বিস্তাৰৰ বাবে তেওঁৰ প্ৰচেষ্টা, আসাম নিউজ আৰু আসাম নামৰ দুখন অসমীয়া কাকতৰ প্ৰকাশনা .... এই সকলোবোৰৰ ওপৰত অসমৰ প্ৰথম কলেজ, কটন কলেজ প্ৰতিষ্ঠাত তেওঁৰ ভূমিকা, এই সকলোবোৰ স্মৰণীয় হৈ থাকিব। উত্তৰ পূৰ্বাঞ্চলৰ ভিতৰতে প্ৰথম এই কলেজখনৰ নামকৰণ কৰা হৈছিল অসমৰ তদানীন্তন ব্ৰিটিছ মুখ্য আয়ুক্ত চাৰ হেনৰী কটনৰ নামেৰে। মাণিকচন্দ্ৰই প্ৰতিষ্ঠা কৰা অসমৰ প্ৰথম ৰাজহুৱা প্ৰেক্ষাগৃহটোৰ আকৌ নামকৰণ কৰা হৈছিল গভৰ্ণৰ জেনেৰেল লৰ্ড কাৰ্জনৰ নামেৰে (বৰ্তমানৰ নবীন বৰদলৈ হল)।

কনষ্টিটুৱেন্ট এচেম্বলীৰ প্ৰথম অসমীয়া সদস্যৰূপে মাণিকচন্দ্ৰই অসম-অসমীয়াৰ বাবে পাৰ্যমানে কৰিছিল। তেওঁৰ ঐকান্তিক ইচ্ছা আছিল অসমক এনে এখন বিকশিত ৰাজ্যৰূপে গঢ়ি তোলা; য'ত ৰে'ল লাইনত ট্ৰেইন চলিব, পকী আলিয়েদি মটৰ গাড়ী চলিব, নদীয়েদি

(৪৩) ড. প্ৰফুল্ল দত্ত গোস্বামী : মাণিক চন্দ্ৰ বৰুৱা আৰু তেওঁৰ যুগৰ পাতনি।

জাহাজ চলিব, অসমীয়া শিক্ষিত হ'ব, ৰাজ্যখনৰ সকলো উচ্চপদস্থ চাকৰি দখল কৰিব..... মুঠৰ ওপৰত এয়া যেন আছিল এক প্ৰজন্ম আগতে আনন্দৰাম ঢেকীয়াল ফুকনে দেখা স্বপ্নৰে অণুৰণণ আৰু প্ৰতিফলন। তাতকৈও নিখুতভাৱে ক'ৰলৈ গ'লে সেয়া আছিল জাতি নিৰ্মাণ কৰিবলৈ ওলোৱা সমগ্ৰ অসমীয়া মধ্যশ্ৰেণীটোৰে মনৰ কথা।[৪৪]

মাণিক চন্দ্ৰই তেওঁৰ দ্বাৰা প্ৰতিষ্ঠিত 'গ্ৰেজুৱেট সমিতি'ৰ দৰ্শন ৰূপে ঘোষণা কৰিছিল 'নিৰ্ভেজাল, প্ৰকৃত জাতীয়তাবাদক'।[৪৫] এই সমিতিয়ে চেনি উৎপাদন আৰু বিদ্যালয় প্ৰতিষ্ঠাত গুৰুত্ব দিছিল। এই 'নিৰ্ভেজাল জাতীয়তাবাদে' অৱশ্যে বৰুৱাক ব্ৰিটিছৰ প্ৰতি নতশিৰ হোৱাৰ পৰা, অথবা চাহাবী জীৱন যাপনৰ পৰা বিৰত ৰাখিব পৰা নাছিল। কিন্তু তেওঁৰ এই নিৰ্ভেজাল আনুগত্য আৰু নিঃসংকোচ চাহাবীয়ানায়ো মাণিক চন্দ্ৰ আৰু অন্নদাৰামক আসন্ন পতনৰ পৰা বচাব নোৱাৰিলে। অৱশ্যে প্ৰাকৃতিক দুৰ্যোগ আৰু ক'লাজ্বৰৰ সংক্ৰমণে এই প্ৰথম অসমীয়া ব্যৱসায় প্ৰতিষ্ঠানটোৰ বিপৰ্যয় ত্বৰান্বিত কৰিছিল বুলি কোৱা হয়।[৪৬]

ব্ৰিটিছ-হেমিল্টন কোম্পানীৰ মাণিকচন্দ্ৰৰ 'ঘনিষ্ঠ বন্ধু' সকলে যে এনে বিপৰ্যয়ৰ সময়ত মাণিকচন্দ্ৰৰ তপতজুৰি বাগিছাখন (প্ৰকৃততে এইখন আছিল মাণিকচন্দ্ৰৰ ডাঙৰ ককায়েক দেৱনাথৰ) সাউথকৈ লৈ থ'লে আৰু 'বৰুৱা-ফুকন ব্ৰাদাৰ্চৰ' টিম্বাৰ-মেনেজাৰ ভোলানাথ বৰুৱাই যে ব্যৱসায়ৰ টকা আত্মসাৎ কৰি কলকাতালৈ চম্পট দিলে[৪৭] বুলি কথা ৰটিল (সেয়া গুজব নে সঁচা, সি অন্য প্ৰসংগ), তাৰ পৰাই বুজা যায় যে অসমীয়াৰ এই সৰ্বপ্ৰথম ব্যৱসায় প্ৰচেষ্টাৰ ভিতৰত সকলো ঠিকে-ঠাকে চলি থকা নাছিল।

✪ কলকাতাৰ পৰাই ব্যৱসায় চলোৱা সদাগৰ ভোলানাথ বৰুৱা (১৮৫৩-১৯২৩) আছিল তেওঁৰ সময়ৰ সৰ্বাতোকৈ সফল অসমীয়া ব্যৱসায়ী। কায়স্থ পৰিয়ালৰ সন্তান ভোলানাথৰ উপৰিপুৰুষসকলে খৰঙী/নাওশলীয়া/শেনছোৱা বৰুৱা আদিৰ বিষয়বাবেৰে আহোম স্বৰ্গদেউসকলক আৰু ভোলানাথৰ দেউতাকে মৌজাদাৰ হিচাপে ব্ৰিটিছক সেৱা কৰিছিল।[৪৮] প্ৰাণ-প্ৰাচুৰ্যৰে ভৰপূৰ, গতিশীল যুৱক ভোলানাথে ঈৰ্ষণীয় পৰিমাণৰ ধন ঘটি নিজকে তেওঁৰ সময়ৰ একমাত্ৰ অসমীয়া কোটিপতি ৰূপে প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল।

ভোলানাথে প্ৰথমতে মাণিকচন্দ্ৰ-অন্নদাৰামৰ বৰুৱা ফুকন ব্ৰাদাৰ্চৰ 'এপ্ৰেন্টিচ টিম্বাৰ মেনেজাৰ' অৰ্থাৎ কাঠ বিভাগৰ শিক্ষানবীচ আছিল। বেইনব্ৰীজ চাহাব যেনেকৈ মাণিকচন্দ্ৰৰ পৃষ্ঠপোষক আছিল, তেনেকৈ ভোলানাথৰ পৃষ্ঠপোষক আছিল জনৈক মেক্‌লইড চাহাব। মাণিক চন্দ্ৰৰ কোম্পানীত কাম কৰোঁতেই গাৰো পাহাৰৰ পৰা কাঠ টনাৰ অভিজ্ঞতা লভা ভোলানাথে মেক্‌লইড কোম্পানীৰ সমৰ্থনপুষ্ট হৈ এইবাৰ গাৰো পাহাৰৰ পৰা কপাহ যোগান ধৰিবলৈ লাগিল। তাৰ পাছত তেওঁ 'বেংগল টিম্বাৰ কোম্পানী' নামৰ ব্ৰিটিছ কোম্পানীটোৰ 'ফৰেষ্ট মেনেজাৰ' হৈখিন চাহাবক নিজৰ ফলীয়া কৰি ল'লে। তেতিয়াৰ পৰা ভোলানাথে আৰু পাছলৈ উভতি চাব লগা নহ'ল। বংগৰ পৰা উৰিষ্যা, তামিলনাডুৰ পৰা বিহাৰলৈকে

(৪৪) মাণিক চন্দ্ৰ বৰুৱা আৰু তেওঁৰ যুগ, পৃঃ ৬৩-৭৫
(৪৬) ঐ, পৃঃ ১৮
(৪৭) ঐ, পৃঃ ১৯ ( লক্ষ্মীনাথ বেজবৰুৱাৰ দিনলিপিৰ পৰা উদ্ধৃত)
(৪৮) ড. যোগেন্দ্ৰ নাৰায়ণ ভূঞা : সদাগৰ ভোলানাথ বৰুৱা, পৃঃ ১৫

তেওঁ তেওঁৰ ব্যৱসায়-চক্ৰজাল বহলাই গ'ল। তেওঁ প্ৰধানতঃ ৰেললাইনৰ বাবে শাল কাঠৰ চিৰি যোগান ধৰিলে আৰু লগতে মাজেমাজে কয়লা, কপাহ, কেৰাচিন, ষ্টীল ট্ৰাংক আদিৰ ব্যৱসায়ো চলাই গ'ল। বৰুৱাৰ চমকপ্ৰদ সাফল্যৰ উমান পাব পৰা যায় এই কথাৰ পৰাই যে আজিলৈকে মাত্ৰ এজন অসমীয়াইহে তেওঁক চেব পেলাবলৈ সক্ষম হৈছে। (সেয়া হৈছে হেমেন্দ্ৰ প্ৰসাদ বৰুৱা।) কলকাতাৰ তিনি ঠাইৰ বাহিৰেও দিল্লী, চিমলা, খাড়গোপোড়া, বিলাসপুৰ, আচালোল, শিৱপুৰ আৰু শিলঙত বাসভৱন থকা বৰুৱাই মৃত্যুৰ সময়ত ত্ৰিশ লাখ টকাৰ ঈৰ্ষণীয় সম্পত্তি এৰি যায়।(৪৯)

যদিও সেই ঈৰ্ষণীয় পৰিমাণটোৱে অসমীয়াক উলাহৰ মাদলী কৰি নচুৱাই তুলিবলৈ যথেষ্ট, তথাপিও আমি মনত ৰাখিব লাগিব যে ভোলানাথ বৰুৱাও এজন স্বাধীন ব্যৱসায়ী নাছিল। তেওঁৰ সেনাপতি (তথা বিশিষ্ট অসমীয়া সাহিত্যিক) লক্ষ্মীনাথ বেজবৰুৱাই ট্ৰেজি-কমিক ভাবে তেওঁলোকৰ ব্যৱসায়ৰ ভিতৰচ'ৰাৰ কথা বৰ্ণনা কৰিছে। তেওঁলোকে বেংগল টিম্বাৰ কোম্পানীৰ বড়া-চাহাব হুইফিন, ছোটা চাহাব চি.এইচ. বাইট আৰু আনকি বৰকেৰাণী শ্যামলাল বেনাৰ্জীকো পৰ্যাপ্ত পৰিমাণে তৈলমৰ্দন কৰিব লগা হৈছিল। তদুপৰি গিলাণ্ডাৰ্চ আৰ্বাথনট এণ্ড কোং লিমিটেডৰ ব্ৰিটিছ চাহাব আৰু বাঙালী বাবুসকল, জৰ্জ হেণ্ডাৰচন, মেক্‌লিয়েণ্ডি লায়ন্‌চ্‌, জাৰ্দিন স্কিনাৰ্চ, বামাৰ লৌৰী আদিও ভোলানাথে ভেটি খুৱাব লগীয়াসকলৰ তালিকাত আছিল (বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ' দ্বিতীয় খণ্ড, ষষ্ঠ অধ্যায় দ্ৰষ্টব্য)।

প্ৰতি তৃতীয় দিনা বেজবৰুৱাই আম, মাটিকঠাল, লিচু, শাক-পাচলি, আৰু আনকি কেট্‌লি আৰু চামোচ আদিও কিনা-কুটা কৰি পেকিং কৰি সেইসকললৈ পঠিয়াব লগীয়া হৈছিল। বগাচাহাবসকলক তৈলমৰ্দন কৰাৰ এই 'পৱিত্ৰ কৰ্তব্য' সমাপন কৰোঁতে বেজবৰুৱাৰ দিনে দহ ঘণ্টা পৰ্যন্ত ব্যয় হৈছিল। এনেকৈয়ে জাতীয় সন্মানটো দূৰৰ কথা, আনকি আত্মসন্মান পৰ্যন্ত বিসৰ্জন দিহে ভোলানাথ-লক্ষ্মীনাথে বইনাবে টকা চপাইছিল। এয়া যেন ড° ফষ্টাচে চয়তানক নিজৰ আত্মা বেচাৰে কাহিনী।

ভোলানাথ-লক্ষ্মীনাথৰ ধূমকেতু-সদৃশ উত্থানে সেয়েহে তেওঁলোকৰ একেধৰণৰ উল্কা পতনৰ পৰা আমাৰ দৃষ্টি আঁতৰাই ৰখা অনুচিত। এই স্ব-ঘোষিত ভাতৃদ্বয়ে ১৯০৮ চনত পৰস্পৰৰ পৰা যে মেলানি মাগিলে, তেওঁলোকৰ পুনৰমিলন আৰু কাহানিও নহ'ল। নিজৰ কোম্পানী খোলাৰ বাবে লক্ষ্মীনাথৰ প্ৰচেষ্টা বহুবাৰলৈ লঘু ক্ৰিয়া হ'ল। তেওঁৰ এইটো 'স্বাধীন' ব্যৱসায়ো আছিল নিতান্তই হাস্যকৰ। তেওঁ মায়ানমাৰৰ পৰা ইউৰোপীয়ান এজেন্টে পঠোৱা কাঠ কিনা-বেচা কৰিছিল। তেওঁৰ দৰে সৰু-সৰু এজেন্টক ইউৰোপীয়ানহঁতে সদা-সন্ত্ৰস্ত কৰি ৰাখিছিল। নিৰ্দিষ্ট দিনত বাকী আদায় দিব নোৱাৰিলে তেওঁলোকৰ সা-সম্পত্তি পৰ্যন্ত বাজেয়াপ্ত কৰা হৈছিল। লক্ষ্মীনাথ অচিৰেই দেউলীয়া হ'ল। পৰিয়াল চলাবলৈ তেওঁ আনকি পুৰণি খবৰ কাগজো বেচিবলগীয়া হ'ল। ইয়াৰ ফলত ব্ৰিড কোম্পানী নামৰ ব্ৰিটিছ কোম্পানী এটাত যোগ দিয়াৰ বাহিৰে তেওঁৰ হাতত আন একো উপায় নাথাকিলগৈ।(৫০) এনেকৈয়ে চাহাবসকলৰ

---

(৪৯) ড. যোগেন্দ্ৰ নাৰায়ণ ভূঞা : মহাধৰ ভোলানাথ বৰুৱা, পৃঃ ৭৯, ৮৪, ১২০

(৫০) বেজবৰুৱা গ্ৰন্থাৱলী, প্ৰথম খণ্ড, পৃঃ ৯৭-৯৮

সেৱা কৰিয়েই সুদূৰ উৰিষ্যাৰ চম্বলপুৰত লক্ষ্মীনাথে নিজৰ জীৱন-নাট সামৰিলে। সেয়াই হ'ল অসমীয়াৰ জাতীয় চিন্তাবিদৰ স্বাধীন ব্যৱসায়ৰ ট্ৰেজিক বৃত্তান্ত!

লক্ষ্মীনাথৰ ক্ষেত্ৰত 'পুনৰ মুষিক' হ'লেও ভোলানাথৰ ক্ষেত্ৰত কথাটো অলপ বেলেগ হ'ল। মৃত্যুতো তেওঁ ত্ৰিশ লাখ টকাৰ সম্পত্তি থৈ গ'ল। কনকলাল বৰুৱাই ১৯২৪ চনৰ অসম সাহিত্য সভা অধিবেশনৰ সভাপতিৰ অভিভাষণত মন্তব্য কৰিছিল যে অসমীয়া মানুহেই সেই ঈশ্বৰো ঈৰ্ষণীয় বিপুল বৈভৱৰ অধিকাৰী। কিন্তু বৰুৱাৰ সেই কথা তথ্যৰ দ্বাৰা মুঠেও সমৰ্থিত নহয়।[৫১] সেইটো প্ৰশ্ন একাষৰীয়াকৈ থ'লেও কেইটামান মৌলিক প্ৰশ্ন অনুত্তৰিত থাকি যায়। যথাঃ

কেইবাটাও ব্ৰিটিছ গোষ্ঠীৰ পৃষ্ঠপোষকতাতহে মুধচলৈ উথাবলৈ সক্ষম হোৱা ভোলানাথ বৰুৱা জানো সঁচাকৈয়ে স্বাধীন ব্যৱসায়ী আছিল? যদি তেওঁ সঁচাকৈয়ে স্বাধীন আছিল তেনেহ'লে ভোলানাথ বৰুৱাই তেওঁৰ ৰমৰমীয়া, দলদোপ হেন্দোলদোপ ব্যৱসায়টো এনে এটা ব্ৰিটিছ কোম্পানীক হস্তান্তৰিত কৰিলে কিয়, যাৰ তেওঁ বহু বছৰ ধৰি ঘনিষ্ঠ সহযোগী আছিল? কলকাতাৰ বুকুত একমাত্ৰ অসমীয়া কোম্পানীটো 'বি.বৰুৱা এণ্ড কোং' নামফলকখনৰ (প্ৰথমতে ই আছিল বি.এণ্ড এল.এন. বৰুৱা এণ্ড কোং') ঠাইত এতিয়া মাৰ্টিন এণ্ড বাৰ্ণ নামৰ ব্ৰিটিছ বহুজাতিক কোম্পানীৰ নামফলকখন গজালি দিয়া হ'ল।

চেতনাৰ যুটীয়া সম্পাদকদ্বয় চন্দ্ৰনাথ শৰ্মা আৰু অম্বিকাগিৰী ৰায়চৌধুৰীয়ে অসমৰ সৰ্বসময়ৰ বাবে বৃহত্তম ব্যৱসায়ী বুলি পৰিগণিত ভোলানাথ বৰুৱাৰ বিষয়ে লিখা এই সম্পাদকীয়টো যেন অসমীয়াৰ ব্যৱসায় প্ৰচেষ্টাৰ সমাধিতে এখন এপিটাফ। তেওঁলোকে লিখিছিল যে ভোলানাথ বৰুৱাই কিয় যে তেওঁৰ সমগ্ৰ ব্যৱসায়টো ব্ৰিটিছ মাৰ্টিন এণ্ড মাৰ্ণ কোম্পানীক দিলে চেতনাই বুজা নাই। সেই টকাৰে অসমৰ ৰাইজক লগত লৈ এক বৃহৎ কোম্পানী খুলিবলৈ চেতনাই বৰুৱাক আহ্বান জনাইছিল। (চেতনা ১ম সংখ্যা, ১৯১৯)

কিন্তু দুৰ্ভাগ্যজনক ভাৱে বৰুৱাৰ তেনে কোনো উদ্দেশ্য নাছিল। তেওঁ যে কেৱল তেওঁৰ সমগ্ৰ ব্যৱসায়টোৱেই ব্ৰিটিছ চাহাবসকলক গতাই দিলে, এনে নহয়, তেওঁ ব্যক্তিগতভাৱে চিৰদিনৰ বাবে ভাৰত এৰি ইংলেণ্ডত থাকিবলৈ গুলাল। অৱশ্যে আমি 'ভাৰত এৰা'ৰ কথাহে ক'ব পাৰোঁ, 'অসম এৰা'ৰ কথাও ক'ব নোৱাৰোঁ, কাৰণ ভোলানাথ বৰুৱাই ইতিমধ্যেই সুদীৰ্ঘ ৩৩ বছৰ কলকাতাত বাস কৰিছিল। সেই সুদীৰ্ঘ সময়ছোৱাত বৰুৱাই মাত্ৰ এবাৰহে, তাকো কেইদিনমানৰ বাবেহে, অসমলৈ আহিছিল। অসমলৈ ঘূৰি আহি অসমীয়াসকলক ব্যৱসায় বাণিজ্যৰ ক্ষেত্ৰত শিক্ষা দিবৰ বাবে চেতনাই বৰুৱাক যি সনিৰ্বন্ধ গোহাৰি জনাইছিল, সি বৰুৱাৰ ইকাণে সোমালে, সিকাণে ওলাই গ'ল। চেতনাৰ সেই সকৰুণ-আবেদনৰ পাছতো বৰুৱা আৰু চাৰিবছৰ জীয়াই আছিল, কিন্তু তেওঁ অসমৰ ফালে মু'কে কৰা নাছিল।

তাতোকৈ আশ্চৰ্যকৰ ভাৱে বৰুৱাই কলকাতাত থকা সময়ত অসমৰ পৰা যোৱা

---

(৫১) চেতনা, প্ৰথম বছৰ প্ৰথম সংখ্যা,১৯১৯। মথুৰা মোহন বৰুৱাৰ পুত্ৰ তথা আন এজন অসমীয়া ব্যৱসায়ী আৰ. চি. বেঞ্জামিনৰ ভতিজাক গুভ চন্দ্ৰ বৰুৱাৰ লগত তেখেতৰ গুৱাহাটী ঘৰত লোৱা সাক্ষাৎকাৰৰ দ্বাৰাও সমৰ্থিত। তাৰিখঃ ৩০/০৭/১৯৯৮

কোনো আত্মীয়ক, আনকি তেওঁৰ নিজা ককায়েক আৰু ভতিজাককো লগ কৰিবলৈকে অস্বীকাৰ কৰিছিল। বৰুৱাৰ লিটিকাই লক্ষ্মীনাথ বেজবৰুৱাইহে উক্ত ককায়েক-ভতিজাকক টকা কেইটামান দি অসমলৈ ওভতনি ট্ৰেইনত ওভোতাই পঠিয়াই দিছিল। লক্ষ্মীনাথে লিখিছে যে অসমৰ পৰা (আৰু ঘাইকৈ গুৱাহাটীৰ পৰা) যোৱা প্ৰায় সকলোৱেই ভোলানাথৰ পৰা একেই হৃতা ব্যৱহাৰ পাইছিল। মৌৰ প্ৰকৃত সম্পাদক ৰজনীনাৰায়ণ বৰাৰ ককায়েক হৰনাৰায়ণ বৰা আদি দুই এজনৰ ক্ষেত্ৰতহে কাচিৎ তাৰ ব্যতিক্ৰম ঘটিছিল। আনকি লক্ষ্মীনাথেও ভোলানাথেনো কিয় আত্মীয় কুটুম্ব দেশী মানুহক লগ কৰিবলৈও ইমান পৰাঙ্মুখ আছিল তাৰ ৰহস্য ভেদ কৰিব পৰা নাছিল।[৫২] একেদৰে পদ্মনাথ গোহাঞি বৰুৱায়ো অসম বন্তি কাকতখনৰ বাবে দান বৰঙণি বিচাৰিবলৈ সুদূৰ কলকাতালৈ গৈ ভোলানাথৰ ওচৰ চাপি হতাশ হৈছিল। গোহাঞিবৰুৱাই নিৰলস প্ৰচেষ্টাৰে সুদীৰ্ঘ ৪৪ বছৰ জুৰি চলাই থকা এই কাকতখনৰ কাৰণে ভোলানাথৰ আঙুলিৰ ফাঁকৰ পৰা ফুটাকড়ি এটাও সৰি পৰা নাছিল।[৫৩] গোহাঞিবৰুৱাৰ যাতায়াত খৰচখিনি অৱশ্যে ভোলানাথে আদায় দিছিল। ওলোটাই ভোলানাথে পদ্মনাথক পৰামৰ্শ দিছিল কলকাতাৰ **Englishman** বা **The Statesman** অৰ মানদণ্ডৰ ইংৰাজী কাকত এখন উলিয়াবলৈহে। পদ্মনাথৰ বাক্‌শক্তি হৰিছিল, তেওঁ শেনটো যোৱাদি গৈ ফেঁচাটো অহাদি যোৱাবাটেই ঘুৰি আহিছিল।

এই তথ্যই অসম সাহিত্য সভা-প্ৰকাশিত, ড. যোগেন্দ্ৰ নাৰায়ণ ভূঞা ৰচিত ভোলানাথ বৰুৱাৰ জীৱনীখনৰ কথাৰ বিৰোধিতা কৰে। উক্ত জীৱনীত কোৱা হৈছে যে বৰুৱাই সামাজিক-সাহিত্যিক ক্ষেত্ৰত অসমৰ বহু ব্যক্তি আৰু সংগঠনক উদাৰ ভাবে সহায় কৰিছিল। তেনে সহায়ৰ নজীৰ প্ৰায় নায়েই। উদাহৰণমূলক ব্যতিক্ৰম কিটাৰ ভিতৰত আছে ভোলানাথৰ দীৰ্ঘদিনৰ সহযোগী লক্ষ্মীনাথৰ কিতাপ এখন আৰু হেমচন্দ্ৰ গোস্বামীৰ এখন নে দুখন কিতাপ প্ৰকাশ। নিজৰ ভাষা সাহিত্যৰ বাবে ভোলানাথৰ এনে মহৎ দানৰ শলাগ নলৈ নোৱাৰি।

এই প্ৰশংসনীয় তথ্যখিনিৰ বিপৰীতে আমি এইবাৰ বিজাই চাওঁ ভোলানাথ আৰু লক্ষ্মীনাথে উৰিষ্যাৰ গাংপুৰৰ আদিবাসী জনজাতি ৰজা এজনক ঠগোৱাৰ ঘটনা।[৫৪] লগতে আমি মনত পেলাব লাগিব কেনেকৈ মৌৰ সম্পাদক ৰজনীনাৰায়ণ বৰাৰ চাহ-শ্ৰমিক বিৰোধী স্থিতিৰ প্ৰতি ভোলানাথে অকুণ্ঠ সমৰ্থন আগবঢ়াইছিল। (লক্ষ্মীনাথে প্ৰথমে মৌৰ স্থিতিৰ বিৰোধিতা কৰিলেও পাছলৈ তেৰোঁ ভোলানাথৰ সৈতে সুৰ মিলালে।[৫৫] এইখিনিতে বিবেচনা কৰিবলগীয়া আন এক গুৰুত্বপূৰ্ণ তথ্য হ'ল এই যে ভোলানাথৰ কাৰ্যপদ্ধতি হৰবিলাস আগৰৱালাৰ কাৰ্যপদ্ধতিৰ সৈতে একে আছিল। উল্লেখযোগ্য যে গাৰো, ডফলা আৰু ভূটীয়া জনজাতিৰ সেৱা আত্মসাৎ কৰিহে হৰবিলাস কোটিপতি হৈছিল। তেনে সেৱাৰ বিনিময়ত

(৫২) লক্ষ্মীনাথ বেজবৰুৱা : মোৰ জীৱন সোঁৱৰণী,

(৫৩) পদ্মনাথ গোহাঞি বৰুৱা : মোৰ সোঁৱৰণ, পৃঃ ১৭৭-৭৮

(৫৪) লক্ষ্মীনাথে লিখিছে কেনেকৈ আদিবাসী ৰজাজন আৰু তেওঁৰ ল'ৰাইতক কলকাতালৈ আনি বাঙালী চুবুৰীয়াইতৰ সমুখত বহুৱা সজা হ'ল আৰু ভোলানাথে কেনেকৈ তেওঁক নিৰ্দেশ দিছিল আদিবাসী ৰজাজনক ফান্দত পেলাবলৈ। বেজবৰুৱা গ্ৰন্থাৱলী, খণ্ড ১,

(৫৫) **Report on the Province of Assam**, pp 59-60

তেওঁলোকক দিয়া হৈছিল সামান্য ধন, বা সাধাৰণতে কানি। গাৰোপাহাৰত মাণিকচন্দ্ৰ আৰু ভোলানাথৰ প্ৰৱেশো সেয়ে নিষ্পাপ পদ্ধতিৰে সমাধা হৈছিল বুলি ভাবিবলৈ অসুবিধা আছে। মনত ৰাখিব লাগিব যে আমি সেইসকল জনজাতিক সামৰি লোৱা বৃহত্তৰ অসমীয়া জাতি গঠনৰ কথাহে ইয়াত আলোচনা কৰি আছো।

ভোলানাথৰ দান-বৰঙণিৰ প্ৰসংগলৈ যদি ঘুৰি আঁহো, তেনেহ'লে দেখা পাম যে ঝাড়সোগোড়াত তেওঁ এখন আস্পতাল গঢ়ি তুলিছিল আৰু তামিলনাডুৰ ৱাল্টায়াৰ আস্পতালৰ বাবে ৩০,০০০ টকা দান দিছিল। বেনাৰচ হিন্দু বিশ্ববিদ্যালয়কো তেওঁ ১,২৫,০০০ টকাৰ বিপুল ৰাশি দান দিছিল।(৫৬) কিন্তু এই সকলোবোৰেই এই গ্ৰন্থৰ কেন্দ্ৰীয় বিষয়ৰ, (অৰ্থাৎ 'অসমীয়া জাতি গঠন প্ৰক্ৰিয়া'লৈ অসমীয়া মধ্যশ্ৰেণীৰ বৰঙণি) লগত সম্পৰ্কহীন।

যোৰহাটত এখন কাৰিকৰী বিদ্যালয় স্থাপনৰ ক্ষেত্ৰত ভোলানাথৰ ১,০০,০০০ টকীয়া দান এই ক্ষেত্ৰত এক উজ্জ্বল ব্যতিক্ৰম আছিল। কিন্তু এই ক্ষেত্ৰতো ভোলানাথৰ উদ্দেশ্য সম্পৰ্কে দ্ব্যৰ্থবোধকতা থাকি যায় কাৰণ তেওঁ উক্ত টকাখিনি ইংলেণ্ডৰ (যুৱৰাজ) প্ৰিন্স অৱ ৱেলচৰ ১৯২১ চনত ভাৰত ভ্ৰমণৰ উদযাপনৰ বাবে দান দিছিল। ইংৰাজ যুৱৰাজটিৰ সেই ভ্ৰমণ সমগ্ৰ ভাৰতে বৰ্জন কৰিছিল। যোৰহাটবাসীকে ধৰি সদৌ অসমৰ মানুহে যুৱৰাজৰ আগমনত হৰতাল পালন কৰিছিল। সেইবোৰ কথা ভোলানাথৰ অজ্ঞাত আছিল বুলি ভাবিবলৈ টান কাৰণ তেওঁতো ১৮৯২,১৯০২ আৰু ১৯০৪ চনৰ কংগ্ৰেছ অধিবেশনতো উপস্থিত আছিল।(৫৭)

সদাগৰ ভোলানাথ বৰুৱাৰ কাহিনী আলোচনা কৰিবলৈ আমি ইমান তুলাপাত আৰু চিয়াঁহি খৰচ কৰিছোঁ এইবাবেই যিহেতু তেৱেঁই হ'ল আজিৰ তাৰিখলৈ জনাজাত আটাইতকৈ বিখ্যাত অসমীয়া ব্যৱসায়ী। সেয়েহে জাতি গঢ়োঁতাসকলে সপোন দেখা 'জাতীয়' ব্যৱসায়-বাণিজ্যৰ তেওঁ আছিল এটা প্ৰতীক। এইক্ষেত্ৰত ভোলানাথৰ জীৱনীকাৰ ড° যোগেন্দ্ৰ নাৰায়ণ ভূঞা আৰু আমাৰ দৃষ্টিভংগীৰ বিস্তৰ পাৰ্থক্য আছে। কলকাতাৰ অচিন মাটিত দপদপাই থকা এই একমাত্ৰ অসমীয়া ব্যৱসায়ীজনক প্ৰক্ষেপণ কৰিবলৈ গৈ ড° ভূঞাই এটা অপ্ৰিয় সত্যক এৰাই চলিব খুজিছে সেয়া হ'ল ভোলানাথে তেওঁৰ বিপুল ব্যৱসায় কোনো নিচলা অসমীয়াক নিদি বিদেশী ব্ৰিটিছ মাৰ্টিন এণ্ড বাৰ্ণ কোম্পানীক কিয় দিলে? আমাৰ বাবে ভোলানাথৰ সফলতা আৰু বিফলতা, কৃতিত্ব আৰু পতন কোনো ব্যক্তিগত আগ্ৰহৰ বিষয় নহয়; বৰং ই জাতীয় অৰ্থনীতিৰ ইতিহাসৰ সমলহে। শেষ বিচাৰত এই কাহিনীয়ে আমাক শিকায় যে এক ঔপনিবেশিক সামন্তীয় পৰিবেশত কোনো প্ৰকৃত জাতীয় ব্যৱসায় বাণিজ্যৰ বিকাশ সম্ভৱ নহয়। কোনো গতিশীল, উদ্যমী ব্যক্তিয়ে ফাকে ফাকে সৰকি গৈ চমৎকাৰ ব্যক্তিগত সাফল্য আৰ্জিলেও তেওঁলোকে জাতিটোৰ গণ-উদ্যোগ বিকশিত কৰিব নোৱাৰে।

✪ অসমৰ পৰা ওলাই গৈ বাহিৰত ব্যৱসায় কৰি বিশেষ কৃতিত্ব লাভ কৰোঁতাসকলৰ ভিতৰত গুৱাহাটীৰ এজন বৰ্ণাঢ্য যুৱকৰ নাম উল্লেখ কৰিবই লাগিব। তেওঁ হৈছে নিৰ্ভীক

(৫৬) সদাগৰ ভোলানাথ বৰুৱা, পৃঃ ১০৯,১০২,৬৪
(৫৭) ঐ

স্বাধীনতা-প্ৰেমী সাংবাদিক মথুৰামোহন বৰুৱাৰ ভাতৃ ৰাধিকা চন্দ্ৰ বৰুৱা। তেওঁ দিল্লী, মুম্বাই আৰু কলকাতাত তেওঁৰ ব্যৱসায়িক কুঠী গঢ়ি তুলিছিল। ৰে'লবিভাগলৈ ৰেলৰ চিৰি যোগান ধৰা আৰ.চি. ওৰফে ৰাধিকাচন্দ্ৰই চিন্থেটিক সোণ তৈয়াৰীৰ সম্পৰীক্ষাও চলাইছিল। সৰোজিনী নাইডুৰ শৈশৱত তেওঁক গৃহ-শিক্ষকতা কৰা এইজন মেধাবী অসমীয়া যুৱকক অৱশ্যে তেওঁৰ নিজৰ পৰিয়াল অথবা সমাজে আদৰি নল'লে। তেওঁক বিয়া কৰাবলৈ কোনো অসমীয়া গাভৰু সাজু নহ'ল। নিজৰ অসমীয়া হিন্দু মূলৰ ওপৰত ক্ষুব্ধ, বিৰক্ত হৈ আৰ. চি. য়ে খ্ৰীষ্টিয়ান ধৰ্ম লৈ চাহাবী জীৱন যাপন কৰি গ'ল। তেওঁৰ নতুন খ্ৰীষ্টিয়ান নাম হ'ল আৰ.চি বেঞ্জামিন। বেঞ্জামিন চাহাবে মুম্বাইতে অকলশৰে (ভোলানাথৰ দৰে তেঁৱো চিৰকুমাৰ হৈয়ে ৰ'ল), সকলোৰে অজ্ঞাতে চকু মুদিলে।(৫৮)

✪ চেনি উদ্যোগৰ সম্পৰ্কে অধ্যয়ন কৰিবলৈ জাপানলৈ যোৱা (১৯০৫-১৯০৯) লক্ষেশ্বৰ বৰঠাকুৰৰ কাহিনী আছিল একেই হৃদয়বিদাৰক। চেনি উদ্যোগ গঢ়ি তুলিবৰ বাবে তেওঁক প্ৰয়োজন হোৱা মাত্ৰ ১০,০০০ টকা আৰু ১,৫০০ একৰ মাটিও ঋণ/লীজৰূপে আগবঢ়াবলৈ ব্ৰিটিছ চৰকাৰ সন্মত নহ'ল। ওলোটাই ঔপনিবেশিক চৰকাৰখনে ২,০০,০০০ টকাৰ 'শ্যেয়াৰ কেপিটেল' নাথাকিলে উদ্যোগ খুলিব নোৱাৰিব বুলিহে অসম্ভৱ ধৰণৰ বাধা নিষেধ আৰোপ কৰিলে। চাহৰ ক্ষেত্ৰত দিয়াৰ দৰে কুঁহিয়াৰৰ ক্ষেত্ৰত কোনো ৰাজহ ৰেহাই দিবলৈকো চৰকাৰ ৰাজী নহ'ল। ভগ্নহৃদয়েৰে লক্ষ্যেশ্বৰে চৰকাৰী চাকৰি ল'লেগৈ।(৫৯)

✪ এইক্ষেত্ৰত একমাত্ৰ সান্ত্বনা এয়ে আছিল যে এনে দশা কেৱল তেওঁৰে হোৱা নাছিল। অসম সাহিত্য সভাৰ অন্যতম সভাপতি কমলাকান্ত ভট্টাচাৰ্য আছিল জাতীয়-ব্যৱসায়-বাণিজ্যৰ আন এজন প্ৰবক্তা। তেওঁ অসমীয়াক সদায় এই কামত হাত দিবলৈ আহ্বান জনাইছিল। উপদেশতকৈ আৰ্হি ভাল বুলিয়েই তেওঁ কোচবিহাৰ আৰু গোৱালপাৰাত হাতী-ধৰা আৰু মৰাপাট ব্যৱসায়ৰ কাম কৰিছিল। তেওঁৰ এই নিষ্ঠাবান আৰু উৎসাহী প্ৰচেষ্টাও যে বিফল হ'ল, নক'লেও হয়।(৬০) তেতিয়াৰ পৰা কমলাকান্তক 'হাতীবাবু' উপনাম দিয়া হৈছিল।(৬১) উদ্যোগীসকলক উৎসাহিত কৰিব নোৱাৰা সমাজখনে এইবাৰ তেওঁলোকক হতোদ্যম কৰিবলৈ উঠিপৰি লাগিল।

এই আলোচনাৰ পৰা দেখা যায় যে জাতীয় উদ্যোগ আৰু বাণিজ্যৰ বিস্তাৰৰ ক্ষেত্ৰত ব্ৰিটিছ সাম্ৰাজ্যবাদেই আছিল অনতিক্ৰম্য বহিঃ প্ৰতিবন্ধক। কিন্তু বহিঃ বাধাৰ কথা বাদ দিলে আভ্যন্তৰীণভাৱেও অসমীয়া সমাজ তেনে পদক্ষেপৰ বাবে সাজু হোৱা নাছিল। আনকি যিকিজন সফল হৈছিলগৈ, তেওঁলোকো অসমলৈ ঘূৰি অহা নাছিল। বোধহয় তেওঁলোকে নিজকে অনাহূত অনুভৱ কৰিছিল। কাৰণ ব্ৰাহ্মণ্যবাদী মূল্যবোধে মানুহৰ বৃত্তি সলনি কৰাটো নিষিদ্ধ

---

(৫৮) আৰ. চি. ৰ ভতিজা, মথুৰামোহনৰ পুত্ৰ শুভচন্দ্ৰ বৰুৱাৰ লগত, গুৱাহাটীৰ তেওঁৰ ঘৰত ৩০-০৭-১৯৯৮ তাৰিখে লোৱা সাক্ষাৎকাৰ।

(৫৯) **Assamese Businessmen**, PP 78-79

(৬০) **কমলাকান্ত ভট্টাচাৰ্য ৰচনাৱলী**, পৃঃ ৩, ১২

(৬১) ঐ (লগতে চাওক শশী শৰ্মা সম্পাদিত **চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰতিভা**, পৃঃ ১১৩)

কৰি ৰাখিছিল। এজন ব্ৰাহ্মণ এজন ব্ৰাহ্মণেই; তেওঁ এজন বৈশ্যৰ পৰ্যায়লৈ নিজকে অৱনমিত কৰিব নালাগিব। যি এই নিষেধাজ্ঞা লংঘন কৰিব; তাৰ মৃতদেহো অস্পৰ্শিত হৈ পৰি থাকিব; (বস্তুতঃ হেমচন্দ্ৰ বৰুৱা আৰু আনন্দৰাম ঢেকীয়াল ফুকনৰ তেনে দশাই ঘটিছিল)।(৬২) অথবা আমাৰ আৰ.চি. বেঞ্জামিনৰ দৰে আন ধৰ্মলৈ ধৰ্মান্তৰিত হোৱাৰ বাহিৰে তেওঁলোকৰ কোনো বিকল্প নাথাকিব।

সেয়েহে অসমীয়াৰ স্বাধীন, জাতীয় ব্যৱসায়-বাণিজ্যৰ সপোন ভোলানাথ, লক্ষ্মীনাথ আৰু আৰ.চি. বেঞ্জামিনৰ সৈতেই অসমৰ মাটিত নহয়, যথাক্ৰমে কলকাতা, চম্বলপুৰ আৰু মুম্বাইৰ মাটিত সমাধিস্থ হ'ল।

## অসমীয়াই য'ত ভৰি দিবলৈ ভয় কৰে ......

ব্যৱসায়-বাণিজ্যত অসমীয়াৰ এই চৰম বিফলতাৰ এই পৰিঘটনাৰ বিপৰীতে মাৰোৱাৰী ব্যৱসায়ীসকলে বিপুল সাফল্যৰ কাহিনী ৰচিছিল। অসমীয়াই ভৰি দিবলৈ ভয় পোৱা ঠাইতে সিবিলাকে দপ্‌দপাই ফুৰিছিল। **A Statistical Account of Assam** অৰ পাত লুটিয়ালেও এই কথা স্পষ্ট হৈ পৰিব যে ১৮৭০ চনৰো আগতেই অসমত মাৰোৱাৰী সুদখোৰ আৰু বেপেৰুৱা পুঁজিৰ গভীৰ অণুপ্ৰবেশ ঘটিছিল। উক্ত গ্ৰন্থৰ পৰা কেইশাৰীমান আমি ইয়াত তুলি দিছোঁ ঃ

*......The trade of Kamrup is almost entirely in the hands of the Kyah or Marwari merchants and Muhammedan dealers ... the district trade (Darrang) is almost entirely, in the hands of Marwari merchants ....... Marwari traders frequently combine shopkeeping with usury, and are the principal money lenders in the district (Nowgong) ..... the Marwari merchants have nearly all the trade of the district (Sibsagar) in their hands. The Marwari merchants are the only people who can in any way be termed bankers; there is no banking establishment in the district ...... The trade of the district (Lakhimpur) is carried on almost entirely by foreigners, chiefly Marwaris or Musalman shopkeepers from Dacca ....... The local trade (of Goalpara district) is principally in the hands of Marwari merchants.*(৬৩)

ঐতিহাসিক সাক্ষ্যই দেখুৱায় যে আহোম শাসনৰ শেহৰ ফালেই মাৰোৱাৰী

---

(৬২) অসমীয়া ভাষাৰ ওজা হেমচন্দ্ৰ বৰুৱা, পৃঃ ৪৯-৫০ আৰু মাণিকচন্দ্ৰ বৰুৱা আৰু তেওঁৰ যুগ, পৃঃ ১৫-১৬। আপাতদৃষ্টিত ব্ৰাহ্মণসকলে তেওঁলোকৰ মদ্যপ চৰিত্ৰৰ বাবেহে বিৰোধিতা কৰিলেও তেওঁলোকৰ চিন্তা আৰু কৰ্মৰ প্ৰতিয়েই বিৰোধিতাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি।

(৬৩) W.W. Hunter : **A Statistical Account of Assam**, Vol-I, pp 57-60,141, 202, 262 & 383 & Vol II, p-75-83

বণিয়াবোৰে অসমত প্ৰৱেশ কৰে। বংগৰ বিখ্যাত বেংকাৰ জগৎ শেঠৰ প্ৰতিষ্ঠানটোৱে ১৭৮০ চনৰ পৰাই অসমৰ লগত বেহা-বেপাৰ কৰি আহিছিল। ১৮১০ চনৰ আগতেই ই গোৱালপাৰা, যোগীঘোপা আৰু গুৱাহাটীত ব্যৱসায় খুলিছিল। উক্ত ঠাইসমূহত সক্ৰিয় আন মাৰোৱাৰী ব্যৱসায়ীবৃন্দৰো জগৎ শেঠৰ সৈতে ব্যাপক বাণিজ্যিক সম্পৰ্ক আছিল। তথাপিও অসমলৈ ব্যাপক আকাৰত মাৰোৱাৰী আহিবলৈ ধৰে ব্ৰিটিছে চাহ-বাগিছা স্থাপন কৰা, আৰু বাংলাভাষী মুছলমান তথা ঝাড়খণ্ডী আদিবাসীৰ ব্যাপক প্ৰব্ৰজন ঘটাৰ পাছতহে।(৬৪)

**Assam Administrative Report** - ত কোৱা হৈছিল যে য'তেই টকা ঘটাৰ সুৰুঙা ওলায়, ত'তেই মাৰোৱাৰী উবুৰিখাই পৰেগৈ। তেওঁলোকে অঞ্চলটোৰ কেৱল চহকী-গাঁওকিখনতে ঘাটি নেপাতে। তেওঁলোকে জংগলৰ মাজৰ পাহৰলৈ যোৱা বাটৰ কাষতো গোলা খোলে - সেই বাটেৰে পাহাৰৰ পৰা অহা-যোৱা কৰা জনজাতিসকলৰ তেওঁলোকেই এককভাৱে ব্যৱসায় কৰে।

অসমলৈ অহা মুৰ্চিদাবাদী ব্যৱসায় প্ৰতিষ্ঠান কিটাৰ ভিতৰত সবাতোকৈ গুৰুত্বপূৰ্ণ বোধহয় আছিল মহাসিংৰাই মেঘৰাজ বাহাদুৰ। মহাসিঙৰ গোৱালপাৰা গোলাত ঘাইকৈ শইচ আৰু কানিৰ বেহা কৰা হৈছিল। ব্ৰিটিছে অচিৰেই তেওঁক সমগ্ৰ অসমৰ কানি ক্ৰয়ৰ একচেতিয়া ব্যৱসায় 'লীজ'ত যাচিলে। কানিৰ পৰা চাহ হৈ  ৰাজ্যখনৰ ৮২ খন ঠাইত শাখা থকা বেংক খোলালৈ বেছিপৰ নালাগিল। একেদৰে ৰাজস্থানৰ জয়পুৰৰ এক মাৰোৱাৰীৰ পুত্ৰ হৰিবিলাস আগৰৱালাৰ সাফল্যও আছিল একেবাৰে চকুচাঁত মৰা ধৰণৰ। তেওঁৰ ধূমকেতু সদৃশ উত্থানৰ আঁৰত আছিল চুবুৰীয়া ডফলা আৰু ভূটীয়াসকলৰ লগত চৰমভাৱে অ-সমান চৰ্তত কৰা বিনিময় পদ্ধতিৰ ব্যৱসায়। হৰিবিলাস আছিল এজন কানি-বেপাৰী আৰু সেয়ে জনজাতি সকলৰ পৰা কানিৰ সলনি ৰবৰ সলাই লৈ শীঘ্ৰেই কোটিপতি হৈছিল। পাছত তেওঁ চাহ, বেংকিং, মৰাপাট, মাইকা, কয়লা আদিৰ ব্যৱসায়তো হাত দিয়ে। কেবাখনো অসমীয়া ধৰ্মীয় গ্ৰন্থৰ প্ৰকাশক হৰিবিলাসে অসমীয়া সামাজিক- সাংস্কৃতিক জীৱনত অৱগাহন কৰি অসমৰ মাটিতে শিপা মেলিছিল। কিন্তু আনকি তেওঁৰ দৰে ব্যক্তিৰ ক্ষেত্ৰতো ব্ৰিটিছৰ প্ৰতি আনুগত্য/সহযোগ যথেষ্ট নহ'ল। সাম্ৰাজ্যবাদী চৰ্দাৰহঁতে আৰু কাম বিচাৰিলে। বিভিন্ন অজুহাতত হৰিবিলাসৰ বিৰুদ্ধে গোচৰ তৰা হ'ল। তেওঁক গ্ৰেপ্তাৰ কৰা হ'ল, ৫০,০০০ টকা জৰিমনা ভৰিবলৈ বাধ্য কৰা হ'ল। এইবোৰ ঘটনাৰ পৰা শিক্ষা লৈ হৰিবিলাসে এহাতে এজন ব্ৰিটিছ চাহাবক নিজৰ লোভনীয় ৰবৰ ব্যৱসায়ৰ অংশীদাৰ কৰি ল'লে আৰু আনখন হাতেৰে কংগ্ৰেছৰ লগতো সনাপিতিকা কৰিবলৈ ধৰিলে।(৬৫)

কিন্তু সাধাৰণতঃ মাৰোৱাৰীসকল স্বাধীনতা সংগ্ৰামৰ পৰা আঁতৰি থাকিছিল। স্বদেশী আন্দোলনৰ প্ৰতিও তেওঁলোকৰ উৎসাহ প্ৰায় নাছিলেই। স্বাধীনতা আন্দোলনৰ বিজয় যেতিয়া অনিবাৰ্য হৈ পৰিল, কেৱল তেতিয়াহে তেওঁলোক সেই ফালে ঢাল খালে। অন্যথা তেওঁলোক

---

(৬৪) **Assamese Businessmen**, p-33

(৬৫) Thomas. A Timberg : **The Marwaris**, p-197 & Bibekananda Agarwala, **The Agarwala Family of Tezpur**, pp-30-39 আৰু চাওক হৰিবিলাস আগৰৱালা ডাঙৰীয়াৰ আত্মজীৱনী

আছিল ব্ৰিটিছৰ কেৱল বিশ্বাসী স্থানীয় সহযোগীয়েই নহয়, চিপাহী বিদ্ৰোহৰ সময়ৰ পৰা নিয়মিত বিত্তদাতাও।

কিন্তু ব্যৱসায়ৰ প্ৰশ্নলৈ ঘূৰি আহিলে দেখা পাম যে মাৰোৱাৰীসকলৰ ব্যৱসায় পদ্ধতি এনেধৰণৰ আছিলঃ বিক্ৰীবাৰ্তাৰ উপৰিও তেওঁলোকে সূদলৈ ধন ধাৰে দিছিল। কৃষক আৰু কাৰিকৰসকলক দিয়া সেই ধাৰৰ বিপৰীতে পাছত তেওঁলোকৰ পৰা আধামূলীকৈ শইচ বা উৎপাদিত সামগ্ৰী আদায় কৰি লোৱা হৈছিল। বহুসময়ত প্ৰাথমিক উৎপাদকসকলক ধনৰ সলনি কানিহে আদায় দিয়া হৈছিল।

মিলচ্ চাহাবৰ প্ৰতিবেদনেও এই কথা নিশ্চিত কৰিছে ঃ

*For those experienced traders have usually taken advantage of the necessties of our ryots, and made them advances at an almost incredible interest for impossible returns and then ruined the defaulters in civil courts. This system arose very generally out of advaces of opium for crops.* (৬৬)

অৱশ্যে অসমত মাৰোৱাৰী বণিয়াৰ অনুপ্ৰৱেশৰ প্ৰভাৱ কেৱল কৃষক আৰু কাৰিকৰৰ ওপৰত সিবিলাকৰ নিয়ন্ত্ৰণৰ পৰাই পৰিমাপ কৰিব নোৱাৰি। বৰং চাহবাগিছাহে আছিল মাৰোৱাৰীৰ প্ৰধান কাৰ্যক্ষেত্ৰ। তেওঁলোকে তাত একেসময়তে টকা বদলি কৰোঁতা, বেংকাৰ, বাগিছাৰ মেনেজাৰৰ এজেন্ট আৰু হুণ্ডিৱালাৰ কাম কৰিছিল। কুৰিশতিকাৰ আগভাগৰ ভিতৰত অসমৰ দুই বৃহত্তম জনতা, চাহবাগিছাৰ ঝাড়খণ্ডী আদিবাসীসকল আৰু চৰ-চাপৰিৰ অভিবাসী মুছলমানসকল মাৰোৱাৰী ব্যৱসায়ীৰ খপ্পৰত পৰিছিল। অসমীয়া জাতিগঠন প্ৰক্ৰিয়া খায়েই নে কাণতে পিন্ধি সেই সম্পৰ্কে সমুলি উদাসীন মাৰোৱাৰী বণিয়াৰ এনে বৰ্বৰ শোষণে অসমীয়া ব্যৱসায়ী শ্ৰেণী এটাৰ অভাৱ আৰু বেছি অনুভূত কৰি তুলিছিল।

এনে নিৰ্মম শোষণৰ প্ৰতি ৰাইজৰ প্ৰতিক্ৰিয়া মাজে মাজে মাৰোৱাৰী-বিৰোধী দাংগা হাংগামাৰ ৰূপত বিস্ফোৰিত হ'বলৈ ধৰে। আনকি উনৈশ শতিকাৰ শেহৰ ফালৰ ৰাইজমেল বিলাকতো মাৰোৱাৰী শোষণে বহু পৰিমাণে বন্দুকৰ ঘোৰা টিপাৰ কাম কৰিছিল। কৃষকসকলে এনে ৰাইজমেলবিলাকত তেওঁলোকৰ ওপৰত ক্ৰমবৰ্দ্ধমান অৰ্থনৈতিক হেঁচাৰ বিষয়ে আলোচনা কৰিছিল। চৰকাৰ-নিয়ন্ত্ৰণাধীন অথচ মাৰোৱাৰী বণিয়াৰ একচেতিয়া ব্যৱসায়ৰ সামগ্ৰী কানি অতিপাত দামত কিনিবলৈ গৈ ইতিমধ্যেই অসমীয়া খেতিয়ক সৰ্বস্বান্ত হ'ব লগা হৈছিল। ইফালে মাটিৰ খাজনা আদায়ৰ বাবে সেই মাৰোৱাৰী মহাজনৰ পৰাই নগদ ধন ধাৰে ল'বলগা হৈছিল, যি ধন শোধাবলৈ তেওঁলোকে নিজৰ শইচকে আগতীয়াকৈ, আধামূলীকৈ মাৰোৱাৰীৰ হাতত সঁপিব লগা হৈছিল। ভূতৰ ওপৰত দানহৰ দৰে মাটিৰ খাজনা আৰু বাঢ়িলত ৰাইজখন সূদখোৰ মাৰোৱাৰী মহাজনৰ আৰু বেছি গৰাহত সোমাবলগীয়া হ'ল। তেনেকৈয়ে তেওঁলোকে ত্বৰান্বিত শোষণৰ কূটিল চক্ৰত বান্ধ খাইছিল, তাৰ সঁৰাহৰ পৰা ওলাই আহিবৰ বাবে অচিৰেই কৃষকে বিদ্ৰোহ ঘোষণা কৰিলে। সেই বিদ্ৰোহৰ বৰ্শামুখ

(৬৬) Report on the province of Assam, pp- 59-60

নিৰ্দেশিত হ'ল কেৱল ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধেই নহয়, মাৰোৱাৰী মহাজনৰ বিৰুদ্ধেও।[৬৭]

১৯২০ চনত উজনি অসমৰ কেইখনো চাহবাগিছাৰে ধৰ্মঘটী শ্ৰমিকসকলে তিনিখন মাৰোৱাৰী দোকান লুট কৰিছিল।[৬৮] পাছৰ বছৰত শিৱসাগৰৰ চাহ বাগিছাবোৰত পুনৰ গণ্ডগোল লাগিল। ব্ৰিটিছ আৰু মাৰোৱাৰী দুয়ো গোষ্ঠীয়েই চাহ শ্ৰমিকৰ বিক্ষোভৰ লক্ষ্যবস্তু হ'ল। তাৰ পাছত পুনৰ ১৯৪২-৪৩ চনত আৰু এলানি বণিয়া বিৰোধী বিক্ষোভৰ বিস্ফোৰণ ঘটিল। এইলানি বিক্ষোভৰ চালিকা-শক্তি হ'ল নামনি অসমৰ বড়ো-কছাৰী সকল। তাক দমন কৰিবলৈ যাওঁতে পুলিচৰ গুলিত শ্বহীদী বৰণ কৰিলে দেওবৰ বড়ো নামৰ এজন বড়ো জনজাতীয় ব্যক্তিয়ে।[৬৯]

এই ঘটনাপ্ৰবাহৰ পৰা উদ্ভূত এটা প্ৰশ্ন হ'ল, উৎপাদক আৰু উপভোক্তাৰ মাজত মধ্যস্থতাকাৰী এটা খিলঞ্জীয়া ব্যৱসায়ী শ্ৰেণী থকা হ'লে এনে ব্যৱসায়ী-বিৰোধী বিক্ষোভ নঘটিলেহেঁতেন নেকি। কাৰণ জাতীয় অৰ্থনৈতিক বিকাশত আগ্ৰহী তেনে কোনো স্থানীয় শ্ৰেণী থকা হ'লে কথাবোৰ বহু বেলেগ হ'ব পাৰিলেহেঁতেন। কিন্তু সেইবোৰতো হ'ল জল্পনা-কল্পনাৰ কথা, সপোনৰ কথা।

কিন্তু বাস্তৱৰ চিত্ৰায়ন অসম্পূৰ্ণ হৈ ৰ'ব যদিহে আমি তেজপুৰৰ আগৰৱালা পৰিয়ালৰ দৰে সন্মানজনক ব্যতিক্ৰমবোৰৰ কথা উল্লেখ নকৰোঁ। অসমীয়া কিতাপৰ প্ৰকাশক হিচাপে হৰিবিলাস আগৰৱালা, সাহিত্যিক হিচাপে আনন্দচন্দ্ৰ আগৰৱালা (অসম সাহিত্য সভাৰো সভাপতি) আৰু চন্দ্ৰকুমাৰ আগৰৱালা (জোনাকীৰ সম্পাদক, অসমীয়াৰ প্ৰকাশক) আদিৰ কৃতিত্ব তথা অৱদান অনস্বীকাৰ্য। আনহাতে জ্যোতিপ্ৰসাদৰ লিউনাৰ্ড'দা-ভিঞ্চি সুলভ অৱদানে তেওঁক আধুনিক অসমৰ এজন অন্যতম মহত্তম অসমীয়াৰ অভীধাৰে বিভূষিত হোৱাৰ যোগ্য কৰি তুলিছে। (তেওঁৰ বিষয়ে আমি এই অধ্যায়তে অধিক আলোচনা আগবঢ়াম)।

এই সন্মানজনক ব্যতিক্ৰমবোৰৰ সত্ত্বেও এটা মৌলিক প্ৰশ্ন অনুত্তৰিত থাকি যায়। সেয়া হ'ল ভাৰতৰ পশ্চিমতম প্ৰান্তৰ পৰা অহা মাৰোৱাৰীসকলে ইয়াত কেনেকৈ এক ঐতিহাসিক দায়িত্ব সমাপন কৰিলে, যিটো স্থানীয় কোনো শ্ৰেণী বা সম্প্ৰদায়ে কৰিব নোৱাৰিলে? ইয়াৰ উত্তৰটো বোধ হয় কেতবোৰ ভৌগলিক তথা সমাজতাত্ত্বিক কাৰকত নিহিত হৈ আছে।

থমাচ এ. টিমবাৰ্গ নামৰ এজন গৱেষকে আঙুলিয়াই দিছে যে যৌথ পৰিয়াল ব্যৱস্থা, সম্প্ৰদায়টোৰ সমূহীয়া বেংক বা পুঁজি আদিয়ে ভাৰতত গুজৰাটী আৰু মাৰোৱাৰী বণিয়া সম্প্ৰদায়সমূহৰ বিকাশৰ প্ৰতি বৰঙণি যোগাইছিল।[৭০] তেওঁ আৰু দেখুৱাইছে যে গুজৰাটী আৰু মাৰোৱাৰী সমাজে বাঙালী সমাজৰ তুলনাত ব্যৱসায় আৰু ব্যৱসায়ীসকলক অধিক উচ্চ আসন দিয়ে।[৭১] এইক্ষেত্ৰত বাঙালী-অসমীয়াৰ স্থিতি একেধৰণৰে।

---

(৬৭) Planter Raj to Swaraj, pp-51-2

(৬৮) Ibid, pp-133

(৬৯) Ibid

(৭০) The Marwaris : From Traders to Industrialists, pp- 5-6

(৭১) Ibid, p-9

কিন্তু এইক্ষেত্ৰত ইয়াতকৈ গভীৰ এটা প্ৰশ্ন জড়িত থকাবো সম্ভাৱনা আছে। ভাবাদৰ্শগত দাৰ্শনিক প্ৰসংগবোৰৰ অৰ্থনৈতিক দিশটোও ইয়াত জড়িত হৈ থাকিব পাৰে। মেক্স বেবাৰেই এই কথা প্ৰথমতে আঙুলিয়াই দিছিল যে ইংলেণ্ড আৰু আমেৰিকাৰ প্ৰথম অতি সফল উদ্যোগী সকলৰ অধিকাংশই আছিল ধৰ্মীয়ভাবে কেলভিনিজম আৰু আনাবেপ্টিজমৰ দৰে প্ৰটেষ্টান্ট ধৰ্মীয় ধাৰাৰে অনুগামী। এই ধৰ্মীয় পন্থাবোৰ আছিল নীতিৰ ক্ষেত্ৰত অতিশয় কঠোৰ অনুশাসনবাদী। সিবিলাকে নিজৰ অনুগামীসকলক নিজৰ শ্ৰমৰ ফল ইন্দ্ৰিয়গ্ৰাহ্য ধৰণেৰে উপভোগ কৰাত সফল ভাৱে বাধানিষেধ আৰোপ কৰিছিল। চমুকৈ ক'বলৈ গ'লে কেলভিনিষ্ট, মেথডিষ্ট, কোৱাকাৰ আৰু আন ৰেডিকেল প্ৰটেষ্টান্ট/পিউৰিটান পন্থী লোকসকলেই ব্যৱসায়ত অধিক সফল হৈছিল। তেওঁৰ **Protestant Ethics and the Rise of Capitalism** নামৰ গ্ৰন্থত বেবাৰে যুক্তি দৰ্শাইছিল যে প্ৰটেষ্টান্ট ... কেলভিনিজমে সেই ধাৰণাবোৰ সৃষ্টিত প্ৰত্যক্ষভাৱে বৰঙণি যোগাইছিল, যিবোৰে আকৌ আধুনিক ইউৰোপীয় ব্যৱসায় আৰু উদ্যোগৰ বাট কাটিছিল।[৭২] এইখিনিতে উল্লেখযোগ্য যে ভাৰততো জৈন আৰু পাৰ্চীৰ দৰে কঠোৰ অনুশাসনক ধৰ্মীয় পন্থাৰ অনুগামীসকলেহে ধৰ্মমুক্ত বস্তুবাদীসকলকো চেৰাই ব্যৱসায়ত সফল হ'ব পাৰিছিল।

বেবাৰেও যুক্তি দেখুৱাইছে যে জৈন তথা বল্লভাচাৰ্য-পন্থী বৈষ্ণববাদৰ অনুগামী গুজৰাটী আৰু মাৰোৱাৰী ব্যৱসায়ীসকলেহে ব্যৱসায়ত বেচ সফলতা আৰ্জিছিল। এই ধৰ্মীয় পন্থাবোৰে এক অৰ্ন্তমুখী অনুশাসনবদ্ধতাত বিশ্বাসী। বেবাৰৰ ভাষাত,

*The compulsory savings of asceticism familiar from the ecomonic history of puritanism worked also among them, the Jains, towards the use of accumulated possessions, as investment of capital rather than as a fund or consumption or rent.*[৭৩]

আমাৰ ধাৰণামতে অৱশ্যে এয়া সদায়েই আছিল এক দ্বান্দ্বিক প্ৰক্ৰিয়া। ধৰ্মীয়-দাৰ্শনিক আন্দোলনবোৰে বিষয়ীগত শক্তিসমূহক বাস্তৱৰ ওপৰত ক্ৰিয়া কৰিবৰ বাবে উদ্বুদ্ধ বা মুক্ত কৰে, আকৌ একেসময়তে তাৰ ওলোটাটোও ঘটে, অৰ্থাৎ বস্তুজগতেও বিষয়ীগত শক্তিসমূহৰ ওপৰত নিৰন্তৰ ক্ৰিয়া কৰে।

উদাহৰণস্বৰূপে কে'বাটা আন্তৰ্জাতিক বাণিজ্যপথৰ মিলনবিন্দুত মাৰোৱাৰ/ৰাজস্থানৰ অৱস্থান, বাণিজ্যৰ লগত মাৰোৱাৰীসকলৰ ঐতিহাসিক সম্পৰ্ক আৰু তেওঁলোকৰ সামাজিক গাঁথনি আছিল এনে কেতবোৰ বস্তুগত কাৰক, যিবিলাকে উক্ত জৈন/বল্লভাচাৰ্যবাদী বিষয়ীনিষ্ঠ ধৰ্মীয় দৰ্শনক নিষিক্ত কৰিছিল।

দুৰ্ভাগ্যক্ৰমে অসমত শংকৰদেৱৰ বৈষ্ণৱবাদে এনে কোনো সদৃশ সামাজিক ৰূপান্তৰণৰ সূচনা কৰিব নোৱাৰিলে। এফালেদি বৃহৎ সত্ৰকিখনে কেৱলীয়া ঔদাসীন্যৰ পোষকতা কৰি পাৰ্থিৱ বিষয়সমূহৰ পৰা আঁতৰি থকাৰ কথা ক'লে, আনফালে সিবিলাকে হৈ

(৭২) Max Weber **Protestant Ethics and the Rise of Capitalism as quoted in The Marwaris**, p-32

(৭৩) Ibid, p-33

পৰিল বিপুল বিভূতি-বৈভৱৰ কেন্দ্ৰ। সত্ৰাধিকাৰসকলৰ 'অভিষেক', শ্ৰাদ্ধ আদি অনুষ্ঠান কেনেকৈ অমিতব্যয়ী অপচয়ৰ অজুহাত হৈ উঠিল সেয়া আমি এই গ্ৰন্থৰ সত্ৰ অধ্যায়তে দেখুৱাই আহিছোঁ।

ব্যৱসায়-বাণিজ্য দূৰৰে কথা অসমীয়া সত্ৰসমূহে শাৰীৰিক আৰু উৎপাদনশীল শ্ৰমকো পদ্ধতিগত ভাৱে উৎসাহিত কৰা নাছিল। বৰপেটা সত্ৰৰ 'হাটীয়াৰ পুঁজি' আদি এইক্ষেত্ৰত আজিৰ তাৰিখলৈকে ইতিবাচক ব্যতিক্ৰম হৈ ৰ'ল। প্ৰকৃততে সত্ৰৰ ভকতসকলৰ মাজত শাৰীৰিক শ্ৰমৰ প্ৰতি অনীহা ইমান প্ৰবল আছিল অথচ সত্ৰত আশ্ৰয় লোৱা এনে এলেহুৱা কেলেহুৱা কেলপনীয়াবোৰৰ হতুৱায়ে আহোম ৰজাই বিখ্যাত খোদৰ আলি বন্ধাইছিল।

সেয়েহে জাতি নিৰ্মাতা স্বপ্নদ্ৰষ্টা সকলৰ কল্পনাৰ বিপৰীতে কোনো জাতীয় ব্যৱসায়, জাতীয় উদ্যোগৰ সম্ভাৱনা পৰিলক্ষিত নহ'ল। আৰম্ভণিৰে পৰা জাতিটোৰ বিকাশ অৰ্থনৈতিক ভাৱে পঙ্গু হোৱা লাগি ৰ'ল কাৰণ অসমীয়াসকল বিদেশী সাম্ৰাজ্যবাদী অথবা হিন্দীভাষী ভাৰতীয় (বহতীয়া) বুৰ্জোৱাজিৰ ওপৰত নিৰ্ভৰশীল, অথবা সিবিলাকৰ কনিষ্ঠ অংশীদাৰহে আছিল।

উদ্যোগ আৰু ব্যৱসায়ৰ আহল-বহল দুৱাৰ দুখন বন্ধ হোৱাৰ পাছত অৰ্থনৈতিক ক্ষেত্ৰত চৰকাৰী চাকৰি আৰু মাটিৰ মালিকানাৰ ঠেক দুৱাৰকিখনহে কানি-দুৱৰীকৈ খোলা ৰ'ল। আমি ইয়াত কেৱল চৰকাৰী চাকৰিৰ কথাহে উল্লেখ কৰিছোঁ কাৰণ অসমত বে-চৰকাৰী চাকৰিৰ সংখ্যাই অতি কম আছিল। (এনে চাকৰিৰ বেছি ভাগেই আছিল চাহ-বাগিচাত, যাৰ বিষয়ে আমি ইতিমধ্যে আলোচনা কৰিছোঁৱেই।)

অসমীয়া মধ্যশ্ৰেণীৰ জন্ম তুলনামূলকভাৱে শেহতীয়া; ইয়াৰ চুবুৰীয়া বাঙালী মধ্যশ্ৰেণীতকৈ প্ৰায় একশতিকা পাছতহে ইয়াৰ উদ্ভৱ ঘটে। ইতিমধ্যে বাঙালী মধ্যশ্ৰেণীয়ে পশ্চিমীয়া শিক্ষা আত্মস্থ কৰিছে আৰু ব্ৰিটিছে তাক লাহোৰৰ পৰা শদিয়ালৈকে ব্যাপ্ত প্ৰশাসনৰ (তলৰ খাপবোৰ) চলোৱাৰ দায়িত্ব অৰ্পণ কৰিছিল, অসমীয়া মধ্যস্তৰটো অৱশেষত যেতিয়া মধ্যশ্ৰেণীত পৰিণত হ'ল, তেতিয়া ই সখেদে আৱিস্কাৰ কৰিলে যে ইয়াৰ বাবে চাকৰি বাকৰি বুলিবলৈ বিশেষ একো বাকী নাই। থকা চাকৰিবোৰত বাঙালীসকলৰে একচেতিয়া ৰাজত্ব। ফলত বাঙালী-অসমীয়াৰ মাজত চিৰস্থায়ী বিৰোধৰ জন্ম হ'ল; প্ৰতিটো চাকৰিৰ বাবে আৰম্ভ হ'ল প্ৰতিযোগিতা। দৰাচলতে জাতীয় সংগঠনসমূহে খচৰা কৰা প্ৰতিখন স্মাৰকপত্ৰৰ অন্যতম প্ৰধান বিষয় আছিল চাকৰি। কাকত-আলোচনীবোৰৰো অন্যতম চৰ্চাৰ বিষয় আছিল চাকৰি। জাতি-নিৰ্মাতাসকলৰ বাবেও চাকৰিয়েই আছিল কৃতিত্বৰ পৰাকাষ্ঠা।

১৯০৯ চনৰ ২২ ফেব্ৰুৱাৰী তাৰিখে কনষ্টিটুৱেন্ট এচেম্বলীত প্ৰদত্ত মাণিকচন্দ্ৰ বৰুৱাৰ প্ৰথম ভাষণতো চাকৰিৰ বাবে অসমীয়াৰ এই উদ্বিগ্নতা ফুটি উঠিছিল। তেওঁ সেইদিনা প্ৰশ্ন কৰিছিল, চৰকাৰে জানেনে যে প্ৰাদেশিক সেৱাৰ মুঠ ২০৫ টা চাকৰিৰ ভিতৰত ২৪ টাহে অসমৰ (পাহাৰীয়া এলেকাবোৰকে ধৰি) বাবে আছে, আৰু তাৰে ১২ টাহে অসমীয়া মানুহে পাইছে।[৭৪]

---

(৭৪) মাণিক চন্দ্ৰ বৰুৱা, পৃঃ ৬৮

ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে দেখুৱাইছে কেনেকৈ অসমীয়া যুৱকৰ বাবে চাকৰিৰ প্ৰশ্নটোৱে মাণিকচন্দ্ৰৰ মনত সদায়েই জৰুৰী গুৰুত্ব লাভ কৰিছিল। ১৯১১ চনৰ ৪ এপ্ৰিলত দিয়া ভাষণতো মাণিকচন্দ্ৰই সহ-পৰিদৰ্শক তথা উপ-পৰিদৰ্শকৰ পদবোৰ অসমীয়া প্ৰাৰ্থীৰে পূৰণ কৰা বাবে জনৈক শ্বাৰ্প চাহাবক ধন্যবাদ দিছিল। তেওঁ নিশ্চিত আছিল যে চাহাবজনে চৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষকৰূপে কেৱল অসমীয়া স্নাতককে নিযুক্তি দিব। তেতিয়ালৈকে মাহে ১০০ টকাৰ অধিক বেতন পোৱা ৩০ টা নিযুক্তিৰ ভিতৰত ১২ টাহে অসমীয়াৰ ভাগত পৰিছিল। মাহে ৫০.০০-১০০.০০ টকীয়া চাকৰিৰ মুঠ ১৭৬ টাৰ ভিতৰত ৯৮ টা অসমীয়াই পাইছিল। আনহাতে মাহে ৫০.০০ টকাতকৈ কম হোৱাৰ চাকৰিৰ মুঠ ৪৬৩ টাৰ ভিতৰত অসমীয়াই ৩২৯ টা পাইছিল।[৭৫]

চাকৰিক কেন্দ্ৰ কৰি উদ্ভূত এই ভাৰপীড়াই অসম সাহিত্য সভাৰ সভাপতি (তথা জিলা উপায়ুক্ত তথা চাহ-মালিক) বেণুধৰ ৰাজখোৱাক এক অদ্ভুত প্ৰস্তাৱ কৰিবলৈ উদগাইছিল। তেওঁ অসম উপত্যকাৰ সকলো বাঙালী প্ৰধান শিক্ষকক আঁতৰাই ইউৰোপীয় প্ৰধান শিক্ষক দিবলৈ কৈছিল। মাণিক চন্দ্ৰ বৰুৱাই অৱশ্যে তেওঁৰ ভুল আঙুলিয়াই দিছিল।[৭৬]

জীৱন-জীৱিকাৰ এটা উপায় হোৱাৰ উপৰিও চাকৰিৰ আন প্ৰলোভনো আছিল। সেয়া আছিল ৰাজকোষ লুণ্ঠনৰ প্ৰলোভন। মধ্যশ্ৰেণীৰ বহু চাকৰিয়াল ৰাজকোষৰ ধন আত্মসাৎ কৰিয়েই লোদোৰপোদোৰ হৈছিল। সেয়েহে এই শ্ৰেণীটো নিজৰ অস্তিত্ব আৰু বিকাশৰ বাবে ৰাষ্ট্ৰৰ ওপৰত পৰম নিৰ্ভৰশীল আছিল। সঁচা কথা ক'বলৈ গলে মধ্যশ্ৰেণীৰ চাকৰিয়ালসকলৰ সৰহসংখ্যকেই চৰকী আছিল। গুণাভিৰাম বৰুৱাই মৃত্যুৰ সময়ত ৫০,০০০ টকাৰ সম্পত্তি থৈ গৈছিল। নিজৰ পুত্ৰ জ্ঞানদাভিৰামৰ উপৰিও আনন্দৰাম ঢেকীয়াল ফুকনৰ পুত্ৰকো তেওঁ ইংলেণ্ডত পঢ়াইছিল।[৭৭]

চিভিলিয়ান আনন্দৰাম বৰুৱা 'বি এ, আই চি এচ, বেৰিষ্টাৰ এট ল', সংস্কৃত পণ্ডিতেও মৃত্যুৰ সময়ত বিপুল বৈভৱ এৰি যায়। নিজে কেইবাবছৰ ইংলেণ্ডত থাকি অহাৰ উপৰিও আনন্দৰামে নিজৰ ভায়েকক ইউৰোপলৈ পঠায়; সিজন ফ্ৰান্সত থাকোঁতে মৃত্যুৰ মুখত পৰে, বৰুৱাই মঙলদৈৰ কালাইগাঁও চাহ বাগিছাখন কিনি লোৱাৰ ইচ্ছা প্ৰকাশ কৰিছিল। যদিও নগদ ৪৫,০০০ টকা আৰু এখন বিশাল পামঘৰতেই এৰি থৈ যায়, প্ৰকৃততে সেয়া তেওঁৰ বিশাল সম্পত্তিৰ এটা সৰু অংশহে আছিল বুলি অনুমান কৰা হয়।[৭৮]

যদিও আনন্দৰাম (ঢেকীয়াল ফুকন আৰু বৰুৱা) দুয়োজনেই উচ্চপদস্থ চৰকাৰী বিষয়া আছিল, তথাপি তেওঁলোকৰ ভূস্বামী-স্বাৰ্থ স্পষ্ট আছিল। এসময়ত নিজেই কেইবাখনো জমিদাৰী খাটৰ মালিকানা[৭৯] কৰা আনন্দৰাম ঢেকীয়াল ফুকনে বিজনীৰ ৰজাৰ প্ৰতিও সেৱা

---

(৭৫) মাণিক চন্দ্ৰ বৰুৱা,পৃঃ ৭১
(৭৬) ঐ, পৃঃ ৪০
(৭৭) জীৱনী সংগ্ৰহ, পৃঃ ২৮-৩৩
(৭৮) সূৰ্য কুমাৰ ভূঞা ঃ আনন্দৰাম বৰুৱাৰ জীৱনী সংগ্ৰহ, পৃঃ ৪৫
(৭৯) আনন্দৰাম ঢেকীয়াল ফুকনৰ জীৱনী চৰিত্ৰ, পৃঃ ৪১

আগবঢ়াইছিল; অথচ বিজনীৰ প্ৰজাই সেই অত্যাচাৰী-জমিদাৰী ব্যৱস্থাৰ বিপক্ষে সততে প্ৰতিবাদ কৰিছিল।[৮০] আনজন আনন্দৰামৰ পামঘৰৰ মালিকানাৰ পৰা আৰম্ভ কৰি, চাহবাগিছা কিনাৰ আকাংক্ষালৈকে আমি উনুকিয়াই আহিছোঁ। সেয়া কোনো ব্যক্তিৰ আকাংক্ষা মাত্ৰ নাছিল; আছিল এটা শ্ৰেণীৰেই আকাংক্ষা।

অৱশ্যে সকলোৱেই আনন্দৰাম দুজনৰ সমানে ভাগ্যবান নাছিল। কিন্তু নিম্নমধ্যবিত্তৰ আকাংক্ষ্যাও ইয়াতকৈ মৌলিকভাৱে পৃথক নাছিল। ড. প্ৰফুল্ল মহন্তই দেখুৱাইছে যে বহু চৰকাৰী চাকৰিয়ালৰে বুজন পৰিমাণৰ মাটি সম্পত্তি আছিল। নীতিসম্মত অথবা নীতিবহিৰ্ভূত যিকোনো বাটেৰে হোৱা তেওঁলোকৰ উপাৰ্জন বিনিয়োগ কৰা হৈছিল দুখীয়া খেতিয়কৰ পৰা (যাৰ বহুতেই আছিল জনজাতীয় কৃষক) আধামূলীকৈ মাটি কিনি লোৱাত।[৮১] ড° হীৰেন গোঁহায়ে তাতোকৈ বেছি অকাট্য ভাৱে দেখুৱাইছে যে গুৱাহাটী আৰু আন নগৰবোৰত বাস কৰা প্ৰায় প্ৰতিজন বাবুৱেই অসমীয়া খেতিয়কক ঠগি মাটি লৈছিল। তেওঁ অভিযোগ কৰিছিল যে মৌজাদাৰ, ভূমি বন্দবস্তি বিষয়া, পুলিচ দাৰোগা আৰু উচ্চ পদবীধাৰী অসমীয়া বিষয়া বৃন্দই মিলি সৰল, সহজ জনজাতি খেতিয়কক সৰ্বস্বান্ত কৰিছিল। ড. গোঁহায়ে সেয়ে এই সিদ্ধান্তত উপনীত হৈছিল যে মাটিয়েই অসমীয়া মধ্যশ্ৰেণীয়ে কল্পনা কৰিব পৰা অৰ্থনৈতিক সুৰক্ষাৰ একমাত্ৰ নিশ্চয়তাৰ উৎস আছিল।[৮২] ইয়াৰ লগতে যোগ দিবলৈ মন যায় যে এটা বা দুটা ভাৰাঘৰ সজাটোৱেই আজিলৈকে নিম্নমধ্যবিত্তৰ অন্তিম সপোন। কথাটো যিমান বেছি হাস্যকৰ, তাতোকৈ বেছি কৰুণ।

কিন্তু সামাজিক ইতিহাস আবেগ অনুভূতিৰ দ্বাৰা পৰিচালিত নহয়। ই এক বস্তুনিষ্ঠ, নৈৰ্ব্যক্তিক বাস্তৱ যাক কেৱল কল্পনাৰে অতিক্ৰম কৰিব নোৱাৰি। এক মজবুত ভেটিত প্ৰতিষ্ঠিত শক্তিশালী জাতীয় অৰ্থনীতিৰ সম্পৰ্কে জাতি গঢ়োঁতাসকলৰ কল্পনাক এনেকৈয়ে ক্ষমতাৰ সম্পৰ্ক (Power relation)ৰ বাস্তৱে পৰাজিত কৰিছিল। তলত অসমৰ ভূমি-মালিকানা সম্পৰ্কে প্ৰদত্ত তথ্যখিনিৰ পৰাই ক্ষমতা সেই বিন্যাসৰ এখন চিত্ৰ পাব পাৰি।

স্বাধীনতাৰ উষালগ্নত অসমৰ মুঠ ১৫,০০,০০০ একৰ অৰ্থাৎ প্ৰায় ৪০,০০,০০০ বিঘা মাটি চাহ-মালিকবোৰৰ নিয়ন্ত্ৰণত আছিল (অৱশ্যে তাৰে মাত্ৰ এক তৃতীয়াংশতহে প্ৰকৃততে চাহ-খেতি হৈছিল)।[৮৩] আন এটা পৰিসংখ্যা অনুসৰি অসমৰ মুঠ আবাদী মাটিৰ এক চতুৰ্থাংশ দীৰ্ঘকাল জুৰি সত্ৰ-মন্দিৰ আদি ধৰ্মীয় অনুষ্ঠানৰ দখলত আছিল।[৮৪] এই পৰিমাণ কেতিয়াও, আনকি ব্ৰিটিছৰ জমানাতো মুঠ আবাদী মাটিৰ এক দশমাংশতকৈ কম নাছিল।[৮৫] সত্ৰ আৰু

---

(৮০) **Planter Raj to Swaraj**, p-103

(৮১) **অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস**, পৃঃ ৫২

(৮২) **বিশ্বায়তন**, পৃঃ ৩২

(৮৩) **Planter Raj to Swaraj**, p-329

(৮৪) এই তথ্য নিম্নোক্ত গ্ৰন্থসমূহৰ ওপৰত আধাৰিত ঃ

JMCosh : **Topography of Assam**, p-129

Robinson's Report, PP-281-381, SK Bhuyan : **Anglo Assamese Relations**, P. 531 as quoted in **A History of Revenue Administration in Assam** pp- 45-6

(৮৫) **A History of Revenue Administration in Assam**, p- 213

চাহ-বাগিছাৰ এই দুই মালিকানা হয়তো সম্পূৰ্ণ সমসাময়িক নাছিল, কিন্তু আমি উক্ত দুই তথ্যক যদি অসমৰ মুঠ কৃষি ভূমিৰে তুলনা কৰোঁ, তেতিয়া তাৰ অনুপাতটো বেচ বুজন হৈ ওলায়। কাৰণ ১৯৩৫-৩৬ চনত মুঠ বীজ-ৰোপিত এলেকা আছিল ৩২,৮৫,৪৭৮ বিঘা।(৮৬) চাহবাগিছা আৰু সত্ৰ/ মন্দিৰৰ দখলত থকা মাটি যোগ কৰিলে সহজেই, কমেও তাৰ আধা হ'ব। ইয়াৰ পৰাই আমি সাম্ৰাজ্যবাদ নিয়ন্ত্ৰিত চাহ উদ্যোগ আৰু সত্ৰীয়া সামন্ত প্ৰভুসকলে প্ৰত্যক্ষ ভাবে অসমীয়া সমাজ জীৱনৰ ওপৰত যি অৰ্থনৈতিক নিয়ন্ত্ৰণ উপভোগ কৰিছিল, তাৰ এটা আভাস পাব পাৰোঁ।

উক্ত যুটীৰ এনে অৰ্থনৈতিক অক্টোপাচী নিয়ন্ত্ৰণেই জাতি-নিৰ্মাতা মধ্যবিত্ত শ্ৰেণীটোৰ সংকীৰ্ণ ভিত্তিটো উদঙাই দিয়ে; জাতীয় অৰ্থনীতি গঢ়াৰ ইয়াৰ কল্পনানো থানবান হ'ল কেনেকৈ, তাকো আমি বুজি লওঁ। কাৰণ ইমান ঠেক ভেটিৰ ওপৰত কোনো মজবুত, মনোহৰ অট্টালিকা নিৰ্মাণ সম্ভৱ নহয়। মধ্যশ্ৰেণীৰ ঠেক ধাৰণাবোৰে তাক কেনেকৈ বৃহত্তৰ গণতান্ত্ৰিক দৃষ্টিভংগীৰ পৰা বঞ্চিত কৰিছিল, এটা পঁয়ালগা শ্ৰেণীয়ে কেনেকৈ নিজৰে আৰ্হিত এক পঁয়ালগা জাতিহে গঢ়িব পাৰিছিল, তাকো বুজাত অসুবিধা নহয়।

## 'জাতীয় স্বাধীনতা আৰ্জিত হওক!'

অৰ্থনৈতিক জাতীয়তাবাদৰ উচ্চপথ এনেকৈ অৱৰুদ্ধ হোৱাৰ পাছত, আৰু কাষৰীয়া গলিবোৰ বেছিভাগেই বন্ধ-গলি বুলি প্ৰমাণিত হোৱাৰ পাছত জাতি নিৰ্মাতাসকলে ৰাজনীতিৰ ৰাজ আলিয়েদি বাট বুলিবলৈ ল'লে। ৰাজনীতিৰ মানে তেওঁলোকে বুজিছিল ৰাজনৈতিক ক্ষমতা, আৰু 'জাতীয় স্বাধীনতা'ৰ জৰিয়তে তাক উপভোগ কৰিব বুলি তেওঁলোকে কল্পনা কৰিছিল। জাতি-নিৰ্মাতাসকলৰ বাবে 'জাতীয় স্বাধীনতা'ৰ দুটা ব্যঞ্জনা আছিল। প্ৰথমতঃ তেওঁলোকে ইয়াৰ দ্বাৰা ব্ৰিটিছৰ কবলৰ পৰা সমগ্ৰ ভাৰতীয় 'জাতি'ৰ স্বাধীনতা বুজিছিল। কিন্তু তাৰ বাহিৰেও তেওঁলোকৰ বাবে এই স্বাধীনতাৰ আন এক সূক্ষ্ম আবেদন আছিল। তেওঁলোকে লগতে ইয়াকো বিশ্বাস কৰিছিল যে এনে স্বাধীনতাৰ জৰিয়তে তেওঁলোকে অসমৰ ৰাষ্ট্ৰযন্ত্ৰ আৰু ৰাজনীতিৰ ওপৰত সম্পূৰ্ণ আধিপত্য চলাব পাৰিব। মন কৰিবলগীয়া যে স্বাধীনতা আন্দোলনৰ আৰম্ভণিৰ পৰা এতিয়ালৈকে এই দুই স্বতন্ত্ৰীয়া ধাৰাই ওপৰাওপৰিকৈ ক্ৰিয়া কৰি অহা দেখা যায়।

কিন্তু স্বাধীনতা আন্দোলনতো এই শ্ৰেণীটোৱে হেলাৰঙে বিজয় হাচিল কৰিব পৰা নাছিল। কাৰণ ইতিহাসৰ মঞ্চত সেইখন নাটকত ভাগ ল'বলৈ ওলাই আহিছিল আৰু বহুবোৰ শ্ৰেণী জাতিসত্তা আৰু জনগোষ্ঠী। ১৮৫৮ চনত মণিৰাম দেৱান আৰু পিয়ালি বৰুৱাৰ ফাঁচীৰ যোগেদি তথাকথিত চিপাহী বিদ্ৰোহ (প্ৰকৃততে স্বাধীনতা সংগ্ৰাম)ৰ প্ৰথম জুইকুৰা নুমাই পেলোৱা হৈছিল। ই সদ্যজাত মধ্যবিত্ত শ্ৰেণীটোক হাড়লৈকে কঁপাই তুলিছিল। তেতিয়াৰ পৰা ১৯২০ ৰ দশকমানলৈকে এই শ্ৰেণীটোৱে বিশেষ লৰচৰ কৰা নাছিল; জানোচা তেনে

(৮৬) Planter Raj to Swaraj, P. 209

কিবা কৰিলেই ব্ৰিটিছৰ তলত উপভোগ কৰা আপেক্ষিক ক্ষমতাখিনিও হেৰুৱাব লাগে! কিজানিবা থিয় হ'ব লাগে ফাঁচীকাঠত, ভৰ্তি হ'ব লাগে ৰঙাঘৰত!

মধ্যশ্ৰেণীৰ এই সংকীৰ্ণ শ্ৰেণী স্বাৰ্থই অৱশ্যে জনগণৰ নিম্নতৰ শ্ৰেণী আৰু স্তৰবিলাকক নিৰস্ত কৰি ৰাখিব পৰা নাছিল। মোৱামৰীয়া বিদ্ৰোহৰ মহান পৰম্পৰাৰে উদ্দীপ্ত হৈ হিন্দু-মুছলমান-জনজাতি নিৰ্বিশেষে অসমীয়া কৃষকে ১৮৬১ চনত বিদ্ৰোহত ফাটি পৰিছিল, ৰচিছিল স্বাধীনতাৰ নতুন গৌৰব গাঁথা। ব্যক্তিগতভাৱে আফুখেতি কৰা বন্ধ কৰি চৰকাৰে যি নিৰ্দেশ জাৰী কৰিছিল, তাৰ পৰাই তৎকালীন ভাৱে এই বিদ্ৰোহৰ জুইকুৰা জ্বলি উঠিলেও ইয়াৰ মূল কাৰকবিলাকৰ ভিতৰত আছিল ১৮৫৮ চনৰ দুৰ্ভিক্ষ আৰু মাটিৰ খাজনা অতিপাত বৃদ্ধি। নগাঁৱৰ ফুলগুৰিৰ ধেৰাত সংঘটিত ব্ৰিটিছ-বিৰোধী সংঘৰ্ষত এহাতে জনৈক কেপ্টেইন চিংগাৰ আৰু আনহাতে কে'বাজনো কৃষক নিহত হয়। চিপচিং লালুঙৰ ফাঁচী, আৰু নৰসিং লালুং আৰু বাহুবলী কৈৱৰ্তক ক'লীয়াপানীলৈ মেলাৰ জৰিয়তে এই বিদ্ৰোহ বৰ্বৰভাৱে দমন কৰা হয়। এই বিদ্ৰোহত সৰ্বমুঠ ৩৯ জন কৃষক শ্বহীদ হয় আৰু আন কে'বাশও জখম হয়। মন কৰিবলগীয়া যে এই বিদ্ৰোহৰ সৰ্বজনস্বীকৃত নেতা কিজন আছিল তিৱা (লালুং) জনজাতিৰ নৰসিং লালুং আৰু চিপচিং লালুং, আৰু কৈৱৰ্তসকলৰ বাহুবলী কৈৱৰ্ত। পাহাৰীয়া এলেকাৰ চিন্তেং, গাৰো, মিজো, নাগা আৰু খাচীসকলেও এইছোৱা সময়ত ব্ৰিটিছৰ বিৰুদ্ধে বহু বীৰত্বপূৰ্ণ প্ৰতিৰোধ গঢ়ি তুলিছিল। দৰং জিলাৰ মুছলীম বসতি প্ৰধান পথৰুঘাটত সংঘটিত হিন্দু-মুছলীম সম্মিলিত প্ৰতিৰোধৰ পাছত ৰঙিয়া, লাচিমা, বৰমা, বজালী আৰু তেনে আন বহু ঠাইত একেধৰণৰ ৰাইজমেল সংগঠিত হৈছিল। এই গণসংগ্ৰামৰ বিশালতা আৰু তাৰ ওপৰত চলা বৰ্বৰ নিপীড়ণৰ উমান পাবৰ বাবে আমি এই তথ্যটো চাওঁহক ঃ পথৰুঘাটৰ পুলিচী গুলিচালনাত নিহতৰ সংখ্যা চৰকাৰৰ মতে ১৭ আৰু আৰু ৰাইজৰ মতে শ্বহীদৰ সংখ্যা ১৪০।[৮৭] এই লানি বিদ্ৰোহ সম্পৰ্কে আন এক লক্ষ্যণীয় কথা হ'ল এই যে গাঁৱৰ পুৰোহিত, মহন্ত আৰু দলৈসকলে কোনো কোনো ঠাইত বিদ্ৰোহৰ উপদেষ্টাৰ ভূমিকা ল'লেও বিদ্ৰোহৰ চালিকা শক্তি আছিল নিঃসন্দেহে জনজাতি, মুছলীম, দলিত আৰু আন অসমীয়া কৃষকসকল। নেতা থাককেই বা নাথাককেই, এয়া আছিল মূলতঃ জনগণৰ আত্ম সাব্যস্তকৰণ।

উদীয়মান অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ মাজৰ পৰা দৰৱত দিবলৈও এজনো আগবাঢ়ি নাহিল এই সাহসী গণবিদ্ৰোহক সমৰ্থন কৰিবলৈ। তেওঁলোক কেৱল মুকলিকৈ ওলাই নহাই নহয়, জাতি গঢ়োঁতা ত্ৰিমূৰ্তিকে ধৰি এজনো মধ্যবিত্তই এই মহান বিদ্ৰোহৰ সমৰ্থনত ক'লীয়া আখৰ এটাও নিলিখিলে।

অৱশ্যে সৰ্বজানিক সভা, ৰায়ত সভা, আসাম এচ'চিয়েশ্যন আৰু অসম ছাত্ৰ সম্মিলন আদি অনা চৰকাৰী সংগঠনৰ অভ্যুদয়ে ৰাইজ মেল নামৰ অসমীয়া ৰাইজৰ উক্ত অনন্য অনুষ্ঠানৰ ক্ষয় ঘটালে। যিমানেই মধ্যশ্ৰেণীয়ে উদ্যোগ কাঢ়ি ল'লে, সিমানেই ৰাইজৰ স্বতস্ফূৰ্ত সক্ৰিয়তা কমি আহিল।

---

(৮৭) **Land Marks of Freedom Struggle in Assam**, pp- 27-38 আৰু ভাৰতৰ স্বাধীনতা সংগ্ৰামত অসমৰ অৱদান, পৃঃ ৪৫-৬৭

এই মধ্যবিত্ত শ্ৰেণী কিন্তু প্ৰথমে প্ৰথমে জাতীয় স্বাধীনতা সংগ্ৰামত জাপ দিবলৈ সাজু নাছিল। এই গ্ৰন্থৰ চতুৰ্থ অধ্যায়ত আমি ইতিমধ্যে দেখুৱাই আহিছোঁ কেনেকৈ গংগাগোবিন্দ ফুকন, ঘনশ্যাম বৰুৱা, চন্দ্ৰধৰ বৰুৱা আৰু আনকি নবীন চন্দ্ৰ বৰদলৈ আৰু তৰুণৰাম ফুকনৰ দৰে নেতায়ো ১৯২০ চনতো আসাম এচ'চিয়েশ্যনক অসহযোগ আন্দোলনত জড়িত কৰাৰ বিৰোধিতা কৰিছিল। চন্দ্ৰনাথ শৰ্মা, লক্ষ্মীধৰ শৰ্মা আদি তৰুণ বিপ্লৱীসকলে বয়োজ্যেষ্ঠ সকলক প্ৰায় বল প্ৰয়োগ কৰিহে স্বাধীনতা আন্দোলনক সমৰ্থন কৰাবলগা হৈছিল। এই ঘটনাই আমাক মনত পেলাই দিয়ে 'চিপাহী বিদ্ৰোহ'লৈ, যেতিয়া নানা চাহেব, ঝান্সীৰ ৰাণী লক্ষ্মীবাঈ আৰু আন কেবাজনকো চিপাহী সকলে জোৰ কৰিহে নেতা 'বনাব' লগা হৈছিল।

আসাম এচ'চিয়েশ্যন আৰু অসম প্ৰদেশ কংগ্ৰেছ সমিতিৰ মাজত চলা দুই লাইনৰ বিতৰ্কই আন্দোলনটোৰ স্বৰূপ তথা জাতীয় স্বাধীনতাৰ সপোনৰ সম্পৰ্কে কেতবোৰ সূক্ষ্ম অথচ মৌলিক প্ৰশ্ন উত্থাপন কৰিছিল। এহাতে নিম্নমধ্যবিত্ত পটভূমিৰ পৰা অহা চন্দ্ৰনাথ-লক্ষ্মীধৰ, আৰু আনহাতে উচ্চমধ্যবিত্ত শ্ৰেণীৰ পৰা অহা/ নবীনচন্দ্ৰ-তৰুণৰাম-ৰোহিনী (চৌধুৰী)সকলৰ শ্ৰেণীগত পাৰ্থক্যই তেওঁলোকক দুই ধৰণৰ স্বাধীনতাৰ সপোন দেখুৱাইছিল।

ৰোহিণী চৌধুৰী আৰু তৰুণৰাম ফুকন দুয়ো স্বাধীনতা সংগ্ৰামত তেওঁলোকৰ অংশ গ্ৰহণৰ ক্ষেত্ৰত সাংঘাতিক বিসংগতিপূৰ্ণ আছিল। তেওঁলোকে এই দোদুল্যমানতাৰ বাবেই আন্দোলনটোক লৈ প্ৰায়েই লুকা ভাকু খেলিছিল। নবীন চন্দ্ৰই বিধান পৰিষদ বৰ্জনৰ বাবে কংগ্ৰেছে লোৱা সিদ্ধান্তৰ বিৰোধিতা কৰিছিল। চন্দ্ৰনাথে সেই সিদ্ধান্ত তেওঁৰ ওপৰত প্ৰায় জোৰ কৰিয়েই জাপি দিছিল। নবীনচন্দ্ৰ, তৰুণৰাম আৰু ৰোহিণীয়ে স্কুল বৰ্জন আন্দোলনৰো বিৰোধিতা কৰিছিল।(৮৮) এইক্ষেত্ৰতো চন্দ্ৰনাথ, লক্ষ্মীধৰ আৰু তেওঁলোকৰ তৰুণ সতীৰ্থসকলেহে ছাত্ৰসকলক ব্ৰিটিছ নিয়ন্ত্ৰিত বিদ্যালয় বৰ্জনৰ বাবে উদাত্ত আহবান জনাইছিল।

শীৰ্ষ নেতৃত্বৰ এনে সুবিধাবাদী/ দোদুল্যমান স্বৰূপ সম্পৰ্কে ৰাইজে নজনাকৈ নাছিল। বৰপেটাত অনুষ্ঠিত এখন ৰাজহুৱা সভাত এজন হোজা কিন্তু স্পষ্টবাদী খেতিয়কে নবীন চন্দ্ৰ বৰদলৈ যে আগৰ এটা আন্দোলনৰ সময়ত ৰাইজক নিৰ্যাতন কৰা ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈৰ পুতেক আছিল, সেইকথা খোলাকৈয়ে কৈছিল। এই কথা ৰাইজৰ বাবে লিখি থৈ গৈছে আন এজন কংগ্ৰেছীয়ে নিজেই।(৮৯)

আনহাতে নবীনচন্দ্ৰৰ পিতৃৰ সম্পৰ্কে বৰপেটাৰ খেতিয়কজনে কোৱা কথাও সঁচা আছিল। বৰপেটাৰ মহকুমাধিপতি ৰায়বাহাদুৰ মাধৱচন্দ্ৰই ১৮৯০ ৰ দশকৰ কৃষক বিদ্ৰোহ দমনৰ ক্ষেত্ৰত মুখ্য ভূমিকা গ্ৰহণ কৰিছিল। কেশৱ নাৰায়ণ দত্তৰ ভাষাত.

*It is said by people who still remember those days when they were yoked to the plough, like bullocks and compelled to draw it across the fields. A parallel to this humiliating penalty was later to be found in the 'crawling order' enforced in the Punjab*

---

(৮৮) **Planter Raj to Swaraj**, p- 171

(৮৯) পদ্মনাথ বৰঠাকুৰ : স্বাধীনতা ৰণৰ সংস্পৰ্শত, ডিব্ৰুগড়, ১৯৬৮, পৃঃ ১২-১৩

*under Dyer -O Dyer regime.*[১০]

দেউতাকৰ তেনে গৰ্হিত কাৰ্যৰ বিপৰীতে নবীনচন্দ্ৰ চাহ-শ্ৰমিককে ধৰি পদদলিতসকলৰ প্ৰতি সহানুভূতিশীল আছিল। ১৯১৯ চনত প্ৰকাশিত, তেওঁৰ দ্বাৰা প্ৰস্তুত নিম্নোক্ত প্ৰতিবেদনখনিত সেই কথা ফুটি উঠিছে ঃ

***A tea garden is like a small town by itself with the barracks for labourers and the state bungalows of the managers and their assistants. Nobody, not even the policemen, can enter this kingdom without the manager's permission. A manager may assault a labourer, insult him, and take girl after girl from the lines as his mistress and still there will be none to dispute his authority. It is only at some time when the manager's cruelty surpasses all bounds that the labourers set upon him and assault him.***[১১](গুৰুত্ব আমাৰ)

আমি দোহাৰিছোঁ যে মানৱীয় অনুভূতিসিক্ত উক্ত দলিলটো নবীনচন্দ্ৰই যুগুতাইছিল ১৯১৯ চনত। পাছে ১৯৩০ চনত আমি তেওঁক এজন চাহ মালিকৰূপে আবিষ্কাৰ কৰোঁ। এইবাৰ আৰু তেওঁৰ মুখত আমি শ্ৰমিকৰ বিষয়ে একো শুনিবলৈ নাপাওঁ। হয়, নবীনচন্দ্ৰ নিজ বলেৰেই চাহ-মালিক হৈছিলগৈ। শেহতীয়া ভাবে নবীনচন্দ্ৰৰ এই চাহ-মালিকানাক কেন্দ্ৰ কৰি চলা এলানি বিতৰ্কৰ কথাও আমি এই প্ৰসংগতে উল্লেখ কৰি থোৱা দৰকাৰ। 'প্লেন্টাৰ ৰাজ' টু স্বৰাজৰ পলমকৈ কৰা এক সমালোচনাত ড° ৰাজেন শইকীয়াই অভিযোগ কৰিছে যে ড° অমলেন্দু গুহই নবীনচন্দ্ৰৰ চাহ-মালিকানা সম্পৰ্কে উক্ত গ্ৰন্থত ভুল তথ্য দিছে। ড. শইকীয়াৰ ভাষাত,

*'নবীনচন্দ্ৰ বৰদলৈ প্লেন্টাৰ আছিল, ড. গুহই এই কথা পালে ক'ত? আমি তেনে প্ৰমাণ বিচাৰি পোৱা নাই এই পৰ্যন্ত। নিজকে বুৰঞ্জীৰ শিক্ষক বুলি পৰিচয় দি, নবীনচন্দ্ৰ বৰদলৈৰ ভতিজাপুত্ৰ শ্ৰীসুৰেশ চন্দ্ৰ বৰদলৈ... আৰু নবীনচন্দ্ৰ বৰদলৈৰ দুই নাতি ডা. প্ৰবীৰ বৰদলৈ আৰু শ্ৰী মিহিৰ বৰদলৈক স্বৰ্গীয় বৰদলৈৰ বিষয়ে এই কথা সোধাত তেওঁলোক আচৰিত হৈছিল। তেওঁলোকৰ সহজ উত্তৰ- বৰদলৈ প্লেন্টাৰ নাছিল।*[১২]

এই প্ৰশ্নৰ এটা সম্পূৰ্ণ ভিন্ন উত্তৰ আমাৰ ওচৰত আছে। নবীন চন্দ্ৰ কেৱল এজন চাহ মালিকেই নাছিল, তেওঁ চাহ উদ্যোগৰ লগত গভীৰভাৱে জড়িতও আছিল। ইয়াত তাৰে কেইটামান প্ৰমাণ দিওঁ ঃ তিনিচুকীয়াৰ ওচৰত বৰদলৈৰ এখন বাগিচা আছিল, নাম হাতীজান। যোৰহাটৰ খেটেকথৰ বৰুৱা নামৰ এজন প্ৰাক্তন কংগ্ৰেছীক নবীনচন্দ্ৰই উক্ত বাগিচাৰ মেনেজাৰ ৰূপে নিযুক্তি দিবলৈ লৈছিল। ইয়াত আমি খেটেক চন্দ্ৰলৈ দিয়া নবীনচন্দ্ৰৰ উক্ত চিঠিৰ পৰা উদ্ধৃতি দিছোঁঃ (চিঠিৰ তাৰিখ আছিল ৭-১২-১৯৩০)

---

(১০) Landmarks of the Freedom Struggle in Assam, p- 35

(১১) Planter Raj to Swaraj, p- 106

(১২) গৰীয়সী, মে',১৯৯৯

*I have received your letter with great deal of interest and have now determined to appoint you and give you a free hand in the management of the garden. It seems I learnt nothing about tea, neither does my men who are at the garden. As there is no certainty about my remaining outside for long, I want you specially to take charge of my garden for my sake, and to save me from utter ruination in case of eventualities.*[৯৩]

এই গ্ৰন্থৰ পৰিশিষ্টত আৰু দেখা যাব যে নবীন চন্দ্ৰ বিপিন চন্দ্ৰ বৰদলৈ আৰু আসাম এচ'চিয়েশ্যনৰ আন এক নেতা কামাখ্যাৰাম বৰুৱাৰ সৈতে যুটীয়াভাৱে তিতাবৰৰ ওচৰৰ গোবিন্দপুৰ চাহ বাগিছাৰো মালিক আছিল। তেওঁ গুৱাহাটীৰ ওচৰৰ মান্দাকাটা চাহ-বাগিছাখনো শ্ৰী বিদ পৰিয়ালৰ হৈ চোৱা-চিতা কৰিছিল।[৯৪]

নবীনচন্দ্ৰৰ শহুৰেক মালভোগ বৰুৱা আৰু শালপতি প্ৰসন্নও নিজগুণে চাহ-মালিক আছিল।

কিন্তু এই ক্ষেত্ৰত অকল নবীন চন্দ্ৰক চাহ-মালিক বুলি বাছি উলিৱাটো সঠিক নহ'ব। মন কৰিবলগীয়া যে কংগ্ৰেছৰ ভালেকিজন গণ্যমান্য আৰু ধনবান নেতাই প্ৰাক্‌স্বাধীনতা কালতে চাহবাগিছা কিনিছিল। নবীন চন্দ্ৰ আৰু কুলধৰ চলিহাই ইয়াৰ সপক্ষে এটা বৰ আমোদজনক যুক্তি দৰ্শাইছিল ঃ তেওঁলোক যেতিয়া স্বাধীনতা আন্দোলন কৰি কাৰাগাৰত থাকিব, তেতিয়া চাহ বাগিছাৰ উপাৰ্জনেৰে তেওঁলোকৰ পৰিয়াল চলিব পাৰিব। এই কথা আমাক জনাইছে স্বয়ং পদ্মনাথ বৰঠাকুৰ নামৰ জনৈক কংগ্ৰেছীয়ে, যি নিজেও চাহ-মালিক আছিল।[৯৫]

কংগ্ৰেছী চাহ-মালিকৰ তালিকাখন বেচ গহীন বিধৰে। ইয়াত আছে অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি তথা পৰৱৰ্তী সময়ৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি, বিমলা প্ৰসাদ চলিহা (পাছলৈ তেঁৱো মুখ্যমন্ত্ৰী হয়), নীলমণি ফুকন (প্ৰথমতে ব্ৰিটিছানুগত, শেষ সময়ত কংগ্ৰেছী), ডা. হৰেকৃষ্ণ দাস (আসাম বান্ধৱৰো সম্পাদক), কুলধৰ চলিহা, যাদব প্ৰসাদ চলিহা, পদ্মনাথ বৰঠাকুৰ আৰু অৱশ্যেই তৰুণৰাম ফুকনৰ নাম। (তেতিয়াৰ অসম প্ৰদেশ কংগ্ৰেছৰ সভাপতি ম. তৈয়বুল্লাই পাছত জনাইছিল যে স্বাধীনতা আন্দোলনৰ সময়ত কিছু বাইজে নবীনচন্দ্ৰ আৰু তৰুণৰামে অসহযোগ আন্দোলনক ক্ষতিগ্ৰস্ত কৰি ধন-সম্পত্তি গোটোৱা বুলি প্ৰত্যক্ষভাৱে অভিযোগ তুলিছিল। তেওঁলোকে লগতে নবীনচন্দ্ৰৰ নতুন দুমহলীয়া ঘৰটো আৰু গোবিন্দপুৰ বাগিছাৰ (যুটীয়া) মালিকানাৰ পিনেই ইংগিত কৰিছিল)[৯৬] এই তালিকাখনে চন্দ্ৰনাথ-লক্ষ্মীধৰৰ দৰে দাৰিদ্ৰজৰ্জৰিত জীৱনকে নিষ্ঠুৰভাৱে ব্যংগ কৰে; কোৱা বাহুল্য যে তেওঁলোক দুয়োজনে তেওঁলোকৰ একমাত্ৰ উপাৰ্জনৰ উৎস ওকালতিও পৰিত্যাগ কৰি চৰম দাৰিদ্ৰ্যতে মৃত্যুক

(৯৩) খেত্ৰেকধৰ বৰুৱা, জীৱনৰ বাতৰি, যোৰহাট, ১৯৭৮, পৃ-১১৭-১১৯
(৯৪) মহেন্দ্ৰমোহন চৌধুৰীঃ নবীন চন্দ্ৰ বৰদলৈ স্মৃতিগ্ৰন্থ, পৃ-৭৮
(৯৫) স্বাধীনতা বণৰ সংস্পৰ্শত, পৃ-১৬৯-৭০
(৯৬) ম. তৈয়বুল্লা ঃ কাৰাগাৰৰ চিঠি, পৃ-২০৬

সাৰটি লৈছিল।

কিন্তু কংগ্ৰেছ নেতৃত্বকেই চাহ-মালিক বুলি অকলশৰীয়াকৈ চিনাক্ত কৰিলেও নচলিব। সঁচা কথা ক'বলৈ গ'লে সেই সময়ৰ অসমৰ চাহ-মালিকৰ তালিকাখন অসমীয়া মধ্য শ্ৰেণীৰ নেতৃবৃন্দৰ তালিকাখনৰ সৈতে প্ৰায় ওপৰা-ওপৰি হৈ যায়। ড. অমলেন্দু গুহই প্লেন্টাৰ বাজ টু স্বৰাজৰ পৰিশিষ্টত অসমীয়া মধ্যশ্ৰেণীৰ নেতৃত্বদায়ী ২৪ জন ব্যক্তিৰ যি তালিকা সন্নিবিষ্ট কৰিছে, আমি সেইখনকে বিশ্লেষণ কৰি ইয়াত দেখুৱাইছোঁ যে সেই ২৪ জনৰ ভিতৰত ১৮ জন, অৰ্থাৎ ৭৫ শতাংশই আছিল চাহ মালিক (বিতং তথ্য এই গ্ৰন্থৰ পৰিশিষ্টত অন্তৰ্ভুক্ত হৈছে)।

চাহ-মালিকসকলৰ সম্পৰ্কে আমাৰ বিশ্লেষণত আৰু কিছু আকৰ্ষণীয় তথ্য পোহৰলৈ আহিছে। আসাম এচ'চিয়েশ্যনৰ নেতৃবৃন্দ ক্ৰমে কামাখ্যাৰাম বৰুৱা (সাহিত্য সভাৰ সভাপতি, পণ্ডিত হেমচন্দ্ৰ বৰুৱাৰ জোঁৱায়েক), দেৱীচৰণ বৰুৱা (সৰ্বজানিক সভাৰো নেতা), ঘনশ্যাম বৰুৱা (ব্ৰিটিছৰ তলত মন্ত্ৰীও আছিল), মাণিক চন্দ্ৰ বৰুৱা আৰু প্ৰসন্ন বৰুৱা (নবীন চন্দ্ৰ বৰদলৈৰ শালপতি, তেওঁৰ লগত লণ্ডনলৈও গৈছিল), গংগাগোবিন্দ ফুকন, জগন্নাথ বৰুৱা (সৰ্বজানিক সভাৰো নেতা) - এই সকলোৱেই চাহ-মালিকো আছিল।

চাহ মালিকসকলৰ মাজত অসম সাহিত্য সভাৰো বেচ কেইবাজনো সভাপতি আছিল। সভাৰ সভাপতি হেমচন্দ্ৰ গোস্বামী নিজে চাহ-মালিক নহ'লেও তেওঁৰ ল'ৰাহঁত, ভায়েকহঁতকিজন আৰু জোঁৱায়েক চাহ-মালিক আছিল। ভায়েক জগত চন্দ্ৰ গোস্বামীলৈ ১৯২০ চনৰ ৪ জানুৱাৰী তাৰিখে লিখা তলৰ চিঠিখনে গোস্বামীৰ চাহ উদ্যোগৰ সম্পৰ্কে গভীৰ আগ্ৰহৰ কথাতে উদঙাই দিয়েঃ

*I have everything about the land I approve the idea of procuring the plot of 100 acres near Sriman Tarak's garden. If this plot can be had, it may by the base of our operation. I will enquire of the commissioner's office if the order of the concession has been withdrawn. Attempt should be made to obtain this plot at once so that survey can be made in this season of both the plots.*[৯৭]

লক্ষ্যণীয় যে হেমচন্দ্ৰ গোস্বামীৰ কে'বাজনো আত্মীয় একে সময়তে সত্ৰাধিকাৰ তথা চাহমালিক আছিল (পৰিশিষ্ট চাওক)। বিভিন্ন সময়ত চাহ-বাগিচাৰ মালিকানা কৰা সাহিত্য সভাৰ মালিকসকলৰ ভিতৰত আছিল বেণুধৰ ৰাজখোৱা, ৰজনীকান্ত বৰদলৈ, চন্দ্ৰধৰ বৰুৱা, কৃষ্ণকান্ত সন্দিকৈ, নীলমণি ফুকন আদি। লক্ষ্মীনাথ বেজবৰুৱাৰ দেউতাকৰো দুখন চাহ-বাগিচা আছিল।

এই চাহ-মালিকসকলে তেওঁলোকৰ প্ৰচণ্ড সামাজিক অৰ্থনৈতিক প্ৰভাৱৰ জৰিয়তে চাহ-বাগিচাৰ ঝাড়খণ্ডী আদিবাসীসকলক অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ পৰাই আঁতৰাই ৰাখিবলৈ

(৯৭) হেম বৰা সম্পাদিত প্ৰত্নতাত্বিক পণ্ডিত হেমচন্দ্ৰ গোস্বামী, গোলাঘাট,১৯৭২, পৃ-২৯-৩০

সক্ষম হৈছিল। কিন্তু এইক্ষেত্ৰত নীতি প্ৰণয়ণৰ কামটো সমাধা কৰিছিল কংগ্ৰেছৰ শীৰ্ষ নেতৃত্বই। ঝাড়খণ্ডী আদিবাসীসকলক স্বাধীনতা আন্দোলনৰ জীৱন্তপ্ৰবাহত চামিল হোৱাৰ পৰা বিৰত ৰখাৰ ক্ষেত্ৰত অসমীয়া চাহ-মালিকৰ সমানেই বা তাতোকৈ বেছিহে অনিচ্ছুক আছিল সৰ্বভাৰতীয় কংগ্ৰেছ নেতৃত্বও। তাৰ কাৰণ বুজিবলৈও বিশেষ অসুবিধা নহয়। সৰ্বভাৰতীয় পৰ্যায়ৰ দুই বাঙালী কংগ্ৰেছী নেতা, ক্ৰমে দেশবন্ধু চিত্তৰঞ্জন দাশ, আৰু বেৰিষ্টাৰ আনন্দমোহন বসুৰ দেউতাকৰ দৰং জিলাৰ ভামুগুৰিৰ ওচৰত মনাই নামৰ এখন বাগিছা আছিল।(৯৮)

কংগ্ৰেছী নেতৃবৰ্গৰ আন স্মৃতিচাৰণৰ পৰাও জনা যায় যে স্বয়ং মোহনদাস কৰমচাঁদ গান্ধীও আদিবাসীসকলক জগাই তোলাত আগ্ৰহী নাছিল। অসমলৈ আহোঁতে তেওঁ চাহ-মালিক, আনকি ব্ৰিটিছ চাহ-মালিকসকলকো দেখা-সাক্ষাৎ কৰিছিল, কিন্তু চাহ-শ্ৰমিকক তেওঁ কেতিয়াও লগ কৰা নাছিল। চাহ-মালিকক লগ কৰোঁতে গান্ধীয়ে তেওঁলোকক আশ্বস্ত কৰিছিল যে শ্ৰমিকসকলক যিকোনো জংগী কাৰ্যকলাপৰ পৰা বিৰত ৰখা হ'ব। ব্ৰিটিছ চাহ মালিকসকলক গাঁন্ধীয়ে আহ্বান জনাইছিল আধ্যাত্মিক শিক্ষা দিবৰ বাবে; যেনিবা তেওঁলোকৰ পাৰ্থিৱ সকলো প্ৰয়োজন ইতিমধ্যেই পূৰণ হ'ল। এই শ্ৰমজীৱী আৰু জংগী জনতাক স্বাধীনতা আন্দোলনৰ পৰাই সাত হাত নিলগত ৰখাৰ গান্ধীৰ নীতি, আৰু তাত অসম কংগ্ৰেছৰ নেতৃবৃন্দৰ সহমত-সহযোগ, এই দুয়োটা মিলি অসমীয়া জাতি-গঠন প্ৰক্ৰিয়াক বাৰুকৈ ক্ষতিগ্ৰস্ত কৰিলে। ইতিমধ্যে অসমীয়া মালিক চাহাব আৰু কেৰাণী-বাবুসকলেও জাতীয় বিচ্ছিন্নতাৰ ভিত্তিত আদিবাসী শ্ৰমিকসকলৰ অতি-শোষণৰ ফলৰ সোৱাদ পাইছে। কাৰণ এনে বিচ্ছিন্নতা আৰু জাতীয়-নিপীড়ণৰ জৰিয়তেই চাহ-মালিকে অস্থায়ী কৃষি শ্ৰমিকৰ বাবে চৰকাৰৰ নিৰ্ধাৰিত ন্যূনতম মজুৰীৰো আধা মজুৰী দি চাহ-শ্ৰমিকক অতি শোষণ কৰিব পাৰিছে। স্বাধীনতা আন্দোলনত ঝাড়খণ্ডী আদিবাসী চাহ-শ্ৰমিকসকলক ব্যাপক হাৰত চামিল কৰিবলৈ হ'লে এই বিচ্ছিন্নতা ভঙাৰ, আৰু চাহ-শ্ৰমিকক দুগুণ (অৰ্থাৎ ন্যায্য) মজুৰী দিয়াৰ দৰকাৰ আছিল। কিন্তু অসমীয়া চাহ মালিক আৰু চাহ-বাবু, তথা নগৰীয়া আমোলা-বাবু আৰু গাঁৱলীয়া প্ৰভু-মহাজন সকলোৱেই তেনে সম্ভাৱনাৰ দোৰ্ঘোৰ বিৰোধী আছিল। ঠেক শ্ৰেণী-স্বাৰ্থৰ বেদীত এনেকৈয়ে বলি দিয়া হৈছিল জাতীয় স্বাৰ্থক; অসমীয়া আৰু ঝাড়খণ্ডী, এই দুয়ো সাংস্কৃতিক ভাবে ভিন্ সংগ্ৰামী জনতাক ঐক্যবদ্ধ কৰাৰ এক ঐতিহাসিক সুযোগৰ অপচয় ঘটোৱা হৈছিল। এই অপচয়ৰ মূল্য আমি অচিৰেই ভৰিব লাগিব।

ইমানখিনিৰ পাছতো আদিবাসীসকলে যে লেখত ল'বলগীয়া ধৰণে স্বাধীনতা সংগ্ৰামত যোগ দিছিল, সেয়া কংগ্ৰেছৰ কাৰণে নহয়, বৰং কংগ্ৰেছৰ বিৰোধিতাৰ সত্বেও। এনেকি ১৯২১ চনৰ অসহযোগ আন্দোলনৰ একমাত্ৰ শ্বহীদ তথা অসমৰ স্বাধীনতা আন্দোলনৰ প্ৰথম মহিলা শ্বহীদ মালতী ওৰফে মুংৰী মেমো আছিল এগৰাকী ঝাড়খণ্ডী আদিবাসী মহিলা। তেওঁৰ নাম, লগতে দয়াল পাণিকা, ৰামচৰণ গোৱালা, বাংকুৰু চাওৰা আৰু তেহলু আদি অলেখ ব্ৰিটিছ বিৰোধী ঝাড়খণ্ডী শ্বহীদৰ নাম (পৰিশিষ্ট চাওক) যে চৰকাৰী জাতীয় ইতিহাসৰ পৰাই বাদ দিয়া হ'ল তাৰ পৰাই এই জাতি-দ্ৰোহী ষড়যন্ত্ৰৰ স্বৰূপ চিনিব পাৰি।

(৯৮) অমিয় কুমাৰ দাসঃ জীৱন স্মৃতি, পৃঃ ২২-২৩

কংগ্ৰেছ যদি আগ্ৰহী হ'লহেঁতেন, তেনেহ'লে স্বাধীনতা আন্দোলনৰ সেই জন-জোৱাৰৰ জৰিয়তেই চাহ-বাগিছাৰ বিদেশী-ব্ৰিটিছ মালিকানাও উৎখাৎ/বাজেয়াপ্ত কৰি এক প্ৰকৃতাৰ্থত জাতীয় উদ্যোগ গঢ়ি তুলিব পাৰিলেহেঁতেন। কিন্তু সেই স্পৰ্দ্ধা কংগ্ৰেছীবৃন্দৰ ধমনীত প্ৰবাহিত নাছিল। সেয়েহে 'খিলঞ্জীয়া' জনতাৰ সৈতে কান্ধত কান্ধ মিলাই এই মহান মেহনতী জনতাক উদ্বুদ্ধ কৰি তুলি দুয়োৰে সংহতি সাধি আত্মীকৰণৰ বাট মুকলি কৰাৰ সপোন তেওঁলোকৰ মনেচিত্তেও নেখেলালে। অথচ এই সকলেই আছিল সেই নেতা যি যৌনকৰ্মীসকলকো স্বাধীনতা সংগ্ৰামত চামিল কৰাৰ কাম (অৱশ্যেই এটা সঠিক কাম) কৰিবলৈও পাহৰা নাছিল।(৯৯)

এই পৰিঘটনা অৱশ্যে কেৱল অসমতে সীমিত নাছিল। ভাৰতৰ আন ঠাইত কংগ্ৰেছ নেতৃত্বই মুছলমান আৰু দলিতসকলক দূৰলৈ ঠেলি দিছিল। ই কংগ্ৰেছী নেতৃত্বৰ শ্ৰেণীগত তথা জাতিবৰ্ণগত গাঁথনিৰ ওপৰতে পোহৰ পেলায়।

| তালিকা নং ১ (১০০) | |
|---|---|
| **কংগ্ৰেছৰ নেতা কৰ্মীৰ শ্ৰেণী-জাতি-বৰ্ণগত বিশ্লেষণ** | |
| ১৮৯২-১৯০৯ চনলৈ অনুষ্ঠিত কংগ্ৰেছ অধিবেশন সমূহলৈ মুঠ প্ৰতিনিধি | = ১৩,৮৩৯ জন |
| তাৰ মাজত অধিবক্তা | = ৪০% |
| শিক্ষক, চিকিৎসক, সাংবাদিক | = ৯% |
| ব্ৰাহ্মণ | = ৪০% |
| মুছলমান | = ৭% বো কম |

কংগ্ৰেছ নেতৃবৰ্গনো নিম্নতম শ্ৰেণী-জাতি বিলাকৰ দাবী-দাবাবোৰৰ সম্পৰ্কে সহানুভূতিবিহীন আছিল কিয়, সেইসম্পৰ্কে এটা আংশিক ধাৰণা এই তালিকাৰ পৰা পোৱা যায়। কিন্তু তাতোকৈ পূৰ্ণতৰ ধাৰণা পাবলৈ হ'লে আমি গান্ধী -নেহেৰু-পেটেলৰ সামগ্ৰিক পলিচীৰ ওপৰতে আলোকপাত কৰিব লাগিব।

আমাৰ দেশত দলিত শ্ৰেণীবিলাকৰ বাবে বিশেষ ব্যৱস্থাৰ দাবীটোৱে ঘূৰণীয়া মেজমেলৰ সময়তে প্ৰথম সৰ্বভাৰতীয় গুৰুত্ব লভে। গান্ধী আৰু আম্বেদকাৰৰ মাজৰ মহাবিতৰ্কৰ ৰূপতেই পোহৰলৈ আহে। ড° আম্বেদকাৰে পৃথক নিৰ্বাচকমণ্ডলী বিচাৰিছিল যদিও গান্ধীয়ে 'আমৰণ' অনশন কৰি তেওঁক কেৱল সংৰক্ষণতে সন্তুষ্ট থাকিবলৈ বাধ্য কৰে। বিখ্যাত/কুখ্যাত

---

(৯৯) অসমীয়া মধ্য শ্ৰেণীৰ ইতিহাস, পৃঃ ২১৪

(১০০) P.C. Ghosh "The Development of the Indian National Congress (1892-1909), Calcutta, 1986.

পুণা চুক্তিৰ জৰিয়তে সেই আপোচত আনুষ্ঠানিক ৰূপ দিয়া হয়।

কিন্তু উচ্চবৰ্ণীয় অভিজাতবৃন্দই সেই পুণাচুক্তিও প্ৰকৃতাৰ্থত মানিবলৈ অস্বীকাৰ কৰিলে। বাঙালী ভদ্ৰলোকসকলে ইয়াৰ বিৰুদ্ধে এক তিক্ত-তীব্ৰ-তীক্ষ্ণ প্ৰচাৰত লিপ্ত হ'ল। আনকি ৰবীন্দ্ৰনাথ ঠাকুৰে প্ৰথমতে পুণাচুক্তি সমৰ্থন কৰিছিল যদিও পাছত তেওঁকো পতিয়ন নিওৱা হ'ল পুণা চুক্তি-জনিত সংৰক্ষিত সমষ্টি গঠনৰ আঁওতাৰ পৰা বংগক আঁতৰাই ৰাখিবলৈ দাবী কৰিবলৈ এখন তাঁৰ পঠাবলৈ। বংগৰ আন নেতা সকলেও দাবী কৰিলে যে,

*Bengal public life (is) free from caste consideration .... the question to (sic) depressed classes in Bengal is certainly not at all acute and is absolutly different from that of the provinces.*(১০১)

মন কৰিবলগীয়া যে কংগ্ৰেছ নেতা (তথা 'বাঁহী' আৰু 'অসমীয়া'ৰ সম্পাদক) অমিয় কুমাৰ দাসে যেতিয়া পুণা চুক্তি আৰু সংৰক্ষণৰ প্ৰশ্নত অসমৰ দলিত নেতা সোণাধৰ দাস সেনাপতিৰ বিৰুদ্ধে এক বিযোদগাৰ অভিযান চলাইছিল, তেতিয়া তেৰোঁ বাঙালী নেতাসকলৰ দৰে একেই ধৰণৰ যুক্তি আগবঢাইছিল। সেয়া আছিল 'অসমত জাত-পাত আৰু অস্পৃশ্যতা নাই'।(১০২) এইখিনিতে আমাৰ বাবে গুৰুত্বপূৰ্ণ তথ্যটো হ'ল এই যে স্বয়ং মোহনদাস কৰমচাঁদে এই বিতৰ্কত হস্তক্ষেপ কৰিলে আৰু তেওঁ চিধাচিধি-খোলাখুলি অমিয়কুমাৰৰ পক্ষ ল'লে। এনেকৈয়ে অসমীয়া জাতি গঠন প্ৰক্ৰিয়া বিপৰ্যস্ত হোৱাত কংগ্ৰেছৰ শীৰ্ষ নেতৃত্বৰো ভূমিকা থাকি গ'ল। মোহনদাসৰ 'ৰামৰাজ্য'ততো শূদ্ৰ শম্বুকৰ শিৰচ্ছেদ হোৱাৰে কথা।

কিন্তু তথাপিও কংগ্ৰেছ নেতৃত্বৰ ইচ্ছা-নিৰপেক্ষভাৱেই স্বাধীনতা আন্দোলনে অসংখ্য পূৰ্বতে অজ্ঞাত সামাজিক শক্তি,শ্ৰেণী আৰু জনগোষ্ঠীৰ বাবে আন্তঃক্ৰিয়াৰ বাট মোকলাই দিছিল। অভূতপূৰ্ব ব্যাপকতাৰে আলোড়িত হৈছিল মানৱতা। নিম্নবিত্তশ্ৰেণীৰ পৰা উঠি অহা তৰুণ বিপ্লৱী সকলে এক পৃথক, উদাৰ-গণতান্ত্ৰিক সামাজিক মূল্যবোধ প্ৰতিষ্ঠা কৰিব ধৰিছিল। ১৯২১ চনৰ অসহযোগ আন্দোলন চন্দ্ৰনাথ শৰ্মা-লক্ষ্মীধৰ শৰ্মাৰ দৰে এইসকল তৰুণ বিপ্লৱীৰ সৃষ্টি বুলি ক'লেও বঢ়াই কোৱা নহ'ব। তৰুণ ৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ, ৰোহিণী চৌধুৰী আদি প্ৰবীণ নেতৃত্বই ছাত্ৰসকলৰ শ্ৰেণীবৰ্জন আন্দোলনত যে কেৱল আগ্ৰহ দেখুৱা নাছিল এনে নহয়, তেওঁলোকে ৰাজহুৱাভাৱেই ইয়াৰ বিৰোধিতা কৰিছিল। চন্দ্ৰনাথে নিজেই বৰ্ণনা কৰিছে কেনেকৈ তৰুণৰাম ফুকনে ছাত্ৰসকলৰ উৎসাহত চেঁচাপানী ঢালিছিল আৰু গৌৰীকান্ত তালুকদাৰ আৰু নিধিৰাম দাসে নিৰুৎসাহজনক বক্তব্য আগবঢ়াইছিল। চন্দ্ৰনাথে তেওঁৰ অতেৰীত লিখি গৈছে যে নবীন চন্দ্ৰই ছাত্ৰসকলৰ মাজত আতংক সৃষ্টি কৰি তেওঁলোকক নিৰুৎসাহিত কৰিছিল।(১০৩)

তেজপুৰৰ মাধৱ মন্দিৰৰ কাষত অনুষ্ঠিত এক জনপূৰ্ণ ৰাজহুৱা সভাত প্ৰদত্ত এক ভাষণত ব্ৰাহ্মণ্যবাদ বিৰোধী সমাজ-সংস্কাৰকৰূপে চন্দ্ৰনাথে বীৰত্বপূৰ্ণ ভাৱে এনেকৈ কৈছিল

(১০১) The Caste Question and Civil Liberties, A pamphlet by Vaskar Nandy

(১০২) এই গ্ৰন্থৰ সপ্তম অধ্যায় চাওক

(১০৩) ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য (সম্পা) কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা স্মৃতি গ্ৰন্থ, পৃঃ ২১৫

যে ব্ৰিটিছ নহয়, দুৰাকাংক্ষী, বৰ্ণবাদী ব্ৰাহ্মণসকলহে 'আমাৰ' শত্ৰু।[১০৪]

লক্ষ্মীধৰেও সেই সভাত ফৰাচী বিপ্লৱৰ নিচিনা এক সম্পূৰ্ণ বিপ্লৱৰ হকে উদাত্ত আহ্বান দিছিল।[১০৫] এয়া যে কেৱল এক বিস্ফোৰণ নাছিল, বৰং সুচিন্তিত নীতিগত কাৰ্যহে আছিল, তাৰ প্ৰমাণ আমি পাওঁ চন্দ্ৰনাথৰ এখন চিঠিৰ পৰা। জনৈক দুৰ্গানাথ বৰুৱালৈ লিখা এই চিঠিত চন্দ্ৰনাথে ১৯২২ চনত গান্ধীয়ে অসহযোগ আন্দোলন একপক্ষীয়ভাৱে স্থগিত কৰাটোক গৰিহণা দিছে। জালিয়ানৱালাবাগৰ বৰ্বৰ গণহত্যাকাণ্ডৰ প্ৰতিবাদত ৰাইজে যেতিয়া চৌৰী চৌৰা নামে ঠাইত থানা আক্ৰমণ কৰি ২২ জন পুলিচক জীৱন্তে জ্বলাই দিলে, তেতিয়া গান্ধীয়ে জালিয়ানৱালাবাগৰ ঘটনাৰ প্ৰতিবাদ বাদ দি চৌৰী চৌৰাত কৰা ৰাইজৰ জংগী কাৰ্যৰ বিৰুদ্ধেহে 'ধৰ্মীয়' অজুহাতত প্ৰতিবাদ কৰিলে। গান্ধীৰ এই অজুহাতে মুমূৰ্ষু চন্দ্ৰনাথক উত্তেজিত কৰি তুলিলে। তেওঁ গান্ধীৰ এই 'ধৰ্মীয় বাতিক'ক কঠোৰ ভাষাত গৰিহণা দিলে। তেওঁ কংগ্ৰেছৰ নীতিবিলাকৰ বিৰুদ্ধে তেওঁৰ সন্দেহ আৰু আশংকা ব্যক্ত কৰিলে। তেওঁ গান্ধীৰ উক্ত সিদ্ধান্তক ৰাজনৈতিক ভাৱে অশুদ্ধ আৰু অনুচিত আখ্যা দিলে।[১০৬]

লক্ষ্মীধৰ শৰ্মাই তেওঁৰ জ্যেষ্ঠ সতীৰ্থজনৰ প্ৰতি গভীৰ শ্ৰদ্ধা নিবেদন কৰি ক'লে যে সমগ্ৰ অসমীয়া জাতিক জগাই তুলিব পৰা চন্দ্ৰনাথৰ সান্নিধ্যই তেওঁৰ জীৱনৰ শ্ৰেষ্ঠতম মুহূৰ্ত।[১০৭]

লক্ষ্মীধৰে ঠিকেই কৈছিল। চন্দ্ৰনাথ আৰু তেওঁ নিম্নবৰ্ণ-অস্পৃশ্যকে ধৰি সকলো সম্প্ৰদায়ৰ ঘৰলৈ যাবলৈ, তাত থাকিবলৈ আৰু একেলগে খোৱা-মেলা কৰিবলৈ ধৃষ্টতা দেখুৱাইছিল। সহভোজন আৰু সামাজিক মিলা-মিছাৰ ক্ষেত্ৰত প্ৰচলিত সকলো নিষেধাজ্ঞা তেওঁলোকে ভংগ কৰিছিল। ব্ৰাহ্মণ সভাৰ নগ্ন সাম্প্ৰদায়িকতাৰ প্ৰতিবাদত চন্দ্ৰনাথে সেই সংগঠনৰ পৰা পদত্যাগ কৰিছিল। লক্ষ্মীধৰে এগৰাকী ব্ৰাহ্মণ মহিলাৰ বিষয়ে লিখিছিল, যি মৃত্যুতহে জাতক অতিক্ৰম কৰিব পাৰিছিল। তেওঁৰ বাবে মানৱতা ব্ৰাহ্মণ্যবাদতকৈ ওপৰৰ বস্তু। তেওঁলোক দুয়ো অস্পৃশ্য সম্প্ৰদায়সমূহৰ কলেৰা ৰোগীক শুশ্ৰূষা কৰিছিল আৰু তেওঁলোকৰ মৃতদেহো সৎকাৰ কৰিছিল; যিটো সমসাময়িক বৰ্ণহিন্দুৰ বাবে সপোনৰো অগোচৰ আছিল।

ঝাড়খণ্ডী-আদিবাসী শ্ৰমিকসকলৰ প্ৰতি গভীৰ দৰদ পোষণ কৰা লক্ষ্মীধৰে কংগ্ৰেছ-পলিটীয়ে সিসকলক সামান্যতমো সহায় নকৰা বুলি সন্দেহ প্ৰকাশ কৰিছিল। শেহত উল্লেখ কৰিলেও গুৰুত্বপূৰ্ণ আন এটা কথা হ'ল এই যে চন্দ্ৰনাথ-লক্ষ্মীধৰ দুয়োৰে মহিলাৰ প্ৰতি গভীৰ সন্মানবোধ আছিল; দুয়ো আছিল তেওঁলোকৰ সম অধিকাৰৰ দাবীৰ দৃঢ় সমৰ্থক। তেওঁলোক দুয়ো সাম্যবাদৰ প্ৰতি কিছু আকৃষ্ট হ'লেও সেই সম্পৰ্কে তেওঁলোকৰ কোনো সম্যক ধাৰণা নাছিল। সেয়েহে আমি তেওঁলোকক উদাৰ-জাতীয়তাবাদী গণতন্ত্ৰী তথা আমূল-

---

(১০৪) দীননাথ শৰ্মাঃ দেশপ্ৰাণ লক্ষ্মীধৰ, তেজপুৰ, ১৯৪৭, পৃঃ ৯

(১০৫) ঐ

(১০৬) দণ্ডীনাথ কলিতাঃ কৰ্মবীৰ চন্দ্ৰনাথ, তেজপুৰ, ১৯৮৪

(১০৭) দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা ৰচনাৱলী, দ্বিতীয় খণ্ড, পৃঃ ২৭৩

সংস্কাৰবাদী বুলি ক'ব পাৰোঁ।

চন্দ্ৰনাথ-লক্ষ্মীধৰ দুয়োৰে জীৱন আৰু কৰ্মৰাজিৰ বহু সমৰ্থক তেওঁলোকৰ জীৱনকালতে আছিল। এটি বাওঁপন্থী মত অনুসৰি '***The powerful but temporarily submerged stratum of democratic tradition among the Assamese people***' অৰ[১০৮] এওঁলোক যেনিবা যথাৰ্থ প্ৰতিনিধি। আৰম্ভণিৰ পৰা আজিলৈকে এই ধাৰা কেতিয়াও অৱলুপ্ত হৈ যোৱা নাই। স্বাধীনতা আন্দোলনৰ ৰামধেনুবুলীয়া বৰ্ণচ্ছটাৰ মাজত এই ধাৰা স্ব-মহিমাৰে উজলি উঠিছিল; কাৰণ ই এহাতে বিদেশী ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰোধিতা কৰিছিল, আৰু আনহাতে অসমীয়া সমাজৰ ভিতৰতে বিৰাজমান ব্ৰাহ্মণ্যবাদৰ সকলো অভিব্যক্তিৰ বিৰুদ্ধেও আপোচহীন আছিল। নিজে দৰিদ্ৰ হোৱা বাবে তেওঁলোকে অসমীয়া সমাজৰ সবাতোকৈ দৰিদ্ৰ, দলিত সকলৰ প্ৰতিও পোষণ কৰিছিল অপাৰ দৰদ। মোৱামৰীয়া বিদ্ৰোহ আৰু ১৮৬০ ৰ দশকৰ কৃষক বিদ্ৰোহৰ ঐতিহ্যক এনেকৈয়ে এওঁলোকেই আগবঢ়াই লৈ গৈছিল। জ্যোতিপ্ৰসাদ আগৰৱালা আৰু বিষ্ণুপ্ৰসাদ ৰাভায়ো এই ঐতিহ্যকে বহন কৰি নিয়া আমি অচিৰেই দেখা পাম।

যি কি নহওক, এই সজীৱ গণতান্ত্ৰিক ধাৰাৰ কথা উল্লেখ কৰাৰ পৰা এই ধাৰণা কৰিব নোৱাৰি যে স্বাধীনতা আন্দোলনৰ ভিতৰত ইয়েই একমাত্ৰ, অথবা প্ৰধান ধাৰা আছিল। তাৰ ঠিক ওলোটাটো। প্ৰকৃততে চন্দ্ৰনাথ আৰু লক্ষ্মীধৰ দুয়োৰে অকাল বিয়োগত এই ধাৰাটো দুৰ্বলহে হৈ পৰিল। অৱশ্যে ই যদিও এক প্ৰান্তিক ধাৰাহে আছিল, তথাপি কেতিয়াও নিঃশেষিত হোৱা নাছিল। প্ৰজন্মৰ পাছত প্ৰজন্ম ধৰি ই প্ৰেৰণা যোগাই গৈছিল, আৰু প্ৰভুত্বকাৰী কংগ্ৰেছী ধাৰাটোৰ অৱক্ষয়ৰ প্ৰতিও বৰঙণি যোগাইছিল।

অসমীয়াৰ বাবে ব্ৰিটিছৰ পৰা স্বাধীনতা আছিল এক সৰ্বভাৰতীয় বিষয়। ইয়াৰ সমান্তৰাল ভাৱে অসমীয়াসকলৰ এক নিজস্ব কাৰ্যসূচীও আছিল। সেই কাৰ্যসূচীয়ে স্বপ্নদ্ৰষ্টাসকলক কল্পনা কৰোৱাইছিল যে –

## 'অসমীয়াৰ বাবে এক জাতীয় ভূখণ্ড গঠন হওক।'

'গ্ৰুপিং' বিষয়টোৱে আকৌ এবাৰ প্ৰমাণ কৰিলে যে সৰ্বভাৰতীয় আন্দোলনত অংশগ্ৰহণ কৰা সময়তো অসমীয়াসকলে স্বকীয় জাতীয় সত্তা বজাই ৰাখিছিল। স্বাধীনতা আন্দোলনৰ স্বাৰ্থত কেতিয়াবা সেই সত্তাৰ সাব্যস্ত কৰণ স্থগিত ৰাখিলেও তাক তেওঁলোকে সম্পূৰ্ণৰূপে বাদ দিবলৈ সাজু নাছিল। একে সময়তে এক জাতীয় ভূখণ্ডৰ প্ৰশ্নটোৱেও তেওঁলোকৰ মনত সততে দোলা দি থাকিছিল। ভূখণ্ডৰ এই প্ৰশ্নটো আছিল দুই ধৰণৰ। প্ৰথমতঃ অসমীয়া সকলে বংগ (অথবা পূব বংগ, অথবা পূব পাকিস্তান)ৰ পৰা আঁতৰি থাকিবলৈ, আৰু চিলেটক নিজৰ পৰা আঁতৰাই পঠিয়াবলৈ বিচাৰিছিল। তেওঁলোকে আশংকা কৰিছিল যে তেনে কোনো সংলগ্নতাই অসমীয়াৰ' অস্তিত্ব বিলুপ্ত কৰিব। এয়া জাতীয় অস্তিত্ব ৰক্ষাৰ

---

(১০৮) Vaskar Nandy edited For a New Democracy: Assam, Special Issue,Cal. 1983

লগতে ক্ষমতাৰ ফেডাৰেল গাঁথনিৰো প্ৰশ্ন আছিল। এনে পটভূমিত গ্ৰুপিঙৰ অৰ্থ আছিল অসমক পূববংগৰ সৈতে একেটা প্ৰশাসনীয় গোটত সাঙুৰি পেলোৱা। অসমক লৈ এনেকৈ বংগৰ ভিতৰে-বাহিৰে ঢোপ খেলাদি খেলি থকা হৈছিল। আৰম্ভণিতে, অৰ্থাৎ ১৮২৬ চনৰ পাছতে ইয়াক বেংগল প্ৰেচিডেন্সীৰ লগত সাঙুৰি দিয়া হৈছিল। ১৯৭৪ চনতহে ইয়াক পৃথক প্ৰদেশৰূপে গঠন কৰা হৈছিল। ঘটনাক্ৰমে ঠিক এইবছৰতে অসমীয়া ভাষাৰ বাবে চৰকাৰী মৰ্যাদা বিচাৰি কৰা সংগ্ৰামৰো সফল সামৰণি ঘটে। কাৰ্যালয় - ন্যায়ালয় - বিদ্যালয়ৰ ভাষাত পৰিণত হয় অসমীয়া। ফলত নৱগঠিত (পৃথক) অসম প্ৰদেশত অসমীয়াৰ সাংস্কৃতিক সংহতি প্ৰতিষ্ঠিত হয়। সেই প্ৰদেশৰ ৰাষ্ট্ৰযন্ত্ৰত কালক্ৰমত অসমীয়াৰ আধিপত্য প্ৰতিষ্ঠাৰ বাট মুকলি হয়। এই দুয়োটাই আছিল জাতিটোৰ বিকাশৰ বাবে অপৰিহাৰ্য পূৰ্বচৰ্ত। (অৱশ্যে ভোলানাথ বৰুৱা আৰু মাণিকচন্দ্ৰ বৰুৱাৰ দৰে অসমীয়া মধ্যশ্ৰেণীৰ আদি ছোৱাৰ নেতাসকল অসমক পৃথক প্ৰদেশৰূপে গঢ়াৰ ক্ষেত্ৰত সমানে আগ্ৰহী নাছিল। তেওঁলোকে বংগৰ সৈতে সংযুক্ত হৈ থাকিবলৈহে পছন্দ কৰিছিল।[১০৯] হ'লেও সেয়া আন এক প্ৰসংগ।)

কিন্তু স্বাধীনতা আন্দোলনৰ সময়ত সংঘটিত ঘটনাৱলীয়ে দেশজুৰি সাম্প্ৰদায়িক মেৰু-বিভাজন ঘটালে। ঘোলাপানীত মাছ ধৰাৰ মতলবেৰে ব্ৰিটিছ কেবিনেট মিশ্যনে এইবাৰ ভাৰতৰ ৰাজ্যসমূহক তিনিটা 'গ্ৰুপ'ত ভগাব বিচাৰিলে (১৮৪৬ চন)। সেই অনুসৰি অসমে তৃতীয়টো গ্ৰুপত, অৰ্থাৎ পূব বংগৰ লগত যোগ দিব লাগিব। এই অদ্ভুত প্ৰস্তাৱত অসমীয়া মনন টিঙিৰি তুলা হৈ জ্বলি উঠিল। কাৰণ পূব বংগৰ লগত যোগ দিয়াৰ অৰ্থই হ'ব বাঙালী-প্ৰধান ৰাজ্যখনত অসমীয়াৰ অস্তিত্ব বিলুপ্তি, ৰাষ্টযন্ত্ৰত আপেক্ষিক গুৰুত্ব হ্ৰাস, ভাষাৰ স্বীকৃতি বিলোপ ইত্যাদি ইত্যাদি।

অসমত 'গ্ৰুপিঙ'ৰ বিৰুদ্ধে প্ৰতিবাদৰ ঢৌ উঠা সত্বেও ব্ৰিটিছ আৰু মুছলীম লীগ তাৰ সমৰ্থনত অটল হৈ থাকিল। কংগ্ৰেছৰ সৰ্বভাৰতীয় নেতৃত্ব 'গ্ৰুপিঙ'ৰ বিপক্ষে অসমীয়া মানুহৰ প্ৰবল প্ৰতিবাদৰ বিষয়ে সম্পূৰ্ণ অৱগত আছিল। 'গ্ৰুপিঙ'ৰ বিৰুদ্ধে অসম কংগ্ৰেছৰ বিৰোধিতাৰ কথাও ই নজনাকৈ নাছিল। উল্লেখযোগ্য যে অসম কংগ্ৰেছৰ উদ্যোগতে অসম বিধানসভাই ১৯৪৬ চনৰ ১৬ জুলাই তাৰিখে এক ঐতিহাসিক, প্ৰস্তাৱ গ্ৰহণ কৰে। সেই প্ৰস্তাৱ অনুসৰি 'কনষ্টিটুৱেন্ট এচেম্বলী'লৈ নিৰ্বাচিত অসমৰ নিজা প্ৰতিনিধি সকলেহে কেৱল অসমৰ প্ৰাদেশিক সংবিধান ৰচনা কৰিব পাৰিব। পূব বংগৰ সৈতে 'গ্ৰুপিঙ'ত যোগ দিয়াটো অসমৰ স্বাৰ্থৰ পৰিপন্থী বুলি এই প্ৰস্তাৱত উল্লেখ কৰা হৈছিল।

আচৰিত কথা যে কংগ্ৰেছৰ শীৰ্ষ নেতৃত্বই অসমীয়াৰ আৰ্তনাদৰ প্ৰতি বিশেষ মন-কাণ নিদিলে। ১৯৪৬ চনৰ ৬ ডিচেম্বৰ তাৰিখে নেহৰু আৰু আজাদে 'কেবিনেট মিশ্যন প্লেন'ৰ প্ৰতি সন্মতি জনালে। অসম প্ৰদেশ কংগ্ৰেছৰ এই দাবীৰ প্ৰতি আপাততঃ গান্ধীৰ সমৰ্থন থাকিলেও সৰ্বভাৰতীয় কংগ্ৰেছে ইয়াৰ 'গ্ৰুপিং' পন্থী স্থিতি অকণো সলনি নকৰিলে। যি কি নহওক পাঞ্জাবত শিখসকলে নিজৰ দৃষ্টিকোণৰ পৰা 'গ্ৰুপিঙ'ৰ বিৰোধিতা কৰিলে আৰু কংগ্ৰেছ-চচিয়েলিষ্ট তথা কমিউনিষ্ট সকলৰ নেতৃত্বত অসমৰ প্ৰতিবাদেও ঠন ধৰি উঠিলত

(১০৯) মাণিক চন্দ্ৰ বৰুৱা, পৃঃ ১০৯

পৰিশেষত সেই আঁচনি পৰিত্যক্ত হ'ল। কিন্তু 'গ্ৰুপিঙ'ৰ কফিনত শেষ গজালটো মাৰিলে ভীমবৰ দেউৰী আৰু ৰূপনাথ ব্ৰহ্মাৰ নেতৃত্বধীন অসমৰ জনজাতিসকলেহে। উল্লেখযোগ্য যে দেউৰী-ব্ৰহ্মাৰ নেতৃত্বাধান জনজাতি-সঁজাতী দল এটাই মুম্বাইৰ ইম্পিৰিয়েল হোটেলত জিন্নাক এনেকৈ ক'লে : '*Assam is neither Hindu, nor Muslim, it is a tribal state. The tribals donot want to join Pakistan.*'[১১০] জনজাতি সকলৰ এই স্থিতিয়ে চিৰদিনৰ কাৰণে সমস্যাটোৰ জনি মাৰিলে। কিন্তু আশ্চৰ্যজনক ভাবে অসমীয়া জাতীয় প্ৰেছে অসম-অসমীয়াক এনে বিপৰ্যয়ৰ পৰা ৰক্ষা কৰাৰ ক্ষেত্ৰত জনজাতিসকলৰ ভূমিকাৰ বিষয়ে নীৰৱতা অবলম্বন কৰিলে। ই হয় সেই ভূমিকাৰ উল্লেখ পৰ্যন্ত নকৰে, নহয় জনজাতি নেতৃত্বক তীব্ৰভাবে আক্ৰমণহে কৰে। ড. নিৰোদ কুমাৰ বৰুৱাৰ দৰে পণ্ডিতে আকৌ এইক্ষেত্ৰত কেবল গোপীনাথ বৰদলৈৰ নামহে লৈ দেউৰী-ব্ৰহ্মসকলক বিস্মৃতিৰ গৰ্ভলৈ ঠেলি দিয়ে।

'গ্ৰুপিঙ'ৰ দৰেই ৰাজ্যসমূহৰ পুনৰ গঠনৰ প্ৰসংগটোও অচিৰেই অসমীয়াৰ বাবে এক গুৰুত্বপূৰ্ণ প্ৰশ্ন হৈ উঠিল। ১৯৫৪ চনৰ ৰাজ্য পুনৰগঠন আয়োগে অৱশেষত গোৱালপাৰাৰ ৰাইজৰ আকাংক্ষ্যাৰ প্ৰতি সন্মান জনাই জিলাখনক অসমৰ লগত চামিল হ'বলৈ এৰি দিব লগা হ'ল। বংগ চৰকাৰৰ দাবীৰ বিপৰীতেই আয়োগে এই সিদ্ধান্ত ল'লেও কোচবিহাৰ কিন্তু অসমক দিয়া নহ'ল। ফলত প্ৰত্যাখ্যাত হ'ল এই 'ঐতিহাসিক উত্তৰাধিকাৰ সূত্ৰে প্ৰাপ্ত' ভূমিৰ ওপৰত তেওঁলোকৰ স্বত্ব।[১১১]

ইফালে অসম সাহিত্য সভাই পশ্চিমবংগ কংগ্ৰেছ কমিটি আৰু পঃবংগ চৰকাৰৰ বিৰুদ্ধে এইবুলি অভিযোগ আনিলে যে তেওঁলোকে কামৰূপ, গোৱালপাৰা আৰু গাৰো পাহাৰ জিলাক অসমৰ পৰা ফালি নিব বিচাৰিছে। সভাৰ ১৯৫৪ চনৰ যোৰহাট অধিবেশনে অসমৰ লগত স্থায়ীভাৱে থাকিবৰ বাবে গোৱালপাৰাৰ মানুহৰ সংগ্ৰামৰ প্ৰতি সমৰ্থন জনায়।

ৰাজ্য পুনৰগঠন আয়োগক দাখিল কৰা তাৰ স্মাৰকপত্ৰত বংগ প্ৰদেশ কংগ্ৰেছে অসম-অসমীয়াৰ বিপক্ষে অৱমাননাকৰ শব্দ ব্যৱহাৰ কৰা বুলি সাহিত্য সভাই অভিযোগ তোলে। সভাই ইয়াক অসমীয়াৰ আত্মসন্মানৰ প্ৰতি ক্ৰুৰ আঘাত বুলি আখ্যা দিয়ে আৰু স্মাৰকপত্ৰখনৰ পৰা সেইবোৰ শব্দ বাদ দিয়াৰ নিৰ্দেশ দিবলৈ কেন্দ্ৰ চৰকাৰ আৰু উক্ত আয়োগক আহ্বান জনায়।[১১২]

*The Assamese have no real patriotism. They have always betrayed the cause of the Indian unity and integrity, by allowing Sylhet, a Bengali speaking area, to go easily to Pakistan. The motive behind this is nothing but to increase the percentage of the Assamese in Assam. Assam is therefore, not eager to maintain the present frontiers of India. So, she cannot*

---

(১১০) সংহতিৰ বুনিয়াদ জননায়ক ভীমবৰ দেউৰী, প্ৰথম খণ্ড
(১১১) ষ্টেট ৰিঅৰ্গেনাইজেশ্যন কমিশ্যন সম্পৰ্কে অজিত কুমাৰ শৰ্মা : অমত আৰু অভিমত
(১১২) অসম সাহিত্য সভাৰ ৰূপলেখা

*be relied upon so as to prove equal to the task of defending strategically important frontiers.*[১১৩]

অসমৰ বিৰুদ্ধে এই অন্যায় আৰোপৰ বিৰোধিতা হৈছিল উপযুক্তভাবেই। ৰাজ্য পুনৰ গঠন আয়োগে অসমীয়াসকলৰ বাবে কম-বেছি পৰিমাণে এক সমসত্তা সম্পন্ন ভূখণ্ডই এৰি দিব লগা হৈছিল। 'গ্ৰুপিং' আৰু ৰাজ্য পুনৰ্গঠনৰ প্ৰসংগই এনেকৈ অসমীয়া মানুহক ৰাজনৈতিক ভাবে নিজকে সাব্যস্ত কৰাৰ সুযোগ আনি দিছিল। এয়া আছিল অসমীয়াৰ স্বকীয় ৰাজনৈতিক সত্তা আৰু ফেডাৰেল আকাংক্ষ্যা সাব্যস্তকৰণৰ জাতীয় ৰাজনীতি।

গ্ৰুপিঙৰ ক্ষেত্ৰত অসমীয়াৰ স্থিতি বুজিবলৈ অসুবিধা নহয়। বংগ (অথবা পূববংগ/পূবপাকিস্তান)তো বাদেই, কেৱল চিলেট জিলাকো যদি অসমৰ লগত চামিল কৰা হ'লহেঁতেন, তেতিয়াও অসমীয়া সংখ্যালঘুত পৰিণত হ'লহেঁতেন। কুৰি শতিকাৰ দোকমোকালিৰে এই পৰিসংখ্যাটোত চকু ফুৰাওকচোন বাৰুঃ

**তলিকা নং ২**[১১৪]

| | | |
|---|---|---|
| অসমৰ জনসংখ্যা | ঃ | ১৯০১ চন |
| ব্ৰহ্মপুত্ৰ উপত্যকা | ঃ | ২৬,১৯,০৭৭ |
| কাছাড় (বৰাক উপত্যকা) | ঃ | ৪,১৪,৭৮১ |
| চিলেট | ঃ | ২২,৪১,৮৪৮ |

ইয়াৰ পৰা দেখা যায় যে ব্ৰহ্মপুত্ৰ উপত্যকাত এজনো বাঙালী নাই বুলি ধৰিলেও সেই উপত্যকাতকৈ চিলেট আৰু বৰাকৰ যুটীয়া জনসংখ্যা ৩৭,৫৫২ জন বেছি হয়। সিফালে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাঙালীৰ বুজন জনসংখ্যাটো যোগ দিলে অসমীয়া অনায়াসে সংখ্যালঘু হৈ পৰে। ভাষাৰ উপৰিও অসমীয়া হিন্দুসকল ধৰ্মীয়ভাবেও সংখ্যালঘু হৈ পৰিব বুলিও তেওঁলোকৰ আশংকো আছিল।

এইখিনিতে মন কৰিব লগীয়া যে অসমীয়াসকল নিজে বংগ/ চিলেটৰ লগত চামিল হোবাৰ বিৰোধী আছিল যদিও উত্তৰ পূৰ্বাঞ্চলৰ কেউখন ৰাজ্যক অসমৰ লগত চামিল কৰাৰ পক্ষে আছিল। বোধহয় বংগৰ শক্তিশালী মধ্যশ্ৰেণীৰ বিপৰীতে পাহাৰীয়া জিলা/ৰাজ্যকিখনৰ পৰা কোনো মধ্যবিত্ত প্ৰত্যাহ্বান নাহিব বুলিয়েই তেওঁলোকে আশা কৰিছিল। সেয়েহে মধ্য বিত্ত জাতি-নিৰ্মাতাসকলে উক্ত 'সাতভনী'ক সাঙুৰি এখন 'বৰ অসমৰ কল্পনা কৰিছিল। তেওঁলোকে অতীতৰ 'বৰ অসম'ৰ স্মৃতি ৰোমন্থন কৰি বিমল আনন্দ লভিছিল। কিন্তু তথ্যই দেখুৱায় যে তেনে অবিভক্ত বৰ অসম এখন অতীতত কাহানিও নাছিলেই। এক অসমীয়া জাতিৰ বাসভূমি বৰ অসম দূৰতে থাকক, আনকি সমগ্ৰ উত্তৰ পূৰ্বাঞ্চল জোৰা ৰাজনৈতিক, প্ৰশাসনীয় ঐক্যও কাহানিও নাছিল। ত্ৰিপুৰা আৰু মণিপুৰ কেতিয়াও অসমৰ ভিতৰুৱা নাছিল।

(১১৩) অসম সাহিত্য সভাৰ ৰূপলেখা, পৃঃ ১২১
(১১৪) Census Report, 1901

নাগালেণ্ড, মিজোৰাম আৰু মেঘালয় অসমৰ জিলা আছিল যদিও অৰুণাচল (উত্তৰ পূৱ সীমান্ত অঞ্চল) 'বহিৰ্ভূত' (excluded) এলেকাহে আছিল।

কিন্তু নাগালেণ্ড, মিজোৰাম আৰু মেঘালয়ো ঐতিহাসিক ভাৱে অসমৰ অংগ নাছিল। ব্ৰিটিছেহে প্ৰশাসনীয়া সুবিধাৰ বাবে সিবিলাকক অসমৰ ভিতৰুৱা কৰিছিল। ব্ৰিটিছৰ অন্তৰ্ধানৰ লগে লগে উক্ত অঞ্চলকিটাৰ জনজাতিসকলে পুনৰ আগৰ দৰে স্বাধীন হ'বলৈ বিচৰাটোৱেই স্বাভাৱিক আছিল। তদুপৰি গুৱাহাটীৰ সিপাৰৰ নামনি অসমৰ জিলাবোৰ, কাৰ্বিআংলং, উত্তৰ কাছাড় আৰু বৰাক উপত্যকা কেতিয়াও প্ৰাক্-ব্ৰিটিছ অসমৰ অন্তৰ্ভুক্ত নাছিল। সেয়েহে অসমীয়াই সপোন দেখিব পৰাকৈ বৰ অসমৰ ধাৰণাটোও ব্ৰিটিছেহে যুগুতাই দিয়া।

তাৰ অৰ্থ অৱশ্যে এইটো নহয় যে অসমীয়াসকলে এক বহল আৰু সজীৱ জাতি গঢ়ি তোলাটো ব্ৰিটিছে বিচাৰিছিল। তেনে এক স্বাস্থ্যবান বিকাশে সময়ত অনিবাৰ্যভাৱে ব্ৰিটিছকে প্ৰত্যাহ্বান জনালেহেঁতেন। সেয়েহে ব্ৰিটিছে এপাত শৰেৰেই দুটা চৰাই মাৰিবলৈ উদ্যত হ'ল। প্ৰথমতে চুবুৰীয়া পাহাৰীয়া এলেকাবোৰ অসমৰ লগত সংলগ্ন কৰি ই প্ৰশাসনিক সুবিধা কৰি ল'লে। দ্বিতীয়তে, এই এলেকাবোৰক 'বহিৰ্ভূত' (excluded) বা 'অৰ্ধ-বহিৰ্ভূত' (Semi-excluded) কৰি ৰাখি তাত অসমীয়াই কোনোমতেই সোমাব নোৱাৰা, অথবা কোনোমতেহে সোমাব পৰা কৰিলে। সিফালে ব্ৰিটিছে পাহাৰীয়া এলেকাৰ জনজাতিসকলৰ মাজত খ্ৰীষ্টিয়ান ধৰ্মপ্ৰচাৰৰ পোষকতা কৰিলে। ফলত পাহাৰীয়া জনজাতিসকলৰ লগত অসমীয়াসকলৰ বিচ্ছিন্নতা সুনিশ্চিত হ'ল।

সেয়েহে অসমীয়াই যিমানে বৰ অসমৰ কথা কয়, সিমানে তাক সম্প্ৰসাৰণবাদী 'শ্লোগান' যেন শুনা যায়। সি পাহাৰীয়া জনজাতিসকলক আৰু দূৰৈলৈহে ঠেলি দিয়ে। এনেকৈয়ে বাস্তৱৰ ওপৰত আধাৰিত নোহোৱা উদ্ভট কল্পনাই দিঠককো বিপন্নহে কৰে।

অসমীয়া মধ্যশ্ৰেণীয়েনো বাস্তৱৰ পৰিমাপ কৰাত ক'ত ব্যৰ্থ হ'ল? এইটো সঁচা যে আহোম শাসনৰ ছটা শতিকাতে চুবুৰীয়া পাহাৰীয়া জনজাতিসকলে এক ধৰনৰ স্বায়ত্তশাসন উপভোগ কৰিছিল। মাজে মাজে হাটে-বজাৰে ঘটা আন্তঃসম্পৰ্কৰ জৰিয়তে মিশ্ৰিত অসমীয়া ভাষা গঢ়ি উঠিছিল। অসমীয়াৰ ওপৰত নিৰ্ভৰ নকৰাকৈ আন কোনো যোগাযোগৰ মাধ্যম গঢ়ি তোলাতো ব্ৰিটিছ বা মিশ্যনাৰীৰ কাৰণেও সম্ভৱ নাছিল। উদাহৰণস্বৰূপে নাগালেণ্ডত থকা ওঠৰটা নাগা জনজাতিয়ে পৰস্পৰৰ বাবে দুৰ্বোধ্য ভাষা কয়। অৰুণাচলৰ সমস্যাও একেধৰণৰ। ইয়াৰ ফলত ব্ৰিটিছ আৰু মিশ্যনাৰীয়ে সংশ্লিষ্ট এলেকাসমূহত নাগামিজ আৰু নেফামিজৰ দৰে সংযোগী ভাষা গঢ়ি তুলিব লগা হৈছিল। অসমীয়াৰ এই দুই মিশ্ৰিতৰূপৰ বিকাশ তেনেকৈ সম্ভাবনাপূৰ্ণ হৈ উঠিছিল।[১১৫]

এই গ্ৰন্থৰ 'অসম সাহিত্য সভা' অধ্যায়ত আমি দেখুৱাই আহিছোঁ কেনেকৈ নাগালেণ্ড আৰু অৰুণাচলৰ অন্ততঃ চল্লিশটা জনজাতিয়ে একধৰণৰ অসমীয়া কয়।[১১৬] আচৰিত হ'ব লগা নাথাকে যেতিয়া এই দীঘলীয়া তালিকাই অসমীয়াৰ মনত এক অযথা ভ্ৰান্তি জন্মায়।

(১১৫) K. S. Singh and S. Monoharon: **Languages and Scripts**

(১১৬) এই গ্ৰন্থৰ পঞ্চম অধ্যায় চাওক।

তেওঁলোকে কল্পনা কৰে যে ভাষাৰ এই সম্প্ৰসাৰণে জাতিটোৰো অনিবাৰ্য সম্প্ৰসাৰণ ঘটায়। সেয়েহে সেই ভাষিক সম্প্ৰসাৰণক আনুষ্ঠানিকীকৰণ আৰু চৰকাৰীকৰণ কৰিবৰ বাবে অসমীয়াক একমাত্ৰ চৰকাৰী ভাষাৰূপে স্বীকৃতি দিয়াৰ দাবী তোলা হয়। কিন্তু অসমীয়াক এনেকৈ জাপি দিয়াৰ বাবে অসমীয়াই তোলা দাবী আপোনঘাতীহে হ'ল। বাস্তৱৰ ভ্ৰান্ত পৰিমাপৰ পৰিণতি ঘটে ভ্ৰান্ত নীতিত। সেয়েহে ১৯৬০ চনৰ অসম ৰাজ্যভাষা আইন আন্দোলনৰ পৰিণতি ঘটে অসমৰ পৰা নাগালেণ্ড, অৰুণাচল, মিজোৰাম আৰু মেঘালয়ৰ বিচ্ছিন্নতাত।

অসমীয়াৰ সম্প্ৰসাৰিত ভূখণ্ডৰ সপোন এনেকৈয়ে খানবান হৈ যায়। আৰু এটা আঘাত আহে পশ্চিম প্ৰান্তৰ পৰা। গোৱালপাৰাৰ মানুহে অসমত যোগ দিবলৈ সিদ্ধান্ত কৰাৰ বিপৰীতে কোচবিহাৰ, জলপাইগুড়িৰ ক্ষেত্ৰত একেটা কথা নঘটিল। অথচ ঐতিহাসিকভাৱে এইবোৰ আছিল বিশাল কোচ-কমতা ৰাজ্যৰ অংশ। উজনি অসমৰ আহোম ৰাজ্যৰ দৰে এই কোচ -কমতা ৰাজ্যও অসমীয়া জাতিসত্তাৰ গৃহভূমি হ'ব পাৰিলেহেঁতেন। কিন্তু লাচিতৰ দেশে উদীয়মান জাতিসত্তাৰ ৰঘৰ ৰূপে কাম কৰাৰ বিপৰীতে চিলাৰায় আৰু নৰনাৰায়ণৰ যিখন দেশত শংকৰদেৱেও তেওঁৰ বহু ৰচনা সম্পাদন কৰিছিল, সেইখন দেশ ৰাজ-চোতাল হৈয়ে ৰ'ল। এয়া দেখদেখকৈয়ে এক ব্ৰিটিছ সিদ্ধান্ত হ'লেও ইয়াৰ বাবে অসমীয়া জাতি-নিৰ্মাতাসকলৰ দুৰ্বলতাও কম দায়ী নহয়। গোৱালপৰীয়া - কমতাপুৰী ভাষা - সাহিত্যৰ প্ৰতি তেওঁলোকৰ উদাসীনতা আৰু অৱহেলাই উত্তৰ বংগৰ বিপুলসংখ্যক কমতাপুৰী ৰাজবংশীক (জলপাইগুড়ি - কোচ বিহাৰ আদিত যাৰ সংখ্যা এতিয়াও ৬৫-৭০%) দূৰলৈ ঠেলি দিলে।

কোচবিহাৰ, জলপাইগুড়ি আৰু ৰংপুৰক (বৰ্তমান বাংলাদেশৰ অন্তৰ্ভুক্ত) অসমৰ অন্তৰ্ভুক্ত কৰাটো যে কোনোবা খেয়ালীৰ দিবাস্বপ্ন - কেৱল নাছিল তাৰ প্ৰমাণ পোৱা যায় ১৯৪০ চনতে অসম কংগ্ৰেছৰ নেতৃবৃন্দই এই বিষয়ে গভীৰভাৱে চিন্তা - চৰ্চা কৰাৰ পৰা। এই গ্ৰন্থৰ আন এটা অধ্যায়ত আমি দেখুৱাই আহিছোঁ কেনেকৈ প্ৰাক্‌স্বাধীনতা কালতে কাৰাৰুদ্ধ অৱস্থাতে গোপীনাথ বৰদলৈ, ফখৰুদ্দিন আলি আহমেদ, বিষ্ণুৰাম মেধি, গৌৰীকান্ত তালুকদাৰ আদি অসম কংগ্ৰেছৰ নেতৃবৰ্গই জনগোষ্ঠীগত, ধৰ্মীয় আৰু ভাষিক সাদৃশ্যৰ যুক্তিত উক্ত জিলাকিখন অসমৰ লগত চামিল কৰাৰ পোষকতা কৰিছিল।(১১৭)

অসমৰ লগত উক্ত জিলাকিখনৰ কল্পিত সংলগ্নতা বাধা দিয়া কাৰকসমূহ সৰ্বজনবিদিত, এইক্ষেত্ৰত পশ্চিম বংগ চৰকাৰৰ বিৰোধিতাও সহজবোধ্য। কিন্তু শেহতীয়া ভাবে আমাৰ হাতত পৰা কেতবোৰ তথ্য অনুসৰি এই আপেক্ষিকভাৱে বাস্তৱসম্মত প্ৰস্তাৱটোও (ই অন্ততঃ মণিপুৰ, ত্ৰিপুৰা অথবা পাৰ্বত্য ৰাজ্যসমূহ সাঙুৰি লোৱাৰ প্ৰস্তাৱতকৈ বেছি বাস্তৱসম্মত আছিল) কংগ্ৰেছৰ ভিতৰৰ পৰাই অন্তৰ্ঘাতৰ সন্মুখীন হৈছিল।

এটা নিৰ্ভৰযোগ্য সূত্ৰৰ মতে সীতানাথ ব্ৰহ্মচৌধুৰী নামৰ অসম সাহিত্য সভাৰ দুবাৰৰ সভাপতি (১৯৮১-৮২) (ভূটীয়া-) বড়ো জনগোষ্ঠীয় লোকজনে কোচবিহাৰক অসমৰ লগত সংলগ্ন কৰাৰ ক্ষেত্ৰত বিশেষ ভূমিকা লৈছিল। তেওঁ কোচবিহাৰ ৰাজ্যৰ প্ৰধান মন্ত্ৰীৰ লগতো

---

(১১৭) Nirode K. Baruah: **Gopinath Bordoloi, *Indian constitution* and Centre Assam Relations**, p-72.

আলোচনা কৰি এইক্ষেত্ৰত তেওঁৰ সম্মতি আদায় কৰিছিল। কিন্তু প্ৰধানমন্ত্ৰীজনে এইক্ষেত্ৰত এটা আন্দোলন গঢ়ি উঠাতো কামনা কৰিছিল কাৰণ বংগত তেওঁলোকৰ কণ্ঠ বন্ধ কৰি ৰখা হৈছিল।[১১৮] প্ৰধানমন্ত্ৰীজনে সঁচা কথাকে কৈছিল। উত্তৰ বংগৰ কোচ-ৰাজবংশী তথা অন্যান্য কমতাপুৰীসকলে ১৯৪৭ চনৰ পৰাই কমতাপুৰক অসমৰ অন্তৰ্ভুক্ত কৰাৰ বাবে আন্দোলন কৰি আছিল। এই উদ্দেশ্যেৰেই গঠিত হিতসাধিনী সভাই ১৯৪৯ চনৰ কোচবিহাৰ বিধান পৰিষদৰ নিৰ্বাচনত এখনৰ বাহিৰে আন সকলো আসন লাভ কৰিছিল। ইয়াৰ আগতে ৬,০০,০০০ কোচবিহাৰীয়ে অসমত যোগদানক সমৰ্থন কৰাৰ বিপৰীতে ২,০০,০০০ বাঙালীয়ে তাৰ বিৰোধিতা কৰা বুলি জনা যায়। যি কি নহওক পশ্চিম বংগ কংগ্ৰেছ কমিটিয়ে সৰ্বভাৰতীয় কংগ্ৰেছ কমিটিৰ ওপৰত হেঁচা প্ৰয়োগ কৰি কোচবিহাৰক অসমত চামিল কৰণ বন্ধ কৰিবলৈ সমৰ্থ হ'ল। এই ক্ষেত্ৰত অসম প্ৰদেশ কংগ্ৰেছে কোনো উদ্যোগ নল'লে।[১১৯] ইয়াৰ কাৰণ লুকাই আছে অসম কংগ্ৰেছৰ ভিতৰৰ জাতি-বৰ্ণগত দ্বন্দ্বত। অসমৰ তেতিয়াৰ মুখ্যমন্ত্ৰী (১৯৫২-৫৭) বিষ্ণুৰাম মেধি আছিল নিজে এজন কোচ-ৰাজবংশী; তেওঁ কোচবিহাৰক অসমৰ লগত চামিল কৰোৱাৰ পক্ষত আছিল। কিন্তু তাৰ বিপৰীতে কংগ্ৰেছৰ আন দুই মহাৰথী দেবেশ্বৰ শৰ্মা আৰু মহেন্দ্ৰমোহন চৌধুৰীয়ে (পাছলৈ মুখ্যমন্ত্ৰী) এই প্ৰস্তাৱৰ দোৰ্দোৰ বিৰোধিতা কৰে।[১২০]

অসম সাহিত্য সভাৰ দ্বাৰা নিযুক্ত সীতানাথ ব্ৰহ্মচৌধুৰীৰ জীৱনীকাৰ জনে উদঙাই দিছিল যে কোচবিহাৰ অসমৰ লগত চামিল হ'লে ই অসমৰ কোচ-ৰাজবংশীসকলৰ জনসংখ্যা বহুগুণে বঢ়াই তুলিব আৰু তাৰ ফলত বিষ্ণুৰাম মেধি চিৰজীৱন অসমৰ মুখ্যমন্ত্ৰী হৈ থাকিব বুলি দেবেশ্বৰ শৰ্মাই ভীষণ ভয় খাইছিল।[১২১]

ইয়াৰ পৰা এক অপ্ৰিয় সত্য ওলাই পৰে। সেয়া হ'ল এই যে অসমীয়া জাতিসত্তাৰ বাবে এক বৃহত্তৰ ভূখণ্ডৰ বাবে জাতি - নিৰ্মাতাসকলৰ সপোনক তেওঁলোকৰেই ভিতৰৰ উগ্ৰজাতীয়তাবাদী, জাতি - বৰ্ণবাদী আৰু ৰাষ্ট্ৰবাদী খোৰা কামোৰাই পৰাজিত কৰিছিল।

১৯৬০ ৰ পাছৰ দশকবিলাকত অসমীয়াৰ 'জাতীয়' ভূখণ্ডৰ সংহতিলৈ বাৰম্বাৰ প্ৰত্যাহ্বান আহে; বড়ো, কাৰ্বি আৰু বৰাক উপত্যকাৰ আন্দোলনৰ কথা এই ক্ষেত্ৰত আহি পৰে। যি কি নহওক আমাৰ এই গ্ৰন্থৰ আলোচনাৰ সময় সীমা আমি যিহেতু ১৯৬০ চনত ঠাৱৰ কৰিছোঁ সেয়েহে এই কথাৰেই আমি সামৰণি মাৰিব খোজোঁ যে বৰ্তমানৰ অসমৰ ভূখণ্ড অসমীয়াৰ শক্তি আৰু ক্ষমতাৰে আনুপাতিক। কিন্তু অসমীয়াসকল এতিয়া আগ্নেয়গিৰিৰ শিখৰত বহি আছে। তেওঁলোকে যদি উগ্ৰজাতীয়তাবাদৰ আশ্ৰয় লয়, তেনেহ'লে ৰাজ্যখনৰ আৰু খণ্ডিতকৰণ অনিবাৰ্য। অৱশ্যে তাৰ বিপৰীতে যদি ৰাজ্য পুনৰবিভাজনৰ ডেম'ক্লিচৰ তৰোৱাল খনে মূৰৰ ওপৰত ওলমি থাকি উগ্ৰ জাতীয়তাবাদী উপাদানবোৰক সংযত কৰিবলৈ

---

(১১৮) চিত্ৰ মহন্তঃ সিংহ পুৰুষ সীতানাথ ব্ৰহ্মচৌধুৰী, (যোৰহাট ১৯৮৩)
(১১৯) অজিত কুমাৰ শৰ্মাঃ *কোচবেহাৰৰ সমস্যা*, ৰামধেনু, ব'হাগ, ১৯৫৫
(১২০) চিত্ৰ মহন্তঃ সিংহ পুৰুষ সীতানাথ ব্ৰহ্মচৌধুৰী, যোৰহাট ১৯৮৩
(১২১) ঐ

সক্ষম হয়, তেতিয়া হ'লে তেওঁলোকে বৰ অসমৰ উদ্ভৎ ধাৰণা পৰিত্যাগ কৰি নিষ্ঠাসহকাৰে জাতি গঢ়াৰ কামত অগ্ৰসৰ হ'ব বুলি আশা কৰিব পাৰি।

আনহাতে জাতীয় অৰ্থনীতি, জাতীয় ৰাজনীতি আৰু জাতীয়তাৰে সংহত ভূখণ্ডৰ পাছত জাতি-নিৰ্মাতাসকলে কল্পনা কৰিলে যে ঃ

## 'আমাৰ সমগ্ৰ ভূখণ্ড বিয়পি একমাত্ৰ এটাই চৰকাৰী ভাবে স্বীকৃত জাতীয় ভাষা হওক'

তেওঁলোকে আৰু কল্পনা কৰিলে যে সেই ভাষাটো সেই ভূখণ্ডৰ বাসিন্দা প্ৰতিজন ব্যক্তিয়েই কওক। তেওঁলোকে ভাষাটো সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰ সংযোগী ভাষা হোৱাটোও কামনা কৰিলে। উপভাষাগত বিৰোধ আৰু পাৰ্থক্যৰ পৰা মুক্ত এক সমসত্তাসম্পন্ন ভাষাৰ কথাই তেওঁলোকে ভাবিলে। কিন্তু এই কল্পনাক দিঠকত পৰিণত কৰিবলৈ হ'লে তেওঁলোকে হাৰ্কিউলিয়ান কাম কান্ধ পাতি ল'ব লাগিব।

আনক নিজৰ ভাষা শিকোৱাৰ আগতে তেওঁলোকে নিজৰ মাজতেই কেতবোৰ গুৰুত্বৰ দ্বন্দ্ব সমাধান কৰি ল'ব লগা আছিল। (তেওঁলোকে কেতিয়াবা ঘোঁৰাৰ আগত গাড়ী বান্ধি দিয়াদি নিজৰ সমস্যা সমাধান কৰাৰ বাবে লোকৰ ওপৰত ভাষাটো জাপি দিবলৈ ওলাইছিল) অথচ উপভাষাগত বিৰোধৰ প্ৰশ্নটোও সময়ে সময়ে অতিশয় প্ৰকট হৈ উঠিছিল। এই বিৰোধে জাতিটোৰ ভিতৰতে ফাট মেলোৱাৰ উপক্ৰম হৈছিল। এই গ্ৰন্থৰ তৃতীয় অধ্যায়ত আমি বাঁহী - আসাম বান্ধৱৰ মাজৰ উজনি - নামনিৰ উপভাষাক লৈ চৰম বিতৰ্ক, চন্দ্ৰকান্ত অভিধানৰ পৰা তাৰ প্ৰধান প্ৰণেতা কোহিৰাম দাস তথা সাহিত্য সভাৰ প্ৰতিষ্ঠাপক প্ৰধান সম্পাদক শৰৎ চন্দ্ৰ গোস্বামী (দুয়ো কামৰূপৰ) নাম বাদ দিয়াৰ কথা উনুকিয়াই আহিছোঁ।

সংঘাতবোৰ শূন্যৰ পৰা সৃষ্টি নহয়; হয় ইতিহাসৰ পৰা। কে'বা শতিকাজুৰি উজনি আৰু নামনি দুখন পৃথক, পৰস্পৰ শত্ৰুতাপূৰ্ণ আহোম আৰু কোচৰাজ্যত বিভক্ত হৈছিল। ব্ৰিটিছ শাসনৰ এক শতিকাই উজনি - নামনিক একত্ৰিত কৰি একে প্ৰশাসনৰ অধীনস্থ কৰিছিল। কিন্তু (উপ) ভাষিক, সাংস্কৃতিক পাৰ্থক্যবোৰ সচেতনভাৱে নিৰ্মূল কৰাৰ সলনি সেইবোৰ সচেতনভাৱে উৎসাহিতহে কৰা হৈছিল। দৰাচলতে বেপ্তিষ্ট মিশ্যনাৰীসকলে কামৰূপীক আধাৰ কৰি অসমীয়া ভাষাৰ আন এটা মান্যৰূপ বিকশিত কৰিবলৈ চেষ্টা কৰিছিল। অৱশ্যে মূৰকত গৈ তেওঁলোকে নামনিক সমূলি বাদ দি উজনিৰ উপভাষাটোকহে মান্য ভাষাৰূপে গঢ়ি তোলেগৈ।

'অকনোদই'ৰ যোগেদি উজনিৰ উপভাষাটোৱেই ছপা ৰূপত ওলাবলৈ লোৱাত, আৰু তাকেই চৰকাৰী স্বীকৃত ৰূপ হিচাপে প্ৰতিষ্ঠা কৰাত সেই উপভাষা - ভাষীসকলৰ এক উচ্চাভিলাষিকা মনোভাৱ ফুটি উঠিবলৈ ধৰে। ফলত নামনিৰ উপভাষীসকলে বাংলাৰ ফালেহে ঢাল ল'বলৈ ধৰে। তেওঁলোকৰ আহত অনুভূতিৰ উমাল ১৮৫০ ৰ দশকত বংগৰ লেফটেনাণ্ট গভৰ্ণৰক প্ৰদত্ত ভলৰ স্মাৰকপত্ৰখনত ফুটি উঠে। উল্লেখযোগ্য যে এই স্মাৰকপত্ৰত ৩৩ জন মৌজাদাৰ, ২২ জন উকীল, ৭৪ জন মণ্ডল, ৪ জন গোঁসাইকে ধৰি নামনি অসমৰ ১২২৬ জন

মধ্যবিত্ত ব্যক্তিয়ে চহী কৰিছিল। স্মাৰকপত্ৰখনত কোৱা হৈছিলঃ

*The people of lower Assam protested against the order of the High Court .... the dialect current in upper Assam improperly designated as Assamese Language has been enforced in supersession of the Bengali which has for upwards 40 years been recognised as the court and adopted as the medium of instruction in school. The upper Assam dialect is spoken only by a small portion of the population of Assam districts of Dibrugarh and Sibsagar and is altogether unimportant and meagre and its capabilities and chances to make itself the language of the entire province are extremely limited as the comparative poverty in respect to written and published work does conclusively show.*[১২২]

এই স্মাৰকপত্ৰখনত উজনি অসমৰ দোৱান(Patois) জাপি দিয়াৰ বাবে মিশ্যনাৰীৰ সমৰ্থন -পুষ্ট প্ৰচেষ্টাৰ বিৰোধিতা কৰা হৈছিল আৰু উজনিৰ অসমীয়াৰ পৰিবৰ্তে বাংলা প্ৰবৰ্তনৰ দাবী কৰা হৈছিল। পৃথক ঐতিহাসিক পটভূমিৰ পৰা উদ্ভুত ঘাই পাৰ্থক্যবোৰে এনেকৈ উদ্বেগজনক ৰূপে ধাৰণ কৰিছিল। অৱশেষত ড. বাণীকান্ত কাকতি, চন্দ্ৰনাথ শৰ্মা আদিৰ বিচক্ষণ প্ৰচেষ্টাৰে এই বিবাদৰ ওৰ পৰে। ড° মহেশ্বৰ নেওগে জনাইছে কেনেকৈ **Assamese, Its Formation and Development** (১৯৪১) নামৰ গৱেষণা গ্ৰন্থৰ প্ৰণেতা, বিশিষ্ট ভাষাতাত্বিক ড° কাকতি এইক্ষেত্ৰত লক্ষ্মীনাথ বেজবৰুৱাৰ লগত লগ লগাটোৱে বিষয়টোৰ সমাধানলৈ বৰঙণি যোগাছিল। ইয়াৰ কাৰণ এয়ে যে বেজবৰুৱা আছিল উজনিৰ উপভাষাৰ সবল প্ৰবক্তা, আনহাতে ড° কাকতি আছিল নামনিৰ মানুহ। সেয়েহে নামনিৰ এইজন ভাষাতাত্বিকে যেতিয়া ঘোষণা কৰিলে যে শুদ্ধ অসমীয়া লিখিবলৈ হ'লে দিনে-ৰাতিয়ে বেজবৰুৱাৰ লেখনী পঢ়া প্ৰয়োজন,[১২৩] তেতিয়া দুয়ো বিৰোধী শিবিৰ সংযত হ'বলৈ বাধ্য হ'ল। ড° নেওগে সেয়েহে সঠিকভাৱেই কৈছে যে ড° কাকতিৰ এই স্থিতিয়ে এক ঐক্যবদ্ধ জাতীয় ভাষা আৰু সাহিত্যৰ বাট মোকলালে।[১২৪]

বিদ্যায়তনিক স্তৰত ড° কাকতিয়ে এই বৰঙণি যোগালেও বাইজৰ মাজলৈ গৈ ঐক্য গঢ়ি তোলাৰ কঠিন কামটো পুনৰ তৰুণ বিপ্লৱী চন্দ্ৰনাথ শৰ্মাৰ কান্ধত পৰিল। দণ্ডিনাথ কলিতাই দেখুৱাইছে কেনেকৈ 'বাঁহী' আৰু 'আসাম বান্ধৱ'ৰ বিতৰ্কই চন্দ্ৰনাথ শৰ্মাক উজনি - নামনি দুয়োৰে গ্ৰহণযোগ্য এখন আলোচনী প্ৰকাশৰ প্ৰয়োজন অনুভৱ কৰাইছিল। পূৰ্বতে 'আসাম বান্ধৱ'ৰ লগত জড়িত অম্বিকাগিৰী ৰায়চৌধুৰীও এইবাৰ চন্দ্ৰনাথৰ লগ লাগিল আৰু দুয়ো যুটীয়াকৈ চেতনাখন সম্পাদনা কৰিবলৈ ল'লে। চন্দ্ৰনাথে এই বিবাদ মীমাংসাৰ বাবে অসমীয়া ছাত্ৰৰ সাহিত্য সন্মিলন (পাছলৈ অসম সাহিত্য সভা) ৰ কথা ভবা, কলকাতাৰ

(১২২) ড° হেৰম্বকান্ত বৰপূজাৰীঃ অসমৰ নৱ জাগৰণ, অনা-অসমীয়াৰ ভূমিকা, পৃঃ ৩৫

(১২৩) বাণীকান্ত ৰচনাৱলীত ড° মহেশ্বৰ নেওগৰ পাতনি

(১২৪) ঐ

পৰা গোৱালপৰীয়া জমিদাৰ (তথা গল্পকাৰ) নগেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে প্ৰকাশ কৰা 'আৱাহনে' এই দ্বন্দ্ব সমাধানত লোৱা ভূমিকাৰ কথাও আমি আগতে উল্লেখ কৰিছোঁ।

কামৰূপীৰ পাছত গোৱালপাৰা - গোৱালপৰীয়াৰ পাল পৰিল। এই জিলাখন বহুদিন বংগৰ অন্তৰ্ভুক্ত আছিল। বংগৰ দৰে তাত চিৰস্থায়ী বন্দবস্ত চলিছিল, যিটো অসমৰ আন জিলাত প্ৰচলিত নাছিল। বংগৰ সৈতে এই দীৰ্ঘদিনৰ সম্পৰ্কই গোৱালপাৰাৰ সমাজ, সংস্কৃতি আৰু ভাষাত বাৰুকৈ বাঙালী প্ৰভাৱ পেলাইছিল। ১৯১৮ চনত মণ্টেগো চেমচফ'ৰ্ড ৰিপৰ্টে বংগৰ জমিদাৰসকলক কেতবোৰ বিশেষ সুবিধা দিয়াত প্ৰভাতচন্দ্ৰ বৰুৱা (আসাম এচ'চিয়েশ্যনৰ ভূতপূৰ্ব সভাপতি), মুকুন্দনাৰায়ণ বৰুৱা আদি গোৱালপাৰাৰ কিছু জমিদাৰে পুনৰ বংগৰ লগত চামিল হ'বলৈ বিচাৰিলে। তেওঁলোকে জিলাখনৰ চৰকাৰী ভাষাৰূপে পুনৰ বাংলা প্ৰবৰ্তন হোৱাটো বিচাৰিলে। কেৱল মেছপাৰাৰ জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীয়েহে বংগত এনেকৈ চামিল হোৱাৰ বিৰোধিতা কৰিছিল। (তাৰেই স্বীকৃতিস্বৰূপে তেওঁক ১৯৩১ চনত অসম সাহিত্য সভাৰ সভাপতিৰ পদ যচা হয়।)

চাদুল্লা আৰু বৰদলৈ মন্ত্ৰীসভাই গোৱালপাৰাক দ্বি- ভাষিক জিলা বুলি গণ্য কৰিছিল।[১২৫] শৰৎচন্দ্ৰ গোস্বামীয়ে লক্ষ্মীনাথ বেজবৰুৱাক সাহিত্য সভাৰ ধুবুৰী অধিবেশনলৈ নিমন্ত্ৰণ কৰা চিঠিত ধুবুৰীত কেইজনমানহে অসমীয়া - প্ৰিয় মানুহ আছে বুলি উল্লেখ কৰিছিল। গোৱালপাৰাত অসমীয়াৰ এনে পুতৌলগা পৰিস্থিতিয়ে আনকি অগ্নিবৰ্ষী উগ্ৰজাতীয়তাবাদী অম্বিকাগিৰী ৰায়চৌধুৰীকো এই বুলি প্ৰস্তাৱ কৰাইছিল যে ধুবুৰীৰ চাৰিটা পুলিচ-থানা এলেকা আৰু বৰাক উপত্যকাৰ এটা মহকুমাক পাকিস্তানৰ সৈতে চামিল কৰাব লাগে। **The Assam Tribune** কাকতৰ ২৩-১-১৯৪৭ সংখ্যাত ৰায়চৌধুৰীৰ সেই বক্তব্য প্ৰকাশ পাইছিল।

তেনেহ'লে এনে এক হতাশাজনক পৰিস্থিতি কিহে অসমীয়াৰ পক্ষে অনুকূল কৰি তুলিলে ? এয়া আছিল বড়ো, কোচ- ৰাজবংশী, আনকি একাংশ বাঙালীকে ধৰি জিলাখনৰ সৰ্বসাধাৰণ মানুহৰ অসমীয়াৰ পক্ষে ভূমিকা। এই ক্ষেত্ৰত গোৱালপৰীয়া ৰাইজে প্ৰদৰ্শন কৰা ত্যাগ আৰু মনোবল সঁচাই অতুলনীয়। এইটো এতিয়া প্ৰশ্নাতীতভাৱে প্ৰমাণিত যে বড়ো সামাজিক - ধৰ্মীয় নেতা কালীচৰণ ব্ৰহ্মই গোৱালপাৰা জিলা অসমত থকাৰ পক্ষে আৰু অসমীয়া গ্ৰহণৰ হকে আপোচহীন আৰু দ্ব্যৰ্থহীন স্থিতি গ্ৰহণ কৰিছিল। কৈছিল তেওঁঃ

***Some interested persons of our district are agitating for the transfer of the district of Goalpara over to Bengal. So far as we are concerned, we (are) opposed to it. Goalpara is a part and parcel of Assam and history will prove what part she has been playing since the (sic) time immemorial. The habits and customs of the people of this district are more akin to Assamese than to Bengalees. We the Bodos can by no means call ourselves other than Assamese. The***

(১২৫) ড° শিৱনাথ বৰ্মনঃ *'অসমীয়া ভাষাৰ স্বত্বাধিকাৰ প্ৰাপ্তিৰ ইতিহাস,'* সাপ্তাহিক সাময়িকী, জুলাই-আগষ্ট,১৯৮২

***transfer of this district to Bengal will be prejudical to the interest not only of this community but all the other communities, and this transfer will seriously hamper our progress in all direction.***[১২৬] (গুৰুত্ব আমাৰ)

আন কাৰণতকৈও বড়োসকলে (আৰু কোচ - ৰাজবংশী সকলে) লোৱা স্থিতিয়েহে গোঁৱালপাৰাক অসমৰ লগত ৰখাৰ ক্ষেত্ৰত, আৰু তাত অসমীয়া প্ৰবৰ্তনৰ ক্ষেত্ৰত নিৰ্ণায়ক ভূমিকা ল'লে। কিন্তু আশ্চৰ্যকৰ ভাৱে অসমীয়া জাতি নিৰ্মাতা বৰ্ণহিন্দুসকলে কালীচৰণ ব্ৰহ্মসকলৰ এনে গুৰুত্বপূৰ্ণ ভূমিকাৰ কথা কাচিৎহে উল্লেখ কৰে। অৱশ্যে 'গ্ৰুপিঙ'ৰ পৰা অসমক বচোৱাৰ ক্ষেত্ৰত গোপীনাথ বৰদলৈৰ নাম ল'বলৈ গৈ ভীমবৰ দেউৰী - ৰূপনাথ ব্ৰহ্মৰ নাম ল'বলৈ পাহৰি যোৱা কৃতঘ্ন মধ্যশ্ৰেণীৰ কাৰণে এই সকলো সহজ কথা।

গোৱালপাৰাক অসমৰে চামিল কৰাৰ ক্ষেত্ৰত নিৰ্ণায়ক কাৰকটো আছিল কোচৰাজবংশীসকলৰ এই সম্পৰ্কীয় ঐতিহাসিক সিদ্ধান্ত, তাৰ প্ৰমাণ আমি তলৰ তথ্যখিনিৰ পৰাই পাওঁ ঃ

গোৱালপাৰা প্ৰকৃততে এক গোৱালপৰীয়া /কমতাপুৰী /ৰাজবংশী ভাষী এলেকা। আনকি শংকৰদেৱ - মাধৱদেৱৰ বাবেও সোণৰ খনি বুলি প্ৰমাণিত এই ভাষা আধুনিক এক মান্য ভাষাৰূপে গঢ়ি নুঠাৰ একমাত্ৰ কাৰণ হৈছে ৰাজনৈতিক ক্ষমতাৰ অভাৱ। তথাপিও ই ৰাইজৰ মাজত সজীৱ ভাষা হৈয়েই প্ৰবাহিত হৈ আছে। ১৮৯১ চনৰ পিয়ল অনুসৰি সেই সময়ত গোৱালপাৰাত ২,৯২,৮০০ জন গোৱালপৰীয়া/ৰাজবংশী ভাষী আছিল। আনহাতে গোৱালপাৰা, কামৰূপ, জলপাইগুড়ি, কোচবিহাৰ, দাৰ্জিলিং আৰু ৰংপুৰ (বৰ্তমানে বাংলাদেশ) জিলাৰ মুঠ গোৱালপৰীয়া/ৰাজবংশীভাষীৰ সংখ্যা আছিল ৩৫,৯০,৩৪১ জন।[১২৭]

ভাষাতাত্ত্বিক গ্ৰিয়েৰ্চন চাহাবৰ ভাষাত ক'বলৈ গ'লে,

*When we cross the river (Brahmaputra) coming from Dacca, we meet a well-marked form of speech in Rangpur, and the districts to its north and east. It is called Rajbangshi, and while undoubtedly belonging to the eastem branch, has still points of difference which lead us to class (it) as a separate dialect.*[১২৮]

বড়ো, কোচ-ৰাজবংশী আৰু আন গোৱালপৰীয়া ভাষী সকলৰ এনে সবল স্থিতিৰ বিপৰীতে অসমীয়া নেতৃত্বই গোৱালপাৰা বংগৰ হাতত, অথবা পাকিস্তানৰ কোলাত এৰি দিবলৈকে ওলাইছিল। অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশনত (১৯২৬) সভাপতি বেণুধৰ ৰাজখোৱাই তেওঁৰ প্ৰৰোচনাপূৰ্ণ ভাষণেৰে প্ৰবল হুলস্থুলৰ সৃষ্টি কৰিছিল। জিলাখনৰ আৰক্ষী অধীক্ষক (পাছলৈ সভাৰ অন্যতম সভাপতি) আনন্দ চন্দ্ৰ আগৰৱালাই খাকী উৰ্দি পিন্ধা পুলিচী বন্দবস্তৰে উক্ত অধিবেশনত অসমীয়াৰ হকে প্ৰস্তাৱ গৃহীত কৰোৱাৰ পৰাই গোৱালপাৰাত

(১২৬) চাইমন কমিশ্যনক বড়ো স্মাৰক পত্ৰ, ৪/১/১৯২৯ উৎসঃ গুৰুদেৱ কালীচৰণ ব্ৰহ্ম, পৃঃ ৫০-৫৩
(১২৭) Grierson: Linguistic Survey of India, Vol. V, part (I) p-163,163
(১২৮) Ibid,

অসমীয়াকৰণৰ বাবে চৰকাৰ আৰু অনা - চৰকাৰী দুয়োবিধৰ মিলনৰ ছবিখন ফুটি উঠে।

এক হতাশাজনক, শ্বাসৰুদ্ধ পৰিবেশত গোৱালপৰীয়াসকলৰ সমূহীয়া সিদ্ধান্তই যেন এছাতি মলয়া বতাহ বোৱাই দিলে। জাতি - নিৰ্মাতাসকলৰ ৰাষ্ট্ৰবাদী দৃষ্টিভংগীয়ে এই মিলন ঘটোৱা নাই, তেনে দৃষ্টিভংগীৰ বিৰুদ্ধে গৈহে তাক সম্ভৱ কৰি তোলা হৈছে। গোৱালপাৰা - গোৱালপৰীয়াৰ এই যোগদানে অসমীয়া ভাষাকে কেৱল সংখ্যাগৰিষ্ঠৰ ভাষা কৰা নাই, অসমৰ সীমাকে কেৱল বহলোৱা নাই, ই জাতিটোৰ সংহতকৰণৰ প্ৰক্ৰিয়াকো বাৰুকৈ বৰঙণি যোগাইছে।

তলৰ তালিকা খনে ছয়দশক জুৰি গোৱালপাৰাৰ ভাষিক ৰূপান্তৰণৰ এক অভিলেখ ডাঙি ধৰিব ঃ [১২৯]

| তালিকা নং ৩ | | | |
|---|---|---|---|
| ১৯০১ চনৰ পিয়ল | | | |
| ভাষা | অসমীয়া | বাংলা | বড়ো |
| ভাষীৰ সংখ্যা | ১১,৩৯৭ | ৩,২০,০৫০ | ৮৩,৩৩৩ |
| মুঠ জনসংখ্যা | ............... | ............. | ৪,৬২,০৫২ |

লক্ষ্যণীয় ভাৱে ৩,২০,০৫০ জন বাংলাভাষীৰ ভিতৰত ২,৯২,৮০০ জনতকৈও বেছি নিশ্চয় ৰাজবংশী আছিল কাৰণ ১৮৯১ চনৰ লোকপিয়লত ৰাজবংশী ভাষীৰ সংখ্যা ঠিক সিমানেই আছিল।

আন এটা পৰিসংখ্যাৰ পৰা দেখা যায় যে ১৮৮১ চনতে ৰাজবংশী ভাষীৰ সংখ্যা ১,৪৪,০২৮ জন আছিল, দেখদেখকৈয়ে ১৯০১ চনত এইসকল লোকক বাংলাভাষী বুলি দেখুৱা হৈছিল। পৰৱৰ্তী ৬০ বছৰত (অৰ্থাৎ আমাৰ আলোচ্য সময়সীমাৰ শেহলৈ) পৰিস্থিতিটোৰ আমূল পৰিবৰ্তন ঘটিল। আমি সমগ্ৰ প্ৰাপ্ত তথ্য বিশ্লেষণ কৰি পৰৱৰ্তী ছটা দশকত গোৱালপাৰাৰ ভাষিক ৰূপান্তৰণৰ এই সম্যক চিত্ৰ যুগুতাই উলিয়াইছোঁঃ[১৩০]

| তালিকা নং ৪ |
|---|
| ১৯০১ অসমীয়া ২.৫ শতাংশ , বাঙালী ৭০ শতাংশ , বড়ো ১৮ শতাংশ |

এতিয়া এই তথ্যক তলৰ তথ্যৰ বিপৰীতে ৰিজাই চাওঁকঃ

| তালিকা নং ৫ |
|---|
| ১৯৬১ অসমীয়া ৬৬ শতাংশ , বাঙালী ১০ শতাংশ , বড়ো ১০ শতাংশ |

(১২৯) Census Report, 1901

(১৩০) ১৯০১ চনৰ পৰা ১৯৬১ চনলৈকে কেইখন লোকপিয়লৰ তথ্য বিশ্লেষণ কৰি তালিকা নং ৪-৭ যুগুতোৱা হৈছে।

১৯১১-৬১ সময়ছোৱাত ঘটা জিলাখনৰ ভাষিক ৰূপান্তৰণ সম্পৰ্কে আৰু কিছু কৌতূহলোদ্দীপক তথ্য এয়াঃ

| তালিকা নং ৬ | | | | | |
|---|---|---|---|---|---|
| অসমীয়া ভাষীৰ চমকপ্ৰদ সংখ্যাবৃদ্ধি | | | | | |
| বছৰ | ১৯১১ | ১৯২১ | ১৯৩১ | ১৯৫১ | ১৯৬১ |
| মুঠ সংখ্যা ঃ | ৮৫.৩২৯ | ১,৩৮,৮১০ | ১,৬১,১৭৯ | ৬,৮৭,০২৭ | ১০,২১,১৪৫ |
| শতাংশৰ পাৰ্থক্য ঃ | ... | + ৬২.৬৮ | + ১৬.১১ | + ৩২৬.২৫ | + ৪৮.৬৩ |
| মুঠৰ শতাংশ | ১৪.২১ | ১৮.২০ | ১৮.২৬. | ৬২.০০ | ৬৬.১৪ |

এতিয়া ইয়াৰ বিপৰীতে সেই একেই সময়ছোৱাতে বাংলা ভাষীৰ আশ্চৰ্যজনক সংখ্যা হ্ৰাসক ৰিজাই চাওকঃ

| তালিকা নং ৭ | | | | | |
|---|---|---|---|---|---|
| বছৰ | ১৯১১ | ১৯২১ | ১৯৩১ | ১৯৫১ | ১৯৬১ |
| মুঠ সংখ্যা ঃ | ৩,৪৭,৭৭২ | ৪,০৫,৭১০ | ৪,৭৬,৪৩৩ | ১,৯৩,৩৭৯ | ১,৮৫,০২০ |
| শতাংশৰ পাৰ্থক্য ঃ | - ... | +১৬.৬৬ | + ১৭.৪৩ | - ৫৯.৪১ | - ৪.৩২ |
| মুঠৰ শতাংশ | ৫৭.৯০ | ৫৩.২১ | ৫৩.৯৭ | ১৭.৪৫ | ১১.৯৮ |

অৱশ্যে লোকপিয়লৰ চৰকাৰী যন্ত্ৰৰ ওপৰত অসমীয়া ভাষী আমোলাৰ প্ৰভাৱ আদি এনে ৰূপান্তৰণৰ অন্যতম কাৰক হ'ব পাৰে। হ'লেও সেইবোৰ গৌণ কাৰক কাৰণ ব্যাপক জনগণৰ স্বতস্ফূৰ্ত অংশগ্ৰহণ অবিহনে এনে স্থায়ী ৰূপান্তৰণ অসম্ভৱ।

কিন্তু দুৰ্ভাগ্যজনকভাৱে অসমীয়া মধ্যশ্ৰেণীৰ একাংশৰ সংকীৰ্ণ আৰু অদূৰদৰ্শী কাৰ্যকলাপে এই প্ৰক্ৰিয়াক প্ৰায়ে ক্ষতিগ্ৰস্ত কৰি তুলিছে। বিশিষ্ট লোক গীত গৱেষক ড. বীৰেন্দ্ৰ কুমাৰ দত্তই (শেহতীয়াকৈ ২০০৫ চনত অসম সাহিত্য সভাৰ সভাপতি) গোৱালপাৰাৰ চহকী ভাষা - সংস্কৃতিক অৱমাননা কৰা অসমীয়া অভিজাতসকলৰ বিৰুদ্ধে তীব্ৰ ক্ষোভ প্ৰকাশ কৰিছে।[১৩১] গোৱালপাৰাৰ নিখিলেশ বৰুৱাও গোৱালপাৰাৰ ভাষা - সংস্কৃতিৰ প্ৰতি অক্ষমনীয় অৱহেলা আৰু অজ্ঞতাত একেদৰে ক্ষুব্ধ।[১৩২] সাহিত্য অকাডেমী বঁটা বিজয়ী শীলভদ্ৰয়ো মুকলিকৈয়ে মন্তব্য কৰিছে যে গোৱালপৰীয়াভাষী মূলৰ হোৱা বাবে তেওঁ যি অপমানৰ মুখামুখি হ'বলগা হৈছিল, তাৰে পোতক তুলিবলৈকে তেওঁ কলম হাতত তুলি লৈছিল।[১৩৩]

(১৩১) গোৱালপাৰাৰ লোক সংস্কৃতি আৰু অসমীয়া সংস্কৃতিলৈ ইয়াৰ অৱদান।

(১৩২) *গোৱালপৰীয়া ভাষাৰ পম খেদি*, আজিৰ বাতৰি, ২১-০৭-১৯৯০

(১৩৩) আজিৰ বাতৰিত সাক্ষাৎকাৰ

সৌভাগ্যৰ কথা যে এই ভাষিক ৰূপান্তৰণ কেৱল গোৱালপাৰাতে সীমাবদ্ধ হৈ নাথাকিল, সি এক ৰাজ্যজোৰা পৰিঘটনাত পৰিণত হ'ল। সেই ৰূপান্তৰণৰ স্বৰূপ তলৰ তথ্যত ফুটি উঠিছেঃ [১৩৪]

| তালিকা নং ৮ | | | | | |
|---|---|---|---|---|---|
| অসম ঃ ১৯১১-৬১ সময়ছোৱাত অসমীয়াভাষীৰ সংখ্যা বৃদ্ধি | | | | | |
| বছৰ | ১৯১১ | ১৯২১ | ১৯৩১ | ১৯৫১ | ১৯৬১ |
| ভাষীৰ সংখ্যা ঃ | ১৫,৩০,৬৯৮ | ১৭,২৩,১১১ | ১৯,৯২,২৯১ | ৪৯,৭১,২২৯ | ৬৭,৮৪,২৭১ |
| শতাংশৰ পাৰ্থক্য ঃ | – | +১২.৫২ | +১৫.৬২ | +১৪৪.৫২ | +৩৬.৪৭ |
| মুঠৰ শতাংশ | ৩৫.৩১ | ৩৩.৪৩ | ৩২.৩২ | ৫৬.২৯ | ৫৭.১৪ |

| তালিকা নং ৯ | | | | | |
|---|---|---|---|---|---|
| অসম ঃ ১৯১১-৬১ সময়ছোৱাত বাংলাভাষীৰ সংখ্যা হ্রাস | | | | | |
| বছৰ | ১৯১১ | ১৯২১ | ১৯৩১ | ১৯৫১ | ১৯৬১ |
| ভাষীৰ সংখ্যা | ১১,৬৬,০০২ | ১৪,২২,৮০৫ | ১৬,৯৮,৯২৭ | ১৭,৩৪,৪৬৬ | ২০,৮৯,২৪৮ |
| % ৰ পাৰ্থক্য | | + ২২.৬২ | +১৯.৪১ | +২.০৯ | +২০.৪৫ |
| মুঠৰ % | ২৯৬০ | ২৭.৬০ | ২৭.৫৬ | ১৯৬৪ | ১৭.৬০ |

এই ভাষিক ৰূপান্তৰণটো যে এক ধাৰাবাহিক আৰু সুগভীৰ প্ৰক্ৰিয়া আছিল, তাৰ আভাস পোৱা যায় ১৯৫১-৭১ সময়ছোৱাৰ তুলনামূলক সৰ্বভাৰতীয় তথ্যৰ পৰাঃ

| তালিকা নং ৯ | | | |
|---|---|---|---|
| ভাৰত ঃ ১৯৫১-৭১ সময়ছোৱাত প্ৰধান ভাৰতীয় ভাষা-ভাষীৰ বৃদ্ধি | | | |
| ভাষা | ১৯৫১ চনত ভাষীৰ সংখ্যা | ১৯৭১ চনত ভাষীৰ সংখ্যা | বৃদ্ধিৰ শতাংশ |
| হিন্দী | ১৪,৯৯,৪৪,৩৩১ | ১৬,২৭,৭৭,৬১৭ | ৮.৪২ |
| বাংলা | ২,৫১,২১,৬৭৮ | ৪,৪৭,৯২,৯০২ | ৭৮.৩ |
| তেলেগু | ৩,২৯,৯৯,৯১৬ | ৪,৪৭,৫২,৯২৬ | ৩৫.৬ |
| মাৰাঠী | ২,৭০,৪৯,৫২২ | ৪,২২,৫১,২০৭ | ৫৬.২ |
| তামিল | ২,৬৫,৪৬,৭৬৪ | ৩,৭৬,৯০,০২০ | ৪১.৯ |
| গুজৰাটী | ১,৬৩,১০,৭৭১ | ২,৫৮,৭৫,৯৫২ | ৫৮.৬ |
| মালায়লম | ১,৯৩,৮০,১০৯ | ২,১৯,৩৮,২৩১ | ৬৩.৯ |
| কানাড়া | ১,৪৪,৭১,৭৬৪ | ২,১৭,০৭,৯১৮ | ৫০.০০ |
| উৰীয়া | ১,৩১,৫৩,৯০৯ | ১,৯৮,৫৫,৪৫০ | ৫০.০৯ |
| অসমীয়া | ৪৯,৮৮,২২৬ | ৮৯,৫৮,৯৭৭ | ৭৯.৬ |

(১৩৪) লোকপিয়ল (১৯১১-৬১)ৰ তথ্য

এই তালিকাখনে দেখুৱায় যে হিন্দীকে ধৰি সৰ্বভাৰতীয় প্ৰধান ভাষাবোৰৰ বিপৰীতে অসমীয়া ভাষীৰ সংখ্যাবৃদ্ধিৰ হাৰেই হৈছে সৰ্বাধিক। অসমীয়া ভাষীৰ লগত তুলনীয় ধৰণৰ সংখ্যা বৃদ্ধি কেৱল বাংলাভাষী সকলৰে ঘটিছে; কিন্তু তাৰ কাৰণ আমি জানো। সেয়া হৈছে দেশবিভাজনৰ সময়ৰ পৰা ১৯৭১ চনৰ ভাৰত - পাকিস্তান যুদ্ধৰ পাছলৈকে পূব বংগ/পূব পাকিস্তান/বাংলাদেশৰ পৰা ব্যাপক বাঙালী হিন্দুৰ ভাৰতলৈ প্ৰব্ৰজন। এজন জনগাঁথনি বিশাৰদৰ মতেঃ

***The tremendous swelling of the Assamese speaking population by people belonging to other languages adopting Assamese language is a unique instance of its kind in its history of any regional language of India***[১৩৫] (গুৰুত্ব আমাৰ)

কিন্তু প্ৰশ্ন হৈছে, অসমীয়াভাষীৰ এই ব্যাপক সংখ্যা বৃদ্ধিৰ কেনেকৈ ব্যাখ্যা কৰা যায়? এইক্ষেত্ৰত ড. হীৰেন গোঁহাইৰ মত এই যে ১৯৬১-৭১ সময়ছোৱাত ৫৭% ৰ পৰা ৭১% লৈ অসমীয়াভাষীৰ এই চমকপ্ৰদ সংখ্যা বৃদ্ধি ঘটোৱা হৈছে ৰাজনৈতিক হাত-চাফাইৰ জৰিয়তে। তেওঁ সঁকীয়াই দিয়ে যে এনে উপৰুৱা সংখ্যা বৃদ্ধি অতি ভংগুৰ চৰিত্ৰৰ। দুৰ্বল অৰ্থনৈতিক আৰু সাংস্কৃতিক ভিত্তিৰ কাৰণেই এনে সংখ্যাগৰিষ্ঠতা নিমিষতে থান-বানো হৈ যাব পাৰে।[১৩৬] ভাস্কৰ নন্দীৰ নেতৃত্বাধীন বাওঁপন্থী শিবিৰৰ এজন চিন্তাবিদে বলপূৰ্বক সংহতকৰণৰ জৰিয়তে এনে অসম্ভৱ কথা সম্ভৱ হৈছে বুলি মন্তব্য কৰে।[১৩৭] আমি অৱশ্যে ইয়াত দুটা সমান্তৰাল প্ৰক্ৰিয়া নিহিত হৈ থকা দেখা পাইছোঁ। তাৰে প্ৰথমটো হৈছে সংহতি আৰু আত্মীকৰণৰ স্বাভাৱিক, স্বতস্ফূৰ্ত পথ। নামনি অসমৰ গোৱালপৰীয়া/ৰাজবংশীভাষীসকলৰ দৰেই অভিবাসী মুছলমান আৰু ঝাড়খণ্ডী আদিবাসীসকলেও অসমীয়া ভাষাৰ প্ৰতি সদৰ্থক সঁহাৰি দি আহিছে। তেওঁলোকৰ বহুতে, লগতে গোৰ্খা-নেপালী, জনজাতি আদিৰো বুজন একাংশই স্বেচ্ছাৰে অসমীয়া গ্ৰহণ কৰি আহিছে। চমুকৈ ক'বলৈ গ'লে এই 'সম্মতি'ক সংগঠিত কৰা হৈছে ৰাইজৰ পৰ্যায়ত অনা-চৰকাৰী স্তৰত। কিন্তু এই প্ৰক্ৰিয়াৰ বাহিৰেও যে দ্বিতীয় এটা প্ৰক্ৰিয়াও আছে, সেয়াও অনস্বীকাৰ্য। সেয়া হৈছে বলপ্ৰয়োগ আৰু হাত-কি-চাফাইৰ প্ৰক্ৰিয়া। ১৯৫০ আৰু ১৯৬০ চনৰ বৰ্বৰ সাম্প্ৰদায়িক সংঘৰ্ষ আৰু গণহত্যালীলাৰ ঠিক পাছতে, ১৯৫১ আৰু ১৯৬১ চনৰ লোকপিয়লত অসমীয়াভাষীৰ সংখ্যা হঠাৎ বহু বাঢ়ি যোৱাটো এইখিনিতে প্ৰণিধানযোগ।

১৯৫০ চনত কাছাড় আৰু গোৱালপাৰা জিলাৰ লগতে অসমৰ আন কেতবোৰ অভিবাসী মুছলমান অধ্যুষিত এলেকাতো ব্যাপক সাম্প্ৰদায়িক দাংগা হাংগামা সংঘটিত হয়। ১৯৬৪ চনত ৰাজ্য পুনৰ গঠনৰ প্ৰশ্নত আন এলানি সংঘৰ্ষ ঘটে। প্ৰায় সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকাই

---

(১৩৫) S. K. Dass' Immigration & Demographic Transformation in Assam, Economic & Political Weekly 20-3-1980

(১৩৬) *অসমীয়া জাতীয় সংকট, তৰা আৰু যোকা*, পৃঃ ১৫৫

(১৩৭) K. M. Sharma' *The Assam question* in Economic and Political Weekly, July 1980

এই লানি সংঘৰ্ষত ক্ষতিগ্ৰস্ত হয়। ইয়াত ১৯১৩ টা গৃহদাহ, ৫ টা ধৰ্ষণ, ২৪ টা হত্যাকাণ্ডকে ধৰি সৰ্বমুঠ ২২৮৫ টা ঘটনা ঘটে। মৃত্যুৰ সংখ্যা ৩৯ লৈ বাঢ়ে আৰু ৫০,০০০ বাঙালী সংঘৰ্ষৰ ফলত স্থানচ্যুত হয়।(১৩৮)

১৯৬০ চনতো পুনৰ ব্যাপক অশান্তিৰ পৰিণতি ঘটে বহু লোক আহত-নিহত হোৱা আৰু বহু গৃহদাহৰ মাজেৰে। এইবাৰ প্ৰধান লক্ষ্য আছিল বাঙালী হিন্দুসকল। এই সংঘৰ্ষলানিৰ জৰিয়তে ১৯৬০ চনৰ অসম চৰকাৰী ভাষা আইন গৃহীত কৰোৱাৰ বাট মুকলি কৰা হয়।

উক্ত তথ্যসমূহ কংগ্ৰেছী আৰু কংগ্ৰেছ - বিৰোধী, দুয়ো পক্ষৰ নেতাৰ দ্বাৰাই সমৰ্থিত। কংগ্ৰেছীনেতা, প্ৰাক্তন মুখ্যমন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰীয়ে স্বীকাৰ কৰিছিল যে ১৯৫০ চনৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ ফলত বহুসংখ্যক মানুহে নিজৰ ঘৰ এৰি পলাই যাবলৈ বাধ্য হৈছিল।(১৩৯) বিশিষ্ট সাংসদ তথা চচিয়েলিষ্ট নেতা হেম বৰুৱায়ো ১৯৫০ চনৰ সংঘৰ্ষত ৫৩,০০০ মুছলীম পৰিয়াল স্থানচ্যুত হোৱাৰ কথা স্বীকাৰ কৰিছিল।(১৪০) ৫৩,০০০ পৰিয়াল মানে অতি কমেও ২,০০,০০০ মানুহ। সেয়েহে নাটকীয় হাৰৰ ভাষিক ৰূপান্তৰণ এতিয়া আৰু দুৰ্বোধ্য নহয়। বলপ্ৰয়োগেই এনে ৰূপান্তৰণৰ হাৰ তীব্ৰ কৰি তুলিছিল। এনে স্নাপৰ নেগুৰ ছিঙা গতিয়েই দুৰ্ঘটনাও অনিবাৰ্য কৰি তুলিছিল।

এই বলপ্ৰয়োগ বোলা বস্তুটোকেই লেনিনে প্ৰবল বিৰোধিতা কৰিছিল। তেওঁ কৈছিলঃ

*What we do not want is the element of **coercion**. We do not want to have people driven to paradise with a cudgel; for no matter how many phrases about "culture" you may utter, a **compulsory** official language involves coercion, the use of the cudgel. We do not think that the great and the mighty Russian language needs anyone having to study it by **sheer compulsion**.*(১৪১) (গুৰুত্ব আমাৰ)

তাৰ পৰিবৰ্তে লেনিনে বিশ্বাস কৰিছিল যে পুঁজিবাদৰ বিকাশ আৰু সামাজিক জীৱনৰ সামগ্ৰিক প্ৰক্ৰিয়াই বিভিন্ন জাতিৰ জনগণক ওচৰ চপাই আনিব আৰু নিজে নিজে ৰুচ ভাষা শিকিবলৈ তেওঁলোকক উদ্বুদ্ধ কৰি তুলিব। তাৰ বিপৰীতে লাঠী-দাণ্ডাৰ (লেনিনৰ ভাষাত cudgel) ব্যৱহাৰে ক্ষন্দ বঢ়াইহে তুলিব, আৰু মহান ৰুচ ভাষাৰ বিকাশ ক্ষতিগ্ৰস্তহে হ'ব বুলি তেওঁ সঁকীয়াই দিছিল।(১৪২)

---

(১৩৮) Report of the Commission of Enquiry of Assam Disturbances 1983(Guwahati, 1984) p. 101

(১৩৯) অগ্ৰদূত, ১৫ আগষ্ট ১৯৭৯

(১৪০) Redriver and Bluehills, p. 146

(১৪১) Collected Works, vol xx, pp 72-3

(১৪২) Ibid

অসমলৈ ঘূৰি আহিলে আমি দেখা পাম যে নিৰংকুশ ভাষিক সংখ্যাগৰিষ্ঠতা (১৯৭১ চনত অসমীয়াভাষীৰ সংখ্যা মুঠ জনসংখ্যাৰ দুই তৃতীয়াংশ হয়গৈ) সত্বেও অসমীয়া জাতি-নিৰ্মাতাসকলৰ মনৰ পৰা উদ্বেগ আৰু আশংকা আঁতৰ নহ'ল। প্ৰতিটো লোকপিয়লৰ আগে আগে তেওঁলোকে সংখ্যালঘুত পৰিণত হৈ যোৱাৰ আশংকাত ভুগিবলৈ ধৰিলে। এই অনিশ্চয়তাই তেওঁলোকক পুনৰ পুনৰ বলপূৰ্বক একীকৰণৰ পথলৈ ঠেলি দিলে-সময় সাপেক্ষ প্ৰক্ৰিয়াৰ বাবে তেওঁলোক অধৈৰ্য; মুঠতে গাৰ জোৰেৰে হ'লেও তেওঁলোক সংখ্যাগৰিষ্ঠ হ'বই লাগে। কিন্তু তাৰ বাবে বলপ্ৰয়োগ যিমান চলিল, সবল প্ৰতিৰোধো সিমান বাঢ়িল। ফলত চলমান হ'ল এক কূটিল চক্ৰ, যি জাতিটোক এক বিপদসংকুল ঘূৰ্ণাবৰ্তলৈ ঠেলি দিলে। এইখিনিত আমি এইবুলিয়েই সাৰ সংকলন কৰিব খুজিছোঁ যে স্বতস্ফূৰ্ততা যিমান বাঢ়িব, অসমীয়াৰ সংখ্যাগৰিষ্ঠতাক লৈ আশংকা আৰু অনিশ্চয়তা সিমান কমিব। তাৰ বিপৰীতে বলপূৰ্বক সংহতি আৰু কাৰচাজিৰ জোৰ জবৰদস্তি আৰু কিটিপ যিমানে বাঢ়িব, জাতিটোৰ জীয়াই থকাৰ সম্ভাৱনাও সিমান টুটিব।

যি কি নহওক জোৰ জবৰদস্তি আৰু কিটিপ কাৰচাজিৰ নৈতিক দিশটো যদি একাষৰীয়াকৈ থওঁ তেতিয়া হ'লে আমি দেখিম যে ১৯৬১ চনত অসমীয়া ভাষীৰ ৫৭% জনসংখ্যাটো সেইসময়ত অসমৰ ৰাজনৈতিক ক্ষমতাৰ প্ৰকৃত ভাৰসাম্যৰ আনুপাতিক আছিল। অসমীয়াই এই অৱস্থান ৰক্ষা কৰিব পাৰে যদিহে তেওঁলোকে গণতান্ত্ৰিক নীতি গ্ৰহণ কৰে। কুৰি শতিকাৰ দোকমোকালিত মাত্ৰ ৩৫.৩১% জনসংখ্যা (অৰ্থাৎ মুঠ জনসংখ্যাৰ মাত্ৰ এক তৃতীয়াংশ) লৈ যাত্ৰা আৰম্ভ কৰা এটা জাতিসত্তাৰ বাবে ৫৭% ৰ সংখ্যা গৰিষ্ঠতা অৰ্জন মুখৰ কথা নহয়। ১৯৬০ চনৰ ঘটনাপ্ৰবাহে এই অংকত অৱশ্যে বহু আউল লগালে, হ'লেও সেইটো আন এক প্ৰসংগ।

## 'এক জাতীয় ধৰ্ম গঢ়ি উঠক !'

এই গ্ৰন্থৰ প্ৰস্তাৱনা অধ্যায়ত আমি দেখুৱাইছিলো কেনেকৈ অসমীয়া মধ্যশ্ৰেণীৰ জাতি- নিৰ্মাতাসকলে জাতিটোৰ বাবে এক 'জাতীয়' ধৰ্মৰ কল্পনা কৰিছিল। উনৈশ শতিকাৰ শেহ আৰু কুৰি শতিকাৰ আগছোৱাৰ সকলো অসমীয়া মধ্যবিত্ত বুদ্ধিজীৱীৰ চৰ্চাৰ এক অবিচ্ছেদ্য অংগ আছিল ধৰ্ম। ক'ব পাৰি ধৰ্ম তেওঁলোকৰ বাবে এক ভাৱপীড়া (obsession) আছিল। সাহিত্য সভাৰ সভাপতিসকলৰ এনে ভাৱপীড়াৰ কথা আমি অন্যত্ৰ দেখুৱাই আহিছোঁ। তেওঁলোকৰ সভাপতিৰ অভিভাষণবোৰ কেনেকৈ ধৰ্মীয় পৰিভাষাৰে পৰিপূৰ্ণ আছিল, তাকো আমি দেখুৱাই থৈছোঁ। তেওঁলোকৰ মনোজগত সামন্তীয় অতীতত এনে গভীৰ ভাৱে গ্ৰথিত হৈ আছিল যে তেওঁলোকে এক ধৰ্মনিৰপেক্ষ জাতিৰ কথা কল্পনাই কৰিব পৰা নাছিল। সেয়েহে হেমচন্দ্ৰ বৰুৱাৰ দৰে দুই এজন অজ্ঞেয়বাদীক বাদ দিলে আমি এইসকল বুদ্ধিজীৱীৰ মাজত নাস্তিক তেনেকৈ দেখাই নাপাওঁ। জাতীয় জীৱনত ধৰ্মৰ গুৰুত্ব সম্পৰ্কে তেওঁলোকৰ গভীৰ বিশ্বাসে তেওঁলোকক অতীতক লৈ নিষ্ঠাবান গৱেষণাৰ বাবে উদ্বুদ্ধ কৰাৰ উপৰিও এক বিপুল পৰিমাণৰ ধৰ্মীয় সাহিত্য সৃষ্টিৰ বাবে উদগণি দিছিল। শংকৰদেৱ আৰু মাধৱদেৱক (আৰু তেওঁলোকক অনুসৰণ কৰি আন বৈষ্ণৱ ধৰ্ম প্ৰচাৰক সকলকো) জাতীয় গুৰু হিচাপে

প্ৰক্ষেপণৰ প্ৰচেষ্টা এনে চিন্তাৰে পৰিণতি। কে'বা শতিকা পুৰণি সত্ৰ অনুষ্ঠানটোক এই 'জাতীয়' ধৰ্ম প্ৰচাৰৰ যন্ত্ৰ বুলিও কল্পনা কৰা হৈছিল।

তেওঁলোকৰ সেই কল্পনা যে ফলৱতী নহ'ল, সেয়া আমি এই গ্ৰন্থৰ দ্বিতীয় অধ্যায়তে দেখুৱাই আহিছোঁ। এতিয়া তেনে 'জাতীয়' ধৰ্মৰ বিকাশৰ বাটৰ বাস্তৱ প্ৰতিবন্ধকবোৰৰ বিষয়ে একাষাৰ।

প্ৰথমেই আমি কিছু পৰিসংখ্যা দাখিল কৰিম। সেয়া ১৯০১ চনৰ, অৰ্থাৎ কুৰি শতিকাৰ আৰম্ভণিৰে তথ্য।

**তালিকা নং ১১**(১৪৩)

**১৯০১ চনত অসমৰ ধৰ্মভিত্তিক জনসংখ্যা**

| | জনসংখ্যা | হিন্দু | মহাপৰুষীয়া | আন বৈষ্ণৱ | শাক্ত | শৈৱ | মুছলীম | জড়বাদী |
|---|---|---|---|---|---|---|---|---|
| কাছাড় | ৪,১৪,৭৮১ | ২,৭৪,৯৬৪ | *২,৪৬১ | ৯৯,৯৪৩ | ৮৫,৪২১ | ১৭,৯১৪ | ১,২৯,৬৯৬ | ৮,০৭৯ |
| ব্ৰহ্মপুত্ৰ উপত্যকা | ২৬,১৯,০১৭ | ১৪,৮১,০৫০ | ৪,৮০,৫৫৪ | ৭,২১,৭৬৬ | ২,৫২,১০৩ | ২৬,৭৩৮ | ২,৪৪,৮৪২ | ৪,৬৬,৬১৪ |
| পাহাৰ | ৫,৬৬,১৭২ | ৪৯,২৬০ | ৬১ | ৬,৪১৫ | ২০,৭৭০ | ৩৩৭ | ১৫,০৭০ | ৪,৭৪,৯৯৩ |
| সমগ্ৰ ৰাজ্য | ৩৬,০০,০৩৩ | ২২,০৯,২৭৪ | ৪,৮০,৬৪৫ | ৮,০৪,১২৬ | ৩,৫৮,২৯৪ | ৪৪,৯৯০ | ৩,৯৯,৬১০ | ৫,৫৫,৯৯০ |

..... এই তথ্যসমূহৰ পৰা উদঘাটিত কেতবোৰ কৌতূহলোদ্দীপক দিশ এনেধৰণৰঃ

১) ব্ৰহ্মপুত্ৰ উপত্যকাত মহাপুৰুষীয়া বৈষ্ণৱসকলৰ সংখ্যা জড়বাদীসকলৰ প্ৰায় সমানে আছিল।

২) ব্ৰহ্মপুত্ৰ উপত্যকাৰ মুঠ জনসংখ্যাৰ ভিতৰত মহাপুৰুষীয়া আছিল মাত্ৰ ১৮%; আনহাতে সমগ্ৰ অসমৰ মুঠ জনসংখ্যাৰ ভিতৰত মহাপুৰুষীয়া সকল আছিল মাত্ৰ ১৩.৩৩%।

৩) মহাপুৰুষীয়া আৰু আন বৈষ্ণৱসকলক যদি একে শ্ৰেণীতে ধৰা হয়, তেনেহ'লে তেওঁলোক অসমৰ মুঠ জনসংখ্যাৰ ৩৩% হয়। আনহাতে যদি আমি সমগ্ৰ অসম নধৰি, অসমীয়া বৈষ্ণৱ আন্দোলনৰ পীঠভূমি কেৱল ব্ৰহ্মপুত্ৰ উপত্যকাটো ধৰোঁ তেনেহ'লে তাৰ মুঠ জনসংখ্যাৰ ভিতৰত সকলো ধৰণৰ বৈষ্ণৱ মিলি হয়গৈ ৪৬%, অৰ্থাৎ তথাপিও সাধাৰণ সংখ্যাগৰিষ্ঠতাত (Simple majority) নহয়গৈ।

৪) কিন্তু সৰহসংখ্যক জাতি-নিৰ্মাতাই মহাপুৰুষীয়া বৈষ্ণৱবাদহে প্ৰচাৰৰ কথা কৈছিল; অৰ্থাৎ তেওঁলোকে ৰাজ্যখনৰ মুঠ জনসংখ্যাৰ মাত্ৰ ১৩.৩৩% ভাগৰ ধৰ্মটো বাকী

(১৪৩) Census Report, 1901

সকলোৰে মাজত মেলি/জাপি দিয়াৰ কথা ভাবিছিল।

৫) মহাপুৰুষীয়াসকল আন বৈষ্ণৱসকলৰ লগত তিক্ত বিতৰ্কত লিপ্ত আছিল; সেয়েহে ওপৰৰ ৩ নং দফাত কোৱাদৰে তেওঁলোকক একেলগে ধৰা সম্ভৱেই নহয়।

৬) ১৯০১ চনৰ লোকপিয়ল প্ৰতিবেদনৰ সম্পাদক বি.চি. এলেনৰ মতে ওপৰৰ তালিকাত দেখুৱাতকৈ মহাপুৰুষীয়াসকলৰ প্ৰকৃত সংখ্যা ভালেখিনি কম হ'ব। তেওঁ ব্ৰহ্মপুত্ৰ উপত্যকাৰ মহাপুৰুষীয়াসকলৰ প্ৰকৃত সংখ্যা ৩,৫৭,৩৯৯ বুলিহে (মুঠ জনসংখ্যাঃ ২৬,১৯,৬৭৭) গণনা কৰি উলিয়াইছিল। ইয়াৰ ফলত ব্ৰহ্মপুত্ৰ উপত্যকাৰ মহাপুৰুষীয়াসকলৰ সংখ্যা হয়গৈ পুতৌজনক ১৩.৭% আৰু সমগ্ৰ ৰাজ্যৰ ভিতৰত হাস্যকৰভাৱে মাত্ৰ ১০% (তাকো মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ পাঁচ শতিকাৰ পাছত!) এনে বাস্তৱতাৰ বিপৰীতে মহাপুৰুষীয়া বৈষ্ণৱবাদক জাতীয় ধৰ্মৰূপে প্ৰতিষ্ঠা কৰিবলৈ যোৱাটো হৈছে বাস্তৱক সম্পূৰ্ণ উলাই কৰি দিবাস্বপ্নত মত্ত হোৱাৰ দৰে কথা!

আন কেতবোৰ বাস্তৱিক কাৰকেও 'জাতীয়' ধৰ্মৰ এই স্বপ্নক তণ্ডুল কৰি দিছিল। সেইবিলাকৰ ভিতৰত অন্যতম আছিল সত্ৰ অনুষ্ঠানৰ অধঃপতন আৰু অবক্ষয়। তাৰ লগত ধৰ্মীয় পন্থা, উপ-পন্থা লৈ হোৱা তিক্ত বিতৰ্কয়ো ৰবঙণি যোগাইছিল। ফলত যি বৈৰীতাৰ উৎপন্ন হৈছিল, তাৰ কেতবোৰ উদাহৰণ তলত দিয়া হ'লঃ

লক্ষ্মীনাথ বেজবৰুৱা আৰু ৰজনীকান্ত বৰদলৈৰ দ্বাৰা সম্পাদিত বাঁহী আৰু অসম প্ৰদীপিকা যথাক্ৰমে মহাপুৰুষীয়া (শংকৰদেৱ-অনুগত সকলৰ), আৰু দামোদৰীয়া পন্থাৰ মুখপত্ৰ স্বৰূপ আছিল। বাঁহীয়ে অভিযোগ কৰিছিল যে প্ৰদীপিকাই চৰম সাম্প্ৰদায়িকতা কৰিছে।[১৪৪] ওলোটাই প্ৰদীপিকাই আকৌ বামুণীয়া দামোদৰ পন্থীসকলৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ শূদ্ৰ দামোদৰপন্থীসকলক উচতাই নিদিবলৈ বাঁহীক সঁকীয়াই দিছিল।[১৪৫] এইবাৰ বাঁহীয়েও মোকম জবাব দিছিল। ইয়াৰ হৈ ড° বাণীকান্ত কাকতিয়ে দামোদৰদেৱৰ বামুণ আৰু শূদ্ৰশিষ্যৰ কাজিয়াৰ বিষয়ে লিখিছিল।[১৪৬]

এই তিক্ত বিতৰ্কত ভাগ ল'বলৈ গৈ ড° কাকতিৰ উচ্চ ভাবমূৰ্তিও কলুষিত হৈ পৰিছিল। ধৰ্মীয় পন্থা সংক্ৰান্ত শত্ৰুতাৰ উপৰিও এই বিতৰ্কই ওপৰত দেখুৱা দৰে জাত পাতলো সাৰ পানী যোগাইছিল। ১৯২০ ৰ দশক তথা ১৯৩০ ৰ দশকত ধৰ্ম এনেকৈয়ে এক আত্মঘাতী অনুসন্ধানত পৰিণত হৈছিল।

কিন্তু কেৱল পৰিসংখ্যা আৰু কেতবোৰ তথ্যৰ সমাবেশেই গভীৰতৰ সামাজিক সত্য উপলব্ধি কৰিবলৈ আমাক সহায় নকৰিব পাৰে। শংকৰদেৱৰ সংস্কাৰ আন্দোলনৰ দুৰ্বলতাৰ দায় কেৱল অসমীয়া মধ্যশ্ৰেণীৰ ওপৰতে নপৰে। প্ৰকৃততে ইয়াৰ বাবে দায়ী এই মধ্যশ্ৰেণীৰ অসম্ভৱ কল্পনাহে। ইয়াৰ লগতে যোগ দিব লাগিব বৈষ্ণৱ আন্দোলনটোৰ ঐতিহাসিক পটভূমি ভক্তি আন্দোলন, আৰু সংস্কৃতায়নৰ সবলতা-দুৰ্বলতাৰ দিশবোৰো ইয়াত যুঁকিয়াই চাব লাগিব।

---

(১৪৪) '*বুৰঞ্জীৰ সত্যাত্য সত্যাৰ্থা*', বাঁহী, দশম বছৰ, ষষ্ঠ সংখ্যা

(১৪৫) *অসম প্ৰদীপিকা*, চতুৰ্থ সংখ্যা

(১৪৬) বাঁহী, কাতি, ১৮৪২ শক

ড° হীৰেন গোঁহায়ে তেওঁৰ সাহিত্য অকাডেমী পুৰস্কাৰ বিজয়ী 'অসমীয়া জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰা' (প্ৰথম সংস্কৰণ, ১৯৮৭) গ্ৰন্থত আঙুলিয়াই দিছিল যে সত্ৰবিলাকৰ প্ৰতিষ্ঠাও আছিল সমসাময়িক পৰিস্থিতিৰ সৈতে এক আপোচৰ ফচল। তেওঁ আৰু দেখুৱাই দিছিল যে অসমৰ সত্ৰ সংস্কৃতিয়ে ব্ৰাহ্মণ্য সংস্কৃতিৰ জাতিভেদ আৰু নানা শুচিতাৰ সংস্কাৰ লোক কৰিব নোৱাৰিলে।[১৪৭] তাৰ বিপৰীতে ১৮৮১ আৰু ১৮৯১ চনৰ লোকপিয়লত প্ৰাপ্ত সাক্ষ্য অনুসৰি অসমৰ গ্ৰামাঞ্চলত সত্ৰবিলাকে জাতি-বৰ্ণবাদৰ প্ৰধান দুৰ্গৰূপে কাম কৰিছিল।[১৪৮]

এইখিনিতে মন কৰিবলগীয়া কথাটো হ'ল এই যে অসমীয়া বৈষ্ণৱবাদৰ ভিতৰৰে বিদ্ৰোহী তথা সমত্ববাদী কালসংহতি নামৰ পন্থাটোৱে শংকৰদেৱৰ পৰম্পৰাৰ পৰাই নিজৰ উত্তৰাধিকাৰ সাব্যস্ত কৰিছিল। বিশিষ্ট সমাজসংস্কাৰক তথা মুক্তিযোদ্ধা পীতাম্বৰ দেৱগোস্বামীও আছিল এজন বৈষ্ণৱ। তেওঁ কাৰ্বি আংলং আৰু আন জনজাতি/আদিবাসী এলেকাত এলানি বিদ্যালয় খুলিছিল, কানি নিবাৰণ, নাৰী শিক্ষা, অস্পৃশ্যতা দূৰীকৰণৰ বাবে কাম কৰিছিল। তেওঁ আনকি সত্ৰাধিকাৰসকলৰ দুমুখীয়া চৰিত্ৰ আৰু ব্ৰিটিছৰ প্ৰতি আনুগত্যৰ বিৰুদ্ধেও যুঁজ দিছিল। গোস্বামীয়ে এনেকৈয়ে এক মতান্ধ, সংৰক্ষণশীল অনুষ্ঠানৰ উদাৰ, মানৱতাবাদী পৰিচয় ৰূপে নিজকে প্ৰতিষ্ঠিত কৰিছিল। পৰৱৰ্তী কালত অ-ব্ৰাহ্মণ সকলৰ (মধ্য আৰু নিম্ন-মধ্য স্তৰৰ শূদ্ৰসকলৰ) নেতৃত্বত গঠিত শ্ৰীমন্ত শংকৰদেৱ সংঘ আৰু দলিতসকলৰ উদ্যোগত গঠিত একশৰণ ভাগৱতী সমাজেও শংকৰদেৱৰ একেই মহাপুৰুষীয়া পৰম্পৰাৰ পতাকাৰ তলত এনেকৈয়ে লাখ লাখ মানুহৰ সমাবেশ ঘটোৱা সমানে সঁচা।

তথাপিও আমি মনত ৰাখিব লাগিব যে মোৱামৰীয়া সকলে আদিম উৰ্বৰতা/তান্ত্ৰিক পন্থাবোৰত আশ্ৰয় বিচাৰিব লগা হৈছিল, আৰু সাম্প্ৰতিক শূদ্ৰ আৰু দলিত সংস্কাৰ আন্দোলনবোৰো আভ্যন্তৰীণ বাদ বিসম্বাদ আৰু সংকীৰ্ণ চিন্তা-চৰ্চাত আত্ম পৰাজিত হৈ পৰিছে। তাৰ পৰা দেখা যায় যে অসমীয়া জাতিসত্তাৰ বাবে শংকৰদেৱৰ পৰম্পৰাক ব্যৱহাৰ কৰাটো সহজসাধ্য নহয়। কাৰণ ধৰ্মৰ পথাৰখন প্ৰকৃততে এখন 'মাইনফিল্ড'। সেই পথাৰেদি খোজ কাঢ়োঁতে কিবা দুৰ্ঘটনা ঘটিলে জাতি গঠন প্ৰক্ৰিয়াটোৱেই বেয়াকৈ বিপৰ্যস্ত হ'ব।

বৈষ্ণৱ আন্দোলনৰ অন্তৰ্নিহিত দুৰ্বলতাবোৰে মিশ্যনাৰীসকলৰ বাবে বাট মুকলি কৰাত আৰু এটা নতুন সমস্যাৰ সৃষ্টি হ'ল। তেওঁলোকে সত্ৰাধিকাৰসকলে পদাৰ্পণ কৰিবলৈ ভয় খোৱা ঠাইতো দপ্‌দপাই ফুৰিলে। অৱশ্যে মিশ্যনাৰীসকলৰ আগমন বহুতে ভবাৰ দৰে কোনো নিৰীহ নিষ্পাপ, ধৰ্মাণুপ্ৰাণিত ঘটনা মাত্ৰ নাছিল। ই তাৰ লগতে কঢ়িয়াই আনিছিল সাংস্কৃতিক সংঘাত, আৰু প্ৰমূল্যৰ দ্বন্দ্বও।

ফেলিক্স গ্ৰীণে আঙুলিয়াই দিছিল যে য'তেই সাম্ৰাজ্যবাদী অণুপ্ৰৱেশ আছে, ত'তেই ধৰ্মীয় মিশ্যনাৰীসকলে আগতীয়া বাৰ্তাবাহক ৰূপে পৌঁছি গৈছে। নাপলেয়ঁ ব'নাপাৰ্টকো তেওঁ উদ্ধৃত কৰিছে, যি এচিয়া, আফ্ৰিকা আৰু আমেৰিকাত তেওঁৰ সামৰিক অভিযানবিলাকত

(১৪৭) অসমৰ জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰা, খণ্ড ১, পৃঃ ১১০, ১০০
(১৪৮) ঐ, খণ্ড ২, পৃঃ ১৫

ধৰ্মীয় মিশ্যন বিলাকক কামত লগোৱাৰ কথা কৈছিল। মিশ্যনাৰীসকলে ভ্ৰমণ কৰা প্ৰতিখন দেশৰ সম্পৰ্কে বিতং তথ্য তেওঁ লাভ কৰিছিল তেওঁলোকৰ পৰাই। তেওঁলোকৰ বগলী পাখিৰ দৰে ঢকঢকীয়া শুকুলা পোছাকযোৰে কেবল মিশ্যনাৰীসকলৰ জীৱনেই যে ৰক্ষা কৰিছিল, এনে নহয়, ই তেওঁলোকৰ ৰাজনৈতিক আৰু বাণিজ্যিক অনুসন্ধান বোৰৰ আঁৰৰ ৰহস্য ঢাকি ৰখাতো সহায় কৰিছিল। গ্ৰীণে জনাইছে যে নাপলেয়ই স্পেইন, বেলজিয়াম, ব্ৰিটেইন, আমেৰিকা আৰু আন দেশত সেই ভক্ত সকলৰ সেৱা গ্ৰহণ কৰিছিল।[১৪৯]

গ্ৰীণৰ এই প্ৰতিবেদন ভাৰতবৰ্ষৰ ব্ৰিটিছ শাসক সকলৰ এই মন্তব্যৰ লগতো সংগতিপূৰ্ণঃ

*Our first wish must be to see the follower of Mahoment and Brahma embrace Christianity*[১৫০] - Governor General William Bantink (1860)

*It is not only our duty, but it is also our interest to promote the diffusion of Christianity as far as possibe throughout the length and breadth of India.*[১৫১] -Lord Palmerstone, Prime Minister of U.K.(1854)

কেনেকৈ এসময়ৰ অসমৰ ব্ৰিটিছ শাসক কেপ্টেইন জেনকিন্সে বেপ্টিষ্ট মিশ্যনাৰী সকলক অসমলৈ আমন্ত্ৰণ জনাইছিল,[১৫২] কেনেকৈ মাৰ্শমেন নামৰ মিশ্যনাৰী জনে ব্ৰিটিছ শাসনক ভাৰতীয়সকলৰ বাবে আশাবাদী বুলি বৰ্ণনা কৰিছিল[১৫৩] সেইবোৰ কথা আজি আৰু অজানা হৈ থকা নাই। মাৰ্শমেনে খোলাখুলিকৈয়ে ঘোষণা কৰিছিল যেঃ

***Thus commerce became the handmaid of religion, and under their combined influene, the gates of India were opened at once to the cottons of England and the truths of the Bible.***[১৫৪] **(গুৰুত্ব আমাৰ)**

এইটো স্বাভাৱিক যে ধৰ্ম আৰু বাণিজ্যৰ এই আন্তঃসম্পৰ্কৰ বাবেই ব্ৰিটিছে মাৰ্কিন বেপ্টিষ্ট মিশ্যনাৰীসকলক উৎসাহিত কৰিছিল স্থানীয় জনজাতিবোৰক সাংস্কৃতিকীকৰণ আৰু ধৰ্মান্তৰকৰণ কৰিবলৈ। সেই জনজাতিবোৰৰ মাজত মিশ্যনাৰীসকলৰ কঠিন, শ্ৰমসাধ্য যাত্ৰা, স্বাস্থ্য, শিক্ষা আদি বিষয়ত সিবিলাকৰ প্ৰতি তেওঁলোকৰ সেৱা, সেই সমাজ বিলাকৰ বিভিন্ন দিশৰ সম্পৰ্কে তেওঁলোকৰ কঠিন গৱেষণাই আমাক তেওঁলোকৰ প্ৰতি সপ্ৰশংস কৰি তোলে।

---

(১৪৯) The Enemy,Calcutta, 1974, p.109
(১৫০) F. S. Dowson: Christianity in North-East India,Delhi, 1983, p.41
(১৫১) Ibid, p.50
(১৫২) হেৰম্বকান্ত বৰপূজাৰীঃ আমেৰিকান মিশ্যনাৰীসকল আৰু ঊনবিংশ শতিকাৰ অসম, পৃঃ ১৮-১৯
(১৫৩) প্ৰসেনজিৎ চৌধুৰীঃ অতীত অনুসন্ধান, পৃঃ ১৮-১৯
(১৫৪) ঐ, পৃঃ ১৮-১৯ ত উদ্ধৃত

কিন্তু সেইবাবেই আমি কেতবোৰ অপ্ৰিয় সত্যক এৰাই চলিব নোৱাৰোঁ।

তাৰ কাৰণ হৈছে ধৰ্মান্তৰকৰণৰ বোকোচাত উঠি আহিছিল সাংস্কৃতিকীকৰণ। তাৰ পৰিণতি ঘটিছিল বিচ্ছিন্নতাত। ঐতিহাসিকভাৱে বিৰাজমান ব্ৰাহ্মণ্যবাদী পাৰ্থক্য-বৈষম্য এইবাৰ ব্ৰিটিছ-মিশ্যনাৰী জোঁটৰ চক্ৰান্তত প্ৰশস্ততৰ আৰু গভীৰতৰ হ'বলৈ লাগিল। অসমীয়া জাতি - নিৰ্মাতাসকলে উপলব্ধি নকৰিলে যে বৈষ্ণৱবাদৰ কোলাত উঠি তেওঁলোকে এই বৈষম্যৰ মহানদীখন পাৰ হ'ব নোৱাৰিব, বা তাত সাঁকো বান্ধিব নোৱাৰিব। সেই সত্য উপলব্ধি কৰিব নোৱাৰাৰ বাবেই অসমীয়া মধ্যশ্ৰেণীয়ে বাৰম্বাৰ ব্যৰ্থতাৰ পাছতো ধৰ্মৰ আশ্ৰয় লৈয়েই আছিল।

ধৰ্মৰ ক্ষেত্ৰত এই হতাশাজনক চিত্ৰখনৰ কাষত কিছু বিজুলি বেঙুনিও অৱশ্যে আছিল। ধৰ্মই তেওঁলোকক নিয়মিত ভাৱপীড়া দি থাকিলেও অসমীয়া জাতি নিৰ্মাতাসকলে উত্তৰ ভাৰতীয়-ধৰণৰ সাম্প্ৰদায়িকতাৰ পৰা নিজক সততে বিৰত ৰাখিছিল। কথাটো এইবাবেই প্ৰনিধানযোগ্য যিহেতু সেয়া আছিল ব্যাপক সাম্প্ৰদায়িকতাৰ সময়। সেইছোৱা সময়তে মাৰাঠী, পাঞ্জাবী আৰু বাঙালী জাতিসত্তা সাম্প্ৰদায়িক ভিত্তিত বাঁহ ফলাদি ফালিছিল। তাৰ বাবে ব্ৰিটিছ সাম্ৰাজ্যবাদেই প্ৰধানতঃ দায়ী হ'লেও উক্ত জাতিসত্তাবোৰৰ অন্তৰ্নিহিত দুৰ্বলতাও এইক্ষেত্ৰত নুই কৰিব নোৱাৰি।

ধৰ্মৰ বাবেই প্ৰাণৱন্ত আৰু সংগ্ৰামী পাঞ্জাবী জাতিসত্তা হিন্দু, শিখ আৰু মুছলীম তিনি ভাগত, ভাৰত আৰু পাকিস্তান দুই দেশত, আকৌ ভাৰতৰ ভিতৰতো পাঞ্জাব, হাৰিয়ানা আৰু হিমাচল তিনি প্ৰদেশত বিভক্ত হ'ল; মাৰাঠীসকল মাৰাঠা আৰু দলিত, এই দুই পৰস্পৰ বিৰোধী যুধ্যমান শিবিৰত থিয় হ'ল আৰু আমাৰ চুবুৰীয়া বাঙালীসকল দুখন ৰাজ্য মাত্ৰ নহয়, দুখন দেশত ভাগ হৈ পৰিল।

সুমিত চৰকাৰে সেয়েহে কৈছে যে 'মধ্যযুগ'ৰ অন্ধকাৰ দিনবোৰত মুছলীমৰ 'অত্যাচাৰ' চলিছিল বুলি, তথা তাৰ পৰা ব্ৰিটিছ শাসন আৰু তাৰ বোকোচাত উঠি অহা 'জাগৰণ' বা 'পুনৰজাগৰণে' মুক্তি আনি দিলে বুলি এক ধাৰণা সেইসময়ত ৰামমোহন, ডিৰোজিয়ান সকলৰ পৰা আৰম্ভ কৰি বংকিমচন্দ্ৰ হৈ ব্ৰাহ্ম আন্দোলনলৈকে সকলোৱে গ্ৰহণ কৰিছিল তেনেবোৰ ধাৰণাই উক্ত বিভাজনৰ বাটো মুকলি কৰিছিল। সেয়েহে তেওঁলোকৰ কাৰ্যকলাপো আছিল প্ৰতীকধৰ্মীহে মাত্ৰ। মুঠৰ ওপৰত উনৈশ শতিকাৰ শেহৰ ফালৰ 'সংস্কাৰ' আন্দোলন বিভিন্ন ধৰণৰ হিন্দু 'পুনৰুত্থান'ৰ দ্বাৰা বহুলাংশে প্ৰভাৱিত আছিল আৰু তিলক, বিপিন পাল আৰু অৰবিন্দ আদিয়ে এনে 'পুনৰুত্থান'কে জনজাগৰণৰ সহজ উপায়ৰূপে গণ্য কৰিছিল। উগ্ৰপন্থা আৰু হিন্দু পুনৰুত্থানবাদৰ এই মৰ্চাই শেহত গৈ মুছলীমসকলক দূৰলৈ ঠেলি দিছিল আৰু মাদ্ৰাজ, মহাৰাষ্ট্ৰ আদিত নিম্নবৰ্ণৰ সন্দেহৰ উদ্ৰেক কৰিছিল।(১৫৫)

সৌভাগ্যক্ৰমে জনজাতীয় প্ৰমূল্য, বৈষ্ণৱ পৰম্পৰা আৰু মধ্যশ্ৰেণীৰ জাতি - গঢ়োঁতাসকলৰ একধৰণৰ বিচক্ষণতাই অসমীয়া জাতিক তেনে শোচনীয় দশাৰ পৰা ৰক্ষা কৰিছিল। অৱশ্যে অ-সাম্প্ৰদায়িক আৰু (আনকি কোনো কোনো সময়ত ধৰ্মনিৰপেক্ষ)

---

(১৫৫) **Popular Movements and Middle Class Leadership in Late Colonial India: Perspectives and Problems of a History from Below**, p.35

শক্তিবিলাকৰ এনে বিজয় অনায়াস নাছিল। বহু বিতৰ্কৰ মাজেৰেহে যে এনে বিজয় আৰ্জিত হয়, তাৰ প্ৰমাণ পোৱা যায় তলৰ ঘটনাটোৰ পৰা।

১৯২৬ চনত গুৱাহাটীৰ পাণ্ডুত অনুষ্ঠিত সৰ্বভাৰতীয় কংগ্ৰেছৰ অধিবেশনখনৰ লগত ইচ্ছাকৃতভাৱেই সাঙুৰি দিয়া হৈছিল হিন্দু মহাসভাৰ অধিবেশন এখন। একেখন ৰভাৰ তলতে অনুষ্ঠিত উক্ত দুয়োখন অধিবেশনত উপস্থিত মানুহো আছিল প্ৰায় একেখিনিয়েই। সেইসকলৰ ভিতৰত আছিল নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, গৌৰীকান্ত তালুকদাৰ আদি। কংগ্ৰেছলৈ অহা মুছলীম প্ৰতিনিধি সকল অৱশ্যেই হিন্দু মহাসভাত উপস্থিত নাছিল। আনহাতে উদাৰতাবাদী বুলি জনাজাত পীতাম্বৰ দেৱ গোস্বামীয়ে কংগ্ৰেছৰ উপৰিও হিন্দু মহাসভাতো মহোৎসাহেৰে আগভাগ লৈছিল। হিন্দু মহাসভাৰ সেই অধিবেশনৰ পাছতেই তাৰ আন এখন সভাও গুৱাহাটীত বহিছিল। কংগ্ৰেছ আৰু হিন্দু মহাসভাৰ সেই লেটিপেটি সম্পৰ্কে তৰুণ বিপ্লৱী লক্ষ্মীধৰ শৰ্মাই সেইদিনা কঠিন প্ৰশ্ন উত্থাপন কৰিছিল।[১৫৬]

এইখিনিতে প্ৰনিধানযোগ্য যে লক্ষ্মীধৰ শৰ্মা আছিল হিন্দু মুছলীম ঐক্যৰ বিষয়বস্তুক লৈ ৰচিত হৃদয়স্পৰ্শী অসমীয়া নাটক 'চিৰাজ'ৰো লেখক। তেওঁৰ এনে স্থিতি কোনো বিচ্ছিন্ন ঘটনা নাছিল। স্বাধীনতা আন্দোলনৰ সবাতোকৈ প্ৰগতিশীল প্ৰভাৱবোৰক অসমীয়া সমাজৰ সবাতোকৈ প্ৰগতিশীল অংশটোৱে এনেকৈয়ে আত্মস্থ কৰিছিল।

ধৰ্মনিৰপেক্ষতাৰ পৰা ধৰ্মমুক্ততালৈ, নাস্তিকতালৈ এখুজি দুখুজিকৈ আগবাঢ়িব ধৰিছিল লক্ষ্মীধৰ। তেওঁ এইবাৰ যুক্তি আগবঢ়ালে যে আধুনিক পৃথিৱীত ধৰ্ম অচল। ধৰ্মক নুগুছালে সমাজ আগনাবাঢ়ে বুলিয়েই তেওঁ কৈ পেলালে। এনে দৃষ্টি ভংগীয়ে তেওঁক উদগালে বিদ্বেষপূৰ্ণ, অন্ধবিশ্বাসী হিন্দু হোৱাৰ বিপৰীতে উদাৰ, উন্নত মানৱতাৰ সন্ধান কৰিবলৈ। আমি এই গ্ৰন্থৰ চতুৰ্থ অধ্যায়ত দেখুৱাই আহিছোঁ কেনেকৈ এনে এক গৌৰৱোজ্জ্বল পৰম্পৰাৰে উদ্বুদ্ধ হৈ চন্দ্ৰনাথ শৰ্মায়ো গান্ধীৰ 'ধৰ্মীয় বাতিক'ৰ সমালোচনা কৰিছিল। এই পৰম্পৰা অব্যাহত থাকিব। ধৰ্মমুক্ততা/ধৰ্মনিৰপেক্ষতাৰ এই পৰম্পৰা কালক্ৰমত গৈ অসমীয়া জাতিৰ সবাতোকৈ মহাৰ্ঘ সম্পদত পৰিণত হ'ব। আপাততঃ ই যিমানেই কুমলীয়া আৰু নিশকতীয়া নহওক লাগিলে, শক্তিশালী কিন্তু অৱক্ষীয়মান পৰম্পৰাৰ বিপৰীতে ইয়াক তুলি ধৰিবই লাগিব।

ধৰ্মৰ পাছত এইবাৰ সংস্কৃতিৰ পাল পৰিল। অসমীয়া জাতি গঢ়োঁতাসকলে আপোন মনোমুগ্ধতাৰে সপোন দেখিলেঃ

## গঢ়ি উঠক এক জাতীয় সংস্কৃতি!

তেওঁলোকৰ 'জাতীয় সংস্কৃতিৰ' ধাৰণাটোৰ ভিতৰত জাতীয় বীৰ-পূজা আৰু আন প্ৰাসংগিক প্ৰতীকবোৰো অন্তৰ্ভুক্ত আছিল। শক্তিশালী 'জাতীয় অৰ্থনীতি' গঢ়াৰ প্ৰচেষ্টাৰ কৰুণ পৰিণতিৰ পাছত তথা 'জাতীয় ধৰ্ম'ক জনপ্ৰিয়কৰণৰ প্ৰচেষ্টাটোৰ শোচনীয় ব্যৰ্থতাৰ পাছত অন্ততঃ 'জাতীয় সংস্কৃতি'ৰ ক্ষেত্ৰত সাফল্য অসমীয়াৰ বাবে অপৰিহাৰ্য আছিল।

---

(১৫৬) দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মাৰ ৰচনাৱলী, দ্বিতীয় খণ্ডৰ পাতনি

জাতি গঢ়োঁতাসকলে তেওঁলোকৰ প্ৰতীকবোৰ দুটা উৎসৰ পৰা সংগ্ৰহ কৰাৰ অৱকাশ ৰাখিছিল। তাৰে প্ৰথমটো আছিল সত্ৰীয়া-শাস্ত্ৰীয় আৰু আনটো আছিল লোক-জনগোষ্ঠীগত। সত্ৰীয়া-শাস্ত্ৰীয় ধাৰাটো ভাওনা, দশাৱতাৰ, বৰগীত, ৰাস, সূত্ৰধাৰ নৃত্য আদিৰে ভৰপূৰ হৈ আছিল। তাৰ বিপৰীতে লোক-জনগোষ্ঠীগত উৎসটো আছিল সংস্কৃতিৰ মণি-মুকুতা সংগ্ৰাহক সকলৰ বাবে প্ৰকৃতাৰ্থত এক সোণৰ খনি। জাতি গঢ়োঁতাসকলে এই দ্বিতীয় উৎসটোৰ পৰাই ব্যাপকভাৱে প্ৰতীক আহৰণ কৰিছিল। সেইটো কেইবাটাও কাৰণে তাৎপৰ্যপূৰ্ণ আছিল।

সত্ৰীয়া - শাস্ত্ৰীয় ধাৰাৰ পৰা আহৃত প্ৰতীকবোৰ ধৰ্মৰ দ্বাৰা প্ৰভাৱিত আছিল। কালিলৈকে ভাওনাই আছিল অসমীয়া গ্ৰামাঞ্চলৰ একমাত্ৰ নাটকীয় কৰ্মকাণ্ড। বৰগীতে মানুহৰ আধ্যাত্মিক অনুভূতিৰ গভীৰলৈকে চুই গৈছিল। দশাৱতাৰ, ৰাস আৰু সূত্ৰধাৰ নৃত্যয়ো শাস্ত্ৰীয় সংস্কৃতিৰ নিৰস পৰিৱেশত কিছু ৰং ৰস যোগান ধৰিছিল। কিন্তু আধুনিকতাই ইতিমধ্যেই সাংস্কৃতিক ক্ষেত্ৰত এনে প্ৰভাৱ পেলাইছিল যে জাতি গঢ়োঁতাসকলে সত্ৰীয়া শাস্ত্ৰীয় ঘৰানাৰ পৰা জাতীয়-সাংস্কৃতিক প্ৰতীক বছাৰ উৎসাহ হেৰুৱাই পেলাইছিল। সেই উপাদানবোৰক এতিয়া আওপুৰণি আৰু অচল বুলি গণ্য কৰি পাছলৈ ঠেলি দিয়া হ'ল। সত্ৰ সচংবোৰৰ পবিত্ৰ চৌসীমাৰ ভিতৰতে সিবিলাকক জাহি পমি যাবলৈ এৰি দিয়া হ'ল।

ইয়াৰ ফলত জাতি গঢ়োঁতাসকলৰ হাতত এটাই মাত্ৰ বিকল্প বাকী থাকিলগৈ। সেয়া হৈছে লোকসংস্কৃতি তথা জনগোষ্ঠীগত সংস্কৃতিৰ পৰা ব্যাপকভাৱে আহৰণ কৰা। তাকেই তেওঁলোকে কৰিলে, আৰু কৰিলে বেচ সফল ভাৱে। এই গ্ৰন্থৰ ষষ্ঠ অধ্যায়ত আমি দেখুৱাই আহিছোঁ কেনেদৰে লোকসংস্কৃতিৰ পৰা উঠাই আনি বিহুক জাতীয় সংস্কৃতিৰ মৰ্যাদা দিয়া হৈছিল। এনেকৈয়ে ইতৰ মানুহৰ অশ্লীল নাচ-গানৰ উৎসৱ'ৰ পৰা বিহু পৰিণত হৈছিল মৰ্যাদাপূৰ্ণ জাতীয় উৎসৱত। যিহেতু ই আদিতে অগণিত শ্ৰমজীৱী জনতাৰ কৃষি উৎসৱ আছিল, এতেকে ইয়াৰ প্ৰক্ষেপণে সেইসকলৰ মন সহজেই স্পৰ্শ কৰি যাব পাৰিছিল।

কিন্তু বিহুৰ ধাৰণাটোও হঠাৎ স্বপ্নলব্ধ নাছিল। অসমীয়া মধ্যশ্ৰেণীৰ জাতি-নিৰ্মাতাসকলে সেইসময়ৰ প্ৰতিখন অসমীয়া কাকত-আলোচনীত প্ৰায় এবছৰকাল মহাবিতৰ্ক চলাইহে বিহুৰ সম্পৰ্কে খাটাং স্থিতি লৈছিল। এই ইতিবাচক বিতৰ্কৰ পৰিণতি এয়ে হ'ল যে এক বিৰল ধৰণৰ সাংস্কৃতিক সংহতিয়ে জাতিটোক ঐক্যবদ্ধ কৰি ৰাখিছে আৰু আন ক্ষেত্ৰত ইয়াৰ ব্যৰ্থতাৰ ক্ষতিপূৰণ কৰিছে। বীৰ পূজা গঢ়ি তোলাৰ আঁৰত নিহিত জাতি-গঢ়োঁতাসকলৰ ৰাজনৈতিক দূৰদৃষ্টিও চৰিতাৰ্থ হৈছে বুলি ক'ব পাৰি। ফলত জাতি-গঢ়োঁতাসকলৰ অন্ততঃ কেতবোৰ সপোন ফলিয়াইছে বুলি ক'ব পাৰি।

অসমৰ জাতীয় সাংস্কৃতিক আন্দোলনৰ এই সাফল্যৰ সঁচাৰ কাঠি লুকাই আছে এই কথাত যে ই জাত-পাত-ধৰ্ম অথবা ধৰ্মীয় পন্থাৰ সংকীৰ্ণতাৰ উৰ্দ্ধত। তাৰ বিপৰীতে ভাৰতীয় গণনাট্য সংঘৰ অসম শাখাই ইয়াক এক অনন্য গভীৰতা আৰু ব্যাপকতা প্ৰদান কৰিলে। গণনাট্য সংঘই কেনেকৈ উ. তিৰৎ সিং (খাচী), টিকেন্দ্ৰজিৎ (মণিপুৰী), কিয়াংনোবা (জয়ন্তীয়া), বাংকুক চাওবা (ঝাড়খণ্ডী আদিবাসী) আদি ব্ৰিটিছ বিৰোধী জনজাতীয় বীৰ শ্বহীদ সকলক আৱিস্কাৰ আৰু প্ৰক্ষেপণ কৰিছিল সেইবিষয়েও আমি আগতে ষষ্ঠ অধ্যায়ত দেখুৱাই আহিছোঁ।

চাহ-বাগিছাৰ ঝাড়খণ্ডী আদিবাসীসকলৰ উমৈহতীয়া ভাষা চাদ্ৰীত লিখিত 'বদ্‌লা লেনা' আৰু 'তুফান', হিন্দু মুছলীম ঐক্য বিষয়ক আবাদ, দলিত মাছমৰীয়াসকলৰ জীৱনক লৈ লিখিত 'মাছমৰীয়া জীৱন' আৰু 'লুইতৰ বুকুত গাজনি' আদি গণনাট্য সংঘ-অনুপ্ৰাণিত নাটক শ্ৰমজীৱী মানুহে ব্যাপকভাৱে আদৰি লৈছিল। অসম শাখা গণনাট্য সংঘৰ অন্যতম প্ৰতিষ্ঠাপক নগেন কাকতিয়ে দেখুৱাইছে কেনেকৈ শিৱসাগৰ জিলাৰ চন্টক চাহবাগিছাত ব্ৰিটিছৰ হাতত শ্বহীদী বৰণ কৰা আদিবাসী শ্ৰমিক বাংকুক চাওবাৰ সংগ্ৰামক লৈ চাদ্ৰী ভাষাত লিখিত 'বদ্‌লা লেনা' নামৰ নটকখনে দৰ্শকক উদ্বেলিত কৰি তুলিছিল। শ্ৰমিক শ্ৰেণীৰ দৰ্শকসকলে আনকি অভিনেতাসকলক গৈ মঞ্চতে সাবটি ধৰিছিলগৈ।

জ্যোতিপ্ৰসাদৰ 'অ' আমাৰ গাঁও, অ' আমাৰ গাঁও, আমাৰ গাঁৱৰ মান ৰাখি মৰিবলৈ যাওঁ ' গানটোৱেও একেদৰেই মিচিং জনজাতীয় যুৱক-যুৱতী সকলক অনুপ্ৰেৰণা জনাইছিল তিনিচুকীয়াৰ ...... গাঁৱত হোৱা পুলিচী উচ্ছেদৰ বিৰোধিতা কৰিবলৈ। উক্ত গানৰ মিচিং অনুবাদটো উদাত্ত কণ্ঠে গাই পুলিচৰ ট্ৰেক্টৰৰ আগত পৰি দি তেওঁলোকে উচ্ছেদৰ প্ৰতিৰোধ কৰিছিল।

অসমীয়া জাতিসত্তাৰ লগত ঐতিহাসিকভাৱে সম্পৰ্কিত জনগোষ্ঠীবোৰৰ মাজত ঐক্য সুদৃঢ় কৰাৰ উপৰিও গণনাট্য সংঘই অসমীয়া-বাঙালী ঐক্য গঢ়ি তোলাতো চমৎকাৰ সফলতা আৰ্জিছিল। ১৯৬০ চনত অসম ৰাজ্য ভাষা বিল/আইনক কেন্দ্ৰ কৰি ৰাজ্যখন যেতিয়া অসমীয়া-বাঙালী দাংগা হাংগামাত বিভক্ত হৈ পৰিছিল, তেতিয়া বিভাজনমুখী শক্তিবোৰক প্ৰত্যাহ্বান জনাই এক সাংস্কৃতিক বৰদৈচিলা বোৱাই দিছিল এই গণনাট্য সংঘই। ইয়াৰ সুৰ বাহিনীয়ে সংঘৰ্ষদীৰ্ণ এলেকাবিলাকলৈ গৈ শান্তি-সম্প্ৰীতিৰ গীত গাই যুধ্যমান মানুহক ঐক্যবদ্ধ কৰিছিলগৈ। এইক্ষেত্ৰত সবাতোকে আবেদনময় আছিল ভূপেন হাজৰিকা আৰু হেমাংগ বিশ্বাসে যুটীয়া ভাৱে গোৱা 'বংমন হাৰাধনৰ কথা' নামৰ গীতটো। অসমীয়া-বাঙালী ঐক্য সুদৃঢ় কৰাত এই গীতৰ ভূমিকা অবিস্মৰণীয় হৈ থাকিব।

উক্ত সাংস্কৃতিক অভিযানৰ প্ৰভাৱ তেতিয়াৰ বাতৰি কাকত এখনত প্ৰকাশিত তলৰ প্ৰতিবেদনখনতে বাৰুকৈ ফুটি উঠিছিলঃ

*....The most feverishly discussed topic at the moment among advanced cultural circles in Calcutta is the strange new army in Assam-an army that sings peace and goodwill, the squad of Assamese, Bengali, Nepali and Khasi singers under the leadership of Bhupen Hajarika and Hemango Biswas.* (১৫৭)

*...Out of the gloom of riot-torn life we can and shall yet emerge as brothers, each with his distinctive culture and language orchestrated into a magnificent harmony united in creative labour for a prosperous future: that is the message the artists gave at Shillong Club on 27th August last .......... It was a*

(১৫৭) **New Age**, Calcutta, 16 October, 1960

*bold declaration of toilers' unity in the common struggle to build a prosperous, new life...*(১৫৮)

এয়া আছিল জাতি-গঠনৰ এক গৌৰবোজ্জ্বল মুহূর্ত। অচিৰেই এই আন্দোলনে সেই সময়ৰ অসমৰ এই সকল শিল্পী-সেনানীক আকৃষ্ট কৰিছিলঃ বাভাসকলৰ অশোক বিজয় বাভা, বড়োসকলৰ নীলেশ্বৰ ব্ৰহ্ম আৰু ৰবীন বসুমতাৰী, মিচিংসকলৰ লক্ষ্মীনাথ দলে, মণিপুৰীসকলৰ গুৰু কামিনী সিংহ, মুক্তাধন সিংহ আৰু ধনঞ্জয় সিংহ, খাচীয়াসকলৰ বেৰিয়াল কিণ্ডিয়া, ফিল্‌কিন লালু আৰু আমিনা ৰালাঙৰ উপৰিও মঘাই ওজা, ব্ৰজেন বৰুৱা, চৈয়দ আব্দুল মালিক, সন্ধ্যা দাস, কৰুণাধৰ বৰুৱা, নগেন কাকতি, ভুপেন হাজৰিকা, জ্ঞানদা কাকতি, পালু পাল, হেমাংগ বিশ্বাস, বিষ্ণু প্ৰসাদ ৰাভা, জ্যোতিপ্ৰসাদ আগৰৱালা আদি বিশিষ্ট অসমীয়াবৃন্দ।

এই বৈচিত্র্যপূর্ণ দলটোক একত্রিত কৰি তাক এক গণ সাংস্কৃতিক কাৰ্যকলাপৰ বাবে সমাবেশিত কৰাৰ কৃতিত্ব হেমাংগ বিশ্বাসৰ। জন্মসূত্রে চিলেটী বাঙালী হেমাংগ বিশ্বাসক আজিও এজন শ্ৰেষ্ঠ অসমীয়া বুলি গণ্য কৰা হয়। নিজে এজন মহান গণশিল্পী হোৱাৰ উপৰিও অসমীয়া লোক-সুৰ, লোক-সংস্কৃতিৰ বিভিন্ন ৰূপৰ সংগ্ৰহ আৰু সিবিলাকক জাতীয়-আন্তর্জাতিক পৰ্যায়লৈ উন্নীতকৰণত তেওঁ বিশেষ ভূমিকা লৈছিল। হেমাংগ বিশ্বাসৰ দ্বাৰা ঢোলৰ ৰজা মঘাই ওজাৰ আৱিষ্কাৰো সেই গণসাংস্কৃতিক আন্দোলনৰে এক বিজয়বাৰ্তা।

কিন্তু গণনাট্য সংঘ কেৱল শোষিত শ্ৰেণী আৰু জাতিবিলাকৰে সংগঠন নাছিল; সি আছিল সকলো জাতীয় শ্ৰেণীৰে এক যুক্তমৰ্চা। তলৰ মন্তব্যটোৱেই সেই কথা স্পষ্ট কৰিবা ঃ

*চিলং আই পি টি এৰ সভাপতি হ'ল চাহ বাগিচাৰ মালিক প্ৰফুল্ল বৰুৱা, যোৰহাট আই পি টি এৰ সভাপতি হ'ল চাহ বাগিচাৰ মালিক কুলধৰ চলিহা, ডিব্ৰুগড় আই পি টি এৰ সভাপতি হ'ল চাহ বাগিচাৰ মালিক অপূৰ্ব বৰদলৈ আৰু সদৌ অসম গণনাট্য সংঘৰ সভাপতি হ'ল সুবিখ্যাত শিল্পী জ্যোতিপ্ৰসাদ আগৰৱালা। কিন্তু তেঁৱো এগৰাকী চাহ বাগিচাৰ মালিক, সেইকাৰণে মই আই পি টি এ'ৰ নাম সলাই আই টি পি এ, Indian Tea Planters Association ৰখাৰ প্ৰস্তাৱ কৰিছোঁ।*(১৫৯)

কিন্তু চিপি আই নেতৃত্বৰ ঠেক, সংকীৰ্ণ পাৰ্টি কেন্দ্ৰিকতাই (কোৱা বাহুল্য যে গণনাট্য সংঘ চিপিআইৰ লগত শিথিলভাৱে হ'লেও সংবদ্ধ হৈ আছিল) অচিৰেই এই বহু জনগোষ্ঠী, বহু শ্ৰেণীৰ যুক্ত আন্দোলনটোত চুৰীকাঘাত কৰিলে। কুখ্যাত ৰণডিভে লাইন অনুসৰি আন্দোলনটোৰ পৰা 'সকলো বুৰ্জোৱা প্ৰভাৱ' মচি পেলোৱাৰ নামত এই সংকীৰ্ণ পশ্চাদঘাতী কাৰ্য আৰম্ভ হ'ল।

ৰণডিভেৰ উক্ত ফটোৱা অনুসৰিয়েই ৰবীন্দ্ৰনাথ ঠাকুৰকো বুৰ্জোৱা ঘোষণা কৰা হ'ল আৰু গণনাট্য সংঘৰ আন্দোলনৰ পৰা তেওঁৰ সকলো প্ৰভাৱ উৎখাৎ কৰাৰ হুকুম জাৰী কৰা হ'ল। ৰবীন্দ্ৰ সংগীত, তথা ওস্তাদ কৰিম খানৰ গীত নিষিদ্ধ কৰা হ'ল। এই নিষেধাজ্ঞাই

---

(১৫৮) Shillong Observer, August, 1960 ৰপৰা সাম্প্ৰতিক সাময়িকী, অক্টোবৰ ১৯৮০ সংখ্যাত হেমাংগ বিশ্বাসৰ দ্বাৰা উদ্ধৃত।

(১৫৯) লোকনাথ গোস্বামীঃ *মাটি আৰু মানুহৰ শিল্পী হেমাংগ বিশ্বাস*, পৃঃ ৪১

বিষ্ণু দে, ডাঃ চৈফুদ্দিন কিচ্‌লু, ড° মুল্কৰাজ আনন্দ, পৃথ্বীৰাজ কাপুৰ, খাজা আহমদ আব্বাচ, সুকবি ভাল্লথল, শম্ভু মিত্ৰ, তৃপ্তি মিত্ৰ, বলৰাজ চাহানী, ভীষ্ম চাহানী, কালিম শাৰাফি, কাইফি আজমী, সলিল চৌধুৰী আৰু আন বহু পাৰ্টি বহিৰ্ভূত শিল্পী বুদ্ধিজীৱীকে বিক্ষুব্ধ কৰি তুলিলে। অচিৰেই এইসকলে গণনাট্য সংঘ সদলবলে ত্যাগ কৰিলে। চিপি আই নেতৃত্বই জ্যোতিপ্ৰসাদ আগৰৱালাকে বুৰ্জোৱা আখ্যা দিয়াৰ পাছত অসম গণনাট্য সংঘ পূৰ্বৰ কংকালসাৰহে হ'লগৈ। ই এতিয়া পাৰ্টিৰ বিশ্বস্ত কেইজনমানৰ চক্ৰত পৰিণত হ'লগৈ। অসমীয়া জাতি গঠন প্ৰক্ৰিয়ালৈ তাৎপৰ্যপূৰ্ণ ভাবে বৰঙণি আগবঢ়োৱা এই প্ৰাণবন্ত গণ সাংস্কৃতিক আন্দোলনটোক এইদৰে অন্তৰ্ঘাত কৰা কাৰ্য অৱশ্যে চিপি আইৰ আন্তৰ্জাতিক দায়বদ্ধতাৰ লগত বজিতা খোৱা ধৰণৰে আছিল। কাৰণ ৰণডিভেৰ গুৰু স্তালিনে ইতিমধ্যে পাবল' পিকাচ'ৰ বিখ্যাত 'ব্লু পিৰিয়ড' ছবিবোৰ ক্ৰেমলিনৰ গুদামত গাপ দিছে, মেক্সিম গৰ্কীয়ে অসহজ অনুভৱ কৰিবলৈ আৰম্ভ কৰিছে, আন্দ্ৰে চাখাৰভ আৰু আলেকজেণ্ডাৰ চলঝেনিৎচিনসকলক নজৰবন্দী বা গৃহবন্দী কৰি ৰখা হৈছে; মাজনিশাৰ টোকৰো ইতিমধ্যেই আৰম্ভ হৈছে।

তাৰ বাহিৰেও চোভিয়েট ৰাচিয়াৰ সমাজবাদী পিতৃভূমি ৰচোৱাৰ স্বাৰ্থত জাৰ্মানী-জাপান-ইটালী-মিত্ৰতাৰ বিৰোধিতা কৰিবলৈ গৈ চি পি আই-এ ব্ৰিটিছ সাম্ৰাজ্যবাদৰ পক্ষ লৈছিল। অথচ সেইসময়ত ব্ৰিটিছ বিৰোধী ভাৰতীয় স্বাধীনতা সংগ্ৰাম আছিল একেবাৰে তুংগত। ভাৰতবাসীৰ ব্ৰিটিছ-বিৰোধী জনজোৱাৰৰ মাজভাগনত চিপি আই-এ এনেকৈ বিদেশী সাম্ৰাজ্যবাদৰ পক্ষ লোৱাটোৱে গণনাট্য সংঘৰ আন্দোলনটোকো চৰম আঘাত হানিছিল। জাতিটোক গণতান্ত্ৰিক প্ৰগতিশীল ভিত্তিত গঢ়ি তোলাৰ এক ঐতিহাসিক সুযোগৰ এনেকৈয়ে অপচয় ঘটোৱা হৈছিল। ই কেৱল সাংস্কৃতিক আন্দোলনটোৰে পতন নুসূচায়, লগত জাতীয় আন্দোলনসমূহক তাৰ অন্তিম মঞ্জিল পৰ্যন্ত পৌছাই দিয়াত বাঁওপন্থীসকলৰ ব্যৰ্থতাও বুজায়।

গণনাট্য সংঘৰ আন্দোলনৰ এই ব্যৰ্থতা সত্ত্বেও এই আন্দোলনৰে ফচল বিষ্ণুপ্ৰসাদ ৰাভা আৰু জ্যোতিপ্ৰসাদ আগৰৱালা নামৰ দুই উজ্জ্বল তাৰকাই অসমৰ সাংস্কৃতিক আকাশ পোহৰাই ৰ'ল। কাৰণ আন্দোলনটো নিজে লয় পালেও তেওঁলোকে আন্দোলনটোৰ উৎকৃষ্টখিনিৰে প্ৰতিনিধিত্ব কৰিছিল।

জ্যোতিপ্ৰসাদক শংকৰদেৱৰ পাছৰ মহত্তম অসমীয়া বুলি ক'লেও বঢ়াই কোৱা নহয়; তেওঁ আছিল একাধাৰে সফল কবি, সুৰকাৰ, গীতিকাৰ, গায়ক, নাট্যকাৰ, প্ৰথম অসমীয়া বোলছবি নিৰ্মাতা, চিত্ৰ-শিল্পী, স্থপতিবিদ, ভাস্কৰ আৰু এহাতে আন্তৰ্জাতিকতাবাদী আৰু আনহাতে খাটি অসমীয়া। দলিছাৰ পৰা ঘাঁহনিলৈ নামি অহা জ্যোতিপ্ৰসাদে 'শ্ৰেণী'ক অতিক্ৰম কৰিবলৈ চেষ্টা কৰিছিল; আনকি নিজৰ বাগিচাৰ বনুৱাৰ লগতো তেওঁ গঢ়ি তুলিছিল আত্মিক সম্পৰ্ক। সেয়েহে জ্যোতিপ্ৰসাদক আমি কেতিয়াবা দেখো এজন দুখীয়া ডফলা জনজাতিৰ মুখপাত্ৰ হিচাপে (খাজনা সোধাত এটা ডফলাৰ খং), আন কেতিয়াবা এজন আদিবাসী শ্ৰমিক (এটা মাতোৱাল বনুৱা), এগৰাকী আদিবাসী শ্ৰমিক মহিলা (এতোৱাৰী), অথবা এজন পগলা দুখীয়া খেতিয়ক অথবা এজন নিপীড়িত মহাশুদ্ৰৰ প্ৰতিনিধিৰূপে। এইজন জ্যোতিপ্ৰসাদে আহবান জনায় খাচী-জয়ন্তীয়া, ডফলা, আবৰ, অকা, চিংফৌ, মিচিং, আহোম, কছাৰী, কোচ

ৰাজবংশী, মিজো, কাৰ্বি, গাৰো, মিচিমি, খামতি, নগা, আদিবাসী, নেপালী, মণিপুৰী, পমুৱা মুছলমান আৰু আন সকলোকে সামৰি এক বৃহৎ অসমীয়া জাতি গঢ়ি তুলিবলৈ।

স্বাধীনতা আন্দোলনৰ এজন নিষ্ঠাবান কৰ্মী জ্যোতিপ্ৰসাদে তেওঁৰ জীৱনৰ সায়ংকালে সাম্যবাদৰ প্ৰতি আকৃষ্ট হৈছিল। সেয়েহে অসমীয়া মধ্যশ্ৰেণীয়ে তেওঁৰ প্ৰতি তেতিয়া সমাদৰ জনোৱা নাছিল। চি পি আই-এ তেওঁক যেনেকৈ ভাৰতীয় গণনাট্য সংঘৰ অসম শাখা সভাপতিৰ পদৰ পৰা আঁতৰ কৰিছিল, তেনেকৈয়ে অসম সাহিত্য সভাই তেওঁতকৈ বহু নিম্নপৰ্যায়ৰ লোকক সভাপতিত্ব যাচিলেও জ্যোতিপ্ৰসাদক কাহানিও সেই পদ যচা নাছিল। সাহিত্য সভাৰ অন্যতম সভাপতি, সাহিত্য অকাডেমীৰ অধ্যক্ষ, জ্ঞানপীঠ-বিজেতা ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই কেনেকৈ জ্যোতিপ্ৰসাদৰ গুৰুত্ব লাঘৱ কৰিছিল, আৰু কেনেকৈ অসম সাহিত্য সভাৰ এখন প্ৰকাশনাই জ্যোতিপ্ৰসাদক অনা-অসমীয়া বুলি বৰ্ণনা কৰিছিল সেই কথা আমি এই গ্ৰন্থৰ 'জাতীয় সংস্কৃতি' সংক্ৰান্ত অধ্যায়ত ইতিমধ্যে দেখুৱাই আহিছোঁ। তাতেই ক্ষান্ত নহৈ অসম প্ৰকাশন পৰিষদে একেবাৰে জ্যোতিপ্ৰসাদৰ সৰাতোকৈ প্ৰগতিশীল লেখনীখিনিতে কেঁচী চলোৱাৰো ধৃষ্টতা দেখুৱাইছিল।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ নিটোল সূক্ষ্মতাৰ পৰিপূৰক হিচাপে পোৱা গৈছিল বিষ্ণুপ্ৰসাদ ৰাভাৰ প্ৰবল প্ৰাণোচ্ছলতা। বড়ো জনজাতিৰ পৰা অহা এই গণশিল্পীজন জ্যোতিপ্ৰসাদৰ পাছতে গণনাট্য সংঘৰ অসম শাখাৰ সভাপতি হৈছিল। জ্যোতিপ্ৰসাদৰ দৰেই তেঁৱো আছিল কবি, গীতিকাৰ, সুৰকাৰ, কৃতী নৃত্যশিল্পী, ঔপন্যাসিক, গল্পকাৰ, বোলছবি অভিনেতা, পৰিচালক, খেলুৱৈ আৰু অৱশ্যেই ১৯৪০ ৰ দশকৰ বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ সশস্ত্ৰ বিদ্ৰোহৰ এজন সক্ৰিয় কৰ্মী। আজিৰ তাৰিখলৈকে বিষ্ণুপ্ৰসাদ ৰাভাই অসমৰ একমাত্ৰ কৰ্মী-বুদ্ধিজীৱী যি জনজাতি মানুহৰ মাজলৈ গৈ তেওঁলোকৰ মাজতে থাকি তেওঁলোকৰ বিষয়ে অন্ততঃ প্ৰাথমিক পৰ্যায়ৰ সমাজতাত্ত্বিক, জনগোষ্ঠীতাত্ত্বিক (ethnological) গৱেষণা চলাইছিল। যদিও তেওঁৰ ব'হেমিয়ান জীৱন চৰ্যাই তেওঁৰ আন বহু সম্ভাৱনা মষিমূৰ কৰিলে, তথাপি বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱন অনন্ত অদমনীয় প্ৰবাহৰ প্ৰতীক, জনগণৰ প্ৰচণ্ড প্ৰাণশক্তিৰ প্ৰতিভূ। তেনেহেন বিষ্ণুপ্ৰসাদৰ জীৱনৰ এছোৱা আৰু চি পি আইৰ বাঁও হঠকাৰীতা আৰু আনছোৱা চি পি আইৰ সৌপন্থী সুবিধাবাদ তথা সংসদ -সৰ্বস্বতাই নস্যাৎ কৰিছিল; অৱশ্যে সেয়া আন এক প্ৰসংগ।

নিজৰ জীৱনকালত ৰাজনৈতিকভাৱে অস্পৃশ্যৰূপে পৰিগণিত বিষ্ণুপ্ৰসাদক আনকি তেওঁৰ গৃহনগৰী তেজপুৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ ১৯৬৮ চনৰ অধিৱেশনলৈ নিমন্ত্ৰণেই কৰা হোৱা নাছিল। অথচ সেইসময়ত বিষ্ণুপ্ৰসাদ তেজপুৰত হাজিৰ আছিল। ১৯৬২ চনৰ ভাৰত-চীন যুদ্ধৰ সময়ত এইজন বিষ্ণুপ্ৰসাদকে যেতিয়া হাতত হাতকেৰেয়া লগাই পথাৰে বান্ধি তেজপুৰৰ ৰাজপথেদি চোঁচোৰাই নিয়া হৈছিল তেতিয়া অসমীয়া মধ্যশ্ৰেণীৰ জাতি-নিৰ্মাতাসকল আৰু তেওঁলোকৰ সংগঠনবোৰে 'টু' শব্দটো পৰ্যন্ত উচ্চাৰণ কৰা নাছিল। তেওঁৰ গীতবোৰ 'আকাশবাণীত' নিষিদ্ধ আছিল। ৰাজ্য চৰকাৰৰ প্ৰকাশনা বিভাগ অসম প্ৰকাশন পৰিষদে মাত্ৰ ৫,০০০ টকাৰ বাবেই বিষ্ণুপ্ৰসাদৰ সংগৃহীত ৰচনাৱলী প্ৰকাশ কৰিবলৈ প্ৰত্যাখ্যান

কৰিছিল। অসম সাহিত্য সভা আৰু সদৌ অসম ছাত্ৰ সন্থায়ো তেওঁৰ ৰচনাৱলী প্ৰকাশৰ দাবী কাহানিও উত্থাপন কৰা নাছিল।(১৬০)

কিন্তু আমোদজনক কথা যে মৃত্যুৰ লগে লগে জ্যোতিপ্ৰসাদ আৰু বিষ্ণুপ্ৰসাদক আনুষ্ঠানিকভাবে মৰ্যাদা দি জাতত তুলি ল'বৰ বাবে চৰকাৰী, 'অনা-চৰকাৰী' দুয়োটা পক্ষ অধীৰ হৈ উঠিল। জীৱদ্দশাত অৱহেলিত - অপমানিত দুয়োজনকে মৰণোত্তৰ ভাৱে যে এনেকৈ দেৱতাত পৰিণত কৰা হ'ল, তাৰো দুটা দিশ আছে। প্ৰথমতঃ তেওঁলোক ইমানেই শক্তিশালী, প্ৰাসংগিক আৰু গভীৰ আবেদনময় যে তেওঁলোকক মৃত্যুৰ পাছতো অৱজ্ঞা কৰা নাযায়। সেয়েহে তেওঁলোকক জাতত তুলি লৈ পনীয়া কৰি পেলোৱাই ভাল। দ্বিতীয়তঃ গণনাট্য সংঘ আন্দোলনৰ ব্যৰ্থতাই আন এক জাতীয় সাংস্কৃতিক আন্দোলনৰ বাট মোকলালে, য'ত জ্যোতি-বিষ্ণু পূজ্য, আৰাধনীয়।

এই জাতীয় সাংস্কৃতিক ধাৰাই শংকৰদেৱৰ পৰা জ্যোতি - বিষ্ণু লৈকে, বিহুৰ পৰা জিকিৰ-জাৰিলৈকে সকলো সাংস্কৃতিক প্ৰতীক আত্মসাৎ কৰিছিল। ই প্ৰমাণ কৰিছে যে ইয়েই ৰাষ্ট্ৰ তথা জাতিসত্তাটোৰ সবাতোকৈ শক্তিশালী সাংস্কৃতিক আন্দোলন। জাতীয় ভাষা আৰু জাতীয় ধৰ্ম গঢ়াত মধ্যশ্ৰেণীৰ ব্যৰ্থতাৰ বিপৰীতে সাংস্কৃতিক আন্দোলনে জাতি-বৰ্ণগত, ধৰ্মীয়, ধৰ্মীয়পন্থাগত আৰু উপভাষাগত সমস্ত পাৰ্থক্য অতিক্ৰম কৰাৰ প্ৰকৃত বিচক্ষণতা প্ৰদৰ্শন কৰিছে। এনেকৈয়ে এই সাংস্কৃতিক আন্দোলন অসমীয়া জাতিসত্তাৰ সবাতোকৈ শক্তিশালী আন্দোলনত পৰিণত হৈছে।

## 'সকলো দিশতে অসমীয়া জাতিসত্তাৰ শতপুষ্প বিকশি উঠক।'

অসমীয়া মধ্যশ্ৰেণীৰ দ্বাৰা আৰ্জিত কৃতিত্ব সমূহৰ ভিতৰত আটাইতকৈ উল্লেখযোগ্য এটা হৈছে অসমীয়া সমাজৰ অভিশাপ কানিৰ বিৰুদ্ধে ইয়াৰ সফল অভিযান। নাপলেয় ব'নাপাৰ্তে যি 'চীনক শুই থাকিবলৈ দিয়া, চীন সাৰ পালে জগৎ প্ৰকম্পিত হ'ব' বুলি কোৱাৰ দৰে ব্ৰিটিছেও বোধহয় অসম-অসমীয়াক কানিৰ ৰাগীত শুৱাই ৰাখিবলৈ বিচাৰিছিল। কিন্তু তাৎপৰ্যপূৰ্ণভাবে অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ মাজত কানি বিৰোধিতাৰ ক্ষেত্ৰতো আৰম্ভণিৰে পৰাই ঐকমত নাছিল। আনন্দৰাম ঢেকীয়াল ফুকন, তৰুণৰাম ফুকন, গুণাভিৰাম বৰুৱা আদিৰ গোত্ৰটোৰ প্ৰতিস্থাপক লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰীয়ে অসমত প্ৰথম কানিৰ জৰিয়তে চিকিৎসাৰ প্ৰৱৰ্তন কৰে।(১৬১) আনন্দৰামৰ দেউতাক হলীৰামো কানি-আসক্ত আছিল।(১৬২) গুণাভিৰামেও কানিৰ ওষধি-গুণত বিশ্বাস কৰা দেখা যায়।(১৬৩) ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ ঘৰতো কানিৰ ডাঙৰ বাকচ এটা থাকিছিল।(১৬৪) সেইদৰে জগন্নাথ বৰুৱাৰ চাহবাগিছাৰ কাৰ্যালয়ৰ

---

(১৬০) ড. হীৰেন গোহাঁইঃ বিষ্ণুৰাভা আৰু অসমৰ জাতি সমস্যা, সাম্প্ৰতীক সাময়িকী, জুন-জুলাই ১৯৮০

(১৬১) আনন্দৰাম ঢেকীয়াল ফুকনৰ জীৱন চৰিত্ৰ, পৃঃ ৪ঐ, পৃঃ ২২

(১৬২) ঐ, পৃঃ ২২

(১৬৩) ঐ, পৃঃ ৪

(১৬৪) লক্ষ্মীনাথ বেজবৰুৱাঃ *মোৰ জীৱন সোঁৱৰণ*, বেজবৰুৱা গ্ৰন্থাৱলী, খণ্ড ২, পৃঃ ১১

প্ৰথম মেজখনো কানিৰ বাকচৰ কাঠেৰে সজা কথাটোও প্ৰতীকধৰ্মী আছিল।[১৬৫] কাৰণ সৰ্বজানিক সভাই আনুষ্ঠানিক ভাৱে চৰকাৰক দাখিল কৰা আৰ্জিত কানি ব্যৱহাৰৰ পোষকতা কৰা হৈছিল। জগন্নাথ বৰুৱাৰ নেতৃত্বাধীন এই সভাই কানিয়ে শ্ৰমিক শ্ৰেণীৰ কৰ্মক্ষমতা বঢ়ায় বুলি যুক্তি আগবঢ়াইছিল।

আমোদজনকভাৱে তেনে কানিয়া অসমীয়াবোৰক ব্ৰিটিছে নিজেই আকৌ অতি হীন চকুৰে চাইছিল। চাহৰ আবিষ্কাৰক ৰবাৰ্ট ব্ৰুচেও কানিয়া বেচেৰা, অসমীয়া সকলৰ সম্পৰ্কে নিম্নমত পোষণ কৰিছিল বাবেই অসমৰ চাহবাগিছাত শ্ৰম কৰিবৰ বাবে প্ৰথমতে চীন আৰু পাছলৈ ঝাড়খণ্ড আদিৰ পৰা অসমলৈ শ্ৰমিক মগাবলগীয়া হৈছিল।[১৬৬]

ব্ৰুচচাহাবৰ এই মন্তব্যই আউনীআটি আৰু দক্ষিণপাট সত্ৰৰ কানি-পৃষ্ঠপোষক স্থিতিৰ বৈপৰীত্য প্ৰকাশ কৰিছিল। কাৰণ উক্ত দুই সত্ৰৰ সত্ৰাধিকাৰক আফু খেতি কৰা বাবে জৰিমনা বিহিব লগীয়া আছিল। ইফালে মোৱামৰীয়া সত্ৰাধিকাৰে ব্ৰিটিছৰ পৰা কৃতজ্ঞচিত্তে ২০০০ কিলো কানিৰ এক সুবিশাল ভেটী গ্ৰহণ কৰিছিল।[১৬৭] এই পৰিমাণটো অৱশ্যেই আশ্চৰ্যকৰ আছিল কাৰণ আনকি ১৯২১ চনতো অসম প্ৰদেশত প্ৰতি ১০,০০০ মানুহৰ বিপৰীতে বছৰি ৮১.১ সেৰ কানিহে প্ৰয়োজন হৈছিল। ব্ৰহ্মপুত্ৰ উপত্যকাৰ অসমীয়াসকলৰ ভিতৰত কিন্তু কানিপানৰ মাত্ৰা তাতোকৈ বেছি আছিল- প্ৰতি ১০,০০০ মানুহৰ বিপৰীতে ২৮৬.৯ সেৰ কানিৰ তাত প্ৰয়োজন হৈছিল। এনেকৈ ব্ৰিটিছ শাসনৰ প্ৰথম ২৮ বছৰতে অসমৰ ৭৫% মানুহ কানি-আসক্ত হৈ পৰিছিল। ভৱিষ্যত মুঠতে অন্ধকাৰ পৰিলক্ষিত হৈছিল।

কেইজনমান সত্ৰাধিকাৰ আৰু চাহ-মালিকৰ কানিৰ সপক্ষে এনে স্থিতিৰ বিপৰীতে উদীয়মান অসমীয়া মধ্য শ্ৰেণীয়ে অৱশ্যে এই সামাজিক অভিশাপৰ সম্পৰ্কে ক্ৰমাগত সজাগ হৈ উঠিল। ১৮৫৩ চনত আনন্দৰাম ঢেকীয়াল ফুকনে ব্ৰিটিছক দিয়া স্মাৰকপত্ৰতে সেই সজাগতাৰ উমান পোৱা যায়। তেওঁ লিখিছিলঃ

> *The universal use of opium has converted the Assamese, once a hardy, industrious and enterprising race, into an effeminate, weak, indolent and a degraded people. It has been universally the sole cause of undermining the health and physical constitution of the whole population.*[১৬৮]

'কানি চিকিৎসক' এজনৰ বংশধৰ, তথা 'কানি-আসক্ত' এজনৰ পুত্ৰ হিচাপে আনন্দৰামৰ এই বক্তব্য আছিল ভৱিষ্যতবাণী সদৃশ। তেতিয়াৰ পৰা মাণিক চন্দ্ৰ বৰুৱা, হেমচন্দ্ৰ বৰুৱা, ফণীধৰ চলিহা, গুণাভিৰাম বৰুৱা, সত্যনাথ বৰা, ললিত মোহন লাহিড়ী আৰু অসমীয়া মধ্যশ্ৰেণীৰ আন বহু নেতৃস্থানীয় লোকে এখোজ দুখোজকৈ কানিৰ বিৰুদ্ধে গুলাই আহিছিল, পাছে তথাপিও তেওঁলোকৰ ভূমিকা উপদেশমূলক, পৰোপকাৰৰ পৰামৰ্শ পূৰ্ণহৈ হৈ বৈছিল।

(১৬৫) যতীন্দ্ৰনাথ গোস্বামীঃ স্বদেশ হিতৈষী জগন্নাথ বৰুৱা, পৃঃ ১১

(১৬৬) Sir Percival Griffitrs: The History of Indian Tea Industry, p 55

(১৬৭) এই গ্ৰন্থৰ দ্বিতীয় অধ্যায় চাওক।

(১৬৮) Mill's Report on The Province of Assam, p. 110

প্ৰতিজোপা আফুগছ উঘালি পেলোৱাৰ কামটো, প্ৰতিটো কানিৰ চিলিম ফালি পেলোৱাৰ কামটো (লক্ষ্মীধৰ শৰ্মাই যেনেকৈ ডফলা জনজাতি এজনৰ কানিৰ পাইপটো ফালি তাৰ ভিতৰফালে জমা হোৱা কানিৰ খোৱাৰে গঠিত খেকেৰু বিলাক দেখুৱাই মানুহজনক কানি নাখাবলৈ পতিয়ন নিয়াইছিল), প্ৰতিখন কানি-দোকানৰ সমুখত ধৰ্মঘট কৰাৰ কামটো, আৰু কানি নামৰ সামাজিক অভিশাপৰ বিৰুদ্ধে সদৌ ৰাইজখনকে জগাই তোলাৰ গুৰুগম্ভীৰ কমটো সমাধা কৰিব লগা হৈছিল ৰোহিণীকান্ত হাতীবৰুৱা, কৃষ্ণ শৰ্মাৰ দৰে স্বাধীনতা-আন্দোলনৰ তৰুণ কৰ্মীসকলেহে। ৰাজনৈতিক স্বাধীনতাৰ আন্দোলনে এনেকৈ সমাজ সংস্কাৰমূলক নতুন মাত্ৰা লাভ কৰিছিল; কেইটামান প্ৰান্তিক জনগোষ্ঠীৰ বাহিৰে আন সকলোৰে মাজৰ পৰা কানিৰ বিদায় দিয়া হৈছিল।

মধ্যবিত্ত শ্ৰেণীটোৰ উল্লেখযোগ্য সফলতাৰ নিদৰ্শন আছিল অসমত এখন (জাতীয়) বিশ্ববিদ্যালয় গঢ়াৰ আন্দোলনটো। এটা মহল যিহেতু এনে বিশ্ববিদ্যালয়ৰ বিৰোধী আছিল, সেয়েঁহে ইয়াত সফলতা আৰ্জিবৰ বাবে প্ৰবল গণ-আন্দোলনৰ প্ৰয়োজন হৈছিল।

১৯১৭ চনত গঠিত বিশ্ববিদ্যালয় আয়োগৰ পৰাই এনে এখন বিশ্ববিদ্যালয়ৰ ধাৰণাটো বিয়পি পৰে। এই আয়োগৰ সদস্যসকলৰ ভিতৰত আছিল চাৰ আশুতোষ মুখোপাধ্যায় আৰু ড° জিয়ানুদ্দিন। অসমৰ বাবে এখন স্বতন্ত্ৰ (জাতীয়) বিশ্ববিদ্যালয়ৰ প্ৰসংগটোৱে দিশে দিশে ক্ৰিয়া প্ৰতিক্ৰিয়াৰ প্ৰবাহ বিয়পাই দিয়ে। আসাম এচ'চিয়েশ্যনৰ ১৯১৭ চনৰ অধিৱেশনত অসমত এখন বিশ্ববিদ্যালয়ৰ দাবী জনাই প্ৰস্তাৱ গ্ৰহণ কৰা হয়। জাতীয় বিশ্ববিদ্যালয় পৰিণত হয় জাতীয় দাবীত।

কিন্তু প্ৰকৃত গণ আন্দোলনে গতি লাভ কৰে সুৰমা উপত্যকাবাসীৰ বিৰোধিতাৰ পাছতহে। ১৯৩৫ চনৰ ২৫ এপ্ৰিলত অনুষ্ঠিত এখন বৃহৎ জনসভাৰ মাজেৰে তেওঁলোকে প্ৰস্তাৱটোৰ প্ৰতিবাদ সাব্যস্ত কৰে। আনহাতে সেই প্ৰতিবাদৰ প্ৰতিবাদত ব্ৰহ্মপুত্ৰ উপত্যকা আৰু পাহাৰীয়া জিলা দুখনত সেইবছৰৰে ২২ মে' তাৰিখে বিশ্ববিদ্যালয় দিবস পালন কৰা হয়। কলকাতাত গঠিত আচামিজ-ষ্টুডেন্টচ্ বেলফেয়াৰ লীগে চাৰ চি.ভি. ৰমন, দেৱপ্ৰসাদ সৰ্বাধিকাৰী, লক্ষ্মীনাথ বেজবৰুৱা, কৃষ্ণকান্ত সন্দিকৈ আদিৰ আশিস লৈ কামত জপিয়াই পৰে। 'বাঁহী'ৰ সম্পাদক মাধৱ চন্দ্ৰ বেজবৰুৱাৰ দৰে উৎসাহী তৰুণ এচামৰ নেতৃত্বত আন্দোলনটোৱে গতি লভে। জন্ম লভে গুৱাহাটি ষ্টুডেন্টচ্ ফেডাৰেশ্যনে; অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক প্ৰধান সম্পাদকে গাঁইপতি এপইচাকৈ বৰঙণি দি বিশ্ববিদ্যালয় গঠনৰ প্ৰস্তাৱ দিয়ে।

মাধৱচন্দ্ৰই প্ৰচাৰপত্ৰ বিলি কৰি, শদিয়াৰ পৰা ধুবুৰীলৈকে টাকুৰী ঘূৰাদি ঘূৰি বিশ্ববিদ্যালয়ৰ হকে প্ৰচাৰ জোৰদাৰ কৰি তুলিলে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ ইমূৰৰ পৰা সিমূৰলৈকে বিশ্ববিদ্যালয়ৰ দাবীত নিয়মিত সভা-সমিতি সংগঠিত হ'ব ধৰিলে। গুৱাহাটীত গোপীনাথ বৰদলৈৰ সভাপতিত্বত এখন বিশ্ববিদ্যালয় অভিবৰ্তনো অনুষ্ঠিত হ'ল। এই প্ৰক্ৰিয়াই কি পৰিমাণৰ উৎসাহ জন্ম দিছিল ড° মহেশ্বৰ নেওগৰ এই কথাষাৰৰ পৰাই তাৰ উমান পাব পাৰি। ড. নেওগে লিখিছিল কেনেকৈ মগনীয়া বুঢ়ী এগৰাকীয়েও দিনটোৰ ভিক্ষালব্ধ পাতিপইচা মুঠিকে বিশ্ববিদ্যালয়ৰ পুঁজিলৈ আগবঢ়াইছিল। একেদৰে গোপীনাথ বৰদলৈৰ উজনি অসম

অভিযানৰ সময়ত তেওঁৰ গাড়ী চলোৱা শিখ ড্ৰাইভাৰ জনেও তেওঁৰ পাৰিশ্ৰমিক ল'বলৈ অস্বীকাৰ কৰি সেইখিনি বিশ্ববিদ্যালয় গঠনৰ জাতীয় উদ্দেশ্যৰ প্ৰতিয়েই উছৰ্গা কৰিছিল।

১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ জৰিয়তে সেই সোণালী মুহূৰ্তবোৰকে চিৰস্মৰণীয় কৰি তোলা হয়। জাতি-নিৰ্মাতা সকলৰ আৰু এটি সপোন এনেকৈ সাকাৰ ৰূপ পালে। দেৱেশ্বৰ শৰ্মাৰ দৰে লোকে বিশ্ববিদ্যালয়ৰ স্থান নিৰ্বাচনক কেন্দ্ৰ কৰি স্থানীয় কাকতত বিতৰ্ক তুলি কামটোত বিঘি পথালি দিছিল যদিও [১৬৯] অৱশেষত বিশ্ববিদ্যালয় অনিবাৰ্য হৈ পৰিল জাতিগঠনৰ সোপান হিচাপেই।

এই প্ৰশংসনীয় সফলতাৰ পাছতো মনত কেতবোৰ ইতিবাচক প্ৰশ্ন জাগে। বিশ্ববিদ্যালয়ৰ প্ৰশ্নত উপযুক্ত গুৰুত্ব দিয়া অসমীয়া মধ্যশ্ৰেণীয়ে বুনিয়াদী প্ৰাথমিক শিক্ষাৰ ক্ষেত্ৰত অধিক নহ'লেও সমান গুৰুত্ব নিদিলে কিয়? ই দৰিদ্ৰজনৰ নিৰক্ষৰতা দূৰীকৰণৰ বাবে তাৰ আধাখিনি কষ্টও নকৰিলে কিয়? কেৰালা শস্ত্ৰ সাহিত্য পৰিষদৰ দৰে সমসাময়িক সংগঠনে কেৰালাৰ বুকুৰ পৰা নিৰক্ষৰতা নিৰ্মূল কৰাৰ বিপৰীতে তেনে দায়িত্ব শিৰপাতি ল'বলৈ অসমৰ কোনো বেচৰকাৰী জাতীয় সংগঠন আগবাঢ়ি নাহিল কিয়? আমাৰ আলোচনাৰ সময়সূচীৰ অন্তত,অৰ্থাৎ ১৯৬১ চনত অসমত সাক্ষৰৰ সংখ্যা পুতৌলগাভাৱে ২৭.৪% হৈ ৰ'ল কিয়?

নাৰী শিক্ষাৰ সম্পৰ্কে জাতি গঢ়োঁতা সকলৰ দৃষ্টিভংগী আন এক গুৰুত্বপূৰ্ণ বিষয়। বহুতে ভবাৰ দৰে 'মূলসুঁতিৰ' অসমীয়াসকলৰ বাসভূমি ব্ৰহ্মপুত্ৰ উপত্যকা নহয়, দুৰ্গম লুচাই পাহাৰ জিলাহে (বৰ্তমানৰ মিজোৰাম) নাৰীশিক্ষাৰ ক্ষেত্ৰত ১৯৩১ চনতে অসমৰ ভিতৰত প্ৰথম স্থানত আছিল। তাৰ পাছতে দ্বিতীয় আৰু তৃতীয় স্থানত আছিল ক্ৰমে চিলেট আৰু খাচী পাহাৰ জিলা। লুচাই পাহাৰ জিলাৰ নাৰী সাক্ষৰতাৰ হাৰ বিশবছৰৰ ভিতৰতে ৰাজ্যৰ ভিতৰত সৰ্বনিম্নৰ পৰা সৰ্বোচ্চলৈ উঠাৰ বিপৰীতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ নাৰী সাক্ষৰতাৰ হাৰৰ সম্পৰ্কে অত্যন্ত নিম্ন ধাৰণা পোষণ কৰি লোকপিয়ল আয়ুক্তই কৈছিল,

*অসম উপত্যকাৰ জিলাসমূহত নাৰী সাক্ষৰতাৰ অনুপাত অত্যন্ত কম আৰু সেই উপত্যকাৰ নাৰীৰ প্ৰাথমিক শিক্ষাৰ পৰিস্থিতিয়ে শৈক্ষিক কৰ্তৃপক্ষৰ বিশেষ মনোযোগ দাবী কৰে।*[১৭০]

এইটো বৰ চাঞ্চল্যকৰ তথ্য কাৰণ আনন্দৰাম ঢেকীয়াল ফুকন, গুণাভিৰাম বৰুৱা আৰু হেমচন্দ্ৰ বৰুৱাৰ দ্বাৰা গঠিত জাতি-নিৰ্মাতা ত্ৰিমূৰ্তিৰ প্ৰত্যেকেই বিধবা পুনৰবিবাহ আৰু নাৰী শিক্ষাৰ ক্ষেত্ৰত যথেষ্ট উদাৰ অৱস্থান লৈছিল। কিন্তু তথাপিও যে তেওঁলোকৰ মৃত্যুৰ কে'বাদশকৰ পাছতো (উক্ত তিনিৰ মৃত্যু ঘটে ক্ৰমে ১৮৫৯, ১৮৯৪ আৰু ১৮৯৬ চনত) ব্ৰহ্মপুত্ৰ উপত্যকাত নাৰী সাক্ষৰতাৰ হাৰ ইমান কম হৈ থকাটো সেয়ে আশ্চৰ্যজনক তথা উদ্বেগজনক।

---

(১৬৯) Dr. M. Neog ' "*The Romance of a University*" in Gopinath Bordoloi, A Cenetary Tribute

(১৭০) "*Literacy, Caste, Tribe, Race And Nationality*",ch-ix, p 154 Of Census of Assam, 1931

ইয়াৰ পৰা দেখা যায় যে জাতি-নিৰ্মাতাসকলৰ অন্তৰৰ পৰা নাৰীৰ হকে কৰা মৃদু মতৰাজ্যচিয়ে ব্ৰাহ্মণ্যবাদী - পিতৃতান্ত্ৰিকতাৰ মহা মহীৰুহজোপাৰ মূলোৎখাৎ কৰিব নোৱাৰিছিল। ১৯৩১ চনৰ লোকপিয়ল প্ৰতিবেদনত ভাৰতীয় সমাজৰ গাঁথনিকে নাৰী শিক্ষাৰ বাটত মূল হেঙাৰ ৰূপে চিহ্নিত কৰা হৈছিল। পৰম্পৰাগত অসমীয়া সমাজেও আশংকা প্ৰকাশ কৰিছিল যে পশ্চিমীয়া শিক্ষাই 'কৰ্তব্যপৰায়ণ মৰমলগা ছোৱালীজনীক অসন্তুষ্ট নাৰীত পৰিণত কৰিব।[১৭১]

পিয়ল আয়ুক্তই আন কেতবোৰ বিস্ফোৰক স্বীকাৰোক্তি কৰি কৈছিল

*সকলোৱে অৱশ্যে মানি লয় যে যোৱা দহটা বছৰত নাৰী শিক্ষাৰ ক্ষেত্ৰত উল্লেখযোগ্য অগ্ৰগতি হৈছে।এই কথা নগৰীয়া মধ্য শ্ৰেণীৰ ক্ষেত্ৰত আৰু বেছি খাটে। এইক্ষেত্ৰত প্ৰাপ্ত এক সৰৰ সাক্ষ্য অনুসৰি অসহযোগ আৰু আইন অমান্য আন্দোলনে অসমীয়া নাৰীৰ, বিশেষকৈ অসমীয়া ভদ্ৰলোক শ্ৰেণীৰ নাৰীৰ পৰম্পৰাগত দৃষ্টি ভংগীত প্ৰভূত পৰিবৰ্তন সাধিছিল। তেওঁলোক এতিয়া আৰু পত্নী তথা মাতৃৰ কৰ্তব্য পালনতে ক্ষান্ত নহয়; তেওঁলোকে তেওঁলোকৰ ভাতৃ আৰু স্বামীসকলৰ দৰে শিক্ষা লভিব বিচাৰে; তেওঁলোকেও এতিয়া নিজৰ সভা সমিতি-সংগঠন গঠন কৰি স্বাধীনতা আন্দোলনত জাপ দিব ধৰিছে।*[১৭২] (গুৰুত্ব আমাৰ)

ই দেখুৱায় যে জাতি নিৰ্মাতাসকলৰ একান্ত মনোকামনা সত্বেও অসমীয়া নাৰীসকলে শিক্ষাৰ পোহৰ লভিবৰ বাবে স্বাধীনতা আন্দোলনৰ দোকমোকালিলৈকে অপেক্ষা কৰিব লগা হৈছিল। ই পুৰণা ব্ৰাহ্মণ্যবাদী ধ্যান - ধাৰণাবোৰো মূললৈকে কঁপাই তুলি নিজকে জগাই তুলিবলৈ নাৰীসকলক উদ্দীপিত কৰিছিল। 'ঘৰজেউতি'ৰ দৰে সমসাময়িক মহিলা আলোচনীবিলাকৰ পাতে-পাতে সেই নিৰবচ্ছিন্ন আৰু দৃঢ় প্ৰতিজ্ঞ অভিযানৰ প্ৰতিধ্বনি শুনা যায়।

কানিৰ বিৰুদ্ধে যুঁজ আৰু শিক্ষা আহৰণৰ বাহিৰেও অসমীয়া জাতি-গঢ়োঁতাসকলে জাতীয় ভাষা-সাহিত্যৰ বিকাশত বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। ইয়াত ভাষা বোলোঁতে আমি ভাষা প্ৰচাৰৰ কথা তেনেকৈ বুজোৱা নাই। বৰং আমি বুজাইছোঁ ভাষাৰ মান্যীকৰণ আৰু আধুনিকীকৰণৰ কথাহে। এইখিনিতে এই কথা অনস্বীকাৰ্য যে মাৰ্কিন বেপ্টিষ্ট মিশ্যনাৰী সকলৰ আশাগুধীয়া প্ৰচেষ্টাতহে ভাষাটোৰ মান্যীকৰণ আৰু আধুনিকীকৰণৰ কামৰ শুভাৰম্ভ হয়। উদাহৰণস্বৰূপে ১৮৬৭ চনত প্ৰকাশিত প্ৰথম অসমীয়া (-ইংৰাজী) অভিধানখনৰ সংকলক বেভাৰেণ্ড মাইলচ্ ব্ৰনচন চাহাবৰ অভিধানখনৰ কথাকে ক'ব পাৰি। মুঠ ১৪,০০০ শব্দ সম্বলিত এই অভিধানখনত ব্ৰনচন চাহাবৰ কি পৰিমাণৰ মিশ্যনাৰী মহোৎসাহ যে নিহিত আছে!

তেওঁৰ আগতেও যাদুৰাম ডেকাবৰুৱা নামৰ অসমীয়াজনে এখন বাংলা-অসমীয়া

---

(১৭১) Census Report, 1931, Chapter on Literacy.
(১৭২) Ibid

(কিন্তু অসমীয়া-বাংলা নহয়) অভিধান প্ৰনয়ণ কৰি উলিয়াইছিল (১৮৩৯চন)। আমি ১৮১০ চনতে জনৈক কচিনাথ কামৰূপীয়ে সংকলন কৰা অসমীয়া-কামৰূপী অভিধান এখনৰ কথাও শুনিবলৈ পাওঁ।[১৭৩] হেমচন্দ্ৰ বৰুৱাৰ জীৱনৰ অক্ষয়কীৰ্ত্তি হেমকোষত উজনি অসমৰ উপভাষাৰ প্ৰাধান্য আৰু জাতি বৰ্ণগত বিদ্বেষপূৰ্ণ শব্দ অন্তৰ্ভুক্ত আছে সঁচা,[১৭৪] কিন্তু তথাপিও ব্ৰনচনৰ ১৪,০০০ ৰ লগত হেমচন্দ্ৰ বৰুৱাই নতুনকৈ আৰু ৮,০০০ শব্দ যোগ দি তথা সিবিলাকৰ বানানৰ মান্যীকৰণ কৰিহে হেমকোষ সম্পূৰ্ণ কৰিব পাৰিছিল। আমাৰ আলোচ্য সময়ছোৱাৰ ভিতৰতে অসম সাহিত্য সভাৰ 'চন্দ্ৰকান্ত অভিধান' (১৯৩৩) আৰু গিৰিধৰ শৰ্মাৰ 'অসমীয়া অভিধান' (১৯৫২) প্ৰকাশ পালেও যোৱা এক শতিকাৰো ওপৰকাল জুৰি হেমকোষহে অসমৰ আভিধানিক কৰ্তৃত্ব ৰূপে পৰিগণিত হৈ আছিছে।

এই জাতি-নিৰ্মাতা শ্ৰেণীটোৱেই নিৰ্মীয়মান জাতিসত্তাটোৰ শিক্ষাৰ বাবে এলানি ব্যাকৰণ আৰু পাঠ্যপুথি প্ৰণয়ণ কৰি উলিয়াইছিল। হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা, পানীন্দ্ৰনাথ গগৈ, মুন্সী শেখাৱাৎ আলি, বলদেৱ মহন্ত, পদ্মনাথ গোহাঞি বৰুৱা, লম্বোদৰ বৰা আৰু মুন্সী হাচমৎ উল্লা আদিয়ে এই বৃহৎ পৰিমাণৰ পাঠ্যপুথি-সাহিত্য নিৰ্মাণৰ ক্ষেত্ৰত বিশেষ ভূমিকা লৈছিল। কোৱা বাহুল্য যে এই পাঠ্যপুথিপুঞ্জ অবিহনে অসমীয়া (তথা আন জনগোষ্ঠীসমূহৰ) জনতাৰ বাবে মাতৃভাষাত শিক্ষা গ্ৰহণ অসম্ভৱ হ'লহেঁতেন। ইমান কেইজন বিশিষ্ট সাহিত্যিকে পাঠ্যপুথি প্ৰণয়ণত হাত লগোৱাৰ পৰাই অনুমান কৰিব পাৰি কামটো তেওঁলোকে কিমান গুৰুত্বসহকাৰে লৈছিল। কাৰণ এয়া আছিল ভাষাটোক শিক্ষাৰ মাধ্যম ৰূপে প্ৰতিষ্ঠা কৰাৰ জাতীয় কৰ্তব্য।

জাতিটোৰ বাবে শক্তিৰ আন এক উৎস আছিল 'প্ৰেছ' নামৰ অনুষ্ঠানটোৰ বিকাশ। এই গ্ৰন্থৰ তৃতীয় অধ্যায়ত আমি ইতিমধ্যে দেখুৱাই আহিছোঁ কেনেকৈ আলোচ্য সময়ছোৱাৰ ভিতৰত প্ৰায় ১৫০ কাকত আলোচনীয়ে জন্ম লভিছিল আৰু কেনেকৈ সিবোৰে ৰাজনীতি, অৰ্থনীতি, কৃষি, স্বাস্থ্য, ক্ৰীড়া, সংগীত আদি জাতীয় জীৱনৰ সম্ভাব্য সকলো দিশবে সযতন চৰ্চা কৰিছিল। জাতীয় 'প্ৰেছে' এক আশ্চৰ্যজনকভাৱে সমৃদ্ধ আৰু বৰ্ণাঢ্য জাতীয় সাহিত্য গঢ় লৈ উঠাতো/ প্ৰভূত বৰঙণি যোগাইছিল। গল্প, উপন্যাস, নাটক, কবিতা আৰু চিন্তা উদ্ৰেককাৰী প্ৰবন্ধ-নিবন্ধ আদিৰ এই মেটমৰা ভঁৰালে অসমীয়া জাতিসত্তাক ভাৰতৰ ভিতৰতে এক সাহিত্যিকভাৱে সমৃদ্ধিশালী জাতিসত্তাত পৰিণত কৰিছিল। ই অসমীয়া সকলক অনুপ্ৰাণিত কৰিছিল এক বিৰল আত্মবিশ্বাসেৰে। বহু জাতীয়/আন্তৰ্জাতিক পুৰস্কাৰেৰে গৌৰবান্বিত অসমীয়া বোলছবিৰ দৰেই সাহিত্য অকাডেমী, জ্ঞানপীঠ আদি বহু পুৰস্কাৰেৰে সুশোভিত অসমীয়া সাহিত্যয়ো অসমীয়াসকলক এক আত্ম-পৰিচিতি আৰু আত্ম মৰ্যাদাৰ বোধ প্ৰদান কৰিছে।

.....জাতি-নিৰ্মাতাসকলে আৰু কল্পনা কৰিছিলঃ

---

(১৭৩) সাপ্তাহিক নীলা নৱযুগ, ১৩ জুলাই, ১৯৬৬ সংখ্যাত ড° মহিদুল ইছলাম বৰাৰ প্ৰবন্ধ।
(১৭৪) আধুনিকতাৰ অগ্ৰদূত পণ্ডিত হেমচন্দ্ৰ বৰুৱা, পৃঃ ১৮-৪৪, ১০৭-১১৪

## 'জাতি বৰ্ণ বতাহত মিলি যাওক!'

## 'গঢ়ি উঠক এক সমসত্তাসম্পন্ন জাতিসত্তা!!'

...... কিন্তু অসমীয়া জাতি-নিৰ্মাতাসকলৰ মহান আৰু স্মৰণীয় কীৰ্তিসমূহ জাতি-বৰ্ণ, জনগোষ্ঠী, ধৰ্ম, পন্থা ভাষা, উপভাষা আদিৰ আবদ্ধ পিতনিত বুৰ যোৱাৰ উপক্ৰম হৈছিল। আমি এই আওপুৰণি আৰু মান্ধাতাযুগীয়া সামাজিক সম্পৰ্কবোৰক উৎপাদন সম্পৰ্কৰে সম্পৰ্কিত কৰি সিবোৰৰ উৰহী গছৰ ওৰ উলিয়াবলৈ ইয়াত চেষ্টা কৰিছোঁ। আমাৰ বাবে জাতি-বৰ্ণ কেৱল এক অৱক্ষীয়মান গাঁথনিৰ উপকৰা অলংকাৰস্বৰূপ নহয়, বৰং সি মূল গাঁথনিৰে ভেটিহে। ই এক শ্ৰেণী-সম্পৰ্ক কাৰণ ই সামাজিক উদ্বৃত্ত আহৰণ আৰু আত্মসাৎ কৰে। ইতিহাসে ইয়াৰ ক্ষয়সাধন কৰিলেও তাক মূলতঃ টিকায়ো ৰাখিছে (erosion retention)। বিভিন্ন জাতৰ মাজত আন্তঃবৃত্তি সচলতা এতিয়া বৃদ্ধি পাইছে, কিন্তু শাৰীৰিক আৰু মানসিক শ্ৰমৰ মাজৰ লক্ষ্মণ-ৰেখাডাল লংঘন হ'বৰ নৌ এথোন। এয়া সমগ্ৰ ভাৰতৰ ক্ষেত্ৰতে সঁচা। অ'ত-ত'ত দুখনমান অসবৰ্ণ/আন্তঃ সাম্প্ৰদায়িক বিয়া-বাৰু হৈছে সঁচা, কিন্তু মেগা-মেট্ৰপলিটান মহানগৰ বিলাকৰ পাত্ৰ-পাত্ৰী বিচৰা শিতানবোৰ আন্তঃবিবাহৰ পৰ্বত প্ৰমাণ সাক্ষ্যৰে ভৰা, সেইবোৰ সাধাৰণতেই বহিৰ্বিবাহ-বহিৰ্ভূত। হোটেল বা ক্লাবৰ পাৰ্টিত সহভোজনৰ তথ্যই গুজৰাটৰ সংৰক্ষণ-বিৰোধী আন্দোলন, দিল্লীৰ মণ্ডল-বিৰোধী 'আত্মজাহ' আৰু বিহাৰৰ জাত-যুদ্ধত প্ৰবাহিত তেজক মচি পেলাব নোৱাৰে।

ব্ৰাহ্মণ্যবাদী সামন্তবাদৰ সাৰমৰ্ম অপৰিৱৰ্তিত আছে; কাৰণ ব্ৰিটিছ সাম্ৰাজ্যবাদে ইয়াক ধ্বংস কৰি ইয়াৰ ঠাইত এটা ইউৰোপীয় আৰ্হি প্ৰতিষ্ঠাৰ কথা ভবা নাছিল। তাৰ বিপৰীতে ব্ৰিটিছে ব্ৰাহ্মণ্যবাদকে শক্তিশালী কৰিছিল। আমি আগৰ অধ্যায়সমূহত দেখুৱাই আহিছোঁ কেনেকৈ ব্ৰিটিছে আহোম স্বৰ্গদেৱে সত্ৰসমূহক দিয়া ভূমি অনুদানসমূহৰ কিছুমান কৰ্তন কৰি, প্ৰায়বোৰকে নবীকৰণ কৰি সত্ৰীয়া সামন্তবাদৰ শাহটো সংৰক্ষণ কৰিছিল। কিছুমান অনুদান নাকচ কৰাৰ ফলত সত্ৰাধিকাৰসকল সন্ত্ৰস্ত হৈ থাকিছিল। ই সত্ৰৰ কৰ্তৃত্ব হ্ৰাস কৰাৰ লগে লগে তাক ব্ৰিটিছৰ প্ৰতি অনুগত হ'বলৈ বাধ্য কৰিছিল। ব্ৰিটিছে সত্ৰ-অনুষ্ঠানটো ধ্বংসৰ পৰা বিৰত থকাৰ উপৰিও জাতি-বৰ্ণৰ বিষয়ত কৰ্তৃত্বশীল ভূমিকা লৈ ইয়াক পুনৰজীৱনো প্ৰদান কৰিছিল। ই 'আধুনিক বল্লাল সেন'ৰ দায়িত্ব বহন কৰিছিল বুলি ব্ৰিটিছে নিজেই স্বীকাৰ কৰিছে। সেয়েহে ব্ৰিটিছ-প্ৰণীত বিভিন্ন পিয়ল-প্ৰতিবেদনসমূহে জাতি-বৰ্ণ বহিৰ্ভূত এক শাসকবৰ্গই আনৰ জাতি-বৰ্ণগত মৰ্যাদা নিৰূপণ কৰাৰ এক অনন্য দলিলৰূপে কাম কৰিছিল।

ব্ৰিটিছ সাম্ৰাজ্যবাদ আৰু ব্ৰাহ্মণ্যবাদী সামন্তবাদৰ মাজৰ এই আন্তঃসম্পৰ্কই (য'ত ব্ৰিটিছেই আধিপত্য কৰিছিল) অসমত থলুৱা পুঁজিৰ বিকাশক ভ্ৰূণতে গৰ্ভপাত ঘটাইছিল। অসমৰ সমাজত ইতিমধ্যে বিৰাজমান সকলো পশ্চাৎপদ আৰু প্ৰতিক্ৰিয়াশীল নীতি-নিয়ম, বিশ্বাস-মূল্যবোধ, আচাৰ-আচৰণত সাৰ-পানী যোগোৱাৰ উপৰিও উক্ত অশুভ জোঁটে জনগণক আৰু বেছি বেছিকৈ বিভক্ত কৰাৰ বাবে কেতবোৰ 'সৃষ্টিশীল' পদ্ধতি উদ্ভাৱন কৰিছিল।

সেইবিলাক আছিল উগ্ৰজাতীয়তাবাদ আৰু প্ৰতি-উগ্ৰজাতীয়তাবাদ, সাম্প্ৰদায়িকতাবাদ আৰু প্ৰতি-সাম্প্ৰদায়িকতাবাদ ইত্যাদি। নিৰ্মীয়মান জাতিসত্তাটোক এনেকৈ জন্মতে পঙ্গু কৰাৰ বিচৰা হৈছিল। শক্তিশালী আৰু বিচক্ষণ এক বুৰ্জোৱাজি/মধ্যশ্ৰেণীৰ অনুপস্থিতিত এই পৰিস্থিতিৰ পৰা উদ্ধাৰ পাবলৈ অসমীয়াসকলে কোনো সুৰুঙা বিচাৰি পোৱা নাছিল। সেয়েহে (ব্ৰিটিছ) সাম্ৰাজ্যবাদ আৰু (ব্ৰাহ্মণ্যবাদী) সামন্তবাদৰ যুঁৰীয়া দৈত্যৰ কেঁকোবাচেপাত নৱজাতক অসমীয়া প্ৰাণ কণ্ঠাগত হৈছিল।

ব্ৰিটিছ সাম্ৰাজ্যবাদে অসমলৈ প্ৰব্ৰজন ঘটোৱা পূৰ্ববংগৰ অভিবাসী মুছলমানসকল আৰু (মূলতঃ) ঝাড়খণ্ডৰ আদিবাসীসকল, এই দুই বিশাল জনতাক নিজৰ লগত চামিল কৰি লোৱাৰ হাৰ্কিউলিয়ান কামটোও এই শিশু জাতিসত্তাৰে কান্ধতে পৰিছিল। ব্ৰিটিছে এহাতেদি ৰাজহ বঢ়োৱাৰ উদ্দেশ্যে উক্ত দুই বিশাল জনতাৰ প্ৰব্ৰজন ঘটাইছিল আৰু আনহাতে ই অসমীয়া ৰাইজক সিসকলৰ বিৰুদ্ধে উচতাই দিছিল। ব্ৰিটিছে অ'ত ত'ত অংকন কৰা 'লাইন' বা সীমাৰেখাবোৰে বিভিন্ন জনগোষ্ঠীৰ পৰা অসমীয়াসকলক বিচ্ছিন্ন কৰি ৰাখিছিল। উদাহৰণস্বৰূপে অভিবাসী মুছলীমসকলক নিলগাই ৰাখিবৰ বাবে ব্যৱহাৰ কৰা হৈছিল 'লাইন চিষ্টেম', যাৰ বাহিৰত তেওঁলোকৰ বসবাসৰ অধিকাৰ নাছিল। একেদৰে চাহবাগিছাৰ শ্ৰমিকসকলক বিচ্ছিন্ন কৰি ৰাখিবৰ বাবে ব্ৰিটিছে বহুৱাইছিল 'কুলী লাইন'; তদুপৰি ভৈয়ামৰ মানুহক পাহাৰৰ মানুহৰ পৰা বিচ্ছিন্ন কৰি ৰাখিবৰ বাবে পতা হৈছিল 'ইনাৰ লাইন', এনেকৈয়ে বিদেশী শাসকইঁতে এক প্ৰাণপ্ৰাচুৰ্য পৰিপূৰ্ণ শক্তিশালী অসমীয়া জাতিগঠনৰ সম্ভাৱনা কলিতে মোহাৰি পেলাইছিল।

ফলত অসমীয়াসকলে এক দুৰূহ কাম সমাপন কৰিবলগীয়া হৈছিল। বোধহয় (বাঙালী আৰু পাঞ্জাবী জাতিসত্তাৰ বাহিৰে) আন যি কোনো আধুনিক ভাৰতীয় জাতিসত্তাতকৈ বৃহত্তৰ প্ৰত্যাহ্বান ই গ্ৰহণ কৰিবলগা হৈছিল। অসমীয়াই নিজৰ বাপতি সাহোন বুলি ভবা ভূমিখণ্ড অন্ততঃ তিনিবাৰ খণ্ডিত হৈছিল।

এতিয়াও ভূখণ্ডগত পুনৰবিভাজনৰ বিপদ ইয়াৰ সমুখত বিৰাজমান। ভাৰতৰ আন সকলো জাতিসত্তাৰ বিপৰীতে কেৱল অসমীয়াই উক্ত দুই বৃহৎ প্ৰব্ৰজনকাৰী জনসংখ্যাক নিজৰ লগত চামিল কৰিব লগা হৈছে, যাৰ যুগ্ম জনসংখ্যা অসমৰ মুঠ জনসংখ্যাৰ প্ৰায় আধা। সেই বিশাল জনতাক নিজৰ ভাষা শিকোৱা, নিজৰ সংস্কৃতিৰে প্ৰভাৱিত কৰি তোলা অথচ তেওঁলোকক ক্ষুণ্ণ কৰাৰ পৰা বিৰত থকা সমূলি উলা-মূলা কাম নহয়। তদুপৰি সাম্ৰাজ্যবাদ-সামন্তবাদৰ শোষণৰ ধুঁৰলীডাল ই নিজ কান্ধৰ পৰা দলিয়াই পেলাব লাগিব। জাতি-নিৰ্মাতাসকলৰ বহুবোৰ কল্পনাই দিঠকৰ অভিঘাতত থানবান হৈ যোৱাৰ বিপৰীতে উক্ত সপোনখিনি বাস্তৱায়ন কৰাটো আছিল এক প্ৰত্যাহ্বান।

ইয়াত কেতবোৰ তাত্ত্বিক সমস্যাও নিহিত আছিল। প্ৰথমতঃ ষ্টালিনীয় পূৰ্বচৰ্তবোৰৰ কেতবোৰ পূৰণ নোহোৱাকৈও এটা জাতি/জাতিসত্তাৰ গঠন সম্ভৱনে? কাৰণ ষ্টালিনে এটা ঐতিহাসিকভাৱে গঠিত সুস্থিৰ জনগণৰ সম্প্ৰদায় বিচৰাৰ বিপৰীতে অসমীয়া জাতিসত্তাৰ একাংশহে তেনে ঐতিহাসিক ভাৱে গঠিত সুস্থিৰ জন-সম্প্ৰদায় আছিল। ষ্টালিনে এটা উমৈহতীয়া

ভাষা দাবী কৰিছিল, যি ক্ষেত্ৰত ৰাজ্যখনৰ জনসংখ্যাৰ অৰ্দ্ধেক, বা খুব বেছি দুই তৃতীয়াংশইহে অসমীয়া ভাষা কৈছিল। তেওঁলোকে দাবী কৰা ভূখণ্ড এটা অসমীয়াৰ আছিল যদিও ইও বাৰম্বাৰ বিভাজনৰ মুখামুখি হৈছিল। তেওঁলোকৰ আনএটা পূৰ্বচৰ্ত, উমৈহতীয়া অৰ্থনৈতিক জীৱনো প্ৰস্তাৱিত জাতিসত্তাৰ সকলো অংশীদাৰৰ মাজত নাছিল। জ্ঞাত-ইতিহাসৰ কোনো সময়তে সাংস্কৃতিক ঐক্য নথকা তথাকথিত 'খিলঞ্জীয়া' আৰু 'বহিৰাগত' সম্প্ৰদায়সমূহক একে অসমীয়া বোলা তাত্ত্বিক ভাৱেও দেখোন অসম্ভৱ আছিল।

তেনেহ'লে আমি কি কৰিম? জাতিসত্তাসমূহৰ তালিকাৰ পৰা অসমীয়াৰ নামটো কাটি পেলাম নেকি? কোনোপধ্যেই নহয়।

গৃহযুদ্ধত জৰ্জৰিত,-মানে মৰা অসমৰ বিধ্বস্ত, জনশূন্য গণসমাধিস্থলেই ভৱিষ্যতৰ অসমীয়া জাতিসত্তাৰ চৈঁৰাশালিৰ ৰূপ ল'লেগৈ। ই আক্ষৰিক অৰ্থতেই পূৰ্বপুৰুষৰ তেজত পুতস্নান কৰিব। ব্ৰিটিছে দখল কৰা সেইখন অসমত সমাজ-অৰ্থনীতি-ৰাজনীতিৰ কোনো চিন-মোকাম নাছিল। অসমীয়াৰ বাবে মানৰ হাতৰ পৰা সৰকি ব্ৰিটিছৰ হাতত পৰাটো প্ৰকৃততে কেৰাহীৰ পৰা জ্বলা জুইত জাপ দি পৰাৰ দৰে আছিল। 'অন্তিম-অভিজাত আৰু প্ৰথম পুঁজিপতি' মণিৰাম দেৱানৰ ফাঁচীয়ে অসমীয়া বুৰ্জোৱাজিৰ বিকাশৰ পথো অৱৰুদ্ধ কৰি পেলাইছিল। কলিজালৈকে কঁপি উঠা অসমীয়া মধ্যশ্ৰেণীয়ে এইবাৰ ১৮৬০ চনৰ কৃষক বিদ্ৰোহৰ প্ৰতিও সহমৰ্মিতা প্ৰদৰ্শন কৰিব নোৱাৰিলে। ফলত জাতি গঠনৰ বিকল্প পথটোও পৰিত্যক্ত হ'ল। কৃষক বিদ্ৰোহবোৰ দমন কৰা হ'ল চৰম বৰ্বৰতাৰে। পাছে ই এটা সত্যক অনস্বীকাৰ্য বুলি প্ৰমাণ কৰিলে; সেয়া হ'ল এয়ে যে মহান মোৱামৰীয়া বিদ্ৰোহৰ পৰম্পৰা অসমীয়া (আৰু জনজাতি) কৃষকসকলৰ মাজত এতিয়াও জীৱন্ত হৈ আছে আৰু তেওঁলোকেও জাতিসত্তাটোক আন এটা বিকল্প নেতৃত্ব দিবলৈ সক্ষম।

স্বাধীনতা আন্দোলনৰ পৰৱৰ্তী পৰ্যায়সমূহে মানৱতাক অভূতপূৰ্ব ধৰণে জগাই তুলিলে তেতিয়ালৈকে অজ্ঞাত বহু জাতিসত্তা, জনগোষ্ঠী আৰু শ্ৰেণীয়ে ইতিহাসৰ মঞ্চত হাজিৰ হ'ব ধৰিলে। তেওঁলোকে জাতিসত্তাসমূহৰ কাৰাগাৰৰ লৌহকপাট ভয়ংকৰভাৱে জোকাৰিব ধৰিলে। এটা মুহূৰ্তত এনেকুৱাও দেখা গ'ল যেন সেই বাস্তিল কাৰাগাৰৰ আশু পতন ঘটিব; বিশ শতিকাৰ প্ৰথম আৰু মাজছোৱাৰ স্বাধীনতা আন্দোলনৰ প্ৰভাৱ ইমানেই প্ৰৱল আছিল।

এনে এক ঐতিহাসিক সন্ধিক্ষণতে অসমীয়া জাতি সত্তাৰ মাজত সবাতোকৈ প্ৰগতিশীল আৰু বিপ্লৱী ধাৰাটোৰ জন্ম হৈছিল। সমাজৰ দৰিদ্ৰ অংশত জন্ম লভা এই তৰুণ বিপ্লৱীসকল দূৰণিবটীয়াকৈ হ'লেও পৃথিৱী কঁপোৱা ৰুচ-বিপ্লৱৰ দ্বাৰা প্ৰভাৱান্বিত হৈছিল। জাতি-বৰ্ণবাদৰ অন্তিম দুৰ্গতো আঘাত হানি তাক চূৰমাৰ কৰাৰ অকৃত্ৰিম আকাংক্ষাৰে উদ্দীপ্ত হৈ চন্দ্ৰনাথ শৰ্মা - লক্ষ্মীধৰ শৰ্মা আৰু তেওঁলোকৰ সতীৰ্থসকলে সাম্ৰাজ্যবাদ আৰু ব্ৰাহ্মণ্যবাদ, দুয়োটাৰে বিৰুদ্ধে যুঁজ কৰিছিল, এইক্ষেত্ৰত গান্ধীবাদী দৰ্শনৰ দেউলীয়াপনাই তেওঁলোকক বৰকৈ হতাশ কৰিছিল। বিকল্প দৰ্শন আৰু পথ বিচাৰি উলিওৱাৰ আগতেই অকাল মৃত্যুৱে তেওঁলোকক হৰি লৈ গ'ল। তথাপিও তেওঁলোকে উত্তৰ প্ৰজন্মৰ বাবে ৰাখি থৈ গ'ল মানৱতাবাদ আৰু উদাৰ

গণতন্ত্ৰৰ সমৃদ্ধ উত্তৰাধিকাৰ।

সাংস্কৃতিক ক্ষেত্ৰত উদাৰ গণতন্ত্ৰৰ এই উত্তৰাধিকাৰক আৰু বেছি সমৃদ্ধ কৰিলে জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা, হেমাংগ বিশ্বাস আৰু মৰাই ওজাসকলে। তেওঁলোক আছিল এহাতে পৰম্পৰা আৰু আনহাতে আধুনিকতা, এহাতে জাতীয়তা-জনগোষ্ঠীগত সত্তা আৰু আনহাতে আন্তৰ্জাতিকতাৰ অপূৰ্ব সমন্বয়ৰ প্ৰতীক। কিন্তু গণনাট্যসংঘৰ আন্দোলনটো পৰিচালনা কৰা সংশ্লিষ্ট বাঁওপন্থী ৰাজনৈতিক ধাৰাটোৰ সঠিক দৃষ্টিভংগীৰ অভাৱত এই আন্দোলন কিছু পৰিমাণে ব্যাহত হ'ল। তথাপিও জ্যোতিপ্ৰসাদ - বিষ্ণুপ্ৰসাদৰ মৰণোত্তৰ আনুষ্ঠানিক স্বীকৃতিয়ে ওলোটাপাকেৰে দেখুৱায় যে এই সাংস্কৃতিক ধাৰাটো আছিল সম্ভাৱনাপূৰ্ণ আৰু আবেদনময়।

ধৰ্মীয় ক্ষেত্ৰত কালসংহতিৰ বিদ্ৰোহী, সমত্ববাদী পৰম্পৰাৰ লগত যোগ হৈছিল পীতাম্বৰদেৱ গোস্বামীৰ ভূমিকা; যিজনে বিভিন্ন প্ৰান্তিক জনগোষ্ঠীক অসমীয়াভাষী মূল সমাজখনৰ লগত লগ লগোৱাত এক সমাজ বিপ্লৱীৰ ভূমিকা পালন কৰিছিল। গহন চন্দ্ৰ গোস্বামী আৰু মিত্ৰদেৱ মহন্তও একেদৰে আছিল স্বাধীনতা আন্দোলনৰ স্নিগ্ধ সমাহিত প্ৰভাৱৰ প্ৰতীক। তেওঁলোকে অবক্ষীয়মান বৈষ্ণৱ আন্দোলনৰ ভিতৰত অৱশিষ্ট মানবীয়তা আৰু উদাৰতাখিনিৰে প্ৰতিনিধিত্ব কৰিছিল।

জনগোষ্ঠীগত ক্ষেত্ৰত আমাৰ আলোচ্য সময়ছোৱাত, বিশেষকৈ কুৰি শতিকাৰ দশককিটাত অসংখ্য জনগোষ্ঠীগত, সম্প্ৰদায়গত সংগঠনৰ জন্ম ঘটে, প্ৰকাশ পায় সিবিলাকৰ বহু পত্ৰ পত্ৰিকা, আৰু সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিঙ, ভীমবৰ দেউৰী, পি. এম. চাৰোৱান আৰু আন বহুজনৰ নেতৃত্বত গঢ়ি উঠে বহু জনগোষ্ঠীগত আন্দোলন। এই সকলো আন্দোলনে জাতি-বৰ্ণগত তথা জাতীয় শোষণ-নিপীড়ণৰ বিৰুদ্ধে আঘাত হানি উচিত কামেই কৰিছিল যদিও সাম্ৰাজ্যবাদক প্ৰথম আৰু প্ৰধান শত্ৰু বুলি চিনাক্ত কৰাত আনকি উক্ত শোষণ-নিপীড়নবো ঘাই কাৰিকৰ বুলি বুজাত ব্যৰ্থ হৈছিল। তথাপিও নিজৰ সীমিত ধৰণেই সিবিলাকে ব্ৰাহ্মণ্যবাদৰ পুৰণি গাঁথনিৰ বিৰুদ্ধে যুঁজি গৈছিল। যি কি নহওক, সাম্ৰাজ্যবাদ- সামন্তবাদৰ মৰ্চাৰ বিৰুদ্ধে সবলতম প্ৰত্যাহ্বান সাধাৰণতেই আহে শ্ৰমিক শ্ৰেণীৰ পৰাই। অসমৰ ক্ষেত্ৰতো এনে শ্ৰমিকশ্ৰেণী বুলিলেই আমি প্ৰথমতঃ আৰু প্ৰধানতঃ বুজোঁ ঝাড়খণ্ডী আদিবাসী চাহ-শ্ৰমিক সকলক। অসমত তেওঁলোকেই সাম্ৰাজ্যবাদৰ কবৰ খান্দোতা, কাৰণ অভিবাসী মুছলমানসকল আৰু এই ঝাড়খণ্ডী আদিবাসীসকলেই অসমৰ সবাতোকৈ দৰিদ্ৰ আৰু সবাতোকৈ নিপীড়িত সামাজিক গোট; পৰিবৰ্তন যাৰ বাবে এক জৰুৰী প্ৰয়োজন।

অসমীয়াসকলৰ মাজৰ উদাৰ গণতান্ত্ৰিক ধাৰাৰ উত্তৰাধিকাৰীসকলে যদি প্ৰয়োজনীয় উদাৰতা আৰু বিচক্ষণতা দেখুৱাব পাৰে, তেনেহ'লে তেওঁলোকে এতিয়াও সকলো জনগোষ্ঠী তথা সম্প্ৰদায়ক একত্ৰিত কৰি এক প্ৰাণপ্ৰাচুৰ্যৰে পৰিপূৰ্ণ সমৃদ্ধ জাতিৰূপে নিজক প্ৰতিপন্ন কৰিব পাৰিব। কেৱল তেনে এক বৃহত্তৰ ঐক্যৰ জৰিয়তেহে সাম্ৰাজ্যবাদ-সামন্তবাদৰ অশুভ জোঁটক পৰাজিত কৰা সম্ভৱ। এক গৌৰৱোজ্জ্বল আৰু বৰ্ণাঢ্য, বৈচিত্ৰ্যপূৰ্ণ আধুনিক অসমীয়া জাতি সম্পৰ্কে জাতি নিৰ্মাতাসকলৰ যি কল্পনাক এতিয়ালৈকে প্ৰতিকূল বাস্তৱে বিপৰ্যস্ত কৰি আহিছিল,

সি তেতিয়াহে বাস্তৱায়িত হ'ব, যেতিয়া সেই কল্পনাই এক নতুন বাস্তৱ ভিত্তি অৰ্জন কৰিব। কাৰণ বাস্তৱ ভিত্তি থকা কল্পনাই বাস্তৱকে ওলোটাই বদলাই দিব পাৰে। জাতি-নিৰ্মাতা সকলৰ কল্পনা আৰু বাস্তৱৰ মাজৰ সম্পৰ্কক আমি মানুহ আৰু প্ৰকৃতিৰ সম্পৰ্কৰ লগত ৰিজাব পাৰোঁ। মানুহ প্ৰকৃতিৰ সন্তান, আৰু প্ৰকৃতিৰ এটা অংশও। কিন্তু তেওঁ প্ৰকৃতিৰ এক সচেতন অংশ যি প্ৰকৃতিৰ ওপৰতে নিৰন্তৰ কাম কৰি যায় আৰু তাক সলাই পেলায়। পৰিবৰ্তিত পৰিবেশে মানুহৰ ওপৰত প্ৰভাৱ পেলায়, সেই প্ৰভাৱেৰে প্ৰভাৱিত হৈ মানুহে প্ৰকৃতিক নিৰন্তৰ সলাই যায় এখন চিৰনতুন পৃথিৱী গঢ়িবৰ বাবে।

অসমীয়া জাতি-গঠনৰ ক্ষেত্ৰত জাতি-গঢ়োঁতা সকলৰ ভালেমান কল্পনা আছিল নিতান্তই অবাস্তৱ। তেওঁলোকৰ সেই অবাস্তৱ, আকাশকুসুম কল্পনাই বহু বিপৰ্যয়ৰে সূচনা কৰিছিল। অবাস্তৱ কল্পনাৰ গাত ভেঁজা দি যিবোৰ ভুল পদক্ষেপ লোৱা হৈছিল সেইবোৰে পৰিস্থিতিক আৰুহে প্ৰতিকূল কৰি তুলিছিল। কিন্তু তথাপিও সকলো বাস্তৱেই হৈছে বিপৰীতৰ ঐক্য। বৰ্তমান প্ৰতিকূলতাৰ গৰ্ভতে হয়তো নিহিত থাকে তাৰ ঠিক বিপৰীতে সম্ভাৱনাও। এক বাস্তৱসম্মত কল্পনাৰ জৰিয়তেহে তেনে বাস্তৱক নিষিক্ত কৰা সম্ভৱ।

কিন্তু আজিৰ তাৰিখত সেই 'অন্য' বাস্তৱ অৱদমিত হৈ আছে। ৰাজনীতিৰ পৰা ধৰ্ম হৈ, সংস্কৃতিলৈকে সকলো ক্ষেত্ৰতে পুৰণি পৰম্পৰাগত শক্তিসমূহেই প্ৰভুত্ব কৰি আছে। কিন্তু সিবিলাকৰ তেনে প্ৰভুত্বৰ বিৰুদ্ধে ইতিমধ্যেই বহু দিশৰ পৰা প্ৰত্যাহ্বান আহিব লাগিছে। পুৰণি আৰ্হিটোৰ মাজত ফাট মেলিছে আৰু সি খহি পৰিব ধৰিছে। কিন্তু তাৰ বিপৰীতে নতুন আৰ্হিৰ ৰূপৰেখা দিগন্তত এতিয়াও স্পষ্ট ৰূপত উদ্ভাসিত হৈ উঠা নাই। সেয়েহে পুৰণি আৰ্হিৰ আশু পতন, মৃত সপোন আৰু ব্যৰ্থ কল্পনাই এক নিৰাশাজনক অমানিশাৰ পৰিবেশ ৰচিছে। ৰাজ্যখনৰ পুনৰ পুনৰ খণ্ডিতকৰণ, ভাতৃঘাতী গৃহযুদ্ধ আৰু জনগোষ্ঠীগত সংঘাতৰ আশংকা মূৰ্ত হৈ উঠিছে। এনেকৈয়ে অসমীয়া জাতিসত্তাই নিজে নিজৰ মৃত্যু পৰোৱানাত স্বাক্ষৰ কৰিবনে, অথবা বহিঃশক্তিৰ দ্বাৰা নিজকে বিলুপ্ত হ'বলৈ এৰি দিবনে?

ইয়াত যদিও আমি দুই বিপৰীতক আমি পৰস্পৰবিৰোধী ভাৱে এনেকৈ থিয় কৰাইছোঁ, অতীতৰ অভিজ্ঞতাই আমাক আশাবাদী হ'বলৈকে শিকায়। কাৰণ ইয়াৰ আগতেও উনৈশ শতিকাৰ আগছোৱা- মাজছোৱাতো জাতিটো বিলুপ্ত হোৱাৰ আশংকাই দেখা দিছিল। তেনে আশংকাৰ পাছত ১৮৭০ ৰ দশকত জাতিটোৱে যেতিয়া লৰাচৰা কৰিছিল, সেয়া তাৰ (নৱ) জন্মৰ যন্ত্ৰণাহিনে, মৰি ঠেৰেঙা লগাৰ সংকেতসূচক লৰচৰহে (rigor mortis), ঠাৱৰ কৰিবলৈকে কঠিন হৈছিল। পাছত দেখা গৈছিল, জাতিটো জীয়াই আছে, সজীৱ আছে। ই মনলৈ আনে আন এক ৰূপক। সেয়া কিম্বদন্তীৰ ফিনিক্স চৰাইৰ ৰূপক।.....

.....ফিনিক্স হৈছে সূৰ্যদেৱতাৰ প্ৰতিনিধিত্বকাৰী এক মিচৰীয় কিম্বদন্তীৰ চৰাই। গ্ৰীক্‌সকলৰ মতে ই পাঁচশ বছৰ জীয়াই থাকিছিল আৰু সেই সময় চমু চাপি আহিলে ই সুগন্ধি

মছলা আৰু আঁতৰেৰে নিজৰ বাবে এখন চিতা তৈয়াৰ কৰিছিল। জুয়ে ইয়াৰ দেহাটো ভস্মীভূত কৰাৰ পাছত, সেই ছাঁইৰ মাজৰ পৰাই এটা নতুন আৰু যৌৱন পূৰ্ণ ফিনিক্স ওলাই আহিছিল। সেয়েহে ফিনিক্সক প্ৰায়েই অমৰত্বৰ প্ৰতীকৰূপে গণ্য কৰা হয় আৰু আদি-খ্ৰীষ্টিয়ান সকলে ইয়াক দেহৰ পুনৰুত্থানৰ প্ৰতীক বুলি বিবেচনা কৰিছিল। অ'ল্ড টেষ্টামেন্টৰ বুক্ অব্ জবত ইয়াৰ কথা এনেকৈ উল্লেখ আছে, '*I Shall multiply years like the phoenix*'(১৭৫)

জাতি গঢ়োঁতা স্বপ্নদ্ৰষ্টাসকলে যদি তেওঁলোকৰ সপোনক বাস্তৱতাৰ ভেটিত পুনৰ সজাবলৈ সাজু হয়, যদি অসমীয়া ৰাইজে উগ্ৰজাতীয়তাবাদ আৰু জাতি-বৰ্ণবাদৰ মনুষ্যত্ববিনাশী প্ৰভাৱৰ পৰা নিজকে মুক্ত কৰিব পাৰে, যদি তেওঁলোকে সংগতিপূৰ্ণ গণতন্ত্ৰক জাতীয় জীৱনৰ নিৰ্দেশিকা নীতিৰূপে গ্ৰহণ কৰিব পাৰে (অৰ্থাৎ নিজৰ বাবে গণতন্ত্ৰ আৰু আনৰ বাবেও গণতন্ত্ৰ বুলি মানি ল'ব পাৰে) আৰু বিদেশী সাম্ৰাজ্যবাদ আৰু ব্ৰাহ্মণ্যবাদী সামন্তবাদৰ যুঁৰীয়া দৈত্যক সমাধিস্থ কৰাৰ কামত সাহস আৰু নিষ্ঠাৰে আগবাঢ়িব পাৰে, তেনেহ'লে চিতাৰ ছাঁইৰ পৰা পূৰ্ণ পেখমেৰে সুশোভিত বাৰেৰহনীয়া ফিনিক্সৰ (নৱ) জন্মৰ সপোনো নিশ্চয় ফলিয়াব পাৰে। 

---

(১৭৫) New Standared Encyclopaedia, Vol.13, p. 293

